*Jawaharlal Nehru—Atma Jiban Charit* : **An Assamese Version of the autobiography of Shri Jawaharlal Nehru rendered by Shri Narendranath Sharma, M.A., and edited and published by Shri Biswanarayan Shastri, M.A., Secretary, Publication Board, Gauhati, first published 14th November, 1964.**
**Price—: Rs. 6·00 paise.**

---

প্ৰকাশক :
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, এম. এ.
সচিব,
প্ৰকাশন পৰিষদ, গুৱাহাটী

নবেম্বৰ, ১৯৬৪

ছপাকাৰ্য্য সম্পাদনত :
প্ৰগ্ৰেচিভ্‌ পাব্‌লিচাৰ্চ্‌
পি ২৮৪, চি-আই-টি ৰ'ড
কলিকতা-৫৪

মুদ্ৰাকৰ :
শ্ৰীঅৰুণকুমাৰ চট্টোপাধ্যায়
জ্ঞানোদয় প্ৰেছ
১৭, হায়াৎ খাঁ লেন
কলিকতা-৯

মূল্য—ছটকা



**অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ**
**চলিহাদেৱৰ অভিনন্দন বাণী**

মুখ্যমন্ত্ৰীৰ সচিবালয়
শিলং

অসম প্ৰকাশন পৰিষদে বিশ্ববৰেণ্য স্বৰ্গীয় নেতা জৱাহৰলাল নেহৰুৰ পুথিসমূহ অসমীয়া ভাষালৈ অনুবাদ আৰু প্ৰকাশ কৰি সস্তীয়া দৰত ৰাইজৰ হাতত দিবলৈ সিদ্ধান্ত কৰা বুলি জানি আনন্দ পাইছোঁ। মোৰ সম্পূৰ্ণ বিশ্বাস যে তাৰদ্বাৰা অসমীয়া সাহিত্য চহকী হোৱাৰ উপৰিও আমাৰ সমাজৰ ভালেখিনি উপকাৰ হ'ব। তেখেতৰ আত্মজীৱনীখনিয়ে সমগ্ৰ বিশ্বতে আদৰ পাইছে। প্ৰকাশন পৰিষদে নেহৰু-সাহিত্যৰ এইখনি পুথিকে প্ৰথমতে অসমীয়া ভাষালৈ অনুবাদ কৰি তেখেতৰ জন্মদিনৰ দিনা ৰাইজৰ হাতত দিবলৈ লোৱা সিদ্ধান্তৰ প্ৰতি অভিনন্দন জনাইছোঁ। অসমীয়া পঢ়ুৱৈ সমাজে এই পুথিখনিৰপৰা সেই বিশ্ববৰেণ্য নেতা-জনৰ বিশাল কৰ্ম্মক্ষেত্ৰ, উদাৰ চিন্তাধাৰা আৰু মহৎ আদৰ্শৰ নিশ্চয় আভাস পাব আৰু অনুপ্ৰাণিত হ'ব। ইতি

৭ আগষ্ট, ১৯৬৪

## প্ৰকাশন পৰিষদৰ সভাপতিদেৱৰ একেষাৰ

অসম প্ৰকাশন পৰিষদে দেশনেতা স্বৰ্গীয় পণ্ডিত জৱাহৰলাল নেহৰুদেৱৰ প্ৰধান গ্ৰন্থসমূহৰ অসমীয়া অনুবাদ কম মূলীয়াকৈ প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে আৰু সেই সিদ্ধান্ত অনুযায়ী প্ৰথমখন কিতাপ "আত্মজীৱন চৰিত" তেখেতৰ জন্মবাৰ্ষিকী ১৪ নবেম্বৰৰ দিনা প্ৰকাশ কৰা হ'ব। সৰ্ব্বসাধাৰণে কিনিব পৰাকৈ পুথিখনৰ বেচ ৬ টকা কৰা হৈছে। আশাকৰোঁ আমাৰ শিক্ষিত সমাজ আৰু ছাত্ৰসকল ইয়াৰদ্বাৰা উপকৃত হ'ব।

শ্ৰীদেৱকান্ত বৰুৱা
শিক্ষামন্ত্ৰী আৰু
সভাপতি
প্ৰকাশন পৰিষদ

গুৱাহাটী
২৪।১০।৬৪

# সম্পাদকীয়

পণ্ডিত নেহৰুৰ বিশ্বজোৰা খ্যাতি কেৱল ৰাজনীতিতে সীমাবদ্ধ নহয়—এজন চিন্তা-নায়ক আৰু সুলেখকৰূপেও নেহৰু বিশ্ববিশ্ৰুত। নেহৰুজীৰ লেখনী নিঃসৃত ভাৱধাৰা অসমীয়া ভাষাত প্ৰকাশ কৰিবলৈ প্ৰকাশন পৰিষদে সিদ্ধান্ত কৰি প্ৰথম পৰ্য্যায়ত তেখেতৰ আত্মজীৱন চৰিতখন অসমীয়া পাঠকসকললৈ আগবঢ়াইছে। ইয়াৰ পিচত ক্ৰমে ভাৰত-সন্ধান (Discovery of India) আৰু বিশ্ব ইতিহাসৰ জিলিঙনি (Glimpses of World History) প্ৰকাশ হ'ব।

আত্মজীৱন চৰিত পুথিখন মাত্ৰ আঢ়ৈ মাহৰ ভিতৰতে ছপাই উলিওৱা হৈছে। এনে এখন বৃহৎ কলেবৰৰ গ্ৰন্থ খৰখেদাকৈ ছপাই উলিয়াওঁতে ত্ৰুটি-বিচ্যুতিৰ আশঙ্কা আছে।

কলিকতাৰ জ্ঞানোদয় প্ৰেছৰ কৰ্ত্তৃপক্ষ আৰু প্ৰগ্ৰেচিভ্ পাব্লিচাৰ্চৰ সহানুভূতিপূৰ্ণ সহযোগে প্ৰকাশ কাৰ্য্য সম্ভৱ কৰিছে; তেওঁলোকৰ শলাগ ললোঁ। ইতি

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব,
প্ৰকাশন পৰিষদ

গুৱাহাটী
১১ নবেম্বৰ, ১৯৬৪

## পাতনি

এই কিতাপখন সম্পূৰ্ণ ফাটেকতে লিখা। মাত্ৰ পিচৰ লেখাখিনি আৰু ১৯৩৪ চনৰ জুনৰপৰা ১৯৩৫ চনৰ ফেব্ৰুৱাৰীলৈ এই ছোৱাৰ ভিতৰৰ দুই এটা সামান্য পৰিবৰ্ত্তনৰ কথাহে ফাটেকত লিখা নাই। দীঘলীয়া নিঃসঙ্গ ফাটেকীয়া জীৱনত কিবা এটা কামত নিজকে ব্যস্ত ৰখাটো অতি লাগতিয়াল কথা আৰু যাইকে তাকে কৰিবলৈকে মই এই কেইপাত লিখিছিলোঁ। তাৰ উপৰি ভাৰতৰ যিবোৰ অতীত ঘটনাৰ লগত মই সংশ্লিষ্ট আছিলোঁ তাৰ বিষয়ে যাতে পৰিষ্কাৰকৈ চিন্তা কৰিব পাৰোঁ তাৰ কাৰণে সেই ঘটনাসমূহৰ পুনৰ আলোচনা কৰাটোও মোৰ এই লেখাৰ আন এটা উদ্দেশ্য। নিজকে নিজে কৰা অলেখ প্ৰশ্নৰপৰাই এই কামৰ সূত্ৰপাত আৰু গোটেইখিনি লিখি শেষ নকৰালৈকে সেই প্ৰশ্নৰ ভাবটোৱেই অনবৰত লাগি আছে। কোনোবাই মোৰ কথা শুনক বুলি মই ইচ্ছা কৰি এইখিনি লিখা নাই। যদি কোনো শ্ৰোতাৰ কথা ভাবিছিলোঁ তেন্তে মোৰ নিজৰ দেশৰ নৰ-নাৰীৰ কথাকেহে ভাবিছিলোঁ। বাহিৰৰ মানুহৰ কাৰণে লিখিলে মই কিজানি বেলেগ-কৈহে লিখিলোহেঁতেন—নহ'লেও অন্ততঃ এতিয়া যি যি বিষয়ত বেচি গুৰুত্ব দিছোঁ তেতিয়া নিদিলোহেঁতেন, বৰ্ণনাখিনিৰ য'ত য'ত এতিয়া কেৱলমাত্ৰ ওপৰে ওপৰে গৈছোঁ তেতিয়া কিজানি তাতে ভিৰ দিলোহেঁতেন বেচি, এতিয়া যি যি ক্ষেত্ৰত বহুত দীঘলীয়াকৈ বৰ্ণনা দিছোঁ, তেতিয়া কিজানি সেইবিলাকৰ ওপৰেদি লাহেকৈ পাৰ হৈ গলোহেঁতেন। এই পিচত কোৱা বিধৰ বিষয়সমূহ হয়তো অভাৰতীয় পাঠকৰ কাৰণে কোনো গুৰুত্বপূৰ্ণ বিষয়েই নহয় আৰু সেইবোৰ তেওঁলোকে কোনো লেখত ল'বলগীয়া বিষয় নহয় বুলিয়েই ভাবে, বা ভাবে যে সেইবোৰ বিষয় ইমান সহজ-সৰল যে তাৰ বাবে কোনো আলোচনা আৰু তৰ্কৰ আৱশ্যক নাই; কিন্তু মই হ'লে ভাবোঁ আজিৰ ভাৰতত তাৰ এটা গুৰুত্ব আছে। আমাৰ ভিতৰুৱা ৰাজনীতি আৰু নিজ দেশৰ ব্যক্তিসমূহৰ কথা কেই ঠাইমানত উনুকিওৱাটোও বাহিৰৰ মানুহৰ কাৰণে একেবাৰেই অলাগতিয়াল হ'ব পাৰে।

আশাকৰোঁ পাঠকে মনত ৰাখিব যে এই কিতাপখন লিখা হৈছিল মোৰ জীৱনৰ দুৰ্য্যোগপূৰ্ণ এছোৱা কালত। তাৰ দেখ্ দেখ্ প্ৰমাণ ইয়াত আছে। বেচি স্বাভাৱিক অৱস্থাত যদি এই কিতাপখন লিখা হ'লহেঁতেন তেন্তে কিজানি বেলেগ ধৰণেই লিখা হ'লহেঁতেন আৰু ঠায়ে ঠায়ে ইয়াতকৈ বেচি সংযতভাৱে লিখা হ'লহেঁতেন। তথাপি ইয়াক মই যেনে আছে তেনেকৈয়ে এৰি থ'ম বুলি ঠিক কৰিছোঁ, কাৰণ এইখিনি লিখি যাওঁতে মোৰ মনত যি যি ভাব খেলাইছিল সেইবোৰ কোনোবাই জানিবলৈ পালে ভাল পাব পাৰে।

ই মোৰ নিজৰে মানসিক বিকাশৰ গতি অনুধাৱন কৰাৰ এটা চেষ্টা মাথোন, অদূৰ অতীতত ঘটি যোৱা ঘটনাসমূহৰ জৰীপ কৰাৰ যত্ন ইয়াত নাই। ওপৰে ওপৰে চালে এই বিৱৰণীটো তেনে ধৰণৰ এটা জৰীপ যেন লাগে কাৰণে, পাঠকৰ মনত ই এটা ভুল ধাৰণাৰ সৃষ্টি কৰিবও পাৰে আৰু তেতিয়া পাঠকে ইয়াত যিমান গুৰুত্ব দিয়া উচিত তাতকৈ বেচি গুৰুত্ব দিয়াৰ আশঙ্কা আছে। মই সেই কাৰণে পাঠকক সাৱধান কৰি থ'বই লাগিব যে মোৰ এই বিৱৰণীত পক্ষপাতিতা আছে আৰু অনিবাৰ্য্য-ভাৱে ইয়াত আত্মশ্লাঘাও আহি পৰিছে; বহুতো গুৰুত্বপূৰ্ণ ঘটনাক সম্পূৰ্ণভাৱেই

আওকাণ কৰা হৈছে আৰু এনে বহুতো লেখত ল'বলগীয়া লোকৰ কথাও প্ৰায় উল্লেখ নকৰাকৈয়ে গৈছে—যিসকলে কিজানি ঘটি যোৱা ঘটনাসমূহকে একোটা নিৰ্দ্দিষ্ট গঢ় দিছিল। অতীত ঘটনাৰ প্ৰকৃত জৰীপ এটাত হয়তো এনে ধৰণৰ কথা থকাটো অক্ষমণীয় অপৰাধেই, কিন্তু ব্যক্তিগত বিৱৰণত ই বৰ দোষৰ কথা নহয়। অদৰে অতীতৰ বিষয় যি প্ৰকৃততে অধ্যয়ন কৰিব খোজে তাৰ সমল তেওঁ আন ঠাইত বিচাৰিব লাগিব। অৱশ্যে মোৰ এই জীৱন চৰিত আৰু ব্যক্তিগত দৃষ্টিভংগীৰপৰা লিখা এনে ধৰণৰ আন আন বিৱৰণীয়ে খালি ঠাই পূৰণ কৰাত তেওঁক সহায় কৰিব আৰু প্ৰকৃত ঘটনা-চক্ৰৰ অধ্যয়নৰ কাৰণে এটা পটভূমি স্বৰূপে ইয়াৰ হয়তো মূল্যও আছে।

যাৰ লগত বহু বছৰ ধৰি একেলগে কাম কৰাৰ মোৰ সুযোগ ঘটিছিল আৰু যাৰ প্ৰতি মোৰ অসীম স্নেহ-শ্ৰদ্ধা আছে—তেনে লোকৰ বিষয়ে মই মুকলিভাৱেই আলোচনা কৰিছোঁ; কোনো কোনো দলক আৰু ব্যক্তিক মই সমালোচনাও কৰিছোঁ, কেতিয়াবা বৰ কঠোৰভাৱেই সমালোচনাও কৰিছোঁ। সেই বুলি সেই সমালোচনাই তেওঁলোকৰ প্ৰতি মোৰ শ্ৰদ্ধা কমোৱা নাই। কিন্তু মই দেখাত যি মানুহে ৰাজহুৱা কামত আত্মনিয়োগ কৰিব খোজে, তেওঁলোকে পৰস্পৰে পৰস্পৰৰ লগত আৰু যি ৰাইজক তেওঁলোকে সেৱা কৰিবলৈ আগবাঢ়ি যায় তেওঁলোকৰ লগত কাম-কাজ, কথা-বতৰা আদি মুকলিভাৱে কৰাটো একান্ত বাঞ্ছনীয়। বাহিৰত উপৰুৱা শিষ্টাচাৰ প্ৰদৰ্শন কৰি কিছুমান অপ্ৰিয় আৰু কেতিয়াবা বৰ দুখজনক কিছুমান প্ৰশ্নৰপৰা আঁতৰি থাকিলে তাৰপৰা পৰস্পৰে পৰস্পৰক আৰু আমাৰ সমুখৰ সমস্যাৱলীক সম্যকৰূপে বুজি উঠাত কোনো সহায় নহয়। ক'ত ক'ত অমিল আৰু ক'ত ক'ত মিল এই সকলোবোৰ ভালকৈ বুজি ল'লেহে আৰু বাস্তৱ পৰিস্থিতি যিমানেই অপ্ৰিয় নহওক তাৰ সমুখীন হ'ব পাৰিলেহে প্ৰকৃত সহযোগিতা আগবঢ়োৱা হয়। কিন্তু মই যি লিখিছোঁ তাৰ ভিতৰত ব্যক্তিগতভাৱে কাৰো বিপক্ষে হিংসা আৰু অসদিচ্ছাৰ লেশ মাত্ৰও নাই বুলিয়েই মোৰ বিশ্বাস।

আজি ভাৰতবৰ্ষ যিবিলাক সমস্যাৰ সন্মুখীন হৈছে সেইবোৰৰ বিষয়ে আলোচনা কৰাটো ইচ্ছা কৰিয়েই বাদ দিছোঁ। ক'ৰবাত আলোচনা কৰিছোঁ যদিও অতি অস্পষ্ট আৰু আওপকীয়াভাৱেহে কৰিছোঁ। ফাটেকত থাকি পুংখানুপুংখ-ৰূপে সেই আলোচনাত প্ৰবৃত্ত হোৱাটো মোৰ পক্ষে সম্ভৱ নহ'ল বা আনকি কি কৰা উচিত তাকো মোৰ মনত মই ঠিক কৰিব পৰা নাছিলোঁ। ফাটেকৰপৰা মুকলি হোৱাৰ পিচতো এই বিষয়ে আৰু যোগ দিবলগীয়া কিবা আছে যেন নেপালোঁ। যিখিনি লিখি উঠিলোঁ তাৰ লগত আৰু কিবা যোগ দিলে সি খাপ নেখাব যেন লাগিল। গতিকে এই "আত্মজীৱন চৰিতমূলক বিৱৰণী" খনি অতীতৰ বিষয়ে অতি উপৰুৱা, ব্যক্তিগত আৰু অসম্পূৰ্ণ আলোচনা এটি হৈ ৰ'ল। সেই আলোচনাই কেতিয়াবা বৰ্ত্তমানলৈকো আগবাঢ়ি আহিছে, কিন্তু অতি সাৱধানে তাৰ লগত সংস্পৰ্শ এৰাই চলিছে ।

বেডেনৱাইলৰ
জানুৱাৰী ২, ১৯৩৬

জৱাহৰলাল নেহৰু

## সূচীপত্ৰ

# কাশ্মীৰৰপৰা অৱতৰণ

"নিজৰ বিষয়ে লিখিবলৈ যিমান ভাল লাগে সিমান টানো লাগে। নিজৰ অকীৰ্ত্তিৰ কথা ক'বলগীয়া হলে অন্তৰত যেনেকৈ লাগে, তেনেকৈ আত্ম-প্ৰশংসায়ো পাঠকৰ কাণত ঠহ্ ঠহাই যায়।"

—আব্ৰাহাম কাওলী

চহকী পিতৃ-মাতৃৰ একেটা ল'ৰা হলে তাৰ নষ্ট হোৱাৰেই সম্ভাৱনা বেচি, বিশেষকৈ ভাৰতবৰ্ষত। তদুপৰি তাৰ এঘাৰ বছৰ বয়সলৈকে সিয়েই যেতিয়া ঘৰ-খনৰ একমাত্ৰ সন্তান হৈ থাকে, তেতিয়া এই নষ্ট হোৱাৰ হাত সাৰিবৰ আশা আৰু কম। ভনী দুজনী মোতকৈ বহুত সৰু আৰু আমাৰ ইটো-সিটোৰ মাজত বহুত বছৰৰ ব্যৱধান। এনেকৈয়ে মই ডাঙৰ-দীঘল হৈছিলোঁ। মোৰ সমনীয়া লগ নোহোৱাত মই প্ৰায় অকলশৰীয়াৰ নিচিনাকৈয়ে সৰু কালছোৱা কটাই দিছিলোঁ। তাতে মোক কোনো কিণ্ডাৰগাৰ্টেন বা প্ৰাইমাৰী স্কুললৈকো পঠোৱা নাছিল; গতিকে স্কুলীয়া ল'ৰা-ছোৱালীৰ লগো মই পোৱা নাছিলোঁ। শাসনকৰ্ত্ৰী বা গৃহ-শিক্ষকৰ ওপৰতেই মোৰ শিক্ষাৰ দায়িত্ব পৰিছিল বুলিব লাগে।

আমাৰ ঘৰখন হলে নিৰ্জ্জন একেবাৰেই নাছিল, কাৰণ অন্যান্য হিন্দু পৰিয়ালৰ দৰেই আমাৰ পৰিয়ালটোও আছিল ভাগিন-ভতিজা আদি ওচৰ সম্বন্ধীয় সকলোৰে আশ্ৰয়ৰ থল। কিন্তু মোৰ ভাগিনী-ভতিজা আটাইবিলাকেই আছিল মোতকৈ বহুত ডাঙৰ,—কোনোবাজনে পঢ়িছিল স্কুলত, কোনোবাজনে বিশ্ববিদ্যালয়ত। তেওঁলোকৰ লগত কাম কৰিবলৈকে হওক বা ধেমালি কৰিবলৈকে হওক মোক তেওঁলোকে অতিপাত সৰু বুলি গণ্য কৰিছিল। সেই কাৰণেই সেই বিৰাট পৰিয়ালটোৰ মাজত মোৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগিছিল আৰু মনৰ ভাব-কল্পনাকে লৈ অকলশৰেই ধূলি-ধেমালি কৰি মই সৰহভাগ সময় নিয়াইছিলোঁ।

আমি আছিলোঁ কাশ্মীৰী। দুশ বছৰৰো বেচি হ'ল, ওঠৰ শতাব্দীৰ আগ-ছোৱাতে সেই পৰ্ব্বতীয়া উপত্যকাৰপৰা আমাৰ উপৰিপুৰুষজন নামি আহিছিল ভৈয়ামলৈ—ধন-সোণ, যশস্যা বিচাৰি। তেতিয়া আছিল ঔৰংগজেবৰ মৃত্যুৰ পিচত মোগৰ সাম্ৰাজ্যৰ পতনৰ দিন। ফাৰুক্‌ছিয়াৰ আছিল সম্ৰাট। আমাৰ সেই উপৰি-পুৰুষজনৰ নাম আছিল ৰাজ কাউল। কাশ্মীৰত তেওঁ সংস্কৃত আৰু ফাৰ্চী পণ্ডিত স্বৰূপে প্ৰাধান্য লাভ কৰিছিল। ফাৰুক্‌ছিয়াৰ কাশ্মীৰলৈ যাওঁতে তেওঁৰ সিজনৰ চকুত পৰিল আৰু সম্ৰাটৰ অনুৰোধক্ৰমেই প্ৰায় ১৭১৬ চনত পৰিয়ালটো ৰাজধানী দিল্লীলৈ গুচি আহে। এখন জায়গীৰ আৰু গড়খাৰে এটাৰ পাৰত এটা ঘৰ দিয়া হৈছিল ৰাজ কাউলক। এই গড়খাটৰ পাৰত থকাৰ কাৰণেই তেওঁৰ নামৰ লগত

'নেহৰু' (নহৰ-গড়খাৰৈ) শব্দটো লগ লাগি গ'ল। আমাৰ পৰিয়ালৰ নাম আছিল কাউল; তাৰপৰা হ'লগৈ কাউল-নেহৰু আৰু পিচলৈ গৈ কাউলটো নাইকিয়া হৈ গ'ল আৰু আমি হৈ পৰিলোঁ কেৱল 'নেহৰু'।

তাৰ পিচত দেশত এটা থানথিত নোহোৱা অৱস্থা আহি পৰিল আৰু সেই পৰিয়ালটোৱে ভাগ্যৰ বহুতো ঘাত-প্ৰতিঘাত সহিব লগাত পৰিল। ফলত জায়গীৰৰ অৱস্থা কাহিল হৈ আহিল আৰু শেহত গৈ একেবাৰে লুপ্ত হৈ গ'ল। মোৰ আজো-ককা লক্ষ্মীনাৰায়ণ নেহৰু দিল্লী সম্ৰাটৰ 'ছায়া-ৰাজসভাৰ' চৰকাৰ কোম্পানীৰ প্ৰথম ভকিল হৈছিল। মোৰ ককা গঙ্গাধৰ নেহৰু ১৮৫৭ চনৰ প্ৰজা-বিদ্ৰোহৰ আগত কিছুদিনৰ কাৰণে দিল্লীৰ কটোৱাল আছিল। ১৮৬১ চনত তেওঁ কম বয়সত—মাত্ৰ ৩৪ বছৰ বয়সতে ঢুকায়।

১৮৫৭ৰ বিদ্ৰোহে দিল্লীৰ লগত আমাৰ পৰিয়ালৰ সম্বন্ধৰ ওৰ পেলালে আৰু তাৰে ধামখুমীয়াত জাহ গ'ল আমাৰ পৰিয়ালৰ সকলো পুৰণি কাকত, খত-পত্ৰ আদি। প্ৰায় সৰ্ব্বস্বান্ত সেই পৰিয়ালটো প্ৰাচীন ৰাজকীয় চহৰ এৰি ভাগি যোৱা পলৰীয়াৰ দলত ভৰ্ত্তি হৈ আগ্ৰা পালেগৈ। দেউতা তেতিয়া ওপজা নাই, কিন্তু ৰৰদেউতা দুজন হ'লে ডেকাই হ'ল, অলপ অলপ ইংৰাজীও জনা হ'ল। এই ইংৰাজীৰ জ্ঞানেই সৰুজন ৰৰদেউতা আৰু পৰিয়ালৰ আন কেইজনমান মানুহক এটা আক-স্মিক আৰু কুখ্যাত মৰণৰ হাত সৰুৱালে। পৰিয়ালৰ কেইজনমান মানুহৰ লগত তেওঁ দিল্লীলৈ গৈছিল। লগত গৈছিল তেওঁৰ ভনীয়েক—সৰু ছোৱালীজনী। তাই আছিল বৰ ধুনীয়া—সাধাৰণ কাশ্মীৰী ছোৱালীৰ দৰে। বাটতে তেওঁলোকক কিছু-মান ইংৰাজ সৈন্যই লগ পালে। মোৰ সেই সৰু জেঠাইজনীক সিহঁতে ইংৰাজ ছোৱালী বুলি সন্দেহ কৰিলে আৰু তাইক পলুৱাই অনা বুলি ৰৰদেউতাৰ গাত দোষ সাব্যস্ত কৰা আৰু তাৰ পাচত শাস্তি-বিধান কৰা—এই গোটেইখিনিতে সেই দিনত কেইমিনিটমানহে লাগিছিল। ৰৰদেউতা আৰু লগত যোৱা পৰিয়ালৰ মানুহকেইজনক ওচৰৰে গছ এজোপাত ফাঁচী দি ওলমাই থওঁ থওঁ অৱস্থা। ভাগ্যে, ৰৰদেউতাই ইংৰাজী জনাৰ কাৰণে কামখিনি অলপ পলম হ'ল। ইতিমধ্যতে তেওঁক চিনি পোৱা মানুহ এজন সেইপিনে আহিল কাৰণেহে কোনো মতে তেওঁলোক ৰক্ষা পৰিল।

পৰিয়ালটো কেইবছৰমান আগ্ৰাত আছিল আৰু এই আগ্ৰাতে ১৮৬১ চনৰ ৬ মেইত দেউতাৰ জন্ম হয়। (১) কিন্তু তেওঁৰ পিতাক ঢুকোৱাৰ তিনিমাহ পাচতহে তেওঁৰ জন্ম হৈছিল। ককাদেউতাৰ সৰু ছবি এখন আছে। তাত তেওঁ মোগল ৰাজ-দৰবাৰৰ সাজ-পাৰ পিন্ধি আছে আৰু হাতত লৈ আছে এখন আঁকোৱা তৰোৱাল। তেওঁৰ ঠগ-গঢ় একেবাৰেই কাশ্মীৰী যদিও, ছবিত দেখাত সাইলাখ মোগলৰ ভাওৰীয়া এজনহে বুলিবা!

পৰিয়ালৰ ভাৰ তেতিয়া আহি পৰিল মোৰ ৰৰদেউতা দুজনৰ ওপৰত।

(১) আচৰিত আৰু মনত ৰখা কথা—কবি ৰবীন্দ্ৰনাথ ঠাকুৰো সেই একে বছৰতে একে মাহ, একে দিনতে জন্ম হৈছিল।

দেউতাতকৈ তেওঁলোক বহুত ডাঙৰ আছিল। সবুজন ককাদেউতা বংশীধৰ নেহৰু অলপ দিনৰ পিচতে বৃটিছ চৰকাৰৰ আইন বিভাগত ভৰ্ত্তি হ'ল আৰু কামত ক্ৰমান্বয়ে ইঠাই-সিঠাইকৈ নানা ঠাইত ঘূৰি ফুৰিব লগা হোৱাত তেওঁ পৰিয়ালৰ আনবিলাক মানুহৰপৰা কিছু ফালৰি কাটিয়েই গৈছিল। সৰুজন ককাদেউতা নন্দলাল নেহৰুৱে ভাৰতীয় ৰাজ্য এখনত চাকৰি লৈছিল- ৰাজপুতনাৰ খেত্ৰি ৰাজ্যৰ দেৱান আছিল। পিচত, তেওঁ আইন শিক্ষা কৰি আগ্ৰাত আইন-ব্যৱসায়ী হিচাপেই বসতি কৰিলে। দেউতা তেখেতৰ লগতে আছিল, তেওঁৰ আশ্ৰয়-যত্নতে ডাঙৰ-দীঘল হৈছিল। দুয়োৰে মাজত চেনেহৰ টানটো বৰ বেচি আছিল। তেওঁলোকৰ সম্বন্ধটোও আছিল ভাই-ককাইৰ সম্বন্ধ আৰু পিতা-পুত্ৰৰ সম্বন্ধৰ এটা অদ্ভুত সংমিশ্ৰণ। আটাইতকৈ শেহত ওপজা কাৰণে দেউতাই আছিল বুঢ়ী আইৰ মৰমৰ ল'ৰা। বুঢ়ীৰ ইচ্ছাশক্তি আছিল অতিকৈ প্ৰবল আৰু তেওঁক কোনোবাই গণ্য নকৰাকৈ চলিব সেইটো কেতিয়াও তেওঁ সহ্য কৰি পোৱা নাছিল। তেওঁ ঢুকাবৰ আজি প্ৰায় অৰ্দ্ধশতাব্দী হৈ গ'ল কিন্তু কাশ্মীৰী বুঢ়ীসকলে আজিও এইবুলি বুঢ়ী আইৰ কথা সোঁৱৰে যে তেওঁৰ কথামতে সকলোৱেই চলিবলৈ বাধ্য হৈছিল আৰু কোনোবা যদি নচলিছিল তেন্তে তেওঁক সুখেৰে নেৰিছিল।

নতুনকৈ খোলা উচ্চ ন্যায়ালয়ত ককাদেউতাই যোগ দিছিল আৰু পিচত এই ন্যায়ালয় যেতিয়া আগ্ৰাৰপৰা এলাহাবাদলৈ উঠি আহিল তেতিয়া ইয়াৰ লগতে পৰিয়ালটোও গুচি আহিল। তেতিয়াৰপৰা এলাহাবাদেই আমাৰ ঘৰ আৰু ইয়াতেই বহুত বছৰৰ পিচত মোৰ জন্ম হয়। লাহে লাহে ককাদেউতাই ওকালতিৰ এখন বহল ক্ষেত্ৰ আগুৰি ললে আৰু উচ্চ ন্যায়ালয়ত ওকালতি কৰাসকলৰ ভিতৰত আগশাৰীতে স্থান পোৱা হ'ল। ইতিমধ্যতে দেউতাই কাণপুৰ আৰু এলাহাবাদৰ স্কুল-কলেজত পঢ়িছিল। সৰুতে তেওঁক কেৱল ফাৰ্চী আৰু আৰবীকেহে শিকাইছিল, ইংৰাজী শিক্ষা তেওঁৰ আৰম্ভ হৈছিল বাৰ তেৰ বছৰ মানৰপৰাহে, কিন্তু সেই বয়সতে তেওঁক ভাল এজন ফাৰ্চী পণ্ডিত বুলি মানুহে জনা হ'ল। আৰবীও তেওঁ কিছু জানিছিল আৰু তাৰ কাৰণেই তেওঁতকৈ বয়সীয়া মানুহেও বহুতে তেওঁক সন্মানৰ চকুৰে চাইছিল। সৰুতে তেওঁ পঢ়া-শুনাত ইমান উন্নতি কৰিছিল যদিও নানান ল'ৰালি ধেমালি আৰু পলৰীয়া স্বভাৱৰ কাৰণে তেওঁৰ আকৰ্ষণ বেচি আছিল খেল-ধেমালি আৰু নতুন নতুন অভিযানতহে। কলেজৰ উদ্ধত ল'ৰাৰ এজন আগৰণুৱা বুলি তেওঁক সকলোৱে জানিছিল। সেই কালত কলিকতা আৰু বোম্বাইৰ নিৰ্বাচিত ডাঙৰ চহৰৰ বাহিৰে অইন ঠাইত ভাৰতীয় মানুহে পশ্চিমীয়া সাজপাৰ আৰু আন ধৰণ-কৰণ সাধাৰণতে নলৈছিল যদিও, দেউতা কিন্তু তেতিয়াই সেইবিলাকৰ প্ৰতি আকৃষ্ট হৈছিল। কিছু উদণ্ড আছিল যদিও, তেওঁক ইংৰাজীৰ অধ্যাপকসকলে বৰ ভাল পাইছিল আৰু বিপদৰপৰা সৰুৱাইছিল। তেওঁলোকে দেউতাৰ মনৰ সাহস দেখি বৰ ভাল পাইছিল। দেউতা আছিল মেধাৱী ল'ৰা আৰু কেতিয়াবা একোটা সাময়িক মুঠিপ্ৰদীপ্তৰে তেওঁ আন কি শ্ৰেণীৰ পঢ়া-শুনাতো যথেষ্ট কৃতিত্ব দেখুৱাব পাৰিছিল। পিচৰ জীৱনত, বহুত দিনৰ পিচত তেওঁ এলাহাবাদৰ মুইৰ সেণ্ট্ৰেল কলেজৰ [illegible] হৈছিল বুলি এজন অধ্যাপকক কোৱা-কৰা সকলোৱে

আহ্বাৰ আগত কৈছিল। তাহানি দেউতাৰ পঢ়া দিনৰে এটা তাৰিখত অধ্যাপকজনে লিখা চিঠি এখন তেওঁ বৰ যত্নেৰে ৰাখি থৈছিল।

বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাবিলাকত তেওঁ কোনোমতে সৰাকিহে গৈছিল, কোনো বিশেষ পাৰ্গতালি দেখুৱাব পৰা নাছিল। এতিয়া শেহৰ পৰীক্ষাটো দিবহি লগীয়া হ'ল—বি এ পৰীক্ষা। তাৰ কাৰণে তেওঁ বৰ বেচি কষ্ট নকৰিলে আৰু প্ৰথম প্ৰশ্ন কাকতৰ উত্তৰ তেওঁ যিদৰে কৰিলে তাত তেওঁ নিজেই সন্তুষ্ট নহ'ল। প্ৰথম কাকতখন একেবাৰেই নষ্ট কৰা বুলি ধৰি লৈ আৰু পৰীক্ষাত পাৰ হোৱাৰ আশা এৰি তেওঁ বাকীখিনি কাকতৰ পৰীক্ষা নিদিয়াটোকে ঠিক কৰিলে। কৰি তাৰ পৰিবৰ্ত্তে তাজমহলত সময়খিনি কটালেগৈ। (বিশ্ববিদ্যালয়ৰ পৰীক্ষাবিলাক তেতিয়া আগ্ৰাত হৈছিল।) পিচত অধ্যাপকে তেওঁৰ ওপৰত খং কৰি তেওঁক মাতি পঠাইছিল। অধ্যাপক কৈছিল তেওঁ (দেউতাই) বোলে প্ৰথম কাকতখন ভালেই কৰিছিল আৰু বাকীখিনি কাকতৰ পৰীক্ষা নিদিয়াটো দেউতাৰ পক্ষে বোলে মুৰ্খামিহে হৈছে। সি যিকি নহওক, দেউতাৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ জীৱনৰ ইমানতে অন্ত পৰিল। বি. এ পাছ কৰা তেওঁৰ আৰু হৈ নুঠিল।

জীৱনত আগুবাই যাবৰ কাৰণে আৰু কোনো এটা ব্যৱসায়ত আত্মপ্ৰতিষ্ঠা কৰিবৰ কাৰণে দেউতাৰ প্ৰবল ইচ্ছা হ'ল। স্বাভাৱিকতে আইনৰ প্ৰতিয়েই তেওঁৰ আগ্ৰহ জন্মিল কাৰণ সম্ভাৱনাপূৰ্ণ মেধাৱী লোকৰ কাৰণে এটা মুকলি বাট আৰু সফল কামীসকলৰ পুৰস্কাৰৰ থল দিব পৰা ব্যৱসায় আছিল সেইটোৱেই। তাতে ককায়েকৰ উদাহৰণো আছিল তেওঁৰ সমুখত। তেওঁ উচ্চ ন্যায়ালয়ৰ ভকিলৰ পৰীক্ষা দিলে আৰু তাত অকল পাছ কৰাই নহয় প্ৰথম স্থান অধিকাৰ কৰি সোণৰ পদক লাভ কৰিলে। বিষয়টো তেওঁ মনৰ জোখাই পালে বা বৰং এনেকৈও ক'ব পাৰি যে, তেওঁ মনৰ জোখাই ব্যৱসায় পাই তাত কৃতকাৰ্য্য হ'বলৈ দৃঢ় সংকল্প হ'ল।

কাণপুৰৰ জিলা ন্যায়ালয়সমুহত তেওঁ ওকালতি আৰম্ভ কৰিলে আৰু সফলতা অৰ্জ্জনৰ হেঁপাহেৰে বৰকৈ খাটি ব্যৱসায়ত উন্নতি কৰিবলৈ ধৰিলে; কিন্তু খেলা আৰু আন আন ৰং-ধেমালিৰ প্ৰতি তেওঁৰ স্পৃহা একেই আৰু সেইবিলাকতে তেওঁৰ কিছু সময় যাবলৈ ধৰিলে। বিশেষকৈ তেওঁৰ ৰাপ আছিল মালযুঁজ আৰু দংগল খেলত। এইবিলাক ৰাজহুৱা মালযুঁজ প্ৰতিযোগিতাৰ কাৰণে কাণপুৰ সেই সময়ত বৰ বিখ্যাত আছিল।

কাণপুৰত তিনি বছৰ নবিচকী খাটি দেউতা এলাহাবাদলৈ আহিল উচ্চ ন্যায়ালয়ত ওকালতি কৰিবলৈ। ইয়াৰ পিচত সৰহ দিন নৌ যাওঁতেই হঠাতে পণ্ডিত নন্দলালৰ মৃত্যু হ'ল। দেউতাৰ এটা ব্যক্তিগত ক্ষতি হ'ল। দেউতাৰ মুৰত মাথ মাথ পৰিল; অতি মৰমৰ পিতৃপ্ৰতিম ককায়েক এজনৰ মৃত্যুত দেউতাই ঘৰৰ মুল আৰু ধন ঘটা মানুহজন হেৰুৱালে। এতিয়াৰপৰা এই বিৰাট ঘৰখন চলোৱাৰ ভাৰ তেওঁৰ কুমলীয়া কান্ধৰ ওপৰত পৰিল।

ব্যৱসায়ত কৃতকাৰ্য্য হ'বৰ কাৰণে তেওঁ নিজ কাৰ্য্যক্ষেত্ৰত জাপ দিলে— কেইমাহমানো ধৰি সকলো এৰি অকলে অকলে সোমাই থাকিল। মৰদেউতাৰ প্ৰায় সকলো মোকৰ্দ্দমাৰ নথি-পত্ৰ দেউতাৰ ওচৰলৈকে আহিবলৈ ধৰিলে। দেউতাৰো

মোকৰ্দ্দমাবিলাক সুচাৰুৰূপে চলাই গ'ল। ইমান দিনে অতি হেঁপাহেৰে তেওঁ যি বিচাৰিছিল সেই ব্যৱসায়িক কৃতকাৰ্য্যতা তেওঁৰ ফালেই আগ বাঢ়ি আহিল। লগে লগে আহিল ওপৰঞ্চি কাম আৰু ওপৰঞ্চি ধন। সৰু কালতে দেউতাই এজন সফল উকিল হিচাপে নিজকে প্ৰতিষ্ঠা কৰি ললে। ইয়াৰ মূল্য স্বৰূপে তেওঁৰ ঈৰ্ষাপৰায়ণা স্ত্ৰী-আইনৰ ওচৰত ক্ৰমে তেওঁ দাস হৈ পৰিল। ৰাজহুৱাই হওক, ঘৰুৱাই হওক অন্য কোনো কামৰ কাৰণে তেওঁৰ আৰু সময় নোহোৱাত পৰিল। আন কি, দেওবাৰে আৰু বন্ধৰ দিনকেইটাও তেওঁ ওকালতি ব্যৱসায়ৰ কামতেহে খটাইছিল। জাতীয় কংগ্ৰেছ মহাসভাই তেতিয়া ইংৰাজী জনা মধ্যবিত্ত লোকসকলৰ মনোযোগ আকৰ্ষণ কৰিছিল। তেওঁ ইয়াৰ প্ৰথম কেইখনমান অধিবেশন চাবলৈ গৈছিল আৰু নীতিগতভাৱে ইয়াৰ আনুগত্যও স্বীকাৰ কৰি লৈছিল। ব্যৱসায় লৈ তেওঁ বৰ ব্যস্ত আছিল। তদুপৰি, ৰাজনীতি আৰু ৰাজহুৱাক্ষেত্ৰত তেওঁ আছিল নিজৰ বিষয়ে সন্দিহান। তেতিয়ালৈকে তেওঁ এইবিলাক বিষয়ত বৰ বেচি মনোযোগ দিয়া নাছিল আৰু তেওঁৰ জ্ঞানো আছিল কম। যি আন্দোলন বা অনুষ্ঠান কেৱল আজৰি সময়ত কৰাৰ দৰে কৰিব লগা হয়, তাত তেওঁৰ যোগ দিয়াৰ ইচ্ছা নাছিল। ল'ৰাকালৰ আৰু লোকৰ জগৰ লগাই ফুৰা চেমনীয়াৰ স্বভাৱ বাহ্যিকভাৱে খৰ্ব্ব হৈ গ'ল। কিন্তু সি এটা নতুন ৰূপ ললে- ক্ষমতা লাভৰ ইচ্ছা। তাকে তেওঁ ব্যৱসায়ত খুটৱাই কৃতকাৰ্য্যতা লাভ কৰিলে আৰু তাৰপৰাই তেওঁৰ গৰ্ব্ব আৰু আত্ম-বিশ্বাস বাঢ়ি আহিল। যুদ্ধ তেওঁ ভাল পাইছিল—আলৈ-আহুকালৰ বিপক্ষে যুদ্ধ; কিন্তু তথাপি আচৰিত কথা, সেইদিনত তেওঁ ৰাজনৈতিক-ক্ষেত্ৰৰপৰা আঁতৰি ফুৰিছিল। স'চা কথা, জাতীয় কংগ্ৰেছৰ ৰাজনীতিত তেতিয়া যুদ্ধ কমেই আছিল। যি হওক, সেইবিলাকৰ লগত তেওঁৰ চিনাকি নাছিলেই। কিন্তু ব্যৱসায়ত যি কঠোৰ পৰিশ্ৰমৰ আৱশ্যক হ'ব তাৰেই চিন্তা আছিল তেওঁৰ মনত। সফলতাৰ জখলাত তেওঁ টান মুঠিৰে খামুচি ধৰি খাপে খাপে ওপৰলৈ উঠি গৈ আছিল আৰু তেওঁ অনুভৱ কৰিছিল এই উন্নতিৰ ক্ষেত্ৰত তেওঁ কাৰো অনুগ্ৰহ, কাৰো সাহায্য নোলোৱাকৈ একমাত্ৰ নিজৰ ইচ্ছাশক্তি আৰু বুদ্ধিৰ গুণতে আগবাঢ়ি গৈছিল।

'জাতীয়তাবাদী' শব্দটো বহল অৰ্থত ললে তেওঁ জাতীয়তাবাদীয়েই আছিল বুলিব পাৰি। কিন্তু তেওঁ ইংৰাজলোকক আৰু তেওঁলোকৰ ধৰণ-কৰণবিলাক হলে প্ৰশংসা কৰিছিল। তেওঁৰ মনত এটা ভাব আছিল যে, তেওঁৰ নিজ দেশৰ মানুহবিলাক বহুত তললৈ পৰি গৈছে আৰু তেওঁ ভাবিছিল তেওঁলোকৰ সেয়ে প্ৰাপ্যও। ৰাজনীতি কৰা মানুহবিলাকে কেৱল কথাকে কৈ থাকে, কাম নকৰে, এই বুলি তেওঁলোকৰ প্ৰতি তেওঁৰ মনত এটা ঘৃণা ভাবৰ ছাঁ পৰিছিল; কিন্তু তাকে নকৰি তেওঁলোকে কি কৰিব পাৰিলেহে'তেন সেই বিষয়েও তেওঁৰ একো ধাৰণা নাছিল। নিজৰ সাফল্যৰ গৰ্ব্বত তেওঁৰ মনত জন্ম পাইছিল এনে এটা ভাব যে, ৰাজনীতিত নমা সকলো মহলেও সৰহভাগেই জীৱনত বিফল মনোৰথ হোৱা মানুহ।

আমাৰ উপাৰ্জ্জন সদায় বঢ়াৰ ফালে আছিল আৰু তাৰপৰাই আমাৰ পৰিয়ালৰ থকা-মেলাৰ ভাওলীখিনি সাজ-সৰঞ্জাম আহি পৰিল, কাৰণ আয় বঢ়াৰ মানে খৰচো বঢ়া

ধন সাঁচিবলৈ লোৱা মানে সেইটোই যেতিয়াই ইচ্ছা, যিমানে ইচ্ছা ধন খটিব পৰা ক্ষমতাৰ অৱমাননা কৰা যেন পাইছিল। সহজভাৱে সকলো কথা গ্ৰহণ কৰা আৰু সকলো প্ৰকাৰে সুস্থ ধৰণ-কৰণ ভাল পোৱা মানুহ কাৰণে তেওঁ ঘটা ধনখিনি খৰচ কৰাত একো আহুকাল পোৱা নাছিল, আৰু লাহে লাহে আমাৰ ঘৰ-ভৰ পাশ্চাত্য ধৰণৰ হ'বলৈ ধৰিলে।

মোৰ ল'ৰা কাল আদিতে এনেকুৱাই আছিল।

## ল'ৰাকাল

ল'ৰাকালটো মোৰ এইদৰেই পাৰ হৈ গৈছিল লোকৰ আশ্ৰয়ত আৰু বৈচিত্ৰ্যহীন-ভাৱে। ককাইদেউহঁতৰ মাজত যি কথা-বতৰা হৈছিল সেয়া আছিল ডাঙৰৰ কথা-বতৰা। তাকে মই কাণ পাতি শুনিছিলোঁ, কিন্তু তাৰ সকলোখিনি বুজা নাছিলোঁ। কথাবিলাক আছিল ইংৰাজ আৰু ইঙ্গ-এছীয় মানুহৰ পৰক হেঁচি ধৰিব খোজা স্বভাৱ আৰু ভাৰতবাসীৰ প্ৰতি অপমানসূচক ব্যৱহাৰৰ বিষয়ে আৰু তাকে সহ্য নকৰি তাৰ বিপক্ষে থিয় দিয়াটো যে সকলো ভাৰতবাসীৰ কৰ্ত্তব্য তাকে তেওঁলোকে কোৱা-মেলা কৰিছিল। শাসক আৰু শাসিতৰ ভিতৰৰ কাজিয়াৰ কথাই আটাইতকৈ বেচি ওলাইছিল আৰু তাৰ বিষয়ে সম্পূৰ্ণ আলোচনাও হৈছিল।

এটা কথা সকলোৱে জনাজাত আছিল যে, যেতিয়াই কোনো ইংৰাজে কোনো ভাৰতীয়ক হত্যা কৰিছিল, তেতিয়াই সেই ইংৰাজটোক তাৰ নিজ দেশৰ জুৰিয়ে নিৰ্দ্দোষী ঠিৰাং কৰি মুক্তি দিছিল। ৰেলগাড়ীৰ একোটাহঁত কোঠা ইউৰোপীয়ৰ কাৰণে আছুতীয়াকৈ ৰখা হৈছিল আৰু গাড়ীখন যিমানেই মানুহৰে ঠাঁহ খোৱা নেথাকক, ভীষণভাৱে ঠাঁহ খোৱা আছিলেই, কোনো ভাৰতীয়কে সেইবোৰ কোঠাত উঠিবলৈ দিয়া নহৈছিল; সিঁপিনে লাগিলে কোঠা উদণ্ডেই থাকক। আন কি, আছুতীয়াকৈ নৰখা কোঠা একোটাও কোনো ইংৰাজে উঠি অধিকাৰ কৰি ল'ব আৰু কোনো ভাৰতীয়কে তাত উঠিবলৈ নিদিয়ে। ৰাজহুৱা ফুলনিবাৰী আদিতো চকী-বেঞ্চ ইউৰোপীয়ৰ কাৰণে আছুতীয়াকৈ ৰখা হৈছিল। এনেকৈ মোৰ দেশত দুৰ্ব্যৱহাৰ কৰি ফুৰা শাসকবৰ্গৰ বিপক্ষে খঙত মোৰ অন্তৰ ভৰি পৰিছিল আৰু যেতিয়াই কোনো ভাৰতীয়ই উভতি ধৰিছিল, তেতিয়াই মোৰ মনটো বৰ ভাল লাগিছিল। প্ৰায়েই মোৰ ককাইদেউহঁত বা তেওঁলোকৰ এজন নহয় এজন বন্ধু এনেবোৰ ব্যক্তি-গত খৰিয়ালত সংশ্লিষ্ট হৈ পৰিছিলেই আৰু তাৰ কাৰণে আমি সকলো উত্তেজিত হৈ পৰিছিলোঁ। ককাইদেউহঁতৰ এজন আছিল বৰ বলী। তেওঁ ইংৰাজ লোকৰ লগত যুঁজি বৰ ভাল পাইছিল, নহলেবা ইঙ্গ-এছীয়বিলাকৰ লগতে লাগিছিল। এই ইঙ্গ-এছীয়বিলাকে আক' বোধহয় সিহঁতে নিজকে শাসকবৰ্গৰ লগত একে বুলি দেখুৱাবলৈকে ইংৰাজ বেপাৰী বা চৰকাৰী বিষয়াবিলাকতকৈ বেচিহে দুৰ্ব্যৱহাৰ কৰিছিল। এই কাজিয়াবিলাক লাগিছিল বিশেষকৈ ৰেলেৰে অহা-যোৱা কৰোঁতে।

১৪ নবেম্বৰ, ১৮৮৯ বা সম্বৎ পঞ্জিকাৰ মতে মাৰ্গশীৰ্ষ বদি ৭, ১৯৪৬ অত এলাহাবাদত মোৰ জন্ম হৈছিল।

বিদেশী শাসকবৰ্গৰ তাৰতত থকা আৰু সিহঁতৰ দুৰ্ব্যৱহাৰৰ বিপক্ষে মই ঘোৰ বিক্ষোভ কৰিছিলোঁ যদিও, মোৰ বিমান দূৰ মনত পৰে ব্যক্তিগতভাৱে কোনো এজন ইংৰাজ লোকৰ প্ৰতি মোৰ বেয়া ভাব নাছিল। মোৰ গৃহ শিক্ষয়িত্ৰী গৰাকী আছিল ইংৰাজ আৰু প্ৰায় দেউতাৰ ইংৰাজ বন্ধুসকলে দেউতাক দেখা কৰিবলৈ অহা দেখিছিলোঁ। মনে মনে মই ইংৰাজসকলক বৰং প্ৰশংসাহে কৰিছিলোঁ।

গধূলি গধূলি সাধাৰণতে দেউতাক ল'গ পাবলৈ বহুতো বন্ধু-বান্ধৱ আহিছিল। দেউতায়ো দিনটোৰ ঘমঘণ্টাৰ পিচত অলপ আৰাম কৰি ভাল পাইছিল আৰু তেওঁৰ প্ৰাণখোলা হাঁহিত গোটেই ঘৰখন ৰজনজনাই গৈছিল। গোটেই এলাহাবাদতে তেওঁৰ হাঁহি জনাজাত হৈ উঠিছিল। কেতিয়াবা কেতিয়াবা তেওঁক আৰু তেওঁৰ লগৰ বন্ধু-বান্ধৱসকলক পৰ্দ্দাৰ আঁৰেদি জুমি চাওঁ, সেই বিৰাট ডাঙৰ লোকসকলে কি কথা পাতে বুজিবৰ চেষ্টা কৰোঁ। এনেকৈ থাকোঁতে কেতিয়াবা ধৰিব পাৰিলে মোক দেউতাই তাৰপৰা টানি আনে আৰু ভয়-চয় খুৱাই তেওঁৰ আঁঠুৰ ওপৰতে বহুৱাই থয়। এবাৰ মই তেওঁক ক্লেৰেট নে কিবা এবিধ ৰঙা মদ খোৱা দেখিলোঁ। মই হুইস্কি চিনি পাইছিলোঁ। প্ৰায়েই বন্ধু-বান্ধৱৰ লগত দেউতাই সেয়া খোৱাও দেখিছিলোঁ; কিন্তু সেই নতুন ৰঙা বস্তুটো দেখি মোৰ বুকু ঢপঢপাবলৈ ধৰিলে। আইৰ ওচৰলৈ লৰি গৈ কলোঁগৈ দেউতাই তেজ খোৱা বুলি।

দেউতাক মই অদ্ভুতভাৱে প্ৰশংসা কৰিছিলোঁ। মোৰ মানত তেওঁ আছিল বল, সাহস আৰু চাতুৰ্য্যৰ প্ৰতীক। মই দেখা সকলো মানুহতকৈ তেওঁক স্থান দিছিলোঁ বহুত ওখত আৰু অন্তৰত এটা আশা পুহি ৰাখিছিলোঁ—ডাঙৰ হলে তেওঁৰ নিচিনাই হ'ম। কিন্তু তেওঁক প্ৰশংসা যেনেকৈ কৰিছিলোঁ, ভয় কৰিছিলোঁ তেনেকৈয়ে। ঘৰৰ চাকৰ আদিৰ ওপৰত খং কৰা মই দেখিছিলোঁ। তেতিয়া তেওঁক মোৰ বৰ ভয়াবহ লাগি গৈছিল আৰু ভয়ত থক্ থক্ কৰে কঁপিছিলোঁ। সেই ভয়ৰ লগতে কেতিয়াবা মিহলি আছিল চাকৰৰ ব্যৱহাৰৰ কাৰণে এটা ক্ৰোধ। তেওঁৰ খংটো আচৰিত ধৰণৰ আছিল আৰু আন কি পিচৰ জীৱনতো তাৰ লগত ফেৰ মাৰিব পৰা খং আৰু মই দেখা নাই; কিন্তু সুখৰ কথা আছিল এইটোৱেই—তেওঁ ৰং-আনন্দ কৰিও ভাল পাইছিল। তেওঁৰ লোহসদৃশ আছিল মনোবল আৰু সাধাৰণতে তেওঁ নিজকে সংযত কৰিব পাৰিছিল। বয়স হোৱাৰ লগে লগে তেওঁৰ এই সংযম-শক্তি বাঢ়িবলৈ ধৰিলে।

অতি সৰুকালৰ মনত পৰা কথাবিলাকৰ ভিতৰত দেউতাৰ খংটোও এটা, আৰু তেনে ধৰণৰ আগৰ খংটো প্ৰায় নাইকিয়াই হৈ গ'ল। কাৰণ তাৰ কবলত মই পৰিব লগা হৈছিলোঁ। তেতিয়া মোৰ বয়স পাঁচ ছবছৰ মানেই আছিল চাগৈ। তেওঁৰ অফিচৰ মেজৰ ওপৰত এদিন মই দুটা নিজৰি কাপ (ফাউণ্টেন পেন) থকা লক্ষ্য কৰিছিলোঁ। মোৰ লোভ লাগিল। মনৰ ভিতৰত তৰ্ক জুৰিলোঁ—তেওঁৰ নিশ্চয় দুয়োটা কলমৰ একে সময়তে কোনো আৱশ্যক নাই। সেই দেখি তাৰে এটা লৈ মোৰ অভাৱ পূৰণ কৰিলোঁ। পিচত গম পালোঁ যে হেৰোৱা কলমটোৰ কাৰণে সাংঘাতিক বিচাৰ-খোচাৰ আৰম্ভ হৈ গৈছে। কি কৰিলোঁ ভাবি বৰ ভয় লাগিল, কিন্তু সৈ হলে নেকাঢ়িলোঁ। কলমটো ওলাল আৰু মোৰ কুকীৰ্ত্তিৰ কথা পৃথিৱীত ঘোষিত হৈ গল। দেউতাৰ ৰবৰ খং উঠিল আৰু তেওঁ মোক বাগৰকৈয়ে কোবালে। বিষত প্ৰায়

কণাৰ দৰে হৈ গলোঁ। লাজত মৰ্ম্মান্তিক বেজাৰ পালোঁ। আইৰ ওচৰলৈ লৰ দিলোঁ। বিষত জৰ্জ্জৰিত মোৰ অকণমান দেহটোত আয়ে নানাবিধৰ মলম আদি সানি দিলে।

এই শাস্তিৰ কাৰণে দেউতাৰ প্ৰতি কোনো বেয়া ভাব ৰখা মোৰ মনত নপৰে। মই চাগৈ নিশ্চয় ভাবিছিলোঁ যে মোক শাস্তি দিয়াটো ঠিকেই হৈছিল—মুঠে শাস্তিটো অলপ বেচি হ'ল বোধ হয়। পিচে, তেওঁৰ প্ৰতি মোৰ প্ৰশংসা আৰু মৰম আগৰ দৰেই সবল আছিল যদিও, ভয়টোও তাৰ লগতে যোগ হ'ল; কিন্তু আইৰ লগত হলে সেইটো নাছিল, আইলৈ মোৰ সমূলি ভয় নাছিল, কাৰণ মই জানিছিলোঁ, মই যিহকে নকৰোঁ আয়ে মোক ক্ষমা কৰিবই। আৰু আয়ে মোক দোষ-অদোষ সকলো সময়তে কৰা অসীম মৰমৰ কাৰণে মই তেওঁৰ ওপৰত অলপ প্ৰভুত্ব খটাবলৈকে চেষ্টা কৰিছিলোঁ। দেউতাৰ ভিতৰখন মই যিমান দূৰ বুজিছিলোঁ তাতকৈ আইক মই বেচি বুজিছিলোঁ। আই যেন মোৰ কাৰণে বেচি ওচৰ তেনেকুৱা মই অনুভৱ কৰিছিলোঁ আৰু আইক বিশ্বাস কৰি সকলো কথা খুলি কৈছিলোঁ। কিন্তু দেউতাৰ ওচৰত হলে তেনে কথা সপোনৰো অগোচৰ। আই আছিল সৰু-ফুটীয়া চুটি-চাপৰ। সোনকালেই মই আইৰ সমান ওখ হৈ গ'লোঁ। আইক মোৰ সমনীয়া যেনহে লাগিছিল। মই তেওঁৰ আচৰিত ধৰণে সৰু, ধুনীয়া হাত-ভৰি কিথন বৰ ভাল পাইছিলোঁ। তেওঁলোকৰ পৰিয়ালটো কাশ্মীৰৰপৰা অহা বেচি দিন হোৱা নাই। মাত্ৰ দুপুৰুষ আগতেহে তেওঁলোক ঘৰ-দুৱাৰ এৰি আহিছিল।

সৰুকালত মই বিশ্বাস কৰিব পৰা মানুহ আৰু এজন আছিল—দেউতাৰ মুণ্ডি মুবাৰক আলি। বাডাউনৰ এটা চহকী পৰিয়ালৰ ল'ৰা আছিল—তেওঁ। ১৮৫৭ চনৰ বিদ্ৰোহত পৰিয়ালটো ধ্বংস হৈ গ'ল। ইংৰাজ সৈন্যবিলাকে পৰিয়ালটো প্ৰায় খেদিয়েই দিলে। এইবিলাক দুখ-কষ্টৰ পিচত মানুহজন ভদ্ৰ আৰু লোকৰ প্ৰতি বিশেষকৈ, ল'ৰা-ছোৱালীৰ প্ৰতি, সহিষ্ণু হৈ উঠিল। মন বেয়া লাগিলে বা কিবা আহুকালত পৰিলে সদায় মই তেওঁৰ ওচৰত আশ্ৰয় বিচাৰি পাইছিলোঁ, কেতিয়াও বিমুখ হ'বলগীয়া হোৱা নাই। ধুনীয়া পকা ডাড়িখিনিৰে তেওঁক মোৰ বালকসুলভ দৃষ্টিত বহুত প্ৰাচীন যেন আৰু পুৰণিকলীয়া সাধুৰ এটা ভড়াল যেন লাগিছিল। কুঁচিমুচি মই তেওঁৰ ওচৰলৈ গৈছিলোঁ আৰু ঘণ্টাচেৰেকলৈ তেওঁৰপৰা অসংখ্য সাধুকথা শুনি আছিলোঁ। সাধুকথাবিলাক আছিল আৰব্য উপন্যাস বা তেনে বিধৰ পুৰণি সাধুকথা,- নহলে বা ১৮৫৭-১৮৫৮ চনত ঘটা ঘটনাৰ বিৱৰণী। ইয়াৰ বহু বছৰৰ মূৰত, মই ডাঙৰ হৈ উঠাৰ পিচত 'মুণ্ডিজী'ৰ মৃত্যু হয়। কিন্তু তেওঁৰ স্মৃতি আজিও মোৰ কাৰণে এটা মৰমৰ আৰু মূল্যৱান সম্পত্তি হৈ আছে।

আন আন সাধুকথাও মই শুনিছিলোঁ। সেয়া আছিল প্ৰাচীন হিন্দু পুৰাণ-সমূহৰ, ৰামায়ণ-মহাভাৰত মহাকাব্যৰ আৰু কৈছিল আই আৰু বৰ আয়ে। পণ্ডিত নন্দলালৰ বিধবা পত্নী,- মোৰ বৰ আয়ে পুৰণি পুথিবিলাক বৰ ভালকৈ জানিছিল আৰু সেই সাধুবিলাকৰ এটা অফুৰন্ত ভাণ্ডাৰ যেন আছিল তেওঁ। গতিকেই ভাৰতীয় পুৰাণ আৰু লোকসাধুৰ জ্ঞান মোৰ ভালদৰেই হৈছিল।

ধৰ্ম্মৰ বিষয়ে মোৰ ধাৰণা আছিল অতি ধুঁৱলি-কুঁৱলী। ধৰ্ম্মটো মোৰ কিবা তিৰোতা মানুহৰ কথা যেন লাগিছিল। দেউতা আৰু ককাদেউতাহঁতে কথাটো

ধৰ্মনিৰপেক্ষভাৱেহে লৈছিল, গহীনভাৱেৰে ল'বলৈ মন নকৰিছিল। পৰিয়ালৰ তিৰোতাসকলে সময়ে সময়ে নানা উৎসৱ, পূজা-পাতল আদি কৰিছিল। সেইবিলাকত মই ৰঙেই পাইছিলোঁ, কিন্তু পৰিয়ালৰ বয়সস্থ লোকসকলৰ ধৰ্ম্মৰ প্ৰতি যি টটাটিঙা মনোভাৱ—মই সেই মনোভাৱৰহে অনুকৰণ কৰিবলৈ ধৰিলোঁ। কেতিয়াবা মই মোৰ আই বা বৰ আইৰ লগত গঙ্গাত স্নান কৰিবলৈ যাওঁ, কেতিয়াবা আমি এলাহাবাদতে বা কাশীত বা আন ঠাইত মন্দিৰ দৰ্শন কৰোঁগৈ; কিন্তু এইবোৰে মোৰ মনত বিশেষ একো সাঁচ বহুৱাব পৰা নাই।

তাৰ পিচত ফাকুৱাৰ অতি উৎসৱমুখৰ দিনবিলাক! সেই কেইদিনত গোটেই-খন চহৰ জুৰি সকলোৱে কেৱল ৰং-ধেমালি, উৎপাতৰ ভাব, সেই কেইদিনতে আমি ইটোৱে সিটোৰ গালৈ পানী ছটিওৱা-ছটি কৰিব পাৰোঁ। তাৰ পিচত পোহৰৰ উছৱ দেৱালী। সেইদিনা হেজাৰ-বিজাৰ মাটিৰ চাকিৰ ঢিমক্-ঢামাক্ পোহৰ জ্বলি উঠে; তাৰ পিচত জন্মাষ্টমী মাজৰাতি ফাটেকৰ ভিতৰত হোৱা কৃষ্ণ জন্মৰ উছৱ (পিচে, তেতিয়ালৈকে সাৰে থকাটো আমাৰ পক্ষে বৰ টান আছিল)। তাৰ পিচত দশহাৰা আৰু ৰামলীলা। তাত হৈছিল নাচ-গানৰ সমদল আৰু শোভাযাত্ৰা। ৰামচন্দ্ৰ আৰু তেওঁৰ লঙ্কা জয়ৰ কাহিনী পুনৰাবৃত্তি কৰি দেখুওৱা হৈছিল—তাৰ মাজেদি আৰু তাকে চাবলৈ বিৰাট জনসমাগম হৈছিল। সকলোবিলাক ল'ৰা-ছোৱালীয়ে ৰূপালী "আলাম" লৈ কৰা মহৰমৰ শোভাযাত্ৰা চাবলৈ গৈছিল, চাবলৈ গৈছিল সুদূৰ আৰব দেশৰ হাচান-হোচেনৰ বেজাৰৰ কাহিনী এটা দুখৰ উছৱৰ মাজেদি সোঁৱৰাই দিয়া। ঈদৰ দুদিনত মুণ্ডিজীয়ে ভালৰো ভাল কাপোৰ পিন্ধি প্ৰাৰ্থনাৰ কাৰণে ডাঙৰ মছজিদ্ টোলৈ গৈছিল। ময়ো তেওঁৰ ঘৰলৈ গৈ মিঠাই আৰু আন আন উপাদেয় বস্তু খাইছিলোঁ। তাৰ পাচত আকৌ সেই হিন্দু পঞ্জিকাত থকা অনেক সৰু সৰু উছৱ আছেই - যেনে, ৰক্ষা-বন্ধন, ভাই-ফোঁট ইত্যাদি।

আমাৰ আৰু আন কাশ্মীৰীসকলৰ মাজত, অন্য বেচি ভাগ হিন্দুৱে পালন নকৰা কিছুমান বিশেষ উৎসৱো পালন কৰিছিলোঁ। এনেবিলাকৰ ভিতৰত প্ৰধান আছিল 'নওৰোজ'—সম্বৎ পঞ্জিকাৰ মতে নতুন বছৰৰ প্ৰথম দিন। এই দিনটো আমাৰ কাৰণে সদায় এটা বিশেষ দিন। সেইদিনা আমি সকলোৱে নতুন কাপোৰ পিন্ধোঁ আৰু ঘৰৰ সৰু ল'ৰা-ছোৱালীবিলাকে অলপ-অচৰপ টকা উপহাৰ পায়।

কিন্তু এই সকলোবিলাক উছৱতকৈ আন এটা বছেৰেকীয়া দিন আছে—সেই দিনটোতহে মোৰ আটাইতকৈ বেচি ৰাপ। সেইদিনৰ উৎসৱ হয় মোকে কেন্দ্ৰ কৰি। সেই উৎসৱ হৈছে মোৰ জন্মোৎসৱ। মোৰ কাৰণে ই এটা বৰ উত্তেজনাপূৰ্ণ দিন। উপজি পুৱাতে এখন প্ৰকাণ্ড পাল্লাত এফালে গম আৰু আন আন বস্তুৰ থৈলা তুলি দিয়ে আৰু আনফালে মোক তোলে। তাৰ পিচত সেই বস্তুবোৰ দুখীয়া মানুহক দি দিয়া হয়। তেতিয়া মই নতুন সাজ পিন্ধি মোলৈ অনা উপহাৰবোৰ লওঁ। সিবেলালৈ ঘৰলৈ অহা মানুহক খুউৱা-বুউৱা হয়। গোটেই উৎসৱটোতে মোৰ নিজকে বীৰ বীৰ যেন লাগে। মোৰ খাই আপত্তি আছিল যে সেই দিনটো ইমান পলমকৈ আহে। স'চা-কৈয়ে আৰু ঘনাই ঘনাই মোৰ জন্মোৎসৱ পাতিবৰ কাৰণে মই আন্দোলন আৰম্ভ কৰি দিছিলোঁ। তেতিয়া মই উপলব্ধি কৰিব পৰা নাছিলোঁ যে এদিন এনে এটা

সময় আহিব যেতিয়া এই জন্মদিনবোৰে মাত্ৰ বাঢ়ি অহা বয়সৰ কথা মনত পেলাই দি মনটো সেমেকা কৰি থৈ যাব।

কেতিয়াবা কোনো এজন ককাইদেউৰ বা কোনোবা দূৰ সম্বন্ধীয় মানুহৰ বা কোনোবা বন্ধুৰ বিয়াৰ কাৰণে আমাৰ গোটেই পৰিয়ালটোৱেই কোনো এখন দুৰণিবটীয়া চহৰলৈ উঠি যায়। আমাৰ, অৰ্থাৎ ল'ৰা-ছোৱালীবিলাকৰ কাৰণে সেই ভ্ৰমণবোৰ বৰ উত্তেজনাপূৰ্ণ আছিল, কাৰণ বিয়াৰ কিদিনত সকলো নিয়ম-কানুন ঢিলাই দিয়া হৈছিল আৰু সেই ঠাইত ইচ্ছামতে লৰি-ঢাপৰি ফুৰিছিলোঁ। বিয়াৰ কাৰণে গোটখোৱা দলটো য'ত থাকিবলৈ দিয়া হৈছিল সেই 'ছাদী খানা' বা বিয়া ঘৰটোত বহুতো পৰিয়াল হে'চা-ঠেলাকৈ থাকিবলৈ লৈছিল। বহুতো সৰু-ডাঙৰ ল'ৰা-ছোৱালী গোট খাইছিল। এইবিলাক দিনত আৰু মোৰ লগৰীয়া নাই বুলি আপত্তি কৰিবলৈ থল নাছিল। আমি মনৰ জোখাই খেল-ধেমালি, উৎপাত কৰি ফুৰিছিলোঁ, তাৰ কাৰণে হওঁতে মাজে মাজে আমাৰ ডাঙৰসকলৰপৰা গালি নোখোৱাও নহয়।

ভাৰতীয় বিয়াই ধনীৰেই হওক বা দুখীয়াৰে হওক—অপব্যয় আৰু অতিব্যয়ৰ নিদৰ্শন বুলি যথেষ্ট গৰিহণা খাইছে; খোৱাৰ উপযুক্ত হওঁতে। তাত অপব্যয়ৰ কথা এৰিও কোনো ধৰণৰ কলা-সৌন্দৰ্য্যৰ নাম-গোন্ধ নোহোৱা যে কিছুমান নীচ অভিৰুচিপূৰ্ণ কাম কৰি দেখুৱায়, সেইবোৰ দেখিলে সহিবলৈ বৰ টান লাগে। (নকলেও হ'ব ইয়াৰ যে ব্যতিক্ৰম নাই সি নহয়)। এই সকলোৰে কাৰণে প্ৰকৃততে দোষী হৈছে মধ্যবিত্ত শ্ৰেণী। দুখীয়া মানুহো খৰচী স'চা আৰু খৰচ কৰোঁতে কৰোঁতে ধাৰৰ গধুৰ বোজা তেওঁলোকৰ কান্ধৰ ওপৰত পৰি যে নেযায় সিও নহয়, কিন্তু সেইবুলি কোনো কোনোৱে কোৱাৰ দৰে, সামাজিক নিয়ম মানি চলিবলৈ গৈ তেওঁলোক দৰিদ্ৰতাৰ মুখত পৰে বুলি কোৱাটো একেবাৰে অসংগত কথা। আমি প্ৰায়েই পাহৰি যাওঁ দুখীয়া মানুহৰ জীৱন যে অতি নিৰানন্দ ময়, অতি বৈচিত্ৰাহীন আৰু মাজে মাজে যেতিয়া বিবাহ-উৎসব একোটা হয়, তেতিয়া তাৰে আনুষংগিক ভোজ-ভাত নাচ-গানখিনিৰ মাজেদিয়েই ঘৰখনে যেন প্ৰাণহীন শ্ৰমসাৰ মৰুভূমিৰ মাজত ওৱেছিছ্‌হে পায় সদায় একেৰাহে চলি থকা শুকান ঘৰুৱা জীৱনৰপৰা অকণমান সকাহ পায়। যাৰ অকণমান হাঁহিবৰ কাৰণে ইমান কম সুযোগ-সুবিধা সেইসকলক এইকণ সান্ত্বনা দিবলৈ কোন কাঠচিতীয়াই বাৰু আপত্তি কৰিব? যি কোনো উপায়ে অপব্যয় বন্ধ কৰক, অতিমাত্ৰা ব্যয় কমাওক (পিচে, দুখীয়া মানুহে তেওঁলোকৰ দাৰিদ্ৰাৰ মাজেদি যি বালিচাঁহিমান আয়োজন কৰে তাৰ কাৰণে এইবোৰ শব্দ প্ৰয়োগ কৰাটো মাত্ৰাধিক্য আৰু মুৰ্খামিৰহে পৰিচায়ক); কিন্তু তেওঁলোকৰ জীৱনটো আৰু সেমেকা, আৰু নিৰানন্দ কৰি নতুলিব।

মধ্যবিত্ত শ্ৰেণীৰো সেই একে কথাই। অপব্যয় আৰু অতিব্যয়ৰ কথা এৰি চালে দেখা যায় নানান দূৰ সম্বন্ধীয় মানুহ আৰু পুৰণি বন্ধু-বান্ধৱসকলৰ বহুদিনৰ মূৰে মূৰে সামাজিকভাৱে লগালগি হোৱাৰ এটা বিৰাট সুবিধা দিয়ে এই বিয়াবিলাকে। ভাৰতবৰ্ষখন ডাঙৰ দেশ। বন্ধু-বান্ধৱসকলে ইজনে সিজনক লগ-পোৱা সহজ নহয়; সৰহ মানুহে একে সময়তে লগালগি হ'বলৈ যে আৰু টান। এইবিলাক কাৰণতে বিয়া-বাৰু বুলিলে মানুহে ইমান ভাল পায়। তাৰ একমাত্ৰ

প্ৰতিদ্বন্দ্বী হ'ল ৰাজনৈতিক সভা-সমিতিবিলাক, নানা ধৰণৰ সন্মিলনসমূহ যি কংগ্ৰেছ আৰু এইবিলাকে আন কি সামাজিক পুনৰ্মিলন ক্ষেত্ৰ হিচাপেও বিয়া-বাৰুক চেৰ পেলাইছে।

কাশ্মীৰীসকলৰ ভাৰতত এটা সুবিধা আছে, যিটো আনসকলৰ নাই, -বিশেষকৈ উত্তৰ ভাৰতত তেওঁলোকৰ মাজত পৰ্দা—অৰ্থাৎ তিৰোতাসকলক আচ্ছ-তীয়াকৈ ৰখাৰ ব্যৱস্থা নাই। ভাৰতৰ ভৈয়ামলৈ নামি আহি যেতিয়া তেওঁলোকে এই প্ৰথা চলি থকা দেখিলে তেতিয়া তেওঁলোকে আংশিকভাৱে তাক গ্ৰহণ কৰিলে তাকো আন মানুহৰ লগত, অকাশ্মীৰী মানুহৰ লগত সম্বন্ধ ৰাখিবলৈ যিখিনি নহলে নহয়, সেইখিনিহে। এই কাশ্মীৰীসকল বাস কৰা উত্তৰ ভাৰতত ইয়েই তেতিয়া আছিল সামাজিক প্ৰতিষ্ঠাৰ চিন। কিন্তু নিজৰ ভিতৰত তেওঁলোকে স্ত্ৰী-পুৰুষৰ সামাজিক চলন-ফুৰণ অবাধে চলাই থাকিল আৰু প্ৰত্যেক কাশ্মীৰীয়েই যি কোনো কাশ্মীৰী মানুহৰ ঘৰলৈ অবাধে অহা-যোৱা কৰিব পৰা স্বাধীনতা আছিল। কাশ্মীৰীসকলৰ ভোজ-ভাত খোৱা বা আন উৎসৱত স্ত্ৰী-পুৰুষ একেলগে লগ লাগিছিল। ল'ৰা-ছোৱালীবিলাকে কম-বেচি পৰিমাণে একে সমানভাৱেই হলিগলি কৰিছিল, সেইবুলি আধুনিক পশ্চিমীয়া দেশবিলাকত যেনেকৈ অবাধে ফুৰা-চকা কৰে তেনেকৈ তেওঁলোকে নকৰিছিল।

সৰুকালৰ দিনবোৰ এইদৰেই পাৰ হৈ গৈছিল। কেতিয়াবা পৰিয়ালৰ ইটো-সিটোৰ মাজত খোটা-মোজা লাগিছিল। বিৰাট পৰিয়াল এটাত সেইটো হয়েই। পিচে, এইবিলাকেই যেতিয়া অভাৱনীয় আকাৰ ধাৰণ কৰি দেউতাৰ কাণত পৰেগৈ তেতিয়া দেউতাৰ খং উঠি যায়। এই সকলোবোৰ ঘটনাৰ গুৰি তিৰোতাসকলেই বুলি দেউতাই ভাবিছিল যেন পাওঁ। ঠিক কি হৈছিল মই ভালকৈ বুজা নাছিলোঁ, কিন্তু মই বুজি পাইছিলোঁ যে বৰ বেয়া কিবা এটা হৈছে। মানুহবিলাকে যেন অদ্ভুতভাৱে মনত টেঙা লগোৱা কথা কিবা কৈছিল, বা ইটোৱে সিটোৰপৰা যেন আঁতৰি আঁতৰি ফুৰিছিল- তেনে যেন পাইছিলোঁ। মই বৰ অশান্তি পাইছিলোঁ। এইবোৰ কথাত দেউতাই যেতিয়া হস্তক্ষেপ কৰিছিল, তেতিয়া আমাৰ ভয়ত তৎ নাই।

সেই সৰুকালৰ এটা অকণমানি ঘটনা মোৰ ভালকৈ মনত আছে। মোৰ তেতিয়া সাত কি আঠ বছৰমান হ'ব। সেই সময়ত এলাহাবাদত থকা অশ্বাৰোহী সৈন্যবাহিনীৰ এজন চোৱাৰীৰ লগত মই প্ৰত্যেক দিনা ঘোঁৰাত উঠিবলৈ ওলাই গৈছিলোঁ। এদিন আবেলি মই ঘোঁৰাৰপৰা পৰিলোঁ আৰু মোৰ আংশিকভাৱে আৰবীয় ধুনীয়া ঘোৰা পোৱালিটোৱে মোক এৰি থৈ উভতি ঘৰ পালেহি। দেউতাই টেনিছ খেলৰ আয়োজন কৰিছিল। সেই টেনিছ খেলা দলটোৰ আটাইবিলাকে দেউতাক আগত লৈ সকলো ধৰণৰ গাড়ী-ঘোৰা লৈ এটা সমদল কৰি মোক বিচাৰিবলৈ যাত্ৰা কৰিলে। পিচে, মোক তেওঁলোকে বাটতে পালেগৈ। পাই যেনেকুৱাখনহে কৰিলে মই যেন কিবা এটা বীৰত্বৰ কামহে কৰি আহিছোঁ।

# থিয়চফি বা ভগৱদ্ জ্ঞান

মোৰ দহ বছৰ বয়সত আমি এটা নতুন ঘৰলৈ আহিলোঁ। ঘৰটো আগৰ-টোতকৈ বহুত ডাঙৰ। তাৰ নাম দেউতাই দিছিল 'আনন্দ ভৱন'। এই ঘৰটোৰ লগত এখন ডাঙৰ বাগিচা আৰু এটা সাঁতুৰি খেলি ফুৰিব পৰা পুখুৰী আছিল। নিত্য নতুন বস্তুৰ আৱিষ্কাৰত মোৰ মনটো থৌকি-বাথৌ লাগি উঠিছিল। নতুন নতুন ঘৰ উঠিবলৈ ধৰিলে। মাটি খন্দা আৰু সজাৰ কাম ভালেমান হ'বলৈ ধৰিলে। বনুৱাবিলাকে কাম কৰা দেখি মোৰ বৰ ভাল লাগিছিল।

বাৰীৰ ভিতৰতে এটা ডাঙৰ সাঁতুৰিব পৰা পুখুৰী আছিল। সোনকালেই মই সাঁতুৰিবলৈ শিকিলোঁ। পানীৰ মাজত বা তলত থকাত মই অকণো আহুকাল নোপোৱা হলোঁ। জহকালিৰ দীঘল গৰম দিনবিলাকত যি কোনো সময়তে, দিনে কেইবাবাৰো পানীত জোবোৰা ল'বলৈ যাওঁ। আবেলি দেউতাৰ বন্ধু কেইবাজনো পুখুৰীলৈ আহিছিল। ই এটা নতুন কথা আছিল। তাত আৰু ঘৰৰ ভিতৰত লগোৱা বিজুলী চাকিও সেইদিনত এলাহাবাদৰ পক্ষে একেবাৰেই নতুনেই আছিল। সাঁতুৰিব নজনাবিলাকক ঠেলি-হেচুঁকি পানীত পেলাই দি মই অতি ৰং পাইছিলোঁ। এলাহাবাদ উকিলখানাৰ নতুন উকিল ডক্টৰ তেজ বাহাদুৰ ছাপ্ৰুৰ কথা মোৰ বিশেষকৈ মনত পৰে। তেওঁ সাঁতুৰিব নেজানিছিল আৰু শিকিবলৈ ইচ্ছাও নকৰিছিল। খট্-খটিৰ প্ৰথম খাপত পোন্ধৰ ইঞ্চি পানীত তেওঁ বহি থাকে। তাৰপৰা আন কি দ্বিতীয় খাপলৈকে মৰিলেও লৰচৰ নকৰে, কোনোবাই লৰাব খুজিলেও অকচা-বিকচাকৈ চিঞৰি দিয়ে। দেউতায়ো সাঁতুৰিব নেজানিছিল, পিচে কোনোমতে তেওঁ দাঁত-মুখ কামুৰি হেলাই-হেফাই পুখুৰীটো সাঁতুৰি পাৰ হ'ব পাৰিছিল।

বুৰৰ যুদ্ধ তৌতিয়া চলি আছিল। তাৰ বিষয়ে জানিবলৈ মোৰ বৰ হেঁপাহ হৈছিল আৰু মোৰ সকলো সহানুভূতি আছিল বুৰৰসকলৰ প্ৰতি। যুদ্ধৰ বাৰ্তাৰ ল'বৰ কাৰণে মই বাৰ্তাৰি কাকত পঢ়িবলৈ ললোঁ।

পিচে, এইখিনি সময়ত এটা পাৰিবাৰিক ঘটনাই মোৰ মনটো টানি লৈ গ'ল। ঘটনাটো হৈছে মোৰ অকণমানি ভনী এজনীৰ জন্ম। কাকো কোৱা নাছিলোঁ যদিও মনে মনে সদায় মোৰ এটা আপত্তি আছিল যে আন সকলোৰে ভাই-ভনী আছে, নাই কেৱল মোৰহে। গতিকে, অৱশেষত মোৰ একচৌতিয়াকৈ এটা কেচুৱা ভাই বা ভনী পোৱাৰ সম্ভাৱনাটো মোৰ কাৰণে বৰ আনন্দৰ কথা হৈছিল। দেউতা তৌতিয়া আছিল ইউৰোপত। সেই মুহূৰ্ত্তটোৰ কাৰণে বাৰাণ্ডাত উদগ্ৰীৱ হৈ বৈ থকাৰ কথা মোৰ মনত এতিয়াও পৰে। ডাক্তৰ এজনে আহি কথাটো মোক ক'লে। লগত এইষাৰো কলে, বোধহয় ধেমালিতে, যে ল'ৰা নোহোৱাটো মোৰ পক্ষে সুখৰ কথাই, কাৰণ, ল'ৰা হোৱা হলে সি মোৰ পৈতৃক সম্পত্তিৰ এটা ভাগহে নিলেহেঁতেন। মনটো বৰ বেয়া লাগিল। এনে এটা নীচ মনোভাব মই পুহি ৰাখিছোঁ বুলি আইনে যে ভাবিব পাৰে তাৰ কাৰণে মোৰ খঙো উঠিছিল।

দেউতাৰ ইউৰোপ ভ্ৰমণে ভাৰতৰ কাশ্মীৰী ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজত এটা আভ্যন্তৰীণ ধুমুহাৰ সৃষ্টি কৰিলে। উভতি অহাৰ পিচতে তেখেতে পৰাচিত বা

পৰিত্ৰীকৰণৰ কোনো ব্যৱস্থা ল'বলৈ মান্তি নহ'ল। কেইবছৰমান আগতে, আৰু এজন কাশ্মীৰী ব্ৰাহ্মণ, পণ্ডিত বিষণ নাৰায়ণ দাৰ ওকালতি ব্যৱসায়ৰ শিক্ষাৰ কাৰণে-ইংলণ্ডলৈ গৈছিল। তেওঁ পিচত কংগ্ৰেছ মহাসভাৰ সভাপতিও হৈছিলগৈ। তেওঁ উভতি অহাৰ পিচত সেই সম্প্ৰদায়ৰ নৈষ্ঠিক মানুহবিলাকে তেওঁৰ লগৰ সকলো সম্বন্ধ ত্যাগ কৰিলে। পৰাচিত হ'লতো তেওঁক এঘৰীয়া কৰিলে। ফলত সম্প্ৰদায়টো অলপ কম-বেচি দুটা সমান ভাগতে দুভাগ হৈ গ'ল। পিচত বহুতো কাশ্মীৰী ডেকা পঢ়া-শুনাৰ কাৰণে ইউৰোপলৈ গৈছিল আৰু উভতি আহি সংস্কাৰ-কামী দলত যোগ দিছিল। দিছিল যদিও, নিয়ম মতে পৰাচিতৰ যি ব্যৱস্থা তাক গ্ৰহণ কৰাৰ পিচতহে। এই ব্যৱস্থাটোও পিচে ফাংফুঙৰহে আছিল—ধৰ্ম্মৰ তাত একোটো নাছিল। ই এটা বাহিৰা নিয়ম পালন আৰু সমূহীয়া ইচ্ছাৰ আগত আত্ম-সমৰ্পণ কৰাহে সুচায়। ইয়াকে কৰিয়েই সকলো মানুহে নানা ধৰণৰ কাৰ্য্য-কলাপত লিপ্ত থকা হ'ল আৰু অব্ৰাহ্মণ আৰু অহিন্দুসকলৰ লগত ফুৰা-চকা আৰু খোৱা-বোৱা কৰা হ'ল।

দেউতা আৰু এখোজ আগবাঢ়ি গ'ল- কোনো নিয়ম পালন কৰিবলৈ দেউতা মান্তি নহৈছিল আৰু আন কি আনুষ্ঠানিকতা বা বাহ্যিকতা ৰক্ষা কৰিবলৈকে হলেও কোনো ধৰণৰ পৰিত্ৰকৰণৰ ব্যৱস্থাত তেওঁ মূৰ নোদোঁৱাইছিল। ইয়াৰপৰাই বহুতো উত্তাপৰ সৃষ্টি হৈছিল—বিশেষকৈ দেউতাৰ আক্ৰমণাত্মক আৰু ক'বলৈ গলে শ্লেষপূৰ্ণ মনোভাৱৰ কাৰণেই। অৱশেষত, এটা বহুজন সংখ্যক কাশ্মীৰীয়েই দেউতাৰ লগত যোগ দিলে আৰু এনেকৈয়ে তৃতীয় এটা দলৰ গঠন হ'ল। কেইবছৰমানৰ ভিতৰতে, মানুহৰ মনোভাৱৰ পৰিৱৰ্ত্তনৰ লগে লগে পুৰণি বাধা-নিষেধবোৰে নিটিকাত পৰিল আৰু এই দলবিলাক লাহে লাহে পৰস্পৰে পৰস্পৰৰ লগত মিলি যাবলৈ ধৰিলে। বহুসংখ্যক কাশ্মীৰী ডেকা-গাভৰু শিক্ষা লাভৰ কাৰণে ইউৰোপ বা আমেৰিকালৈ যায় আৰু তেওঁলোক উভতি অহাৰ পিচত তেওঁলোকে কোনো নিয়ম পালন কৰাৰ প্ৰশ্ন উঠা নাই। খোৱা-বোৱাৰ বাধা-নিষেধ প্ৰায় উঠিয়েই গ'ল বুলিব লাগে- আছে মাত্ৰ এমুঠি নৈষ্ঠিক মানুহৰ মাজত, বিশেষকৈ বুঢ়ী মানুহৰ মাজত। অকাশ্মীৰী মুছলমান আৰু অমুছলমানৰ লগত খোৱা-বোৱা কৰাটো অতি সাধাৰণ কথা হৈ পৰিল। তিৰোতা মানুহক বেলেগকৈ ৰখা পৰ্দ্দা প্ৰথা কাশ্মীৰীসকলৰ মাজৰপৰা উঠি গ'ল—আন কি সম্প্ৰদায়ৰ মানুহৰ লগতো পৰ্দ্দা প্ৰথা নচলা হ'ল। ইয়াৰ আটাইতকৈ শেহতীয়া ঠেলাটো মাৰিলে ১৯৩০ চনৰ ৰাজনৈতিক জাগৰণে, আন সম্প্ৰদায়ৰ লগত বিয়া-বাৰুৰ সম্বন্ধ কৰাটো তেতিয়াও ভালকৈ চলা নাই যদিও তাৰ দৃষ্টান্ত লাহে লাহে বাঢ়ি আহিছে। মোৰ দুয়োজনী ভনীয়ে অকাশ্মীৰী বিয়া কৰাইছে আৰু আমাৰ পৰিয়ালৰ ডেকা এজনে অলপতে এজনী হাঙ্গেৰীয় ছোৱালী বিয়া কৰাইছে। অইনৰ লগত বিয়া-বাৰুৰ সম্বন্ধ কৰা আপত্তিটো ধৰ্ম্মৰ ভিত্তিতে হোৱা নাই; বেচিকৈ গোষ্ঠীৰ ভিত্তিতহে হৈছে। আমাৰ নিজা এটা গোষ্ঠীৰ বৈশিষ্ট্য আৰু আৰ্য্যসুলভ নাক-মুখৰ গঢ় সংৰক্ষণ কৰিবলৈ বহুতো কাশ্মীৰীৰ মনত এটা ইচ্ছা আৰু লগে লগে এটা ভয়ো আছে যে যদি এইবিলাক হেৰুৱাই পেলাওঁ! এই বিশাল দেশখনত আমাৰ সংখ্যা অতি তাকৰ।

আজিকালিৰ দিনত পশ্চিমীয়া দেশলৈ যোৱা প্ৰথম কাশ্মীৰী ব্ৰাহ্মণ বোধহয় আছিল মীৰ্জা মোহনলাল 'কাশ্মেৰীয়ান'। (নিজক তেওঁ 'কাশ্মেৰীয়ান' বুলি কৈছিল)। সেয়া প্ৰায় এশ বছৰৰ আগৰ কথা। তেওঁ আছিল বৰ বুদ্ধিমান আৰু চকুত লগা ডেকা, দিল্লীৰ মিছন কলেজৰ ছাত্ৰ। কাবুললৈ বৃটিছ সাঁজাতীদল এটাৰ লগত পাৰস্যীয় দোভাষী হিচাপে তেওঁক নিৰ্ব্বাচন কৰি পঠিয়াইছিল। পিচত তেওঁ গোটেই মধ্য এচিয়া আৰু পাৰস্য ভ্ৰমণ কৰিছিল। যলৈকে তেওঁ গৈছিল তাতে এগৰাকী নতুন ভাৰ্য্যা তেওঁ গ্ৰহণ কৰিছিল আৰু বিয়াও কৰাইছিল আটাইতকৈ উচ্চ পৰিয়ালতহে। তেওঁ মুছলমান ধৰ্ম্ম লৈছিল আৰু পাৰস্যত গৈ ৰাজকীয় পৰিয়ালৰ এজনী ছোৱালী বিয়া কৰাইছিল। তাৰপৰাই তেওঁৰ মীৰ্জা উপাধি হ'ল। ইউৰোপলৈকো তেওঁ গৈছিল। গাভৰু ৰাণী ভিক্টোৰিয়াৰ ওচৰো তেওঁ পাইছিলগৈ। তেওঁৰ ভ্ৰমণৰ বিষয়ে অতি মনোৰম বিৱৰণ আৰু স্মৃতিগ্ৰন্থ তেওঁ লিখি থৈ গৈছে।

মোৰ প্ৰায় ১১ বছৰমান বয়সত, ফাৰ্ডিনেণ্ড টি, ব্ৰুক্স্ নামৰ এজন গৃহ শিক্ষকে আহি মোৰ তত্ত্বাবধানৰ ভাৰ ললে। তেওঁ আছিল পিতাকৰ ফালৰপৰা আইৰিছ আৰু তেওঁৰ মাক আছিল ফৰাছীয়েই নে বেলজিয়ানেই তেনেকুৱা। তেওঁ বৰ উদ্যোগী থিয়চফিষ্ট আছিল। শ্ৰীমতী এনি বেছাণ্টে তেওঁক ভাল বুলি দেউতাৰ ওচৰলৈ পঠাই দিছিল। প্ৰায় তিনি বছৰ তেওঁ মোৰ লগত আছিল। মোৰ ওপৰত তেওঁৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। সেই সময়ত তেওঁৰ বাহিৰে মোৰ আৰু এজন মাত্ৰ শিক্ষক আছিল—আমাৰ অতি প্ৰিয় বুঢ়া পণ্ডিত। তেওঁ আমাক হিন্দী আৰু সংস্কৃত পঢ়োৱাৰ কথা। বহু বছৰৰ চেষ্টাৰ ফলত পণ্ডিতে মোক অতি অসাধাৰণ-ভাৱে কম শিক্ষা দিলে। মোৰ সংস্কৃতৰ জ্ঞান ইমান শোচনীয় যে, তাক মই পিচত হেৰ'ত গৈ শিকা লেটিনৰ লগত তুলনা কৰিব পাৰোঁ। দোষতো মোৰেই আছিল, সন্দেহ নাই। ভাষা শিকাত মই সিমান ভাল নহওঁ আৰু ব্যাকৰণৰ প্ৰতি মোৰ কোনো আকৰ্ষণেই নাছিল।

এফ্‌ টি ব্ৰুক্সে মোৰ ভিতৰত কিতাপ পঢ়াৰ প্ৰতি এটা হেঁপাহ জন্মালে আৰু উদ্দেশ্যহীনভাৱে হলেও মই ভালেমান ইংৰাজী কিতাপ পঢ়ি পেলালোঁ। শিশু আৰু কিশোৰৰ সাহিত্যত মই কিছু উৎকৰ্ষ লাভ কৰিছিলোঁ. লুই কেৰোলৰ কিতাপবিলাক, 'ডি জাংগল্ বুক্স্' স্বন্য জীৱনৰ কিতাপসমূহ) আৰু কিম্ মোৰ বৰ প্ৰিয় আছিল। ডন্ কুইজোটৰ লগত সংযোজিত গুস্তেভ ডোৰিৰ ছবিত মই মুগ্ধ হৈছিলোঁ আৰু ফ্ৰিজভ নানছেনৰ 'ফাৰ্ডেস্ট নৰ্থ' (দূৰতম উত্তৰাঞ্চল) কিতাপখনে মোলৈ এখন নতুন অভিযানৰ ক্ষেত্ৰ মুকলি কৰিছিল। স্কট্, ডিকেন্স আৰু ঠেকাৰেৰ বহুতো উপন্যাস, এইছ, জি. ৱেলছৰ ৰোমান্স, মাৰ্ক টোৱেইন্ আৰু শ্বাৰ্লক হ'ম্ছৰ গল্প পঢ়া মোৰ মনত পৰে। 'প্ৰিজনাৰ অৱ জেণ্ডা' (জেণ্ডাৰ ফাটেকিয়াল) পঢ়ি মোৰ গা শিঁঞৰি উঠিছিল। জেৰম্ কে জেৰমৰ 'থ্ৰি মেন্ ইন এ বট' (এখন নাৱত তিনিজন মানুহ) ৰ ওপৰত মোৰ মনেৰে আৰু হাস্যৰস-পূৰ্ণ সাহিত্য নাই। আৰু এখন কিতাপ এতিয়াও মোৰ ভালকৈয়ে মনত পৰে; সেইখন হৈছে ডু মৰিয়াৰ 'ট্ৰিলবি' আৰু পিটাৰ ইবাৰ্টছন্। কবিতাৰ প্ৰতিও মোৰ

এটা স্পৃহা জন্মিছিল। সঁচাকৈয়ে মোৰ জীৱনৰ নানা পৰিৱৰ্ত্তনৰ মাজতো সেই স্পৃহা টিকি থাকিল।

কিতাপেই মোক লৈ গ'ল বিজ্ঞানৰ ৰহস্যবিলাকৰ মাজলৈকো। আমি অকণমান এটা পৰীক্ষাগাৰ সজাই ললোঁ আৰু তাতেই প্ৰাথমিক পদাৰ্থ-বিজ্ঞান আৰু ৰসায়ণ-বিজ্ঞানৰ পৰীক্ষা চলাই ঘণ্টাৰ পিছত ঘণ্টা কটাই দি বৰ আমোদ পাইছিলোঁ।

পঢ়া-শুনাৰ বাহিৰেও, এফ্ টি ব্ৰুক্সে এটা নতুন প্ৰভাৱ মোৰ ওপৰত পেলাই-ছিল আৰু কিছুদিনৰ কাৰণে এই প্ৰভাৱ বৰ শক্তিশালীয়েই আছিল। ই হৈছে থিয়চফি। তেওঁৰ খোটালীকেইটাত তেওঁ থিয়চফিষ্টসকলৰ সাপ্তাহিক অধিৱেশন বহুৱাইছিল। ময়ো এই অধিৱেশনবিলাকত উপস্থিত আছিলোঁ আৰু লাহে লাহে মই থিয়চফি সম্পৰ্কীয় শব্দাবলী আৰু ভাবধাৰা কিছু গ্ৰহণেই কৰিছিলোঁ। তাত হৈছিল তত্ত্ব সম্পৰ্কীয় যুক্তি-তৰ্ক, অৱতাৰ আৰু বায়বীয় আৰু অন্য নৈসৰ্গিক শৰীৰ আৰু আত্মাৰ জ্যোতি কৰ্ম্মৰ মতবাদ আদি। মেডেম ব্লেভেট্স্কি আৰু আন আন থিয়চফিষ্টৰ ডাঙৰ ডাঙৰ কিতাপৰ বাহিৰেও, হিন্দুৰ শাস্ত্ৰ, বৌধ 'ধৰ্ম্মপদ' পিঠা-গোৰাছ টিয়ানাৰ এপলনিয়াছ্ আৰু নানা দাৰ্শনিক আৰু ৰহস্যবাদীসকলৰ বিষয় তাত আলোচনা হৈছিল। তাত কোৱা-মেলা বহুত কথাই মই বুজা নাছিলোঁ, কিন্তু কথাবোৰ বৰ ৰহস্যময় আৰু মনোমুগ্ধকৰ পাইছিলোঁ আৰু মোৰ অনুভৱ হৈছিল যেন বিশ্বৰ গোপন ৰহস্যৰ সঁচাৰ-কাঠী ইয়াতে আছে। ধৰ্ম্মৰ কথা, সিপুৰীৰ কথা সচেতনভাৱে আৰু ইচ্ছাকৃতভাৱে তেতিয়াই প্ৰথম ভাবিবলৈ ধৰিছোঁ। হিন্দু ধৰ্ম্মই মোৰ মনত বৰ উচ্চ স্থান লাভ কৰিলে, তাৰ আচাৰ-নীতি বা বাহ্যিকতাই নহয়; তাৰ দুখন গ্ৰন্থই- সেই দুখন হৈছে 'উপনিষদসমূহ' আৰু 'ভগবদ্গীতা'। তাৰ মই একো বুজা নাছিলোঁ, কিন্তু মোৰ মানত সেইবোৰ বৰ আচৰিত যেন লাগিছিল। বায়বীয় শৰীৰৰ কথা মই সপোনত দেখিছিলোঁ আৰু নিজকে বহু দূৰ-দূৰণিত উৰি ফুৰা বুলি কল্পনা কৰিছিলোঁ। (কোনো যন্ত্ৰপাতি নোহোৱাকৈ)। আকাশত এইদৰে ঘূৰি ফুৰাৰ সপোনটো মোৰ গোটেই জীৱনতে সঘনে আহি দেখা দিয়ে, কেতিয়াবা সেই সপোন জীৱন্ত আৰু বাস্তৱ হৈ উঠে আৰু গাঁৱলীয়া অঞ্চলসমূহ সুন্দৰ দৃশ্যাবলীৰে পৰিপূৰ্ণ হৈ থাকে। ফ্ৰয়ড আদি আজিকালিৰ সপোনৰ ব্যাখ্যা দিওঁতাসকলে মোৰ এই সপোনটোৰ ব্যাখ্যা কিদৰে কৰে নেজানো।

শ্ৰীমতী এনি বেছাণ্ট সেই সময়ত প্ৰায়ে এলাহাবাদলৈ গৈছিল আৰু থিয়চফি-সম্বন্ধীয় বিষয়ত ভালেমান বক্তৃতা দিছিল। তেওঁৰ বাগ্মিতাত মই বৰ মুগ্ধ হৈছিলোঁ আৰু বক্তৃতা শুনি আহি স্তব্ধ হৈ আছিলোঁ; সপোন দেখাৰ দৰে লাগিছিল। সেই তেৰ বছৰ বয়সতে মই 'থিয়চফিকেল ছচাইটি'ত যোগ দিবলৈ মনস্থ কৰিছিলোঁ। দেউতাৰ অনুমতি ল'বলৈ যেতিয়া যাওঁ, দেউতাই হাঁহিলে, অনুমতিও দিলে; কিন্তু অনুমতি দিয়া নিদিয়াত তেওঁ অলপো গুৰুত্ব নিদিলে। তেওঁৰ উদাসীনতাত মই মনত কিছু আঘাত পালোঁ। মোৰ চকুত তেওঁ বহুত বিষয়তে ডাঙৰ, তথাপি মোৰ ভাব হৈছিল তেওঁৰ যেন আধ্যাত্মিকতাৰ প্ৰতি সমূলি ৰাপ নাই। দৰাচলতে তেওঁ আছিল। পুৰণি থিয়চফিষ্ট মেডেম্ ব্লেভেট্স্কি ভাৰতত থাকোঁতেই ছচাইটিৰ প্ৰথম অৱস্থাতে তেওঁ যোগ দিছিল। ধৰ্ম্মৰ ভাবতকৈ কৌতুহলৰ কাৰণেহে তেওঁ

যোগ দিছিল আৰু সোনকালেই আঁতৰিও পৰিল। কিন্তু তেওঁৰ লগত যোগ দিয়া কিছুমানে বহুদিনলৈকে ধৈৰ্য্য ধৰি থাকিল। পিচত গৈ তেওঁলোকে ছচাইটিৰ আধ্যাত্মিক পৰম্পৰাত উচ্চ স্থান পাইছিলগৈ।

এনেকৈয়ে তেৰ বছৰ বয়সত মই থিয়চফিকেল ছচাইটিৰ সভ্য হলোঁ। শ্ৰীমতী বেছান্তে নিজে উপনয়ন পাতি দিছিল। উপনয়নৰ অৰ্থই হৈছে কিছুমান ৰহস্যপূৰ্ণ সংকেতৰ যোগেদি সজ উপদেশ আৰু সজ শিক্ষা প্ৰদান কৰা। এই সংকেত কিজানি 'ফ্ৰিমেছেন্' সম্প্ৰদায়ৰ বৈ যোৱা স্মৃতি। মনত মোৰ শিহৰণ জাগি উঠিল। কাশীত হোৱা থিয়চফিকেল সমাৱৰ্ত্তনত মই যোগ দিলোঁ। তাতে দেখিছিলোঁ ধুনীয়া ডাঢ়িৰে বুঢ়া কৰ্ণেল অ'লকট্ৰক।

ত্ৰিশ বছৰৰ আগতে, ল'ৰাকালত নিজে কেনেকুৱা আছিলোঁহক তেতিয়া মনটো কেনেকুৱা লাগিছিল তাক ঠাবৰ কৰাটো টান কথা। কিন্তু মোৰ মনত হলে এটা গভীৰ সাঁচ বহি আছে, সেই সময়ত যেন মোক দেখিবলৈ বুদ্ধিহীন, প্ৰাণহীনৰ দৰে দেখা গৈছিল। সেইটোৱেই কেঁতিয়াবা আক' ধাৰ্ম্মিকতাৰ চিনো বুলিব পাৰি আৰু তেনেকুৱা মানুহ থিয়চফিষ্ট্‌সকলৰ মাজত দেখাও পোৱা যায়। বছা বছা মানুহৰে এজন হ'বলৈ পাইছোঁ বুলি মোৰ মনটো বৰ ভাল লাগিছিল স'চা, কিন্তু মোৰ বয়সৰ ল'ৰা-ছোৱালীৰ লগৰীয়া হ'বৰ কাৰণে যে মই সম্পূৰ্ণ অবাঞ্ছিত হৈ পৰিছিলোঁ সেইটো ঠিক।

এফ্. টি. ব্ৰুক্সে এৰি যোৱাৰ অতি কম সময়ৰ পিচতে থিয়চফিৰ লগত মোৰ সম্পৰ্ক হেৰাই গ'ল আৰু অতি অলপ দিনৰ ভিতৰতে (মই ইংলণ্ডত পঢ়িবলৈ যোৱাটোও তাৰ এটা কাৰণ) থিয়চফিয়ে মোৰ জীৱনৰপৰা একেবাৰেই বিদায় ললে। কিন্তু এফ্ টি ব্ৰুক্সৰ লগত থকা সেই কিবছৰে মোৰ ওপৰত যি সাঁচ বহুৱাই গ'ল মই সদায় ভাবোঁ যে তেওঁৰ ওচৰত আৰু থিয়চফিৰ ওচৰত মই ঋণী। কিন্তু ভয় হয়, তেতিয়াৰপৰাই মই থিয়চফিষ্ট্‌সকলৰ অধঃপতন হ'বলৈ ধৰা দেখা পালোঁ। বছা বছা মানুহ হোৱাৰ সলনি তেওঁলোক হ'ল অতি সাধাৰণ মানুহ। তেওঁলোকে বিপদ আহে আহক বুলি আগবাঢ়ি যোৱাতকৈ, মনে মনে নিৰাপদে বহি থকাকে ভাল পোৱা হ'ল। শ্বহীদ হোৱাতকৈ বিপদ-আপদ নোহোৱাকৈ চলি যাব পৰাটোহে বেচি বাঞ্ছা কৰা হ'ল, কিন্তু শ্ৰীমতী এনি বেছান্তৰ প্ৰতি হলে মোৰ সদায় গভীৰ শ্ৰদ্ধা আছিল।

আৰু এটা ঘটনাই মোৰ মনত সাঁচ বহুৱাইছিল, সেইটো হৈছে ৰুছ-জাপান যুদ্ধ। জাপানৰ বিজয়ত মোৰ উৎসাহ জাগি উঠিছিল, নিতৌ একোটা নতুন বাৰ্ত্তাৰ কাৰণে মই উদ্‌গ্ৰীৱ হৈ বাট চাই আছিলোঁ। জাপানৰ বিষয়ে লিখা বহুত কিতাপত মই পইচা খৰচ কৰিছিলোঁ আৰু তাৰে কিছুমান পঢ়িবৰ কাৰণে যত্ন কৰিছিলোঁ। জাপানৰ বুৰঞ্জীত মই যেন নিজকে হেৰুৱাই পেলাইছিলোঁ—মোৰ তেনে যেন লাগিছিল, কিন্তু জাপানৰ পুৰণি দিনৰ বীৰত্বৰ কাহিনীবিলাক মই ভাল পাইছিলোঁ আৰু ভাল পাইছিলোঁ লা, কেঁডিয়' হৰ্ণৰ ধুনীয়া গদ্য।

জাতীয়ভাৱেৰে মোৰ মন ভৰি পৰিছিল। ইউৰোপৰ কবলৰপৰা ভাৰত-বৰ্ষই মুক্তি পোৱাৰ কথা, এচিয়াই মুক্তি পোৱাৰ কথা মই কল্পনা কৰিছিলোঁ।

বীৰত্বপূৰ্ণ কামবোৰৰ সপোন দেখিছিলোঁ কেনেকৈ হাতত তৰোৱাল লৈ মই ভাৰতৰ হকে যুদ্ধ কৰিম আৰু ভাৰতক মুক্ত কৰাত সহায় কৰিম।

চৈধ্য বছৰ মোৰ বয়স। আমাৰ ঘৰত নানান পৰিবৰ্ত্তন ঘটিছে। মোৰ ডাঙৰ ককাইদেউকেইজন ব্যৱসায়ী হৈ আমাৰ উমৈহতীয়া ঘৰ এৰি বেলেগে বেলেগে ঘৰ পাতি থাকিবলৈ ল'লে। নতুন নতুন ভাব আৰু কিবা-কিবি অস্পষ্ট কল্পনাবোৰ মোৰ মনত ভাঁহি ফুৰিবলৈ ধৰিলে। ছোৱালীৰ ফালে মোৰ মনটো অলপ বেছি ঢাল খাবলৈ ধৰিলে। তথাপি মই ল'ৰাৰ লগত থাকিয়েই বেছি ভাল পাইছিলোঁ আৰু ছোৱালীৰ লগত মিলিবলৈ যোৱাটো মোৰ সন্মানৰ লাঘৱ হোৱা কথা যেন পাইছিলোঁ; কিন্তু কাশ্মীৰীসকলৰ ৰং-ধেমালিৰ দলত ধুনীয়া ছোৱালীৰ অভাৱ নাছিল আৰু সেইবিলাকত মই যোগ দিওঁতে কাৰবাৰ এটা পৰশে মোৰ শিহৰণ তুলিছিল।

১৯০৫ চনৰ মে' মাহত মোৰ পোন্ধৰ বছৰ বয়সত আমি ইংলণ্ডলৈ জলযাত্ৰা আৰম্ভ কৰিলোঁ। দেউতা, আই, মোৰ সৰু ভনীজনী আৰু মই— সকলোটি একেলগে যাত্ৰা কৰিলোঁ।

## হেৰ' আৰু কেম্ব্ৰিজ

মে' মাহৰ শেহৰ ফালে এদিন গৈ লণ্ডন পালোঁগৈ। ডোভাৰৰপৰা সিখিনি বেলত যাওঁতে জাপানীসকলৰ চুছিমা যুদ্ধৰ বিৰাট বিজয়ৰ কথা পঢ়ি পঢ়ি গৈছিলোঁ। মনত বৰ আনন্দ লাগিছিল। পিচদিনাখনেই আছিল 'ডাৰ্বী ডে'। আমি সকলো গৈছিলোঁ ঘোঁৰা চেকুৰ চাবলৈ। আমি গৈ লণ্ডন পোৱাৰ কেইদিনমানৰ পিচতে এম এ আনচাৰিক লগ পোৱা মনত পৰে। তেওঁ তেতিয়া তজবজীয়া, বুদ্ধিমান ডেকা - মেধাৱী ছাত্ৰ বুলি ইতিমধ্যে তেওঁৰ যথেষ্ট নাম হৈ গৈছে। সেই সময়ত লণ্ডনৰ এখন হাস্পটালত তেওঁ গৃহ-চিকিৎসকৰ কাম কৰি আছিল।

হেৰ' স্কুলত ভৰ্ত্তিৰ বয়স সাধাৰণতে পোন্ধৰ। মোৰ বয়স তাতকৈ বেছি হৈছিল। এজন ছাত্ৰৰ ঠাই খালি আছিল বুলিহে মই ভাগ্যৰ বলত কোনোমতে ভৰ্ত্তি হ'ব পাৰিলোঁ। আমাৰ পৰিয়ালটো ইউৰোপলৈ গৈছিল। কেইমাহমানৰ পিচত তেওঁলোক ভাৰতলৈ উভতি আহিল।

ইয়াৰ আগতে তেনেকৈ কোনেও মোক অচিনাকি মানুহৰ মাজত অকলে এৰা নাছিল। মোৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগিল আৰু ঘৰকৈ ঘৰলৈ মনত পৰিবলৈ ধৰিলে। সেয়ে কিন্তু বেছি দিনৰ কাৰণে নহয়। স্কুলীয়া জীৱনৰ লগত নিজকে মই কিবা কৰি খাপ খুৱাই ললোঁ আৰু কাম আৰু ধেমালিৰ মাজত নিজকে মই ব্যস্ত কৰি ৰাখিলোঁ। কেতিয়াও অৱশ্যে মই একেবাৰেই যোল অনাই খাপ খোৱা নাছিলোঁ। সদায় মোৰ মনত এটা ভাৱ আছিল, মই যেন সিহঁতৰ লগৰ এজন নাছিলোঁ আৰু সিহঁতেও নিশ্চয় মোক দৰেই ভাবিছিল। মই প্ৰায় অকলে অকলেই ফুৰা-চকা কৰিছিলোঁ। কিন্তু স্কুলত, খেলত মই ভালকৈয়ে যোগ দিছিলোঁ, কিন্তু কোনো প্ৰকাৰে

কেতিয়াও মই খেলাত নাম কৰিব পৰা নাছিলোঁ। পিচে, মই ফাঁকি দিয়া ধৰণৰ মানুহ নহওঁ বুলি হলে সকলোৱে জানিছিল।

লেটিন ভালকৈ নেজানিছিলোঁ .কাৰণে মোক প্ৰথমতে তলৰ শ্ৰেণীতহে ভৰ্ত্তি কৰিলে, কিন্তু সোনকালেই মোক ওপৰলৈ তুলি দিলে। বোধহয় বহুত বিষয়তে, বিশেষকৈ সাধাৰণ জ্ঞানত মোৰ বয়সৰ ল'ৰাতকৈ মই আগবঢ়া আছিলোঁ। বহুত বেচি বিষয়ত মোৰ ধাপ আছিল আৰু মোৰ লগৰীয়া ছাত্ৰৰ বহুততকৈ বেচি কিতাপ আৰু বাৰ্তাৰ কাকত মই পঢ়িছিলোঁ। এনে মূৰ্খ আছিল এই ইংৰাজ ল'ৰাবিলাক, খেলৰ বাহিৰে সিহঁতে অইন একো নেজানিছিল। এই কথা মই এবাৰ দেউতালৈ লিখা মনত আছে। তাৰ পিচে ব্যতিক্ৰমো আছিল,—বিশেষকৈ যেতিয়া মই ওপৰ শ্ৰেণীলৈ উঠিছিলোঁ, তেতিয়া ভাল ল'ৰাও লগ পাইছিলোঁ।

যিমানদূৰ মোৰ মনত পৰে ১৯০৫ চনৰ শেহৰ ফালে ইংলণ্ডৰ সাধাৰণ নিৰ্ব্বাচন হয়। সাধাৰণ নিৰ্ব্বাচনৰ কথা-বতৰাবোৰ মোৰ বৰ ভাল লাগিছিল। নিৰ্ব্বাচনত উদাৰনৈতিক দলৰ জয় হ'ল। ১৯০৬ চনৰ আগছোৱাত আমাৰ শ্ৰেণীৰ শিক্ষকে নতুন চৰকাৰৰ বিষয়ে সুধিলে।, তেওঁ দেখি আচৰিত হ'ল যে একমাত্ৰ ময়েহে তেওঁৰ শ্ৰেণীত সেই বিষয়ে বহুতো খবৰ ক'ব পাৰিছিলোঁ। কেম্পবেল্ বেনাৰ মেনৰ মন্ত্ৰীসভাৰ প্ৰায় সকলোখিনি সভ্যৰ নামেই মই কৈ দিছিলোঁ।

ৰাজনীতিৰ বাহিৰে আৰু এটা বিষয়ৰ প্ৰতি মোৰ মন আকৃষ্ট হৈছিল। সেইটো হৈছে অতি কম সময়তে হোৱা আকাশী ভ্ৰমণ বিদ্যাৰ অগ্ৰগতি। সেই সময়ত ৰাইট ভাই-ককাই, চেণ্টচ ডুমে তাৰ পিচত ফাৰমান লাথাম, ব্লেৰিয়)—এওঁলোকৰ বৰ নাম। মোৰ মনত উৎসাহৰ সীমা নাই। দেউতালৈ মই হেৰৰপৰা চিঠি লিখিছিলোঁ যে, কিছুদিনৰ ভিতৰতে সপ্তাহৰ মূৰে মূৰে মই বিমানেদি ভাৰতৰপৰা পাক মাৰি যাবহি পাৰিম।

মই পঢ়া সময়ত হেৰ'ত চাৰিজন নে পাঁচজন ভাৰতীয় আছিল। আন কাৰো ঘৰত মই তেওঁলোকক লগ পোৱা নাছিলোঁ, কিন্তু আমাৰ ঘৰত—অৰ্থাৎ প্ৰবীণ শিক্ষকৰ ঘৰত আমাৰ ভিতৰত বৰদাৰ গাইকোৱাৰৰ এজন পুতেকো আছিল। তেওঁ মোতকৈ বহুত ওপৰত পঢ়িছিল আৰু ক্ৰিকেট খেলাৰ কাৰণে তেওঁ সকলোৰে মাজত সৰবৰহী আছিল। মই গৈ পোৱাৰ কিছুদিনৰ পিচতেই তেওঁ লণ্ডন এৰিলে। পিচত আহিল কাপুৰঠালাৰ মহাৰাজৰ ডাঙৰ পুতেক পৰামজিৎ সিং। এতিয়া তেওঁক টিকা চাহাব বুলি মাতে। তাত তেওঁ সমূলি খাপ নেখাইছিল। আন ল'ৰাৰ লগত তেওঁ ফুৰা-চকা কৰিব নোৱাৰিছিল। সেই ল'ৰাবিলাকে তেওঁৰ আচাৰ-ব্যৱহাৰ দেখি হাঁহিছিল। তাতে তেওঁৰ খং উঠি সিহঁতক কেতিয়াবা কৈ দিছিল যে কাপুৰঠালালৈ আহিলে তেওঁ সিহঁতক সুখেৰে নেৰে। ইয়াৰপৰা যে তেওঁৰ একো লাভ নহ'ল—তাক নকলেও হ'ব। আগতে তেওঁ কিছুদিন ফ্ৰান্সত আছিল আৰু ফৰাচী ভাষা তেওঁ খোকোজা নলগাকৈ ক'ব পাৰিছিল। কিন্তু আচৰিত কথা— ইংলণ্ডৰ ৰাজহুৱা পাঠশালাবোৰত বিদেশী ভাষা শিকোৱাৰ যি ব্যৱস্থা তাত তেওঁৰ সেই ফৰাচী ভাষাজ্ঞানখিনি অলপো কামত নাহিল।

এবাৰ এটা আচৰিত ধৰণৰ ঘটনা হ'ল। এদিন মাজৰাতি আমাৰ গৃহ-

শিক্ষকজনে আমাৰ খোটালীবিলাকলৈ আহি তম্ন তম্নকৈ গোটেই ঘৰটো খানাতালাচ কৰিলে। শুনিলোঁ বোলে, পৰামজিৎ সিঙৰ ধুনীয়া সোণ খটোৱা লাখুটিডাল হেৰাল। খানাতালাচ কৰি একো নেপালে। দুই তিনদিন মান পিচত লৰ্ডচৰ পথাৰত ইটন্ আৰু হেৰ'ৰ ভিতৰত মেচ্ খেলা হৈছিল।। তাৰ ঠিক পিচতেই লাখুটিডাল পৰামজিৎ সিঙৰ নিজৰ খোটালীতে ওলাল। কোনোবাই চাগে লৰ্ডচৰ খেলত তাৰ ব্যৱহাৰ কৰি আকৌ ওভতাই দিছিল—আৰু নো কি হ'ব?

আমাৰ ঘৰত আৰু আন দুই এজনৰ ঘৰত কেইজনমান ইহুদী আছিল। মুঠতে তেওঁলোক ভালভাৱে চলিব পাৰিলেও, তলে তলে মানুহৰ মনত ইহুদী-বিদ্ৰোহ পুৰামাত্ৰাই আছিল। তেওঁলোক আছিল 'অভিশপ্ত ইহুদী'। অতি সোনকালে, অজানিতে মোৰ মনতো এনেকুৱা ভাৱ হ'ল যে তেনেকৈ ভবাটোৱেই ভাল। দৰাচলতে নিজকে মোৰ অকণো ইহুদী-বিদ্বেষী যেন নেলাগিছিল। পিচলৈ কেইবাজনো ইহুদীৰ লগত মোৰ ভাল বন্ধুত্বই গঢ় লৈ উঠিল।

হেৰ'ত থাকি থাকি মোৰ সহজ হৈ গ'ল। ঠাই ডোখৰো ভাল লগা হ'ল। তথাপি, হেৰ'ত থকাৰ আৱশ্যক মোৰ যেন আৰু নাই তেনেকুৱা অনুভৱ কৰিবলৈ ধৰিলোঁ। বিশ্ববিদ্যালয়ৰ প্ৰতি মনটো আকৃষ্ট হ'ল। ১৯০৬ আৰু ১৯০৭ চনত ভাৰতৰ খবৰ-বাতৰিয়ে মোৰ মনতো তোলপাৰ লগাই পেলালে। ইংৰাজী খবৰ-কাগজপৰা অতি সামান্য খবৰহে পাইছিলোঁ; তথাপি সেই সামান্যৰপৰাই বুজিব পাৰিছিলোঁ—ঘৰত, বঙ্গদেশত, পঞ্জাৱত, মহাৰাষ্ট্ৰত ডাঙৰ ডাঙৰ ঘটনা ঘটিবলৈ আৰম্ভ কৰিছিল। লালা লাজপৎ ৰায় আৰু অজিৎ সিংহৰ নিৰ্ব্বাসন, বঙ্গদেশত এটা প্ৰকাণ্ড হাই-উৰুমি, সিপিনে পুণাৰপৰা তিলকৰ নাম প্ৰজ্জ্বলিত হৈ আহিছে—তাৰ উপৰি স্বদেশী আৰু বয়কট। এই সকলোবোৰে মোৰ মনত এটা বিৰাট আলোড়ন তুলিছিল; কিন্তু হেৰ'ত এনে কোনো এজন মানুহ নাছিল, যাৰ লগত মই এই বিষয়ে কথা পাতিব পাৰোঁ। বন্ধুৰ ভিতৰত দাদাহ'ত্তক বা বন্ধু দুই এজনক লগ পাই এইবিলাক কথা পাতি মোৰ মনটো পাতলাবলৈ সুবিধা পাইছিলোঁ।

জি. এম. ট্ৰেভেলিয়ানে গেৰিবল্ডি সম্পৰ্কে লিখা এখন কিতাপ স্কুলত ভালদৰে পঢ়া-শুনা কৰাৰ কাৰণে বটা পাইছিলোঁ। কিতাপখন পঢ়ি বৰ ভাল লাগিল আৰু সেই গ্ৰন্থাৱলীৰ বাকী দুখন কিতাপো অনাই তাৰপৰা গেৰিবল্ডিৰ বিষয়ে গোটেইখিনি কথা অতি সাৱধানে পঢ়িলোঁ। ভাৰততো তেনে ধৰণৰ কাৰ্য্য-কলাপৰ সপোন, ভাৰতৰ স্বাধীনতাৰ এখন দুৰ্দ্ধৰ্ষ ৰণৰ সপোন মোৰ চকুৰ আগত ভাঁহি উঠিছিল। ভাৰত আৰু ইটালি মোৰ মনত অদ্ভুতভাৱে মিহলি হৈ গৈছিল। এনে-ধৰণৰ চিন্তাধাৰাৰ কাৰণে হেৰ'খন অতি ঠেক সৰু ঠাই যেন লাগিছিল। সেই কাৰণে বিশ্ববিদ্যালয়ৰ বহল ক্ষেত্ৰলৈ যাবৰ কাৰণে মোৰ বৰ মন গৈছিল। পিতৃকে, দেউতাক এইটো কথাত মান্তি কৰালোঁ আৰু মাত্ৰ দুটা বছৰ থাকিয়েই হেৰ' এৰিলোঁ যদিও দুবছৰ আচলতে অতি কম সময়।

নিজ ইচ্ছাৰেই হেৰ'ৰপৰা যাবলৈ ওলাইছোঁ, তথাপি মোৰ ভালকৈ মনত পৰে, ঠিক বিদায়ৰ মুহূৰ্ত্ত যেতিয়া আহি পৰিল, মোৰ বৰ দুখ লাগিল, চকুপানী ওলাল। ঠাইডোখৰৰ প্ৰতি এটা মাৰাই উপজিছিলগৈ। তাৰপৰা একেবাৰেই গুচি

যোৱাৰ লগে লগে মোৰ জীৱনৰ এটা অধ্যায়ৰ সামৰণি পৰিল। তথাপি হেৰ'ৰ-পৰা গুচি যাব লগীয়া হোৱাৰ কাৰণে মনত কিমান যে দুখ লাগিছিল তাৰ কথা ভাবোঁ।

হেৰ'ৰ ঐতিহ্য আৰু গীতিসমূহত এটা ভাব সোমাই আছে—হেৰ' এৰি যাবৰ হলে দুখ কৰিব লাগে। এই কাৰণেই মোৰো দুখ লগা নাছিল নে বাৰু? এই ঐতিহ্যৰ প্ৰভাৱ মোৰ ওপৰত বাৰুকৈয়ে পৰিছিল আৰু ময়ো সেই ঠাইডোখৰৰ লগত নিজকে মিলাই দিবৰ কাৰণে এই প্ৰভাৱবোৰৰপৰা হাত সাৰিবলৈ সমুলি যত্ন কৰা নাছিলোঁ।

এইবাৰ কেম্ব্ৰিজ ট্ৰিনিটি কলেজ। ১৯০৭ চনৰ অক্টোবৰ মাহৰ আৰম্ভ, মোৰ বয়স সোতৰ কি ওঠৰৰ ওচৰা-ওচৰি। মই তেতিয়া নিম্ন স্নাতক শ্ৰেণীৰ ছাত্ৰ। স্কুলৰ তুলনাত বহুত বেচি মুকলিমুৰীয়া—যি ইচ্ছা তাকে কৰিবলৈ যথেষ্ট স্বাধীনতা আছিল ভাবিয়েই ভাল লাগিছিল। ল'ৰাকালৰ বাধা-নিষেধবোৰ পাৰ হৈ আহিলোঁ আৰু অৱশেষত অনুভৱ কৰিব পৰা হলোঁ যে মই এতিয়া ডাঙৰ হৈছোঁ। আত্মাভিমানৰ ভঙ্গীত মই কেম্ব্ৰিজৰ বহল চোতালে চোতালে, ঠেক আলিয়ে আলিয়ে ঘুৰি ফুৰিছিলোঁ, চিনাকি মানুহ পালেই আনন্দই নধৰা হৈছিল।

তিনি বছৰ আছিলোঁ কেম্ব্ৰিজত ৰা-ৰি নোহোৱা, অকণো আলৈ-আহুকাল নথকা নিমাত-নিতাল তিনিটা বছৰ পাৰ হৈ গৈছিল;—মন্থৰ গতিত চলি যোৱা এটা চকাৰ দৰে। সুখৰ দিন আছিল সেইকেইটা। কেইজনমান বন্ধু, কিছু কিছু কাম, জ্ঞান-বুদ্ধিৰ দিগন্তৰ ধীৰ প্ৰসাৰ—এইবিলাককে লৈ দিনবোৰ সুখেৰেই পাৰ হৈ গৈছিল। প্ৰাকৃতিক বিজ্ঞানৰ 'ট্ৰাইপছ' লৈছিলোঁ। বিষয় আছিল ৰসায়ন, ভূ-বিদ্যা আৰু উদ্ভিদ্‌বিদ্যা; কিন্তু মোৰ জ্ঞানৰ হেঁপাহ অকল এই তিনি বিষয়তে আৱদ্ধ নাছিল। কেম্ব্ৰিজত লগ পোৱা বা বন্ধৰ ভিতৰত লণ্ডনত আৰু আন ঠাইত লগ পোৱা বহুত মানুহে পুথিৰ বিষয়, সাহিত্যৰ বিষয়, ৰাজনীতি-অৰ্থনীতিৰ বিষয় বহুত জনা-শুনাৰ দৰে কথা পাতিছিল। এইবোৰ বাহিৰে ৰং-চং ভিতৰে কোৱা-ভাতুৰী দেখি প্ৰথমতে মোৰ নিজকে অঠাই সাগৰত পৰা যেন লাগিছিল। পিচে, মই কিছু পুথি পঢ়ি ললোঁ আৰু সোনকালেই সেই আলোচনাবিলাকৰ আঁত ধৰিব পৰা হলোঁ। অন্ততঃ সাধাৰণতে আলোচনা কৰা বিষয়বিলাকত মোৰ অজ্ঞতা প্ৰকাশ নকৰাকৈ চলিব পৰা হলোঁ। এনেকৈয়ে আমি নীট্‌ছেৰ বিষয় আলোচনা কৰোঁ (কেম্ব্ৰিজত এওঁক লৈ বহল আলোচনা), বাৰ্ণাৰ্ড শ'ৰ ভূমিকাবিলাক আৰু ল'জ ডিকিন্সনৰ নতুনকৈ ওলোৱা পুথিৰ বিষয় আলোচনা কৰোঁ। আমি নিজকে অতি জনা মানুহ বুলি ভাবিছিলোঁ। যৌন-বিজ্ঞান আৰু নীতি-শাস্ত্ৰৰ বিষয়ে আনতকৈ বহুত বেচি জনা মানুহৰ দৰে কথা পাতিছিলোঁ। আমাৰ কথাৰ মাজত কেতিয়াবা আইভান্‌ ব্লক, হেভলক্‌ এলিছ, ক্ৰেফট, এবিং বা অট' বুইনিংগাৰ আদি লেখক-সকলৰ পুথিলৈ আঙুলিয়াই আমাৰ মত প্ৰতিপন্ন কৰিছিলোঁ। আমি নিজে নিজে ভাবি লৈছিলোঁ যে বিশেষজ্ঞৰ বাহিৰে আন মানুহে সেই বিষয়ে যিখিনি জনা উচিত তাতকৈ আমি কম নেজানো।

পিচে, দৰাচলতে হেজাৰেই আমি বুকু ফিন্দাই কথা নকওঁ, যৌন-বিজ্ঞানৰ

কথা ওলালে আমি বেচি ভাগেই ভীৰু হৈ পৰিছিলোঁ। অন্ততঃ মোৰ অৱস্থা হলে তেনেকুৱাই আছিল আৰু শেষ বছৰলৈকে, কেম্ব্ৰিজ এৰালৈকে, যৌন-বিজ্ঞান সম্পৰ্কে মোৰ জ্ঞান পুথি পঢ়ি পোৱা জ্ঞানতে আৱদ্ধ আছিল। এইটো কিয় হৈছিল কোৱাটো কিছু টান। যৌন অভিজ্ঞতাৰ প্ৰতি আমাৰ বেচি ভাগৰে আকৰ্ষণ আছিল আৰু তেনে কৰাত আমাৰ কিবা পাপ হ'ব পাৰে বুলি আমাৰ ভিতৰত কোনো এজনেই ভবা নাছিল যেন পাওঁ, মই যে ভবা নাছিলোঁৱেই! ধৰ্ম্মৰ ফালৰপৰা কোনো বাধা সেই বিষয়ত নাছিল। আমি কৈছিলোঁ যে যৌন-বিষয়টো নৈতিকতা নিৰপেক্ষ অৰ্থাৎ নীতি বিগৰ্হিত বুলিব নোৱাৰি আৰু নীতি সম্মতো বুলিব নোৱাৰি। তথাপি যৌন-বিষয়ত মোৰ কিবা লাজ এটা লাগিছিল আৰু তাৰ উপৰি আছিল যৌন তৃপ্তিৰ প্ৰতি মোৰ এটা বিতৃষ্ণা। সাতে সোতৰে মই যৌন বিষৰপৰা আঁতৰে আঁতৰে ফুৰিছিলোঁ। আৰু এটা কথা হৈছে কি—সেই সময়ত মই বৰ লাজকুৰীয়া আছিলোঁ আৰু তাৰ কাৰণ বোধহয় একেবাৰেই সৰুকালত অকলশৰীয়াকৈ উঠাটো।

সেই সময়ত জীৱনৰ প্ৰতি মোৰ ভাব আছিল অস্পষ্ট সুখবাদীৰ ভাব। তাৰ এটা কাৰণ হৈছে ডেকা কাল আৰু আনটো অস্কাৰ ৱাইল্ড আৰু ওৱাল্টাৰ পেটাৰৰ প্ৰভাৱ। আলসুৱা এটা জীৱন আৰু মিঠা অভিজ্ঞতাৰ কাৰণে যি স্পৃহা তাৰ এটা গ্ৰীক ভাষাৰ দীঘল নাম দিবলৈ সহজ আৰু দি চাগৈ ভালো লাগিব, কিন্তু সেয়ে যথেষ্ট নহয়, কাৰণ আলসুৱা জীৱনৰ কাৰণে মোৰ যে বিশেষ কিবা আকৰ্ষণ আছিল সি নহয়। ধৰ্ম্মভীৰুতা মোৰ নাছিল, ধৰ্ম্মৰ যি দমনৰ হেঁচা তাকো মই ভাল নেপাই-ছিলোঁ. গতিকে তাৰ বাহিৰে জীৱনৰ আন এটা আদৰ্শ মই বিচাৰিছিলোঁ। মই অলপ ওপৰ চকুৱা আছিলোঁ; অতি দকৈ একো কথা ভাবিব নোৱাৰিছিলোঁ। সেই কাৰণেই মোৰ আছিল সৌন্দৰ্য্যপ্ৰিয়তা। নিম্ন স্তৰৰ জীৱন যাপন নকৰি, জীৱনটোৰ সদ্ব্যৱহাৰ কৰি এটা পূৰ্ণ জীৱন, বহুমুখী জীৱন যাপন কৰিব পৰাটোত মোৰ আকৰ্ষণ আছিল বেচি। জীৱনৰ আনন্দখিনি মই উপভোগ কৰিছিলোঁ আৰু তেনে কৰাটোত যে কিবা পাপ হ'ব পাৰে তাকে মানি ল'বলৈ অস্বীকাৰ কৰিছিলোঁ। তাতে বিপদ-সংকুল আৰু দুঃসাহসিক জীৱন মোৰ বৰ ভাল লাগিছিল। দেউতাৰ দৰে ময়ো জুৱাৰী আছিলোঁ আৰু তাৰ পণ আছিল প্ৰথমতে ধন আৰু তাৰ পিচত তাতোকৈয়ো মূল্যবান বস্তু--জীৱনৰ ডাঙৰ ডাঙৰ প্ৰশ্নবোৰ। ১৯০৭-৮ চনত ভাৰতীয় ৰাজ-নীতিত ধুমুহা বৈছিল। মোৰ ইচ্ছা আছিল তাত এটা সাহসী বীৰৰ ভূমিকা লোৱা আৰু তাকে ল'বলৈ হলে এটা আলসুৱা জীৱনৰ আশা এৰিব লাগিল। এই সানমিহলি আৰু প্ৰায়ে পৰস্পৰ বিৰোধী ভাবৰোৰে মোৰ মনটো খেলিমেলি লগাই পেলাইছিল। হওক অস্পষ্ট, খেলিমেলি, তথাপি তাৰ কাৰণে মই মূৰ ঘমোৱা নাছিলোঁ, কাৰণ নিৰ্দ্দিষ্ট পথ লোৱাৰ সময় এতিয়াই নো অথন। যি হওক বৰ্ত্তমান জীৱনটো আছিল সুখৰ—শাৰীৰিক আৰু মানসিক দুয়ো ফালৰপৰাই। নতুন নতুন দিগন্ত আগত ভাহি উঠিছিল। সম্মুখত কৰিবলৈ কত কাম, চাবলৈ কত বস্তু, চিনাকি হ'বলৈ নতুন নতুন কত পথ। জুহালৰ গুৰিত বহি লৈ কথা পাতি পাতি, আলোচনা কৰি কৰি আমি জাৰকালিৰ দীঘল পৰুলিবোৰ যে নিয়াইছিলোঁৱেই, ৰাতি 'আৰুৰলৈকে' এইদৰে আমাৰ কথা পাতি থাকোঁতেই গৈছিল। জুই নুমাই ছাই হৈ গৈছিল তেতি-

হ্নাহে আমি জাৰত কঁপি কঁপি শোৱাপাটীলৈ উঠি গৈছিলোঁ। কেতিয়াবা আমাৰ আলোচনাত মাতৰ সমতা নাইকিয়া হৈ গৈছিল। উত্তপ্ত তৰ্ক-যুক্তিৰ মাজত মাতবোৰ কেতিয়াবা ডাঙৰ হৈ উঠিছিল, উত্তেজিত হৈ উঠিছিল; কিন্তু সেইবোৰ আছিল সকলো ভুৱা। মানৱ জীৱনৰ সমস্যাবোৰ আমি মাত্ৰ কৃত্ৰিম গভীৰতাৰে আলোচনা কৰিছিলোঁ কাৰণ সেইবোৰ আমাৰ কাৰণে তেতিয়াও বাস্তৱ সমস্যা হৈ উঠা নাই। তেতিয়াও আমি সংসাৰৰ মেৰপাকত সোমাই পৰা নাই। এইখন আছিল যুদ্ধৰ আগৰ বিংশ শতিকাৰ আগভাগৰ সংসাৰ। সোনকালেই এই সংসাৰখন মৰি তাৰ ঠাইত গজি উঠিব আন এখন সংসাৰ—মৃত্যু আৰু ধ্বংসৰে ভৰা, পৃথিৱীৰ ডেকা শক্তিৰ কাৰণে শোকে-তাপে অন্তৰ্বেদনাৰে ভৰা; কিন্তু ভৱিষ্যতৰ ওৰণি-তলত সি লুকাই আছিল। আমাৰ আশে-পাশে আমি দেখিবলৈ পাইছিলোঁ এটা নিশ্চিত আৰু সমাগত নতুন ব্যৱস্থা আৰু যি এই ব্যৱস্থা গ্ৰহণ কৰিবলৈ আগবাঢ়িব পাৰিছিল তাৰ কাৰণে জীৱন আছিল মধুময়।

সেই সময়ত চিৰেনেইচিজম্ (সুখবাদ) আদিৰ প্ৰভাৱ পৰিছিল মোৰ ওপৰত। সেই কাৰণেই সেইবোৰৰ কথা লিখিছোঁ; কিন্তু সেইবুলি সেইবোৰৰ বিষয়ে মোৰ যে কিবা স্পষ্ট ধাৰণা আছিল সেইটো নহয় আৰু হোৱাটো আৱশ্যকীয় বুলিও মই ভৰা নাছিলোঁ। সেইবোৰ আছিল মোৰ মনত ওপঙি ফুৰা অস্পষ্ট ভাব আৰু এনেকৈয়ে সিহঁতে মোৰ মনত কম-বেচি সাঁচ বহুৱাই গৈছিল মাত্ৰ। এইবোৰ ভাব-চিন্তা লৈ মই অকণো বিব্ৰত হোৱা নাছিলোঁ। কাম আৰু খেল-ধেমালি কৰিয়েই কাল নিয়াইছিলোঁ। কেৱল মাত্ৰ এটা কথাৰ কাৰণে কেতিয়াবা মনটো অশান্তি লাগি আছিল—সি হৈছে ভাৰতৰ ৰাজনৈতিক আন্দোলন। কেম্ব্ৰিজত পঢ়া পুথিৰ ভিতৰত এখন পুথিয়ে মোৰ ওপৰত ৰাজনৈতিক প্ৰভাৱ বেচিকৈ পেলাইছিল। সেইখন হৈছে মেৰেডিঠ্ টাউন ছেণ্ডৰ "এছিয়া আৰু ইউৰোপ।"

১৯০৭ চনৰপৰা কেবাবছৰো ধৰি অশান্তিৰ আলোড়ন চলিছিল। ১৮০৭ ৰ বিদ্ৰোহৰ পাচত এইবাৰেই ভাৰতবৰ্ষই প্ৰথম বিদেশী শাসনৰ আগত সেও নেমানি যুদ্ধ দিবলৈ আগবাঢ়িল। তিলকৰ কাৰ্য্য-কলাপ, তেওঁৰ কাৰাদণ্ড, অৰবিন্দ ঘোষ আৰু বঙ্গদেশৰ জনতাই লোৱা স্বদেশী আৰু বয়কটৰ সঙ্কল্প, এইবোৰৰ বাতৰিয়ে ইংলণ্ডত থকা ভাৰতীয়—আমাৰ সকলোৰে মনত এটা আলোড়নৰ সৃষ্টি কৰিছিল। আমি প্ৰায় সকলোৱেই আছিলোঁ তিলকপন্থী বা চৰমপন্থী (সেইটোৱেই আছিল সেই দলৰ নাম)।

কেম্ব্ৰিজত ভাৰতীয়সকলৰ এখন সমিতি আছিল—নাম "মজ্লিছ্"। আমি তাত কেতিয়াবা ৰাজনৈতিক সমস্যাৰ আলোচনা কৰিছিলোঁ, কিন্তু সেইবোৰ আছিল কিছুমান অবাস্তৱ তৰ্কবাদ। বিষয়-বস্তুৰ আলোচনা কৰাতকৈয়ো আমি পাৰ্লিয়া-মেণ্ট্ আৰু ইউনিভাৰ্চিটি ইউনিয়নৰ ধৰণ-কৰণৰ আহিৰ্ অনুকৰণ কৰাবহে যত্ন কৰিছিলোঁ বেচি। মজ্লিছলৈ মই ঘনাই গৈছিলোঁ, কিন্তু তাত থকা তিনি বছৰৰ ভিতৰত অতি কমেইহে মই কথা কৈছিলোঁ। কোনোমতেই মই লাজ আৰু সঙ্কোচৰ হাত সাৰিব পৰা নাছিলোঁ। কলেজৰ তৰ্ক সভাতো মোৰ একে অৱস্থাই হৈছিল। তৰ্কসভাত (ডি মেগপাই এণ্ড ষ্টাম্প আছিল তাৰ নাম) এটা নিয়ম আছিল যে

এটা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত যি সভ্যই এদিনো বক্তৃতা নিদিয়ে, তেওঁ জৰিমনা ভৰিব লগা হয়। জৰিমনা মই প্ৰায়েই ভৰোঁ।

মনত আছে, পিচত গৈ যে ভাৰতৰ ৰাষ্ট্ৰীয় সচিব হ'লগৈ সেই এডুইন্ মণ্টেগুৱে প্ৰায়ে এই তৰ্ক-সভা চাবলৈ গৈছিল। তেওঁ ট্ৰিনিটিৰ প্ৰাক্তন ছাত্ৰ আৰু সেই সময়ত কেম্ব্ৰিজৰপৰা পাৰ্লিয়ামেণ্টৰ সভ্য হৈছিল। বিশ্বাসৰ আধুনিক সংজ্ঞাটো মই তেওঁৰপৰাই শুনোঃ অন্ধ বিশ্বাসৰ অৰ্থ তোমাক যুক্তিয়ে যিটো সঁচা হ'ব নোৱাৰে বুলি কয় সেইটোকে বিশ্বাস কৰাঃ কাৰণ যুক্তিয়েই যদি সঁচা বুলি কোৱা তেন্তে অন্ধ বিশ্বাসৰ আৱশ্যকেই নাই। বিশ্ববিদ্যালয়ত পোৱা বৈজ্ঞানিক শিক্ষাই মোৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু বিজ্ঞানে যিবিলাক সত্য বুলি মানিছিল মই তাকেই মানিছিলোঁ। ঊনবিংশ শতিকাত আৰু বিংশ শতিকাৰ আগভাগত বিজ্ঞান আৰু জগত সমন্ধে কিছুমান স্থিৰ সিদ্ধান্ত আছিল আজিকালি কিন্তু নাই।

মজলিছত আৰু ঘৰুৱা কথা-বতৰাত ভাৰতীয় ছাত্ৰবিলাকে ভাৰতীয় ৰাজনীতিৰ বিষয় আলোচনা কৰোঁতে অতি চোকা ভাষা প্ৰয়োগ কৰিছিল। বঙ্গদেশত যিবোৰ হিংসাত্মক কাৰ্য্য হ'বলৈ আৰম্ভ কৰিছিল সেইবোৰকো আন কি তেওঁলোকে প্ৰশংসা কৰি কথা কৈছিল। পিচলৈ দেখা পালোঁ এইবিলাকেই গৈ ভাৰতীয় চিভিল চাৰ্ভিচত যোগ দিছে, উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ, হাইকৰ্টৰ জজ নাইবা শান্তশিষ্ট উকিল আদি হৈছেগৈ। ঘৰৰ ভিতৰত ৰণ-চালি ধৰা এই চৰমপন্থীসকলৰ অতি কমেইহে পিচত গৈ ভাৰতীয় ৰাজনৈতিক আন্দোলনত যোগদান কৰিছিল।

আমি কেম্ব্ৰিজত থকা সময়ত বহুতো আগশাৰীৰ ৰাজনীতিক আমাৰ তালৈ গৈছিল। আমি তেওঁলোকক সন্মান কৰিছিলোঁ যদিও, আমি যেন তেওঁলোকতকৈ বেচি জনা-বুজা তেনে এটা ভাবো আমাৰ মনত আছিল। আমাৰ মনত ভাব হৈছিল--আমাৰ সংস্কৃতিৰ পৰিধি যেন তেওঁলোকতকৈ বহল আৰু আমি যেন তেওঁলোকতকৈ বেচি বহল দৃষ্টি-ভঙ্গীৰে কথাবোৰ চাব পাৰোঁ। আমাৰ তালৈ অহাসকলৰ ভিতৰত আছিল বিপিনচন্দ্ৰ পাল, লাজপৎ ৰায় আৰু গোপালকৃষ্ণ গোখলে। বিপিন পালক আমি বহি কথা-বতৰা পতা এটা খোঁটালিতে আদৰি আনি বহুৱালোঁ। তাত আমি মুঠেই দহজনমানেহে আছিলোঁ যদিও, তেওঁ দহহেজাৰ মান মানুহ গোটখোৱা এখন জনসভাত বক্তৃতা দিয়াৰ দৰে আমাৰ আগত তৰ্জ্জন-গৰ্জ্জন কৰি কথা ক'বলৈ ধৰিলে। তেওঁ কথাবোৰ কৈ যাওঁতে ইমান প্ৰকাণ্ড শব্দ হৈছিল যে, তেওঁ নো কি কৈছিল মই একো বুজিবই পৰা নাছিলোঁ। লালাজীয়ে তেওঁতকৈ বেচি ধীৰে-সুস্থিৰে কৈছিল আৰু তেওঁ কোৱা কথাবিলাক মোৰ মনত লাগি গৈছিল। বিপিন পালৰ বক্তৃতাতকৈ গোখলেৰ বক্তৃতা বেচি ভাল পাইছোঁ বুলি দেউতালৈ লিখিলোঁ। দেউতাই কথাটো ভাল পালে, কাৰণ সেইদিনত দেউতাই বঙ্গদেশৰ সেই অগ্নিশৰ্ম্মাসকলক দেখিব নোৱাৰিছিল। কেম্ব্ৰিজৰ এখন ৰাজহুৱা সভাত গোখলেই বক্তৃতা দিছিল। এই সভাখনৰ এটা কথা মোৰ মনত আছে। সেইটো হৈছে এ. এম্. খোৱাজাই সভাৰ শেষত কৰা এটা প্ৰশ্ন। খোৱাজাই শ্ৰোতাসকলৰ মাজৰপৰা থিয় হৈ এটা প্ৰশ্ন কৰিলে আৰু তাৰপৰাই তৰ্ক-তৰ্কি ইমান হ'বলৈ যে পিচত আমি প্ৰকৃত কথাটো পাহৰিয়ে গৈছিলোঁয়ে।

ভাৰতীয়ৰ মাজত হৰদয়ালৰ বৰ খ্যাতি আছিল, কিন্তু মই কেম্ব্ৰিজত থকাৰ কিছুদিনৰ আগতে তেওঁ অক্সফ'ৰ্ডত আছিল। মই হে'ৰৰ ছাত্ৰ হৈ থকা অৱস্থাত লণ্ডনত এবাৰ কি দুবাৰ তেওঁক মই লগ পাইছিলোঁ।

মোৰ সম-সাময়িক কেম্ব্ৰিজৰ ছাত্ৰ বহুতেই পিচত ভাৰতীয় কংগ্ৰেছৰ ৰাজনীতিত বিশিষ্টভাৱে যোগদান কৰিছিল। মই গৈ পোৱাৰ কিছুদিনৰ পিচতেই জে. এম. সেনগুপ্ত কেম্ব্ৰিজ এৰি আহিছিল। চৈফুদ্দিন কিচ্‌লু, চৈয়দ মামুদ আৰু তছদ্দুক আহ্‌মদ্‌ ছাৰবানি মোৰ সমসাময়িকেই আছিল বুলিব পাৰি। এতিয়া এলাহাবাদ উচ্চ ন্যায়লয়ৰ মুখ্য ন্যায়াধীশ এছ. এম. ছুলেইমানো মই থকা সময়তে কেম্ব্ৰিজত আছিল। অন্য সমসাময়িকেই মন্ত্ৰী বা ভাৰতীয় চিভিল চাৰ্ভিচৰ চাকৰিয়াল হিচাপে খ্যাতি অৰ্জ্জন কৰিছিল।

লণ্ডনত আমি শ্যামজী কৃষ্ণবৰ্ম্মা আৰু তেওঁৰ ভাৰত-ভৱনৰ কথাও শুনিছিলোঁ। কেতিয়াবা কেতিয়াবা আমি তেওঁৰ 'ইণ্ডিয়ান চছিয়'লজিষ্ট' কাকতখন দেখিছিলোঁ। তাৰ বহুত দিনৰ পিচত ১৯২৬ চনত জেনেভাত শ্যামজীক দেখা পাইছিলোঁ। তেতিয়াও 'ইণ্ডিয়ান চছিয়'লজিষ্টৰ' কোনো কোনো সংখ্যাৰে তেওঁৰ জেপ ওলমি আছিল। তেওঁৰ ওচৰলৈ যোৱা প্ৰায় সকলো ভাৰতীয়কেই তেওঁ বৃটিছ চৰকাৰৰ চোৰাংচোৱা বুলি সন্দেহ কৰিছিল।

লণ্ডনতো 'ইণ্ডিয়া অফিচে' স্থাপন কৰা ছাত্ৰ সভা আছিল। এই অনুষ্ঠানটো ভাৰতীয় ছাত্ৰৰ কাৰ্য্য-কলাপৰ গোপন অনুসন্ধান ৰাখিবলৈ কৰা হৈছিল বুলি সকলো ভাৰতীয়ই ভাবিছিল। মিছাও নাছিল কথাটো। তথাপি বহুত ভাৰতীয়ই ভাল পাওক, নেপাওক এই অনুষ্ঠানত যোগ দিবলৈ বাধ্য হৈছিল, কাৰণ তাৰপৰা প্ৰশংসা-বাণী নেপালে বিশ্ববিদ্যালয়ত ভৰ্তি হোৱা প্ৰায় অসম্ভৱেই আছিল।

ভাৰতৰ ৰাজনৈতিক অৱস্থাই দেউতাক সক্ৰিয় ৰাজনীতিলৈ টানি আনিলে। দেখি মোৰ বৰ ভাল লাগিল। অৱশ্যে দেউতাৰ ৰাজনৈতিক মত মই সমৰ্থন কৰা নাছিলোঁ। স্বাভাৱিকতে তেওঁ মধ্যমপন্থী দলত যোগদান কৰিলে। এই মধ্যমপন্থী-সকলৰ ভিতৰত কিছুমান আছিল তেওঁৰ চিনাকি আৰু কিছুমান ব্যৱসায়ৰ সহকৰ্ম্মী। তেওঁ নিজ প্ৰদেশত এখন প্ৰাদেশিক সম্মিলনৰ সভাপতিত্ব কৰিছিল আৰু বঙ্গদেশ আৰু মহাৰাষ্ট্ৰৰ চৰমপন্থীসকলৰ বিপক্ষে এটা শক্তিশালী দল গঠন কৰিছিল। যুক্ত প্ৰদেশৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ তেওঁ সভাপতিও হৈছিলগৈ। চুৰাটত ১৯০৭ চনত যেতিয়া বিশৃঙ্খল হৈ কংগ্ৰেছ ভাগি-ছিগি যায় তেতিয়া তেওঁ তাতে আছিল। ইয়াৰ পিচতে কংগ্ৰেছ মধ্যমপন্থী দলত পৰিণত হয়।

চুৰাটৰ ঘটনাসমূহৰ কিছুদিনৰ পিচতেই এইচ. ডব্লিউ. নেভিনচন্ এলাহাবাদত কিছুদিন দেউতাৰ আলহী হৈ আছিল। পিচত তেওঁ ভাৰতৰ বিষয়ে লিখা এখন পুথিত দেউতাৰ কথা লিখিছিল;—তেওঁ বোলে উদাৰতাৰ বাহিৰে আন সকলোতে মধ্যমপন্থী আছিল। দেউতাৰ বিষয়ে এই ধাৰণাটো পিচে ভুল হৈছিল, কাৰণ দেউতা ৰাজনীতিৰ বাহিৰে আন একোতে মধ্যমপন্থী নাছিল আৰু পদে পদে আন কি তেওঁৰ স্বভাৱৰ গুণে সেইকণো নোহোৱা হৈ পৰিছিল। গভীৰ অনুভূতি, তীব্ৰ ভাবাবেগ, দুৰ্জ্জয় আত্মাভিমান আৰু প্ৰবল ইচ্ছাশক্তি আছিল দেউতাৰ। এইবিলাক লৈ বাৰু

মানুহ চৰমপন্থী হ'ব পাৰে নে? তথাপি ১৯০৭-৮ চনত আৰু তাৰ পিচতো কেইবা বছৰো তেওঁ মধ্যমপন্থীসকলৰ ভিতৰতে মধ্যমপন্থী আছিল যে তাত সন্দেহ নাই। চৰমপন্থীসকলক তেওঁ সমূলি দেখিব নোৱাৰিছিল মাত্ৰ এজনৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল—সেইজন হৈছে তিলক।

কিয় বাৰু? আইন আৰু সংবিধান সম্পৰ্কে তেওঁৰ জ্ঞান থকাৰ কাৰণে, আইনজ্ঞ আৰু সংবিধান বিশেষজ্ঞ এজনৰ দৃষ্টি-ভঙ্গীৰে ৰাজনীতি গ্ৰহণ কৰাটো তেওঁৰ পক্ষে স্বাভাৱিক কথা আছিল। পৰিষ্কাৰ ভাব-চিন্তাৰে তেওঁ দেখিবলৈ পাইছিল যে, কথাৰ জোখাৰে কাম কৰিব নোৱাৰিলে এনেয়ে দমদমনি মাৰি একো লাভ নাই। কাৰ্য্যকৰী কৰ্ম্মপন্থা চকুৰ আগত দেখা নাছিল। স্বদেশী আৰু বয়কট আন্দোলনৰপৰা যে বৰ ডাঙৰ কিবা এটা হ'ব সেইটো তেওঁৰ মনে ধৰা নাছিল। তাৰ উপৰি এইবিলাক আন্দোলনৰ পটভূমি আছিল ধৰ্ম্ম সম্পৰ্কীয় জাতীয়তাবাদ। এই কথাটো আছিল তেওঁৰ প্ৰকৃতি-বিৰুদ্ধ। ভাৰতৰ পুৰণি দিনবোৰ আকৌ উভতি আহক বুলি তেওঁ পাচলৈ ঘূৰি চোৱা নাছিল। সেইবোৰ বুজিবলৈকো চেষ্টা কৰা নাছিল আৰু তাৰ প্ৰতি তেওঁ কোনো সহানুভূতিও নেদেখুৱাইছিল। জাতিভেদ আদি বহুত পুৰণি সামাজিক প্ৰথা তেওঁ ভাল নেপাইছিল। সেইবোৰক তেওঁ প্ৰতি-ক্ৰিয়াশীল বুলি গণ্য কৰিছিল। পশ্চিমীয়া দেশবোৰলৈ চাই পাশ্চাত্য দেশৰ উন্নতিৰ প্ৰতি তেওঁ বৰ আকৃষ্ট হৈছিল আৰু ভাবিছিল যে, ইংলণ্ডৰ সংস্পৰ্শত তেনেকুৱা উন্নতি সম্ভৱপৰ হ'ব পাৰে।

সামাজিকভাৱে ক'বলৈ গলে, ১৯০৭ চনত হোৱা ভাৰতীয় জাতীয়তাবাদৰ পুনৰুত্থান দেখ্‌দেখকৈয়ে প্ৰতিক্ৰিয়াশীল আছিল। প্ৰাচ্য দেশৰ আৰু দুই এঠাইত হোৱাৰ দৰে ভাৰতৰ নতুন জাতীয়তাবাদ আছিল ধৰ্ম্ম সম্পৰ্কীয় জাতীয়তাবাদ। গতিকে মধ্যমপন্থীসকলেই এটা অধিক প্ৰগতিশীল সামাজিক দৃষ্টিভঙ্গীৰে আগ বাঢ়িছিল। পিচে হলে কি হ'ব—তেওঁলোক আছিল উচ্চ থাপৰ এমুঠি মানুহ, জনসাধাৰণৰ লগত তেওঁলোকৰ সংস্পৰ্শই নাছিল। তেওঁলোকে অৰ্থনৈতিক দৃষ্টি-কোণৰপৰা কথাবিলাক চোৱা নাছিল, চাইছিল উচ্চ মধ্যবিত্ত শ্ৰেণীৰ দৃষ্টিকোণৰপৰা, কাৰণ আংশিকভাৱে তেওঁলোক নিজেই আছিল সেই শ্ৰেণীৰ প্ৰতিনিধি আৰু তেওঁলোকৰ আছিল প্ৰসাৰৰ প্ৰয়োজন। জাতিভেদ প্ৰথা, দুৰ্ব্বল কৰি দিবলৈ আৰু উন্নতি-পথৰ অন্তৰায় হৈ থকা পুৰণি সামাজিক প্ৰথাবিলাক নাইকিয়া কৰিবৰ কাৰণে তেওঁলোকে সৰুসুৰা কিছুমান সামাজিক সংস্কাৰ সাধন কৰিবলৈ আগবাঢ়ি গৈছিল।

মধ্যপন্থীসকলৰ লগত যোগ দি দেউতাই আক্ৰমণমূলক কাৰ্য্যপন্থাৰে আগবাঢ়িল। বঙ্গদেশ আৰু পঞ্জাবৰ দুই এজন নেতাৰ বাহিৰে চৰমপন্থীসকলৰ সৰহ ভাগেই আছিল ডেকা। ডেকামখাৰ ইমান সাহ দেখি দেউতাৰ বৰ খং উঠিছিল। কোনোবাই তেওঁৰ লগত বিৰোধী মত পোষণ কৰিলে তেওঁ সহিব নোৱাৰিছিল, অধৈৰ্য্য হৈ উঠিছিল। যিবিলাকক তেওঁ মূৰ্খ বুলি ভাবিছিল, সেইবিলাকক পালেই আক্ৰমণ কৰিছিল আৰু সুবিধা পালে সুখেৰে নেৰিছিল। কেম্ব্ৰিজ এৰাৰ কিজানি পিচতে হ'ব পাৰে, মোৰ মনত পৰে, তেখেতে লিখা এটা প্ৰবন্ধ পঢ়ি মোৰ বিৰক্তি লাগিল। দেউতালৈ এখন চিঠি লিখিলোঁ। তাত বৰং অৱাঞ্ছিতভাৱেই মই এটা

ইঙ্গিত দিছিলোঁ যে, বৃটিছ চৰকাৰে তেওঁৰ ৰাজনৈতিক কাৰ্য্য-কলাপত বৰ আনন্দ পাইছে। ঠিক এই ধৰণৰ ইংগিতেই তেওঁক বলিয়া কৰি তোলে। বৰং খং উঠিল তেওঁৰ। তেওঁ মোক তৎক্ষণাত ইংলণ্ডৰপৰা উভতি আহিবলৈ লিখিবই খুজিছিল।

মই কেম্ব্ৰিজত থকা সময়ছোৱাতে এটা প্ৰশ্ন উঠিছিল—ভৱিষ্যতে মই কি কৰা ভাল হ'ব। কিছু সময় ভাৰতীয় চিভিল চাৰ্ভিচৰ বিষয়ে কল্পনা-জল্পনা চলিল। ভাৰতীয় চিভিল চাৰ্ভিচৰ জাকজমকতা তেতিয়াও মানুহ ভোল যোৱা অৱস্থাতে; কিন্তু সেয়া জল্পনা-কল্পনা সিমানতে ৰ'ল, কাৰণ তাৰ কাৰণে দেউতায়ে বা ময়ে কোনো আগ্ৰহান্বিত নাছিলোঁ। তাৰ প্ৰধান কাৰণ আছিল বোধহয় মোৰ কম বয়স। মই যদি চিভিল চাৰ্ভিচ পৰীক্ষা দিবলগীয়া হয়, তেন্তে মই তাতে ডিগ্ৰী লোৱাৰ পিচত আৰু তিনি চাৰি বছৰ বেচিকৈ থাকিবলগীয়া হয়। কেম্ব্ৰিজত ডিগ্ৰী লোৱাৰ সময়ত মোৰ বয়স আছিল ২০ আৰু চিভিল চাৰ্ভিচ পৰীক্ষাৰ কাৰণে তেতিয়া বয়সৰ সীমা আছিল ২২-২৪। পৰীক্ষাত কৃতকাৰ্য্য হলে আকৌ ইংলণ্ডত আৰু এবছৰ থাকিব লাগিলহে'তেন। ইপিনে মই ইমান দিন দীঘলীয়াকৈ ইংলণ্ডত থকাৰ কাৰণে, ঘৰত সকলোৱে টান পোৱা হৈছিলগৈ। গতিকে শেহত পৈতৃক ব্যৱসায় ওকালতিকে ল'বলৈ ঠিক কৰা হ'ল।

আচৰিত কথা, ৰাজনীতিত ক্ৰমান্বয়ে চৰমপন্থী হৈ আহিছিলোঁ যদিও, ভাৰতীয় চিভিল চাৰ্ভিচত যোগ দি ভাৰতত বৃটিছ চৰকাৰৰ শাসনযন্ত্ৰৰ চকৰিৰ দাঁত স্বৰূপ হোৱা কথাটোৰ বৰ বেচি প্ৰতিবাদ কৰা নাছিলোঁ। পিচৰ জীৱনত তেনেকুৱা এটা কথা মোৰ কাৰণে অতিশয় বুচি বিৰুদ্ধই হ'লহে'তেন।

১৯১০ চনত ডিগ্ৰী লোৱাৰ পিচত মই কেম্ব্ৰিজ এৰিলোঁ। দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ পাই, মাজে মধ্যমেহে বিজ্ঞানৰ ট্ৰাইপছ পৰীক্ষাত সৰকিছিলোঁ। তাৰ পিচত দুটা বছৰ লণ্ডনত অনাই-বনাই ঘূৰি ফুৰিলোঁ। আইনৰ পুথি পঢ়াত মোৰ বেচি সময় নেলাগিছিল। সুযশ বা কুযশ কোনোটো নোহোৱাকৈ মই ইটোৰ পিচত সিটো পৰীক্ষা পাছ কৰি গৈ আছিলোঁ। তাৰ পিচৰ কালছোৱা বিশেষ একো নকৰাকৈ কটাইছিলোঁ, সাধাৰণভাৱে কিতাপ-পত্ৰ পঢ়িছিলোঁ। 'ফেবিয়ান' আৰু সমাজবাদী ভাবধাৰাৰ প্ৰতি কিছু আকৃষ্ট হৈছিলোঁ আৰু তেতিয়াৰ দিনৰ ৰাজনৈতিক আন্দোলনৰ কথা-বতৰাবিলাক বৰ ভাল পাইছিলোঁ। বিশেষকৈ আয়াৰ্লেণ্ড আৰু স্ত্ৰী ভোটাধিকাৰ --এই দুটাৰ বিষয়ে মন মোৰ বৰ সজাগ আছিল। মোৰ মনত আছে ১৯১০ চনত মই আয়াৰ্লেণ্ডলৈ যাওঁতে 'ছিন ফেইন'ৰ প্ৰথম আৰম্ভণিখিনিৰ প্ৰতিও মোৰ মনটো আকৃষ্ট হৈছিল।

লণ্ডনত হে'ৰৰ বন্ধু কেইজনমান লগ পাইছিলোঁ। তেওঁলোকৰ লগত পৰি মই কিছুমান ব্যয়সংকুল বিলাসিতাত অভ্যস্ত হৈ উঠিছিলোঁ। প্ৰায়েই দেউতাই মোক খৰচ কৰিবলৈ দিয়া টকাখিনিৰে নটা হৈছিল আৰু অতি সোনকালে মোৰ স্বভাৱ নষ্ট হোৱা বুলি ভাবি তেওঁ বৰ বিব্ৰত হৈ পৰিছিল। কিন্তু দৰাচলতে, মই ইমান ভাওৰ কাম একো কৰা নাছিলোঁ। চহৰীয়া বুলি যে কয় তেনেকুৱা ধনী, কিন্তু কিছু বুদ্ধিহীন ইংৰাজ কিছুমানক অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিলোঁ মাত্ৰ। নকলেও হ'ব, এই ধৰণৰ আলসুৱা উদ্দেশ্যবিহীনভাৱে জীৱন কটাই মই নিজৰ কোনো উন্নতি

সাধন কৰা নাছিলোঁ। আগৰ মোৰ উৎসাহ-উদ্যমবোৰ তল পৰি গ'ল, ওপৰলৈ উঠিল মাত্র মোৰ আত্মাভিমান।

বন্ধত কেতিয়াবা কেতিয়াবা ইউৰোপত ফুৰিছিলোঁ। ১৯০৯ চনৰ জহকালি কাউণ্ট জেপেলিনে তেওঁৰ নতুন আকাশী জাহাজত কানস্টাণ্চ্ হ্ৰদৰ পাৰৰ ফ্রেডাৰিছ্ শ্বেফেনৰপৰা উৰি আহি পোৱা সময়ত দেউতা আৰু মই গৈ গৈ বাৰ্লিন পাইছিলোঁগৈ। মোৰ মনেৰে সেইটোৱেই এটাইতকৈ দীঘলীয়া আকাশ-ভ্ৰমণ। এই কৃতকাৰ্য্যতা উপলক্ষে উৎসৱ পালন কৰি তেওঁক অভ্যৰ্থনা জনোৱা হৈছিল আৰু জাৰ্ম্মানীৰ কাইজাৰে তেওঁক আনুষ্ঠানিকভাৱে সমৰ্দ্ধনা জনাইছিল। দহ লাখ কি কুৰি লাখ মানুহৰ এটা জনতা বাৰ্লিনৰ টেম্পল্‌হিথ্ পথাৰত বৈ আছিল। জেপেলিনখন ঠিক সময়ত পালেহি আৰু আমাৰ ওপৰে ওপৰে অতি লয়লাসেৰে আমাক প্ৰদক্ষিণ কৰিবলৈ ধৰিলে। হোটেল এড্‌লনৰপৰা সেইদিনা হোটেলৰ বাসিন্দা সকলোকে কাউণ্ট জেপেলিনৰ এখন ধুনীয়া ছবি উপহাৰ দিছিল। ছবিখন মোৰ এতিয়াও আছে।

দুমাহ মানৰ পাচত পেৰিচত প্ৰথম আকাশী জাহাজে চহৰখনৰ ওপৰেদি আইফেল টাৱাৰৰ চাৰিওফালে ঘূৰা দেখা পালোঁ। জাহাজ-চালকৰ নামটো কমেটে-ডি-লেম্বাৰ্ট আছিল হ'ব পায়। ওঠৰ বছৰৰ পিচত যেতিয়া পেৰিচলৈ গৈছিলোঁ, তেতিয়া দেখিছিলোঁ—আটলাণ্টিক মহাসাগৰৰ মাজেদি চকচকীয়া কাঁড় এডালৰ দৰে অহা লিন্‌ডেনবাৰ্গ।

১৯১০ চনত কেম্ব্ৰিজত ডিগ্ৰী লোৱাৰ অলপ পিচতে নৰৱেত এবাৰ ধেমালিতে আকাশী জাহাজত ফুৰিবলৈ যাওঁতে কথমপিহে সাৰিছোঁ। পৰ্ব্বতীয়া অঞ্চল-বিলাকৰ মাজেদি আমি গৈ গৈ আমাৰ গন্তব্যস্থান এটা সৰু হোটেলত ভাগৰে-জুগৰে উঠিলোঁগৈ। আমি গা ধুবলৈ বিচাৰিলোঁ। গা ধোৱাটো সিহঁতৰ কাৰণে নাশুত-নাশ্ৰুত যেন লাগিছিল। হোটেলতো তাৰ ব্যৱস্থা একো নাছিল। কোনোবাই কলেহি ওচৰৰে এটা জুৰিত আমি গা ধুলে ধুব পাৰোঁ। গতিকে হোটেলৰপৰা উদাৰভাৱে দিয়া মেজ-ঢাকনিয়ে নে মুখচাই তাকে লৈ আমি দুজন—এজন ইংৰাজ ডেকা আৰু মই জুৰিটোলৈ গলোঁ। জুৰিটো অলপ দূৰতে গোটখাই থকা বৰফৰ-পৰা হৰ্‌হৰাই দম্‌দমাই নামি আহিছে। পানীলৈ নামি গলোঁ। পানী দ নাছিল কিন্তু চেঁচাত গোট মাৰো মাৰো অৱস্থা আৰু তাৰ তলিখন অতিপাত পিছল। মই পিছল খাই পৰি গলোঁ। বৰফৰ চেঁচা পানীত মোৰ গোটেই গাতো জিন্‌জিনাই গ'ল। মোৰ গাত কতো সাৰ-সিকাতি লোহোৱা হৈ গ'ল, হাত-ভৰি লৰাব নোৱাৰা হলোঁ, পানীৰ সোঁতে বেগেৰে উটুৱাই লৈ গ'ল। লগৰীয়া ইংৰাজজনে যি হওক কোনোমতে পানীৰপৰা ওলাই জুৰিটোৰ কাষে কাষে লৰিবলৈ ধৰিলে আৰু পিচত মোক কথমপি ভৰি এখনত ধৰি টানি উলিয়াই আনিলে। কি যে বিপদত আমি পৰিছিলোঁ, পিচতহে আমাৰ গালৈ গম আহিছে, কাৰণ তাৰপৰা দুশ-তিনিশমান গজ দূৰতে, সেই পৰ্ব্বতীয়া জুৰিটো এটা গৰাখৰপৰা খিয়ৈ পৰি এটা জলপ্ৰপাতত পৰিণত হৈছে। এই জলপ্ৰপাততেই ঠাইডোখৰত এটা ধুনীয়া দৃশ্য।

১৯১২ চনৰ জহকালি মই যোৰিন্টাৰি পাছ কৰিলোঁ। সেই বছৰৰে শৰৎ কালত,

সাত বছৰতকৈয়ো বেচি দিন ইংলণ্ডত থকাৰ পিচত একেবাৰেই ভাৰতলৈ উভতিলোঁ। মাজতে বন্ধত দুবাৰ মই ঘৰলৈ গৈছিলোঁ; কিন্তু এইবাৰ একেবাৰেই উভতিলোঁ আৰু বোম্বাইত নামিয়েই মোৰ এনেকুৱা লাগিল মই যেন এটা সৰু ল'ৰা মাত্ৰ; তাৰ বাহিৰে দেখুৱাবলৈ আৰু মোৰ ভিতৰত কোনো সদ্‌গুণেই নাই।

## ঘৰলৈ প্ৰত্যাৱৰ্ত্তন আৰু ভাৰতত যুদ্ধকালীয়া ৰাজনীতি

১৯১২ চনৰ শেষৰ ফালে ৰাজনীতিৰ ফালৰপৰা ভাৰতবৰ্ষ বৰ সেৰেকা আছিল। তিলক আছিল জে'লত, চৰমপন্থীসকলক দবাই ৰখা হৈছিল আৰু কথা ৰজাব পৰা নেতাৰ অভাৱত তেওঁলোকৰ অৱস্থাৰ অৱনতি ঘটিছিল। বঙ্গ-ভঙ্গ হোৱাৰ পিচত বঙ্গদেশ শান্ত হৈ পৰিছিল আৰু মধ্যমপন্থীসকল মিণ্ট' মৰ্লে সংস্কাৰৰ পক্ষে বলিষ্ঠ সমৰ্থক হিচাপে থিয় দিছিল। সাগৰৰ সিপাৰে বিদেশত থকা বিশেষকৈ দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলৰ ভালাভাল সম্পৰ্কে মানুহ কিছু সচেতন হৈছিল। কংগ্ৰেছ আছিল এটা মধ্যমপন্থী লোকৰ সমাবেশ; বছৰি এবাৰকৈ তেওঁলোক গোট খাইছিল। কিছুমান দুৰ্ব্বল প্ৰস্তাব গ্ৰহণ কৰিছিল মাত্ৰ। কাৰো বিশেষ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰিছিল।

১৯১২ চনৰ বৰদিনৰ ভিতৰত বাঙ্কিপুৰ কংগ্ৰেছলৈ মই প্ৰতিনিধি হৈ গৈছিলোঁ। সেইখন আছিল বিশেষকৈ ইংৰাজী জনা ওপৰ শ্ৰেণী মানুহৰ মেল আৰু তাত বৰকৈ দেখা গৈছিল চাহাবসকলে ৰাতিপুৱা পিন্ধা কোট আৰু ধুনীয়াকৈ ইস্ত্ৰী কৰা পটলুং। প্ৰকৃততে সেইখন আছিল সামাজিক সম্মিলন,—ৰাজনৈতিক উত্তেজনা বা সংঘাত তাত একো নাছিল। গোখ্‌লে তেতিয়া দক্ষিণ আফ্ৰিকাৰপৰা আহি পোৱা বেচি দিন হোৱা নাই আৰু তেৱেঁই আছিল সেই অধিবেশনৰ এটাইতকৈ লেখত ল'বলগীয়া মানুহ। সদায় ডাঙৰ ডাঙৰ কথাত থকা কামত একাণপতীয়া আৰু অসীম কৰ্ম্মশক্তিসম্পন্ন মানুহ আছিল গোখ্‌লে। ৰাজনীতি আৰু ৰাজহুৱা কাম-বনত আশাশুধীয়াকৈ লগা আৰু গভীৰভাৱে মনোনিবেশ কৰা যি দুই চাৰিজন মানুহ আছিল, তাৰ ভিতৰত গোখ্‌লেও এজন যেন লাগিছিল। তেওঁৰ ব্যক্তিত্বত মই মুগ্ধ হৈ পৰিলোঁ।

গোখ্‌লেই বাঙ্কিপুৰ এৰি যোৱাৰ সময়ত এটা তাৎপৰ্য্যপূৰ্ণ ঘটনা ঘটিল। সেই সময়ত তেওঁ লোকসেৱা আয়োগৰ এজন সভ্য আছিল। গতিকে নিজে ৰাওঁ বুলিলে ৰেলৰ প্ৰথম শ্ৰেণীৰ ডবাত যোৱাৰ অৰ্হতা তেওঁৰ আছিল। তেওঁৰ গা সিমান ভাল নাছিল। অবাঞ্ছনীয় মানুহ তেওঁৰ ওচৰলৈ গলে তেওঁ ধৈৰ্য্যচ্যুত হৈ পৰিছিল। তেওঁ একেবাৰেই অকলশৰে থাকিবলৈ বিচাৰিছিল। কংগ্ৰেছ অধিবেশনৰ হাড়ভঙা পৰিশ্ৰমৰ পিচত তেওঁ শান্তিৰে ৰেল-যাত্ৰা কৰিবলৈ আশা পালি আছিল। তেওঁৰ ডবাটো তেওঁ পালে, কিন্তু ৰেলৰ বাকী ডবাবিলাক কলিকতালৈ উভতি যোৱা প্ৰতিনিধিবৰ্গেৰে ঠাই খাই আছিল। কিছু সময়ৰ পিচত ভূপেন্দ্ৰনাথ বসু (পিচলৈ

তেওঁ 'ইণ্ডিয়া কাউঞ্চিল'ৰ সভ্য হৈছিলগৈ) আহি আন কথাৰ মাজত সুধিলে তেওঁ সেইটো ভবাতে যাব পাৰিব নে নোৱাৰে। বসু ডাঙৰীয়া আছিল অতিপাত কথকী মানুহ। গতিকে তেওঁক দেখি গোখলে আচৰিত হ'ল, কিন্তু তথাপি সন্মত নহৈ নোৱাৰিলে। কেইমিনিটমানৰ পিচত বসু ডাঙৰীয়া আকৌ গোখলেৰ ওচৰলৈ আহি তেওঁক সুধিলে তেওঁৰ বন্ধু এজনে তেওঁলোকৰ ভবাতে গলে কিবা আপত্তি আছে নেকি। গোখলে ডাঙৰীয়াই আকৌ লাহেকৈ সন্মতি জনালে। বেল এৰাৰ আগে আগেই বসু ডাঙৰীয়াই আকৌ কথাৰ মাজতে কলে যে তেওঁ আৰু তেওঁৰ বন্ধু দুয়োজন ওপৰৰ চাঙত শুই যাবলৈ বৰ অসুবিধা পাব। সেইদেখি সুধিলে তেওঁ (গোখলেই) ওপৰৰ চাঙত শুই যাবলৈ কিবা বেয়া পাব নেকি। আৰু সেইটোৱেই বোধহয় হ'লগৈ আৰু বেচেৰা গোখলেই ওপৰলৈ উঠি গ'ল আৰু অসুবিধাতে ৰাতিটো কটালে।

ওকালতিতেই ধৰিলোঁ। উচ্চ ন্যায়ালয়ত ভৰ্তি হলোঁ। ব্যৱসায়টো কিছুদূৰ ভাল লাগিল। ইউৰোপৰপৰা অহাৰ পিচত কেইমাহমান ভালেই লাগিছিল। ঘৰলৈ উভতি আহি পুৰণি কথা-বতৰা, পুৰণি মানুহ-দুনুহৰ মাজত সোমাই পৰি ভাল লাগিছিল; কিন্তু লাহে লাহে বাকীবিলাকৰ দৰেই মইয়ো যি ধৰণে জীৱন কটাবলগীয়া হ'ল তাত মোৰ এনেকুৱা লাগিল তাত কোনো নতুনত্বই নাই, মই যেন লক্ষ্যহীন, ব্যৰ্থ জীৱন এটাৰ মাজত নিজকে আৱদ্ধ কৰি ৰাখিছোঁ। মোৰ বোধেৰে, মোৰ সানমিহলি শিক্ষা-পদ্ধতিৰ কাৰণেই পাৰিপাৰ্শ্বিক অৱস্থাত মই সন্তুষ্ট হ'ব পৰা নাছিলোঁ। সাত বছৰ ইংলণ্ডত থাকোঁতে মোৰ মাজত গঢ় লৈ উঠা অভ্যাস আৰু ভাবধাৰাৰ লগত মোৰ সেই পাৰিপাৰ্শ্বিক অৱস্থা সমুলি খাপ খোৱা নাছিল। ভাগ্যে, মোৰ ঘৰুৱা পৰিৱেশ কিছু অনুকূল আছিল বুলি অলপ ৰক্ষা পৰিছিলোঁ। পিচে অকল তাৰেই বা কি হ'ব? বাকীখিনি আছিল 'বাৰ লাইব্ৰেৰী' আৰু 'ক্লাবঘৰ'। তাত সেই একেখিনি মানুহেই একেখিনি কথাকেই (সিও বেচিভাগ ওকালতি ব্যৱসায়ৰে) ফেনেকি থাকে। দেখা কথা—গোটেই পৰিৱেশটো বুদ্ধিজীৱী মানুহৰ পক্ষে আকৰ্ষণীয় নাছিল। জীৱনটো মোৰ কিবা সেমেকা সেমেকা যেন লাগিবলৈ ধৰিলে। তাত নাই যি নাই উপযুক্ত ধৰণৰ খেল-ধেমালিও একো নাছিল।

ই, এম্‌, ফষ্টাৰে অলপতে লিখা জি, লোজ ডিকিঞ্চনৰ জীৱনীত আছে—ডিকিঞ্চনে বোলে ভাৰতবৰ্ষৰ বিষয়ে এইদৰে কৈছিল "এটা দুটা জাতিয়ে লো বাৰু মিলেৰে থাকিব নোৱাৰে কিয়? তাৰ কাৰণ মাত্ৰ এইটোৱেই যে, ভাৰতীয় মানুহে ইংৰাজবিলাকক আমনি লগাই দিছিল। অতি সহজ আৰু অকাট্য সত্য" সম্ভৱ কিজানি ভাৰতত থকা সৰহ ভাগ ইংৰাজেই সেইদৰে ভাবে আৰু ভবাটো একো আচৰিতো নহয়। ফষ্টাৰে আৰু এঠাইত লিখিছে যে, ভাৰতত থকা প্ৰত্যেক ইংৰাজে নিজকে দখল কৰিবলৈ যোৱা সৈন্যদলৰে এজন বুলি ভাবে আৰু ফুৰা-চকাও কৰে সেইদৰেই। সেইদৰে ভবা আৰু আচৰণ কৰাটো একো অন্যায় নহয়। এনে অৱস্থাত দুটা জাতিৰ মাজত স্বাভাৱিক আৰু মুক্ত সম্বন্ধ গঢ়ি উঠাটো কোনোমতেই সম্ভৱ নহয়। ইংৰাজ আৰু ভাৰতীয়ই ইজনে সিজনৰ আগত বন্দুকৰ ভাও ধৰিহে থাকে। গতিকে স্বাভাৱিকতে ইজনে সিজনৰ আগত অস্বস্তি বোধ কৰে। ইজনে সিজনক

ভাল নেপায় আৰু দুয়ো আঁতৰা-আঁতৰি হৈ থাকি মুকলিভাৱে ফুৰা-চকা কৰিব পাৰিলেই ৰক্ষা পৰে।

সাধাৰণতে, ইংৰাজবিলাকে আমোলাতান্ত্ৰিক জগতৰ লগত সম্বন্ধ থকা একোখিনি ভাৰতীয় মানুহৰ লগতে ফুৰা-চকা কৰে, প্ৰকৃততে যিবিলাক মানুহক পালে মন ভাল লাগে সেইবিলাকক লগেই নাপায় আৰু, কেতিয়াবা তেনে মানুহ পালেও তাৰ লগত মন খুলি কথা পাতিব নোৱাৰে। বৃটিছ শাসনৰ আমোলত বৃটিছেই হওক বা ভাৰতীয়েই হওক আমোলা শ্ৰেণীটোক বহুত ওপৰলৈ তোলা হ'ল, আন কি তেওঁলোকৰ সামাজিক মানো বাঢ়িল; কিন্তু এই শ্ৰেণীটো অতিপাত নীৰস আৰু ঠেকমনা। আন কি, শিক্ষিত বুদ্ধিমান ইংৰাজ ডেকা এজনো যদি ভাৰতলৈ আহে তেন্তে অতি সোনকালে বুদ্ধি আৰু সংস্কৃতিৰ বিষয়ত তেওঁৰ এটা জড়তা আহি পৰে, জীবন্ত আদৰ্শ আৰু আন্দোলনৰপৰাই তেওঁ আঁতৰ হৈ যায়। গোটেই দিনটো অফিচত ইটোৰ পিচত সিটোকৈ নেৰানেপেৰাকৈ ফাইলৰ কাম কৰি আবেলি অলপ ব্যায়াম কৰি তেওঁ যায় ক্লাবলৈ। তাত তেওঁৰ নিচিনা অফিচিয়া লোকৰ লগত দুই-চাৰি আষাৰ কথা পাতি, হুইস্কি খাই, 'পাঞ্চ' সচিত্ৰ সাদিনীয়া আলোচনী আদি পঢ়েগৈ। পুথি তেওঁকেতিয়াবাহে পঢ়ে আৰু পঢ়িলেও নিজে ভালপোৱা পুৰণি পুথিৰহে পাত লুটিয়ায়। এনেকৈয়ে তেওঁৰ মানসিক অধঃপতন হয় আৰু পিচত তাৰ কাৰণে দোষ দিয়েগৈ ভাৰতবৰ্ষৰ গাত, ভাৰতৰ জলবায়ুৰ গাত আৰু তেওঁক বিৰক্ত কৰা বুলি গালি শপে আন্দোলনকাৰী জাতিটোক। তেওঁ বুজি নেপায় যে, ভাৰতৰ স্বেচ্ছাচাৰী শাসনতন্ত্ৰ আৰু আমোলাতন্ত্ৰৰে ধৰা-বন্ধা আইন-কানুন যাৰ তেওঁ এটা ক্ষুদ্ৰ অংশ; সেয়েহে তেওঁৰ বৌদ্ধিক আৰু সাংস্কৃতিক অধঃপতনৰ কাৰণ।

মাজে সময়ে ছুটী, বিলাতলৈ যোৱাৰ (ফাৰ্ল') সুবিধা আদি পায়ো যদি ইংৰাজ বিষয়াৰ সেয়ে অৱস্থা হয়, তেনেহলে তেওঁৰ সমানৰ বা তলতীয়া ভাৰতীয় বিষয়া-সকলৰ অৱস্থাও যে তাতকৈ ভাল হ'ব, ক'ব নোৱাৰি; কাৰণ তেওঁলোকেও সেইসকলৰ আৰ্হিতে গঢ় লৈ উঠিবলৈ যত্ন কৰিছিল। সাম্ৰাজ্যৰ ৰাজধানী নতুন দিল্লীত কেতিয়াবা উচ্চপদস্থ চাকৰিয়ালৰ লগত বহিলে অবিৰাম শুনা গৈছিল কেৱল তেওঁলোকৰ পদোন্নতি, ছুটীৰ নিয়ম, ফাৰ্ল', বদলি আৰু অফিচৰ ইটো-সিটো সৰু-সুৰা কেলেঙ্কাৰীৰ কথা। ইয়াতকৈ নীৰস অভিজ্ঞতা আৰু কি হ'ব পাৰে?

কলিকতা আৰু বোম্বাই চহৰৰ কিছু অংশৰ বাহিৰে আন ঠাইৰ সৰহভাগ ভাৰতীয় মধ্যবিত্ত মানুহৰ অন্তৰতে এই অফিচ আৰু চাকৰিৰ মনোভাৱে শিপাই পেলাইছিল। ব্যৱসায়ী, উকিল, ডাক্তৰ আৰু আন কিছুমান মানুহ তাৰ কবলত ভালকৈয়ে পৰি গৈছিল আৰু আন কি আধা চৰকাৰী বিশ্ববিদ্যালয়ৰ শিক্ষাগুৰু-বিলাকো সেই মনোভাৱে বুৰাই পেলাইছিল। এই সকলো মানুহে এখন বেলেগ সংসাৰত বাস কৰিছিল। জনসাধাৰণৰ লগত, আন কি নিম্ন মধ্যবিত্ত শ্ৰেণীৰ লগতো তেওঁলোকৰ সম্বন্ধ ছিগি গৈছিল। এই উচ্চতৰ স্তৰটোতে ৰাজনীতি আৱদ্ধ আছিল। ১৯০৬ চনৰপৰা হোৱা বঙ্গদেশৰ জাতীয় আন্দোলনে পোন প্ৰথমে এইবিলাক মনোভাব জোকাৰি পেলালে আৰু বঙ্গদেশৰ নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ আৰু কিছুদূৰ জনসাধাৰণৰ মাজতো এটা নব জীৱনৰ সঞ্চাৰ কৰিলে। এয়ে পিচত

গৈ গান্ধীজীৰ* নেতৃত্বত অতি সোনকালে প্ৰবলতৰ হৈ উঠে; কিন্তু জাতীয়তাৰ আন্দোলনে প্ৰাণসঞ্চাৰ কৰে সঁচা পিচে ই বৰ ঠেক মনোবাদ আৰু ই সমস্ত শক্তি এনেকৈ আকৰ্ষণ কৰে যে, আন কামলৈ আৰু উৎসাহ-উদ্যম একো নথকা হৈ যায়।

সেই কাৰণে ইংলণ্ডৰপৰা আহি প্ৰথম ছোৱা মোৰ বৰ ভাল লগা নাছিল। আইন ব্যৱসায়তো মোৰ মন বৰকৈ বহা নাছিল। ৰাজনীতি বুলিলে মই বুজিছিলোঁ বিদেশী শাসনৰ বিপক্ষে আক্ৰমণমূলক জাতীয়তাবাদী কাৰ্য্যপন্থা, কিন্তু সেই সময়ত তাৰ কোনো সুযোগ নাছিল। কংগ্ৰেছত অন্তৰ্ভুক্ত হৈ মই তাৰ সভা-সমিতিত মাজে মাজে যোগ দিবলৈ ললোঁ। ভাৰতীয় শ্ৰমিকৰ ফিজিৰ চুক্তি বা দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ প্ৰশ্নৰ দৰে বিশেষ ধৰণৰ সমস্যা যেতিয়া আহি পৰে, তেতিয়া মই অতি উৎসাহেৰে যোগ দিওঁ আৰু কঠোৰ পৰিশ্ৰম কৰোঁ; কিন্তু সেইবোৰ আছিল সাময়িক কাম।

একে ধৰণে থাকি থাকি আমনি লাগিলে কেতিয়াবা চিকাৰ আদি কৰিবলৈ যাওঁ; কিন্তু চিকাৰত মোৰ বৰ হাত নাছিল আৰু তাৰ প্ৰতি আকৰ্ষণো সিমান নাছিল। তেনেকৈ বাহিৰে বাহিৰে হাবিয়ে-বননিয়ে ঘূৰি ফুৰি মই ভাল পাইছিলোঁ সঁচা, কিন্তু চিকাৰত জীৱ-জন্তু বধ কৰাৰ প্ৰতি হলে মোৰ সিমান লক্ষ্য নাছিল। দৰাচলতে অহিংস চিকাৰী বুলিয়ে মোৰ খ্যাতি আছিল। কাশ্মীৰত এটা ভালুক চিকাৰ কৰিছিলোঁ, সিও কিবা ভাগ্যৰ বলতহে। এটা কৃষ্ণসাৰ লৈ হোৱা ঘটনাই মোৰ চিকাৰৰ কাৰণে আগৰ যি অকণ উৎসাহ আছিল তাতো চেঁচাপানী ঢালিলে, সেই অকণমানি নিৰীহ প্ৰাণীটোৱে মৰ্ম্মান্তিক আঘাত পাই মোৰ ভৰিত বাগৰি পৰিল। চকুলোৰে তিতি থকা তাৰ চকুযুৰিৰে মোৰ ফালে মূৰ দাঙি সি করুণ-ভাবে চালে। তেতিয়াপৰাই সেই চকুযুৰি প্ৰায়েই মোৰ মানস পটত ভাহি উঠে।

---

* এই কিতাপত মহাত্মা গান্ধীক মই 'গান্ধীজী' বুলিয়েই উল্লেখ কৰিছোঁ কাৰণ তেখেতে নিজেই নামৰ লগত 'মহাত্মা' যোগ কৰাতকৈ এইদৰে লিখাটোকে বেচি ভাল পাইছিল; কিন্তু কোনো কোনো ইংৰাজ লিখকে লিখা পুথিয়ে-প্ৰবন্ধই এই "জী" টোৰ মই বৰ অদ্ভুত অৰ্থ কৰা দেখিবলৈ পাইছোঁ। কিছুমানে ভাবে মৰমৰ মানুহক মাতোঁতে ইয়াক ব্যৱহাৰ কৰা হয়—অৰ্থাৎ "গান্ধীজী" মানে 'গান্ধী-সোণাই'; সেইটো কেতিয়াও হ'বই নোৱাৰে। ভাৰতীয় জীৱনৰ বিষয়ে জ্ঞান নাইকিয়াবিলাকেহে সেইদৰে ভাবে। 'জী' শব্দটো ভাৰতৰ যি কোনো মানুহৰ নামৰ পিচতে যোগ কৰা হয়—পুৰুষেই হওক বা তিৰোতাই হওক, ল'ৰাই হওক বা ছোৱালীয়েই হওক। মান্যাৰ্থে ব্যৱহাৰ কৰিবলৈ প্ৰত্যয় যোগ কৰা হয়—ইংৰাজী মিষ্টাৰ, মিছ, মিচেছ্ অৰ সলনি। মান্যাৰ্থে ব্যৱহাৰ কৰা খণ্ডবাক্য, শব্দৰ আগে-পিচে ব্যৱহাৰ কৰা প্ৰত্যয় আদি সূচক শব্দত হিন্দুস্থানী ভাষা চহকী। সেইবিলাকৰ ভিতৰত 'জী' টোৱেই এটাইতকৈ বেচি ব্যৱহৃত আৰু মধুৰ শব্দ আৰু সম্পূৰ্ণ শুদ্ধও। মোৰ ভনী জোঁৱাই, শ্ৰী আৰ. এছ. পণ্ডিতৰপৰা জানিব পাৰিলোঁ এই জী শব্দটোৰ এটা বহুকলীয়া মৰ্য্যাদাপূৰ্ণ পৰম্পৰা আছে। সংস্কৃত আৰ্য্য শব্দৰপৰা হোৱে ই ওলাইছে। সংস্কৃতত আৰ্য্য শব্দৰ অৰ্থ ভদ্ৰলোক বা ভদ্ৰৰৰ সন্তান (জাৰ্ম্মান নাজীবিলাকৰ আৰ্য্য নামক আৰু প্ৰাকৃতত এই 'আৰ্য্য' 'অজ্জ' হয় আৰু তাৰপৰা গৈ শেষত মুঠেই জী হলগৈ।

সেই প্ৰথম কিবছৰত গোখ্‌লেৰ "ছাৰ্ভেণ্ট্‌ছ অৱ ইণ্ডিয়া ছোছাইটি"ৰ প্ৰতি মই কিছু আকৃষ্ট হৈছিলোঁ। ইয়াৰ ৰাজনীতি অতি মধ্যমপন্থী আছিল। সেই এটা কাৰণত আৰু তাৰ উপৰি মই মোৰ আইন ব্যৱসায় এৰিবলৈকো ভাল পোৱা নাছিলোঁ—এই দুই কাৰণত মই তাত যোগ দিয়াৰ কথা ভবাই নাছিলোঁ; কিন্তু সেই সমাজত সভ্যসকল কেৱল দেশসেৱাৰ কাৰণে আত্মনিয়োগ কৰা মানুহ আছিল কাৰণে তেওঁলোকৰ প্ৰতি মোৰ অশেষ শ্ৰদ্ধা আছিল। মই ভাবিছিলোঁ—ইয়াত অন্ততঃ একেবাৰেই শুদ্ধ পদ্ধতিৰে নহলেও কিছু কাম হৈছিল—পোনপটীয়া, আশাশুধীয়া আৰু একেৰাহে চলি থকাকৈ।

পিচে, ৰাজনীতিৰ লগত সমন্ধ নথকা এটা কথাত শ্ৰীনিবাস শাস্ত্ৰীৰপৰা এবাৰ মনত মই বৰ বেজাৰ পালোঁ। ছাত্ৰ-সভা এখনত বক্তৃতা দিওঁতে তেওঁ কৈছিল যে ছাত্ৰসকলে শিক্ষক আৰু অধ্যাপকসকলৰ প্ৰতি শ্ৰদ্ধাশীল আৰু অনুগত হোৱা উচিত আৰু স্বীকৃত কৰ্তৃপক্ষৰ নিয়ম-কানুন সাৱধানে মানি চলা উচিত। এনেকুৱা নিৰীহ ধৰণৰ উপদেশ মোৰ বৰ ভাল লগা নাছিল। উপৰিচাসকলক সদায় মানি চলিবলৈ দিয়া উপদেশবিলাক বৰ গতানুগতিক আৰু অবাঞ্ছনীয় যেন লাগিছিল। ভাৰতত প্ৰচলিত আধা-চৰকাৰী হাব-ভাবৰ ফলতে এনে হোৱা বুলি মোৰ ধাৰণা হৈছিল। শাস্ত্ৰীয়ে আৰু কলে যে, ছাত্ৰসকলেও ইজনে সিজনৰ দোষ-ত্ৰুটিবিলাক তৎক্ষণাত ওপৰৱালাসকলৰ আগত লগাই দিব লাগে। অৰ্থাৎ সহজ কথাত ক'বলৈ গলে, তেওঁলোকে ইজনে সিজনৰ ওপৰত চকু ৰাখিব আৰু চোৰাংচোৱাৰ কাম কৰিব। শাস্ত্ৰী ডাঙৰীয়াই সিমান টানকৈ কোৱা নাছিল যদিও তাৰ অৰ্থ মই পৰিষ্কাৰকৈ বুজি পাইছিলোঁ। এজন নেতাই যে ছাত্ৰসকলক বন্ধুভাৱে এনেকুৱা উপদেশ দিব পাৰে, শুনি আচৰিত হলোঁ। ইংলণ্ডৰপৰা উভতি অহা মোৰ সৰহ দিন হোৱা নাই। তাত থাকোঁতে স্কুল-কলেজত ইয়াকে এটাইতকৈ বেছি শিকিছিলোঁ যে লগৰীয়াৰ বিপক্ষে কেতিয়াও আনক লগাব নেপায়। নিজৰ লগৰীয়াৰ কথা মনে মনে গম লৈ ফুৰি লোকৰ আগত লগাই তেওঁক বিপদত পেলোৱাতকৈ শিষ্টাচাৰৰ বিৰুদ্ধে আৰু ডাঙৰ পাপ একো নাই। হঠাৎ এই নীতিৰ বিপৰীত কথা শুনি মই হতভম্ব হৈ গলোঁ। মোৰ ধাৰণা হ'ল যে মই পোৱা শিক্ষাৰ লগত শাস্ত্ৰী ডাঙৰীয়াৰ নীতিৰ বহুত পাৰ্থক্য।

দ্বিতীয় মহাযুদ্ধই আমাৰ সকলো মনোযোগ আকৰ্ষণ কৰিলে। ৰণথলী বহুত দূৰত। প্ৰথমতে আমাৰ গত যুদ্ধৰ চেঁচা বতাহ লগাহি নাছিল। ভাৰতবৰ্ষই তেতিয়াও যুদ্ধৰ ভয়াবহ ৰূপ উপলব্ধি কৰিব পৰা নাছিল। ৰাজনীতি লাহে লাহে নাইকিয়া হৈ যেন ক'ৰবাত বিলীন হৈ গ'ল। ভাৰত-ৰক্ষা আইনে (ইংলণ্ডৰ বৃটিছ দেশ-ৰক্ষা আইনৰ নিচিনা) দেশখন হাতৰ মুঠিত সুমুৱাই ললে। যুদ্ধৰ দ্বিতীয় বছৰৰপৰা পিচলৈ ষড়যন্ত্ৰ আৰু গুলী কৰি হত্যা কৰাৰ খবৰ আমি পাবলৈ ধৰিলোঁ আৰু পঞ্জাবত বল প্ৰয়োগ কৰি সৈন্য ভৰ্ত্তি কৰাৰ কথাও শুনিবলৈ পালোঁ।

বাহিৰত ৰাজভক্তি দেখুৱালেও ভিতৰি বৃটিছৰ প্ৰতি সহানুভূতি কমেই আছিল। মধ্যমপন্থী, চৰমপন্থী সকলোৱে জাৰ্ম্মানীৰ জয় হোৱাৰ কথা শুনি সন্তোষ পাইছিল। জাৰ্ম্মানীৰ প্ৰতি যে কিবা স্নেহ আছিল সেইটো নহয়, আমাৰ

শাসকসকলে এনেকৈ পাওক এয়ে আছিল আমাৰ অভিলাষ। দুৰ্ব্বল, অসহায় মানুহে এনেকৈয়ে লোকৰ হতুৱাই প্ৰতিশোধ ল'বলৈ বিচাৰে। আমাৰ ভিতৰত বহুতেই বোধহয় নানা সানমিহলিভাবেৰে যুদ্ধৰ গতি-বিধি লক্ষ্য কৰিছিলোঁ। যুদ্ধৰ লগত জড়িত থকা এটাইবিলাক জাতিৰ ভিতৰত ফ্ৰান্সৰ প্ৰতিয়েই কিজানি মোৰ সহানুভূতি আছিল বেচি। আমি অকণো মূল্য দিয়া নাছিলোঁ যদিও, মিত্ৰশক্তিৰ পক্ষে নেৰানেপেৰাকৈ চলাই থকা নিৰ্লজ্জ প্ৰচাৰে কিন্তু কিছু প্ৰভাৱ বিস্তাৰ কৰিছিল।

ৰাজনৈতিক কাৰ্য্য-কলাপ লাহে লাহে আকৌ বাঢ়ি আহিল। লোকমান্য তিলক জেলৰপৰা ওলাল। তেওঁ হ'মৰুল লীগ খুলিলে। তেনেকৈ মিছেচ্ বেছান্তেও খুলিলে। মই দুয়োটাতে যোগদান কৰিলোঁ, কিন্তু বেছান্তৰ লীগৰ কাৰণে বেচি কাম কৰিলোঁ। মিছেচ্ বেছান্ত ভাৰতৰ ৰাজনীতি ক্ষেত্ৰত লাহে লাহে বেচি সক্ৰিয় হৈ আহিবলৈ ধৰিলে। কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনবোৰ বেচি উত্তেজনাপূৰ্ণ হৈ আহিল। মুছলিম লীগ কংগ্ৰেছৰ লগে লগে খোজ মিলাই আগবাঢ়িল। চাৰিওফালে যেন বিজুলী প্ৰবাহ খেলি গ'ল। আমি সবহ ভাগ ডেকাই উৎফুল্ল হৈ উঠিলোঁ আৰু সোনকালেই বহুত কিবা-কিবি হ'ব বুলি আশা কৰিলোঁ। মিছেচ্ বেছান্তৰ অন্তৰীণে বুদ্ধিজীৱীসকলৰ উত্তেজনা বঢ়াই তুলিলে আৰু গোটেই দেশতে হ'মৰুল আন্দোলনটো সজীৱ কৰি তুলিলে। ১৯০৭ চনৰেপৰা পূৰ্ৱণি চৰমপন্থীসকল কংগ্ৰেছৰপৰা আঁতৰি আছিল। এতিয়া হ'মৰুল লীগাৰবিলাকে তেওঁলোকক যে টানিলেই তাৰ উপৰি মধ্যবিত্তশ্ৰেণীৰো বহুত মানুহ আহি তাত যোগ দিলে । হ'মৰুলে জনসাধাৰণকে স্পৰ্শ কৰা নাছিল।

মিছেচ্ বেছান্তক অন্তৰীণ কৰাৰ কাৰণে আন কি বুঢ়াসকলো জিকাৰ খাই উঠিল। তাৰ ভিতৰত বহুতো মধ্যমপন্থী নেতাও আছিল। অন্তৰীণ কৰাৰ আগে আগে শ্ৰীনিবাস শাস্ত্ৰীৰ বাগ্মিতাপূৰ্ণ বক্তৃতা শুনি আমি কিমান মুগ্ধ হৈছিলোঁ এতিয়াও মনত পৰে। পিচে, অন্তৰীণৰ ঠিক আগতেই নে ঠিক পিচতে হঠাৎ শাস্ত্ৰী ডাঙৰীয়া দেখোন নিমাত হৈ গ'ল। কামৰ সময় যেতিয়াই আহি পৰিল তেতিয়াই তেওঁৰপৰা আমি একো নোপোৱা হলোঁ। যিসময়ত তেওঁৰ নেতৃত্ব আটাইতকৈ আৱশ্যক, সেই সময়তে তেওঁক নীৰৱ দেখি সকলো হতাশ হৈছিল, সকলোৰে খং উঠিছিল। তেতিয়াৰপৰাই কিজানি মোৰ মনত এটা বিশ্বাস হ'ল যে শাস্ত্ৰী ডাঙৰীয়া কামৰ মানুহ নহয়, চৰম সমস্যাৰ লগত তেওঁৰ প্ৰতিভা খাপ নেখায়।

সি বিহুওক আন সকল মধ্যমপন্থী নেতা আগবাঢ়ি গ'ল। তাৰ ভিতৰৰে কিছুমান পিচত আকৌ উভতি আহিল, কিছুমান অৱশ্যে তাতে ৰ'লগৈ। সেই সময়ত ভাৰতত ইউৰোপীয় প্ৰতিৰক্ষা সৈন্যৰ দৰে চৰকাৰে মধ্যবিত্ত শ্ৰেণীৰ মাজৰপৰা গঠন কৰা ভাৰতীয় প্ৰতিৰক্ষা সৈন্যৰ বিষয়ে বহুত আলোচনা-বিলোচনা হোৱা মনত পৰে। আমাৰ ভাৰতীয় প্ৰতিৰক্ষা সৈন্যক ইউৰোপীয় প্ৰতিৰক্ষা সৈন্যতকৈ বহুত কথাতে বেলেগ ধৰণে ব্যৱহাৰ কৰা হৈছিল। এই অপমানজনক ভেদাভেদ উঠাই নিদিলে তাৰ লগত আমি সহযোগ নকৰাই উচিত বুলি ভাবিছিলোঁ। পিচে, বহুত আলোচনাৰ পিচত আমি যুক্তপ্ৰদেশত সহযোগ কৰাকে ঠিক কৰিলোঁ, কাৰণ আমি

ভাবিলোঁ যে যি হৈছে হৈছে, আমাৰ ডেকাসকলে সামৰিক প্ৰশিক্ষণ লোৱাটো ভাল কথা হ'ব। নতুন সৈন্যদলটোত ভৰ্ত্তি হ'বৰ কাৰণে মই দৰ্খাস্ত পঠালোঁ আৰু আঁচনিখন কাৰ্য্যত পৰিণত কৰিব কাৰণে এলাহাবাদত এখন কমিটিও গঠন কৰিলোঁ। কমিটিত দেউতাহঁতো আছিল;—দেউতা, ডঃ তেজবাহাদুৰ চাপ্ৰু, শ্ৰী চি. ৱাই. চিন্তামণি আৰু আন কেবাজনো মধ্যমপন্থী নেতা। কিন্তু কমিটি গঠন কৰোঁতে কৰোঁতে আহিল মিছেচ্ বেছান্তৰ অন্তৰীণৰ আদেশ আৰু আমি সকলো উত্তেজিত হৈ পৰিলোঁ। চৰকাৰৰ এই কাৰ্য্যৰ বিপক্ষে প্ৰতিবাদ হিচাপে সভা আৰু প্ৰতিৰক্ষা সৈন্য সম্পৰ্কীয় আন সকলো কাম বন্ধ কৰিবলৈ কমিটিৰ সভ্যসকলক সন্মত কৰালোঁ। এই মৰ্ম্মে অতি সোনকালে এখন ৰাজহুৱা জাননী দিয়া হ'ল। পিচে, মোৰ বোধেৰে ইয়াত চহী দিয়া ভালেমান লোকে যুদ্ধৰ সময়ত এনে ধৰণৰ আক্ৰমণমূলক কাম কৰি পিচত অনুতাপ কৰিছিল।

মিছেচ্ বেছান্তক অন্তৰীণ কৰাৰ ফলত দেউতা আৰু আন মধ্যমপন্থী নেতা-সকলে হ'মৰুল লীগত যোগ দিলে; কিন্তু কেইমাহমানৰ পিচত এই নেতাসকলৰ বহুতেই লীগৰপৰা ইস্তাফা দিলে। দেউতা হলে থাকিল আৰু লীগৰ এলাহাবাদ শাখাৰ সভাপতি হ'লগৈ।

নৈষ্ঠিক মধ্যমপন্থীসকলৰপৰা দেউতা লাহে লাহে আঁতৰি গ'ল। আমাক আওকাণ কৰা, ঘিণ কৰা কৰ্তৃপক্ষৰ ওচৰত অতিপাত মূৰ দোঁৱাই থকাৰ বিপক্ষে আবেদন-নিবেদন কৰাটো তেওঁৰ স্বভাৱবিৰুদ্ধ কথা। গতিতে তেওঁ বিদ্ৰোহ কৰি উঠিছিল, কিন্তু পুৰণি চৰমপন্থী নেতাসকলৰ প্ৰতি তেওঁৰ আকৰ্ষণ বেচি নাছিল। তেওঁলোকৰ কথা-বাৰ্ত্তা আৰু কাৰ্য্য-পন্ধতি তেওঁৰ কেনেবা লাগিছিল। মিছেচ বেছান্তক অন্তৰীণ কৰাৰ ঘটনা আৰু তাৰ পিচৰ ঘটনাৱলীয়ে তেওঁৰ ওপৰত গভীৰ প্ৰভাব বিস্তাৰ কৰিলে; তথাপি সমুখ সমৰত আগৰণুৱা হ'বলৈ থিৰাং কৰাৰ আগতে তেওঁ বহুত ভাবিছিল। সেই সময়ত তেওঁ প্ৰায়ে কৈছিল যে মধ্যমপন্থী কৌশল একো ভাল নহয়, কিন্তু হিন্দু-মুছলমান সমস্যাটোৰ কিবা এটা সমাধান কৰিব নোৱাৰালৈকে কোনো চেষ্টাই ফল নধৰে। সেইটোকে বিচাৰি পালেই তেওঁ আমাৰ লগতে যোগ দিবলৈ আগবাঢ়ি যাব—যিমানেই আমাৰ কম বয়স নহওক লাগে। আমাৰ ঘৰত বহা অল ইণ্ডিয়া কংগ্ৰেছ কমিটিৰ এটা অধিবেশনত এখন যুটীয়া কংগ্ৰেছ-লীগ আঁচনি প্ৰস্তুত কৰা হৈছিল।। সেই আঁচনি ১৯১৬ চনত লক্ষ্ণৌ-কংগ্ৰেছে গ্ৰহণ কৰাত তেওঁ বৰ সন্তোষ পালে, কাৰণ তাৰদ্বাৰা যুটীয়াভাৱে চেষ্টা চলোৱাৰ দুৱাৰ মুকলি হ'ল আৰু আন কি মধ্যমপন্থীদলৰ পুৰণি সহকৰ্ম্মীসকলৰপৰা আঁতৰি আহিবৰ হ'লেও তেওঁ কামত আগবাঢ়ি যাবলৈ সাজু হ'ল। এড্ৱিন মণ্টেগু ভাৰত সচিব হৈ আৰুতো আহি ভাৰতত থকালৈকে হিন্দু-মুছলমান উভয়ে একেলগে কাম কৰিলে। মণ্টেগু-চেমছ্‌ফৰ্ড প্ৰতিবেদন ওলোৱাৰ লগে লগে মতানৈক্য আৰম্ভ হ'ল আৰু পিচত ১৯১৮ চনৰ জহকালি দেউতাৰ সভাপতিত্বত লক্ষ্ণৌত বহা এখন বিশেষ প্ৰাদেশিক সন্মিলনতে দলৰ চূড়ান্ত বিভাজনে দেখা দিলে। এই সন্মিলনে মণ্টেগু-চেমছ্‌ফৰ্ড প্ৰস্তাৱসমূহৰ বিপক্ষে কিবা শক্তিশালী পন্থা অৱলম্বন কৰিব বুলি ভাবি, মধ্যমপন্থী-সকল সন্মিলনৰপৰা আঁতৰি থাকিল। পিচলৈ এই প্ৰস্তাৱসমূহ আলোচনা কৰিবলৈ

আহ্বান কৰা কংগ্ৰেছৰ বিশেষ অধিবেশনৰপৰাও তেওঁলোক আঁতৰি থাকিল। তেতিয়াৰপৰা তেওঁলোক কংগ্ৰেছৰ বাহিৰত।

মধ্যমপন্থীসকলৰ এটা দস্তুৰ আছিল—তেওঁলোকে কংগ্ৰেছৰ অধিবেশন আৰু অন্যান্য সভা-সমিতিৰপৰা মনে মনে আঁতৰি গুচি আহে আৰু সৰহভাগ লোক বিপক্ষে থাকিলেও তেওঁলোকৰ দৃষ্টিভংগীনো কি তাৰ বিষয়ে লোকক জানিবলৈ নিদিয়াকৈ আৰু তাক ৰজাবৰ কাৰণে অকণো মাত নমতাকৈয়ে থাকে। এই কথাটো মোৰ মনত বৰকৈ লাগিল। তেওঁলোকৰ এই দস্তুৰটো সম্পূৰ্ণ অপমানজনক আৰু ৰাজহুৱা কৰ্ম্মী-সকলৰ কাৰণে অবাঞ্ছনীয় যেন অনুভৱ কৰিলোঁ। মোৰ বোধেৰে বহুতে মানুহেই সেইদৰে ভাবিছিল আৰু কিজানি এই ভীৰুতাৰ কাৰণেই ভাৰতৰ ৰাজনীতিতেই তেওঁলোকৰ প্ৰায় একেবাৰেই স্থান নোহোৱা হ'লগৈ। মধ্যমপন্থীসকল একগোট হৈ কংগ্ৰেছ এৰি যোৱাৰ পিচত একমাত্ৰ শাস্ত্ৰী ডাঙৰীয়াহে কংগ্ৰেছ অধিবেশনবিলাকত যোগদান কৰিছিল আৰু নিজ মতামত ব্যক্ত কৰিছিল। এই কাৰণেই তেওঁ ৰাইজৰ শ্ৰদ্ধাভাজনো হৈছিল।

যুদ্ধৰ আগছোৱাত মোৰ নিজৰ ৰাজনৈতিক আৰু ৰাজহুৱা কাম-কাজ বৰ লেখত ল'বলগীয়া নাছিল। ৰাজহুৱা সভাত মই বক্তৃতা নিদিছিলোঁ। ৰাজহুৱা বক্তৃতা দিব নোৱাৰিম নোৱাৰিম যেন লাগিছিল, বৰ ভয় লাগিছিল। তাতে ইংৰাজীত বক্তৃতা দিয়াটো মই ভাল নেপাইছিলোঁ। ইপিনে হিন্দুস্তানীত বক্তৃতা দিয়া ক্ষমতা কিমান আছিল সেই বিষয়েও মোৰ সন্দেহ। এলাহাবাদত প্ৰথম ৰাজহুৱা সভাত দিয়া বক্তৃতাৰ বিষয়ে মোৰ এটা সৰু ঘটনা মনত পৰে। বোধহয় ১৯১৫ চনত হ'ব। তাৰিখ মনত নাই। ঘটনাৰ কোনটো আগ কোনটো পিচ; সিও মনত নাই। সেই সময়ত বাতৰি কাকত নিয়ন্ত্ৰণৰ কাৰণে এখন নতুন আইনৰ প্ৰবৰ্ত্তন হয়। সভা হৈছিল তাৰে প্ৰতিবাদত। চমুকৈ মই ইংৰাজীত এটা বক্তৃতা দিলোঁ। সভা শেষ হ'বলৈহে পালে ডঃ তেজবাহাদুৰ চাপ্ৰুৱে সভামণ্ডপৰ ওপৰতে সকলোৱে দেখাকৈ মোক সাৱটি ধৰি চুমা খালে। মই বৰ অপ্ৰস্তুত হলোঁ। মই কি কলোঁ আৰু কেনেকৈ কলোঁ তাত মুগ্ধ হৈ চাপ্ৰু ডাঙৰীয়াই মোক সেইদৰে আদৰ কৰা নাছিল, তেওঁৰ ইমান উপচি পৰা আনন্দৰ কাৰণ আছিল যে মই ৰাজহুৱা সভাত বক্তৃতা দিছোঁ আৰু তাৰপৰাই ৰাজহুৱা ক্ষেত্ৰত কৰ্ম্মীৰ সংখ্যা আৰু এটা বাঢ়িল। সেইদিনত ৰাজহুৱা কৰ্ম্মী বুলিলে বক্তৃতা দিয়া মানুহকে বুজাইছিল।

এলাহাবাদত আমাৰ ডেকাসকলৰ বহুতৰে মনত এটা ক্ষীণ আশা আছিল যে, ডক্টৰ চাপ্ৰুৱে কিজানি ৰাজনীতিত এটা প্ৰগতিশীল মনোভাব ল'ব। তেওঁ ভাবপ্ৰৱণ আছিল আৰু মধ্যমপন্থী দলৰ ভিতৰত তেওঁৱেই ৰাজনীতিত প্ৰগতিশীল হ'ব বুলি আশা কৰিছিলোঁ। তেওঁৰ তুলনাত দেউতাৰ তেজ আছিল অতি চেঁচা। অৱশ্যে এই বাহ্যিক আৱৰণৰ অন্তৰালত যথেষ্ট জুই লুকাই আছিল; কিন্তু দেউতাৰ স্থিৰ মনোবল তাক দেখি তেখেতৰপৰা আমি একো আশা কৰা নাছিলোঁ। কিছুদিনৰ কাৰণে আমি ডঃ চাপ্ৰুৰপৰাহে বেচি আশা কৰিছিলোঁ। পণ্ডিত মদনমোহন মালব্যই দীৰ্ঘদিন ধৰি ৰাজহুৱা কাম কৰিছিল। তেওঁৰ প্ৰতি আমি বৰ আকৃষ্ট হৈছিলোঁ আৰু সাহসেৰে দেশৰ নেতৃত্ব গ্ৰহণ কৰিবৰ কাৰণে তেওঁক টানি ধৰিছিলোঁ।

প্ৰথম সেই কিবছৰত আমাৰ ঘৰত ৰাজনীতিমূলক প্ৰশ্ন আলোচনা কৰাটো বৰ শান্তিৰ বিষয় নাছিল আৰু যেতিয়া প্ৰায়েই তাৰ কথা উল্লেখ হৈছিল তেতিয়াই বা-বতাহ গৰম হৈ পৰিছিল। মই লাহে লাহে চৰমপন্থীৰ ফালে ঢাল খোৱা কেৱল বক্তৃতাৰে ৰাজনীতি কৰাৰ তীব্ৰ সমালোচনা কৰা আৰু কাম কৰাত বেঁচি ভিৰ দিয়া দেউতাই লক্ষ্য কৰি আছিল, কিন্তু কাম কেনে ধৰণৰ হ'ব সেই বিষয়ে বৰ পৰিষ্কাৰ ধাৰণা নাছিল আৰু দেউতাই কেতিয়াবা ভাবিছিল যে, বংগদেশৰ কিছুমান ডেকাই লোৱা হিংসাত্মক পন্থাৰ প্ৰতি মই কিজানি বৰকৈ আকৃষ্ট হৈছোঁ। এইটো কথাৰ কাৰণে তেওঁৰ বৰ চিন্তা হৈছিল। পিচে, দৰাচলতে তাৰ প্ৰতি মই আকৃষ্ট হোৱা নাছিলোঁ; কিন্তু চলিত অৱস্থাৰ আগত যে নিৰ্ব্বিবাদে মূৰ দোঁৱাব নোৱাৰি আৰু তাৰ বিপক্ষে কিবা এটা কৰা উচিত এই ভাবটোৱে ক্ৰমান্বয়ে মোক ভালকৈয়ে লম্ভিবলৈ ধৰিলে। জাতীয় দৃষ্টিভঙ্গীৰপৰা সফলকাৰ্য্য হৈ উঠাটো বৰ সহজ যেন লগা নাছিল, কিন্তু ব্যক্তিগত আৰু জাতীয় সন্মান অটুট ৰাখিবৰ হলে বিদেশী শাসনৰ বিপক্ষে এটা আক্ৰমণাত্মক আৰু 'যুদ্ধং দেহি' মনোভাব নললে নহয়। মধ্যমপন্থীৰ জীৱন দৰ্শনত দেউতা নিজেই সন্তুষ্ট নাছিল। তেখেতৰ অন্তৰৰ ভিতৰত এটা মানসিক অন্তৰ্ব্বন্দ্ব সদায় চলি আছিল। দেউতা আছিল বৰ আঁকোৰগোজ বিধৰ, একেবাৰেই নিৰুপায় নহলে তেওঁ এটা মত এৰি আনটো নলৈছিল। মনৰ ভিতৰত হোৱা প্ৰকাণ্ড যুদ্ধ একোখনৰ পিচতহে তেওঁ একো একো খোজ আগলৈ গৈছিল, কিন্তু নিজৰ মনেৰে এটা অংশৰ লগত যুদ্ধ কৰি যেতিয়া তেওঁ এখোজ আগবাঢ়ি গৈছিল, তাৰ পিচত আৰু উভতি যোৱাৰ কথা নাই। এখোজ আগবাঢ়োঁতে তেওঁ কেতিয়াও উৎসাহৰ বশৱৰ্ত্তী হৈ তেনে কৰা নাই, কৰিছিল বিচাৰ-বুদ্ধিৰে সকলো বুজি শুনিহে, আৰু তাকে কৰি উঠাৰ পিচত আৰু উভতি চাবলৈ গলে তেওঁ নিজৰ মৰ্য্যাদা হানি হ'ব বুলি ভাবিছিল।

শ্ৰীমতী বেছান্তৰ অন্তৰীণৰ সময়ৰপৰাই তেওঁৰ ৰাজনীতিৰ বাহ্যিক পৰিৱৰ্ত্তনসমূহে দেখা দিলে। সেই সময়ৰপৰাই তেওঁৰ পুৰণি মধ্যমপন্থীদলৰ লগৰীয়াসকলক বহুত পাচ পেলাই থৈ খোজে খোজে আগবাঢ়ি গ'ল আৰু অৱশেষত ১৯১৯ চনত পঞ্জাৱত হোৱা নিৰ্ম্মম ঘটনাৰ ফলত তেওঁ পুৰণি জীৱন, পুৰণি ব্যৱসায় সকলোকে এৰি গান্ধীজীয়ে অৱতাৰণা কৰা নতুন আন্দোলনত সম্পূৰ্ণৰূপে যোগ দিলে।

কিন্তু সেইখিনি হৈ নুঠালৈকে ১৯১৫ৰ পৰা ১৯১৭ চনলৈকে এই ছোৱা-কালত তেওঁ নিজৰ কৰ্ত্তব্যৰ বিষয়ে নিশ্চিত হ'ব পৰা নাছিল। এই অনিশ্চয়তা আৰু তাৰ লগতে মোৰ বিষয়ে চিন্তা-ভাবনা এই সকলোবোৰৰ ফলত তেওঁ সেই সময়ৰ ৰাজহুৱা প্ৰশ্নবিলাকৰ বিষয়ে শান্তিৰে কথা-বতৰা ক'ব নোৱাৰা হ'ল। সঘনে আমি কথা-বতৰা পাতি থাকোঁতে হঠাৎ তেওঁৰ খং উঠি যায় আৰু সকলো কথা-বতৰা সিমানতে শেষ।

১৯১৬ চনত বৰদিনৰ ভিতৰত বহা লক্ষ্ণৌ কংগ্ৰেছ অধিবেশনৰ সময়তে মই গান্ধীজীক প্ৰথম লগ পাওঁ। দক্ষিণ আফ্ৰিকাৰ বীৰত্বপূৰ্ণ যুদ্ধৰ বাবে আমি সকলোৱে তেওঁক প্ৰশংসা কৰিছিলোঁ, কিন্তু আমাৰ ডেকাসকলৰ বহুতৰে মনত তেওঁক বৰ বেলেগ যেন লাগিছিল, আমি অনুভৱ কৰিছিলোঁ, তেওঁৰ আৰু আমাৰ মাজত যেন

বহুত ব্যৱধান আৰু তেওঁৰ কথা-বতৰা যেন অৰাজনৈতিক ধৰণৰ। সেই সময়ত তেওঁ কংগ্ৰেছ বা জাতীয় ৰাজনীতিত যোগ নিদিছিল আৰু দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় প্ৰশ্নতে নিজক আৱদ্ধ ৰাখিছিল। তাৰ কিছুদিনৰ পিচতেই চম্পাৰণৰ নীলখেতিৰ মাটিৰ গিৰিহঁতৰ বিপক্ষে ৰায়তসকলৰ ফলীয়া হৈ কৰা আন্দোলনত গান্ধীজী কৃতকাৰ্য্য হোৱা দেখি আমাৰ মনটো উদ্যমেৰে ভৰি পৰিছিল। ভাৰততো তেওঁৰ কাৰ্য্য-প্ৰণালীৰ প্ৰয়োগ কৰিব বুলি আমি গম পালোঁ আৰু তাৰদ্বাৰাই কৃতকাৰ্য্য হ'ব পৰা যাব বুলিও আমাৰ আশা হ'ল।

লক্ষ্ণৌ কংগ্ৰেছৰ পিচৰ সেই কেইদিনত সৰোজিনী নাইডুৱে এলাহাবাদত দিয়া বাগ্মিতাপূৰ্ণ বক্তৃতাত আমি মুগ্ধ হোৱা মনত পৰে। বক্তৃতাত আছিল জাতীয়তাবাদ আৰু দেশাত্মবোধ। মই আছিলোঁ বিশুদ্ধ জাতীয়তাবাদী। মোৰ কলেজীয় দিনৰ অস্পষ্ট সমস্বত্ববাদৰ ধাৰণা ক'ৰবালৈ উৰি গৈছিল। ১৯১৬ চনত ৰ'জাৰ কেইছ মেণ্টৰ হুওঁতে বিচাৰকৰ আগত তেওঁ অপূৰ্ব্ব বক্তৃতাই আঙুলিয়াই দিছিল পৰাধীন জাতিৰ মানুহ এজনৰ কেনেকুৱা অনুভৱ হোৱা উচিত। আয়াৰলেণ্ডৰ ইষ্টাৰ সপ্তাহৰ আন্দোলন জয়যুক্ত হ'ব পৰা নাছিল; কিন্তু এই পৰাজয়ৰ বাবেই ই আমাৰ মন আকৰ্ষণ কৰিছিল, কাৰণ পৰাজয় নিশ্চিত বুলি জানিও পৃথিৱীৰ আগত তেওঁলোকে দেখুৱাই দিলে যে কোনো শাৰীৰিক পৰাক্ৰমদ্বাৰা এটা জাতিৰ আত্মাক হেঁচি ৰাখিব নোৱাৰি।

এনেকুৱা আছিল মোৰ চিন্তাধাৰা তেতিয়া। তথাপি যিমানে নতুন নতুন পুথি-পাঁজি পঢ়িবলৈ ধৰিলোঁ, সিমানেই সেইবিলাকে মোৰ মগজত সোমাই থকা সমাজবাদৰ ধাৰণাবিলাক জগাই তুলিলে। সেইবোৰ আছিল অস্পষ্ট ধাৰণা—বৈজ্ঞানিক সম্মত নাছিল, আছিল মানৱীয়তা আৰু উচ্চ আদৰ্শেৰে পৰিপূৰ্ণ। যুদ্ধৰ কিবছৰ আৰু তাৰ পিচতো বাৰ্ট্ৰাণ্ড ৰাছেলৰ পুথি আদি পঢ়ি মোৰ ভাল লাগিছিল।

এনেবোৰ ভাবধাৰা আৰু অভিলাষৰপৰাই মোৰ অন্তৰত এটা অন্তৰ্দ্বন্দ্ব বাঢ়ি আহিল আৰু আইন ব্যৱসায়ৰ প্ৰতিও মোৰ এটা বিতৃষ্ণাহে আহি পৰিল। আন একো কৰিবলৈ নাছিল কাৰণেহে ওকালতিকে কৰি আছিলোঁ কিন্তু মই অনুভৱ কৰিছিলোঁ যে এফালে ৰাজহুৱা কাম, বিশেষকৈ মই ভাল পোৱা আক্ৰমণমূলক বিধৰ কাম আৰু আনফালে আইন ব্যৱসায়—এই দুয়োটা একেলগে চলোৱাটো সম্ভৱ নহয়। নীতিৰ কথা উঠা নাই, সময় আৰু উদ্যমৰ ফালৰপৰাহে কথাটো কৈছোঁ। কলিকতাৰ প্ৰসিদ্ধ উকিল, চাৰ ৰাসবিহাৰী ঘোষে, কি কাৰণে ক'ব নোৱাৰোঁ মোক বৰ ভাল পাইছিল আৰু আইন বিষয়ত কি দৰে ভাল কৰিব পাৰি সেই বিষয়ে বহুত সদুপদেশ দিছিল। বিশেষকৈ মই ভাল পোৱা যি কোনো এটা আইনৰ বিষয়ত তেওঁ মোক এখন পুথি লিখিবলৈ উপদেশ দিছিল, কাৰণ তেওঁৰ মতে নতুন উকিলৰ ওকালতি শিকাৰ এইটোৱেই এটাইতকৈ উত্তম উপায়। পুথিখন লিখোঁতে কেনেকৈ আৰু কি লিখিব লাগিব শিকাই দিম বুলি আৰু লিখাৰ পিচত চকু ফুৰাই দিম বুলিও তেওঁ নিজে গাত লৈছিল। পিচে, মোৰ ওকালতিত উন্নতিৰ কাৰণে তেওঁৰ ইমানখিনি সজ চেষ্টা আৰু ভাব-চিন্তা এনেয়ে গ'ল, কাৰণ আইন সম্পৰ্কীয় পুথি লিখি সময় আৰু শক্তি নষ্ট কৰাৰ নিচিনা বেয়া পোৱা কাম মোৰ অতি [illegible] আছিল।

বুঢ়া বয়সত চাৰ ৰাসবিহাৰী বৰ খিংখিঙীয়া হৈ উঠিছিল। অতি সোন-কালে তেওঁৰ খঙে মূৰৰ চুলি পাইছিলগৈ। তেওঁৰ তলৰ উকিলসকলৰ কাৰণে তেওঁ আছিল যম। মই পিচে তেওঁক ভালেই পাইছিলোঁ। তেওঁৰ দোষ-ত্ৰুটিবিলাকো মোৰ ভালহে লাগিছিল। এবাৰ দেউতা আৰু মই চিম্‌লাত তেওঁৰ আলহী আছিলোঁ; বোধহয় মণ্টেগু চোমছ্‌ফ'ৰ্ড প্ৰতিবেদন ওলোৱাৰ সময়ত, ১৯১৮ চনত। এদিন গধূলি তেওঁ কেইজনমান বন্ধুক ভাত খাবলৈ মাতিছিল আৰু তাৰ ভিতৰত বুঢ়া খাপাৰ্ডেও আছিল এজন। খাই উঠাৰ পিচত দুয়োৰে ভিতৰত মহা তৰ্ক আৰম্ভ হ'ল; কাৰণ দুয়ো আছিল দুটা বিপৰীত ৰাজনৈতিক মতবাদৰ মানুহ—চাৰ ৰাসবিহাৰী আছিল মধ্যমপন্থী আৰু ইপিনে খাপাৰ্ডেক মানুহে তিলকৰ দলৰ এজন নেতা বুলিয়েই ধৰিছিল, পিচলৈ তেওঁ যদিও কপৌৰ দৰে নিৰীহ প্ৰাণী হৈ উঠিলগৈ আৰু মধ্যমপন্থীসকলতকৈ আৰু বেচি মধ্যমপন্থীহে হ'লগৈ। দুয়োজনে চিঞৰি-বাখৰি, ইজনে সিজনক আক্ৰমণ কৰি কৰি তৰ্ক কৰিবলৈ ধৰিলে। খাপাৰ্ডেই গোখ্‌লেৰ সমালোচনা কৰি ক'লে (কেইবছৰমান আগতে গোখ্‌লেৰ মৃত্যু হৈছে) যে তেওঁ আছিল এজন বৃটিছৰ চোৰাংচোৱা আৰু বিলাতত থাকোঁতে গোখ্‌লে তেওঁৰ পিচত লাগি-ছিলেই। ৰাসবিহাৰীয়ে এই কথা সমূহি সহ্য কৰিব নোৱাৰিলে। তেওঁ চিঞৰি চিঞৰি কৈ দিলে যে গোখ্‌লে এজন শ্ৰেষ্ঠ পুৰুষ আছিল আৰু আছিল তেওঁৰ এজন বিশিষ্ট বন্ধু। সেই গোখ্‌লেৰ বিপক্ষে কাকো একেষাৰো কথা ক'বলৈ তেওঁ নিদিয়ে। তেতিয়া খাপাৰ্ডেই শ্ৰীনিবাস শাস্ত্ৰীৰ কথা উলিয়ালে। ৰাসবিহাৰীয়ে কথাটো ভাল পোৱা নাছিল যদিও বৰকৈ আপত্তিও নকৰিলে। গোখ্‌লেৰ প্ৰতি তেওঁৰ যিমান শ্ৰদ্ধা আছিল শাস্ত্ৰীৰ প্ৰতি সিমান নাছিল। তেওঁ কলে দৰাচলতে গোখ্‌লে জীয়াই থকালৈহে তেওঁ 'ছাৰ্ভেণ্টচ অব ইণ্ডিয়া' সমাজলৈ টকা-পইচা পঠিয়াছিল। তাৰ পিচত আৰু বন্ধ কৰি দিছে। তেতিয়া তাৰ বিপৰীতে খাপাৰ্ডেয়ে তিলকৰ প্ৰশংসা কৰাত লাগি গ'ল। তেওঁ ক'বলৈ ধৰিলে তিলক আছিল সঁচাকৈয়ে এজন অসাধাৰণ পুৰুষ। তেওঁ আছিল এজন সাধু। চাৰ ৰাসবিহাৰীয়ে তৎক্ষণাত ধৰিলে "সাধু! থৈ দিয়ক। মই সাধুবিলাকক ঘিণ কৰোঁ। সাধুৰ লগত মোৰ কোনো সম্বন্ধ নাই।"

## মোৰ বিয়া আৰু হিমালয় ভ্ৰমণ

মোৰ বিয়া হয় দিল্লী নগৰীত ১৯১৬ চনত। সেই দিনটো আছিল বসন্ত পঞ্চমীৰ দিন—ভাৰতলৈ যিটো দিনে বসন্তৰ আগমনীৰ বতৰা লৈ আহে। সেইবাৰ জহৰ দিনত আমি কেইমাহমান কাশ্মীৰত কটালোঁ। মামনিতে পৰিয়ালবৰ্গ এৰি, মোৰ এজন সম্বন্ধীয়া ভাইৰ লগত কেইবা সপ্তাহ জুৰি পৰ্ব্বত বগাই লাডাখৰ বাট-লৈকে উঠিছিলোঁ।

জগতৰপৰা বহুত ওখত; তিব্বত মালভূমিলৈ যোৱা বাটৰ ঠেক, নিৰ্জ্জন উপত্যকাৰ বিষয়ে ইয়াৰ আগতে মোৰ অভিজ্ঞতা নাছিল। জাজিলা গিৰি সঙ্কটৰ ওপৰৰপৰা আমি দেখিলোঁ তলত এফালে সেউজীয়া পৰ্ব্বতমালা আৰু আনফালে অনাবৃত হিমচেঁচা পৰ্ব্বতৰ টিংবোৰ। ঠেক উপত্যকাটোৰপৰা ক্ৰমান্বয়ে আমি ওপৰলৈ

উঠিবলৈ ধৰিলোঁ—আমাৰ দুয়োকাষে আছিল পৰ্ব্বতমালা,—এফালে বৰফেৰে ঢকা পৰ্ব্বতৰ টিং আৰু আমাক লগ ধৰিবলৈ বগুৰা বাই বাই অহা সৰু সৰু বৰফৰ নদী। চেঁচা ফেৰ্ ফেৰীয়া বতাহ মৰ্মৰিছিল, কিন্তু দিনত ৰ'দটো হলে বৰ চোকা আছিল। বতাহ ইমান পৰিষ্কাৰ আছিল যে আমি বহুত সময়ত নিলগৰ বস্তুও তেনেই ওচৰ ওচৰ যেন দেখিছিলোঁ। নিৰ্জ্জনতা ক্ৰমে বাঢ়ি গৈছিল—লাহে লাহে গছ-লতা ঘাঁহ-বন এড়ালো আমাৰ লগৰীয়া হ'বলৈ বিচাৰি পোৱা নাছিলোঁ। পাইছিলোঁ মাত্ৰ নঙঠা পৰ্ব্বতমালা, তুষাৰ আৰু বৰফ আৰু কেতিয়াবা ধুনীয়া ধুনীয়া ফুল। তথাপি প্ৰকৃতিৰ এই নিৰ্জ্জন, বনৰীয়া দৃশ্যবিলাক দেখি মোৰ মনটো অদ্ভুত ধৰণে ভাল লাগিছিল; উৎসাহ আৰু আনন্দত মোৰ মনটো ভৰি পৰিছিল।

এই ভ্ৰমণত এটা লোমহৰ্ষক অভিজ্ঞতাৰ সোৱাদ পাইছিলোঁ। জজিলা পাচ পাৰ হৈ যোৱাৰ বাটত—বোধহয় মাটায়ণ বোলা ঠাই ডোখৰত, আমি গম পালোঁ যে, অমৰনাথ গুহা আমাৰপৰা মাত্ৰ আঁঠ মাইল মান দূৰতে। তালৈ যাওঁতে অৱশ্যে তুষাৰ-বৰফে আবৰা এটা প্ৰকাণ্ড পৰ্ব্বত পাৰ হৈ যাব লাগিব। পিচে, সেইটো একো কথা নহয়। আঁঠ মাইল অতি সামান্য কথা। আমাৰ অভিজ্ঞতা নাছিল, আছিল মাত্ৰ অদমনীয় উৎসাহ। চেষ্টা কৰি চাম বুলি আমি ঠিৰাং কৰি পেলালোঁ। সাগৰৰ জলপৃষ্ঠৰপৰা প্ৰায় ১১,৫০০ ফুট ওখত থকা আমাৰ কেম্পৰপৰা সৰু দল এটা পৰ্ব্বতৰ ওপৰলৈ আগ বাঢ়িল। স্থানীয় ভেৰা ৰখীয়া এটিয়ে আমাক বাট দেখুৱাই লৈ যাব।

ৰছীৰ সহায়েৰে আমি কেইবাটাও তুষাৰ পৰ্ব্বত পাৰ হৈ গলোঁ। কষ্ট বেচি হৈ আহিল, উশাহ-নিশাহ লোৱাত টান পাবলৈ ধৰিলোঁ। আমাৰ বস্তু-বাহানি কঢ়িয়াই লৈ যোৱা কেইজনমানৰ বোজা বেচি নাছিল যদিও তেওঁলোকৰ নাকে-মুখে তেজ ওলাবলৈ ধৰিলে। বৰফ পৰিবলৈ ধৰিলে। বৰফৰ পাহাৰবোৰ ভয়ানকভাৱে পিছল হৈ পৰিল। আমাৰ বৰ ভাগৰ লাগিল। বহুত শক্তি প্ৰয়োগ কৰিলেহে এটা খোজ আগবাঢ়িব পৰা অৱস্থা। তথাপি আমি অ'কৰাহ'ত মৈৰপৰা নেনামিলোঁ পুৱা চাৰি বজাত আমি কেম্প এৰিছিলোঁ। তেতিয়াৰপৰা বাৰ ঘণ্টা প্ৰায় একেৰাহে পৰ্ব্বত বগাই বগাই আমি আমাৰ পৰিশ্ৰমৰ পুৰস্কাৰ পালোঁগৈ—বৰফেৰে ঢকা এডোখৰ অতি আহল-বহল ঠাই। অতি মনোমোহা আছিল তাৰ দৃশ্য—চাৰিওফালে তাৰ তুষাৰবৃত্ত পৰ্ব্বতশৃংগ, ঠিক জানিবা—মণি-মুক্তা লগোৱা এটা মুকুট বা দেৱলোকৰে এটা অংশহে: কিন্তু আকৌ আহিল বৰফ, আকৌ আহিল কুঁৱলী। আমি সেই দৃশ্য নেদেখা হলোঁ। আমি তেতিয়া অমৰনাথৰ গুহাৰ বহুত ওপৰত। ঠাই ডোখৰৰ উচ্চতা ঠিক কিমান আছিল নেজানো, কিন্তু ১৫—১৬ হাজাৰ মান ফুট হ'ব। আমি এতিয়া সেই বৰফেৰে ঢকা ঠাইখিনি পাৰ হ'ব লাগিব—অৰ্থাৎ আধা মাইলমান যাব লাগিব, তাৰ পিচত সিফালেদি তললৈ নামিব লাগিব। আমাৰ ভাব হ'ল ওপৰলৈ বগোৱা হ'ল যেতিয়া আমাৰ বিশেষ অসুবিধা আৰু নাই। তাকে ভাবি ভাগৰ লাগিছিল যদিও, মনৰ আনন্দেৰে আগবাঢ়িবলৈ ধৰিলোঁ। কামটো আছিল বৰ বিপদ-সঙ্কুল, কাৰণ, বৰফৰ মাজে মাজে বহুতো ফাট আছিল আৰু নতুনকৈ বৰফ পৰি বহুতো বিপদজনক ঠাই ঢাকি পেলাইছিল। এইদৰে নতুনকৈ বৰফ পৰাৰ কাৰণেই

মই কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ। আগবাঢ়িবলৈ ভাবি দিছোঁহে, তৎক্ষণাত দেখোন বৰফ নাইকিয়া হৈ গ'ল আৰু মই এটা বিৰাট মুখ মেলি থকা ফাটৌদ সোমাই গলোঁ। সেইটো যি প্ৰকাণ্ড খাল আছিল, তাৰ একেবাৰেই তললৈ কেনেবাকৈ পৰি যোৱা হলে ভূতাত্বিক লেখকৰ বহুত যুগলৈকে মোৰ দেহা তাত নিৰ্ব্বিঘ্নে সংৰক্ষিত হৈ থাকিলেহেঁতেন কিন্তু ৰছীডাল কেনেবাকৈ ক'ৰাবাত লাগি ধৰিলে, ময়ো খালটোৰ কাষত খামোচ মাৰি ধৰিলোঁ আৰু পিচত মোক তাৰপৰা টানি উলিয়াই অনা হ'ল। আমি অলপ থমকি ৰলোঁ, কিন্তু তথাপি আগবাঢ়ি গৈ থাকিবলৈ নেৰিলোঁ। লাহে লাহে আগতকৈয়ো সবহ, আগতকৈয়ো বহল বহল ফাটবিলাক পালোঁগৈ। সেইবোৰ পাৰ হ'বলৈ আমাৰ ব্যৱস্থাও নাছিল, উপায়ো নাছিল। সেইকাৰণে অৱশেষত আমি ক্লান্ত আৰু ভগ্নোৎসাহ হৈ উভতি আহিলোঁ। অমৰনাথৰ গুহা আৰু দেখা নহ'লগৈ।

কাশ্মীৰৰ ওখ ওখ উপত্যকা আৰু পৰ্ব্বতসমূহে মোক ইমান মুগ্ধ কৰি পেলাইছিল যে মই, আকৌ তালৈ অতি সোনকালে উভতি যাম বুলি মনস্থ কৰিছিলোঁ। বহুত জল্পনা-কল্পনা কৰিলোঁ, কলৈ কলৈ যাম সকলো ঠিক-ঠাক কৰিলোঁ। " তাৰ ভিতৰত এখন ঠাইলৈ যোৱাৰ কথা ভাবিলেই মোৰ মনটো আনন্দেৰে ভৰি পৰিছিল। সি হৈছে তিব্বতৰ মনোমোহা হ্ৰদ মানস সৰোবৰ আৰু তাৰ ওচৰতে থকা তুষাৰাবৃত কৈলাস। সেয়া আজিৰপৰা ওঠৰ বছৰৰ আগৰ কথা; কিন্তু আজিও কৈলাস আৰু মানস সৰোবৰ মোৰ নিলগৰ বস্তু হৈয়ে ৰল। যাম যাম বুলি কত বাৰ ভাবিও আন কি কাশ্মীৰখনলৈকে আকৌ এবাৰ যোৱা হোৱা নাই আৰু ৰাজনীতি আৰু ৰাজহুৱা কামৰ মেৰপাকত বোঁচকৈহে সোমাই গৈ আছোঁ। পৰ্ব্বত বগোৱা, সাগৰ পাৰ হোৱা আৰু ক'ত হয়? মোৰ ভ্ৰমণৰ ৰাগী পুৰাব লগীয়া হৈছে বাৰে বাৰে ফাটেকলৈ আহি। তথাপি জল্পনা-কল্পনা কৰোঁ—ফাটেকৰ ভিতৰত হলেও জল্পনা কল্পনা কৰি ভাল নেলাগে বুলি কোনে ক'ব পাৰে! আৰু তাকে নকৰি নো ফাটেকৰ ভিতৰত কৰিব পাৰি কি? এদিন হিমালয় বগাম আৰু পাৰ হৈ তাৰ সিপাৰে থকা মোৰ আশাৰ বস্তু, মোৰ সেই হ্ৰদ, সেই পৰ্ব্বতত উপনীত হ'মগৈ—সেই দিনটোৰ সপোন মই দেখোঁ। কিন্তু ইতিমধ্যে জীৱনৰ বেলি বেগেৰে আঁতৰি গৈ আছে, ডেকা কাল পাৰ হৈ মাজ বয়স পালোঁহি তাৰ পিচত আকৌ তাতকৈয়ো বেয়া কিবা এটা আহি পাব আৰু কেতিয়াবা ভাব হয় যে কৈলাস আৰু মানস সৰোবৰ পোৱাৰ আগতেই হয়তো বুঢ়া হৈ যাম; কিন্তু গন্তব্য স্থান চকুৰ আগত আহি নপালেও ভ্ৰমণটোৱেই কি সুখৰ!

"মনসপটত ভাহি উঠে মোৰ সেই পৰ্ব্বতৰ শাৰী
পথৰ সঙ্কট তাৰ
গধূলিৰ গোলাপৰ ৰহনেৰে ৰঙা
এতিয়াও অন্তৰাত্মা নয়ন প্ৰান্তত
চিৰশান্ত তুষাৰৰ তৃষ্ণাত আতুৰ।"—ওৱাল্টাৰ ডি, লা, মেয়াৰ।

## গান্ধীজীৰ আবিৰ্ভাৱ : সত্যাগ্ৰহ আৰু অমৃতসৰ

মহাযুদ্ধৰ অন্তত ভাৰতবৰ্ষত এটা ৰুদ্ধ উত্তেজনা অনুভৱ কৰা হৈছিল। দেশত কল-কাৰখানা বাঢ়ি গৈছে, ফলত ধনিক সম্প্ৰদায়ৰ ধন আৰু ক্ষমতা বৃদ্ধি পাইছে। বৰমুৰীয়া এমুঠি মানুহে উন্নতিৰ পথত আগবাঢ়িবলৈ পাই তেওঁলোকৰ সঞ্চিত ধন খটাই ধনৰ মোনা আৰু শকত কৰিবলৈ আগতকৈয়ো আৰু বেচি ক্ষমতা আৰু বেচি সুবিধা বিচৰাত লাগি গৈছে। তাৰ বাহিৰে দেশৰ বিৰাট জনতা সেই সুবিধাৰপৰা বঞ্চিত আছিল। বৰং যি দুৰ্ব্বহ বোজাই তেওঁলোকক গুড়ি কৰোঁ কৰোঁ অৱস্থা পাইছিলগৈ তাৰ কেতিয়া উপশম হয় তালৈকেহে তেওঁলোকে বাট চাই আছিল। মধ্যবিত্ত শ্ৰেণীৰ সকলো মানুহেই শাসনতন্ত্ৰৰ এটা ডাঙৰ পৰিৱৰ্ত্তন হ'ব বুলি আশা কৰিছিল আৰু ভাবিছিল তাৰ ফলত স্বৰাজ হ'ব আৰু হলে নানা ধৰণে তেওঁলোকৰ উন্নতিৰ পথ মুকলি হ'ব। ৰাজনৈতিক আন্দোলন আছিল সম্পূৰ্ণ শান্তিপূৰ্ণ আৰু নিয়মতান্ত্ৰিক আৰু মানুহে ভাবিছিল যে সিয়েই গৈ গৈ এনে অৱস্থা'ত পৰিণত হ'ব যে, তাৰ ফলতে দেশত আত্ম-নিয়ন্ত্ৰণ আৰু স্বায়ত্ত-শাসনৰ প্ৰতিষ্ঠা হ'ব। জনতাৰ মাজতো এই অশান্তিয়ে কিছু পৰিমাণে দেখা দিলে—বিশেষকৈ খেতিয়কসকলৰ মাজত। পঞ্জাবৰ গাঁও অঞ্চলত বলপূৰ্ব্বক সৈন্য ভৰ্ত্তিৰ তিতা-কেঁহা অভিজ্ঞতা মানুহে কেতিয়াও পাহৰা নাই। 'কামাগাটা মাৰু' জাহাজত মানুহৰ ওপৰত চলোৱা দমন-নীতি আৰু বিচাৰৰ নামত ষড়যন্ত্ৰ কৰি আন কিছুমানৰ ওপৰত কৰা নিষ্পেষণৰ ফলত মানুহ বিক্ষুব্ধ হৈ উঠিল। দূৰ দেশত যুদ্ধ কৰি অহা সৈনিকসকলে আগৰ দৰে যন্ত্ৰৰ নিচিনাকৈ আদেশ পালন নকৰাত পৰিল। তেওঁলোকৰ মানসিক উৎকৰ্ষ সাধন হ'ল আৰু বহুত কথাতে তেওঁলোকৰ মাজত অসন্তুষ্টিয়ে দেখা দিলে।

তুৰস্কৰ প্ৰতি ব্যৱহাৰ আৰু খিলাফৎ প্ৰশ্ন লৈ মুছলমানসকলৰ মাজতো ক্ৰোধৰ সঞ্চাৰ হৈছিল। তেওঁলোকৰ মাজত লাহে লাহে এটা আন্দোলনৰ ভাব জাগি উঠিছিল। তুৰস্কৰ লগত সন্ধিপত্ৰত কেতিয়াও চহী হোৱা নাছিল যদিও, অৱস্থা জটিল হৈ উঠিছিল। সেই কাৰণে উত্তেজিত হৈয়ো তেওঁলোকে কোনো আন্দোলন চলোৱা নাছিল।

গোটেই ভাৰততে সকলোৱে যেন থমকি ৰোৱা এটা অৱস্থা—সকলোৰে মনত এটা ভয় আৰু উৎকণ্ঠ মিহলি এটা আশা। এনেতে আহিল ৰাউলাট্ বিল। তাৰ সৰ্ত্তসমূহে সাধাৰণ আইনে বান্ধি দিয়া বাধা-নিষেধ আওকাণ কৰি যাকে তাকে ধৰি আনি শাস্তি-বিধান কৰাৰ ক্ষমতা চৰকাৰক দিছিল। সমগ্ৰ ভাৰততে ইয়াৰ বিপক্ষে প্ৰতিবাদৰ ধ্বনি উঠিল আৰু আন কি মধ্যমপন্থীসকলেও সজোৰে এই প্ৰতিবাদত যোগ দিলে। দৰাচলতে গোটেই ভাৰততে সকলো মতাৱলম্বী মানুহেই এই বিলত আপত্তি কৰিছিল; তথাপি চৰকাৰী পক্ষৰ মানুহে সেই বিল আইনত পৰিণত কৰিহে এৰিলে। মাত্ৰ জনমতক সন্তুষ্ট কৰিবলৈ আইনৰ কাৰ্য্যকাল তিনি বছৰ মাত্ৰ থাকিব বুলি বান্ধি দিলে।

পোন্ধৰ বছৰ আগৰ সেই ৰাউলাট্ বিল আৰু তাৰ ফলস্বৰূপে হোৱা আন্দোলনৰ কথা মনত পেলালে তাৰপৰা বহুত শিকিব পাৰি। ৰাউলাট্ বিল আইনত পৰিণত হৈছিল যদিও মোৰ বিমান দূৰ মনত পৰে সেই আইন বলবৎ থকা তিনি বছৰৰ ভিতৰত আন কি এবাৰো তাৰ প্ৰয়োগ হোৱা নাছিল আৰু সেই তিনি বছৰ কাল একেবাৰেই শান্ত, বৈচিত্ৰ্যহীন নাছিল। ১৮৫৭ চনৰ বিদ্ৰোহৰ পিচৰপৰা এইছোৱা কালৰ ভিতৰত সেইখিনি দিনেই আছিল আটাইতকৈ অশান্ত। এনেকৈয়ে সমবেত জনতাৰ বিপৰীতে বৃটিছ চৰকাৰে গাৰ বলেৰে এখন আইন কৰিছিল—যিখন তেওঁলোকে নিজেই কামত নলগালে আৰু তাৰ ফলত এটা আন্দোলনৰ সৃষ্টি হ'ল। আইনখনৰ উদ্দেশ্যই যেন অশান্তিৰ সৃষ্টি কৰা, তেনেকৈয়ো ভাবিলে ভাবিব পাৰি।

আৰু এটা মনত লগা ঘটনা হৈছে কি—আজি পোন্ধৰ বছৰ হ'ল, দিনে দিনে বহুত নতুন নতুন আইন হ'ব লাগিছে। তাৰে কিছুমান হয়তো ৰাউলাট্ আইনতকৈয়ো কঠোৰ, কিন্তু যি নতুন নতুন আইন আৰু অৰ্ডিনেঞ্চৰ গুণত আমি আজি বৃটিছ শাসনৰ আশীৰ্ব্বাদ লাভ কৰিছোঁহক তাৰ তুলনাত ৰাউলাট্ বিল যেন যেন স্বাধীনতাৰ চনদহে। অৱশ্যে তাৰ ভিতৰত প্ৰভেদ এটা আছে এইটো—১৯১৯ চনৰপৰা স্বায়ত্তশাসন যাক বোলে—তাক আংশিকভাৱে লাভ কৰিব পাৰিছোঁ মণ্টেগু-চেমছফ'ৰ্ড আঁচনিব যোগেদি আৰু কিছু অংশ হেনো অতি সোনকালে আমাক দিয়াৰ কথাও আছে। আমি আগবাঢ়ি গৈছোঁ।

১৯১৯ চনৰ আগ ভাগত গান্ধীজীয়ে এটা শকত নৰিয়াত ভুগিলে। তেওঁ ৰাউলাট্ বিলত সম্মতি নিদিবলৈ প্ৰায় নৰিয়া-পাটীৰপৰাই বৰলাটৰ ওচৰত মিনতি জনালে। আনবিলাকৰ দৰে সেই মিনতিও বিফলে গ'ল। তেতিয়াই নিজৰ ইচ্ছা নথকাতো তেওঁ প্ৰথম সৰ্ব্বভাৰতীয় আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিলে। তেওঁ সত্যাগ্ৰহ-সভা আৰম্ভ কৰিলে। তাৰ সভ্যসকলে শপত গ্ৰহণ কৰিব লাগিছিল যে ৰাউলাট্ আইন বা সময়ে সময়ে দিয়া নিৰ্দ্দেশ মতে আন আন আপত্তিজনক আইন কেতিয়াবা তেওঁলোকৰ বিৰুদ্ধে প্ৰয়োগ কৰিলে তাক তেওঁলোকে অমান্য কৰিব অৰ্থাৎ তেওঁলোকে দেখ্‌দেখ্‌কৈ আৰু নিজ ইচ্ছাৰেই জেললৈ যাব লাগিব।

এই প্ৰস্তাৱটো যেতিয়া বাতৰি-কাকতত দেখিবলৈ পালোঁ, মোৰ মনটোতে বৰ শান্তি পালোঁ। খবিয়ালখনৰ যি হওক অৱশেষত এটা মীমাংসা হ'ল, এটা কাৰ্য্য-পন্থা পোৱা গ'ল আৰু সেই কাৰ্য্যপন্থা পোনপটীয়া, তাত কোনো লুক-ঢাক নাই আৰু বোধহয়, তাৰপৰা সুফলো পোৱা যাব। উৎসাহত দীপ্ত হৈ উঠিলোঁ। অতি সোনকালে সত্যাগ্ৰহ সভাত যোগ দিবলৈ মন মেলিলোঁ। তাৰ পৰিণতি—যেনে, আইন ভঙ্গ, জেললৈ যোৱা ইত্যাদি—কি হ'ব ভবাই নাছিলোঁ বুলিব লাগে আৰু কেতিয়াবা ভাবিছিলোঁ যদিও তাৰ কাৰণে ভয় খোৱা নাছিলোঁ। কিন্তু হঠাৎ মোৰ উৎসাহ সেমেকা পৰি গ'ল। মোৰ অনুভৱ হ'ল যেন কথা-বতৰা, কাম-কাজবিলাক ঠিক মতে চলা নাই। দেউতা এই নতুন কাৰ্য্যপন্থাৰ ঘোৰ বিৰোধী আছিল; নতুন কথা পালেই তাতে গা ঢালি দিয়া স্বভাৱ তেখেতৰ নাছিল; আগলৈ এখোজ পেলোৱাৰ আগতে তেখেতে গোটেই কথা ভাবি-চিন্তিহে পেলাইছিল আৰু যিমানেই তেখেতে সত্যাগ্ৰহ সভাৰ কথা ভাবিছিল, সিমানেই তাৰ প্ৰতি তেখেতৰ বিৰূপ মনোভাৱ হৈছিল।

কিছুসংখ্যক মানুহ জেললৈ যোৱাৰপৰা কি লাভ হ'ব? চৰকাৰক কি লৰাব পাৰিব? এনেবোৰ সাধাৰণ ধৰণৰ ভৱা-চিন্তাৰ বাহিৰেও, বিচৌ কাৰণে প্ৰকৃততে তেখেতে ভাবিছিল—সি হৈছে ব্যক্তিগত কাৰণ। মোৰ জেললৈ যোৱা কথাটো তেখেতে একেবাৰেই অসম্ভৱ বুলি ভাবিছিল। জেল-গমনটো তেতিয়াও আৰম্ভ হোৱা নাই আৰু সেই ধাৰণাটোকেই মানুহে মনলৈ আহিবলৈ নিদিছিল। ল'ৰা-ছোৱালীৰ প্ৰতি দেউতা অতিপাত আসক্ত আছিল। মৰমটো তেওঁ বাহিৰত দেখুৱাই নুফুৰিছিল, কিন্তু সেই সংযমৰ অন্তৰালত লুকাই আছিল গভীৰ স্নেহ।

কেইবাদিনো ধৰি এই মানসিক দ্বন্দ্ব চলি আছিল। আমি দুয়ো বুজিছিলোঁ —আমাৰ আগত বিৰাট বিৰাট প্ৰশ্ন, যাৰ মেৰপাকত পৰি হয়তো আমাৰ জীৱনৰ গতিয়েই সলনি হৈ যাব পাৰে। সেই কাৰণে আমি দুয়ো ইজনে সিজনৰ মনোভাৱক যথাযথ গুৰুত্ব দি চলিবৰ কাৰণে কঠোৰ চেষ্টা কৰিছিলোঁ। তেখেতৰ মনঃকষ্ট লাঘৱ কৰাৰ ইচ্ছা মোৰ আছিল, কিন্তু সত্যাগ্ৰহৰ পন্থাই যে মই ল'ব লাগিব, তাত মোৰ অলপো সন্দেহ নাছিল। আমাৰ দুয়োৰে কাৰণে সেই কালছোৱা অতি সংকটাপন্ন আছিল। ৰাতি ৰাতি অকলে ঘূৰি ফুৰিছিলোঁ—নিষ্পেষিত মনটোৱে বিচাৰি ফুৰিছিল সমস্যা সমাধানৰ উপায়। পিচতহে জানিলোঁ, জেললৈ গ'লে মই মাটিত শুব লাগিব কাৰণে, দেউতাই নিজে মাটিত শুই কেনেকুৱা লাগে চাইছিল।

দেউতাৰ অনুৰোধত গান্ধীজী এলাহাবাদলৈ আহিছিল। দুয়োৰো ভিতৰত বহুত সময় আলোচনা-বিলোচনা হৈছিল। সেইবোৰত মই নাছিলোঁ। আলোচনাৰ ফলত, গান্ধীজীয়ে মোক উপদেশ দিছিল, মই যেন কথাবোৰ আৰু বেচি জটিল কৰি নোতোলোঁ আৰু দেউতাৰ মনত যেন তোলপাৰ লগাই নেপেলাওঁ। কথাটো মই ভাল নেপালোঁ, কিন্তু ভাৰতত এনে কিছুমান ঘটনা ঘটিবলৈ ধৰিলে—যাৰ ফলত গোটেই অৱস্থাটোৱে পৰিৱৰ্ত্তন হৈ গ'ল। সত্যাগ্ৰহ-সভাই আন্দোলন বন্ধ কৰিব লগাত পৰিল।

সত্যাগ্ৰহ দিবস—সৰ্ব্বভাৰতীয় হৰতাল, কাম-কাজ সম্পুৰ্ণৰূপে বন্ধ কৰা,—দিল্লী আৰু অমৃতসৰত পুলিচ আৰু মিলিটেৰীৰ গুলীত বহুত মানুহৰ হত্যা—আহমদাবাদ আৰু অমৃসৰত জনতাৰ হিংসাত্মক কাৰ্য্য-কলাপ—জালিয়ানৱালাবাগৰ হত্যাকাণ্ড—পঞ্জাৱত দীৰ্ঘকাল ব্যাপী সামৰিক আইনৰ কবলত ভয়ানক অত্যাচাৰ! ভাৰতবৰ্ষৰ বাকী অংশৰ লগত বিচ্ছিন্ন কৰি পঞ্জাৱক অকলশৰীয়া কৰি পেলোৱা হ'ল। এখন ডাঠ ওৰণিয়ে যেন পঞ্জাৱখন ঢাকি ধৰিলে আৰু বাহিৰৰ সকলোৰে চকুৰপৰা লুকুৱাই পেলালে। কাচিৎহে দুটা এটা খবৰ পোৱা গৈছিল—মানুহ-দুনুহ তালৈ যাব নোৱাৰিছিল, তাৰপৰা ওলাই আহিব নোৱাৰিছিল।

ক'বৰাত কেনেবাকৈ দুই এদটা মানুহ সেই নৰক-কুণ্ডৰপৰা ওলাই আহিব পাৰিলেও, ভয়ত সিহঁত ইমান পেপুৱা লাগি আছিল যে, সিহঁতে ঘটনাৰ কোনো স্পষ্ট বিৱৰণ দিব নোৱাৰিছিল। নিঃসহায়ভাৱে, দুৰ্ব্বলভাৱে আমি বাহিৰত থকা মানুহে অকণমান খবৰৰ কাৰণে বাট চাই আছিলোঁ। তিক্তভাৱে আমাৰ অন্তৰ জ্বলি

পাৰিছিল। আমি কিছুমানে দেখাদেখিকৈয়ে পঞ্জাৱৰ সংশ্লিষ্ট অঞ্চলবিলাকলৈ সোমাই গৈ সামৰিক আইন ভংগ কৰিবলৈকে মন কৰিছিলোঁ; কিন্তু আমাক যাবলৈ নিদিলে। ইতিমধ্যতে, কংগ্ৰেছৰ ফালৰপৰা সাহায্য আৰু তদন্তৰ কাৰণে এটা ডাঙৰ অনুষ্ঠান গঢ়ি তোলা হ'ল।

যাই অঞ্চলবিলাকৰপৰা সামৰিক আইন উঠাই দিয়া আৰু বাহিৰৰ মানুহক তাত সোমাবলৈ অনুমতি দিয়াৰ লগে লগেই কংগ্ৰেছৰ মুখিয়াল মুখিয়াল লোকসকল আৰু অন্যান্য লোক পঞ্জাৱলৈ সোমাই গৈ সাহায্য আৰু তদন্তৰ কামত লাগি গ'ল। সাহায্যৰ কাম পণ্ডিত মদনমোহন মালব্য আৰু স্বামী শ্ৰদ্ধানন্দৰ নিৰ্দ্দেশ মতে চলিছিল। তদন্তৰ কাম চলিছিল বিশেষকৈ দেউতা আৰু চিত্তৰঞ্জন দাসৰ নিৰ্দ্দেশ মতে। গান্ধীজীয়ে তাত ভালকৈ খা-খবৰ কৰিছিল আৰু আনসকলেও তেওঁৰ পৰামৰ্শ লৈছিল। দেশবন্ধু দাসে বিশেষকৈ অমৃতসৰ অঞ্চলটোৰে ভাৰ লৈছিল। মোকো সেই অঞ্চললৈকে পঠাইছিল—তেওঁক যেনেকৈ আৱশ্যক হয়, তেনেকৈয়ে সহায় কৰিবলৈ। তেওঁ তলত আৰু তেওঁৰ নিৰ্দ্দেশ মতে কাম কৰিবলৈ পোৱা মোৰ সেয়ে প্ৰথম। সেই অভিজ্ঞতা মোৰ কাৰণে বৰ মূল্যৱান। তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধা তেতিয়াৰপৰাই বাঢ়িল। জালিয়ানৱালাবাগৰ বিষয়ে আৰু যিটো গলিয়েদি মানুহক পেটেৰে চুচৰি চুচৰি যাবলৈ বাধ্য কৰা হৈছিল, সেই গলিটোৰ বিষয়ে লোৱা সাক্ষী-প্ৰমাণখিনি আমাৰ আগতে লোৱা হৈছিল। সেই তথাকথিত বাগলৈ আমি বহুত বাৰ গৈছিলোঁ, তাৰ প্ৰতিটো অংশকে তন্ন তন্নকৈ পৰীক্ষা কৰিছিলোঁ।

ছাৰ এডৱাৰ্ড টমছনেই বোধহয়, এটা কথা দাঙি ধৰিছে—জেনেৰল ডায়াৰৰ ধাৰণা আছিল যে বাগ (বাগিচা) খনৰপৰা ওলাই যাবৰ কাৰণে আন ফালেদি বাট আছে আৰু এই ধাৰণাৰ বশৱৰ্ত্তী হয়েই তেওঁ বহুত পৰলৈকে বন্দুক চলাই আছিল। ডায়াৰৰ ধাৰণা সেইটোৱেই আছিল জানিবা, দুই এটা নথকা নহয় অৱশ্যে—সেই বুলি তেওঁৰ দায়িত্ব নকমে। কিন্তু তেওঁ এনে এটা ধাৰণা লোৱাটোও বৰ আচৰিত কথা। তেওঁ যি ঠাইত থিয় হৈছিল, সেই ওখ ঠাইডোখৰত থিয় হৈ যেয়ে সেয়ে সেই গোটেই-খিনি ঠাই ভালকৈ দেখিব আৰু দেখিব যে চাৰিওফালে কেইবা মহলাও ওখ ওখ অট্টালিকাৰে সেই ঠাইডোখৰ বেৰা। কেৱল এফালে এশ ফুটমান ঠাইত ঘৰ নাই—আছে এখন পাঁচ ফুটমান ওখ বেৰ। হত্যাকাণ্ডৰ জুয়ে এফালৰপৰা মানুহ বগৰাই নিছে, কেনিও সাৰিবৰ বাট নাই—এনে অৱস্থাত হেজাৰ হেজাৰ মানুহে ঠেলা-হেঁচা কৰি সেই বেৰখনৰ ওচৰলৈ আহি তাৰ ওপৰলৈ বগাবলৈ চেষ্টা কৰিলে। আমাৰ প্ৰমাণৰপৰা আৰু বেৰখনত থকা অসংখ্য ফুটাৰপৰা অনুমান হয়, যে মানুহ কম্বাত এই বেৰখনেদি সাৰিব পাৰে বুলি পিচত বন্দুকৰ নলী সেই ফাললৈ টোঁওৱা হৈছিল। সকলো শেষ হৈ যোৱাৰ পিচত দেখা গ'ল যে বেৰখনৰ দুয়ো ফালে অগণন মৰাশৰ বিৰাট বিৰাট দ'ম।

সেই বছৰৰ (১৯১৯) শেহৰ ফালে এদিন ৰাতিৰ ৰেলেৰে মই অমৃতসৰৰ-পৰা দিল্লীলৈ গৈছিলোঁ। মই সোমোৱা ডবাটো মানুহেৰে ভৰি আছিল। ওপৰৰ চাং এখনৰ বাহিৰে এটাইকেইখন বেঞ্চত মানুহ শুই আছিল। ওপৰৰ উদং চাং-খনকে মই ললোঁ। পুৱা গম পালোঁ, মোৰ সহযাত্ৰীসকল এটাইকেইজনেই সামৰিক

বিষয়া। তেওঁলোকে ডাঙৰ ডাঙৰ মাতেৰে পৰস্পৰে কথা-বতৰা পাতি গৈছিল। সেয়ে আহি মোৰ কাণতো পৰিলহি। তেওঁলোকৰ এজনে আক্ৰমণমূলক আৰু বিজয়-নিৰ্ঘোষেৰে কথা কৈছিল। তেৱেঁই যে জালিয়ানৱালাবাগৰ বীৰ জেনেৰেল ডায়াৰ, তাক বুজি পাবলৈ মোৰ বেচি সময় নেলাগিছিল। তেওঁ তেওঁৰ অমৃতসৰৰ অভিজ্ঞতা বৰ্ণাইছিল। গোটেই চহৰখন যোলে তেওঁৰ দয়াৰ ওপৰতে নিৰ্ভৰ আছিল, গোটেই বিদ্ৰোহী চহৰখনকে বোলে এটা ছাইৰ দ'মত পৰিণত কৰিবলৈ তেওঁৰ মন গৈছিল। পিচে তেওঁৰ দয়া উপজিল দেখিহে সেইবোৰ একো নকৰিলে। তেওঁ নিশ্চয় লাহোৰত হাণ্টাৰ তদন্ত কমিটীৰ আগত সাক্ষ্যদান কৰি উভতিছিল। তেওঁৰ কথা-বতৰা আৰু কাঠচিতীয়া মনোভাব লক্ষ্য কৰি বৰ মৰ্ম্মাহত হলোঁ। উজ্জ্বল গোলাপী বৰণৰ আঁট আঁট পায়জামা আৰু ড্ৰেছিং গাউন পিন্ধি তেওঁ দিল্লী ষ্টেছনত নামিল।

পঞ্জাব তদন্তৰ সময়ত গান্ধীজীক ঘনিষ্ঠভাৱে দেখা পালোঁ। প্ৰায়েই তেওঁৰ প্ৰস্তাৱবিলাক আমাৰ কমিটীৰ ওচৰত একেবাৰেই নতুন ধৰণৰ আছিল আৰু কমিটীয়ে সেই কাৰণে সেইবোৰ সমৰ্থনে নকৰিছিল। কিন্তু প্ৰায় সকলো ক্ষেত্ৰতে তেওঁ তৰ্ক কৰি কৰি তেওঁৰ প্ৰস্তাৱত মান্তি কৰাইছিল। পিচৰ ঘটনাৱলীৰপৰা দেখা গ'ল যে, তেওঁ সঁচাকৈয়ে সুপৰামৰ্শহি আগ বঢ়াইছিল। তেওঁৰ ৰাজনৈতিক অন্তৰ্দৃষ্টিৰ প্ৰতি মোৰ আস্থা ক্ৰমে বাঢ়ি আহিল।

দেউতাৰ ওপৰত পঞ্জাবৰ ঘটনাৱলী আৰু তাৰ তদন্তৰ প্ৰভাৱ গভীৰভাৱে পৰিল। তেওঁৰ গোটেই আইন আৰু শাসনতন্ত্ৰ-সম্পৰ্কীয় ধাৰণাৰ ভেটি সিহঁতে লৰাই পেলালে। এবছৰৰ পিচত যি পৰিৱৰ্ত্তন আহিব ধৰিছিল তাৰ কাৰণে তেওঁৰ মনটো লাহে লাহে সাজু হৈ আহিছিল। তেওঁৰ আগৰ মধ্যমপন্থীভাৱ আৰু কৰ্ম্মৰপৰা তেওঁ ভালেমান আঁতৰি আহিছিল। এলাহাবাদৰপৰা ওলোৱা মধ্যমপন্থী দলৰ মুখ-পত্ৰ 'লীডাৰ' কাকতখন তেওঁৰ মনোমত নোহোৱাত ১৯১৯ চনৰ আগভাগত এলাহাবাদৰপৰা তেওঁ 'ইণ্ডিপেণ্ডেণ্ট' (স্বাধীন) নামেৰে এখন কাকত আৰম্ভ কৰিলে। কাগজখনে ভালেমান কৃতকাৰ্য্যতা লাভ কৰিলে। কিন্তু ইয়াক পৰিচালনা কৰোঁতে আৰম্ভৰেপৰা যি অদ্ভুত অসামৰ্থ্যই দেখা দিলে—তাৰপৰাই কাকতখনৰ বহুত প্ৰতিবন্ধক হ'ল। ইয়াৰ লগত সংশ্লিষ্ট থকা সঞ্চালক, সম্পাদক; পৰিচালকবৰ্গ—প্ৰায় সকলোৱেই ইয়াত দায়িত্বৰ ভাগ আছিল। ময়ো আছিলোঁ এজন সঞ্চালক; কিন্তু মোৰ হলে সেই বিষয়ে অভিজ্ঞতা একেবাৰেই নাছিল। কাকতখনৰ ইটো আহুকাল, সিটো অসুবিধাই মোৰ চকুৰ টোপনি নাইকিয়া কৰিছিল। ঘটনা-প্ৰৱাহে দেউতা আৰু মোক—উভয়কে পঞ্জাবলৈ টানি নিলে। আমাৰ অনুপস্থিতিত কাকতখনে বেয়াৰ ফালে ঢাল ললে আৰু আন কি পিচত গৈ অৰ্থনৈতিক সঙ্কটৰো সন্মুখীন হ'বলগীয়া হ'লগৈ। সেই সঙ্কটৰপৰা কাকতখনে আৰু পৰিত্ৰাণ পাব নোৱাৰিলে। ১৯২০ আৰু ১৯২১ চনত যদিও ইয়াৰ গৌৰৱময় অধ্যয় ৰচিত হৈছিল, আমি জেললৈ যোৱাৰ লগে লগেই তাৰ ভাঙোন আৰম্ভ হ'ল। ১৯২৩ চনৰ আগভাগত ইয়াৰ সম্পূৰ্ণ মৃত্যু ঘটিল। এই বাতৰি কাকতৰ স্বত্বাধিকাৰী হোৱাৰ অভিজ্ঞতাই মোৰ অন্তৰত ভালকৈয়ে ভয় সুমুৱালে আৰু তেতিয়াৰপৰাই কোনো

হাতৰি-কাকতৰ সঞ্চালকৰ দায়িত্ব ল'বলৈ মই অস্বীকাৰ কৰি আহিছোঁ। স'চাকৈয়ে জেলৰ ভিতৰৰ আৰু বাহিৰৰ কাম-কাজবিলাকৰ কাৰণে সেই দায়িত্ব ল'বলৈ মই আগৰেপৰাই অনিচ্ছুক আছিলোঁ।

১৯১৯ চনৰ বৰদিনত অমৃতসৰত বহা কংগ্ৰেছ অধিবেশনত দেউতাই সভাপতিত্ব কৰিছিল। মধ্যমপন্থী নেতাসকলে তেতিয়া উদাৰপন্থী নামেৰে নিজকে পৰিচয় দিছিল। এই উদাৰপন্থীসকললৈ দেউতাই গোহাৰি জনাইছিল—তেওঁলোকে যেন সামৰিক আইনৰদ্বাৰা উচ্ছন্ন হোৱা ভয়ানক পৰিস্থিতিলৈ চাই কংগ্ৰেছৰ এই অধিবেশনত যোগদান কৰে। পঞ্জাবৰ থকা-সৰকা হৃদয়ে তেওঁলোকক আহবান কৰিছে বুলি তেওঁ লিখিছিল। সেই আবাহনত তেওঁলোক মনে মনে থাকিবনে? কিন্তু দেউতাই বিচৰা উত্তৰ তেওঁলোকৰপৰা নেপালে। তেওঁলোকে অধিবেশনত যোগদান নকৰিলে। মণ্টেগু-চেমছফ'ৰ্ডৰ মতানুযায়ী যি নতুন শাসন-সংস্কাৰ আহিবৰ আশা হৈছিল তাৰ প্ৰতি তেওঁলোকে বৰ আশা কৰি আছিল। তেওঁলোক অমান্তি হোৱাত দেউতাই অন্তৰত বৰ আঘাত পালে আৰু উদাৰপন্থী-সকলৰ লগত তেওঁৰ ব্যৱধান আগতকৈয়ো বাঢ়িল।

অমৃতসৰ কংগ্ৰেছ প্ৰথম গান্ধী-কংগ্ৰেছ। লোকমান্য তিলকো তাত উপস্থিত আছিল। আলোচনাবিলাকত তেওঁ জাকত-জিলিকাকৈ যেন যোগদান কৰিছিল। কিন্তু সৰহভাগ প্ৰতিনিধিয়ে আৰু তাতকৈয়ো বেচি বাহিৰৰ জনতাই গান্ধীজীৰ নেতৃত্বৰ কাৰণে বাট চাই আছিল। ভাৰতৰ ৰাজনৈতিক আকাশত তেতিয়াৰপৰাই 'মহাত্মা গান্ধী কী জয়' এই ধ্বনিয়ে প্ৰাধান্য লাভ কৰে। অলপ দিনৰ আগতে অন্তৰীণ বন্দীৰপৰা মুক্তি পোৱা আলি ভাই-ককাই দুজনে তৎক্ষণাৎ কংগ্ৰেছত যোগ দিলে। জাতীয় আন্দোলনে এটা নতুন ৰূপ, নতুন গঠন ললে।

কিছুদিনৰ পিচতে মহম্মদ আলিয়ে খিলাফৎ স'জাতীদল লৈ ইউৰোপলৈ যাত্ৰা কৰিলে। লাহে লাহে ভাৰতীয় খিলাফৎ কমিটীত গান্ধীজীৰ প্ৰভাৱ ভালকৈয়ে পৰিবলৈ ধৰিলে আৰু তেওঁৰ অহিংস আন্দোলন কামত লগাবলৈ আৰম্ভ কৰিলে। ১৯২০ চনৰ জানুৱাৰী মাহত দিল্লীত খিলাফৎ নেতাসকল আৰু মৌলবী-উলেমাসকলৰ এখন সভা বহাৰ কথা মোৰ মনত পৰে। বৰলাটৰ ওচৰলৈ এটা খিলাফৎ স'জাতীদল পঠোৱাৰ কথা আছিল। গান্ধীজীয়েও তাত যোগ দিয়াৰ কথা। গান্ধীজী দিল্লী আহি পোৱাৰ আগে আগেই চলিত নিয়ম মতে আবেদন-পত্ৰত যি যি কথা কোৱা হ'ব তাৰ এটা প্ৰাথমিক লিপি বৰলাটৰ ওচৰলৈ পঠোৱা হ'ল। গান্ধীজী আহি প্ৰাথমিক লিপিখনত আপত্তি দৰ্শালে। তেওঁ আন কি কলে যে সেই লিপিৰ ভালকৈ সাল-সলনি নকৰিলে তেওঁ স'জাতীদলত যোগ নিদিয়ে। তাৰ কাৰণ আছিল যে, সেই লিপিখনি বৰ অস্পষ্ট আৰু অলাগতিয়াল কথাৰে ভৰা আছিল। মুছলমানসকলে কম পক্ষেও কি বিচাৰিছে সেই কথা তাত স্পষ্ট হৈ উঠা নাছিল। তেওঁৰ মতে বৰলাটৰ পক্ষেই বা বৃটিছ চৰকাৰৰ পক্ষেই বা জনসাধাৰণৰ পক্ষেই বা তেওঁলোকৰ নিজৰ পক্ষেই সেই লিপিয়ে সুবিচাৰ কৰা নাই। অসম্ভৱ কিছুমান দাবী কৰি তাৰ পূৰণৰ কাৰণে চেষ্টা নকৰি হাত সাৰটি বহি থকাতকৈ সৰ্ব্বনিম্ন দাবী কৰি তাক পুৰাবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰা বেচি ভাল। তেওঁলোকে যদি

সঁচাকৈয়ে আন্তৰিকতাৰে কাম কৰিবলৈ ওলাইছে তেন্তে এয়েই একমাত্র বিশুদ্ধ আৰু সন্মানজনক পন্থা।

ভাৰতৰ ৰাজনীতি আৰু আন আন ক্ষেত্রত এই যুক্তি অতি নতুন। আমাৰ দাবী অস্পষ্ট ৰাখি আৰু অকাৰণতে ভাষাৰ ৰজিতা খুৱাই আমি ভাল পাইছিলোঁ আৰু আমাৰ মনত দাম-দৰ কৰা এটা ভাব সদায় আছিল। যি হওক গান্ধীজীয়ে তেওঁৰ মতকে ৰজালে। তেওঁ বৰলাটৰ ব্যক্তিগত সচিবলৈ আগতে পঠোৱা আবেদন লিপিত থকা ত্রুটি আৰু অস্পষ্টতালৈ আঙুলিয়াই এখন চিঠি লিখিলে আৰু লগতে কেইটামান নতুন বিষয় যোগ কৰি দিলে। ইয়াত তেওঁ সৰ্ব্বনিম্ন দাবী উল্লেখ কৰিলে। উত্তৰত বৰলাটে নতুন বিষয়বিলাক গ্রহণ কৰিব নোৱাৰি বুলি জনালে আৰু যে আগেয়ে পঠোৱা লিপিয়েই যথেষ্ট। গান্ধীজীয়ে ভাবিলে তেওঁৰ আৰু খিলাফৎ কমিটীৰ ব্যক্তব্যখিনি যথেষ্ট ফুটি ওলাইছে। গতিকে তেওঁ সংগ্রামীদলত যোগ দিলে।

চৰকাৰে যে খিলাফৎ কমিটীৰ দাবী মানি নলয় আৰু সংঘৰ্ষ যে হ'বই ই স্পষ্ট হৈ পৰিল। মৌলবী আৰু উলেমাসকলৰ লগত দীঘলীয়া আলোচনা আৰম্ভ হ'ল। অহিংসা আৰু অসহযোগ বিশেষকৈ অহিংসাক লৈ আলোচনা চলিল। গান্ধীজীয়ে তেওঁলোকক কলে যে তেওঁলোকে যদি সম্পূর্ণৰূপে অহিংসাৰ পন্থা গ্রহণ কৰে, তেন্তে তেওঁ তেওঁলোকৰ নেতৃত্ব গ্রহণ কৰিব। কিন্তু অহিংসা সম্পৰ্কে কোনো দুৰ্ব্বল ভাব, কোনো দ্বিধা-সঙ্কোচ তেওঁলোকে মনত ৰাখিব নেলাগিব। মৌলবীসকলে এই নীতি ভালকৈ বুজিব পৰা নাছিল যদিও তেওঁলোক মান্তি হ'ল। কিন্তু তেওঁলোকে এইটো স্পষ্টকৈ কৈ দিলে যে তেওঁলোকে অহিংসাক কাৰ্য্য সিদ্ধিৰ উপায় স্বৰূপেহে গ্রহণ কৰিব, জীৱনৰ নীতি স্বৰূপে মানি নলয়; কাৰণ মহৎ উদ্দেশ্য সাধনাৰ কাৰণে বল প্রয়োগ কৰাত তেওঁলোকৰ ধৰ্ম্মত বাধা নাই।

১৯২০ চনৰ ৰাজনৈতিক আৰু খিলাফৎ আন্দোলনৰ লক্ষ্য ওচৰা-ওচৰিকৈ একে ফাললৈকে গতি কৰিলে আৰু কংগ্রেছে যেতিয়া গান্ধীজীৰ অহিংস অসহযোগ কৰিবলৈ আগবাঢ়িল তেতিয়া দুয়োটা আন্দোলন লগ লাগি গ'ল। খিলাফৎ কমিটীয়ে প্রথমে এই আন্দোলনৰ পথ ল'ব বুলি ঠিক কৰিলে আৰু ১ আগষ্টৰপৰাই আন্দোলন আৰম্ভ কৰিব বুলি ঘোষণা কৰি দিলে।

এই কাৰ্য্যপন্থা আলোচনা কৰিবৰ কাৰণে বছৰৰ আগছোৱাতে এলাহাবাদত মুছলমানসকলৰ (বোধহয় মুছলিম লীগৰ কাউন্সিল) এখন সন্মিলন হয়। ছৈয়দ ৰেজা আলিৰ ঘৰত এই সন্মিলন হৈছিল। মৌলনা মহম্মদ আলি তেতিয়া আছিল ইউৰোপত; কিন্তু ছৌকত আলি উপস্থিত আছিল। তাৰ আলোচনাবিলাকৰ কথা জানিব পাৰি মই হতাশ হৈ গৈছিলোঁ। সেই কাৰণেই তাৰ কথা এতিয়াও মোৰ মনত আছে। ছৌকত আলিৰ হওঁতে যথেষ্ট ধাউতি আছিল, কিন্তু বাকী কাৰো মনত প্রসন্নতা আৰু উজ্জ্বলতা দেখা পোৱা নগৈছিল। ইয়াৰ প্রতিবাদ কৰাৰ সাহো তেওঁ-লোকৰ নাছিল, সিপিনে তাৰ দায়িত্ব গ্রহণ কৰিবলৈকো সিমান মন নাছিল। মই ভাবিছিলোঁ—এনেবোৰ মানুহে নো ক'বলৈত বৃটিছ সাম্রাজ্যৰ বিৰুদ্ধে বৈপ্লৱিক আন্দোলন চলাব পাৰিব নে? গান্ধীজীয়ে বক্তৃতা দিলে। তেওঁৰ বক্তৃতা শুনি তেওঁ-

লোকে আৰু জয় খালে যেন পাওঁ। নেতাসকলক গভীৰ আত্ম-বিশ্বাসেৰে তেওঁ বক্তৃতা দিছিল। তেওঁৰ বক্তৃতাত বিনয় ভাব ফুটি উঠিছিল যদিও সি সুস্পষ্ট আৰু হীৰাৰ দৰেই টান আছিল। প্ৰকৃতিমধুৰ কোমল ভাষণ যদিও, সি আছিল অনমনীয় আৰু ভয়ানক দৃঢ়। তেওঁৰ দৃষ্টি আছিল প্ৰশান্ত আৰু গভীৰ, কিন্তু তাত ফুটি উঠিছিল ভীষণ প্ৰাণশক্তি আৰু দৃঢ় প্ৰতিজ্ঞা। তেওঁ কলে, এটা শক্তিশালী বিৰোধী দলৰ লগত যুঁজিব লাগিব। আপোনালোকে যদি তাৰ কাৰণে আগবাঢ়িব খোজে তেন্তে সৰ্বস্ব হেৰুৱাবলৈকো সাজু হ'ব লাগিব। আপোনালোকে অহিংসা আৰু আন আন শৃংখলা অতি কঠোৰভাৱে পালন কৰিব লাগিব। যুদ্ধ লাগিলে সামৰিক আইন চলে। আমাৰ অহিংস যুদ্ধতো জয়ী হ'ব লাগিলে, আমিও একনায়কত্ব আৰু সামৰিক আইনৰ দৰে কঠিন শৃংখলা মানি ল'ব লাগিব। মোক খুজিবয়াই-লথিয়াই আপোনালোকে মোক বাহিৰ কৰি দিব পাৰিব, মোৰ মূৰ লাগে বুলি দাবী কৰিব পাৰিব, বা আপোনালোকে যি ইচ্ছা সেই শাস্তি মোৰ ওপৰত বিহিব পাৰিব, কিন্তু যেতিয়ালৈকে আপোনালোকে মোক নেতা বুলি মানি থাকিব, তেতিয়ালৈকে মোৰ সৰ্তসমূহ মানি ল'ব লাগিব—সামৰিক আইনৰ কঠোৰ শৃংখলা মানি ল'ব লাগিব। কিন্তু সেই একনায়কত্ব সদায় আপোনালোকৰ সদিচ্ছা, সহযোগিতা আৰু নিজে মানি লোৱাৰ ওপৰত নিৰ্ভৰ কৰিব। যেতিয়াই আপোনালোকৰ ইচ্ছা হয়, যেতিয়াই আপোনালোকে মোৰ আৰু আৱশ্যকতা নাই বুলি ভাবে, তেতিয়াই মোক দলিয়াই পেলাব, মোক গচকি পেলাব—মই কেতিয়াও আপত্তি নকৰোঁ।

এইদৰে সামৰিক উপমাসনা দৃঢ়, কঠিন আৰু আবেগপূৰ্ণ বক্তৃতা শুনি অধিকাংশ-ভাগ শ্ৰোতাৰেই বুকু কঁপি উঠিল। কিন্তু সেই ভয় খোৱাসকলক চকিত আলিয়ে উদগণি দি ৰাখিলে। ভোটৰ সময় আহিলত সৰহ ভাগেই শান্তভাৱে আৰু লজ্জিত-ভাৱে প্ৰস্তাৱৰ পক্ষে ভোট দিলে—সেই অসহযোগ হৈছে যুদ্ধৰ প্ৰস্তাৱ।

সভাৰপৰা বাহিৰ ওলাই মই গান্ধীজীক সুধিলোঁ, এটা ডাঙৰ সংঘৰ্ষৰ কাৰণে সেয়েই পথ নে কি? মোৰ আশা আছিল উৎসাহ-উদ্দীপনা, তেজস্বী ভাষা, উদ্দীপ্ত চকু, কিন্তু তাৰ সলনি দেখিলোঁ এদল ভীৰু, নিৰুৎসাহ আদহীয়া মানুহ। এওঁলোকে কেৱল জনতাৰ হেঁচাত ভোট দিছিল। অৱশ্যে মুছলিম লীগৰ এই সভ্যসকলৰ ভিতৰত অতি কম সংখ্যক মানুহেহে আন্দোলনত যোগ দিছিল। তেওঁলোকৰ বহুতেই চৰকাৰী চাকৰি লৈ নিৰাপদ হৈ বহি গৈছিল। মুছলিম লীগে তেতিয়া আৰু তাৰ পিচতো, মুছলমানসকলৰ জনতাৰ প্ৰতিনিধিত্ব কৰিব পৰা নাছিল। ১৯২০ চনৰ খিলাফৎ কমিটীহে প্ৰকৃততে শক্তিশালী আৰু প্ৰতিনিধিত্বমূলক প্ৰতিষ্ঠানত পৰিণত হৈছিল আৰু সেই কমিটীয়েই উৎসাহ-উদ্দীপনাৰে সংঘৰ্ষত নামিছিল।

১ আগষ্ট তাৰিখেই গান্ধীজীয়ে অসহযোগ আন্দোলনৰ উদ্বোধন দিবস বুলি ঘোষণা কৰিলে। তেতিয়াও অৱশ্যে কংগ্ৰেছত সেই প্ৰস্তাৱৰ আলোচনা হোৱা নাই, তাক গ্ৰহণ কৰা নাই। সেইদিনাই লোকমান্য তিলক বোম্বাইত ঢুকায় আৰু গোটেই প্ৰদেশত হাহাকাৰ-চাকি উঠি গান্ধীজী বোম্বাই পায়গৈ। গান্ধীজীৰ লগতে মইও আছিলোঁ। সকলোৰে শ্ৰদ্ধাভাজন সেই মহান নেতাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিবলৈ ওলাই অহা বোম্বাই মহানগৰীৰ হেজাৰ হেজাৰ নৰ-নাৰীৰ শোক-যাত্ৰাত আমি যোগ দিলোঁ।

## ৮

## মোৰ বহিষ্কাৰ আৰু তাৰ ফলাফল

মোৰ ৰাজনীতি মোৰ শ্ৰেণীৰ—বুৰ্জোৱা শ্ৰেণীৰ। দৰাচলতে, তেতিয়া (আৰু এতিয়াও বুলিব পাৰি) ৰাজনৈতিক আন্দোলন মধ্যবিত্ত শ্ৰেণীৰ আন্দোলন। মধ্যমপন্থীয়েই হওক বা চৰমপন্থীয়েই হওক তেওঁলোকে এই শ্ৰেণীৰহে প্ৰতিনিধিত্ব কৰিছিল আৰু বেলেগ বেলেগ বাটেদি নিজৰ শ্ৰেণীৰ উন্নতিৰ কাৰণে যত্ন কৰিছিল। এমুঠি উচ্চ মধ্যবিত্ত শ্ৰেণীৰ মানুহে বৃটিছ শাসনৰ তলত সুখে-সম্ভোগে বাস কৰিছিল। মধ্যমপন্থীসকলে এই উচ্চ মধ্যবিত্ত শ্ৰেণীৰে প্ৰতিনিধিত্ব কৰিছিল। হঠাৎ এই পৰিৱৰ্ত্তন আহি তেওঁলোকৰ বৰ্ত্তমানৰ সুখ-স্বচ্ছন্দ নষ্ট কৰি পেলাইহি বুলি তেওঁলোকে এইবিলাক ভাল নেপাইছিল। বৃটিছ চৰকাৰ আৰু ডাঙৰ জমিদাৰ শ্ৰেণীৰ লগত তেওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ আছিল। চৰমপন্থীসকলে মধ্যবিত্ত শ্ৰেণীৰ তলৰ থাপৰ মানুহবো প্ৰতিনিধিত্ব কৰিছিল। কাৰখানাৰ বনুৱাৰ সংখ্যা যুদ্ধৰ ফলত বাঢ়ি আহিল; কিন্তু তেওঁলোক ক'ৰবাত ক'ৰবাত ঠায়ে ঠায়েহে সংঘবদ্ধ হৈছিল। গতিকে তেওঁলোকৰ প্ৰতিপত্তি বৰ বেচি নাছিল। খেতিয়কসকল আছিল অন্ধ, দাৰিদ্ৰ্য-নিপীড়িত। সদায় কষ্ট ভুগি থাকোঁতেই তেওঁলোকৰ দিন যায়; নিজৰ পোৰা কপালেকে সকলো ধিয়াই তেওঁলোক বহি থাকে; আৰু তেওঁলোকক গৰকি যায়, শোষণ কৰে যেয়ে পায় সেয়ে—চৰকাৰ, জমিদাৰ, সুদখোৰ, সৰু-চাকৰিয়াল, পুলিচ, উকিল, পুৰোহিত, মোল্লা—সকলোৱেই।

বাতৰি-কাকত পঢ়া মানুহে বুজিবই নোৱাৰিব যে, ভাৰতৰ অগণন খেতিয়ক আৰু বনুৱা আছে আৰু তেওঁলোকৰ কিবা গুৰুত্ব আছে। ইংৰাজে চলোৱা ইংগ-ভাৰতীয় বাতৰি-কাকতসমূহত থাকে মাত্ৰ ডাঙৰ চাকৰিয়ালসকলৰ কাৰ্য্য-কলাপ, ডাঙৰ ডাঙৰ চহৰ আৰু শৈলাবাসত থকা ইংৰাজৰ সামাজিক জীৱন, ভোজ-ভাত, ৰং-চঙীয়া সাজ-পাৰ পিন্ধি বল-নাচ, আৰু ধেমালিত কৰা নাট অভিনয় আদিৰ বহুল বিৱৰণ। ভাৰতীয় দৃষ্টিভঙ্গীৰপৰা হোৱা ভাৰতীয় ৰাজনীতিক তেওঁলোকে কোনো মূল্য নিদিছিল। আন কি কংগ্ৰেছ অধিবেশনৰ কথাও তেওঁলোকে পিচৰ পিঠিত ক'ৰবাত দুই এশাৰীতে শেষ কৰিছিল। এই বাতৰিবিলাকৰ যে কিবা মূল্য থাকিব পাৰে, তেওঁলোকে বিশ্বাসেই নকৰিছিল। কিন্তু কোনোবা যদি মুখিয়ালেই হওক বা সাধাৰণেই হওক—কোনো ভাৰতীয়ই কংগ্ৰেছক নিন্দা বা সমালোচনা কৰে, তেতিয়া হলে সেই খবৰে যথেষ্ট প্ৰাধান্য পায়। কেতিয়াবা কেতিয়াবা ধৰ্ম্মঘটৰ কথা চমুকৈ উল্লেখ কৰি থয়, আৰু কেতিয়াবা মৰা-মৰি লাগিলে গাঁও অঞ্চলৰ দুই চাৰিটি কথা অতি বেচিকৈ গুৰুত্ব দি প্ৰকাশ কৰে।

ভাৰতীয় বাতৰি-কাকতবিলাকে ইংগ-ভাৰতীয় বাতৰি-কাকতৰ চানেকিকে লৈছিল, কিন্তু তেওঁলোকে জাতীয় আন্দোলনত বেচি গুৰুত্ব আৰোপ কৰিছিল তাত বাহিৰে, ভাৰতীয়সকলৰ সৰু-ডাঙৰ চাকৰিৰ নিয়োগ, পদোন্নতি, বদলি আদি লৈ আলোচনা হয় আৰু কোনোবা চাকৰিয়ালৰ বিদায় সভাৰ উপলক্ষে পত্ৰ মহলে—

নোহোৱা চাহমেলত যেতিয়া "অতিপাত উৎসাহৰ সঞ্চাৰ" হৈছিল, তেতিয়া তাক গুৰুত্ব দি প্ৰকাশ কৰা হৈছিল। চৰকাৰে মাজে মাজে গাঁও অঞ্চলত জৰীপৰ কাম কৰে আৰু তাৰ ফলত খাজনা বাঢ়েই। তেতিয়া ক'ৰবাত জমিদাৰৰ ধনৰ মোনাত হাত পৰে বুলি বাতৰি-কাকতত হাই-উৰুমি লাগি পৰে। দুখীয়া খেতিয়কৰ কিন্তু তাত ঠাই নাই। এইবিলাক বাতৰি-কাকতৰ গৰাকী আৰু পৰিচালক হ'ল জমিদাৰ আৰু বেপাৰীসকল; তাকেই আমি জাতীয়তাবাদী বাতৰি-কাকত বুলি কওঁ।

য'ত য'ত চিৰস্থায়ী বন্দবস্ত নাই, তাত চিৰস্থায়ী বন্দবস্ত কৰিবৰ কাৰণে কংগ্ৰেছে প্ৰথম ছোৱাত বাৰে বাৰে দাবী কৰিছিল—যাতে জমিদাৰসকলৰ অধিকাৰ সৰ্ব্বতোভাৱে ৰক্ষা পৰে; কিন্তু ৰায়তসকলৰ বিষয়ে হলে তাত কোনো কথা নুঠে।

কিন্তু যোৱা কুৰি বছৰত জাতীয় আন্দোলন বেচি টনকিয়াল হৈ অহাৰ কাৰণে বহুত পৰিৱৰ্ত্তন আহি পৰিছে। এতিয়া ভাৰতীয় পঢ়ুৱৈসকলৰ মন ভাল লগাবলৈ আন কি ইংৰাজে চলোৱা বাতৰি-কাকতবিলাকেও ভাৰতীয় ৰাজনৈতিক সমস্যাৰ কাৰণে অলপ নহয় অলপ ঠাই ৰাখে। অৱশ্যে তাকো তেওঁলোকে নিজৰ মনত লগা-কৈহে কৰে। ভাৰতীয় বাতৰি-কাকতসমূহৰ দৃষ্টিভংগী কিছু পৰিমাণে বহল হৈছে। খেতিয়ক আৰু বনুৱাৰ প্ৰতি দয়া আৰু সহানুভূতি দেখুৱা হয়; কাৰণ সেইটোও আজি-কালি এটা ঢং হৈ পৰিছে আৰু তেওঁলোকৰ বাতৰি-কাকত পঢ়া মানুহেও খেতি আৰু কাৰখানাৰ সমস্যা আজি-কালি আলোচনা কৰে। কিন্তু আজি-কালিও তেওঁলোকে খেতিয়ক বনুৱাৰ মালিক, বেপাৰী আৰু জমিদাৰসকলৰ স্বাৰ্থক সমৰ্থন কৰিহে লিখে। বহুতো ভাৰতীয় দেশীয় ৰাজ্যৰ ৰজাই এই বাতৰি-কাকত-সমূহত টকা খটায় আৰু তেওঁলোকেও যাতে তেওঁলোকৰ টকা অথলে নেযায় তালৈ চকু ৰাখে। এনে ধৰণৰ বাতৰি-কাকতৰ পৰিচালকসকল কংগ্ৰেছৰ আন কি সভ্যও নহয়। তথাপি তেওঁলোকৰ বাতৰি-কাকত তেওঁলোকে কংগ্ৰেছী বুলিয়েই কয়। কংগ্ৰেছক মানুহে ভাল পায় কাৰণে বহুত মানুহ আৰু বহুত দলে নিজৰ নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে সেই নাম ব্যৱহাৰ কৰে। অৱশ্যে যিবিলাক বাতৰি-কাকতে আৰু এখোজ আগবাঢ়ি যাব খোজে, তেওঁলোকে বহুত বহুত টকা জৰিমনা ভৰিবলগীয়া হয় আৰু আন কি কঠোৰ প্ৰেছ-আইন আৰু বাতৰি-কাকত নিয়ন্ত্ৰণৰ হেঁচাত মৰোঁ মৰোঁ হ'বলগীয়াত পৰে।

১৯২০ চনত মই কাৰখানা আৰু খেতিৰ বনুৱাসকলৰ বিষয়ে একো নেজানি-ছিলোঁ। মোৰ ৰাজনৈতিক দৃষ্টিভংগী আছিল মধ্যবিত্ত শ্ৰেণীৰ দৃষ্টিভংগী। অৱশ্যে মই ভয়াবহ দৰিদ্ৰতা আৰু দুখ-কষ্টৰ কথা জানিছিলোঁ আৰু ভাবিছিলোঁ ভাৰতে স্বাধীনতা পালে এই দাৰিদ্ৰতাৰ সমস্যা সমাধান কৰাটোৱেই প্ৰথম লক্ষ্য হ'ব। কিন্তু ৰাজনৈতিক স্বাধীনতাৰ লগে লগে মধ্যবিত্ত শ্ৰেণীৰ প্ৰভুত্বও আহিবই—ই অনিবাৰ্য্য। ইয়েই ইয়াৰ পিচৰ খোজ বুলি মই ভাবিছিলোঁ। গান্ধীজীৰ চম্পাৰণ (বিহাৰৰ) আৰু কায়ৰাৰ (গুজৰাটৰ) কৃষক আন্দোলনৰ পিচত মই খেতিয়কসকলৰ সমস্যাৰ প্ৰতি অলপ বেচিকৈ মন দিলোঁ। কিন্তু ১৯২০ চনৰ ৰাজনৈতিক ঘটনাসমূহ আৰু প্ৰায় আগন্তুক অসহযোগ আন্দোলনৰ ভাবেৰে মোৰ মনটো ভৰি আছিল।

সেই সময়ত ঘটনা-প্ৰবাহে মোৰ জীৱনত এটা নতুন সোঁত ঘোৰাই দিলে

আৰু পিচলৈ গৈ সেয়ে মোৰ জীৱনত এটা ডাঙৰ প্ৰভাৱ বিস্তাৰ কৰিলেগৈ। এবাৰ হঠাৎ মই নভবা-নিচিন্তকৈয়ে আচৰিতভাৱে খেতিয়কসকলৰ সংস্পৰ্শলৈ আহি পৰিলোঁ।

মোৰ আই আৰু কমলা (পৰিবাৰ)—দুয়োৰে অসুখ। ১৯২০-ৰ সেই মাহৰ আগভাগতে মই মুচৌৰীলৈ গলোঁ। দেউতা তেতিয়া এজন ডাঙৰ দেশীয় ৰজাৰ মোকৰ্দ্দমাত লাগি আছে। তেওঁৰ বিৰুদ্ধে আছিল শ্ৰীযুক্ত চি, আৰ, দাস। আমি মুচৌৰীৰ ছেভয় হোটেলত নামিলোঁগৈ। তেতিয়া মুচৌৰীত ইংৰাজ আৰু আফগান প্ৰতিনিধিৰ মাজত সন্ধিৰ বিষয়ে কথা-বতৰা চলি আছিল। (আফগান যুদ্ধৰ পিচত ১৯১৯ চনত আমানুল্লা যেতিয়া সিংহাসনত বহে, তাৰ পিচৰ ঘটনা)। আফগান প্ৰতিনিধিসকলো ছেভয় হোটেলতে আছিল। তেওঁলোক বেলেগে বেলেগে আছিল, বেলেগে বেলেগে খাইছিল আৰু আনবিলাক মানুহ অহা-যোৱা খোটালীবিলাকলৈ কেতিয়াও নাহিছিল। তেওঁলোকৰ বিষয়ে মোৰ মনত কোনো কৌতূহল হোৱা নাছিল। এমাহৰ ভিতৰত কেতিয়াবা কাৰবাক দেখিছিলোঁও। দেখাদেখি হলেও কোনো মাত-বোল হোৱা নাই। হঠাৎ এদিন গধূলি পৰত পুলিচ চুপাৰিণ্টেণ্ডেণ্ট আহি মোৰ লগত দেখা কৰি প্ৰাদেশিক চৰকাৰৰ এখন চিঠি দেখুৱালে আৰু ক'লে যে, আফগান প্ৰতিনিধিসকলৰ লগত কোনো সম্পৰ্ক নেৰাখোঁ বুলি মই এখন প্ৰতিশ্ৰুতি-পত্ৰ লিখি দিব লাগে। এইটো মোৰ মনত বৰ আচৰিত আচৰিত লাগিল। কিয়নো এমাহ ধৰি মই তাত আছোঁ, অথচ তেওঁলোকক মই আন কি দেখা কৰাও নাই। আগলৈকো যে কৰিম তাৰো আশা কম। চুপাৰিণ্টেণ্ডেণ্টেও সেইটো নজনা নহয়; কাৰণ তেওঁ প্ৰতিনিধিসকলৰ ওপৰত চকু দি আছিল। তাৰ উপৰি দলে দলে চোৰাংচোৱা পিয়াপি দি ফুৰিছিলেই। কিন্তু প্ৰতিশ্ৰুতি দিয়াত মই নাই—আৰু মই তাকে কৈ দিলোঁ। তেওঁ মোক জিলা মেজিষ্ট্ৰেট ডুনৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্টক দেখা কৰিবলৈ ক'লে। ময়ো প্ৰতিশ্ৰুতি নিদিওঁ বুলি যেতিয়া মই আঁকোৰগোঁজালিকৈ লাগিলোঁ, তেতিয়া মোৰ ওপৰত বহিষ্কাৰৰ আদেশ জাৰি হ'ল। চৌব্বিছ ঘণ্টাৰ ভিতৰত ডেৰাডুন জিলাৰপৰা ওলাই যাবৰ কাৰণে মোক নিৰ্দ্দেশ দিয়া হ'ল অৰ্থাৎ কেইঘণ্টামানৰ ভিতৰতে মই মুচৌৰী এৰি যাব লাগিব। নৰিয়া পৰি থকা আই আৰু পৰিয়ালক এৰি থৈ অহাটো মোৰ ভাল নেলাগিল। সিপিনে আদেশ অমান্য কৰাটোও উচিত যেন নেপালোঁ। তেতিয়াও আইন অমান্য কৰাৰ কথা উঠা নাই। সেই কাৰণে মুচৌৰী এৰি আহিলোঁ।

সেই সময়ত যুক্তপ্ৰদেশৰ লাট ছাৰ হাৰকুট বাটলাৰৰ, দেউতাৰ লগত ভাল চিনাকি আছিল। তেওঁলৈ (ছাৰ হৰকুটলৈ) বন্ধুভাৱে এখন চিঠি লিখি দেউতাই জনালে যে, তেওঁ নিশ্চয় তেনেকুৱা অগিয়ান আদেশ দিয়া নাই, ছিমলাৰ কোনোবা জাকত-জিলিকা লোকৰহে সেইটি কাম। ছাৰ হাৰকুটে উত্তৰ দিলে যে, আদেশটো নিৰীহ ধৰণৰে আছিল, জৱহৰলালে তাক সহজেই মানি ল'ব পাৰিলেহেঁতেন আৰু তাৰ কাৰণে তেওঁৰ আত্ম সন্মানত অকণো আঘাত নপৰিলেহেঁতেন। তাৰ উত্তৰত দেউতাই অসন্মতি জনাই লিখিলে যে, ইচ্ছা কৰি সেই আদেশ অমান্য কৰিবলৈ নিৰ্বাচিত কৰিলেও, মোৰ আই বা পৰিয়ালৰ স্বাস্থ্যৰ কাৰণে যদি আৱশ্যক হয়, তেন্তে,

কিবা আদেশ থাকক নেথাকক মই মুচৌৰীলৈ উভতি যাবই লাগিব। সাংঘাতিককৈ আইৰ অৱস্থা বেয়াৰ ফালে ঢাল ল'লে। ময়ো ততালিকে মুচৌৰীলৈ যাত্ৰা কৰিলোঁ। যাত্ৰাৰ ঠিক আগে আগেই আমি এখন টেলিগ্ৰাম পালোঁ, সেই আদেশ বোলে তুলি লোৱা হৈছে। মুচৌৰী পোৱাৰ পিচদিনা হোটেলৰ চোতালত যাক প্ৰথমেই দেখা পালোঁ, তেওঁ হৈছে এজন আফগান আৰু তেওঁৰ কোলাত মোৰ কেঁচুৱা ছোৱালীজনী। পিচত জানিবলৈ পালোঁ তেওঁ এজন মন্ত্ৰী আৰু আফগান সংজাতীদলৰ এজন সভ্য। মোৰ বহিষ্কাৰৰ ঠিক পিচতেই বাতৰি-কাকতত সেই বাতৰি পঢ়ি আফগানসকলে ভু-ভা লোৱা হ'ল আৰু সংজাতীদলৰ মুখিয়ালজনে আইলৈ দিনো এপাচি ফল-ফুল পঠাবলৈ ধৰিলে।

পিচত দেউতাই ময়ে সংজাতীদলৰ দুই এজন সভ্য লগ পাইছিলোঁ। তেওঁ-লোকে আমাক আফগানিস্থানলৈ ববকৈ মাতিলে। দুখৰ বিষয় আমি সেই সুবিধা গ্ৰহণ কৰিব নোৱাৰিলো। ক'ব নোৱাৰোঁ, সেই দেশৰ নতুন আমোলত এতিয়া আৰু সেই নিমন্ত্ৰণৰ মিয়াদ আছে নে নাই।

মুচৌৰীৰপৰা বহিষ্কাৰৰ আদেশৰ ফলত মই দুসপ্তাহমান এলাহাবাদত কটালোঁ। এইছোৱা সময়তে মই কিষাণ খেতিয়ক আন্দোলনৰ লগত সাঙোৰ খাই পৰিলোঁ। খেতিয়কসকলৰ লগত সেই সম্বন্ধ পিচলৈ লাহে লাহে বাঢ়ি আহিল আৰু মোৰ ভাবধাৰাৰ ওপৰত সি এটা ডাঙৰ প্ৰভাৱ বিস্তাৰ কৰিলে। মোক যদি বহিষ্কাৰ কৰা নহ'লহেঁতেন আৰু আন কোনো কামতো মই এলাহাবাদত থাকিব-লগীয়া নহ'লহেঁতেন, তেতিয়া কি হ'লহেঁতেন মই মাজে মাজে ভাবোঁ। এদিন নহয় এদিন নিশ্চয় খেতিয়কসকলৰ মাজলৈ মই আহিব লাগিলেইহেঁতেন চাগে; কিন্তু অহাৰ পৰিস্থিতিটো নিশ্চয় বেলেগ হ'লহেঁতেন আৰু ফলটোও হ'লহেঁতেন কিজানি আন ধৰণৰ।

১৯২০-ৰ জুন মাহৰ আগভাগত (মোৰ যিমান দূৰ মনত পৰে) প্ৰতাপগড় জিলাৰ পঞ্চাশ মাইল দূৰৰ ভিতৰৰ অঞ্চলৰপৰা দুশমান খেতিয়ক এলাহাবাদ চহৰলৈ খোজ কাঢ়ি আহিছিল। উদ্দেশ্য আছিল তেওঁলোকৰ দুখ-দুৰ্গতিৰ প্ৰতি প্ৰধান প্ৰধান ৰাজনীতিকসকলৰ দৃষ্টি আকৰ্ষণ কৰা। ৰামচন্দ্ৰ নামৰ এজন মানুহ আছিল তেওঁলোকৰ নেতা। তেওঁ হওঁতে সেই ঠাইৰ খেতিয়ক নাছিল। আমি গম পালোঁ যে খেতিয়কসকলে যমুনা নদীৰ পাৰত কোনোবা এঠাইত থাকিবলৈ লৈছে। কেইজনমান বন্ধুক লগত লৈ তেওঁলোকক চাবলৈ গলোঁ। তালুকদাৰসকলে কেনেকৈ বল প্ৰয়োগ কৰি তেওঁলোকৰপৰা টকা আদায় কৰে, কেনেকৈ তেওঁলোকৰ ওপৰত অমানুষিক অত্যাচাৰ কৰে—তেওঁলোকে আমাক বিবৰি কলে আৰু কলে যে তেওঁ-লোকৰ জীৱন দুৰ্ব্বহ হৈ উঠিছে। তেওঁলোকে আমাৰ ওচৰত কাকুতি-মিনতি কৰি কলে—আমিও তেওঁলোকৰ লগতে গাঁৱলৈ উভতি গৈ তদন্ত কৰিব লাগে আৰু তেওঁলোক সেই উদ্দেশ্যে এলাহাবাদলৈ অহাৰ কাৰণে খং উঠি থকা জমিদাৰ-সকলৰপৰা তেওঁলোকক ৰক্ষা কৰিব লাগে। নেথাওঁ বুলিলে তেওঁলোকে নেমানে। তেওঁলোকে খামোচ মাৰি ধৰিলে। অৱশেষত দুদিনমানৰ পিচতে তেওঁলোকক লগ ধৰিবলৈ বুলি কথা দিলোঁ।

সহকৰ্ম্মী কেইজনমানৰ লগত গৈ তাত তিনি দিন কটাই আহিলোঁ। ঠাইবিলাক ৰেলওৱে বা আন কি পকা আলিবাটৰপৰাও বহুত দূৰৈত। বহুত অভিজ্ঞতা লাভ কৰিলোঁ সেই ভ্ৰমণৰপৰা। গাঁও অঞ্চলত দেখিলোঁ উৎসাহ-উদ্যমেৰে গাঁওবাসী উদ্দীপ্ত। মুখে মুখে বতৰা পায়েই অতি কম সময়ৰ ভিতৰতে বিৰাট জনতাৰ সমাগম হৈছিল। এখন গাঁৱে সিখনক বতৰা দিছিল, সিখনে সিখনক দিছিল আকৌ সিখনে সিখনক দিছিল, এইদৰে এইদৰেই বাতৰি পাই গোটেই গাঁওবিলাক একেবাৰেই উঠি আহিছিল আৰু পথাৰবিলাক সভাস্থললৈ যোৱা মতা মানুহ, মাইকী মানুহ, ল'ৰা-ছোৱালীৰে ভৰি পৰিছিল। নহলেবা, তাতকৈয়ো সোনকালে 'সীতা ৰাম', 'সীতা ৰা-আ-আ-ম' ধ্বনি গগন মুখৰিত কৰি চাৰিওফালে দিক্‌বিদিক বিয়পি পৰিছিল আৰু সিবিলাক গাঁৱত তাৰ প্ৰতিধ্বনি উঠিছিল। তাকে শুনি মানুহৰ সোঁত বৈছিল —পাবেমানে বেগাই, লৰি-ঢাপৰি মানুহ গৈছিল। মানুহবিলাক আছিল ফটা-চিটা কানি-কাপোৰ পিন্ধা, অৱস্থা দেখিলে দুখ লগা, কিন্তু মুখত তেওঁলোকৰ আছিল অদম্য উত্তেজনা, চকুত উজ্জ্বল আশা—যেন কিবা-কিবি অভূতপূৰ্ব্ব ঘটনা ঘটি উঠিব, যাৰ ফলত আচম্বিতে তেওঁলোকৰ সকলো দুখ-যন্ত্ৰণাৰ ওৰ পৰিব।

তেওঁলোকৰ সকলো মৰম তেওঁলোকে আমাৰ ওপৰত বৰষি দিলে। মৰম-কোমল, আশাভৰা চকুৰে তেওঁলোকে আমাৰ মুখলৈ চালে যেন আমি তেওঁলোকলৈ আশাৰ বতৰা লৈ আহিছোঁ। আমি যেন তেওঁলোকে আশা পালি থকা সুখৰ সৰগখনিলৈ তেওঁলোকক বাট দেখুৱাই লৈ যাবলৈহে আহিছোঁ। তেওঁলোকৰ ফালে, তেওঁলোকৰ দুখ-দুৰ্গতি, তেওঁলোকৰ উপচি পৰা কৃতজ্ঞতা দেখি লাজ আৰু দুখত মোৰ মন ভৰি উঠিল। লাজ লাগিল—ভাৰত-মাতৃৰ এই আধা-নাঙঠা লক্ষ লক্ষ পুত্ৰ-কন্যা সন্তানসকলক আওকাণ কৰি কটোৱা আমাৰ সুখ-স্বাচ্ছন্দ্যৰ আৰামৰ জীৱন আৰু আমাৰ নগৰীয়াসকলৰ ঠেকমনা ৰাজনীতিৰ কথা ভাবি। দুখ পালোঁ ভাৰতৰ অধঃপতন আৰু সৰ্ব্বগ্ৰাসী দাৰিদ্ৰ্য দেখি। চকুৰ আগত যেন ভাৰতৰ এখন নতুন ছবি ভাঁহি উঠিল—নাঙঠা, খাবলৈ নোপোৱা অত্যাচাৰ আৰু দুৰ্গতি ভোগা কিছু-মান নৰ-নাৰীৰ ছবি। নগৰৰপৰা অলপ সময়ৰ কাৰণে অহা আলহী আমাৰ প্ৰতি তেওঁলোকৰ বিশ্বাস দেখি অভিভূত হৈ পৰিলোঁ আৰু আমাৰ ওপৰত আহি পৰিব খোজা নতুন দায়িত্বৰ বোজা দেখি ভয়েই খালোঁ।

তেওঁলোকৰ অগণন দুখৰ কাহিনী শুনিলোঁ—সদায় বাঢ়ি বাঢ়ি থকা খাজনাৰ হাড়-ভঙা বোজা বে-আইনীভাৱে পইচা আদায়, মাটি আৰু মাটিৰ ঘৰৰপৰা উচ্ছেদ। চাৰিওফালে তেওঁলোকৰ মৰা শলৈ আশা পালি থকা শগুণৰ দল—জমিদাৰৰ কৰ্ম্মচাৰী, মহাজন, পুলিচ। দিনৰ দিনটো পৰিশ্ৰম কৰি তেওঁলোকে যি উৎপন্ন কৰে, সেয়া তেওঁলোকৰ নহয়, তাৰ পুৰস্কাৰ স্বৰূপে তেওঁলোকে পায় গোৰ, গালি আৰু ভোকাতুৰ পেট। তাত অকা সৰহ ভাগৰে মাটি নাই, জমিদাৰে তেওঁলোকক উচ্ছেদ কৰিছে। ভৰি দিবলৈ তেওঁলোকৰ মাটি নাই, ঘৰ সুমুৱাবলৈ এটাৰৰ নাই। মাটি অতি উৰ্ব্বৰ; কিন্তু তাৰ ওপৰত বোজা অতি গধুৰ, মাটিবোৰ অকণি অকণি ভাগত ভগোৱা আৰু তাৰ উপৰি মাটি বিচৰা মানুহ হ'ল বেচি। মাটিৰ কাৰণে মানুহৰ হাকাল-বিকাল হোৱাৰ সুবিধা লৈ, ইপিনে আইনে মাৰ্কা কৰি দিয়া

নিৰিখতকৈ খাজনা বঢ়াব নোৱাৰি জমিদাৰসকলে বহুত ধৰণে বে-আইনীভাৱে টকা-পইচা দাবী কৰে। আন একো উপায় নেপাই ৰায়তে মহাজনৰপৰা টকা ধাৰ কৰি সেই টকা দিছিল আৰু পিচত টকা ধাৰ মাৰিব নোৱাৰিলে বা খাজনা দিব নোৱাৰিলে, তেওঁলোকক মাটিৰপৰা উচ্ছেদ কৰি দিয়া হৈছিল আৰু ফলত তেওঁলোক হৈছিল সৰ্ব্বস্বান্ত।

এইদৰেই চলি আহিছে বহুদিন ধৰি। ভাৰতীয় খেতিয়ক ক্ৰমে দুখীয়াতকৈয়ো দুখীয়া হৈ আহি আছে বহুদিনৰপৰা। হঠাৎ কি হৈ উঠিল বাৰু যে এনেকুৱা এটা আন্দোলন আহি পৰিল, গাঁওবিলাক সাৰ পাই উঠিল? আৰ্থিক অৱস্থাৰ কাৰণে? হয় চাগৈ! আৰ্থিক অৱস্থা যে সকলো ঠাইতে একে। কিন্তু ১৯২০-২১ চনৰ কৃষক-আন্দোলন মাত্ৰ এই তিনিখন জিলাতহে আৰম্ভ আছিল—প্ৰতাপগড়, ৰায়বেৰেলি আৰু ফৈজাবাদ। এইখিনি হৈছিলগৈ ৰামচন্দ্ৰৰ নেতৃত্বৰ কাৰণে। লেখত ল'বলগীয়া মানুহ আছিল এই ৰামচন্দ্ৰ। মানুহে মাতিছিল তেওঁক বাবা ৰামচন্দ্ৰ বুলি।

ৰামচন্দ্ৰ আছিল পশ্চিম ভাৰতৰ মহাৰাষ্ট্ৰৰ মানুহ। ফিজিলৈ তেওঁ গিৰমিতীয়া বনুৱা হিচাপে গৈছিল। দেশলৈ উভতি আহি তেওঁ ঘূৰি-পকি ফুৰি অযোধ্যা পাইছিলহি। গাঁৱে গাঁৱে তেওঁ তুলসীদাসৰ ৰামায়ণ আবৃত্তি কৰে আৰু খেতিয়ক-সকলৰ বিলাই-বিপত্তিৰ কথা শুনে।

অলপমান পঢ়া-শুনাও তেওঁ জানিছিল আৰু খেতিয়কসকলক অলপ-অচৰপ ঠগি নিজৰ সুবিধা কৰি লৈছিল; কিন্তু সংগঠনৰ শক্তি তেওঁৰ আছিল অদ্ভুত। খেতিয়কসকলক তেওঁ ঘনাই ঘনাই সভা পাতি তেওঁলোকৰ বিলাই-বিপত্তিৰ কথা আলোচনা কৰিবলৈ শিকাইছিল আৰু এনেকৈয়ে তেওঁলোকৰ মাজত একতাৰ ভাব জগাই তুলিছিল। মাজে মাজে তেওঁলোকে বিৰাট জনসভা বহুৱাইছিল আৰু তাতে তেওঁলোকৰ নিজৰ শক্তি উপলব্ধি কৰিছিল। 'সীতাৰাম', 'সীতাৰাম' বুলি ধ্বনি কৰাটো এটা পুৰণি কথা। কিন্তু তেওঁৰ হাতত পৰি এই ধ্বনি যেন ৰণ-শিঙাৰ মাতত পৰিণত হ'ল, বিপদৰ সংকেত ধ্বনিত ৰূপান্তৰিত হ'ল—বেলেগ বেলেগ গাঁৱৰ মাজত ঐক্য সাধনৰ মূলমন্ত্ৰ হৈ উঠিল। ফৈজাবাদ, প্ৰতাপগড় আৰু ৰায় বেৰেলি ৰামচন্দ্ৰ আৰু সীতাৰ পুৰণি কাহিনীৰে ভৰি আছে। এই জিলা তিনিখন অযোধ্যাৰ অংশ আছিল আৰু জনসাধাৰণৰ প্ৰিয় পুথি হ'ল তুলসীদাসৰ হিন্দী ৰামায়ণ। বহুত মানুহে এই পুথিৰ শ শ পদ্য মুখস্থ মাতিব পাৰিছিল। এই পুথি আবৃত্তি কৰি তাৰ যথাৰ্থ উদ্ধৃতি দি ৰামচন্দ্ৰই বৰ ভাল পাইছিল। জনতাক কিছুদূৰ সম্বন্ধ কৰি তেওঁ মানুহবিলাকৰ আগত সকলো ৰকমৰ প্ৰতিশ্ৰুতি দিছিল—অস্পষ্ট, ধূৱলি-কুঁৱলী আশা। কোনো ধৰণৰ কামৰ আঁচনি তেওঁৰ আগত নাছিল। জনতাক উত্তেজিত কৰি লৈ তেওঁ সংকটৰ সময়ত লোকৰ কান্ধত দায়িত্ব জাপি দিছিল। এই কাৰণেই তেওঁ খেতিয়কসকলক এলাহাবাদলৈ লৈ আহিছিল, যাতে তেওঁৰ আন্দোলনৰ প্ৰতি মানুহ আকৃষ্ট হয়।

কৃষক-আন্দোলনত আৰু এটা বছৰ ৰামচন্দ্ৰই প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল।

দুবাৰ-তিনিবাৰ তেওঁ জেললৈকো গৈছে, কিন্তু পিচত দেখা গ'ল যে তেওঁ যিমান দায়িত্বজ্ঞানহীন, সিমান বিশ্বাসৰো অযোগ্য।

অযোধ্যা কৃষক আন্দোলনৰ কাৰণে উপযুক্ত ঠাই। আগেয়েও আছিল আৰু এতিয়াও এইখন তালুকদাৰৰ দেশ। নিজকে তেওঁলোকে 'অযোধ্যাৰ ডাঙৰীয়াসকল' (বেৰন্স অব আউধ্) বুলি কয়। জমিদাৰী প্ৰথা নিকৃষ্টৰূপে চলিছিল ইয়াতেই। টকা আদায় কৰোঁতে কৰা জমিদাৰসকলৰ অত্যাচাৰ অসহ্য হৈ উঠিছে, মাটিহীন বনুৱাৰ সংখ্যা বাঢ়ি গৈছে। মুঠতে সকলো ৰায়তেই একেটা শ্ৰেণীৰ যনুৱা হৈ পৰিছিল আৰু ঐক্যবদ্ধ হিচাপে কাম কৰিবলৈ সেই কাৰণেই সুবিধাও হৈছিল।

থূলমূলকৈ ভাৰতবৰ্ষক দুটা ভাগত ভগাব পাৰি। এফালে জমিদাৰী প্ৰথা আৰু ডাঙৰ ডাঙৰ জমিদাৰসকল আৰু আনফালে অলপ অলপ মাটি থকা সৰু সৰু খেতিয়ক মালিকসকল। ক'ৰবাত ক'ৰবাত অৱশ্যে ইয়াৰ ব্যতিক্ৰমো আছে। বঙ্গদেশ, বিহাৰ, আগ্ৰা-অযোধ্যা-যুক্তপ্ৰদেশ—এইকেইখন প্ৰদেশত জমিদাৰীৰ প্ৰচলন আছে। মাটি থকা খেতিয়কসকলৰ অৱস্থা আন ঠাইতকৈ তাত অলপ ভাল যদিও তাতো তেওঁলোকৰ দুখ লগা অৱস্থাই। পঞ্জাব আৰু গুজৰাটৰ (য'ত য'ত মাটি থকা খেতিয়কসকল আছে) জনসাধাৰণৰ অৱস্থা জমিদাৰীৰ তলত বাস কৰা ৰায়তসকলতকৈ বহুত বেচি ভাল। জমিদাৰী প্ৰথা চলি থকা অঞ্চলসমূহত বেলেগ বেলেগ ৰকমৰ ৰায়ত আছে—দখলীস্বত্ব থকা ৰায়ত, একেবাৰেই সত্বহীন ৰায়ত আৰু ৰায়তৰ অধীনত থকা ৰায়ত ইত্যাদি। এওঁলোকৰ স্বাৰ্থ কাৰো লগত নিমিলে, এজনৰ স্বাৰ্থই আন এজনৰ স্বাৰ্থত আঘাত কৰে আৰু সেয়ে একগোট হৈ কাম কৰাৰ পথত তেওঁলোকৰ অন্তৰায়। যি হওক অযোধ্যাত ১৯২০-অত দখলী স্বত্ব থকা বা বহুদিন বস-বাস কৰি থকা প্ৰজা নাছিল, সৰহভাগেই অলপ দিন থাকিম বুলি চুক্তি কৰা ৰায়ত। তেওঁলোকৰ ভিতৰত যেয়ে বেচি খাজনা দিবলৈ ৰাজী হৈছিল আনৰপৰা উচ্ছেদ কৰি হলেও তাক মাটিত বহুওৱা হৈছিল। সকলো প্ৰজা একে শ্ৰেণীৰে হোৱা কাৰণে সম্মিলিত চেষ্টাৰ কাৰণে সংগঠন কৰা সহজ হৈছিল।

কাৰ্য্যক্ষেত্ৰত অযোধ্যাত কম দিনীয়া প্ৰজাসকলৰো স্বত্বৰ একো ঠিক নাছিল। জমিদাৰে খাজনা লৈ কেতিয়াও ৰচিদ নিদিছিল। প্ৰজাক মাটিৰপৰা তুলি খেদিবৰ মন হলে জমিদাৰে সহজেই খাজনা বাকী আছে বুলি দাবী কৰিব পাৰে। আৰু খাজনা আদায় দিয়া হৈছে বুলি প্ৰমাণ কৰাও প্ৰজাৰ পক্ষে অসম্ভৱ। খাজনাৰ বাহিৰেও বহুত ৰকমৰ অদ্ভুত অদ্ভুত টকা আদায়ৰ পথ লোৱা হৈছিল। মই শুনিছোঁ এখন তালুকত বোলে পঞ্চাশ ধৰণৰ কিবা-কিবি বেলেগ খাজনা আদায় কৰা হয়। বোধহয় ইয়াত অলপ অতিৰঞ্জন আছে, হলেও বিশেষ খৰচৰ কাৰণে বেলেগ বেলেগ ধৰণৰ খাজনা আদায় কৰাৰ কথা সকলোৱে জানে। পৰিয়ালৰ কাৰবাৰ বিয়াৰ খৰচ, ল'ৰাৰ বিলাতত পঢ়াৰ খৰচ, লাট বা কোনো উচ্চ বিষয়াক ভোজ-ভাত দিয়াৰ খৰচ, মটৰ গাড়ী বা হাতী কিনাৰ খৰচ—এইবিলাক খৰচৰ কাৰণে সেই টকা আদায় হৈছিল। দৰাচলতে এইবিলাক আদায়ৰ নাম বেলেগ বেলেগ আছিল—যেনে মোটৰনা (মটৰ কিনাৰ টেক্স), হাতীয়ানা (হাতী কিনাৰ টেক্স) ইত্যাদি।

অযোধ্যাত সেই কাৰণে এটা বিৰাট কৃষক-আন্দোলন গঢ় লৈ উঠাত আচৰিত

হ'বলগীয়া একো নাই। এটা কথা ভাবিহে মই আচৰিত হৈছোঁ যে কোনো নগৰ-বাসীৰ বা ৰাজনৈতিক দলৰ সহায় নোপোৱাকৈ স্বতঃস্ফূৰ্তভাৱে কেনেকৈ এই আন্দোলনে গা কৰি উঠিল। এই কৃষক-আন্দোলন আছিল কংগ্ৰেছৰপৰা একেবাৰেই বেলেগ আৰু লাহে লাহে গঢ় লৈ উঠা অসহযোগ-আন্দোলনৰ লগত ইয়াৰ কোনো সম্বন্ধ নাছিল। নহলে, এইদৰে কলেহে বোধহয় বেচি খাটিব যে এই দুয়োটা শক্তিশালী আন্দোলন যে ইমান বহলি গৈছিল তাৰ গুৰিতে আছিল কিছুমান সাধাৰণ মৌলিক কাৰণ। অৱশ্যে ১৯১৯ চনত গান্ধীজীয়ে ঘোষণা কৰা ডাঙৰ ডাঙৰ হৰতালত খেতিয়কসকলেও যোগ দিছিল আৰু পিচলৈ গৈ গান্ধীজীৰ নাম শুনিলেই মানুহজনৰ প্ৰতি শ্ৰদ্ধাত তেওঁলোকৰ অন্তৰ উপচি পৰিছিল।

তাতকৈয়ো আচৰিত হৈছিলোঁ এটা কথাত—সেইটো হৈছে এই বিৰাট কৃষি-আন্দোলনৰ কথা নগৰবিলাকত আমি একোকে নজনাটো। কোনো বাতৰি-কাকতত তাৰ বিষয়ে এশাৰী বাক্যও কেতিয়াও নোলাইছিল। গাঁৱলীয়া অঞ্চলৰ প্ৰতি তেওঁ-লোকৰ সমুলি দৃষ্টি নাছিল। এতিয়াহে বুজিলোঁ আমাৰ নিজৰ মানুহৰপৰা আমি কিমান বিচ্ছিন্ন, তেওঁলোকৰপৰা কিমান দূৰত অতি ঠেক সংসাৰ এখনত আমি থাকোঁ, কাম কৰোঁ, আন্দোলন চলাওঁ।

## ৯

## খেতিয়কসকলৰ মাজত

তিনদিন গাঁৱত থাকি এলাহাবাদলৈ উভতি আহিলোঁ। আকৌ গাঁৱলৈ গলোঁ। গাঁৱলৈ যোৱা এই কেইবাৰত খেতিয়কসকলৰ লগত একেলগে খাই, মাটিৰ ঘৰত একেলগে থাকি, বহু সময় কথা পাতি, সৰু-ডাঙৰ নানা সভাত বক্তৃতা দি দিন নিয়াইছিলোঁ। আমি এখন অতি পাতল মটৰ গাড়ী লৈ গাঁৱলৈ গৈছিলোঁ, সেই গাড়ীখন যাতে পোনে পোনে একেবাৰে ভিতৰ অঞ্চল পাবগৈ পাৰে, তাৰ কাৰণে খেতিয়কসকলে—শ শ খেতিয়কে দিনে-ৰাতিয়ে কাম কৰি পথাৰৰ মাজেদি অস্থায়ী আলিবাট বান্ধি দিছিল। কোনো ঠাইত গাড়ী নচলা হলে, তেওঁলোকে অতি হেঁপাহেৰে গাড়ীখন ধৰি-মেলি পাৰ কৰি দিছিল। এই কাৰণে গাড়ী এৰি থৈ বেচি ভাগ ঠাইতে আমি খোজ কাঢ়ি ফুৰিছিলোঁ। আমি য'লৈকে গৈছোঁ, তালৈকে আমাৰ লগে লগে পুলিচ, চোৰাংচোৱা আৰু লক্ষ্ণৌৰপৰা পঠোৱা এজন ডেপুটি কলেক্টৰো গৈছিল। আমি পথাৰে পথাৰে একেবাৰে জপিয়াই ফুৰোঁতে ফুৰোঁতে সেই বেচেৰাহঁতো ক্লান্ত হৈ পৰিছিল। আমাৰ আৰু খেতিয়কসকলৰ প্ৰতি তেওঁলোকৰ বিৰক্তিৰ সীমা নাছিল। লক্ষ্ণৌৰ ডেপুটি কলেক্টৰজন অলপ ছোৱালী ছোৱালী ভাবৰ ডেকা আছিল। তেওঁৰ ভৰিত আছিল পকা চামৰাৰ পাম-ছু। তেওঁ মাজে মাজে আমাক লাহে লাহে খোজ কাঢ়িবলৈ খাটনি ধৰিছিল। পিচত তেওঁ আৰু নোৱাৰা হৈ সুলকি পৰিল।

তেতিয়া জুন মাহ। জহৰ ভৰপক। বাৰিষা আহোঁ আহোঁ। ৰ'দ বুলিবা জুইহে! বাহিৰলৈ চাব নোৱাৰি। ইংলণ্ডৰপৰা উভতি অহাৰ পিচত দুপৰীয়াৰ চোকা ৰ'দত এনেকৈ ঘূৰি ফুৰাৰ মোৰ অভ্যাস নাই। প্ৰত্যেক বাৰেই জহকালি মই শৈলাবাসত কটাইছোঁ আৰু এতিয়া মই গোটেই দিনটো ঘূৰি ফুৰিছোঁ একেবাৰেই মুকলি ৰ'দত। মূৰত ৰ'দত পিন্ধা টুপীটোও নাই। তাৰ পৰিবৰ্ত্তে আছে এখন সৰু গামোচা মাত্ৰ। মনত আন কথাৰ চিন্তা ইমান বেচি আছিল যে ৰ'দৰ তাপৰ কথা পাহৰিয়েই গৈছিলোঁ। পিচত এলাহাবাদলৈ উভতি আহি যেতিয়া ৰ'দত ক'লা পৰা মুখখন দেখিলোঁ তেতিয়াহে চেতন আহিল মূৰৰ ওপৰেদি কি পাৰ হৈ গৈছে! তেওঁলোকৰ দৰেই যে ময়ো ৰ'দ সহিব পাৰোঁ, তাকে দেখি মোৰ নিজৰে বৰ ভাল লাগিল। ৰ'দৰ কাৰণে মিছায়ে ভয় খাইছিলোঁ। মই নিজে চাই দেখিছোঁ যে চোকা-ৰ'দ আৰু ঠেৰেঙা লগোৱা জাৰ মই অনায়াসে সহ্য কৰিব পাৰোঁ। এই কাৰণেই বাহিৰত কাম কৰি ফুৰোঁতেই হওক বা জেলখানাতেই হওক মই বিশেষ একো টান পোৱা নাই। অৱশ্যে মোৰ শৰীৰো আছিল কাৰ্য্যক্ষম। তাৰ উপৰি দৈনিক ব্যায়াম কৰাৰো মোৰ অভ্যাস আছিল। সেই কাৰণেই মোৰ কাৰণে ই সহজ আছিল। এই অভ্যাস মই দেউতাৰপৰা শিকিছিলোঁ। দেউতা নিজে সৰু-সুৰা পালোৱানেই আছিল আৰু মৃত্যুৰ আগলৈকে তেখেতে দৈনিক ব্যায়াম কৰিবলৈ এৰা নাছিল। ৰূপালী চুলিয়ে তেখেতৰ মূৰ ঢাকি পেলাইছিল, মুখমণ্ডলত চিন্তা আৰু বাৰ্দ্ধক্যৰ দ সাঁচ বহিছিল, কিন্তু মৃত্যুৰ দুবছৰমানৰ ভিতৰলৈকে গাটোৰ বাকীখিনিৰ যেন বয়স তাতকৈ কিছু বছৰৰ কম আছিল।

১৯২০-ৰ জুন মাহত প্ৰতাপগড়লৈ যোৱাৰ আগেয়েও মাজে মাজে মই গাঁৱলৈ গৈছোঁ, খেতিয়কসকলৰ লগত কথা-বতৰা হৈছোঁ, ডাঙৰ ডাঙৰ মেলাত হেজাৰ হেজাৰ খেতিয়ক দেখিছোঁ আৰু তেওঁলোকৰ মাজত হ'মৰুল আন্দোলনৰ প্ৰচাৰ-কাৰ্য্য চলাইছোঁ। তেতিয়াও মই তেওঁলোকক সম্পূৰ্ণ ৰূপে বুজি পোৱা নাছিলোঁ। আমাৰ লগৰ মানুহৰ নিচিনা বুলি তেওঁলোকক ধৰি লৈছিলোঁ, কিন্তু প্ৰতাপগড়ৰ গাঁৱে গাঁৱে ফুৰাৰ পিচত মোৰ এটা নতুন উপলব্ধি হ'ল। এই নাঙঠা ভোকাতুৰ জনসাধাৰণৰ ছবিৰ বাহিৰে মোৰ মানস-পটত আৰু আন ছবি নাইকিয়া হৈ গ'ল। গোটেই দেশত বিয়পি পৰা নতুন ভাবৰ প্ৰেৰণাতেই হওক বা মোৰ সংবেদনশীল মনৰ কাৰণেই হওক, যি ছবি মই দেখিলোঁ, যি অভিজ্ঞতা লাভ কৰিলোঁ, সি মোৰ মনত মচিব নোৱাৰা সাঁচ বহুৱাই দিলে।

এই খেতিয়কসকলে মোৰ মকলো লাজ-সঙ্কোচ ভাঙি দি মোক ৰাজহুৱা সভাত বক্তৃতা দিব পৰা কৰিলে। ইয়াৰ আগতে কাচিৎহে মই মুকলি সভাত বক্তৃতা দিছিলোঁ। বক্তৃতা দিব লাগিব যেন পালেই, বিশেষকৈ হিন্দীত—আৰু হিন্দীতেই বেচিভাগ বক্তৃতা হৈছিল—মোৰ ভয় লাগিছিল। খেতিয়কৰ সভাত বক্তৃতা নিদিয়াকৈ সাৰিবলৈ টান আৰু এই দুখীয়া, সৰল-সহজ মানুহৰ ওচৰত লাজ-সঙ্কোচনো কিহৰ আছে? বক্তৃতা দিয়াৰ কৌশল মই নেজানিছিলোঁ। সাধাৰণতে মানুহৰ লগত মানুহে কথা পাতিলে যেনেকৈ পাতে, তেনেকৈয়ে মই মোৰ মনৰ ভাব, অন্তৰৰ অনুভূতি প্ৰকাশ কৰিছিলোঁ শ্ৰোতাৰ সংখ্যা দহজনেই হওক বা দহ হেজাৰেই হওক, মানুহৰ

লগত কথা পতাৰ ধৰণতেই মই কই কথা কৈ গৈছিলোঁ। তাত কিবা ভুল-ত্ৰুটি হলেও কথাৰ মাজত থমকি ৰ'ব লগা নহৈছিল। অনৰ্গল কৈ যাব পাৰিছিলোঁ। তেওঁলোকৰ কিজানি বহুতেই মোৰ সৰহভাগ কথা বুজিব নোৱাৰিছিল। মোৰ ভাষা বা মোৰ ভাবধাৰা খেতিয়কসকলৰ কাৰণে সহজ নাছিল। মোৰ মাত ডাঙৰ নহয় কাৰণে বহুতে নুশুনিছিলোঁ; কিন্তু যাক তেওঁলোকে ভাল পায়, বিশ্বাস কৰে তাৰ ক্ষেত্ৰত এইবিলাক ভুল-ত্ৰুটি কোনো কথাই নহয়।

আই আৰু পৰিবাৰৰ ওচৰলৈ মই উভতি গলোঁ, কিন্তু মোৰ মনটো হলে খেতিয়কসকলৰ চিন্তাৰে ভৰি আছিল। আকৌ উভতি যাবৰ ইচ্ছা গৈছিল। উভতি আহিয়েই মই গাঁও অঞ্চলত ফুৰিবলৈ ললোঁ আৰু দেখিলোঁ কৃষক আন্দোলনৰ শক্তি লাহে লাহে বাঢ়ি গৈছে। পদদলিত খেতিয়কৰ মনত এটা নতুন আত্ম-বিশ্বাস জন্মিছে, তেওঁলোকে এতিয়া পোন হৈ মূৰ দাঙি খোজ কাঢ়িব পৰা হৈছে, জমিদাৰৰ মানুহ আৰু পুলিচৰ ভয় আগতকৈ তেওঁলোকৰ বহুত কমিছে। কাকো মাটিৰপৰা তুলি খেদিলে, অইনে সেই মাটিৰ আশা নকৰে। জমিদাৰৰ তলতীয়া মানুহে মাৰ-ধৰ কৰা আৰু বে-আইনীভাৱে টকা আদায় কৰা আগতকৈ বহুত কমিল। তেনেকুৱা ঘটনা কেতিয়াবা এটামান ঘটিলেই তেওঁলোকে তৎক্ষণাৎ জনাই দিছিল আৰু তদন্তৰ ব্যৱস্থা কৰিবলৈ চেষ্টা কৰিছিল। ইয়াৰপৰা জমিদাৰৰ কৰ্ম্মচাৰী আৰু পুলিচে কিছু ভয় খাইছিল। তালুকদাৰসকলেও ভয় খালে আৰু তেওঁলোকে খেতিয়কসকলক আক্ৰমণ নকৰি আত্মৰক্ষা কৰি চলিবলৈ ধৰিলে। প্ৰাদেশিক চৰকাৰে অযোধ্যা ৰায়ত-আইনৰ সংশোধন কৰিবলৈ প্ৰতিশ্ৰুতি দিলে।

মাটিৰ গৰাকী তালুকদাৰ আৰু ডাঙৰ জমিদাৰসকলে নিজকে "জনগণৰ স্বাভাৱিক নেতা" বুলি কৈ গৌৰৱ অনুভৱ কৰিছিল। তেওঁলোক বৃটিছ চৰকাৰৰ অতি আদৰত নষ্ট হোৱা ল'ৰা-ছোৱালী; কিন্তু সেই চৰকাৰে তেওঁলোকৰ পোহপাল আৰু শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰিয়েই বা নকৰিয়েই হওক, তেওঁলোকৰ এনে অৱস্থা কৰিছিল যে শ্ৰেণীগতভাৱে তেওঁলোকৰ বুদ্ধি-বৃত্তি একেবাৰেই নাইকিয়া হৈ গৈছে। আন আন দেশৰ জমিদাৰসকলে প্ৰজাৰ হিতৰ কাৰণে অকণমান হলেও কৰিছে, কিন্তু এওঁলোকে প্ৰজাৰ কাৰণে একোকে নকৰে; কেৱল মাটি আৰু প্ৰজাৰ ওপৰত ৰঘুমলাৰ দৰে থাকে। এওঁলোকৰ প্ৰধান কাম হ'ল—স্থানীয় বিষয়াসকলক সন্তুষ্ট ৰখা, কাৰণ সেইসকলৰ কৃপা নহলে তেওঁলোক বেচি দিন তিষ্ঠিব নোৱাৰে। তেওঁলোকৰ বিশেষ স্বাৰ্থ আৰু সা-সুবিধাখিনি ৰক্ষা কৰি থাকিবলৈ তেওঁলোকে নেৰা-নেপেৰাকৈ চৰকাৰী কৰ্ম্মচাৰীসকলৰ ওপৰত খাটনি ধৰি থাকে।

'জমিদাৰ' শব্দটোৱে ভুল ধাৰণা জন্মাব পাৰে। জমিদাৰ বুলিলে কোনোবাই হয়তো কেৱল ডাঙৰ ডাঙৰ মাটিৰ গৰাকীসকলকহে বুজিব। ৰায়তোৱাৰী প্ৰদেশত জমিদাৰ বুলিলে মাটি থকা খেতিয়কসকলক বুজায়। আন কি য'ত য'ত জমিদাৰী প্ৰথা চলিছে তাতো জমিদাৰ বুলিলে এমুঠি ডাঙৰ জমিদাৰ, হেজাৰ হেজাৰ মজলীয়া মাটিৰ গৰাকী আৰু ৰায়তৰ দৰেই চৰম দাৰিদ্ৰ্যত বুৰ গৈ থকা লাখ লাখ নৰ-নাৰী —এই সকলোকে বুজায়। মোৰ ষিমানখিনি মনত পৰে, যুক্ত প্ৰদেশত জমিদাৰৰ সংখ্যা প্ৰায় পোন্ধৰ লাখ। ইয়াৰ কিজানি শতকৰা নব্বৈ ভাগতকৈয়ো বেচি

আটাইতকৈ দুখীয়া ৰায়তসকলৰ লগত একে অৱস্থাৰে। মাত্র ন ভাগহে ভাল অৱস্থাৰ। অলপ গচাল বিধৰ জমিদাৰ গোটেই প্রদেশৰ ভিতৰতে পাঁচ হেজাৰতকৈ বেচি নহ'ব আৰু ইয়াৰো আক' কেৱল দহ ভাগৰ এভাগ মানকহে প্রকৃততে ডাঙৰ জমিদাৰ বা তালুকদাৰ বুলিব পাৰি। কিছুমান ক্ষেত্রত অলপ যোত্রমান ৰায়তৰ অৱস্থা যোগ্যহীন ক্ষুদ্র ক্ষুদ্র জমিদাৰতকৈ বেচি ভালহে। এই দুখীয়া মাটিৰ গৰাকী আৰু মজলীয়া জমিদাৰসকল বুদ্ধি-বৃত্তিত প্রায়ে পাচ পৰা যদিও মুঠতে ভাল মানুহ আৰু উপযুক্ত শিক্ষা আৰু প্রশিক্ষণ দিব পাৰিলে তেওঁলোক অতি সুন্দৰ নাগৰিক হৈ উঠিব। তেওঁলোকে জাতীয় আন্দোলনত প্রধানভাৱে যোগদান কৰিছে। দুই এজনৰ কথা এৰি তালুকদাৰ আৰু জমিদাৰসকলে এইদৰে যোগদান কৰা নাই। অভিজাত শ্রেণীৰ স্বাভাৱিক গুণো তেওঁলোকৰ ভিতৰত নাই। শ্রেণী হিচাপে বুদ্ধি-বৃত্তি আৰু শাৰীৰিক বিষয়ত তেওঁলোকৰ অধঃপতন ঘটিছে। তেওঁলোকৰ দিন গৈছে। বৃটিছ চৰকাৰৰ দৰে বাহিৰা শাসকবৰ্গই যেতিয়ালৈকে তেওঁলোকক ৰক্ষা কৰি থাকিব, তেতিয়ালৈকেহে তেওঁলোক তিষ্ঠি থাকিব।

১৯২১-ৰ গোটেই বছৰটোৰেই একেবাৰে মই গাঁও অঞ্চলত ঘূৰি ফুৰিছিলোঁ, কিন্তু মোৰ কাৰ্য্যক্ষেত্র ক্রমে বহলি যাবলৈ ধৰিলে আৰু অৱশেষত ই গোটেই যুক্ত প্রদেশকে সামৰি ললে। তেতিয়া অসহযোগ ভালভাৱেই আৰম্ভ হৈছে আৰু তাৰ বতৰা গৈ সুদূৰ গাঁও অঞ্চল পালেগৈ। প্রত্যেক জিলাতে এদল কৰ্ম্মী এই নতুন বতৰা লৈ গাঁৱে গাঁৱে ফুৰিছে। তাৰ লগতে তেওঁলোকে খেতিয়কসকলৰ দাবী পূৰণৰ আশা আছে বুলিও ঠায়ে ঠায়ে কৈছিল। স্বৰাজ অৰ্থটোৱে বহুল অৰ্থত সকলোকে সামৰি লৈছিল। অসহযোগ আৰু কৃষক-আন্দোলন বেলেগ বেলেগ যদিও আমাৰ দেশত দুয়োটা সানমিহলি হৈ ইটোৱে সিটোৰ ওপৰত প্রভাৱ বিস্তাৰ কৰিছিল। কংগ্রেছৰ প্রচাৰ কাৰ্য্যৰ কাৰণে মালি-মোকৰ্দ্দমা বহুত কম গৈছিল, নিজৰ ভিতৰতে মীমাংসা কৰিবৰ কাৰণে গাঁও-পঞ্চায়ত গঠন হৈছিল। য'লৈকে কংগ্রেছ কৰ্ম্মী গৈছিল ত'তেই তেওঁলোকে অহিংসা নীতিৰ ওপৰত জোৰ দিছিল আৰু সেই কাৰণেই কংগ্রেছৰ প্রভাৱত দেশৰ হাব-ভাব শান্তিপূৰ্ণ হৈ উঠিল। অহিংসা-নীতি যে সকলোৱেই বুজিছিল সি নহয়, তথাপি ইয়াৰ প্রভাৱত খেতিয়কসকলে হিংসামূলক কাম নকৰা হ'ল।

এইটো কম কথা হোৱা নাই। খেতিয়কসকলৰ আন্দোলন হিংসামূলক হয়েই আৰু প্রায়েই বিদ্রোহৰ আকাৰ ধাৰণ কৰে। অযোধ্যাৰ কোনো কোনো অঞ্চলত খেতিয়কসকল উত্তেজিত হৈ উঠিছিল আৰু কি হয় হ'ব বুলি ফলাফল নেভাবি তেওঁলোক আন্দোলনত জাঁপিয়াই পৰিছিল। এটা ফিৰিঙতিৰপৰাই দাবানল জ্বলি উঠা অৱস্থা। তথাপি তেওঁলোক আচৰিত ধৰণে শান্ত আছিল। তেওঁলোকে বল প্রয়োগ কৰাৰ এটা মাত্র উদাহৰণ মোৰ মনত আছে। এবাৰ এজন তালুকদাৰে তেওঁৰ বন্ধু-বান্ধৱৰ লগত বহি কথা পাতি থাকোঁতে এজন খেতিয়কে আহি তেওঁৰ পৰিবাৰৰ প্রতি অসদাচৰণ কৰাৰ কাৰণে খেতিয়কজনে তালুকদাৰৰ গালতে এটা চ'ৰ বহুৱাই দিছিল।

পিচলৈ আৰু এবিধ হিংসামূলক কাম হ'বলৈ ধৰিলে—যাৰ ফলত লাহে লাহে

গৈ চৰকাৰৰ লগতে সংঘৰ্ষ হ'লগৈ। এই সংঘৰ্ষ নহৈ নোৱাৰে, কাৰণ এই সম্মিলিত খেতিয়ক শ্ৰেণীৰ ক্ৰমে বাঢ়ি অহা শক্তি চৰকাৰৰ অসহ্য হৈ উঠিল। খেতিয়কসকলে বিনা টিকতে ৰেলত ভ্ৰমণ কৰিবলৈ ললে, বিশেষকৈ সময়ে সময়ে যেতিয়া তেওঁলোকৰ বিৰাট জনসভাবিলাক বহিছিল আৰু এই জনসভাত যোগ দিছিল প্ৰায় ষাঠী-সত্তৰ হেজাৰ মানুহে। তেওঁলোকক লৰ-চৰ কৰা টান হৈ উঠিল। নোহোৱা-নোপজা কথা হ'বলৈ ধৰিলে—খেতিয়কসকলে মুখামুখিকৈয়ে ৰেল-কৰ্তৃপক্ষক অমান্য কৰি কৈ দিলে যে, আগৰ দিন আৰু নাই। কাৰ উচটনিত তেওঁলোকে সেইদৰে ভাড়া নিদিয়াকৈ ৰেলত ফুৰিবলৈ ললে মই ক'ব নোৱাৰোঁ। আমি তেওঁলোকক সেইটো কৰিবলৈ কোৱা নাছিলোঁ। হঠাৎ আমি শুনিলোঁ,—তেওঁলোকে সেইবোৰ কৰিছে, পিচত জানিবা ৰেল-কৰ্তৃপক্ষই কঠোৰ আইন খটুৱাই তাক বন্ধ কৰিলে।

১৯২০-ৰ শৰৎ কালত, (মই তেতিয়া কংগ্ৰেছৰ এক বিশেষ অধিবেশনত যোগ দিবলৈ কলিকতালৈ গৈ কলিকতাত আছিলোঁ) কেইজনমান কৃষক নেতাক অলপ দোষতে গ্ৰেপ্তাৰ কৰা হৈছিল। তেওঁলোকৰ বিচাৰ প্ৰতাপগড় চহৰত হোৱাৰ কথা ঠিক হৈছিল। বিচাৰৰ দিনা চাৰিওফালৰপৰা হেজাৰ হেজাৰ মানুহ আহি জেলখানাৰ দুৱাৰৰপৰা সমুখৰ পথাৰলৈকে উপচি পৰিল। মেজিষ্ট্ৰেটে ভয় খাই সেইদিনালৈ বিচাৰ বন্ধ ৰাখিলে, কিন্তু মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। প্ৰায় চাৰিওফালে জেলখানা তেওঁলোকে আগুৰি ললে। এমুঠি ভজা বুটমাহ খাই খেতিয়কসকলে কেইবাদিনো কটাই দিব পাৰে। পিচত কোনোমতে জেলখানাৰ ভিতৰতে বিচাৰ শেষ কৰি কৃষক নেতা কেইজনক মুক্তি দিয়া হ'ল। ঘটনাটো ভালকৈ মোৰ মনত নাই, কিন্তু খেতিয়কসকলে ইয়াকে তেওঁলোকৰ এটা ডাঙৰ জয় বুলি ধৰি ললে। তেওঁলোকে ভাবিবলৈ ধৰিলে যে অকল জনসংখ্যাৰ বলতেই তেওঁলোকে তেওঁলোকৰ দাবী পূৰণ কৰিব পাৰে; কিন্তু সেই ধৰণৰ হাব-ভাব চৰকাৰৰ ওচৰত অসহ্য হৈ উঠিল। তাৰ অলপ দিনৰ পিচতে তেনেকুৱা আৰু এটা ঘটনা ঘটিল, কিন্তু এইবাৰ তাৰ ফলাফল বেলেগ হ'ল।

১৯২১ চনৰ জানুৱাৰীৰ আগভাগত নাগপুৰ কংগ্ৰেছৰপৰা এলাহাবাদলৈ উভতি আহিছোঁ; আহিয়েই এখন টেলিগ্ৰাম পালোঁ—মই ৰায় বেৰেলীলৈ যাব লাগে—তাত বোলে কিবা দন-হাই লগাৰ আশঙ্কা আছে। পিচদিনাই মই যাত্ৰা কৰিলোঁ। গৈ দেখিলোঁ—কেইদিনমানৰ আগতে কেইজনমান খেতিয়কক গ্ৰেপ্তাৰ কৰি আনি ক'ৰ্টত সুমুৱাই থৈছে। তেওঁলোকে প্ৰতাপগড়ত যি জয়লাভ কৰিলে, যি কৌশল খটুৱালে তালৈ মনত পেলাই দলে দলে খেতিয়ক ৰায় বেৰেলীলৈ আহিবলৈ ধৰিলে; কিন্তু এইবাৰ চৰকাৰে আগৰেপৰা সৰহকৈ পুলিচ আৰু সৈন্য গোটাই আনি খেতিয়ক-সকলক নগৰ সোমোৱাত বাধা দিলে। নগৰৰ বাহিৰতে এখন সৰু নদীৰ সিপাৰেই বেচিভাগ খেতিয়কক বাট ভেটি ৰখা হ'ল। অৱশ্যে বহুতেই বেলেগ বেলেগ বাটেদি নগৰ সোমাইছিলহি। ষ্টেছনত নামিয়েই গোটেইখিনি খা-খবৰ পাই যিফালে খেতিয়কসকলক বাট ভেটি ধৰিছে, লৰালৰিকৈ সেই নদীৰ ফালে আগবাঢ়িলোঁ। জিলা মেজিষ্ট্ৰেটে মোক উভতি যাবলৈ দিয়া চিঠি এখন বাটত বাওঁতে পালোঁ। সেই নটিছৰ পিঠিফালে মই লিখি পঠিয়ালোঁ যে কোন আইনৰ কোন ধাৰামতে মোক তেনেকৈ

উভতি যাবলৈ তেওঁ লিখিছে মই সেইটো জানিব খোজোঁ আৰু সেইটো নজনালৈকে পৰ্য্যন্ত মই গৈয়েই থাকিম। নদীৰ পাৰ পাই সিপাৰে গুলী মৰাৰ শব্দ মই শুনিবলৈ পালোঁ। দলগুৰ মুখত সৈন্যসকলে মোক আগভেটা দি ধৰিলে। বৈ আছোঁ, এনেতে নদীৰ পাৰত, ভয়ত খেতিৰ পথাৰত লুকাই থকা খেতিয়কসকলে দলে দলে আহি মোক আগুৰি ধৰিলে। তেওঁলোকৰ ভয় গুচাবৰ কাৰণে আৰু তেওঁলোকৰ উত্তেজনা কমাবৰ কাৰণে মই তাতে দুহেজাৰমান খেতিয়ক লৈ এখন সভা পাতিলোঁ। অৱস্থা অতি অস্বাভাৱিক। সেয়া অকণমান নৈখনৰ সিপাৰে তেওঁলোকৰে ভাই-ককাইৰ ওপৰত গুলী চলাইছে। কেউফালে সৈন্যই সৈন্য। কিন্তু সভাৰ উদ্দেশ্য সফল হ'ল। খেতিয়কসকলৰ ভয় কিছু কমিল। জিলা মেজিষ্ট্ৰেট গুলী চলোৱা ঠাইৰপৰা উভতি আহিল, তেওঁৰ ঘৰলৈ মোক ধৰকৈ লগ ধৰিলে, ময়ো গলোঁ। তাতে বহুত ছল কৰি দুঘণ্টা বন্ধ কৰি থলে। খেতিয়ক আৰু মোৰ নগৰৰ লগৰীয়া কৰ্ম্মীসকলৰপৰা মোক আঁতৰাই ৰাখিবলৈকে যে এই বুদ্ধি কৰিছিল, তাত সন্দেহ নাই।

পিচত গম পালোঁ—গুলীত বহুত মানুহ মৰিল। খেতিয়কসকল দিহাদিহি গুচি যাবলৈ অমান্তি হৈছিল হয়, কিন্তু তাৰ বাহিৰে তেওঁলোক সম্পূৰ্ণ শান্ত আছিল। মোৰ পুৰা বিশ্বাস, ময়েই বা তেওঁলোকৰ আস্থাভাজন যি কোনো এজনে যদি তেওঁলোকক দিহাদিহি যাবলৈ কলেহেঁতেন তেন্তে তেওঁলোক নিশ্চয় গ'লহেঁতেন। তেওঁলোকে যাক বিশ্বাস নকৰে, তেনে মানুহৰ আদেশ পালন কৰিবলৈ তেওঁলোক মান্তি নহ'ল। কোনোবা এজনে বোলে মই আহি পোৱালৈ ৰবলৈ কৈছিলো, কিন্তু তেওঁলোকে নেমানিলে। তেওঁ যাক বলে পৰা নাই, বিদ্ৰোহী নেতা এজন আহি কৃতকাৰ্য্য হ'ব—সেইটো তেওঁ হ'বলৈ নিদিয়ে, মৰ্য্যাদাবোধৰ ওপৰত বৰ্ত্তি থকা বিদেশী শাসকৰ পন্থা সেইটো নহয়।

সেই সময়ত ৰায় বেৰেলী জিলাত দুবাৰ খেতিয়কসকলৰ ওপৰত গুলী চলোৱা হৈছিল; কিন্তু তাৰ পিচত তাতকৈয়ো বেয়া ঘটনাৰ আৰম্ভ হ'ল। প্ৰধান প্ৰধান প্ৰত্যেক খেতিয়ক কৰ্ম্মী বা পঞ্চায়ত সভাৰ ওপৰত ভয়ৰ ৰাজত্ব চলিল। চৰকাৰে কৃষক-আন্দোলন ধ্বংস কৰিবলৈ উঠি-পৰি লাগিল। কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যৰ ফলত খেতিয়কসকলে খ'তৰেৰে সূতা কাটিবলৈ লৈছিল। এই খ'তৰেই সেই কাৰণে ৰাজ-দ্ৰোহৰ প্ৰতীক হৈ উঠিল আৰু খ'তৰ থকা মানুহৰ ওপৰতে অত্যাচাৰ চলিবলৈ ধৰিলে। প্ৰায়েই খ'তৰটোকে পুৰি পেলোৱা হৈছিল। এনেকৈয়ে চৰকাৰে ৰায়-বেৰেলী আৰু প্ৰতাপগড়ৰ গাঁও অঞ্চলত খেতিয়ক আৰু কংগ্ৰেছৰ দুয়োটা আন্দো-লনকেই—শ শ মানুহ গ্ৰেপ্তাৰ কৰি আৰু আন আন উপায়েৰে ধ্বংস কৰিবলৈ যত্ন কৰিছিল। প্ৰধান কৰ্ম্মীসকলৰ সৰহ ভাগেই দুয়োটা আন্দোলনতে সমানে যোগ দিয়া মানুহ আছিল।

অলপ দিনৰ পিচতে ১৯২১ চনত ফৈজাবাদ জিলাতো দমন-নীতিৰ ব্যাপক প্ৰৱৰ্ত্তন হ'ল। তাৰ দন-হাইখন আৰু' কিবা অদ্ভুত ধৰণে লাগিল। কিছুমান গাঁৱৰ খেতিয়কসকল একেগোট হৈ এজন তালুকদাৰৰ ঘৰ লুটপাত কৰিলে। কিন্তু ওলালগৈ যে, সেই তালুকদাৰৰে শত্ৰু আন এজন জমিদাৰৰ কৰ্ম্মচাৰীয়ে উচটাই দি এই কাম কৰাইছিল। এই [illegible]ৰীয়া অজলা খেতিয়কসকলক কোনোবাই বুজাই দিছিল

যে, মহাত্মা গান্ধীয়ে তেওঁলোকক লুটপাত কৰিবলৈ কৈছে আৰু সেই কাৰণে তেওঁলোকে নিজ ইচ্ছাৰেই "মহাত্মা গান্ধী কী জয়" ধ্বনি তুলি তেওঁৰ আদেশ পালন কৰিছিল।

কথাটো শুনি মোৰ বৰ খং উঠিল। ঘটনাৰ এদিন কি দুদিনৰ পিচতে মই ফৈজাবাদ জিলাৰ আকবৰপুৰৰ ওচৰৰ ঘটনাস্থলী পালোঁগৈ। পায়েই মই সেই দিনাই এখন সভা আহ্বান কৰিলোঁ আৰু দহ মাইলৰ ভিতৰ অসংখ্য গাঁৱৰপৰা পাঁচ-ছহেজাৰমান মানুহ আহি গোট খালে। তেওঁলোকে নিজৰ ওপৰত আৰু আমাৰ সদুদ্দেশ্যৰ ওপৰত কলঙ্ক অনাৰ কাৰণে মই থঙেৰে তেওঁলোকক কিবা-কিবি কলোঁ আৰু কলোঁ যে, দোষীকেইজনে প্ৰকাশ্যে সৈ কাঢ়িব লাগিব। (তেতিয়াৰ দিনত মই বুজা মতে, গান্ধীজীৰ সত্যাগ্ৰহৰ আদৰ্শতে অনুপ্ৰাণিত আছিলোঁ) যিবিলাকে লুট কৰাত যোগ দিছিল তেওঁলোকক মই হাত দাঙিবলৈ কলোঁ। আৰু আচৰিত কথা, অসংখ্য পুলিচ বিষয়াৰ আগতে প্ৰায় দুই ডজন হাত দাং খালে। তাৰপৰা তেওঁলোকৰ বিপদ আহিল।

পিচত তেওঁলোকৰ বহুতৰ লগত বেলেগে কথা পাতোঁতে সৰল ভাষাত তেওঁলোকে মোক কৈছিল—কেনেকৈ মানুহে তেওঁলোকক ভুল বুজনি দিছিল। তেওঁলোকৰ কাৰণে মোৰ বৰ দুখ লাগিল। এই হোজা, অ'কৰা মানুহবিলাকক জেলত দিওৱাৰ কাৰণে অনুতাপ কৰিবলৈ ধৰিলোঁ। কিন্তু শাস্তি খোৱা মানুহ কেৱল দুই তিন ডজনেই নহয়। ইমান ধুনীয়া ছল কোনে এৰিব? ইয়াৰে পুৰা সুবিধা লৈ তেওঁলোকে সেই জিলাত কৃষক-আন্দোলন সমূলঞ্চে ধ্বংস কৰাত লাগি গ'ল। এহেজাৰতকৈয়ো বেচি লোকক গ্ৰেপ্তাৰ কৰা হ'ল। জিলাৰ জেলখানাত আটাইতকৈ বেচি মানুহ সোমাল। বছৰটোৰ ভাল সময়খিনি বিচাৰতে গ'ল। বিচাৰ চলি থাকোঁতেই বহুতৰ জেলখানাতে মৃত্যু হ'ল। আন বহুতে বহুদিন কাৰাদণ্ড ভুগিব-লগীয়া হ'ল। পিচত যেতিয়া মই জেললৈ গৈছিলোঁ, তেতিয়া বহুত ল'ৰা আৰু ডেকাক তাত গৈ লগ পাইছিলোঁগৈ—তেওঁলোকে ডেকা কালটো জেলতে কটালে।

ভাৰতীয় খেতিয়কৰ বেচি দিন একেটাতে লাগি থকাৰ ক্ষমতা প্ৰতিৰোধ কৰাৰ শক্তি কম। আকাল, মাৰি-মৰক আহি লাখ লাখ মানুহ মাৰি লৈ যায়। আচৰিত কথা, এবছৰ ধৰি তেওঁলোকে চৰকাৰ আৰু জমিদাৰৰ মিলিত হেঁচাৰ বিপক্ষে থিয় দিয়াৰ বিৰাট শক্তিৰ চিন দেখুৱালে; কিন্তু লাহে লাহে তেওঁলোকৰ ভাগৰ লাগি আহিল আৰু তেওঁলোকৰ আন্দোলনৰ ওপৰত চৰকাৰৰ তীব্ৰ আক্ৰমণে অৱশেষত কিছুদিনৰ কাৰণে আন্দোলনৰ হাড় ভাঙি দিলে। তথাপি কিন্তু তলে তলে আন্দোলন চলি থাকিল। আগৰ দৰে বিৰাটভাৱে দেখাকৈ চলি নেথাকিলেও বেচি ভাগ গাঁৱতে পুৰণি কৰ্ম্মী আছিল। তেওঁলোকক চৰকাৰী ভীতি-প্ৰদৰ্শনে বশকৈ পোৱা নাই আৰু তেওঁলোকে সামান্যভাৱেই নিজে যেনেকৈ পাৰে তেনেকৈ আন্দোলন চলাই আছিল। মনত ৰাখিব লাগিব, ১৯২১-ত কংগ্ৰেছে আৰম্ভ কৰা কাৰাবৰণ আন্দোলনৰ আগৰ ঘটনা এই সকলোবোৰ। তথাপি আগৰ বছৰ যথেষ্ট কষ্ট ভুগিলে যদিও এই আন্দোলনতো আকৌ তেওঁলোকে সক্ৰিয়ভাৱে যোগ দিছিল।

কৃষক আন্দোলনত ভয় খাই চৰকাৰে ৰায়ত সম্পৰ্কীয় আইন কৰাত লঘালধিকৈ

লাগি গ'ল। তাৰদ্বাৰা খেতিয়কসকলৰ অৱস্থাৰ উন্নতি কৰা হ'ব বুলি প্ৰতিশ্ৰুতি দিয়া হ'ল, কিন্তু ইতিমধ্যেই আন্দোলনৰ বল কমা দেখি চৰকাৰে আইন প্ৰণয়নৰ কাম ঢিলাই দিলে। আইনৰ ফলত হোৱা সাল-সলনিৰ ভিতৰত অযোধ্যাত ৰায়তসকলক যাবজ্জীৱন দখলী স্বত্ব দিয়াটোৱেই প্ৰধান। ৰায়তসকলে এইটো বৰ ভাল পাইছিল, কিন্তু পিচত দেখিলেগৈ যে তাৰপৰা তেওঁলোকৰ অৱস্থাৰ অকণো উন্নতি হোৱা নাই।

কৃষক আন্দোলন অযোধ্যাতো মূৰ দাঙি উঠিল, কিন্তু সেয়ে অলপ কম প্ৰৱল-ভাৱে। পিচে ১৯২৯ চনত পৃথিৱী জুৰি যি অৰ্থসঙ্কটে দেখা দিলে তাৰ ফলত বস্তুৰ দাম কমি যোৱাৰ কাৰণে আকৌ এটা মহা সঙ্কট আহি পৰিল।

## অসহযোগ

অযোধ্যাৰ কৃষক আন্দোলনৰ কথা অলপ বহলায়ে লিখিলো; কাৰণ সিয়েই যৱনিকা তুলি ভাৰতীয় সমস্যাৰ আমাৰ জাতীয়তাবাদীসকলৰ চকুত নপৰা এটা দিশ মোৰ চকুৰ আগত দাঙি ধৰিলে। ভাৰতৰ বহুকুত দকৈ শিপাই লোৱা কিছুমান অশান্তিৰ লক্ষণ হিচাপে বহুত ঠাইত খেতিয়কসকলৰ মাজত প্ৰায়ে অশান্তিয়ে দেখা দিছিল; ১৯২০-২১-ত অযোধ্যাৰ এঠাইত হোৱা আন্দোলন তাৰেই এটা অংশহে মাত্ৰ। হলেও, ইয়াৰপৰা ভাবিবলৈ আৰু শিকিবলৈ বহুত কথা আছিল। ৰাজনীতি বা ৰাজনীতিকসকলৰপৰা এই আন্দোলনে গঢ় লৈ উঠা নাছিল আৰু এই আন্দোলন বাঢ়ি যাওঁতে বাহিৰা মানুহ বা ৰাজনীতিকসকলৰ প্ৰভাৱ অতি অলপহে আছিল। সৰ্ব্ব ভাৰতীয় দৃষ্টিভঙ্গীত অৱশ্যে সেইবিলাক স্থানীয় ঘটনা বুলিব পাৰি—গুৰুত্বও তাত কমহে দিয়া হৈছিল। আন কি যুক্ত-প্ৰদেশৰ বাতৰি-কাকতবোৰেও তাক আওকাণ কৰিছিল। তাৰ সম্পাদক আৰু নগৰবো পঢ়ুৱৈসকলৰে বহুতৰ চকুতে আধা-নাঙঠা খেতিয়কসকলৰ সেই কাৰ্য্য-কলাপৰ কোনো প্ৰকৃত ৰাজনৈতিক বা আন মূল্য নাছিল।

সেইদিনত পঞ্জাৱ আৰু খিলাফতৰ অবিচাৰৰ বিষয়েই মানুহে প্ৰায় আলোচনা কৰিছিল আৰু এই অন্যায়-অবিচাৰৰ প্ৰতিকাৰ কৰিব খোজা কংগ্ৰেছ আন্দোলনেই আছিল আলোচনাৰ ঘাই বিষয়। তাতকৈয়ো ডাঙৰ সমস্যা—জাতীয় স্বাধীনতা বা স্বৰাজ—তাৰ কথা সেই কেইদিনত বৰকৈ নোলাইছিলেই। অস্পষ্ট আৰু বৃহৎ উদ্দেশ্যতকৈ গান্ধীজীয়ে কোনো এটা বিশেষ, নিৰ্দ্দিষ্ট উদ্দেশ্যৰ ওপৰতহে বেচি মনোনিবেশ কৰিছিল। তথাপি, সকলোৰে মুখে মুখে আৰু মনে মনে কেৱল কংগ্ৰেছৰ কথাই ঠাই পাইছিল। অসংখ্য সভা-সমিতিত তাৰ কথাই ওলাইছিল বেচিকৈ।

কামত কি ধৰণে আগ বঢ়া হ'ব তাৰ আলোচনা কৰিবলৈ আৰু বিশেষকৈ অসহ-যোগৰ বিষয়ে কিবা সিদ্ধান্ত ল'বলৈ ১৯২০-ৰ শৰৎ কালত কলিকতাত কংগ্ৰেছৰ এখন বিশেষ অধিবেশন বহিছিল। সভাপতি আছিল লালা লাজপৎ ৰায়। তেওঁ মাত্ৰ কিছুদিনৰ আগতহে আমেৰিকাৰপৰা আহি পাইছে। অসহযোগৰ এই

নতুন প্ৰস্তাৱ তেওঁ ভাল নেপাইছিল আৰু তাৰ বিপক্ষে থিয় দিছিল। সাধাৰণতে মানুহে ভাৰতীয় ৰাজনীতিত তেওঁক চৰমপন্থী বুলিয়েই ধৰিছিল, কিন্তু তেওঁৰ সাধাৰণ মনোভাৱ আছিল নিয়মতান্ত্ৰিক আৰু মধ্যমপন্থী। শতাব্দীৰ প্ৰথম কাল-ছোৱাত লোকমান্য তিলক আৰু আন আন চৰমপন্থীসকলৰ লগত তেওঁ মিলি গৈছিল, পৰিস্থিতিৰ বাধ্য-বাধকতাত পৰি নিজে ইচ্ছা কৰি বা নিজৰ বিশ্বাসৰ কাৰণে নহয়; কিন্তু তেখেতৰ দৃষ্টিভঙ্গী আছিল সামাজিক আৰু অৰ্থনৈতিক আৰু বিদেশত দীঘলীয়াকৈ থকাৰ কাৰণে সেয়ে তেওঁৰ ক্ষেত্ৰত বৰ প্ৰবল হৈ উঠিছিল। তাৰপৰাই তেওঁৰ দৃষ্টিভঙ্গী আন বেচিভাগ নেতাতকৈ বেচি বহল হৈ পৰিছিল।

উইলফ্ৰিড্ স্কাউৱেন ব্ল্যাণ্টে তেওঁৰ ডায়েৰীত গোখলে আৰু লালাজীৰ লগত হোৱা সাক্ষাতৰ বিৱৰণ লিখি থৈ গৈছে। তেওঁ এই দুইজনকে অতি ভয় ভয়কৈ কাম কৰা আৰু বাস্তৱৰ সন্মুখীন হ'বলৈ পিচ হোঁহকা বুলি উল্লেখ কৰিছে। তথাপি লালাজী সেই সময়ত বহুত ভাৰতীয় নেতাতকৈ প্ৰগতিশীল আছিল। ব্ল্যাণ্টৰ লিখাৰপৰা আমি বুজি পাওঁ, সেই সময়ৰ আমাৰ ৰাজনৈতিক ধাৰণা কিমান তল খাপৰ আৰু নেতাসকল কেনেকুৱা আছিল। এজন অভিজ্ঞ বিদেশীৰ চকুত সি ভালকৈয়ে ধৰা পৰিছিল; কিন্তু ইয়াৰ পিচৰ যুগত যে কি বিৰাট পৰিৱৰ্ত্তন হৈছে!

একমাত্ৰ লালাজীয়েই নহয় আৰু বহুতো ব্যক্তিত্বসম্পন্ন লোক তেওঁৰ দৰেই বিৰোধী দলৰ হৈ উঠিল। স'চাকৈ ক'বলৈ গলে কংগ্ৰেছৰ পুৰণি নেতাসকলে— প্ৰায় সকলোৱেই গান্ধীজীৰ অসহযোগ প্ৰস্তাৱৰ বিৰোধিতা কৰিলে। মিঃ চি, আৰ, দাস হ'ল বিৰোধী দলৰ নেতা। তেওঁ অৱশ্যে প্ৰস্তাৱৰ যি সাৰমৰ্ম্ম তাৰ বিৰোধী নাছিল। সেই প্ৰস্তাৱ মতে কাম কৰিবলৈ বা আন কি তাতকৈ বেচিকৈ ত্যাগ কৰিবলগীয়া হলেও তাৰ কাৰণে তেওঁ সাজু আছিল। নতুন আইন-সভাবিলাক বৰ্জ্জন কৰা প্ৰস্তাৱটো তেওঁৰ আপত্তিৰ প্ৰধান কাৰণ আছিল।

প্ৰধান প্ৰধান প্ৰবীণ নেতাসকলৰ ভিতৰত একমাত্ৰ মোৰ দেউতাহে গান্ধীজীৰ লগত্ সদায় আছিল। ই তেওঁৰ পক্ষে বৰ সহজ নাছিল। তেওঁৰ পুৰণি সহকৰ্ম্মী-সকলে যি কাৰণত বিৰোধিতা কৰিছিল, তাৰ প্ৰভাৱ তেওঁৰ ওপৰতো পৰিছিল। সেইসকলৰ দৰে তেৱোঁ পুৰণি বিশ্বাসপূৰ্ণ কাৰ্য্যপন্থা এৰি এটা অচিনাকি পথেদি অচিন ঠাইলৈ বাট বুলিবলৈ টান পাইছিল। তথাপি তেওঁ অন্ততঃ যেনে তেনে কিবা এটা কৰাৰ প্ৰবল আবেগ অন্তৰত অনুভৱ কৰিছিল আৰু তেওঁৰ ভাব-চিন্তাৰ লগত সম্পূৰ্ণ একে নহলে এই প্ৰস্তাৱৰদ্বাৰাই কিছু প্ৰণালীবদ্ধ কাম হ'ব বুলি তেওঁ বিশ্বাস কৰিছিল। নিজৰ মনক সেইভাৱে সাজু কৰিবলৈ তেওঁৰ বহুত সময়েই লাগিছিল। গান্ধীজী আৰু মিঃ চি, আৰ, দাসৰ লগত দীঘলীয়া আলোচনা হৈছিল। এটা মফঃস্বলীয়া মকৰ্দ্দমাত এফালে তেখেত আৰু আন ফালে মিঃ চি, আৰ, দাসে ওকালতি কৰিবলগীয়া হৈছিল। এই ক্ষেত্ৰতে তেওঁলোক দুয়ো ভালকৈয়ে লগ লাগিছিল। দুয়ো প্ৰায় একে ধৰণেই সমস্যাটোৰ বিষয়ে চিন্তা কৰিছিল আৰু তাৰ সমাধান সম্পৰ্কেও তেওঁলোকৰ মতৰ অলপহে পাৰ্থক্য আছিল। তথাপি সেই অকণমান পাৰ্থক্যৰ কাৰণে তেওঁলোক দুয়োজনে কংগ্ৰেছৰ সেই বিশেষ অধিবেশনৰ

প্ৰস্তাৱৰ দুটা বেলেগ বেলেগ পক্ষ সমৰ্থন কৰিছিল। তিনি মাহৰ পিচত তেওঁলোকে আকৌ নাগপুৰ কংগ্ৰেছত লগ হৈছিল। তেতিয়াৰপৰাই তেওঁলোকে একেলগে কাম কৰিবলৈ ধৰিলে আৰু ক্ৰমান্বয়ে দুয়ো দুয়োৰো ওচৰ চাপি আহিল।

সেইদিনত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিবেশনৰ আগতে দেউতাক মই বৰ কমকৈহে লগ পাইছিলোঁ; কিন্তু যেতিয়াই মই তেওঁক লগ পাওঁ, তেতিয়াই দেখোঁ যে তেখেতে এইবিলাক সমস্যাৰ কথাকে সদায় চিন্তা কৰিছিল। সমস্যাটোৰ জাতীয় দিশটোৰ বাহিৰেও এটা ব্যক্তিগত দিশ আছিল। অসহযোগ কৰিলে আইন ব্যৱসায় এৰিব লাগিব। তাৰ অৰ্থ অৰ্থনৈতিক জীৱনটো এটা নতুন সাঁচত গঢ়িব লাগিব। ষাঠি বছৰ বয়সত সি সম্ভৱ নহয়। পুৰণি ৰাজনৈতিক বন্ধু, ব্যৱসায়, ইমান দিনলৈকে চলি অহা সামাজিক জীৱনৰ সংস্পৰ্শ, খৰচী লাহ-বিলাহ— এই সকলোবিলাক এৰিব লাগিব। আৰ্থিক সমস্যাও কম নহয়। তেওঁৰ আইন-ব্যৱসায়ৰপৰা কৰা উপাৰ্জ্জন বন্ধ হলে জীৱনৰ বহুত ক্ষেত্ৰত খৰচ কমাব লাগিব।

তথাপি তেওঁৰ যৌক্তিকতা তেওঁৰ প্ৰবল আত্ম-মৰ্য্যাদাজ্ঞান, এইবিলাকে তেওঁক নতুন আন্দোলনলৈ একান্তভাৱে টানি লৈ গ'ল। পঞ্জাবৰ অত্যাচাৰ আৰু তাৰ আগতে হোৱা বহুত ঘটনাৰ কাৰণে তেওঁৰ অন্তৰ খঙেৰে ভৰি পৰিছিল। অন্যায় অবিচাৰ আৰু জাতিৰ প্ৰতি দেখুৱা অসন্মানত তেওঁৰ তিতা লাগিছিলগৈ; কিন্তু ইয়াক প্ৰকাশ কৰা যায় কেনেকৈ? আকস্মিক উত্তেজনাত যিহকে তিহকে এটা কৰি পেলোৱা লোক তেওঁ নাছিল। আইন-ব্যৱসায়ীৰ সুসংযত বুদ্ধিৰে সকলো দিশ তন্ন তন্নকৈ বিচাৰ কৰি এটা স্থিৰ সিদ্ধান্তত তেওঁ উপনীত হ'ল আৰু গান্ধীজীৰ লগত আন্দোলনত যোগ দিলে।

গান্ধীজীৰ ব্যক্তিত্বৰ প্ৰতি তেওঁ আকৃষ্ট হৈছিল। সেই প্ৰভাৱেৰে তেওঁ প্ৰভাৱান্বিত হৈছিল যে তাত সন্দেহ নাই। তেওঁৰ অনুৰাগ আৰু বিৰাগ দুয়োটাই বৰ প্ৰবল আছিল। যাৰ প্ৰতি তেওঁৰ বিৰূপ ভাব আছিল, তাৰ লগত কেতিয়াও আপোনভাৱে মিলিব নোৱাৰিছিল; কিন্তু ই আছিল এটা অদ্ভুত মিলন—এজন হ'ল কঠোৰ তপস্বী, সিজন হ'ল ভোগ-বিলাসী; এজনৰ দৈহিক ভোগ-বাসনা নোহোৱা ধৰ্ম্মৰ জীৱন, সিজন হ'ল তাৰ বিপৰীত। সিজনে জীৱনৰ সকলো কামনা-বাসনা আনন্দেৰে গ্ৰহণ কৰে, পিচত কি হ'ব তাৰ কাৰণে চিন্তা নাই। মনস্তাত্ত্বিক বিশ্লেষণৰ ভাষাত এজন আছিল অন্তৰ্ম্মুখী আৰু সিজন বহিৰ্ম্মুখী, কিন্তু উদ্দেশ্যৰ ঐক্যৰ কাৰণেই তেওঁলোক দুয়োজন একেলগে মিলিব পাৰিছিল। পিচলৈ গৈ ৰাজনৈতিক বিষয়ত তেওঁলোকৰ মতৰ অমিল হলেও তেওঁলোকৰ বন্ধুত্ব অটুট আছিল।

ওৱাল্টাৰ পেটাৰে তেওঁৰ এখন পুথিত উল্লেখ কৰিছে কেনেকৈ তপস্বী আৰু ভোগীৰ জীৱনত বহুত পাৰ্থক্য থাকিলেও তেওঁলোকৰ মাজত অদ্ভুত মিলো দেখা যায়। তেওঁলোকৰ প্ৰত্যেকৰে অৱলম্বন বেলেগ, গতিপথ বেলেগ, এজনৰ মনোভাব ধাৰ্ম্মিকতাপূৰ্ণ, সিজনৰ তাৰ সম্পূৰ্ণ বিপৰীত। তথাপি তেওঁলোকৰ দৃঢ় আৰু ঐকান্তিক চিন্তাধাৰাৰ কাৰণে সাধাৰণ নীচ ভাবাপন্ন মানুহতকৈ তেওঁলোক

বেলেগ। তেওঁলোকৰ ইজন-সিজনৰ ভিতৰত বহুতাখিনি আন সাধাৰণ মানুহতকৈ বেচি সহজে হয় আৰু আন কি কেতিয়াবা ইজনে-সিজনক ছুই বাগৈ।

কলিকতাৰ বিশেষ অধিবেশনে কংগ্ৰেছ ৰাজনীতিত গান্ধীযুগৰ প্ৰবৰ্ত্তন কৰিলে। দ্বিতীয় দশকত দেশবন্ধু চি; আৰ, দাস আৰু দেউতাৰ নেতৃত্বত স্বৰাজ্য দলে গঢ় লৈ উঠা কেইবছৰমানৰ বাহিৰে বাকী সময়ত এই গান্ধীযুগৰ প্ৰতিপক্তি-য়েই চলিবলৈ ধৰিলে। কংগ্ৰেছৰ গোটেই দৃষ্টিভঙ্গীৰেই সলনি হৈ গ'ল। ইউৰোপীয় সাজ-পাৰ লাহে লাহে নাইকিয়া হৈ তাৰ ঠাইত আহিল খাদী। নিম্ন মধ্যবিত্ত শ্ৰেণীৰপৰা এদল নতুন প্ৰতিনিধি ওলাই আহিল। কংগ্ৰেছৰ ভাষা হ'ল হিন্দুস্তানী বা যি প্ৰদেশত অধিবেশন বহিছিল সেই প্ৰদেশৰ ভাষা। জাতীয় কামত বিদেশী ভাষা চলোৱাত আপত্তি উঠিবলৈ ধৰিলে। বেচিভাগ প্ৰতিনিধিয়েই ইংৰাজী নেজানিছিল। কংগ্ৰেছৰ সম্মিলনত এটা নতুন উত্তেজনা, এটা নতুন আগ্ৰহে দেখা দিলে।

কংগ্ৰেছ অধিবেশনৰ পাচত গান্ধীজীয়ে 'অমৃত বাজাৰ'ৰ অভিজ্ঞ সম্পাদক মতিলাল ঘোষৰ লগত দেখা কৰিলে। তেওঁ তেতিয়া মৃত্যু-শয্যাত। গান্ধীজীৰ লগত ময়ো গৈছিলোঁ। মতিলাল বাবুৱে গান্ধীজীক আৰু তেওঁৰ আন্দোলনক আশীৰ্ব্বাদ কৰি কলে যে, তেওঁ এই সংসাৰ এৰি বেলেগ এখন ৰাজ্যলৈ যাবলৈ ওলাইছে আৰু বৰ সন্তোষৰ কথা যে তেওঁ যিখন ৰাজ্যলৈ যাব তাত বৃটিছৰ ৰাজত্ব নাই। অৱশেষত তেওঁ বৃটিছ সাম্ৰাজ্যই ঢুকি নোপোৱা এডোখৰ ঠাইলৈ যাবলৈ ওলাইছে।

কলিকতাৰপৰা ওভতোঁতে মই গান্ধীজীৰ লগত শান্তিনিকেতনলৈ গৈ ৰবীন্দ্ৰ-নাথ ঠাকুৰ আৰু তেওঁৰ জনপ্ৰিয় ককায়েক বড়দাদাক লগ পালোঁ। তাতে আমি কিছুদিন কটালোঁ। এই সময়ত চি-এফ-এণ্ড্ৰুজে মোক কেইখনমান পুথি উপহাৰ দিছিল। আফ্ৰিকাৰ সাম্ৰাজ্যনীতিৰ ফলত হোৱা অৰ্থনৈতিক সমস্যাৰ বিষয়ে লিখা এই পুথিবিলাক পঢ়ি মই বহুত কথা জানিব পাৰিলোঁ। তাৰ ভিতৰত মোৰেলে লিখা "ব্লেক মেন্স্ বাৰ্ডেন" নামৰ পুথিখনে মোৰ মনত এটা আলোড়নৰ সৃষ্টি কৰিছিল।

এই সময়ত ভাৰতৰ স্বাধীনতা আন্দোলন সমৰ্থন কৰি চি-এফ এণ্ড্ৰুজে এখনি পুস্তিকা লিখিছিল। বোধহয় পুস্তিকাখনৰ নাম আছিল 'ইণ্ডিপেণ্ডেন্স-ডি ইমিডিয়েট্ নীড্' (স্বাধীনতা ঃ অতি শীঘ্ৰে আৱশ্যকীয়)। চীলিয়ে ভাৰতৰ সম্পৰ্কে লিখা প্ৰবন্ধৰ ভেটিতে ৰচনা কৰা হৈছিল এই সুন্দৰ প্ৰবন্ধটো। অকাট্য যুক্তিৰে স্বাধীনতাৰ পক্ষ সমৰ্থন কৰি লিখা এই প্ৰবন্ধৰ মাজেদি তেওঁ ভাৰতবাসীৰ প্ৰাণৰ কথা লিখিছিল। আমাৰ মনৰ গভীৰ আলোড়ন আৰু জান-নেজান আশা-আকাঙ্ক্ষাবোৰ তেওঁ আৱেগপূৰ্ণ ভাষাত ফুটাই তুলিছিল। তেওঁ কোনো অৰ্থনৈতিক সমস্যা বা সমাজতন্ত্ৰবাদৰ আলোচনা কৰা নাছিল। কেৱল সহজ জাতীয়তাবাদ লৈ লিখা ৰচনা। ভাৰতৰ অপমানবোধ আৰু তাৰপৰা ৰক্ষা পাবৰ কাৰণে দুৰ্দ্দান্ত কামনা আৰু ভাৰতৰ ক্ৰমান্বয়ে হৈ থকা অধঃপতনৰ গতি ৰোধ কৰাৰ এটা দুৰ্ব্বাৰ প্ৰচেষ্টাৰ কথা তেওঁ লিখি গৈছিল এই পুস্তিকাৰ মাজেদি।

বিদেশী আৰু শাসক সম্প্ৰদায়ৰ সন্তান হৈয়ো তেওঁ যে আমাৰেই অন্তৰৰ কথাক প্ৰতিধ্বনি তুলিব পাৰিছিল, ই সঁচাকৈয়ে আচৰিত কথা। চৌৰিয়ে বহুত আগতে কোৱাৰ দৰে অসহযোগ আছিল—"বিদেশীক তাৰ শাসন চলাই থাকিবলৈ সহায় কৰাটো যে ঘৃণণীয়—সেই ভাব।" এণ্ড্ৰুজেও লিখিছিল—"অন্তৰৰ শক্তি জগাই তুলি নিজকে প্ৰতিষ্ঠা কৰাৰ একমাত্ৰ পথ। ভাৰতৰ আত্মশক্তিৰ মাজৰপৰাই সেই আন্দোলনৰ কাৰণে আৱশ্যকীয় স্ফুৰণৰ শক্তি সৃষ্টি কৰিব লাগিব। বাহিৰৰপৰা অহা কোনো ঘোষণা, অনুগ্ৰহ, পুৰস্কাৰ বা ঋণবন্ধাৰা সি সম্ভৱ নহয়। সি কেৱলমাত্ৰ ভিতৰৰপৰা হলেহে হ'ব পাৰে। গতিকেই দুৰ্ব্বহ ভাৰ এখনৰপৰা মুক্তি পাবৰ প্ৰচেষ্টাত আত্মশক্তিৰ যি স্ফুৰণ হৈছে তাক মই হেঁপাহ পলুৱাই চাই লৈছোঁ। মহাত্মা গান্ধীয়ে ভাৰতবাসীৰ কাণত এই মন্ত্ৰ উচ্চাৰণ কৰিছে—"মুক্ত হোৱা, কিনা গোলাম হৈ নেথাকিবা।' ভাৰতবৰ্ষত চেতনাৰ উদয় হৈছে। হঠাৎ এটা জোকাৰত বন্ধন-শিকলি ঢিলা হৈ গৈছে আৰু স্বাধীনতাৰ পথ মুকলি হৈ পৰিছে।"

পিচৰ তিনি মাহত গোটেই দেশতে অসহযোগ আন্দোলনে গা কৰি উঠিল। নতুন আইন-সভাৰ নিৰ্ব্বাচন বৰ্জ্জন আন্দোলনে আচৰিতভাৱে সফলতা লাভ কৰিলে; কিন্তু আইন-সভাত যোগ দিব খোজা প্ৰত্যেকজনকে বাধা দি ৰখা বা সদস্য পদ খালি ৰখা সম্ভৱ নহয়। এমুঠি ভোটাৰে যাকে ইচ্ছা তাকে নিৰ্ব্বাচিত কৰিব পাৰে আৰু আন কোনো প্ৰাৰ্থীৰ অভাৱত কোনো বাধা নোহোৱাকৈ একোজন সভ্য নিৰ্ব্বাচিত হ'ব পাৰে। বেচিভাগ ভোটাৰেই নিদিয়াকৈ থাকিল আৰু দেশৰ তীব্ৰ মনোভাৱ দেখি বহুতেই প্ৰাৰ্থী হৈ থিয় নিদিলে। ভোট লোৱাৰ দিনা চাৰ ভেলেণ্টাইন চিৰোল এলাহাবাদত আছিল আৰু ভোট দিয়া কেন্দ্ৰবিলাক পৰিদৰ্শন কৰিছিল। বয়কট আচৰিতভাৱে সফল হোৱা দেখি তেওঁ বিচুৰ্তি খাইছিল। এলাহাবাদৰ চহৰৰ পোন্ধৰ মাইল দূৰৰ গাঁও এখনৰ ভোট দিয়া কেন্দ্ৰ এটাত তেওঁ এজন ভোটাৰো দেখিবলৈ নেপালে। ভাৰত সম্পৰ্কে লিখা এখন পুথিত তেওঁ এই অভিজ্ঞতা লিখি থৈ গৈছে।

মিঃ চি, আৰ, দাস আৰু আন কেবাজনেও কলিকতা কংগ্ৰেছ বয়কট কৰাৰ কিবা যুক্তি আছে নে নাই সেই বিষয়ে সন্দেহ কৰিছিল। কৰিলেও, তেওঁলোকে কংগ্ৰেছৰ সিদ্ধান্ত মানি লৈছিল। নিৰ্ব্বাচন শেষ হোৱাৰ লগে লগেই মতভেদৰ কাৰণটোও নাইকিয়া হ'ল। ১৯২০ চনৰ ডিচেম্বৰত হোৱা নাগপুৰ কংগ্ৰেছৰ পুৰণি কংগ্ৰেছ-নেতাসকলো আহি অসহযোগৰ ক্ষেত্ৰত মিলি গ'লহি। আন্দোলনৰ আচৰিত সাফল্য দেখি বহুতৰে মনৰ শঙ্কা, সন্দেহ দূৰ হ'ল।

কলিকাতা কংগ্ৰেছৰ পিচত কেইজনমান নামজলা আৰু জনপ্ৰিয় নেতা কংগ্ৰেছৰ-পৰা আঁতৰি আহিল। তেওঁলোকৰ ভিতৰৰ এজন আছিল এম. এ. জিন্না। সৰোজিনী নাইডুৱে তেওঁক "হিন্দু-মুছলমানৰ মিলনৰ দূত" বুলিছিল। আগতে কংগ্ৰেছ আৰু মুছলিম লীগৰ মিলন হৈছিল তেওঁৰ চেষ্টাতেই; কিন্তু কংগ্ৰেছৰ নতুন ৰূপ অসহযোগ আৰু নতুন নিয়মতন্ত্ৰবন্ধাৰা কংগ্ৰেছক সাধাৰণ মানুহৰ প্ৰতিষ্ঠান কৰি তোলাৰ চেষ্টাটো তেওঁ ভাল নেপালে। ৰাজনৈতিক ক্ষেত্ৰত তেওঁৰ

লগত মতবিৰোধ হৈছিল যদিও প্ৰকৃততে তেওঁ কোনো ৰাজনৈতিক কাৰণত কংগ্ৰেছ এৰি যোৱা নাছিল। ৰাজনীতিত তেওঁতকৈ পাচ পৰা বহুত মানুহ তেতিয়াও কংগ্ৰেছত আছিল। তেওঁৰ মানসিক স্বভাৱ নতুন কংগ্ৰেছৰ লগত সমুলি খাপ নেখাইছিল। খদ্দৰ পিন্ধা জনসাধাৰণে হিন্দীত বক্তৃতা দিব লাগে বুলি দাবী কৰা তেওঁ সহিব নোৱাৰিছিল। জনতাৰ উৎসাহ-উদ্দীপনাক তেওঁ সাধাৰণ মানুহৰ অতিশয় ভাবাৱেগ বুলিহে ভাবিছিল। লণ্ডনৰ ছেভিল ৰ' আৰু বণ্ড্ ষ্ট্ৰীটৰ লগত মাটিৰ ঘৰ থকা ভাৰতীয় গাঁৱৰ যি প্ৰভেদ, জনসাধাৰণৰ লগত তেওঁৰো সেই প্ৰভেদ। তেওঁ এবাৰ ভিতৰুৱাভাৱে কৈছিল যে কমেও মেট্ৰিকুলেচন পাছ নকৰিলে কাকো কংগ্ৰেছত ল'ব নেলাগে। তেওঁ এই প্ৰস্তাৱ আন্তৰিকতাৰে কৰিছিল নে কি ক'ব নোৱাৰোঁ, কিন্তু তেওঁৰ সাধাৰণ মনোভাবৰ লগত ই খাপ খোৱা কথা। এনেকৈয়ে তেওঁ কংগ্ৰেছৰপৰা আঁতৰি গ'ল আৰু ভাৰতৰ ৰাজনীতিত অকলশৰীয়া হৈ পৰিল। পিচলৈ গৈ এই পুৰণি মিলন-দুতজনে অতিপাত প্ৰগতিবিৰোধী মুছলমান সাম্প্ৰদায়িকতাবাদীসকলৰ লগত যোগ দিলেগৈ।

অৱশ্যে মধ্যমপন্থী বা উদাৰপন্থীসকলৰ লগত কংগ্ৰেছৰ কোনো সম্পৰ্ক নাছিল। তেওঁলোকে কংগ্ৰেছৰপৰা আঁতৰি থকাই নহয়, চৰকাৰৰ লগত যোগ দি নতুন শাসনতন্ত্ৰত মন্ত্ৰীত্ব আৰু আন আন উচ্চ পদবী লৈ অসহযোগ আৰু কংগ্ৰেছৰ দমনত লাগি গ'ল। অলপমান মাত্ৰ শাসন-সংস্কাৰ হৈছিল—তাতে তেওঁলোকৰ আকাঙ্ক্ষা প্ৰায় পুৰণ হলেই, গতিকে তেওঁলোকৰ আৰু আন্দোলনৰ আৱশ্যকতা নাইকিয়া হ'ল। গোটেই দেশখনতে এটা উত্তেজনা বিয়পি পৰিছে; দেশখন ক্ৰমে ক্ৰমে বিপ্লৱী হৈ যাবলৈ ধৰিছিল, তেনে অৱস্থাত তেওঁলোকে দেখাদেখিকৈয়ে প্ৰতিক্ৰিয়াশীল হৈ পৰিছিল আৰু চৰকাৰৰে এটা অংশত পৰিণত হৈছিলগৈ। জন-সাধাৰণৰপৰা তেওঁলোক একেবাৰেই আঁতৰি গ'ল আৰু একোটা সমস্যা শাসকৰ দৃষ্টিকোণৰপৰা চোৱাটোহে তেওঁলোকৰ অভ্যাস হৈ পৰিল। প্ৰকৃত অৰ্থত দল বুলিলে যি বুজায়, তেনে দল তেওঁলোকৰ নাছিল। মাত্ৰ ডাঙৰ ডাঙৰ চহৰবিলাকত অ'ত তত দুই এজন তেনে মানুহ পোৱা গৈছিল। শ্ৰীনীবাস শাস্ত্ৰী ৰাজকীয় দুত হৈ বৃটিছ চৰকাৰৰ নিৰ্দ্দেশ মতে বহুতো বৃটিছ উপনিবেশ আৰু আমেৰিকা যুক্ত-ৰাষ্ট্ৰলৈ গৈ বৃটিছ চৰকাৰৰ বিপক্ষে কৰা আন্দোলনৰ কাৰণে কংগ্ৰেছ আৰু নিজৰে দেশবাসীক নিন্দা কৰি ঘুৰি ফুৰিছিল।

তথাপি উদাৰপন্থীসকল সুখী হ'ব পৰা নাছিল। নিজৰ মানুহৰপৰা বেলেগ হৈ নিজ চকুৰে নেদেখিলেও বা নিজ কাণে নুশুনিলেও, লোকৰ বিদ্বেষভাজন হৈ থকাটো একো আনন্দৰ কথা নহয়। গণ-আন্দোলনে কেতিয়াও আন্দোলনত যোগ নিদিয়া মানুহক ক্ষমা নকৰে। মহাত্মা গান্ধীয়ে বাৰে বাৰে সাৱধান কৰি অৱশ্যে বিৰোধীসকলৰ প্ৰতি আন্দোলনৰ চোকটো কমাই ৰাখিছিল, নহলে কথা বেলেগ হ'লহেঁতেন। তথাপি, যিসকলে আন্দোলনৰ বিৰোধিতা কৰিছিল তেওঁলোকক দেশৰ বা-বতাহেই যেন টেটু চেপি ধৰিছিল আৰু যিসকলে আন্দোলন সমৰ্থন কৰিছিল, তেওঁলোক নতুন উদ্যম-উৎসাহেৰে প্ৰাণৱন্ত হৈ উঠিছিল। জনজাগৰণ আৰু প্ৰকৃত বিপ্লৱে সদায় দুৰ্যোগকালে ধাৰ থকা তৰোৱালৰ নিচিনাকৈ কাম কৰে।

একালে ই গণ-নেতাসকলৰ প্ৰাণত ব্যক্তিত্বৰ চেতনা জগাই তোলে আৰু আনফালে বিৰোধীসকলৰ মানসিক অৱস্থা নিষ্প্ৰাণ কৰি তোলে, তেওঁলোকক টেটু চেপি ধৰাৰ দৰে কৰে।

এই কাৰণেই বহুতে আপত্তি কৰিছিল যে অসহযোগ আৰু আন্দোলনে সকলো মানুহকে চিন্তা আৰু কৰ্ম্মৰ একেটা সাঁচত ঢালি নিষ্প্ৰাণ কৰি তুলিব খোজে। কথাটো মিছা নহয়, কিন্তু প্ৰকৃততে কথাটো হৈছে—অসহযোগটো হ'ল এটা জন-আন্দোলন আৰু ভাৰতৰ লাখ লাখ মানুহৰ শ্ৰদ্ধাভাজন প্ৰবল ব্যক্তিত্বসম্পন্ন এজন মানুহৰদ্বাৰা ই পৰিচালিত। তাতকৈয়ো ডাঙৰ কথা হ'ল জনগণৰ ওপৰত তাৰ যি প্ৰতিক্ৰিয়া হ'ল, সেইটো। এটা প্ৰচণ্ড-শক্তি প্ৰয়োগ কৰাৰ ভাৱ আৰু গধুৰ হেঁচাৰপৰা মুক্তি পোৱাৰ অনুভূতি আৰু নতুন স্বাধীনতাৰ সোৱাদ পাই জনসাধাৰণ উদ্বুদ্ধ হৈ পৰিছিল। ইমান দিনে যি ভয়ে তেওঁলোকক গৰকি আছিল সেই ভয় এতিয়া সমুখৰপৰা আঁতৰি গ'ল। মেৰুদণ্ড পোন কৰি, মূৰ দাঙি তেওঁলোকে থিয় দিলে। আন কি, ভিতৰ-গাঁৱৰ বজাৰতো কংগ্ৰেছ আৰু স্বৰাজৰ কথা মানুহে পাতিবলৈ ললে (কাৰণ নাগপুৰ কংগ্ৰেছে স্বৰাজেই লক্ষ্য বুলি চূড়ান্তভাৱে স্থিৰ কৰিছিল)। পঞ্জাৱত হোৱা ঘটনাৱলী আৰু খিলাফতৰ বিষয়ে তেওঁলোকে আলোচনা কৰিলে; কিন্তু সৰহভাগ গাঁৱৰ মানুহে খিলাফৎ শব্দটোৰ এটা অদ্ভুত অৰ্থ কৰিছিল। তেওঁলোকে ভাবিছিল যে ই উৰ্দ্দুৰ 'খিলাফ' শব্দৰপৰা আহিছে। 'খিলাফ' শব্দৰ অৰ্থ 'বিপক্ষে' বা 'বিৰুদ্ধে' আৰু সেই কাৰণে তেওঁলোকে তাৰ অৰ্থ 'চৰকাৰৰ বিৰুদ্ধে' বুলি ভাবিছিল। তেওঁলোকে অৱশ্যে নিজৰ নিজৰ বিশেষ অৰ্থনৈতিক অভাৱ-অভিযোগৰ বিষয়ে আলোচনা কৰিছিল। অসংখ্য সভা-সমিতিৰপৰা তেওঁলোকে ৰাজনৈতিক শিক্ষা লাভ কৰিছিল।

কংগ্ৰেছৰ কাৰ্য্যপন্থা অনুসৰি আমি যিবিলাকে কাম কৰিছিলোঁ তাৰ বহুতেই ১৯২১ চনৰ বছৰটোত কিবা ৰাগী লগা মানুহৰ দৰে বাস কৰিছিলোঁ। আমি একেবাৰেই উত্তেজিত হৈ পৰিছিলোঁ। আশাবাদ আৰু অদম্য উৎসাহত আমাৰ অন্তৰ ফুলি উঠিছিল। এটা মহৎ উদ্দেশ্যৰ কাৰণে ধৰ্ম্মযুদ্ধ কৰিবলৈ ওলোৱা মানুহে যি সুখ পায়, আমিও তেনেকুৱা সুখ অনুভৱ কৰিছিলোঁ। কোনো সন্দেহ বা দ্বিধাবোধে আমাক আমনি দিব পৰা নাছিল। সমুখত আমাৰ পথ স্পষ্ট দেখিবলৈ পাইছিলোঁ; আনৰ উৎসাহত উৎসাহিত হৈ, আনৰ লগতে বল দি আমি আগবাঢ়ি গৈ আছিলোঁ। আমি কঠোৰ পৰিশ্ৰম কৰিছিলোঁ, আগেয়ে এনেকুৱা পৰিশ্ৰম কেতিয়াও কৰা নাই; কাৰণ আমি জানিছিলোঁ—চৰকাৰৰ লগত সংঘৰ্ষ লাগিবলৈ আৰু সৰহ দিন নাই। সেই কাৰণে আমাক অঁতৰোৱাৰ আগতে আমি যিমান পাৰোঁ কৰি লʼবলৈ বিচাৰিলোঁ।

আটাইতকৈ ডাঙৰ কথা হৈছে, আমাৰ ভিতৰত এটা স্বাধীনতাৰ অনুভূতি জাগিছিল আৰু তাকে লৈ আমি গৰ্ব্ব কৰিছিলোঁ। আগৰ বিটো অত্যাচাৰৰ ভয় আৰু নিৰাশাৰ ভাব মনত আছিল, সি এতিয়া সম্পূৰ্ণে নাইকিয়া হ'ল। এতিয়া আৰু আগৰ সেই ফুচ্‌ফুচীয়া মেলো নাই বা ৰাজঘৰীয়া দণ্ডৰ ভয়ত ঘূৰাই-পকাই মন্তব্য দিয়াৰ কথাও নাই। আমি যি অনুভৱ কৰিছিলোঁ, তাকে কৈছিলোঁ, চিঞৰি

চিঞৰিব কৈছিলোঁ। ফলাফলৰ কাৰণে আমি পৰোৱা কৰিছিলো নে কি? জেল? জেললৈ নিলে যে ভালেই; সেইটোৱে আমাক আৰু বেচিকৈহে সহায় কৰিব। আমাৰ চাৰিওফালে আৰু পাচে পাচে ঘূৰি ফুৰা অসংখ্য চোৰাংচোৱা আৰু গুপ্তচৰ-বিভাগৰ মানুহৰ অৱস্থা কাহিল হৈ পৰিল; কাৰণ তেওঁলোকে ধৰা পেলাবলৈ গোপনীয় আমাৰ একো নাইকিয়া হ'ল। আমি সদায় দেখ্ দেখকৈয়ে কাম কৰিছিলোঁ। আমাৰ সকল ৰাজনৈতিক কাৰ্য্যৰম্ভাৰা আমাৰ চকুৰ আগতে ভাৰতবৰ্ষত নানান পৰিৱৰ্ত্তনে দেখা দিলে আৰু তাৰ ফলত ভাৰতৰ স্বাধীনতা বহুত ওচৰ চাপি আহিল বুলিয়েই আমাৰ বিশ্বাস হৈছিল। এইখিনি কৰি আমাৰ কেৱল সন্তোষৰ ভাবেই যে মনলৈ আহিছিল সি নহয়, তাৰ উপৰি আমাৰ বিৰোধীবিলাকতকৈ এটা নৈতিক শ্ৰেষ্ঠতা আমাৰ উদ্দেশ্য আৰু কৰ্মপন্থাত নিহিত আছিল বুলি আমাৰ মনত এটা তৃপ্তিৰ ভাবো উপজিছিল। আমাৰ নেতা আৰু তেওঁৰ প্ৰৱৰ্ত্তিত অভূতপূৰ্ব্ব কাৰ্য্য-প্ৰণালীতে আমি গৰ্ব্ব অনুভৱ কৰিছিলোঁ। বহুত সময়ত আমি ধৰ্ম্মনিষ্ঠ হিচাপে কাম কৰিছিলোঁ আৰু সংঘৰ্ষত লিপ্ত থাকিও আমি চাৰিওফালৰ এটা অদ্ভুত সংঘৰ্ষৰ মাজতো মানসিক শান্তিত বাস কৰিবলৈ ধৰিলোঁ।

আমাৰ নৈতিক শক্তি বঢ়াৰ লগে লগে চৰকাৰৰ নৈতিক শক্তি কমিবলৈ ধৰিলে। কি যে ঘটিব ধৰিছে তেওঁলোকে বুজাই নাছিল; তেওঁলোকৰ চিনাকি পুৰণি ভাৰতখনৰ গতি-মতি একেবাৰেই সলনি হৈ গৈছে যেন পালে তেওঁলোকে। সকলো-ফালেই আক্ৰমণ কৰোঁ কৰোঁ এটা ভাব, মানুহৰ মনত অবিশ্বাস আৰু নিৰ্ভীকতা এইবিলাকে ভাৰতত বৃটিছ শাসনৰ যি মূল আশ্ৰয় মৰ্য্যাদা, তাৰ খুঁটি লৰাই পেলালে। সৰু-সুৰা নিষ্পেষণত আন্দোলনে বলহে পাই উঠিছিল। সিপিনে তেওঁলোকে ডাঙৰ নেতাসকলক শাস্তি দিবলৈ বহু দিন পাচ-হুঁহকি থাকিব লগাত পৰিছিল। তাৰ ফলাফল কি হ'ব পাৰে, তেওঁলোকে গম পোৱা নাছিল। ভাৰতীয় সৈন্য বাহিনীক বিশ্বাস কৰিব পাৰি নে? পুলিচ বাহিনী আদেশ মানি চলিব নে? ১৯২১ চনত বৰলাট লৰ্ড ৰিডিঙে কোৱাৰ দৰে তেওঁলোকে চকুৰে সৰিয়হ ফুল দেখি গৈছিল।

১৯২১ চনৰ জহকালি যুক্তপ্ৰদেশৰ চৰকাৰে তেওঁলোকৰ জিলাৰ বৰমুৰীয়া-সকললৈ এখন গোপন ইস্তাহাৰ পঠালে—অদ্ভুত ইস্তাহাৰ! ইস্তাহাৰখন পিচত বাতৰি-কাকততো প্ৰকাশ হৈছিল। তাত দুখ প্ৰকাশ কৰা হৈছিল যে, সদায় শত্ৰু পক্ষইহে (অৰ্থাৎ কংগ্ৰেছেহে) আগবাঢ়ি যিহকে তিহকে কৰিব লাগিছে—এইটো বৰ দুৰ্ভাগ্যৰ কথা হৈছে। চৰকাৰৰ ফালৰপৰা কিবা এটা কৰাৰ উপায় চিন্তিবলৈ ধৰিলে। তেওঁলোকে ভাবি পালেগৈ 'আমান সভা'। পিচে সি হাঁহি উঠা কথাহে হ'ল। মানুহে ভাবিলে এইদৰে অসহযোগ আন্দোলনৰ বিৰোধিতা কৰাৰ সিদ্ধান্ত এজন মধ্যমপন্থী নেতাই ভাবি উলিওৱা কথাহে।

বহুতো বৃটিছ বিষয়াৰ ধৈৰ্য্যচ্যুতি ঘটিবলৈ ধৰিলে। হেঁচা আছিল বৰ বেচি। এই বাঢ়ি অহা বিৰোধিতা আৰু অবাধ্যতাই প্ৰকাণ্ড এচপৰা বাদিখাৰ মেঘৰ দৰে ভাৰতৰ শাসকবৰ্গৰ মন ঢাকি পেলালে। তথাপি শান্তিপূৰ্ণ উপায়েৰে আন্দোলন চলাবৰ কাৰণে তেওঁলোকে তাক দমন কৰিবলৈ কোনো বাট নেপালে। সাধাৰণ

ইংৰাজ নেতাসকলে অহিংসাত বিশ্বাস নকৰিছিল; তেওঁলোকে ভাবিছিল যে ই এটা কৌশলপূৰ্ণ আবৰণ আৰু ইয়াৰ তলত আছে এটা বিৰাট গোপন ষড়যন্ত্ৰ যি এদিন ভীষণ হিংসামূলকভাৱে আত্মপ্ৰকাশ কৰিব। এটা বদ্ধমূল ধাৰণাৰ মাজত সৰুৰেপৰা ইংৰাজসকল ডাঙৰ-দীঘল হৈছে—সেইটো হৈছে যে প্ৰাচ্যদেশ অতি ৰহস্য-পূৰ্ণ; ইয়াৰ বজাৰবিলাকত, ঠেক আলি-বাটত সদায় ষড়যন্ত্ৰৰ জাল গোঁঠা হৈ থাকে। গতিকে সেই তথাকথিত ৰহস্যপূৰ্ণ দেশবিলাকৰ কথা তেওঁলোকে পোনপটীয়াকৈ ভাবিবই নোৱাৰে বুলিব লাগে। প্ৰাচ্যবাসী যে ৰহস্যহীন সহজ-সৰল মানুহ সেইটো তেওঁলোকে ভাবিবলৈকে চেষ্টা নকৰে। এই প্ৰাচ্যবাসীৰপৰা তেওঁলোকে বহুত দূৰে দূৰে ফুৰে। নানা মচলাৰ কথা, নানা গুপ্ত ষড়যন্ত্ৰকাৰীৰ কথাৰে ভৰি থকা সাধুকথা শুনে আৰু তাৰেই নানা ধৰণৰ অসংযত কল্পনাবোৰ কৰে। সেই কাৰণে ১৯২১ চনৰ এপ্ৰিল মাহত পঞ্জাবত থকা চৰকাৰৰ বিষয়া আৰু সাধাৰণ ইংৰাজ লোকৰ মনত হঠাৎ এটা ভয়ে আহি দেখা দিলে। তেওঁলোকে কেউফালে যেন দেখিবলৈ পালে বিপদ, গণ-আন্দোলন আৰু সেই ভয়ানক হত্যাকাণ্ডবোৰ হোৱা চিপাহী-বিদ্ৰোহৰ পুনৰুদ্ভৱ। সেইবিলাক কাৰণতে তেওঁলোকে যি কোনো উপায়ে আত্মৰক্ষা কৰাৰ এটা অন্ধ আদিম প্ৰবৃত্তিৰ বলত কিছুমান ভয়াবহ ঘটনা কৰিবলৈ ধৰিলে আৰু জালিয়ানৱালাবাগ আৰু অমৃতসৰৰ ক্ৰলিং লেইনৰ ঘটনা তাৰেই নিৰ্ম্মম স্মৃতি।

১৯২১ চনটো প্ৰচণ্ড আলোড়নৰ বছৰ। বহুত ঘটনাই শাসকসকলক খং তোলাই, আমানি দি ধৈৰ্য্যচ্যুতি ঘটাইছিল। বাস্তৱতে যিবোৰ ঘটনা ঘটিছিল সেইবোৰ অৱশ্যে যথেষ্ট বেয়া আছিল, কিন্তু যিবোৰ ঘটনা ঘটা বুলি আৰু ঘটিব পাৰে বুলি তেওঁলোকে কল্পনা কৰি লৈছিল, সেইবোৰ আছিল আৰু বেচি বেয়া। এই অসংযত কল্পনাৰ এটা উদাহৰণ মোৰ মনত আছে। ১৯২১ চনৰ ১০ মে তাৰিখে এলাহাবাদত মোৰ বাইদেউ স্বৰূপৰ বিয়াৰ দিন ঠিক হৈছিল। সাধাৰণতে সম্বৎ পঞ্জিকা চাই মাঙ্গলিক দিন যেনেকৈ ঠিক কৰা হয়, তেনেকৈয়ে সেইদিনটোও ঠিক কৰা হৈছিল। গান্ধীজী আৰু আলি ভাই-ককাই দুজনকে ধৰি নেতৃস্থানীয় কংগ্ৰেছসকলক নিমন্ত্ৰণ দিয়া হৈছিল আৰু সেই সময়তে তেওঁলোকৰ সুবিধাৰ কাৰণে এলাহাবাদতে কংগ্ৰেছ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ এখনি অধিবেশন পতা হৈছিল। স্থানীয় কংগ্ৰেছ-কৰ্ম্মী সকলে বাহিৰৰপৰা অহা বিখ্যাত নেতাসকলৰ আগমনৰ সুযোগ ল'বলৈ বিচাৰি ডাঙৰকৈ এখন জিলা-সম্মিলন আহ্বান কৰিলে। চাৰিওফালৰ গাঁৱৰপৰা বহুসংখ্যক খেতিয়ক তালৈ আহিব বুলি তেওঁলোকে আশা কৰিছিল।

এই ৰাজনৈতিক সম্মিলনসমূহৰ কাৰণে এলাহাবাদত বৰ ডাঙৰ হাই-উৰুমি আৰু উত্তেজনা হ'বলৈ ধৰিলে। ইয়াৰপৰা কিছুমান মানুহৰ প্ৰাণত ভয়ৰ সঞ্চাৰ হ'ল। এদিন এজন বেৰিষ্টাৰ বন্ধুৰপৰা জানিব পাৰিলোঁ, বহুতো ইংৰাজ লোক বোলে বিব্ৰত হৈ পৰিছিল, তেওঁলোকে এলাহাবাদ চহৰত হঠাৎ এটা আন্দোলন আহি পৰিব বুলি শঙ্কা কৰিছিল। তেওঁলোকৰ ভাৰতীয় চাকৰ-বাকৰক তেওঁলোকে অবিশ্বাস কৰিবলৈ ধৰিলে আৰু জেপত পিস্তল্ ভাৰ লৈ ফুৰোৱা হ'ল। কোনো কোনোৱে ফুচ্ ফুচ্ ফাচ্ ফাচ্ কৰিছিল, আৱশ্যক হলে ইংৰাজ চুবুৰীৰ মানুহবিলাক

সোমাই থাকিব পৰাকৈ হেনো তেওঁলোকে এলাহাবাদ দুৰ্গ সাজুকৈ ৰাখিছিল। অহিংসা-মন্ত্ৰৰ ঋষি মহাত্মা গান্ধী স্বয়ং আহিব, এনেকুৱা সময়ত আকৌ শান্তিৰে শুই থকা এলাহাবাদ নগৰত কিবা এটা অশান্তিৰ সৃষ্টি হ'ব বুলি কেনেকৈ কল্পনা কৰিব পাৰে ভাবি আচৰিত হৈছিলোঁ। আন কি কোনো কোনোৱে কৈছিল ১০ মে তাৰিখেই (ঘটনাক্ৰমে মোৰ ভনীজনীৰ বিয়াৰ দিনো সেইটোৱেই আছিল) বোলে ১৮৫৭ৰ মিৰাট বিদ্ৰোহৰ সোঁৱৰণী দিন পালন কৰা হ'ব!

১৯২১ চনত খিলাফৎ আন্দোলনক প্ৰাধান্য দিয়াৰ কাৰণে বহুতো মৌলবী আৰু মুছলমান ধৰ্ম্মনেতাই ৰাজনৈতিক আন্দোলনত আগভাগ লৈছিল। তেওঁলোকে দেখ্‌দেখকৈয়ে আন্দোলনত ধৰ্ম্মৰ ৰহণ সানি দিলে আৰু তাৰপৰা সাধাৰণ মুছলমান-সকল বৰুকৈয়ে প্ৰভাৱান্বিত হ'ল। ইউৰোপীয় ধৰণ-কৰণত চলা আৰু বৰ বেচি ধৰ্ম্মপ্ৰৱণতা নথকা বহুতো মুছলমানেই ডাঁড়ি ৰাখিবলৈ ললে আৰু নৈষ্ঠিকতা অৱলম্বন কৰিবলৈ ধৰিলে। নতুন ভাবধাৰাৰ প্ৰভাৱত পাশ্চাত্য ধৰণ-কৰণৰ হেঁচাত মৌলবীসকলৰ যি প্ৰভাৱ আৰু মৰ্য্যাদা ক্ৰমে হ্ৰাস হৈ গৈছিল সি এতিয়া মুছলমান সম্প্ৰদায়ক পৰিচালনা কৰা হ'ল। ধৰ্ম্মভাৱাপন্ন আলি ভাই-ককাই দুজনে তাৰ লগতে উজান দিলে। লগতে গান্ধীজীয়েও কৰিলে তাকে। মৌলবী আৰু মুছলমানসকলক তেওঁ বৰ শ্ৰদ্ধা কৰিছিল।

দৰাচলতে গান্ধীজীয়ে আন্দোলনৰ ধৰ্ম্ম আৰু আধ্যাত্মিকতাৰ ফালটোত বেচি গুৰুত্ব আৰোপ কৰিছিল। তেওঁৰ ধৰ্ম্ম অৱশ্যে যুক্তিহীন আঁকোৰগোঁজালিকৈ ধৰা বিধৰ নাছিল, কিন্তু জীৱনৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গীতে ধৰ্ম্মৰ প্ৰভাৱ আছিল স্পষ্ট। লগতে গোটেই আন্দোলনটোও সেই প্ৰভাৱেৰেই প্ৰভাৱান্বিত হৈ পৰিছিল আৰু তাৰ যোগেদিয়েই জনসাধাৰণৰ মনত ধৰ্ম্ম-জীৱন যাপন কৰাৰ এটা আকাঙ্ক্ষা জাগি উঠিছিল। কংগ্ৰেছৰ সৰহ সংখ্যক নেতাই তেওঁলোকৰ নেতাৰ চানেকিৰে নিজকে গঢ়িবলৈ যত্ন কৰিলে আৰু আন কি তেওঁৰ ভাষাকেই আওৰাবলৈ ধৰিলে। তথাপি কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ গান্ধীজীৰ প্ৰধান প্ৰধান সহকৰ্ম্মীসকল—যেনে দেউতা, দেশবন্ধু দাস, লালা লাজপৎ ৰায় আদি সাধাৰণ অৰ্থত ধৰ্ম্মপ্ৰাণ লোক নাছিল। ৰাজনৈতিক সমস্যা তেওঁলোকে ৰাজনৈতিক ভিত্তিতেই আলোচনা কৰিছিল। ৰাজহুৱা বক্তৃতা-প্ৰসঙ্গত তেওঁলোকে কেতিয়াও ধৰ্ম্মৰ কথা নকৈছিল; কিন্তু তেওঁলোকে মুখেৰে যিহকে নকওক লাগিলে তেওঁলোকৰ ব্যক্তিত্বৰ উদাহৰণ শক্তি আছিল তাতকৈ বহুত বেচি। সংসাৰৰ মানুহে যিবোৰ কথাত বেচি মূল্য দিয়ে তেনেকুৱা বহুতো বস্তু ত্যাগ কৰি তেওঁলোকে জানো সাধাৰণ জীৱন যাপন কৰা নাছিল? সেইটোকে মানুহে ধৰ্ম্মপ্ৰৱণতা বুলি ধৰি লৈছিল আৰু সিয়ে ধৰ্ম্মৰ ভাব জগাই তোলাত সহায় কৰিছিল।

হিন্দু আৰু মুছলমান উভয়ক্ষেত্ৰতে ৰাজনীতিত ধৰ্ম্মৰ প্ৰভাৱ বাঢ়ি অহা দেখি মোৰ মনত মাজে মাজে বৰ অশান্তি হৈছিল। এইটো কথা মই সমুলি ভাল পোৱা নাছিলোঁ। মৌলবী, মৌলানা, স্বামী আদিয়ে ৰাজহুৱা সভাত দিয়া সৰহভাগ বক্তৃতা মোৰ মনত বৰ বিশৃঙ্খল লাগিছিল। তেওঁলোকৰ বুৰঞ্জী, সমাজ-বিজ্ঞান, তেওঁলোকৰ অৰ্থনীতি সকলো মোৰ মনত ভুল যেন লাগিছিল, সকলো কথাকে

সুৰাই-পকাই আনি ধৰ্ম্মত পেলোৱা কাৰণে মুক্ত চিন্তাধাৰাত বাধা পৰিছিল। আন কি গান্ধীজীৰ কিছুমান কথাও মোৰ কাণত টহ্‌টহাই গৈছিল। যেনে, তেওঁ প্ৰায়েই ৰাম-ৰাজৰ কথা উল্লেখ কৰিছিল আৰু কৈছিল ৰাম-ৰাজ হেনো আকৌ উভতি আহিব। বাধা দিবৰ ক্ষমতা মোৰ নাছিল। এই বুলিয়েই মই নিজকে সান্ত্বনা দিছিলোঁ যে, এইকেইটা সকলোৱে জনা আৰু সৰ্ব্বসাধাৰণে বুজি পোৱা শব্দ কাৰণেই গান্ধীজীয়ে তাৰ ব্যৱহাৰ কৰিছিল। জনসাধাৰণৰ হৃদয় স্পৰ্শ কৰিব পৰা অদ্ভুত শক্তি আছিল তেওঁৰ।

কিন্তু সেইবোৰ লৈ বৰ বেচি মূৰ ঘমোৱা নাছিলোঁ। সেইবোৰ মই সৰু কথা বুলিয়েই ভাবিছিলোঁ। মোৰ নিজৰ কাম কৰি, আন্দোলনৰ অগ্ৰগতিৰ কথা ভাবিয়েই তৰাণ নেপাওঁ আৰু সেইবোৰ কথা ভাবিবলৈ মোৰ আজৰি ক'ত? এটা বিৰাট আন্দোলন কৰিবলৈ গলে তাৰ মাজত সকলো প্ৰকাৰৰ মানুহ থাকিবই। গতিকে আমাৰ যদি প্ৰধান লক্ষ্য ঠিক থাকে, অ'ত দুই এটা চাকনৈয়া, ত'ত দুই এটা ওভতনি সোঁতে একো কৰিব নোৱাৰে। সিপিনে গান্ধীজীৰ কথা হ'ল কি তেওঁক বুজাই টান আছিল আৰু কেতিয়াবা কেতিয়াবা আজি-কালিৰ সাধাৰণ মানুহ এজনৰ পক্ষে তেওঁৰ ভাষা দুৰ্ব্বোধ্যই আছিল। আমি কিন্তু তেওঁক যথেষ্ট বুজি পাই-ছিলোঁ। আমি উপলব্ধি কৰিছিলোঁ—তেওঁ এজন মহান আৰু অসাধাৰণ ব্যক্তিত্বসম্পন্ন লোক, যশস্বী নেতা আৰু তেওঁৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখি আমি সাময়িকভাৱে হলেও, তেওঁ যেনেকৈ চলায়, তেনেকৈ প্ৰায় চকু মুদিয়েই চলি যাবলৈ ধৰিলোঁ। প্ৰায়েই আমি আমাৰ মাজত তেওঁৰ 'খেয়ালবোৰৰ বিষয় আলোচনা কৰোঁ আৰু ধেমালিতে কওঁ যে, স্বৰাজ পোৱাৰ পিচত আমি আৰু সেই 'খেয়াল'ক লাই নিদিওঁ।

আমাৰ বহুতেই তাৰস্বাৰা ৰাজনীতি আৰু আন আন বিষয়ত প্ৰভাৱান্বিত হৈছিল, কিন্তু তথাপি ধৰ্ম্ম সম্পৰ্কত তেওঁৰ প্ৰভাৱৰপৰা মুক্ত আছিল। পোন-পটীয়াকৈ ধৰ্ম্মৰ ভাব মোৰ মনত শিপাব পৰা নাছিল যদিও, আওপকীয়াকৈ তাৰ যি প্ৰভাৱ পৰিছিল, তাৰপৰা নিজকে ৰক্ষা কৰিব পৰা নাছিলোঁ; ধৰ্ম্মৰ বাহ্যিক আচৰণৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাছিল। ধৰ্ম্মৰ ভাও লৈ জনসাধাৰণক ভুৰা দিয়া কথাটো মই সমূলি ভাল নেপাইছিলোঁ; কিন্তু তথাপি এই বিষয়ে মোৰ মনৰ উগ্ৰতা কমি গ'ল। ১৯২১ চনত মোৰ মনত ধৰ্ম্মাচৰণৰ ভাবৰ যিমান হেঁচা পৰিছিল, তেনেকুৱা হেঁচা সৰুৰেপৰা কেতিয়াও পৰা নাই। তথাপি ধৰ্ম্মৰ বৰ বেচি ওচৰ মই নেচাপিলোঁ।

আমাৰ আন্দোলন আৰু সত্যাগ্ৰহৰ নৈতিকতা আৰু সংযমশীলতাখিনি মোৰ বৰ ভাল লাগিছিল। অহিংসাৰ পথ কেতিয়াও মই সম্পূৰ্ণৰূপে গ্ৰহণ কৰা নাছিলোঁ, কিন্তু তাৰ ওপৰত দিনে দিনে মোৰ আস্থা বাঢ়ি আহিছিল। আমাৰ বৰ্ত্তমান অৱস্থাত আৰু পূৰ্ব্বৰেপৰা চলি অহা ৰীতি-নীতি আৰু সংস্কাৰৰ পৰিপ্ৰেক্ষিতত এইটোৱেই যে আমাৰ ভাৰতীয়ৰ কাৰণে একমাত্ৰ পথ, এই বিশ্বাস মোৰ অন্তৰত ক্ৰমে বাঢ়ি আহিবলৈ ধৰিলে। ৰাজনীতিক আধ্যাত্মিকতাৰ ৰূপ দিয়াত মই ভালেই পাইছিলোঁ—অৱশ্যে আধ্যাত্মিকতা বুলিলে ইয়াত সঙ্কীৰ্ণ ধৰ্ম্মমত বুলি বুজিব নেলাগিব। মহৎ উদ্দেশ্য মহৎ উপায়েৰেই সিদ্ধ হয়। ই যে কেৱল এটা নৈতিক

পথ মাত্র, সি নহয়; বাস্তৱ ৰাজনীতিতো ইয়াৰ এটা মূল্য আছে। কাৰণ, উপায় ভাল নহলে, উদ্দেশ্য ব্যৰ্থ হৈ নতুন আহুকালৰ সৃষ্টি কৰিব পাৰে। অসৎ উপায় অৱলম্বন কৰা বোকা বাটেদি বাট বুলা ব্যক্তি বা জাতিৰ পক্ষে অশোভনীয় আৰু অমৰ্য্যাদাৰ কথা যেন মোৰ লাগিছিল। বোকা বাটত লুতুৰি-পুতুৰি নোহোৱাকৈ সাৰিব কেনেকৈ? আমি যদি চাপৰিয়েই বাট বুলিবলগীয়া হ'ল বা আগুৱাই যাবলগীয়া হ'ল, তেন্তে আমি বেগাই আগবাঢ়ি যাম কেনেকৈ?

এনেকুৱাই আছিল মোৰ চিন্তাধাৰা। মই যি বিচাৰিছিলোঁ অসহযোগ আন্দোলনে তাকে আনি দিলে।। জাতিৰ স্বাধীনতা লাভ, দুৰ্ব্বলৰ ওপৰত চলি থকা শোষণৰ অন্ত কৰা এই লক্ষ্য আৰু তাৰ সাধনৰ যি নৈতিক পথ—এইবিলাকৰ মাজেদি মই মোৰ নিজৰ ব্যক্তিগত মুক্তিৰ সন্ধান পাইছিলোঁ। ইয়াৰ ব্যক্তিগত আনন্দ ইমান বেচি আছিল যে, এই সংঘৰ্ষত আমাৰ পৰাজয়ৰ সম্ভাৱনা থাকিলেও, সি একো ডাঙৰ কথা নহয় বুলিয়েই ভাবিছিলোঁ। কাৰণ এনেকুৱা পৰাজয় হলেও খন্তেকৰ কাৰণেহে হ'ব। ভগৱদ্গীতাৰ দাৰ্শনিক তত্ত্ব নুবুজিছিলোঁ আৰু বুজিবলৈ চেষ্টাও কৰা নাছিলোঁ; কিন্তু গান্ধীজীৰ আশ্ৰমৰ প্ৰাৰ্থনাত সদায় গধুলি গধুলি আওৰোৱা সেই শ্লোকবিলাক পঢ়ি মই বৰ ভাল পাইছিলোঁ। এই শ্লোকবিলাকত কোৱা হৈছে মানুহ কেনেকুৱা হোৱা উচিত—লক্ষ্য সাধনাত ধীৰ, বিগতস্পৃহা, অনুদ্বিগ্ন হ'ব লাগে, কৰ্ম্মফলৰ প্ৰতি বৰকৈ আশা নেৰাখি কৰ্ত্তব্য কৰি যাব লাগে। মই নিজে বৰ ধীৰ আৰু অনাসক্ত নাছিলোঁ কাৰণেই কি জানি এই আদৰ্শৰ প্ৰতি মোৰ মন ঢাল খাইছিল।

## উনৈশ-শ একৈশ আৰু প্ৰথম কাৰাদণ্ড

উনৈশ-শ একৈশ চনটো আমাৰ কাৰণে এটা পাহৰিব নোৱাৰা বছৰ। জাতীয়তা, ৰাজনীতি, ধৰ্ম্ম, ৰহস্যবাদ, ধৰ্ম্মান্ধতা—এই সকলোবিলাকৰে এটা খিচিৰি হৈছিল। ইয়াৰ পাচফালে আছিল খেতিয়কৰ আহুকাল আৰু ডাঙৰ ডাঙৰ চহৰবিলাকত বনুৱা আন্দোলন। জাতীয়তাবাদ আৰু তাৰ লগতে অস্পষ্ট হলেও গভীৰ ব্যাপক আদৰ্শবাদ এটাই এই বেলেগ বেলেগ আৰু কেতিয়াবা স্ববিৰোধী অসন্তোষবিলাকক একেমুখী কৰাত আচৰিতভাৱে কৃতকাৰ্য্য হৈছিল। এই জাতীয়তাবাদ আছিল এটা সম্মিলিত শক্তি আৰু তাৰ পাচফালে হিন্দু জাতীয়তা-বাদ আৰু আংশিকভাৱে ভাৰতৰ বাহিৰলৈকো চকু দিয়া মুছলমান জাতীয়তাবাদৰ পাৰ্থক্য স্পষ্ট ধৰিব পৰা গৈছিল আৰু আছিল সময়ৰ লগত বেচি খাপ খোৱা ভাৰতীয় জাতীয়তাবাদ। এইকেইটা মিলিজুলি কিছুদিন একেলগে চলিছিল। কেউফালে "হিন্দু-মুছলমান কী জয়" ধ্বনি। গান্ধীজীয়ে বেলেগ বেলেগ ধৰণৰ, বেলেগ বেলেগ মতৰ মানুহক মন্ত্ৰমুগ্ধ কৰি একে উদ্দেশ্যেই চলাবলৈ ধৰিলে। (অইন এজন নেতাৰ বিষয় কোৱা এষাৰ কথা ক'বলৈ হলে) গান্ধীজী "জনসাধাৰণৰ খেলিমেলি আশা-আকাঙ্ক্ষাৰ মূৰ্ত্ত প্ৰতীক।"

আটাইতকৈ আচৰিত কথা আছিল এইটোহে যে বিদেশী শাসকসকলৰ বিপক্ষেই প্ৰয়োগ কৰা হৈছিল যদিও, এই আৱেগ-আকাঙ্ক্ষাত কোনো শত্ৰুতাৰ ভাব নাছিল। জাতীয়তাবাদৰ মূলত এটা বিৰুদ্ধ ভাব থাকে। আন জাতিৰ প্ৰতি ঘৃণা, বিশেষকৈ পৰাধীন দেশত বিদেশী শাসকসকলৰ বিৰুদ্ধতাৰ মাজতে ই লালিত-পালিত হয়, জীয়াই থাকে। ১৯২১ চনত ভাৰতবৰ্ষত বৃটিছৰ বিৰুদ্ধে বিদ্বেষ আৰু ঘিণৰ ভাব আছিল, সন্দেহ নাই; কিন্তু ভাৰতৰ নিচিনা অৱস্থাত পৰা আন দেশৰ তুলনাত সি অদ্ভুতভাৱে কম আছিল। গান্ধীজীৰ অহিংসা নীতিৰ প্ৰকৃত তাৎপৰ্য্যৰ ওপৰত ভিৰ দিয়াৰ ফলতেই যে সি সম্ভৱ হৈছিল, তাত সন্দেহ নাই। আন্দোলন আৰম্ভ কৰাৰ লগে লগেই গোটেই দেশত যি শক্তি প্ৰয়োগৰ অনুভূতি জাগি উঠিল আৰু অতি সোনকালেই সফলতা আহিব বুলি যি দেশব্যাপী বিশ্বাসৰ সৃষ্টি হ'ল আমাৰ বিদ্বেষহীনতাৰ সিও এটা কাৰণ। আমি যেতিয়া ইমান ভালকৈ কাম কৰি আছোঁ আৰু আমাৰ সোনকালেই জয় হোৱাৰো সম্ভাৱনা, তেনেকুৱাত আমাৰ আৰু খং বা ঘিণ কৰাৰ আৱশ্যক কি? আমি ভাবিছিলোঁ এই ক্ষেত্ৰত উদাৰতা দেখুৱালেও আমাৰ হানি নাই।

যদিও আমাৰ কাম-কাজ বৰ সাৱধানে আৰু নিয়মানুৱৰ্ত্তী হিচাপে কৰা হৈছিল, তথাপি আমাৰ নিজ দেশৰে মানুহ যিবিলাকে আমাৰ বিৰোধী দলত যোগ দি আন্দোলনৰ বিপক্ষে গৈছিল তেওঁলোকৰ প্ৰতি আমি উদাৰ নাছিলোঁ। ইয়াত খং বা ঘিণ কৰাৰ প্ৰশ্ন নাই, কাৰণ তেওঁলোক সংখ্যাত ইমান তাকৰ যে আমি তেওঁলোকক আওকাণেই কৰিছিলোঁ; কিন্তু তেওঁলোকৰ দুৰ্ব্বলতা আৰু সুবিধাবাদিতাৰ কাৰণে আৰু জাতীয় গৌৰৱ আৰু আত্মসম্মানৰ প্ৰতি তেওঁলোকৰ কৃতঘ্নতাৰ কাৰণে আমি তেওঁলোকক অন্তৰেৰে ঘিণ কৰিছিলোঁ।

এনেকৈয়ে আমি কামৰ আনন্দতে কাম কৰি গৈ আছোঁ। লক্ষ্য আমাৰ অস্পষ্ট হ'ব পাৰে; কিন্তু কৰ্ম্মনিষ্ঠা আছিল অতি গভীৰ। তেতিয়া কেনেকৈ যে আমি আন্দোলনৰ তত্ত্ব আৰু দৰ্শনৰ ফালটো বা লক্ষ্যৰ বিষয়ে সম্পূৰ্ণ আওকণীয়া হৈ আগবাঢ়িছিলোঁ, এতিয়া ভাবি আচৰিত হওঁ। অৱশ্যে আমি সকলোৱে স্বৰাজৰ বিষয়ে অকণো খোকোজা নলগাকৈ কৈ যাব পাৰিছিলোঁ; কিন্তু আমি প্ৰত্যেকেই নিজৰ নিজৰ ধাৰণা মতেহে তাৰ ব্যাখ্যা কৰিছিলোঁ। আমাৰ কম-বয়সীয়া লোক-সকলৰ মানত স্বৰাজৰ অৰ্থ আছিল ৰাজনৈতিক স্বাধীনতা বা তেনে ধৰণৰ কিবা এটা আৰু গণতান্ত্ৰিক শাসন-পদ্ধতি। তাকে আমি ৰাজহুৱা সভাবিলাকত কৈছিলোঁও। আমাৰ বহুতেই ইয়াকো ভাবিছিল যে আমাৰ বনুৱা আৰু খেতিয়ক-সকলৰ ওপৰত যি দুৰ্ব্বহ ভাব পৰিছে তাৰ তেও অলপ লাঘৱ হ'ব। কিন্তু আমাৰ সৰহ ভাগ নেতাৰ কাৰণে স্বৰাজৰ অৰ্থ যে পূৰ্ণ স্বাধীনতাতকৈ বহুত কম, তাক ভালকৈয়ে বুজা গৈছিল। গান্ধীজীয়ে বিষয়টো অস্পষ্ট ৰাখিয়েই ভাল পাইছিল, কোনোবাই স্পষ্টভাৱে ভাবিবলৈ ধৰিলে তেওঁ তাক লাই নিদিছিল। তেওঁ কিন্তু সদায় দুখীয়া মানুহৰ সুখ-সুবিধাৰ কথা কৈছিল কাৰণে আমাৰ মনত ভাল লাগিছিল; কিন্তু সেইবুলি তেওঁ ধনীসকলকো যথেষ্ট আশ্বাস দিছিল। গান্ধীজীয়ে কেতিয়াও কোনো সমস্যাকে যুক্তিযুক্ততাৰ ফালৰপৰা চোৱা নাছিল, সদায় চৰিত্ৰ আৰু ধৰ্ম্মৰ

ওপৰতহে ভিৰ দিছিল। ভাৰতীয় জনসাধাৰণৰ সাহ-পিত আৰু চৰিত্ৰ গঠন কৰাত আচৰিতভাৱে তেওঁ কৃতকাৰ্য্য হৈছিল, কিন্তু তাৰ মাজতে এনেকুৱাও আছিল বহুত যি সাহ-পিতেই হওক বা চৰিত্ৰই তেওঁ কোনোটোকে আয়ত্ত কৰিব পৰা নাছিল আৰু ভাবিছিল যে লেউসেউ লোথোপ্ থোপ্ শৰীৰ এটা লৈ নিৰীহ ভাব এটা দেখুৱাব পাৰিলে সিয়েই ধৰ্ম্মপ্ৰৱণতা বুজাব।

এইদৰেই এটা কট্‌কটীয়া শৃঙ্খলাৰ ভিতৰলৈ জনসাধাৰণক অনা দেখি আমাৰ অন্তৰত আশা হৈছিল। মনোবল হেৰুওৱা, পিচপৰা আৰু থান-বান জাতি এটাই হঠাৎ ৰাজ-হাড় পোন কৰি মূৰ দাঙি উঠিল আৰু সুশৃঙ্খলভাৱে একেলগ হৈ গোটেই দেশত কামত লাগি গ'ল। আমাৰ ভাব হ'ল—এই কামৰ মাজেদিয়েই দুৰ্দ্দমনীয় শক্তিৰ অধিকাৰী হৈ পাৰিব জনসাধাৰণ। কোনো কাৰ্য্যাৱলীৰ পিচফালে যে চিন্তা থকা উচিত তাক আমি পাহৰি গলোঁ। আমি পাহৰি গলোঁ যে মতবাদ আৰু লক্ষ্য সম্পৰ্কে সচেতন নহলে জনসাধাৰণৰ এই শক্তি আৰু উৎসাহ ধোঁৱাৰ দৰে উৰি যায়। আমাৰ ভিতৰৰে পুৰণিক ওভতাই আনিব খোজা এটা দল কামত অগ্ৰসৰ হ'ল। এওঁলোকে এনে এটা ভাবৰ সৃষ্টি কৰিলে যে, ৰাজনৈতিক আৰু অৰ্থনৈতিক আন্দোলন বা অন্যায়ৰ প্ৰতিকাৰ কৰা ক্ষেত্ৰত অহিংসাৰ পথেদি চলাটো এটা নতুন বাণী আৰু জগতে এই বাণী শুনিব ভাৰতবাসীৰপৰা। কিবা বিশেষ উদ্দেশ্য সাধনৰ কাৰণে ঈশ্বৰে আমাক বাছি পঠিয়াইছে বুলি সকলো জাতি আৰু সকলো সম্প্ৰদায়ৰ যি অদ্ভুত ভ্ৰমাত্মক ধাৰণা আছে, আমাৰ অন্তৰতো তেনেকুৱা ধাৰণাই বাহ ল'বলৈ ধৰিবলে। যুদ্ধ বা আন কোনো হিংসাত্মক শক্তিৰ নিচিনাই অহিংসাও এপাত নৈতিক অস্ত্ৰ। ই যে কেৱল নীতি-সংগত এটা বিকল্প পন্থাহে, এনে নহয়, ই কাৰ্য্যকৰীও। যন্ত্ৰ আৰু আধুনিক সভ্যতাৰ বিষয় গান্ধীজীৰ পুৰণি ধাৰণাসমূহ আমি অতি কমেইহে বিশ্বাস কৰিছিলোঁ। আমি ভাবিছিলোঁ যে তেওঁ নিজেও এইবোৰ অবাস্তৱ কল্পনা আৰু আধুনিক অৱস্থাত কামত পৰিণত কৰা অসম্ভৱ বুলিয়েই ভাবিছিল। স'চা কথা, আধুনিক সভ্যতাৰ দানবিলাক আমি দলিয়াই পেলাব খোজা নাছিলোঁ। আমি ভাবিছিলোঁ যে, ভাৰতৰ অৱস্থা চাই আৱশ্যক মতে কিছু সালসলনি কৰি গ্ৰহণ কৰাটো সম্ভৱ হ'ব পাৰে। মোৰ নিজৰ ক্ষেত্ৰত বৃহৎ কল-কাৰখানা আৰু বেগাই ভ্ৰমণ কৰা বুলিলে মই বৰ ভাল পাইছিলোঁ। তথাপি গান্ধীজীৰ আদৰ্শবাদে যে বহুতকেই প্ৰভাৱান্বিত কৰিছিল আৰু যন্ত্ৰ আৰু তাৰ পৰিণাম সম্পৰ্কে সন্দিগ্ধ কৰি তুলিছিল—সন্দেহ নাই। সেইদেখি কিছুমানে চালে ভৱিষ্যতৰ ফালে আৰু আন কিছুমানে চালে অতীতলৈ। অদ্ভুত কথা, দুয়ো দলেই ভাবিছিল যে তেওঁলোকে একেলগেই কাম কৰি যোৱাটোৱেই সমীচীন আৰু সেই ভাবতে তেওঁলোকে সহজে ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি কামত আগ বাঢ়িল।

আন্দোলনৰ মাজত সোমাই পৰিলোঁ। আন বহুতো সোমাল। পুৰণি লগ-ভাগ, খেল-ধেমালি, কিতাপ-পত্ৰ সকলো এৰিলোঁ। আন কি আন্দোলন সম্পৰ্কীয় বা-বতৰা নেথাকিলে বাৰ্ত্তাৰ কাকতো নপঢ়া হলোঁ। পৃথিৱীত ক'ত কি হৈছে, নাই হোৱা, তাৰ ভু-ভা ৰাখিবৰ কাৰণে সময়ে সময়ে প্ৰকাশ হৈ থকা পুথিবিলাক অৱশ্যে পঢ়ি আছিলোঁ; কিন্তু তাকো কৰিবলৈ এতিয়া মোৰ সময় নাইকিয়া হ'ল। পৰিয়ালৰ

লগত অতি নিবিড় সম্বন্ধ থাকিলেও মোৰ পৰিয়ালৰ কথা, মোৰ তিৰোতাৰ কথা, ছোৱালীৰ কথা প্ৰায় পাহৰিয়ে গৈছিলোঁ। সেইবিলাক দিনত মই যে তেওঁলোকৰ এটা বোজা আৰু অশান্তিৰ কাৰণ আছিলোঁ আৰু মোৰ পৰিবাৰে যে কি ধৈৰ্য্য আৰু সহনশীলতা দেখুৱাইছিল তাক মই বহুত দিনৰ পিচতহে গম পাইছোঁ। অফিচ, সভা-সমিতি আৰু জনতা এই লৈয়েই আছিল মোৰ জীৱন। "গাঁৱলৈ ঘূৰি যোৱা"—এয়েই আছিল আমাৰ ধ্বনি—পথাৰ, বাৰ্কিৰ মাজে মাজে মাইলৰ পিচত মাইল পাৰ হৈ আমি দূৰৰ গাঁৱলৈ গৈ গৈ তাত খেতিয়কসকলৰ আগত বক্তৃতা দিছিলোঁ। জনতাৰ সভাত বক্তৃতা দিয়াৰ পুলক, জনতাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ শিহৰণ মই অনুভৱ কৰিছিলোঁ। লাহে লাহে মই জনতাৰ মনোভাৱ বুজিব পৰা হলোঁ। নগৰৰ জনতা আৰু গাঁৱৰ জনসাধাৰণৰ মাজত প্ৰভেদ ক'ত তাকো ধৰিব পৰা হলোঁ। ধূলি আৰু আন আন অসুবিধা, মানুহৰ হেঁচা-ঠেলা, হাই-উৰুমি—এইবোৰ মোৰ ভাল লগা হ'ল। অৱশ্যে তেওঁলোকৰ শৃঙ্খলাৰ অভাৱ দেখি মোৰ মাজে মাজে খং উঠিছিল। ইয়াৰ পিচত মই কেইবাৰ মান ক্ৰুদ্ধ আৰু বিৰোধী ভাবৰ জনতাৰ আগত থিয় দিব লগা হৈছিল। তেওঁলোকৰ মাজত কাম কৰোঁতে তেওঁলোকৰ উত্তেজনা ইমান দূৰ পাইছিলগৈ যে কেনেবাকৈ এটা ফিৰিঙতি লাগিলেই তাৰপৰা জুই জ্বলি উঠা অৱস্থা পাইছিলগৈ; কিন্তু মোৰ অভিজ্ঞতা আৰু আত্ম-বিশ্বাসৰ বলত মই বিচলিত নোহোৱাকৈ আছিলোঁ। জনতাৰ ওপৰত বিশ্বাস কৰি মই পোনে পোনে তেওঁলোকৰ মাজ পালোঁগৈ। তাৰ ফলত তেওঁলোকৰপৰা মই মৰম আৰু আদৰেই পাই আহিছোঁ, লাগিলে তেওঁলোকৰ লগত মোৰ মত নিমিলকেই; কিন্তু জনতাৰ মনোভাৱ সদায় চঞ্চল, অস্থিৰ। ক'ব নোৱাৰোঁ ভৱিষ্যতে কিজানি বেলেগ অভিজ্ঞতাই মোৰ কপালত আছে।

মই জনসাধাৰণৰ লগত হলিগলি কৰিছোঁ—জনসাধাৰণেও মোক গ্ৰহণ কৰিছে; কিন্তু তথাপি মই তেওঁলোকৰ লগত এক হৈ মিলি যোৱা নাই। নিজকে সদায় নিলগ কৰিয়েই ৰাখিছোঁ। মোৰ নিজৰ মানসিক স্তৰৰপৰা কৌতূহলপূৰ্ণ দৃষ্টিৰে সদায় জনসাধাৰণক চাই আহিছোঁ। সেই যিবিলাক হেজাৰ-বিজাৰ মানুহৰ মাজত মই সদায় চলাফিৰা কৰি থাকোঁ তেওঁলোকৰ লগত চলন-ফুৰণ, আশা-আকাঙ্ক্ষা, মানসিক আৰু আধ্যাত্মিক দৃষ্টিভঙ্গীত কোনো কথাতে মোৰ মিল নাই, তথাপি তেওঁলোকৰপৰা বিশ্বাস আৰু সদিচ্ছা কেনেকৈ লাভ কৰিব পাৰিছিলোঁ মই ভাবি সঁচায়ে আচৰিত হওঁ। মই দৰাচলতে যি নহওঁ, তেওঁলোকে তাকে বুলি ভাবি মোক গ্ৰহণ কৰিছিল নে কি? তেওঁলোকে মোক যেতিয়া ভালকৈ জানিব তেতিয়াও তেওঁলোকে মোক গ্ৰহণ কৰিবনে বাৰু? মই কিবা মিছা ভাও জুৰি তেওঁলোকৰ শুভেচ্ছা লাভ কৰিছোঁনে কি বাৰু? মই সৰলভাৱে পোনপটীয়াকৈ তেওঁলোকৰ লগত কথা-বতৰা পাতিবৰ কাৰণে চেষ্টা কৰিছিলোঁ। মই কেতিয়াবা তেওঁলোকক বৰ কৰ্কশ কথা কৈছোঁ, তেওঁলোকৰ বহুতো বদ্ধমূল ধাৰণা আৰু অত্যাচাৰৰ মই চোকা সমালোচনা কৰিছোঁ, কিন্তু তথাপি তেওঁলোকে মোৰ কথা সহ্য কৰি আহিছে। তথাপি তেওঁলোকৰ সেই মৰম-আদৰ যেন মোৰ কাৰণে নাছিল, তেওঁলোকে মোৰ এটা কল্পিত মূৰ্ত্তি সাজি তালৈহে আগবঢ়াইছিল—এনে এটা ধাৰণা মোৰ মনৰপৰা আঁতৰ নগ'ল।

সেই মিছা কল্পনাৰ মূৰ্ত্তি টিকিব কিমান দিন? আৰু টিকিব লাগেই বা কিয়? সেই মূৰ্ত্তি যেতিয়া ভাগি পৰি যাব, তাৰ পিচত?

বহুত কথাতে মোৰ ভেম গপ আছে। কিন্তু সহজ-সৰল এই মানুহবিলাকৰ আগত অহঙ্কাৰৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। আমাৰ মধ্যবিত্ত শ্ৰেণীৰ বহুতেই নিজকে জনসাধাৰণতকৈ শ্ৰেষ্ঠ বুলি ভাবে, কিন্তু তেনেকুৱা ভাওধৰা কথা বা কুৰুচিৰ মনোভাৱ মোৰ নাছিল। তেওঁলোক বৰ অজলা মানুহ স'চা, আৰু ব্যক্তিগতভাৱে আদৰ্শনীয়ও; কিন্তু তেওঁলোকৰ সম্মিলিত জনতাৰ প্ৰতি মোৰ বৰ পুতো হয় আৰু তেওঁলোকৰ আগন্তুক দুখ-দুৰ্গতিৰ কথা ভাবি দুখত মন ভৰি উঠে।

আমাৰ সম্মিলনবিলাক আছিল সম্পূৰ্ণ বেলেগ তাত বছা বছা কৰ্ম্মীসকলে মঞ্চত উঠি বক্তৃতা দিয়ে। তাৰ ভিতৰত ময়ো এজন। যথেষ্ট ভাও ধৰা হয় তাত। আমাৰ গল ফুলাই ফুলাই দিয়া বক্তৃতাত কুৰুচিপূৰ্ণ কথা-বতৰা অনেক থাকে। অলপ নহয় অলপ আমি সকলোৱেই এই বিষয়ত দোষী, কিন্তু সৰুসুৱা খিলাফৎ নেতাসকলেই আছিল এই বিষয়ত এটাইতকৈ আগৰণুৱা। বিৰাট এখন সভাত শ্ৰোতাসকলৰ আগত মঞ্চত থিয় দি সাধাৰণভাৱে বক্তৃতা দিব পৰাটো বৰ টান আৰু আমাৰ অতি কম সংখ্যক মানুহৰে এনেকৈ নিজক প্ৰচাৰ কৰাৰ অভিজ্ঞতা আছিল; গতিকে আমি বাহিৰত ভব্য-গব্য আৰু গম্ভীৰ হৈ নেতাৰ ভাব-ভংগী নকল কৰিবলৈ চেষ্টা কৰিছিলোঁ যাতে কোনো আৱেগ, উচ্ছ্বাস বা চঞ্চলতা আমাৰ মাজত ফুটি নোলায়। খোজ কাঢ়োঁতে, কথা কওঁতে, হাঁহোতে সদায় আমি সচেতন যে, হেজাৰ হেজাৰ চকুৱে আমাৰ ফালে চাই আছে আৰু সেই মতে সাৱধানে চলিছিলোঁ। ক'তো খোকোজা নলগাকৈ, সলসলীয়াকৈ আমি বক্তৃতা দিছিলোঁ; কিন্তু কথা আছিল প্ৰায়েই লাগ-বান্ধ নোহোৱা, লক্ষ্যহীন। আন এজনে দেখাৰ দৰে নিজে নিজক দেখা টান। গতিকে নিজক ফ'হিয়াই চাব নোৱাৰি—আইনে নো কি কৰে তাকে সাৱধানে লক্ষ্য কৰি থাকোঁ। তাকে কৰি আমোদ পাওঁ। তেতিয়াই ভাবি ভয় খাই যাওঁ—কিজানি অইনেও মোক তেনেকৈয়ে উপলুঙা কৰে বা!

গোটেই ১৯২১ চনটোৱেই কংগ্ৰেছ কৰ্ম্মীসকলৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ড চলিবলৈ ধৰিলে—তেতিয়াও অৱশ্যে অ'ত এজন ত'ত এজনকৈহে, সমূহীয়াভাৱে গ্ৰেপ্তাৰ হোৱা নাছিল। ভাৰতীয় সৈন্যসকলৰ মাজত অসন্তোষৰ সৃষ্টি কৰাৰ কাৰণে আলি ভাই-ককাই দুজনক দীঘলীয়াকৈ কাৰাদণ্ড দিয়া হ'ল। যি বক্তৃতাৰ কাৰণে তেওঁলোকৰ জেল হৈছিল তাক শত শত বক্তৃতা-মঞ্চৰপৰা হেজাৰ হেজাৰ মানুহে পঢ়িবলৈ ধৰিলে। জহকালি মানুহে কোৱা-মেলা কৰা শুনিবলৈ পালোঁ যে মোৰ কিছুমান বক্তৃতাৰ কাৰণে সোনকালেই বোলে মোৰ ওপৰত ৰাজদ্ৰোহৰ অভিযোগ অনা হ'ব—কিন্তু তেনে একো নহ'ল দেখোন। বছৰৰ শেহছোৱাত কথা সঙ্কটপন্ন অৱস্থা পালেগৈ। ইংলণ্ডৰ কোঁৱৰ ভাৰতলৈ আহোঁতে ওলগ জনাবলৈ কৰা সকলো আয়োজনৰপৰা নিলগে থাকিবৰ কাৰণে কংগ্ৰেছে আদেশ জাৰি কৰিলে। নবেম্বৰ মাহৰ শেহৰ ফালে বঙ্গদেশৰ স্বেচ্ছাসেৱক বাহিনী—বে-আইনী ঘোষণা কৰা হ'ল। দেশবন্ধু দাসে বঙ্গদেশত এটা উদ্দীপনাপূৰ্ণ বাণী প্ৰচাৰ কৰিলে, "হাতত হাত-

কেৰেয়া আৰু সৰ্ব্বশৰীৰত লোৰ শিকলিৰ ভাৰ মই অনুভৱ কৰিছোঁ। ই দাসত্বৰ বেদনা। গোটেই ভাৰতবৰ্ষখনেই এখন বিৰাট জেলখানা। কংগ্ৰেছৰ কাম কৰি যাব লাগিব। মোক ধৰিয়েই নিলে বা এৰিয়েই থলে, কি হ'ব তাৰপৰা? মৰিলোঁৱেই বা জীয়াই থাকিলোঁ, কিনো হ'ল?" আমি যুক্তপ্ৰদেশত চৰকাৰী ইস্তাহাৰৰ বিপক্ষে ক'কালত টঙালি বান্ধি ওলালোঁ। আমাৰ স্বেচ্ছাসেৱক বাহিনীয়ে কাম কৰি যাব বুলি ঘোষণা কৰাৰ উপৰিও দৈনিক বাতৰি-কাকতত স্বেচ্ছাসেৱকৰ নামৰ তালিকা প্ৰচাৰ কৰি দিয়া হ'ল। প্ৰথম তালিকাখনৰ প্ৰথম নাম আছিল দেউতাৰ। স্বেচ্ছা-সেৱক তেখেত নাছিল, কেৱল চৰকাৰী আদেশ অৱজ্ঞা কৰিবৰ কাৰণেই তেখেতে যোগদান কৰিছিল আৰু তালিকাত নাম দিছিল। ডিচেম্বৰৰ প্ৰথম ছোৱাত যুৱৰাজ আমাৰ প্ৰদেশলৈ অহাৰ কেইদিনমানৰ আগতেই গোটেইখনতে ধৰ-পাকৰ লাগি পৰিল!

আমি বুজিলোঁ, অৱস্থা লাহে লাহে সংকটপূৰ্ণ হৈ আহিছে। চৰকাৰৰ লগত কংগ্ৰেছৰ অনিবাৰ্য্য সংগ্ৰাম হওঁ হওঁ। জেলখানা এতিয়াও নজনা ঠাই; তাতে যোৱাটো এটা নতুন অভিজ্ঞতা। এদিন এলাহাবাদৰ কংগ্ৰেছ অফিচত বহি বাকী থকা কামখিনি শেষ কৰোঁ বুলি বহিছোঁ, এনেতে এজন কেৰাণী উত্তেজিত হৈ আহি কলে, —"পুলিচে খানাতালাচ কৰাৰ পৰোৱানা লৈ আহিছে আৰু অফিচৰ ঘৰ বেৰি ধৰিছে।" এনেকুৱা অভিজ্ঞতা পোৱা মোৰ এয়ে প্ৰথম। গতিকে ময়ো অলপ বিমোৰত পৰিছিলোঁ। কিন্তু মনত প্ৰবল ইচ্ছা হ'ল যে পুলিচ অহা নহাৰ কামটো আমাৰ মানত একো নহয়; আৰু ভিতৰত যিয়ে নহওক বাহিৰত একেবাৰেই ধীৰ, স্থিৰ অবিচলিত হৈ দেখুৱাব লাগে। সেই কাৰণে পুলিচে খানাতালাচ কৰাৰ সময়ত এজন কেৰাণীক পুলিচৰ লগে লগে থাকিবলৈ কলোঁ আৰু বাকীসকলক পুলিচ অহালৈ বাট চাই নিৰ্ব্বিকাৰভাৱে কাম কৰি যাবলৈ নিৰ্দ্দেশ দিলোঁ। অলপ পিচতে এজন বন্ধু আৰু সহকৰ্ম্মী এজন পুলিচ-কৰ্ম্মচাৰীৰ লগত মোৰপৰা বিদায় ল'বলৈ আহিল। তেওঁক অফিচৰ বাহিৰত গ্ৰেপ্তাৰ কৰা হৈছিল। এই ধৰণৰ কেতিয়াও নোহোৱা ঘটনা ঘটোতেও মই অহঙ্কাৰ এৰা নাই—সচৰাচৰ ঘটা ঘটনা এটাহে যেন ঘটিছে, তেনেকুৱা ভাব দেখুৱাই মই মোৰ সহকৰ্ম্মীজনৰ প্ৰতিও উদাসীন হৈ দেখুৱালোঁ। তেতিয়া মই এখন চিঠি লিখি আছিলোঁ। একো নোহোৱা যেন দেখুৱাই মই বন্ধুজনক আৰু পুলিচ কৰ্ম্মচাৰীজনক মোৰ চিঠি লিখা শেষ হোৱালৈকে ৰ'বলৈ কলোঁ। সোনকালেই চহৰত আৰু মানুহ গ্ৰেপ্তাৰ কৰাৰ বাতৰি আহিবলৈ ধৰিলে। শেহত মই ঘৰত কি হৈছে চাবৰ কাৰণে যাবলৈ ওলালোঁ। গৈ, দেখোঁ যে ডাঙৰ ঘৰটোৰ এভাগত পুলিচে খানাতালাচ কৰিবলৈ ধৰিছে আৰু জানিব পাৰিলোঁ তেওঁলোকে দেউতাক মোকে যোগে গ্ৰেপ্তাৰ কৰিবলৈ আহিছে।

কোঁৱৰৰ অভ্যৰ্থনা বৰ্জ্জন কৰিবলৈ আমি যি ব্যৱস্থা লৈছিলোঁ তাতকৈ বেলেগ কাৰ্য্যপন্থা লোৱা হলে ইমানখিনি কৃতকাৰ্য্য হোৱা টান হ'লহেঁতেন। তেওঁক য'লৈকে লৈ যোৱা হৈছিল তাতে তেওঁ দেখিছিল হৰতাল আৰু নিৰ্জ্জন আলিবাট। তেওঁ এলাহাবাদলৈ অহাৰ দিনা গোটেই নগৰ মৰাৰ দৰে নিমাত-নিটাল আছিল। কেইদিনমানৰ পিছত কলিকতালৈ যাওঁতেও সেই বিৰাট [illegible] বা-দিব নোহোৱা

অৱস্থা। কৌৰৱৰ পক্ষে এনে অৱস্থা সহ্য কৰা টান। তেওঁৰ গাত একো দোষ নাই। তেওঁৰ বিপক্ষে কাৰো বেয়া ভাবো নাছিল। কিন্তু ভাৰত চৰকাৰে তেওঁৰ ব্যক্তিত্বৰ সহায়েৰে ভাৰতত তেওঁলোকৰ মৰ্য্যাদা টনকিয়াল কৰিবলৈ যত্ন কৰিছিল।

গোটেই খনতে—বিশেষকৈ যুক্তপ্ৰদেশ আৰু বঙ্গদেশত গ্ৰেপ্তাৰ আৰু কাৰাদণ্ড চলিবলৈ ধৰিলে এই দুখন প্ৰদেশৰ প্ৰধান প্ৰধান কৰ্ম্মী আৰু নেতাসকল জেললৈ গ'ল। প্ৰথমতে নগৰবাসীসকলেই আগবাঢ়ি আহিল। জেললৈ যাবলৈ নিজে আগবাঢ়ি অহা মানুহৰ সীমা-সংখ্যা নাই। যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটীৰ সভা যেতিয়া চলি আছিল, তেতিয়া সকলোখিনি সদস্য (৫৫ জন) গ্ৰেপ্তাৰ হ'ল। যি কেতিয়াও কংগ্ৰেছ বা ৰাজনৈতিক আন্দোলনত যোগ দিয়া নাই, তেনে লোকৰ গাতো উদ্দীপনাৰ ঢৌ লাগিল আৰু তেওঁলোকে নিজকে ধৰি নিবলৈ গা পাতি দিলে। এনেকুৱাও ঘটনা আছে—চৰকাৰী অফিচৰ কেৰাণীসকল অফিচৰপৰা ঘৰলৈ উভতি আহোঁতে বাটতে হয়তো সেই ঢৌত পৰি গ'ল আৰু ঘৰলৈ যোৱাতকৈ জেললৈকে গতি কৰিলে। পুলিচৰ লৰীত ডেকা ল'ৰাবিলাকে হেঁচা মাৰি ধৰেগৈ আৰু নামি যাবলৈ কলেও নেনামে। প্ৰত্যেক দিনাই গধূলি গধূলি আমি জেলৰ ভিতৰৰপৰা শুনিবলৈ পাওঁ বাহিৰত ই লৰীৰ পিচত সি লৰী মানুহে জয়ধ্বনি দি দি জেলত সোমাইছেগৈ। জেল ভৰি গ'ল আৰু এই অসাধাৰণ অৱস্থাত জেল-কৰ্ম্মচাৰী তেনেই বিপাঙত পৰিল। কেতিয়াবা লৰীত ভৰাই লৈ আহে, পৰোৱনাৰ হিচাপ মতে এটা নিৰ্দ্দিষ্ট সংখ্যক মানুহ—নাম-ধামৰ কথা নাই। দৰাচলতে পৰোৱনাৰ সংখ্যাতকৈ বেচি মানুহ আহি লৰীৰপৰা নামে। জেল-কৰ্ম্মচাৰীসকলে কি কৰে এতিয়া? জেলৰ আইন-কানুনতো তাৰ কোনো ব্যৱস্থা নাই। ' লাহে লাহে চৰকাৰে যাকে তাকে গ্ৰেপ্তাৰ কৰিবলৈ এৰি বছা বছা কংগ্ৰেছ-কৰ্ম্মীসকলক মাত্ৰ ধৰিবলৈ ল'লে। ইপিনে লাহে লাহে মানুহৰো প্ৰথম উছাহটো চেঁচা পৰি গ'ল। বিশ্বস্ত নেতাসকল জেলত সোমালত মানুহৰ মাজত অসহায় আৰু কি কৰোঁ, কি নকৰোঁ ভাব এটা আহি পৰিল। পৰিৱৰ্ত্তনটো অৱশ্যে বাহিৰত দেখাহে হ'ল, ভিতৰি কিন্তু তেতিয়াও মেঘৰ গাঁজনি আৰু বা-বতাহ বিপ্লৱৰ সম্ভাৱনাৰে ভৰি আছিল। ১৯২১ চনৰ ডিচেম্বৰ আৰু ১৯২২-ৰ জানুৱাৰী মাহৰ ভিতৰত অসহযোগ সংক্ৰান্ত আন্দোলনত প্ৰায় ত্ৰিছ হেজাৰ মানুহক কাৰাদণ্ড বিহা হৈছিল। সৰহ ভাগ প্ৰধান প্ৰধান লোক আৰু নেতাসকলক জেললৈ নিয়া হৈছিল যদিও সমগ্ৰ আন্দোলনৰ নেতা মহাত্মা গান্ধী তেতিয়াও জেলৰ বাহিৰত থাকি নিৰ্দ্দেশ দি, উপদেশ দি জনসাধাৰণক উদগণি দি আছিল, অশোভনীয় কামৰপৰা আঁতৰাই ৰাখিছিল। ভাৰতীয় সেনা আৰু পুলিচ বাহিনীৰ ওপৰত বিৰূপ প্ৰতিক্ৰিয়া হৈ অসন্তোষৰ সৃষ্টি হয় বুলি ভয় কৰি চৰকাৰে মহাত্মা গান্ধীৰ ওপৰত হাত দিয়া নাছিল।

১৯২২-ৰ ফেব্ৰুৱাৰী মাহৰ আগ-ছোৱাত ঘটনাৰ সোঁত আনপিনে ব'লে। জেলৰ ভিতৰতে আমি শুনি বিচুৰ্ত্তি খালোঁ গান্ধীজীয়ে বোলে আক্ৰমণমূলকভাৱে আমাৰ যি সংগ্ৰাম চলিছিল তাক বন্ধ কৰি দিলে, আইন-অমান্য আন্দোলন স্থগিত ৰাখিলে। বাতৰি-কাকতত পঢ়িলোঁ চৌৰিচৌৰা বোলা গাঁওখনৰ ওচৰত বোলে গাঁৱৰ

মানুহে পুলিচৰ ওপৰত প্ৰতিশোধ লবলৈ থানাত জুই লগাই দুজনমান পুলিচ পুৰি মাৰিলে। আৰু সেয়ে আন্দোলন বন্ধ কৰাৰ কাৰণ।

আমাৰ আন্দোলনে যেতিয়া গা কৰি উঠিছে, সকলো ফালে আমাৰ জয় হৈছে, তেনে সময়ত আমাৰ আন্দোলন বন্ধ হোৱাৰ কাৰণে আমাৰ বৰ খং উঠিছিল। কিন্তু জেলৰ ভিতৰত আমাৰ হতাশা, আমাৰ খং—কাৰো একো কামত নাহিল; আইন-অমান্য বন্ধ হৈ গ'ল, অসহযোগ আন্দোলনৰ চোক নাইকিয়া হৈ গ'ল। কেইবামাহৰো পৰিশ্ৰম আৰু দুশ্চিন্তাৰ মুৰত চৰকাৰে আকৌ অলপ উশাহ ল'বলৈ পালে, নিজে আগবাঢ়ি কিবা এটা কৰিবলৈ অলপ সুবিধা পালে। কেইসপ্তাহমানৰ পিচতে গান্ধীজীক গ্ৰেপ্তাৰ কৰি তেওঁৰ ওপৰত দীঘলীয়াকৈ কাৰাদণ্ড বিহিলে।

## অহিংসা আৰু তৰোৱালৰ পথ

চৌৰিচোৰাৰ ঘটনাৰ পিচত হঠাৎ আমাৰ আন্দোলন বন্ধ কৰি দিয়াত গান্ধীজীৰ বাহিৰে সকলো ক্ষুব্ধ হৈ পৰিল। দেউতাও (তেখেত তেতিয়া জেলত) বৰ বিচলিত হ'ল। ডেকাসকল স্বাভাৱিকতেই বেচি উত্তেজিত হ'ল। আমাৰ আশাৰ স্তম্ভ ধূলিত বাগৰি পৰিল। আমাৰ মনৰ অৱস্থা তেনেকুৱা হ'ব বুলি জনা কথাই অৱশ্যে। আন্দোলন বন্ধ কৰাৰ কাৰণ আৰু তাৰপৰা হ'ব পৰা পৰিণামৰ যি আশঙ্কা আমাৰ আগত দাঙি ধৰিলে—তাতহে আমাৰ খং উঠিল বেচি। হ'ব পাৰে চৌৰিচৌৰাৰ ঘটনা শোচনীয় ঘটনা আৰু অহিংসা নীতিৰ পৰিপন্থীয়েই আছিল; সেইবুলি ক'ৰবাৰ এচুকৰ এখন গাঁৱৰ চুকে-কোণে থকা উত্তেজিত মানুহ কিছুমানেই জাতিৰ স্বাধীনতাৰ ৰণথন বন্ধ কৰি দিব নে? ক'ৰবাত কেতিয়াবা হোৱা এটা হিংসাত্মক কাৰ্য্যৰ এইটোৱেই যদি পৰিণাম হবলগীয়া হ'ল, তেন্তে অহিংস আন্দোলনৰ দৰ্শন আৰু কৌশলত কিবা এটি খুঁত থাকিব লাগিব। কাৰণ আমি দেখাত এনেকুৱা অবাঞ্ছনীয় ঘটনা নঘটিব বুলি থিৰাংকৈ কোৱাটো অসম্ভৱ। আমি আগবঢ়াৰ আগতে অহিংসাৰ তত্ত্ব আৰু কাৰ্য্যপন্থা ভাৰতৰ ত্ৰিছ কোটিতকৈয়ো বেচি মানুহক শিক্ষা দি ল'ব লাগিব নে? আৰু তথাপিও, পুলিচৰ চৰম প্ৰৰোচনাতো আমি সম্পূৰ্ণ শান্তিপূৰ্ণভাৱে থাকিম বুলিনো আমাৰ কেইজনে য়াৰু ক'ব পাৰিব? ইয়াতো আমি জানিবা কৃতকাৰ্য্য হলোঁ, কিন্তু তথাপি সদায় প্ৰৰোচনা দি থকা মানুহ যিবিলাকে আমাৰ আন্দোলনৰ মাজত সোমাই হিংসাত্মক কাৰ্য্যত নিজেই লিপ্ত হয় বা আনক তেনে কাৰ্য্যলৈ খুচিয়াই দিয়ে—সেইবিলাকক কি কৰিব? সেইটোৱেই যদি আমাৰ আন্দোলনৰ একমাত্ৰ কথা হয়, তেন্তে অহিংসা আন্দোলন সদায় বিফল হ'ব।

সেই নীতি আমি গ্ৰহণ কৰিছিলোঁ, কংগ্ৰেছেও সেইটোকে মানি লৈছিল। তাৰ গুৰিতে আছিল তাৰ কাৰ্য্যকাৰিতাৰ ওপৰত বিশ্বাস। গান্ধীজীয়ে সেই নীতি দেশৰ সমুখত কেৱল ন্যায়সঙ্গত নীতি বুলিয়েই দাঙি ধৰা নাছিল; কিন্তু আমাৰ উদ্দেশ্য সাধনৰ কাৰণে সকলোতকৈ কাৰ্য্যকৰী উপায় বুলিয়েই দাঙি ধৰিছিল।

অহিংসাটো নেতিবাচক নাম যদিও, ই এটা সক্ৰিয় উপায় আৰু অত্যাচাৰীৰ ওচৰত নিৰীহভাৱে বশ মনাৰ বিপৰীত ই ভীৰুৰ কাম দেখি পলোৱাৰ কথা নহয়, ই হৈছে সাহসী মানুহে অন্যায় আৰু জাতীয় পৰাধীনতাৰ বিৰুদ্ধে অৱজ্ঞা দেখুৱাৰ কথা। যেই সেই কিছুমান মানুহে—হয়তো বন্ধুৰ ভাও দেখুওৱা আমাৰ বিৰোধীয়েই—নিজৰ কিছুমান উন্ধত কাৰ্য্যকলাপেৰে যদি আমাৰ আন্দোলন তল-ওপৰ কৰিবলৈ বা বন্ধ কৰিবলৈ ক্ষমতা পায়, তেন্তে সাহসী বা বলিষ্ঠ মানুহ হলেনো কি হ'ব?

গান্ধীজীয়ে তেওঁৰ সকলোখিনি বাগ্মিতাৰে শান্তিপূৰ্ণ অসহযোগ আৰু অহিংসাৰ পথ গ্ৰহণ কৰাৰ যুক্তি দাঙি ধৰিছিল। তেওঁৰ ভাষা সহজ পোনপটীয়া, তেওঁৰ কণ্ঠস্বৰ স্পষ্ট আৰু অনুদ্বিগ্ন। বাহিৰত দেখাত তেওঁ ধীৰ শান্ত বৰফৰ দৰে চেঁচা হলেও ভিতৰত আছিল জ্বলা জুইৰ তাপ আৰু তীক্ষ্ন আৱেগ। তেওঁৰ মুখৰপৰা ওলোৱা প্ৰত্যেকটো শব্দই আমাৰ অন্তৰ আৰু মনত অপূৰ্ব্ব উন্মদনাৰ সৃষ্টি কৰিছিল। তেওঁ দেখুউৱা পথ কঠিন আৰু বিপদ-বিঘিনিৰে ভৰা হ'ব পাৰে, কিন্তু সি বীৰৰ পথ। আমাৰ ভাব হৈছিল, আমি বিচৰা মুক্তিৰ সৰগলৈ ই আমাক লৈ যাব। এই আশাকেই বুকুত বান্ধি গভীৰ বিশ্বাসেৰে আমি আগবাঢ়িছিলোঁ। এটা বিখ্যাত প্ৰবন্ধ—"তৰোৱালৰ পথত", ১৯২০ চনত তেওঁ লিখিছিল।

"কাপুৰুষালি আৰু হিংসাৰ ভিতৰত এটা বাছি ল'বলগীয়া হলে, মই নিশ্চয় হিংসাকেই বাছি ল'বলৈ ক'ম। কাপুৰুষৰ দৰে নিজৰ সন্মানৰ ওপৰত অসহায়ভাৱে বশ মানি থকাতকৈ মই বৰং ভাৰতে অস্ত্ৰ লৈ নিজৰ সন্মান ৰক্ষা কৰাটোকে বেচি সমীচীন বুলি ভাবিম। কিন্তু মই বিশ্বাস কৰোঁ যে হিংসাতকৈ অহিংসা বহুত ভাল, শাস্তিদানতকৈ ক্ষমা বেচি পুৰুষালিৰ চিন। ক্ষমা পুৰুষস্য ভূষণম্।"

"ক্ষমা সৈনিকৰহে গুণ। য'ত শাস্তি দিয়াৰ ক্ষমতা থাকোঁতেও তাক প্ৰয়োগ কৰা নহয়—তাতহে ক্ষমা; নিৰুপায় হৈ ক্ষমা কৰাৰ ভাও ধৰিলে তাক ক্ষমা নোবোলে। নিগনিয়ে যেতিয়া উপায় নেপাই নিজকে ছিৰাছিৰ কৰি ফালি পেলাবলৈ মেকুৰীক এৰি দিয়ে, তেতিয়া সি ক্ষমা কৰা নহয়। কিন্তু ভাৰত অসহায় বুলি মই কেতিয়াও নকওঁ, নিজকে অসহায় বুলি কেতিয়াও মানি ল'ব নোখোজোঁ।".........

"মোক যেন কোনেও ভুল নুবুজে। শক্তি দৈহিক বলৰপৰা নাহে, সি আহে অদম্য ইচ্ছাশক্তিৰপৰা।".........

"সপোনত উটি বুৰি ফুৰা মানুহ মই নহওঁ। মোৰ আদৰ্শ কাৰ্য্যত পৰিণত কৰিব পৰা আদৰ্শ বুলি মই দাবী কৰোঁ। অহিংসাৰ ধৰ্ম্ম কেৱল ঋষি-মুনিসকলৰ বাবেই নহয়, ই সাধাৰণ মানুহৰ বাবেও। হিংসা যেনেকৈ পশুৰ নীতি, অহিংসা তেনেকৈ মানুহৰ নীতি। পশুৰ ভিতৰত আত্মাৰ শক্তি লুপ্ত হৈ থাকে, শাৰীৰিক শক্তিৰ বাহিৰে সি আন নীতিৰ ভু নেপায়। মানুহৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে আৱশ্যক এটা মহত্ত্বৰ নীতি—আমাৰ শক্তি।"

"এই কাৰণেই ভাৰতৰ সমুখত আত্মত্যাগৰ পুৰণি নীতিকে দাঙি ধৰিবলৈ সাহ কৰিছোঁ। সত্যাগ্ৰহ আৰু তাৰ শাখা-প্ৰশাখা অসহযোগ আৰু অহিংসা প্ৰতিৰোধ, পুৰণি আত্মত্যাগৰে নতুন নাম মাত্ৰ। হিংসাৰ মাজত যিসকল ঋষিয়ে অহিংসাৰ নীতি আৱিষ্কাৰ কৰিছিল, তেওঁলোক আছিল নিউটনতকৈয়ো শ্ৰেষ্ঠ মনীষী,

ডিউক অব ওৱেলিংটনতকৈয়ো শ্ৰেষ্ঠ যোদ্ধা। তেওঁলোকে নিজে অস্ত্ৰ-শস্ত্ৰৰ প্ৰয়োগ জানিও, তাৰ অপ্ৰয়োজনতাৰ কথা ভালদৰে উপলব্ধি কৰিছিল আৰু ক্লান্ত পৃথিৱী-খনক শিকাইছিল যে তাৰ মুক্তি অহিংসাৰ পথেদিহে, হিংসাৰ পথেদি নহয়।”

“অহিংসাৰ সক্ৰিয় অৱস্থা হ'ল—জানি-শুনি দুখ বৰণ কৰা। অন্যায়কাৰীৰ আগত নিৰুপায় হৈ যি কৰ কৰ বুলি নিজকে এৰি দিয়াক অহিংসা নোবোলে; কিন্তু অহিংসাৰ পথ হ'ল অত্যাচাৰীৰ বিপক্ষে সমগ্ৰ আত্মাৰ শক্তি নিক্ষেপ কৰা। আমাৰ আত্মাৰ এই নীতিৰে চলিলে, অকলে এজন মানুহেই অন্যায়ৰ ওপৰত গঢ়ি তোলা এখন সাম্ৰাজ্যকো আওকাণ কৰি নিজৰ সন্মান, নিজৰ ধৰ্ম্ম, নিজৰ আত্মাক ৰক্ষা কৰিব পাৰে আৰু সেই সাম্ৰাজ্যক ধ্বংস কৰিব পাৰে, তাৰ পুনৰ্গঠন কৰিব পাৰে।”

“সেই কাৰণে অহিংসা দুৰ্ব্বলৰ ধৰ্ম্ম বুলি গ্ৰহণ কৰিবলৈ মই ভাৰতবাসীক কোৱা নাই। নিজৰ শক্তি আৰু বলৰ প্ৰতি সচেতন থাকিহে অহিংসা আচৰণ কৰিবলৈ মই কৈছোঁ।...... মোক লাগে ভাৰতবৰ্ষই তাৰ আত্মাক চিনি পাওক—যি আত্মাৰ মৰণ নাই, যি আত্মা শাৰীৰিক দুৰ্ব্বলতাৰ বহুত ওপৰত আৰু পৃথিৱীৰ সম্মিলিত দৈহিক বলকো যি উলাই কৰিব পাৰে।”.........

“মই ছিনফিন আন্দোলনৰপৰা অসহযোগক বেলেগ কৈ চাওঁ, ই হিংসাৰ লগত ওচৰা-ওচৰি আন্দোলনৰূপে চলিব নোৱাৰে। যিসকলে হিংসামূলক কাৰ্য্যত বিশ্বাস কৰে তেওঁলোকক মই এই শান্তিপূৰ্ণ অসহযোগ আন্দোলনক পৰীক্ষা কৰি চাবলৈ কৈছোঁ, ই কেতিয়াও আভ্যন্তৰিক দুৰ্ব্বলতাৰ কাৰণে ব্যৰ্থ নহয়, হ'ব পাৰে কেৱল সঁহাৰি নোপোৱাৰ কাৰণে আৰু সেয়ে তাৰ প্ৰকৃত সঙ্কটৰ সময়। উচ্চ ভাবাপন্ন লোক যিসকলে জাতিৰ অপমান সহ্য কৰিব নোৱাৰি খঙৰ হান পুৰাবলৈ বাট বিচাৰিছে, তেওঁলোকে হিংসাৰ পথকেই বাছি ল'ব। মই জনাত তেওঁলোকে নিজকেই বা দেশকেই—কাকো অন্যায়ৰপৰা মুক্ত কৰিবলৈ নো-পাওঁতেই নিজেই ধ্বংসপ্ৰাপ্ত হ'ব। ভাৰতে তৰোৱালৰ পথ ললে সাময়িকভাৱে জয়ী হ'ব পাৰে। তেতিয়া আৰু ভাৰতবৰ্ষ মোৰ গৌৰৱৰ বস্তু হৈ নেথাকে। ভাৰতৰ মই ভক্ত, কাৰণ ভাৰতপৰাই মই সকলো পাইছোঁ। মোৰ সম্পূৰ্ণ বিশ্বাস যে ভাৰতবৰ্ষই পৃথিৱীৰে এটা মহৎ কাৰ্য্য সাধন কৰিবলগীয়া আছে।”

এইবিলাক যুক্তিত আমি পতিয়ন গৈছিলোঁ। কিন্তু আমিয়েই বা সমগ্ৰভাৱে জাতীয় কংগ্ৰেছেই অহিংস উপায়ক ধৰ্ম্মৰ মত বা নিঃসংশয় মূলমন্ত্ৰ হিচাপে গ্ৰহণ কৰা নাই, কৰাটো সম্ভৱপৰো নাছিল। বিশেষ কলাকল কিছুমানৰ কাৰণে ইয়াক নীতি বা উপায় স্বৰূপে গ্ৰহণ কৰা হৈছিল আৰু সেই হিচাপেহে তাৰ বিচাৰ কৰাটো সম্ভৱ। কোনো কোনো মানুহে হয়তো ইয়াক ধৰ্ম্মৰ মত বা এৰিব নোৱাৰা মূলনীতি হিচাপে গ্ৰহণ কৰিব পাৰে, কিন্তু কোনো ৰাজনৈতিক হৈ থাকি তেনেকৈ গ্ৰহণ কৰিব নোৱাৰে।

চৌৰিচৌৰা আৰু তাৰ পিচত হোৱা ঘটনাবিলাক দেখি আমি অহিংসা উপায়ৰ কাৰ্য্যকাৰিতা সম্বন্ধে নতুনকৈ ভাবিব চিন্তিবলৈ ধৰিলোঁ। অহিংস প্ৰতিৰোধৰ স্বাঁগত বধা সম্পৰ্কে গান্ধীজীৰ যুক্তিয়েই যদি সত্য হয় তেন্তে আমাৰ বিৰোধী-

বিলাকে সদায় এনেকুৱা অৱস্থাৰ সৃষ্টি কৰিব পাৰিব, যাৰ ফলত আন্দোলন বন্ধ কৰাৰ বাহিৰে আৰু আন উপায় নেথাকিব। অহিংস উপায়তে কিবা খুঁত আছে, নে গান্ধীজীৰ ব্যখ্যাই ভুল? সি যি নওহক, তেৱেঁই ইয়াক আৱিষ্কাৰ কৰিছে, সৃষ্টি কৰিছে। গতিকে তেওঁৰ বাহিৰে ইয়াৰ ভাল-বেয়া বিচাৰ কৰোঁতা কোন আছে? তেওঁ নেথাকিলে আমাৰ আন্দোলনেই বা থাকিল হয় ক'ত?

বহুত বছৰৰ পিচত ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰম্ভ হোৱাৰ আগে আগেই এই বিষয়ে পৰিষ্কাৰ মতামত দিয়াত আমি বৰ সন্তোষ পালোঁ। তেওঁ কলে, ক'ৰবাত এটা দুটা হিংসাত্মক কাৰ্য্য হলেও আন্দোলন বন্ধ কৰিব নেলাগে। এনেকুৱা কিছুমান অনিবাৰ্য্য ঘটনা হোৱাৰ কাৰণেই যদি আন্দোলন বন্ধ কৰিবলগীয়া হ'ল, তেন্তে ক'ব লাগিব যে, সকলো অৱস্থাৰ কাৰণে ই আদৰ্শ উপায় নহয়। কিন্তু গান্ধীজী সেইটো মানি ল'বলৈ সাজু নাছিল। তেওঁৰ কাৰণে অহিংসাই শুদ্ধ উপায় আৰু যি কোনো অৱস্থাতে ইয়াক খটুৱাব পাৰি আৰু বিদ্বেষপূৰ্ণ পৰিস্থিতিতো সীমাবদ্ধভাৱে তাক ব্যৱহাৰ কৰিব পাৰি। এই ব্যখ্যাৰ মতে অহিংসা আন্দোলনৰ ক্ষেত্ৰ বিস্তৃত হ'ল। কিন্তু গান্ধীজীৰ মনত ক্ৰমবিকাশৰ ফলতে সেইটো সম্ভৱ হ'লনে কি, সেইটো হ'লে বুজিব নোৱাৰিলোঁ।

স'চা কথা ক'বলৈ গলে ১৯২২-ৰ ফেব্ৰুৱাৰীত কেৱল চৌৰিচোৰাৰ কাৰণেই আন্দোলন স্থগিত ৰাখিবলগীয়া হোৱা বুলি আমি বহুতেই ভাবিছিলোঁ যদিও, দৰাচলতে সিয়েই একমাত্ৰ কাৰণ নাছিল। সেইটো একেবাৰেই শেষ কাৰণ হে। গান্ধীজীয়ে প্ৰায়েই তেওঁৰ সহজ অনুভূতিৰ মতে কাম কৰে। আমি দেখিছিলোঁ বহুদিন ধৰি জনসাধাৰণৰ লগত থাকোঁতে আন আন প্ৰসিদ্ধ নেতাসকলৰ দৰে তেওঁৰো মানসিক ক্ৰমবিকাশ ঘটিছিল আৰু জনসাধাৰণে কি অনুভৱ কৰে, কি কি কৰে, কি কি কৰিব পাৰে—এই সকলোবিলাক আয়ত্ত্ব কৰাৰ এটা আচৰিত মানসিক শক্তি, তেওঁ অৰ্জ্জন কৰিছিল। অন্তৰৰ সেই সহানুভূতিৰ নিৰ্দ্দেশ মতেই তেওঁৰ সাকলো কাৰ্য্য পৰিচালিত হৈছিল। অৱশ্যে পিচত সহকৰ্ম্মীসকলে তেওঁৰ কাৰ্য্যপন্থা বুজিব নোৱাৰি আচৰিত হৈ তেওঁৰ ওপৰত ৰোষ ভাব দেখুৱালে। গান্ধীজীয়ে তাকে যুক্তিৰে বুজাইবলৈ চেষ্টা কৰিছিল। এই যুক্তিৰ আৱৰণ কিন্তু প্ৰায়েই আছিল অসম্পূৰ্ণ। চৌৰিচোৰাৰ পিচত তেনে ধাৰণাই আমাৰ হৈছিল। দেখাত শক্তিশালী আছিল যদিও আৰু কেউফালে মানুহৰ মনত উৎসাহ জন্মাইছিল যদিও সেই সময়ত আমাৰ আন্দোলন ভাগি-ছিগি একেবাৰেই টুকুৰা-টুকুৰা হৈছিল, আমাৰ গোটেই সঙ্ঘবদ্ধতা আৰু শৃংখলা নাইকিয়া হৈ গৈছিল। আমাৰ ভাল ভাল কৰ্ম্মী প্ৰায়-সকলোই আছিল জেলত। সিপিনে জনসাধাৰণেও নিজে নিজে আন্দোলন চলাই যাবৰ কাৰণে অতি কম শিক্ষাই পাইছিল। যি কোনো নজনা-নুশুনা মানুহেই ইচ্ছা কৰিলে আহি একোখন কংগ্ৰেছ কমিটীৰ ভাৰ লব পাৰিছিল আৰু প্ৰকৃততে বহুসংখ্যক অবাঞ্ছনীয় মানুহেই আহি আগশাৰীতে ঠাই লৈছিল আৰু আন কি কিছুমান স্থানীয় কংগ্ৰেছ আৰু খিলাফৎ প্ৰতিষ্ঠান পৰিচালনা কৰিছিল। এনে মানুহৰ ভিতৰত হিংসা-কাৰ্য্যলৈ উচটাই ফুৰা গুণ্ডাবিলাকো সোমাইছিল। সিহতক বন্ধ কৰিবলৈ কোনো উপায় নাছিল।

এনেকুৱা এটা আন্দোলনত অৱশ্যে তেনে ধৰণৰ ঘটনা হ'বই। নেতাসকলেই প্ৰথমে জেললৈ যাব লাগিব আৰু কাম চলাই যাবৰ কাৰণে লোকৰ ওপৰত বিশ্বাস ৰাখিবই লাগিব। অতি বেচি আৰু ইয়াকে কৰিব পাৰি পাৰি যে জনসাধাৰণক কিছুমান সহজ সহজ কাম কৰিবলৈ, আৰু কি কি কাম কৰিব নেলাগিব সেই সম্পৰ্কে শিক্ষা দিব পাৰি। ১৯৩০-ৰ আগতে কেই বছৰমান আমি তেনে ধৰণৰ শিক্ষা দিছিলোঁ। তাৰ ফলত ১৯৩০ আৰু ১৯৩২-ৰ আইন-অমান্য আন্দোলন সঙ্ঘবদ্ধ, শৃংখলাবদ্ধ আৰু শক্তিশালী হৈছিল। ১৯২১ আৰু ১৯২২-ত মানুহৰ উৎসাহ আৰু উত্তেজনাৰ পিচফালে আৰু আন একোৱেই নাছিল। আন্দোলন চলি থকা হ'লে যে অ'ত ত'ত হোৱা হিংসাত্মক কাৰ্য্য আৰু বহুত ঠাইতেই বৃদ্ধি পালেহে'তেন, তাত সন্দেহ নাই। চৰকাৰে তাকে অতি নৃশংসভাৱে দমন কৰিলে-হে'তেন, এটা ভয়াবহ অৱস্থাৰ সৃষ্টি কৰিলেহে'তেন আৰু তাৰ ফলত জনসাধাৰণৰ মনেই ভাঙি পৰিলেহে'তেন।

এইবিলাক যুক্তি আৰু ঘটনাই বোধহয় গান্ধীজীৰ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁৰ মূল সূত্ৰখিনি মানি ল'লে আৰু অহিংস উপায়ে আন্দোলন চলাই যোৱাটো বাঞ্ছনীয় বুলি ধৰি ল'লে, তেওঁৰ সিদ্ধান্ত নিৰ্ভুল আছিল বুলিব লাগিল। অৱনতিৰ সোঁত বন্ধ কৰি তেওঁ নতুন নিৰ্ম্মাণ কৰিবলৈ ওলাইছিল। অইন এটা সম্পূৰ্ণ বেলেগ দৃষ্টিকোণৰপৰা চালে তেওঁৰ সিদ্ধান্ত ভুল বুলি ভাবিব পাৰি, কিন্তু অহিংসাৰ লগত সেই দৃষ্টিকোণৰ সম্বন্ধ নাই। দুয়োটা হ'ব নোৱাৰে। অৱশ্যে অ'ত ত'ত হোৱা হিংসাত্মক কাৰ্য্য দুই-এটা কৰি ৰক্তাক্ত দমননীতি মাতি অহা হলেও জাতীয় আন্দোলন একেবাৰেই জয় পৰি নগ'লহে'তেন। কাৰণ এই ধৰণৰ আন্দোলন ছাইৰ মাজৰপৰাও আকৌ জ্বলি উঠে। বহুত সময়ত সাময়িক পৰাজয়বিলাক কামত আহে—সমস্যাবিলাক স্পষ্টভাৱে বুজিবলৈ সুবিধা হয় আৰু মনত দৃঢ়তাৰ সঞ্চাৰ হয়; আন্দোলনত কেতিয়াবা অলপ পাচহোঁহকা বা অলপ হৰাটো ডাঙৰ কথা নহয়, ডাঙৰ কথা হৈছে নীতি আৰু আদৰ্শ। এই নীতিসমূহ যদি জনসাধাৰণে নিষ্কলঙ্ক কৰি ৰাখে, তেতিয়া সোনকালেই আন্দোলনে গা কৰি উঠায়। কিন্তু ১৯২১-২২ চনত আমাৰ নীতি আৰু লক্ষ্য কি আছিল? কোনো সম্যক ধাৰণা নোহোৱা এটা অস্পষ্ট স্বৰাজ, আৰু অহিংস আন্দোলনৰ এটা বিশেষ কৌশল। ইয়াৰ ভিতৰত অহিংস আন্দোলনৰ কথা হৈছে—অ'ত ত'ত যদি প্ৰবলভাৱে হিংসাত্মক কাম হ'বলৈ ধৰে, তেন্তে অহিংসা ক'ত থাকিব? আৰু আনটো—স্বৰাজতো তেনেকৈ থামুচি ধৰি থাকিবলগীয়া একো নাছিল। সাধাৰণতে বহুদিন ধৰি আন্দোলন চলাই যাবলৈ সিমানখিনি শক্তি জনসাধাৰণৰ নাছিল আৰু প্ৰায় সকলোৱেই বিদেশী শাসনৰ প্ৰতি অসন্তুষ্ট আৰু কংগ্ৰেছৰ প্ৰতি সহানুভূতিশীল আছিল যদিও, আন্দোলনৰ শক্তি আৰু সঙ্ঘবদ্ধতা সিমান নাছিল। এনেকুৱা আন্দোলন বেচি দিন নিটিকে। আন কি, যিসকলে সাময়িক উত্তেজনাত জেললৈ গৈছিল, তেওঁলোকেও আশা কৰিছিল যে, সোনকালেই তেনে আন্দোলনৰ প্ৰয়োজন নাইকিয়া হৈ যাব।

সেইদিনা কিজানি ১৯২২-ত অহিংস প্ৰতিৰোধ আন্দোলন স্থগিত ৰখাটো সমীচীনেই হৈছিল। অৱশ্যে যিভাৱে আন্দোলনটো এৰা হ'ল, সেইটোহে ৰব ঠিক

নহ'ল। আৰু এৰি দিয়াতে মানুহৰ মনৰ বল কিছু কমি গৈছিল। সি যি নহওক, আন্দোলনৰ গতি হঠাৎ বন্ধ হৈ যোৱাৰ কাৰণেই কিজানি দেশত এটা নতুন বিপদৰ সৃষ্টি হ'ল। ৰাজনৈতিক সংঘৰ্ষত নিষ্ফলভাৱে ঠায়ে ঠায়ে হোৱা হিংসাকাৰ্য্য বন্ধ হ'লেও, মানুহৰ মনৰ ভিতৰত আৱদ্ধ হৈ থকা হিংসাই বাহিৰলৈ ওলাবৰ কাৰণে বাট বিচাৰিবলৈ ধৰিলে আৰু বোধহয় সাম্প্ৰদায়িক অসন্তোষ তাৰ পিচৰ কেইবছৰত তীব্ৰ হৈ উঠাৰ কাৰণ সেইটোৱেই। অসহযোগ আৰু অহিংস প্ৰতিৰোধ আন্দোলনক বিপুল জনতাই কেউফালে সমৰ্থন কৰাৰ কাৰণে বেলেগ বেলেগ শ্ৰেণীৰ সাম্প্ৰদায়িকতা-বাদীসকল তল পৰি আছিল। তেওঁলোকৰ ভিতৰত বেচি ভাগেই আছিল ৰাজনৈতিক ক্ষেত্ৰত প্ৰতিক্ৰিয়াশীল। তেওঁলোকে এতিয়া মূৰ দাঙি উঠিল। গুপ্তচৰ বিভাগৰ লোক আৰু আন আন মানুহেও সেইদৰে সাম্প্ৰদায়িক সংঘৰ্ষ ঘটাবলৈ চেষ্টা কৰিলে। মোপলা বিদ্ৰোহ আৰু অমানুষিক অত্যাচাৰদ্বাৰা তাৰ দমন—ৰেলৰ মালগাড়ীত দুৱাৰ বন্ধ কৰি লৈ মোপলা বন্দীবিলাকক হত্যা কৰাটো কম নিৰ্ম্মমতাৰ কাম নে? সাম্প্ৰদায়িক অশান্তি প্ৰচাৰ কৰিবলৈ বিচাৰি ফুৰাসকলে ইয়াৰ সুবিধা ল'লে। অহিংস প্ৰতিৰোধ স্থগিত নৰখা হ'লে, আৰু চৰকাৰে আন্দোলন দমন কৰি পেলোৱা হ'লে কিজানি ইমানখিনি সাম্প্ৰদায়িক তিতা-কেহাৰ সৃষ্টি ন'হলহেঁতেন আৰু পিচলৈ গৈ সাম্প্ৰদায়িক মৰামাৰি, কটাকাটিবিলাকৰ কাৰণেই ইমানখিনি উৎসাহ, উদ্যম বাকী নৰলগৈহেঁতেন।

অহিংস প্ৰতিৰোধ বন্ধ কৰাৰ আগতে এটা ঘটনা ঘটিছিল—যাৰ ফলাফল কিজানি বহুত বেলেগেই হ'লগৈহেঁতেন। অহিংস প্ৰতিৰোধৰ প্ৰথম ঢৌটোত চৰকাৰ ভয় খাই গৈছিল। তেতিয়াই বৰলাট লৰ্ড ৰীডিঙে এখন ৰাজহুৱা সভাত বক্তৃতা দিওঁতে কৈছিল—তেওঁ বোলে বৰ আমনি পাইছে, বিমোৰত পৰিছে। ভাৰতত ওৱে'লছৰ যুৱৰাজ থকাৰ কাৰণে চৰকাৰৰ দায়িত্ব বহুত বেছি। ১৯২১ চনৰ ডিচেম্বৰ মাহৰ প্ৰথম ছোৱাত গোটেই দেশতে ব্যাপকভাৱে ধৰ-পাকৰ হৈছিল। ঠিক তাৰ পিচতে চৰকাৰে কংগ্ৰেছৰ লগত এটা বুজাবুজি কৰিবৰ কাৰণে যত্ন কৰিছিল। যুৱৰাজৰ আগন্তুক কলিকাতা ভ্ৰমণৰ কাৰণেই সেই চেষ্টা চলোৱা হৈছিল। তেতিয়া জেলত থকা দেশবন্ধু দাস আৰু বঙ্গ চৰকাৰৰ প্ৰতিনিধিৰ মাজত কিছুমান ঘৰুৱা আলোচনা চলোৱা হৈছিল। চৰকাৰ আৰু কংগ্ৰেছৰ মাজত এখন সৰু ঘূৰনীয়া মেজ-মেল বহুৱাৰ প্ৰস্তাৱ কৰা হৈছিল যেন লাগে। তেতিয়া কৰাচীৰ জেলত থকা মৌলানা মহম্মদ আলিও সেই মেজ-মেলত থাকিব লাগে বুলি গান্ধীজীয়ে নেৰানে-পেৰাকৈ ধৰিছিল। কিন্তু চৰকাৰ তাত মান্তি নহ'ল। আৰু সেই কাৰণেই বোধহয় মেজমেলৰ প্ৰস্তাৱ নিটিকিলগৈ।

মিঃ চি, আৰ, দাসে এই ক্ষেত্ৰত গান্ধীজীৰ মনোভাৱ সমৰ্থন কৰা নাছিল; পিচত, তেওঁ জেলৰপৰা ওলাই আহি ৰাজহুৱাভাৱেই কৈছিল যে গান্ধীজীৰ ভুল হৈছে। আমি সৰহভাগেই তেতিয়া জেলত। বাহিৰত কি ঘটিছিল আমি ক'ব নোৱাৰোঁ। গতিকে গোটেইখিনি কথা নজনাকৈ ভাল-বেয়া কোৱাটো টান। পিচে সেই অৱস্থাতে তেনে এখন মেলৰপৰা বিশেষ কিবা যে হব—তাৰ আশা কমেই যেন লাগিছিল। যুৱৰাজ কলিকতালৈ অহা সময়খিনি কোনোমতে পাৰ কৰাই দিবৰ

কাৰণেই মাত্ৰ চৰকাৰে চেষ্টা কৰিছিল। আমাৰ সন্মুখৰ মূল সমস্যাবিলাক একেই থাকিলহেঁতেন। ন বছৰৰ পিচত বেতিয়া জাতি আৰু কংগ্ৰেছ বহুত বেচি শক্তিশালী হৈ উঠিছিল, তেতিয়া এনেকুৱা এখন মেল বহিছিল; কিন্তু তাৰপৰা একো ফল নধৰিলে। তাৰ বাহিৰেও মহম্মদ আলি উপস্থিত থাকিব লাগে বুলি গান্ধীজীয়ে নেৰানেপেৰাকৈ ধৰাটো সম্পূৰ্ণ যুক্তিসংগত আছিল। সেই সময়ত কংগ্ৰেছৰ কাৰ্য্য-পন্থাৰ আঁচনিত খিলাফৎ প্ৰশ্নটোৰ যথেষ্ট গুৰুত্ব আছিল। গতিকে এই খিলাফতৰো নেতা, কংগ্ৰেছৰো নেতা মহম্মদ আলি সেই মেলত উপস্থিত থকাটো লাগতিয়াল কথাই আছিল! যি নীতি বা কৌশল অৱলম্বন কৰোঁতে সহকৰ্ম্মী এজনক বাদ পেলাই থবলগীয়া হয়, সি কেতিয়াও সমুচিত নীতি বা কৌশল হব নোৱাৰে। চৰকাৰে তেওঁক জেলৰপৰা মুক্তি দিবলৈ অমান্তি হোৱাটোৰপৰাই বুজিব পাৰি যে তেনে মেলৰপৰা কোনো সুফল ধৰাৰ আশা নাই।

বেলেগ বেলেগ আদালতে বেলেগ বেলেগ অপৰাধত দেউতাকো, মোকো ছমাহ ছমাহ জেল দিলে। বিচাৰ যি হৈছিল সি আছিল সম্পূৰ্ণ ভুৱা আৰু সেইবোৰত ভাগ নোলোৱাটোৱেই আমাৰ দস্তুৰ আছিল। আমাৰ বক্তৃতা আৰু কাৰ্য্যকলাপত অৱশ্যে দেখুৱাবলৈ যথেষ্ট কাৰণ আছিল যাৰপৰা আমাক জেলত দিব পাৰি। কিন্তু যিবোৰ কাৰণ তেওঁলোকে বাছি ললে, সেইবোৰহে বৰ হাঁহি উঠা ধৰণৰ। বে-আইনী ঘোষিত হোৱা কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ সভ্য বুলি দেউতাৰ ওপৰত গোচৰ তৰা হৈছিল, আৰু তাকে প্ৰমাণ কৰিবলৈ দেউতাৰ হিন্দীতে চহী থকা এখন ফৰ্ম প্ৰদৰ্শন কৰা হৈছিল। চহীটো যে তেখেতৰ আছিল, সেইটো একেবাৰেই ঠিক; কিন্তু কথাটো হৈছিল কি—আগতে তেখেতে হিন্দীত কাচিৎহে চহী কৰিছিল। গতিকে অতি কম মানুহেহে তেখেতৰ চহী চিনিব পাৰিছিল। তেতিয়া ক'ৰবাৰ জলহু ধৰণৰ মানুহ এজন আনি থিয় কৰোৱা হ'ল। তেৱেঁই সেই চহীটো চিনাক্ত কৰি দিলে। মানুহজন আছিল একেবাৰেই নিৰক্ষৰ। তেওঁ চহীটো পৰীক্ষা কৰোঁতে ওলোটাকৈ ধৰি পঢ়িছিল। আদালতত বিচাৰ হওঁতে মোৰ চাৰি বছৰীয়া ছোৱালী-জনীক দেউতাই কোলাত লৈ আছিল। গতিকে তেতিয়াই তাইৰ আদালতৰ কাঠগড়াৰ প্ৰথম অভিজ্ঞতা হয়।

মোৰ অপৰাধ হ'ল হৰতালৰ বিজ্ঞাপন বিলোৱা। তেতিয়াৰ আইন মতে সেইটো একো অপৰাধৰ কথা নাছিল। কিন্তু মোৰ বিশ্বাস, এতিয়া সি অপৰাধৰ কথাই। কাৰণ এতিয়া যে আম ডমিনিয়ন ষ্টেটাছৰ ফালে আগবাঢ়িছোঁ। যি হওক মোৰ জেল হ'ল। তিনি মাহৰ পিচত দেউতা আৰু মই জেলত থাকোঁতে খবৰ পালোঁ, কৰ্তৃপক্ষৰ কোনোবা এজনে মোৰ বিষয়ে নথিপত্ৰ পুনৰ পৰীক্ষা কৰি হেনো পাইছে মোক বোলে ভুলতে জেল দিয়া হৈছে আৰু সেই বাবে মোক মুক্তি দিয়া হব। মই আচৰিত হলোঁ; কাৰণ মোৰ মুক্তিৰ কাৰণে কোনেও যত্ন কৰা নাছিল। অহিংস প্ৰতিৰোধ স্থগিত ৰখাৰ কাৰণেই বোধহয় পুনঃ পৰীক্ষাকাৰী বিচাৰকসকল কামত লাগিল। দেউতাক এৰি থৈ দুখেৰে জেলৰপৰা ওলালোঁ।

বেচি পলম নকৰাকৈ মই আহমদাবাদলৈ গান্ধীজীৰ ওচৰলৈ যাবলৈ খিৰাং কৰিলোঁ। পিচে মই পোৱাৰ আগতেই তেওঁক গ্ৰেপ্তাৰ কৰিলে। সবৰমতী জেলতহে

তেওঁৰ লগত মোৰ সাক্ষাত হ'ল। সি এটা চিৰস্মৰণীয় ঘটনা; আমাৰ যিসকল তাত উপস্থিত আছিল, তেওঁলোকে তাক কেতিয়াও পাহৰিব নোৱাৰে। তাত থকা বিচাৰকজন আছিল ইংৰাজ। মৰ্য্যাদা আৰু সহানুভূতিপূৰ্ণ আছিল তেওঁক ব্যৱহাৰ। গান্ধীজীয়ে আদালতত দিয়া বিবৃতি সকলোৰে অন্তৰত লাগি গৈছিল। অন্তৰত আৱেগৰ আলোড়ন লৈ আমি বিচাৰালয়ৰপৰা গুচি আহিলোঁ। তেওঁৰ ফট্‌ফটীয়া ভাষা আৰু আকৰ্ষণীয় কল্পচিত্ৰসমূহ আমাৰ মানসপটত জিলিকি ৰ'ল।

এলাহাবাদলৈ উভতি আহিলোঁ। মোৰ ভালেমান বন্ধু আৰু সহকৰ্ম্মী তেতিয়া জেলত। বাহিৰত অকলে থাকি মোৰ মনটো বৰ বেয়া লাগিল। দেখিলোঁ কংগ্ৰেছ অনুষ্ঠান প্ৰায় নিষ্ক্ৰিয় হৈ পৰিছে। পাৰিলে তাক ঠিক কৰাত লাগিলোঁ। বিশেষকৈ বিদেশী কাপোৰ বৰ্জ্জন আন্দোলনত মই বৰকৈ মন দিলোঁ। অহিংস প্ৰতিৰোধ আন্দোলন স্থগিত হৈছিল যদিও; সেইটো আন্দোলন চলি আছিল। এলাহাবাদৰ প্ৰয়োবিলাক কাপোৰ বেপাৰীয়েই বিদেশী কাপোৰ আমদানী আৰু কিনা-বেচা নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিছিল। সেই মৰ্ম্মে এখন কমিটীও গঠন কৰিছিল। এই সমিতিৰ নিয়ম আছিল যে কোনোবাই সেই প্ৰতিশ্ৰুতি ভংগ কৰিলে জৰিমনা দিব লাগিব। কিন্তু দেখিলোঁ যে ডাঙৰ ডাঙৰ কেইজনমান সদাগৰে প্ৰতিশ্ৰুতি ভংগ কৰি বিদেশী কাপোৰ আমদানী কৰিছিল। প্ৰতিশ্ৰুতি পালন কৰি চলাসকলৰ প্ৰতি ই অতি অবিচাৰ। আমি কত তৰ্ক-বিতৰ্ক কৰিলোঁ—তাৰপৰা একো লাভ নহ'ল। কাপোৰ-ব্যৱসায়ী সমিতিয়েই সেই বিষয়ে বিশেষ একো কৰিব নোৱাৰিছিল। সেই কাৰণে সেই প্ৰতিশ্ৰুতিভংগকাৰীসকলৰ দোকানত পিকেটিং কৰাকে আমি ঠিক কৰিলোঁ। পিকেটিং কৰাৰ সংকেতহে দিয়া হ'ল মাত্ৰ, আমাৰ কাৰ্য্যসিদ্ধি হ'লেই। জৰিমানা আদায় হ'বলৈ ধৰিলে ব্যৱসায়ীসকলে আকৌ নতুনকৈ প্ৰতিশ্ৰুতি গ্ৰহণ কৰিলে। জৰিমনাৰপৰা পোৱা ধন কাপোৰ-ব্যৱসায়ী সমিতিৰ পুঁজিলৈ গ'ল।

দুই তিনদিনমানৰ পিচতে মোক গ্ৰেপ্তাৰ কৰিলে। কাপোৰ-ব্যৱসায়ীসকলৰ লগত হোৱা কথা-বতৰাত যোগ দিয়া মোৰ সহকৰ্ম্মী কেইবাজনকো ধৰি নিলে। আমি বোলে মাৰিম-কাটিম বুলি ভয় খুৱাইছিলোঁ আৰু বলেৰে ধন আদায় কৰিছিলোঁ —সেই অপৰাধত আমাক ধৰি নিছিল। মোৰ ওপৰত আন আন অভিযোগ আছিল— তাৰ ভিতৰত দেশদ্ৰোহো এটা। মই আত্মপক্ষ সমৰ্থন নকৰিলোঁ, আদালতত এটা দীঘলীয়া বিবৃতিহে দিলোঁ। তিনটা দোষত মোৰ শাস্তি হ'ল। তাৰ ভিতৰত এটা হৈছে ভীতি প্ৰদৰ্শন আৰু এটা বলপূৰ্ব্বক টকা আদায়। ৰাজদ্ৰোহৰ অভিযোগ এৰি দিলে। তেওঁলোকে বোধহয় ভাবিলে যে, মোৰ জোৰাই জোখাই হৈ গৈছে। যিমান দূৰ মনত পৰে, তিনিটা অপৰাধৰ ভিতৰত দুটাত মোৰ ওঠৰ মাহকৈ ফাটক দিছিল। পিছে দুয়োটা দণ্ড একেলগে চলিব—এয়ে আছিল আদেশ। মুঠতে বোধ হয় মোৰ ফাটক হৈছিল এবছৰ ন মাহ। এইটো মোৰ দ্বিতীয় কাৰাদণ্ড। বাহিৰত প্ৰায় ছসপ্তাহ কটোৱাৰ পিচত আকৌ জেললৈ উভতি গলোঁ।

# লক্ষ্ণৌ জেল

ৰাজনৈতিক কাৰণত ফাটেক খোৱাটো ১৯২১ চনৰ ভাৰতবৰ্ষত একো নতুন কথা নহয়। বিশেষকৈ বংগ-ভংগ আন্দোলনৰ সময়ৰপৰাই ফাটেকলৈ যোৱা মানুহৰ সোঁত ছিগা নাছিল। তাৰ সহৰভাগবে বহু দিনলৈ ফাটেক হৈছিল। বহুতকে আকৌ কোনো বিচাৰ নোহোৱাকৈ অন্তৰীণ কৰিও ৰখা হৈছিল। সেই সময়ৰ ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ নেতা লোকমান্য তিলকক ভাটী বয়সত দীঘল ছটা বছৰৰ কাৰণে ফাটেক দিয়া হৈছিল। মহাযুদ্ধ লগাৰ কাৰণে এই অন্তৰীণ কৰা আৰু ফাটেক দিয়া কোবটো আৰু চৰিল। ঘনাই ঘনাই ষড়যন্ত্ৰ হবলৈ ধৰিলে—যাৰ ফলত মৃত্যুদণ্ড আৰু যাৱজ্জীৱন কাৰাদণ্ডৰ সংখ্যা বাঢ়ি গ'ল। মহাযুদ্ধৰ সময়ত আলি ভাই-ককাই আৰু মৌলানা আবুল কালাম আজাদৰ অন্তৰীণ হ'ল। যুদ্ধৰ পিচতেই পঞ্জাবত বহুত মানুহ সামৰিক আইনৰ কবলত পৰিল। ষড়যন্ত্ৰৰ গোচৰত থিয়ে থিয়ে হোৱা সামৰিক বিচাৰত বহুত মানুহ ফাটেকত পৰিল। গতিকে ৰাজনৈতিক অপৰাধত ফাটেক খটাটো ভাৰতত সচৰাচৰ ঘটি থকা ঘটনাই হৈ পৰিছিল। কিন্তু ইয়াৰ আগতে কোনেও ইচ্ছা কৰি ফাটেকলৈ যোৱা নাই। ইয়াৰ আগতে ৰাজনৈতিক কাৰ্য্যকলাপৰ ফলত বা চোৰাংচোৱাৰ কোপদৃষ্টিৰ ফলত মানুহৰ ফাটেকলৈ যোৱাৰ সম্ভাৱনা হৈছিল : কিন্তু তেতিয়া নিজ পক্ষ সমৰ্থন কৰি কাৰাদণ্ডৰপৰা সাৰিবৰ চেষ্টা কৰা হৈছিল। অৱশ্যে দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ আন্দোলনত গান্ধীজী আৰু তেওঁৰ পন্থা অনুসৰণ কৰা হেজাৰ হেজাৰ লোকে বেলেগ উদাহৰণ দাঙি ধৰিছিল।

১৯২১-ত জেল আছিল সম্পূৰ্ণ অচিনাকি ঠাই। ফাটেকৰ ভয়াবহ লোৰ দুৱাৰখন মেল খাই গৈ যেতিয়া এটা নতুন ফাটেকিয়ালক গিলি পেলায়, তাৰ পিচত আৰু কি হয় তাক কম মানুহেইহে জানে। আমি কল্পনা কৰিছিলোঁ ফাটেকিয়াল-বিলাক ভয়-ভীত নোহোৱা আৰু ভয়ঙ্কৰ প্ৰকৃতিৰ দুষ্ট মানুহ। ফাটেক আছিল আমাৰ মনত অকলশৰীয়া; তালৈ গ'লে মানুহে অপমান পায়, কষ্ট পায়; আৰু এটাইতকৈ ডাঙৰ কথা হৈছে, এটা অচিন ব্যৱস্থাৰ প্ৰতি ভয়। জেললৈ যোৱা বুলিলে নজনাকৈয়ে ঘিণ ভাব মনলৈ আহে, আপত্তিৰ ভাব জন্মে। কিন্তু ১৯২০ চনৰপৰা পিচলৈ জেললৈ যোৱা বিষয়ে প্ৰায়ে আলোচনা-বিলোচনা হৈ থকাৰ ফলত আৰু আমাৰ লগৰীয়া কৰ্ম্মীসকলক জেললৈ ধৰি ধৰি নি থকাৰ ফলত ক্ৰমে মনৰপৰা সেই ঘৃণা, সেই আপত্তিৰ ভাব নাইকিয়া হৈ আহিল। কিন্তু আগতে যিমানেই সাজু হৈ নেথাকোঁ, লোহাৰ দুৱাৰ মুখেদি জেললৈ সোমাওঁতে মনত যি আলোড়ন আৰু উত্তেজনা আহি ভৰি পৰে, তাৰপৰা হাত সৰা টান। ইয়াৰ পিচত যোৱা তেৰ বছৰে কাৰ্য্যতঃ দণ্ডবিধি আইনৰ বহুত বেলেগ বেলেগ ধাৰাত দণ্ডিত হলেও প্ৰকৃতপক্ষে ৰাজনৈতিক অপৰাধত নাই নাই বুলিও তিনি লাখ মানুহে ফাটেক খাটিছে বুলি মোৰ বিশ্বাস। এওঁলোকৰ হেজাৰ হেজাৰ লোকে বহুতবাৰ ফাটেকলৈ অহা-যোৱা কৰিছে। ফাটেকৰ ভিতৰত কি পোৱা হবগৈ তাক তেওঁলোকে ভালকৈ জানিয়েই ল'বলগীয়া হৈছিল। সেই অস্বাভাৱিক নিৰানন্দ যাতনা আৰু ভয়াবহ বৈচিত্ৰ্যহীন জীৱনৰ লগত নিজকে যিমানে পাৰি খাপ খুৱাবলৈ সকলোৱেই চেষ্টা কৰিছে। লাহে লাহে মানুহ

সকলোতে অভ্যস্ত হৈ যায়। আমিও অভ্যস্থ হৈ গৈছিলোঁ। তথাপি যিমানবাৰ ফাটেকলৈ গৈছোঁ, দুৱাৰমুখ পালেগৈয়ে আকৌ সেই আগৰ উত্তেজনা, মানসিক চাঞ্চল্য আহি পৰে। সেউজীয়া গছ-বন আৰু আহল-বহল মুকলি ঠাই, মানুহ-দুনুহ আৰু ইফালে-সিফালে অহা-যোৱা কৰি থকা গাড়ী-ঘোঁৰা আৰু চিনাকি মুখবিলাক শেষবাৰৰ কাৰণে চাই লবলৈ বুলি চকু দুটাই আপোনা-আপুনিয়েই পাচলৈ ঘূৰি চায়।

প্ৰথমবাৰ কাৰাদণ্ড লৈ যেতিয়া ফাটেকলৈ গৈছিলোঁ তেতিয়া আমাৰ আৰু জেল-কৰ্ম্মচাৰীসকলৰ উভয়ৰে—কামৰ কোৰত খাৱন-শোৱন নোহোৱা অৱস্থা। দলে দলে নতুন ধৰণৰ বন্দীবিলাক আহি থকাৰ কাৰণে জেল-কৰ্ম্মচাৰীসকলৰ অৱস্থা প্ৰায় অচল হৈ উঠিল। নতুনকৈ অহাসকলৰ সংখ্যা দিনক দিনে অসাধাৰণভাৱে বাঢ়িবলৈ ধৰিলে, বুলিবা দোকোলট'কা বানপানীহে উঠি আহিছে আৰু আগেয়ে যিমানলৈকে পানী উঠিছিল তাতোকৈ বেচিকৈ উঠি গোটেইখন তেনেই বুৰাইহে পেলাব। এই নতুন আলহীসকলক লৈ বিমোৰত পৰাৰ আৰু এটা কাৰণ হৈছে এই যে, ইয়াৰ ভিতৰত সকলো শ্ৰেণীৰ মানুহ থাকিলেও সৰহ ভাগেই মধ্যবিত্ত শ্ৰেণীৰ। সি যি নহওক এই মানুহবিলাক বেলেগ বেলেগ শ্ৰেণীৰ হলেও, তেওঁলোকৰ মাজত এটা বিষয়ত মিল আছিল—তেওঁলোক সাধাৰণ ফাটেকিয়ালতকৈ একেবাৰেই বেলেগ আৰু তেওঁলোকক আগেয়ে যিধৰণে ব্যৱহাৰ কৰি অহা হৈছে, সেই ধৰণে ব্যৱহাৰ কৰা টান হৈ পৰিছে। কৰ্ত্তৃপক্ষই এই কথা উপলব্ধি কৰিছে; কিন্তু চলিত নিয়ম কানুন সলাই তাৰ ঠাইত কি কৰিব পাৰি—সেই বিষয়ে জানিবলৈ আগেয়ে তেনেকুৱা পৰিস্থিতিও হোৱা নাই আৰু পুৰণি অভিজ্ঞতাও নাই। সাধাৰণ কংগ্ৰেছকৰ্ম্মীসকল বৰ বেচি শান্তশিষ্ট ধৰণৰ নাছিল। ফাটেকৰ ভিতৰত থাকিও তেওঁলোকে বহুত মানুহ থকাৰ কাৰণে নিজকে শক্তিশালী যেন অনুভৱ কৰিছিল। বাহিৰত আন্দোলন আৰু ফাটেকৰ ভিতৰত নো কি হৈছে সেই বিষয়ে মানুহৰ কৌতুহল—এই দুটাও লেখত ল'বলগীয়া হৈছিল। এই ধৰণৰ উগ্ৰ মনোভাৱ আছিল যদিও, আমি সাধাৰণতে জেল-কৰ্ম্মচাৰীসকলৰ লগত সহযোগিতা কৰিয়েই চলিছিলোঁ। আমাৰ সহযোগিতা নেপালে কৰ্ম্মচাৰীসকল আৰু বেচি বিপাণ্ডত পৰিলহে'তেন। প্ৰায়েই জেলাৰে বৰকৈ টানি ধৰাত আমি বেৰেকে বেৰেকে গৈ স্বেচ্ছাসেৱকসকলক শান্ত কৰিব লগা হৈছিল, কেতিয়াবা আকৌ নিয়ম মানিবৰ কাৰণে অনুৰোধ কৰিব লগাও হৈছিল।

নিজে ইচ্ছা কৰি আমি ফাটেক খাটিছোঁ। বহুতো স্বেচ্ছাসেৱকে আকৌ কাৰাদণ্ড নোহোৱাকৈয়ে ফাটেকত সোমাইছিল। গতিকে, জেলৰপৰা কোনোবাই পলাই সাৰিবৰ চেষ্টা কৰিব, তাৰ সম্ভাৱনা একেবাৰেই নাছিল বুলিব লাগে। কাৰবাৰ যাবৰ ইচ্ছা হ'লে, সহজেই ওলাই যাব পাৰিছিল—মাত্ৰ আগেয়ে কৰা কামৰ বাবে অনুতাপ কৰা বুলি জনালেই হ'ল; নহলে বা আগলৈ তেনেকুৱা কাম আৰু নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিলেই হ'ল। জেলৰপৰা সাৰিবলৈ চেষ্টা কৰা মানে নিজৰ বদনাম নিজে মাতি অনা আৰু লগে লগে অহিংস প্ৰতিৰোধ আন্দোলনপৰা আঁতৰি যোৱাহে বুজায়। আমাৰ লক্ষ্ণৌ জেলৰ চুপাৰিণ্টেণ্ডেণ্টে এইটো ভালকৈ বুজিছিল আৰু তেওঁ প্ৰায়েই জেলাৰক (তেওঁ আছিল খান চাহাব) কৈছিল যে, তেওঁ যদি কোনো কংগ্ৰেছকৰ্ম্মীক পলাই যোৱাৰ সুবিধা দিব পাৰে তেন্তে তেওঁ

(চুপাৰিণ্টেণ্ডেণ্টে) তেওঁক (জেলাৰক) খান বাহাদুৰ উপাধি দিবৰ কাৰণে চৰকাৰৰ ওচৰলৈ অনুমোদন পঠাব।

আমাৰ সৰহভাগ ফাটেকিয়ালকে ফাটেকৰ মাজ ভাগত ডাঙৰ ডাঙৰ বেৰেকত ৰখা হৈছিল। আমাক প্ৰায় ওঠৰ জনক বাছি লৈ, বোধ হয় ভাল ব্যৱহাৰৰ কাৰণে আহল-বহল মুকলি ঠাইত থকা এখন পুৰণি তাঁত-শালত ঠাই দিয়া হৈছিল। দেউতা, দুজন সম্পৰ্কীয় ভাই আৰু মই বেলেগ বেলেগ কুৰি ফুট দীঘল, ষোল ফুট বহল এটা চালি-ঘৰত থাকিবলৈ ঠাই পাইছিলোঁ। ফাটেকৰ ভিতৰত এটা বেৰেকৰপৰা আন এটালৈ যাবলৈ আমাক স্বাধীনতা দিয়া হৈছিল। বাহিৰৰ মিতিৰ-কুটুমৰ লগত প্ৰায়ে দেখা কৰিবলৈ দিছিল। আমি দৈনিক বাতৰি-কাকত পাইছিলোঁ। তাৰপৰা পোৱা নতুন নতুন গ্ৰেপ্তাৰ আৰু আন্দোলনৰ বতৰাই আমাৰ বন্দী-জীৱনত উত্তেজনাৰ সৃষ্টি কৰিছিল। আলোচনা-বিলোচনাত আমাৰ বহুত সময় গৈছিল। লেখা-পঢ়া কৰাৰ সময় অতি কমেইহে পাইছিলোঁ। মই ৰাতিপুৱা উঠিয়েই সদায় চালি-ঘৰটো ধুই-মচি চাফ-চিকুণ কৰোঁ। দেউতাৰ আৰু মোৰ নিজৰ কাপোৰ ধোঁ আৰু অলপ সময় য'তৰত সূতা কাটোঁ। তেতিয়া জাৰকালি। উত্তৰ-ভাৰতৰ এটাইতকৈ ভাল সময়। প্ৰথম কেই সপ্তাহমান আমি স্বেচ্ছাসেৱকসকলক শিক্ষা দিয়াৰ অধিকাৰ পাইছিলোঁ—যিসকল একেবাৰেই নিৰক্ষৰ, তেওঁলোকক আমি অলপ অলপ হিন্দী, উৰ্দ্দু আৰু আন আন প্ৰাথমিক বিষয়ত শিক্ষা দিছিলোঁ। গধূলি হলে আমি ভলীবল খেলিছিলোঁ।*

বাধা-নিষেধ ক্ৰমে বাঢ়িবলৈ ধৰিলে। আমাৰ সীমাৰ বাহিৰ হৈ আন আন বেৰেকত স্বেচ্ছাসেৱকসকলক দেখা কৰিবলৈ নিদিয়া হ'ল।

মাৰ্চ্চৰ প্ৰথম ভাগত জেলৰপৰা ওলাই, ছয়-সাত সপ্তাহ পিচত এপ্ৰিল মাহত আকৌ উভতি আহিলোঁ। আহি দেখোঁ যে জেলৰ ভিতৰত বহুত সাল-সলনি হৈছে। দেউতাক নাইনিতাল জেললৈ বদলি কৰিলে আৰু তেখেত যোৱাৰ পিচতে নতুন নতুন আইন প্ৰৱৰ্ত্তন কৰিলে। মোক আগতে য'ত থাকিবলৈ দিছিল সেই ডাঙৰ তাঁত-শালৰ চালি-ঘৰটোৰ সকলো ফাটেকিয়ালকে জেলৰ একেবাৰেই ভিতৰলৈ লৈ গ'ল। আৰু আমাক তাতে নি বেৰেকত (এই বেৰেকবিলাক এখুটলীয়া) থাকিবলৈ দিলে। প্ৰত্যেকটো বেৰেকেই জানিবা ফাটেকৰ ভিতৰতে এখন ফাটেকহে। ইটো সিটো বেৰেকৰ মাজত কোনো ৰকমৰ সম্পৰ্ক ৰখাটো নিষিদ্ধ আছিল। দেখা-সাক্ষাত আৰু চিঠি লিখাও মাহেকত মাত্ৰ এবাৰহে কৰিব পৰা হ'ল। আহাৰ আগতকৈ সাধাৰণ ধৰণৰ হ'ল। অৱশ্যে কাৰবাক আৰু লাগিলে বাহিৰৰপৰা আনি লোৱাত বাধা নাছিল।

* বাতৰি-কাকতত এটা বৰ হাঁহি উঠা গল্প ওলাইছিল। এবাৰেই নহয়, বাৰে বাৰে তাৰ প্ৰতিবাদ কৰাতো বাৰে বাৰে ওলায়েই আছিল। তাৰ মতে, তেতিয়াৰ যুক্তপ্ৰদেশৰ লাট—ছাৰ হাৰকৰ্ট বাটলাৰে দেউতা জেলত থাকোঁতে হেনো তেখেতলৈ শ্বেম্পেন্ (মদ) পঠিয়াইছিল। দৰাচলতে ছাৰ হাৰকৰ্টে দেউতা জেলত থাকোঁতে তেখেতলৈ একো উপহাৰ পঠোৱা নাই বা আন কোনেও শ্বেম্পেন্ বা মদ জাতীয় কোনো বস্তু পঠোৱা নাই। কংগ্ৰেছত অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হোৱাৰ পিচত, ১৯২০ চনৰপৰাই দেউতাই মদ খাবলৈ এৰি দিছিল আৰু সেই সময়ত তেখেতে মদ খোৱাই নাছিল।

মোক যিটো বেৰেকত ৰখা হৈছিল, তাত পণ্ডাছজনমান মানুহ আছিল। আমি সকলো একে ঠাইতে ঠাই খাই আছিলোঁ—আমাৰ বিছনাবোৰ আছিল তিনি-চাৰিফুট দূৰে দূৰে। কপাল ভাল, বেৰেকৰ প্ৰায় সকলোবোৰেই আছিল মোৰ চিনাকি মানুহ। তাৰ ভিতৰত বহুতেই মোৰ বন্ধু। পিচে দিনে-ৰাতিয়ে সকলো সময়তে অলপো আঁৰ-বেৰ নোহোৱাকৈ থাকিব লগা হোৱাত মই বৰ টান পাইছিলোঁ। সদায় সেই একেবিলাক মানুহেই চাই থাকিব, সেই একেবিলাক সৰু সৰু কথাতে আমাৰ আমনি লাগিব, খং উঠিব—সেইবিলাকৰপৰা কেতিয়াও অকলে নিৰিবিলি ঠাইলৈ যাওঁ বুলিবলৈ নাই। বাহিৰত গা ধুইছিলোঁ, বাহিৰতে কাপোৰ ধুইছিলোঁ আৰু শাৰীৰিক পৰিশ্ৰমৰ কাৰণে বেৰেকৰ চাৰিউফালে ঘূৰি ফুৰিছিলোঁ। তৰ্ক কৰি কৰি যেতিয়ালৈকে বুদ্ধিৰ ভাগৰ নালাগিছিল, তেতিয়ালৈকে মুখ নজপাই-ছিলোঁ। পাৰিবাৰিক জীৱনতকৈ এশগুণে বেচি নিৰানন্দ লাগিছিল, ইয়াত কিন্তু পৰিয়ালত যিবিলাক সুখ আৰু পৰিপূৰক আনন্দ থাকে তাৰ একোৰে একোটো ইয়াত নাছিল বুলিব লাগে। ইয়াত বেলেগ বেলেগ শ্ৰেণীৰ, বেলেগ বেলেগ ৰুচিৰ মানুহ। আমাৰ সকলোৰে কাৰণে ই মানসিক কষ্টদায়ক হৈ উঠিছিল। নিৰ্জ্জনতাৰ কাৰণে বিয়াকুল হৈ উঠিছিলোঁ। ইয়াৰ পিচৰ মোৰ জীৱনত অৱশ্যে নিৰ্জ্জনতা আৰু গোপণীয়তা যথেষ্ট পৰিমাণে পাইছোঁ। যেতিয়া মাহৰ পিচত মাহ ধৰি কেতিয়াও জেল-কৰ্ম্মচাৰীৰ বাহিৰে আন কাকো দেখিবলৈ নেপাওঁ, তেতিয়া মনত বৰ কষ্ট পাওঁ আৰু মনে মিলা মানুহ কাৰবাক লগ পাবৰ কাৰণে মনটোৱে চাটি-ফুটি কৰিবলৈ ধৰে। তেতিয়া আক ১৯২২-ৰ লক্ষ্ণৌ জেলৰ মানুহৰ হাই উৰুমিৰ মাজলৈ উভতি যাবলৈ ইচ্ছা হৈছিল। তথাপি মই জানো, লেখা-পঢ়াৰ সুবিধা থাকিলে মই নিৰ্জ্জনতাকে বেচি ভাল পালোহেঁতেন।

তথাপি মই কবলৈ বাধ্য যে, মোৰ লগৰীয়াসকল আছিল অতি ভদ্ৰ আৰু ভাল লগা। আমি বৰ মিলাপ্ৰীতিৰেই আছিলোঁ। কিন্তু মোৰ বিশ্বাস, আমাৰ প্ৰত্যেকেই এসময়ত নহয় এসময়ত আন কোনো এজনৰপৰা আমনি পাইছিল আৰু সকলোৰেপৰা আঁতৰি অলপ অকলশৰে থাকিবলৈ বিচাৰিছিল। বেৰেকৰ বাহিৰত জেলৰ দেৱালৰ ওচৰৰ খোলা ঠাই ডোখৰলৈ গৈ অলপ নিৰ্জ্জনতাৰ সোৱাদ লৈছিলোঁ। তেতিয়া বাৰিষা-কালি। আকাশত ডাৱৰ থকাৰ কাৰণে তাৰ সুযোগ লৈছিলোঁ। ৰ'দৰ তাপ সহ্য কৰিছিলোঁ, আন কি কেতিয়াবা বৰষুণতো বাহিৰ ওলাইছিলোঁ আৰু যিমান সময় পাৰি বেৰেকৰ বাহিৰত কটাইছিলোঁ।

সেই খোলা ঠাইডোখৰত পৰি থাকি মই ওপৰৰ আকাশৰ ফালে চাই আছিলোঁ। ডাৱৰৰ বহুকুত নানা ৰং-ৰূপৰ লাহ-বিলাহ দেখাত কি যে সুন্দৰ! ইমান সৌন্দৰ্য্যও যে থাকিব পাৰে ভাবিবই পৰা নাছিলোঁ—দেখি স্তব্ধ হৈ গৈছিলোঁ।

"ঋতুৰ পিচত ঋতু লয়লাসে
আহে আৰু যায়
তেনেকৈয়ে ডাৱৰৰ ৰং ৰহণেও
আহি গৈ নীলিমাৰ
জেউতি চৰায়।

শনুই শনুই একেবাহে
চাই চাই নয়নু জনুৰাওঁ
গতিশীল সময়ৰ আনন্দ বিলাসখিনি
দেখি দেখি ভোল যাওঁ—
মাথো ভোল যাওঁ।"

সময় আমাৰ লাহ-বিলাহৰ বস্তু নাছিল, আছিল এটা বোজাহে মাথোন। কিন্তু সেই আকাশত ঘূৰি ফুৰা বাৰিষাৰ ডাৱৰবোৰ-চাই কটোৱা সময়খিনিয়ে আমাক আনন্দ দিছিল—সকাহ দিছিল। নতুন কিবা এটা আৱিষ্কাৰ কৰাৰ আনন্দত বন্দী-জীৱনৰ বন্ধনৰপৰা মুক্তি পোৱাৰ আনন্দত মন ভৰি পৰিছিল। সেইবাৰৰ বাৰিষাত কিয় মনটো ইমান অদ্ভুত হৈ পৰিছিল ক'ব নোৱাৰোঁ। তাৰ আগতো অনেক বাৰিষা পাইছোঁ, পিচতো অনেক বাৰিষা আহিছে, কিন্তু কেতিয়াও যে তেনেকুৱা হোৱা নাই। পৰ্ব্বতৰ টিঙত, সাগৰৰ বুকুত বেলি ওলোৱা আৰু মাৰ যোৱাৰ শোভা চাই কতবাৰ মুগ্ধ হৈ পৰিছোঁ। তাৰ অপূৰ্ব্ব সৌন্দৰ্য্যৰ মাদকতাত সেইকণ সময়লৈ আপোন পাহৰা হৈ গৈছোঁ। পিচ মুহূৰ্ত্ততে মন আকৌ আনফালে গুচি যায়। কিন্তু ফাটেকত সেই বেলি ওলোৱা সৌন্দৰ্য্যও নাই, বেলিমাৰৰ সৌন্দৰ্য্যও নাই, দিগন্ত-ৰেখাও চকুৰ আঁৰত। পুৱাৰ বেলিয়ে বহুত পলমকৈ ওলাই আহি কোনোমতে আমাৰ চৌপাশে থকা দেৱালৰ ওপৰেদি দেখা দিয়েহি। ক'তো ৰঙৰ সমাবেশ নাই। সদায় কেৱল সেই একে ধৰণৰ মটীয়া ৰঙৰ বেৰবোৰ, বেৰেকবোৰ দেখি দেখি চকুৰ আমনি লাগি যায়। পোহৰ আৰু আন্ধাৰৰ খেমালি, ৰঙৰ লুকা-ভাকু চাবলৈ ক্ষুধাতুৰ চকু দুটা ব্যাকুল হৈ উঠে। বাৰিষাৰ মেঘ ধীৰ লয়লাস গতিৰে আকাশত উটি-বুৰি ফুৰে, মুহূৰ্ত্তে মুহূৰ্ত্তে কত ধৰণৰ আকৃতি, কত আকাৰ সলাই ৰঙৰ খেলা কৰে! বিস্ময়ত, আনন্দত মই যেন সমাধিস্থ হৈ কেৱল একেবাহে চাই থাকোঁ তাৰ সেই অপূৰ্ব্ব সৌন্দৰ্য্যৰাশি। কেতিয়াবা কেতিয়াবা ডাৱৰখিনি মাজে মাজে ফাট মেলে আৰু তাৰ পাচফালে দেখা দিয়ে গভীৰ নীল আকাশ-খণ্ড—সি যেন অনন্তৰে এটা অংশ। বাৰিষাৰ ই এটা অভিনৱ দৃশ্য।

আমাৰ ওপৰত হকা-বধা আৰু বাঢ়িবলৈ ধৰিলে। আগতকৈয়ো কঠোৰ কঠোৰ নিয়ম প্ৰৱৰ্ত্তন কৰিলে। আমাৰ আন্দোলনৰ প্ৰত্যুত্তৰত চৰকাৰে আমাক জনাই দিবলৈ চেষ্টা কৰিলে তেওঁলোকৰ প্ৰতি বিৰুদ্ধাচাৰণ কৰাত তেওঁলোক কিমান অসন্তুষ্ট হৈছে। নতুন আইন প্ৰৱৰ্ত্তন আৰু সেই আইন আমাৰ ওপৰত খটুৱাৰ ধৰণটোত জেল-কৰ্ম্মচাৰীৰ লগত ৰাজনৈতিক'বন্দীসকলৰ কাজিয়া হৈছিল। কেইবা মাহলৈকে, সেই জেলত থকা আমাৰ কেইবা শ ফাটেকিয়ালৰ প্ৰায়বিলাকেই প্ৰতিবাদ স্বৰূপে বাহিৰৰ মানুহৰ লগত দেখা-সাক্ষাত কৰাটো একেবাৰেই এৰি দিছিলোঁ। আমাৰ ভিতৰৰ কেইজনমানেই ফাটেকৰ ভিতৰত অশান্তিৰ সৃষ্টি কৰিছোঁ বুলি ধৰি লৈ আমাৰ সাতজনমানক বেৰেকৰপৰা একেবাৰেই আঁতৰাই দুবৈৰ এডোখৰ ঠাই লৈ লৈ গ'লগৈ। এনেকৈ আঁতৰাই নিয়াসকল হ'ল—পুৰুষোত্তম দাস টেণ্ডন, মহাদেৱ দেশাই, জৰ্জ্জ জোচেফ, বালকৃষ্ণ শৰ্ম্মা, দেৱদাস গান্ধী আৰু মই।

কেউফালে বেৰা দিয়া সৰু এডোখৰ ঠাইলৈ আমাক পঠালে। তাত থাকি আমি কিছু অসুবিধা পাইছিলোঁ। কিন্তু মুঠৰ ওপৰত এই পৰিবৰ্ত্তনটো মোৰ ভালেই লাগিছিল। ইয়াত মানুহৰ হেঁচা ঠেলা বৰ নাছিল; আমি বৰ্চি শান্তিৰে, বেচি গোপনীয়তাৰে থাকিব পাৰিছিলোঁ। পঢ়া-শুনা বা আন কাম কৰিবলৈ আমি বেচি সময় পাইছিলোঁ। ৰাজনৈতিক ফাটেকিয়ালসকলক এতিয়া বাতৰি-কাকত একেবাৰেই পঢ়িবলৈ নিদিয়া হ'ল। ফলত ফাটেকৰ ভিতৰৰ আন আন অংশৰ আৰু বাহিৰৰ সহকৰ্ম্মীসকলৰপৰা আমি একেবাৰেই বিচ্ছিন্ন হৈ পৰিছিলোঁ।

বাতৰি-কাকত আমাৰ ওচৰলৈ নাহে। কিন্তু কিছুমান বাহিৰৰ বতৰা তাৰ মাজেদিয়েই সৰকি আহে। ফাটেকৰ মাজলৈ তেনেকৈ বতৰা আহেই। আমাৰ মাহেকীয়া দেখা-সাক্ষাত আৰু চিঠি-পত্ৰৰপৰাও আমি কিবা-কিবি দুই এটা বতৰা পাই থাকোঁ। আমি বুজিলোঁ যে বাহিৰত আমাৰ আন্দোলন অতি ধীৰ গতিত চলিছে। সেই যাদুৰ দৰে কাম হোৱা দিন আৰু নাই, সাফল্যৰ আশা দূৰ ভৱিষ্যতলৈ আঁতৰি গৈছে। বাহিৰত কংগ্ৰেছ দুটা দলত বিভক্ত হৈ পৰিছে—এটা পৰিবৰ্ত্তনকাৰী আৰু আনটো পৰিবৰ্ত্তন-বিৰোধী। প্ৰথম দলটোৱে বিচাৰিছিল—কংগ্ৰেছে কেন্দ্ৰীয় আৰু প্ৰাদেশিক সংসদী নিৰ্ব্বাচনত ভাগ লৈ পাৰিলে বিধান-সভাবোৰ হাত কৰক। এই দলটোৰ নেতৃত্ব কৰিছিল দেশবন্ধু দাস আৰু দেউতাই। দ্বিতীয় দলটোৰ নেতৃত্ব কৰিছিল চি. ৰাজগোপালাচাৰীয়ে। তেওঁলোকে অসহযোগ আন্দোলনৰ পুৰণি কাৰ্য্য-পন্থা অকণো লৰ-চৰ কৰাটো নিবিচাৰিছিল। গান্ধীজী অৱশ্যে সেই সময়ত ফাটেকত। যি সুন্দৰ আদৰ্শত অনুপ্ৰাণিত হৈ জোৱাৰৰ ঢৌৰ টিঙত উঠি যোৱাৰ দৰে, দ্ৰুত গতিৰে আন্দোলনত আমি আগবাঢ়ি গৈছিলোঁ—সেই আদৰ্শক আজি কিছুমান সৰু-সুৰা খোৱা-কামোৰা আৰু ক্ষমতা লাভৰ ষড়যন্ত্ৰই একেবাৰেই মোলান কৰি পেলালে। উৎসাহ উত্তেজনাৰ মুহূৰ্ত্তত ডাঙৰ ডাঙৰ সাহসৰ কাম কৰিবলৈ যিমান সহজ, উত্তেজনা শাম কাটিলে সেইদৰে সদায় চলাটো সিমান সহজ নহয়। বাহিৰৰ বা-বতৰা শুনি আমাৰ মনটো সেমেকি পৰিছিল তাৰ লগতে বন্দী-জীৱনত যিবোৰ উপহাস আৰু বিদ্ৰূপৰ সৃষ্টি হয়, সেইবোৰ লগ লাগি আমাৰ জীৱন অতীষ্ঠ কৰি তুলিছিল। তথাপি আমাৰ অন্তৰত সন্তোষৰ ভাব সদায় আছিল—আমি আমাৰ আত্মসন্মান আৰু মৰ্য্যাদা ৰক্ষা কৰিব পাৰিছিলোঁ, আমি যি কৰিব পাৰিছিলোঁ ঠিকেই কৰিছিলোঁ —ফলাফল তেহেলৈ যেই হওক বা নহওক। ভৱিষ্যৎ আছিল অন্ধকাৰ। কিন্তু ভৱিষ্যতৰ যি ৰূপেই নহওক, আমাৰ জীৱনৰ এটা বুজন অংশ যে ফাটেকতে যাব, সেইটো আমাৰ বহুতৰে কপালত লেখা আছে যেন লাগিল। এই ধৰণৰ কথা-বতৰাই আমাৰ মাজত হৈছিল। বিশেষকৈ জৰ্জ্জ জোছেফৰ লগত কথা পতা মনত পৰে। তেতিয়া আমি সেই সিদ্ধান্ততে উপনীত হৈছিলোঁ। সেই সময়ৰপৰাই জোছেফ আমাৰপৰা বহুত আঁতৰি গ'ল আৰু আন কি আমাৰ কাৰ্য্যকলাপবোৰ চোকা সমালোচনা কৰা হ'ল। লক্ষ্ণৌ জেলৰ 'ছিভিল ৱৰ্ডত' শৰৎকালৰ এদিন গধূলি আমাৰ মাজত হোৱা কথা-বতৰা তেওঁৰ মনত পৰেনে চাগৈ?

লাহে লাহে কাম আৰু ব্যায়ামৰ এটা দৈনন্দিন কাৰ্য্য-পদ্ধতিৰ লগত আমি অভ্যস্ত হৈ পৰিলোঁ। ব্যায়ামৰ কাৰণে আমি সেই বেৰি খোৱা ঠাইডোখৰৰ চাৰিউ-

ফালে লৰিঢাপৰি ফুৰোঁ, দুজনে আকৌ আমাৰ চোতালত থকা নাদটোৰপৰা এটা প্ৰকাণ্ড বাল্টি সাঙুৰি দিয়া দুটা কলদে টানাদি টানি আনো। এনেকৈয়ে আমাৰ মেৰ্বানৰ ভিতৰৰ সৰু শাকনিবাৰীখনত আমি পানী দিওঁ। আমাৰ সৰহ ভাগেই নিতৌ অলপ অচৰপ সূতা কাটিছিলোঁহক। কিন্তু সেই জাৰকালিৰ দিনবিলাকত আৰু দীঘল সন্ধিয়া সময়খিনিত, পঢ়াতহে মই বেচি সময় কটাইছিলোঁ। প্ৰায় সদায়েই চুপাৰিণ্টেণ্ডেণ্টে যেতিয়াই জেল চাবলৈ আহে তেতিয়াই মোক পঢ়ি থকা দেখে। মই সেইদৰে পঢ়ি থকা দেখি, তেওঁৰ বোধ হয় গাৰ পোৰণি উঠিছিল। এই বিষয়ে তেওঁ এদিন মন্তব্যও কৰিছিল। তেওঁ কৈছিল, তেওঁ বোলে সাধাৰণ পঢ়া-শুনা বাৰ বছৰ বয়সতে শেষ কৰিছে! অৱশ্যে পঢ়া-শুনাৰপৰা দূৰত থকাৰ কাৰণেই সেই বীৰ ইংৰাজ কৰ্ণেলজনে বহুত বিৰক্তিজনক ভাব-চিন্তাৰপৰা নিজকে মুক্ত ৰাখিব পাৰিছিল আৰু সিয়েই পিচত তেওঁক জেলসমূহৰ ইন্সপেক্টৰ জেনেৰেল পদলৈ উন্নীত হোৱাত সহায় কৰিলেগৈ।

শৰৎ কালৰ গধূলিৰ দীঘলীয়া সময়খিনি আৰু ভাৰতৰ নিৰ্ম্মল আকাশ—এই দুয়োটাই তৰাবিলাকৰ ফালে আমাৰ মন আকৰ্ষণ কৰিলে। কিছুমান মেপৰ সহায় লৈ আমি কিছুমান তৰা চিনি উলিয়ালোঁ। গধূলি হ'লেই আমি সিহঁত কেতিয়া ওলাই তাকে বাট চাই থাকোঁ আৰু ওলালেই পুৰণি চিনাকি মানুহ লগ পোৱাৰদৰেই ওলগ জনাওঁ।

এনেকৈয়ে কটাইছিলোঁ আমাৰ সময়খিনি। দিনবিলাক গৈ গৈ সপ্তাহত পৰিছিল আৰু সপ্তাহ গৈ গৈ মাহত পৰিছিল। কোনো লৰ-চৰ নোহোৱা দৈনন্দিন কাম-কাজবোৰত আমি অভ্যস্ত হৈ পৰিলোঁ। বাহিৰত আমাৰ কামৰ ভাৰ লৈছে নাৰীসকলে—আমাৰ আই, বাই, ভনী আৰু জীয়াৰীহঁতে। বৈ বৈ তেওঁলোকৰ আমনি লাগি গৈছিল। তেওঁলোকৰ মৰমৰ আত্মীয়-স্বজনসকল ফাটেকৰ ভিতৰত থকাত তেওঁলোকৰ নিজৰ এই স্বাধীনতা তেওঁলোকৰ মানত গালিৰদৰে ভিতাহে লাগিছে।

১৯২১-ৰ ডিচেম্বৰ মাহত আমাৰ প্ৰথম গ্ৰেপ্তাৰৰ পিচৰপৰাই পুলিচ প্ৰায়েই আমাৰ এলাহাবাদৰ ঘৰ আনন্দ ভৱনলৈ আহিছিল। মোৰ আৰু দেউতাৰ জৰিমনাৰ টকা আদায় কৰাই তেওঁলোকৰ উদ্দেশ্য আছিল। কংগ্ৰেছৰ নিয়ম আছিল—নিজে ইচ্ছা কৰি জৰিমনা নিদিয়াটো। গতিকেই পুলিচ দিনে দিনে আমাৰ ঘৰলৈ আহে আৰু কোৰোক কৰি চকী-মেজ আদি দুই এখনকৈ লৈ যায়। মোৰ চাৰি বছৰীয়া ছোৱালী ইন্দিৰাই এইদৰে বস্তু-বাহানিবিলাক নষ্ট কৰা আৰু লৈ যোৱা দেখিব নোৱাৰিছিল। তাই পুলিচৰ এই কামৰ প্ৰতিবাদ কৰিছিল আৰু নিজৰ মনৰ অসন্তোষ প্ৰকাশ কৰিছিল। মোৰ ভয় হয়, আগলৈকো কিজানি সাধাৰণ পুলিচ-বাহিনীৰ প্ৰতি তাইৰ ধাৰণাৰ ওপৰত বাল্যকালৰ এই স্মৃতিৰ প্ৰভাৱ ৰৈ যাব।

জেলত আমাক অৰাজনৈতিক সাধাৰণ ফাটেকিয়ালবিলাকৰপৰা বেলেগাই ৰাখিবলৈ যত্ন কৰা হৈছিল আৰু সাধাৰণতে বিশেষ ফাটেক কিছুমান ৰাজনৈতিক ফাটেকিয়ালৰ কাৰণে আছুতীয়াকৈ ৰখা হৈছিল। কিন্তু একেবাৰেই বেলেগাই ৰখাটো অসম্ভৱ। আমি প্ৰায়েই তেওঁলোকৰ সংস্পৰ্শত আহিছিলোঁ আৰু তেওঁলোকৰপৰা প্ৰত্যক্ষভাৱে সেই দিনৰ বন্দী-জীৱনৰ বাস্তৱ ৰূপটোৰ বিষয়ে জানিব

পাৰিছিলোঁ। ই হৈছে দৈহিক অত্যাচাৰ আৰু অবৈধ উপায়ে পদ আদি লাভৰ চেষ্টাৰ এটা কৰুণ কাহিনী। আমাক যি খাবলৈ দিয়া হৈছিল, সেয়া আছিল অসম্ভৱ বেয়া। মই বহুত বাৰ পৰীক্ষা কৰি পাইছোঁ যে সেইবোৰ একেবাৰে অখাদ্য। সাধাৰণতে জেল-কৰ্ম্মচাৰীবিলাক কম দৰ্ম্মহা পোৱা আৰু অকৰ্ম্মণ্য চাকৰিয়াল। ইঁহতে নানা ৰকম অত্যাচাৰ কৰি ফাটেকিয়াল আৰু ফাটেকিয়ালৰ লগা-ভগা মানুহৰপৰা টকা আদায় কৰে। জেলাৰ, তেওঁৰ সহকাৰী আৰু ওৱৰ্ডাৰসকলৰ দায়িত্ব আৰু কৰ্ত্তব্যৰ যিবোৰ কথা জেল-মেনুৱেলত লিখা আছে, সেইবিলাক ইমান বেচি আৰু বেলেগ বেলেগ ধৰণৰ যে, কোনো মানুহৰ পক্ষেই সেই দায়িত্ব আৰু কৰ্ত্তব্য বুজি-বাজি আৰু দক্ষতাৰে পালন কৰা প্ৰায় অসম্ভৱ। যুক্তপ্ৰদেশ (আৰু কি জানি আন প্ৰদেশতো) জেলৰ পৰিচালনা কাৰ্য্যৰ সাধাৰণ নিয়মৰ লগত ফাটেকিয়ালৰ চৰিত্ৰ-সংশোধন, সদ্ব্যৱহাৰৰ শিক্ষাদান বা কোনো কাৰ্য্যকৰী ব্যৱসায় শিকোৱাৰ সম্বন্ধ নাই। ফাটেকত পৰিশ্ৰম কৰাৰ উদ্দেশ্যই হ'ল ফাটেকিয়ালক এশিকনি দিয়া।* তাক ভয় দেখুৱাই তাৰপৰা অন্ধ আনুগত্য আদায় কৰিবই লাগিব। তাৰ উদ্দেশ্য হ'ল সি যেন ফাটেকৰপৰা উভতি যাওঁতে এনে এটা ভয় আৰু বিভীষিকাৰ স্মৃতি লৈ যায়, যাতে সি অপৰাধ কৰিবলৈ আৰু ফাটেকলৈ উভতি যাবলৈ একেবাৰেই এৰি দিয়ে।

যোৱা কেইবছৰত ফাটেকৰ অৱস্থা কিছু ভাললৈ আহিছে। খোৱা আহাৰ আগতকৈ ভাল হৈছে, কাপোৰ আৰু আন আন বিষয়তো কিছু ভাল হৈছে। ৰাজনৈতিক বন্দীসকলে ফাটেকৰপৰা মুক্তি পোৱাৰ পিচত বাহিৰ ওলাই আহি কৰা আন্দোলনৰ ফলতেই সেইখিনি হৈছে বুলিব লাগে। সহযোগৰ কাৰণেই ওৱাৰ্ডাৰসকলেৰো দৰ্ম্মহা বাঢ়িল; কাৰণ তেতিয়াহে যদি ওৱাৰ্ডাৰহঁত চৰকাৰৰ অনুগত হৈ থাকে। ল'ৰাহঁতক আৰু কম বয়সীয়া ফাটেকিয়ালবিলাকক লেখা-পঢ়া শিকোৱা এটা সামান্য চেষ্টা দেখা গ'ল। এইবিলাক পৰিৱৰ্ত্তন হোৱাটো ভালেই, কিন্তু এইকণ পৰিৱৰ্ত্তনে সমস্যাটো চুইহে গ'ল মাত্ৰ, ভিতৰত আগৰ যেনে মনোভাৱ, তেনেই থাকিল।

সৰহ ভাগ ৰাজনৈতিক ফাটেকিয়ালেই সাধাৰণ ফাটেকিয়ালৰ দৰে ব্যৱহাৰ পাইছিল। তেওঁলোকৰ কাৰণে কোনো বিশেষ সুবিধা নাছিল বা তেওঁলোকৰ প্ৰতি

---

* যুক্তপ্ৰদেশৰ জেল মেনুৱেলৰ ৯৮৭ ধাৰাত আছিল—(নতুন সংস্কৰণৰপৰা তাক বাদ দিয়া হৈছে) জেলৰ দৈহিক পৰিশ্ৰম কেৱল ফাটেকিয়ালক কামত লগাই থোৱাৰ যুধি বুলি ভাবিলেই নহ'ব। মনত ৰাখিব লাগিব—ইয়াৰ প্ৰধান উদ্দেশ্য হৈছে শাস্তি দিয়া। ইয়াৰপৰা লাভ কৰাটোতো বেচি গুৰুত্ব দিব নেলাগে। জেলত কৰোৱা কামৰ প্ৰধান আৰু গুৰুত্বপূৰ্ণ কথা হ'ল যে বন্দী-জীৱন হ'ব লাগিব অতিশয় বিৰক্তিজনক, কঠোৰ আৰু অন্যায়কাৰীৰ কাৰণে ভয়াবহ জীৱন।

ইয়াৰ লগত ছোভিয়েট্ সমাজতান্ত্ৰিক যুক্তৰাষ্ট্ৰৰ ফৌজদাৰী আইনৰ তুলনা কৰিব পাৰি—

৯ ধাৰা—দৈহিক কষ্টদান, মানুহ হিচাপে দিব লগা মৰ্য্যাদাৰ লাঘৱ কৰা, প্ৰতিশোধ লোৱা বা শাস্তি দিয়া—সমাজৰ প্ৰতিৰক্ষা কৰিবলৈ যাওঁতে গ্ৰহণ কৰা উপায়সমূহৰ এইবোৰ উদ্দেশ্য হোৱা উচিত নহয়।

২৬ ধাৰা—কাৰাদণ্ড ৰক্ষাৰ এটা উপায় যেতিয়া, তাত কোনো অত্যাচাৰৰ স্থান নাই আৰু তাৰদ্বাৰা অন্যায়কাৰীক আৱশ্যকীয় বা অতিৰিক্ত দুখ দিয়া অনুচিত।

ব্যৱহাৰো কোনো বেলেগ ধৰণৰ নাছিল; কিন্তু অইনতকৈ তেওঁলোক সহজে এৰা ভকত নাছিল কাৰণে তেওঁলোকৰ মুৰত কঠাল ভঙা সহজ নাছিল আৰু তেওঁলোকৰ-পৰা টকা আদায় কৰাও টান আছিল। এইবিলাক কাৰণতে জেল-কৰ্ম্মচাৰীসকলে তেওঁলোকক বৰ ভাল নেপাইছিল। গতিকে সুবিধা পালেই, কোনোবাই তেওঁলোকৰ জেল-নিয়মৰ চুলিডালমানো ইফাল-সিফাল কৰিলেই গুৰু-শাস্তিৰ ব্যৱস্থা আছিল। এনেকৈয়ে জেলৰ নিয়ম ভংগ কৰিছে বুলি পোন্ধৰ যোল বছৰীয়া এজন ল'ৰাৰ (তেওঁ নিজে তেওঁৰ নাম আজাদ বুলি কৈছিল) ওপৰত বেত্ৰাঘাতৰ আদেশ জাৰি হৈছিল। তেওঁক নাঙঠ কৰি বেত্ৰাঘাত কৰা ঠাইলৈ লৈ গৈ বেত্ৰাঘাত আৰম্ভ কৰা হ'ল। বেতৰ প্ৰত্যেকটো কোৰ যেতিয়া তেওঁৰ গাত কাটি কাটি বহিবলৈ ধৰিলে, তাৰ লগে লগে তেওঁ চিঞৰি উঠিবলৈ ধৰিলে—"মহাত্মা গান্ধীকী জয়"। অচেতন হোৱাৰ আগলৈকে ল'ৰাটিয়ে সেইদৰে ধ্বনি কৰি আছিল। পিচত এই ল'ৰাটিয়েই টেৰৰিষ্ট দলৰ নেতা হৈছিলগৈ।

## আকৌ মুক্তি

ফাটেকত মানুহ বহুত বস্তুৰপৰাই বঞ্চিত হয়। কিন্তু মানুহে এটাইতকৈ বেচি অভাৱ অনুভৱ কৰে নাৰীৰ কণ্ঠস্বৰ আৰু শিশুৰ হাঁহি। ফাটেকত শুনিবলৈ পোৱা মাত-কথা শুনি বৰ ভাল নেলাগে। ফাটেকৰ কথা-বতৰা বৰ কৰ্কশ, ভয়-মিহলি, ভাষা তল খাপৰ আৰু অশ্লীল। মোৰ মনত আছে এদিন হঠাৎ এটা নতুন অভাৱ অনুভৱ কৰিলোঁ। লক্ষ্ণৌ জেলত থাকোঁতে হঠাৎ এদিন মনত পৰিল যে, সাত-আঠ মাহ মই কুকুৰৰ মাত শুনা নাই।

১৯২৩-ৰ জানুৱাৰী মাহৰ শেহৰ ফালে আমাৰ গোটেইবিলাক ৰাজনৈতিক বন্দীকে মুক্তি দিলে। লক্ষ্ণৌত তেতিয়া বিশেষ শ্ৰেণীৰ বন্দীৰ সংখ্যা এশ আৰু দুশৰ ভিতৰত। ১৯২১-ৰ ডিচেম্বৰত বা ১৯২২-ৰ আগছোৱাত যিসকলৰ কাৰাদণ্ড হৈছিল তেওঁলোকৰ ফাটেক খটাৰ কাল শেষ হৈছে। মুঠে যিসকলৰ দীঘলীয়াকৈ ফাটেক হৈছিল আৰু যিসকল আকৌ উভতি আহিছে—তেওঁলোকহে আছিলগৈ। সাধাৰণভাৱে সকলোকে জেলৰপৰা মুক্তি দিয়া হ'ব বুলি আমি শুনা নাছিলোঁ। সেই কাৰণে হঠাৎ এইদৰে মুক্তি পাই আমি আচৰিত। স্থানীয় প্ৰাদেশিক বিধান-সভাত সাধাৰণভাৱে সকলো ৰাজনৈতিক বন্দীকে জেলৰপৰা মুক্তি দিয়াৰ এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল স'চা, কিন্তু চৰকাৰী শাসন-পৰিষদে কাচিৎহে তেনেকুৱা দাবীলৈ কাণ দিয়ে। পিচে চৰকাৰৰ কাৰণে এইটো বৰ বঢ়িয়া সময় হৈছে। চৰকাৰৰ বিপক্ষে কংগ্ৰেছে এতিয়া একো কৰা নাই, কংগ্ৰেছ-কৰ্ম্মীসকলে নিজৰ ভিতৰতে খোৱা-কামোৰাত লাগিছে। জেলত নামজুৱা কৰ্ম্মীসকল আৰু বেচি নাই। সেই কাৰণেই এইৰূপ দয়া তেওঁলোকে দেখুৱাইছিল।

জেলৰ দুৱাৰমুখ পাৰ হৈ ওলাই আহোঁতে এটা সকাহৰ ভাব, এটা আনন্দৰ উত্তেজনা সদায় মনলৈ আহে। মুকলি বতাহ, মুকলি পথাৰ, আলিবাটৰ মানুহ-

দূৰ্দূহ, যান-বাহনৰ আয়োজনৰ দৃশ্য, পূৰণি বন্ধু-বান্ধৱৰ লগত দেখা-সাক্ষাত—এই সকলোবিলাকে মনত এটা উত্তেজনাৰ সৃষ্টি কৰে। বাহিৰ জগতৰ সংস্পৰ্শত আহি প্ৰথমতে মনটো বলিয়া হৈ উঠে। আমি আনন্দত অধীৰ হৈ উঠিছিলোঁ। কিন্তু সেইটো আছিল এটা ক্ষণিক আনন্দহে; কাৰণ কংগ্ৰেছৰ ৰাজনীতিৰ অৱস্থা তেতিয়া অতি শোচনীয়। আদৰ্শৰ ঠাইত আছিল ষড়যন্ত্ৰ আৰু বিভিন্ন উপদলবিলাকে নানা উপায়েৰে কংগ্ৰেছ অনুষ্ঠান দখল কৰিবলৈ যত্ন কৰিছিল—যাৰ ফলত ৰাজনীতি বুলিলে নাক কোঁচাবলগীয়া অৱস্থা হৈছিলগৈ।

মোৰ নিজৰ মত আছিল কাউঞ্চিলত সোমোৱাৰ বিপক্ষে, কাৰণ তাৰ ফলত আপোচ মীমাংসাৰ কাৰণে খটোৱা কৌশলত ধৰা পৰিব লাগিব আৰু আমাৰ উদ্দেশ্যাত লাহে লাহে চেঁচা পানী ঢলা হ'ব। কিন্তু দৰাচলতে দেশত ৰাজনৈতিক কাৰ্য্যপন্থাৰ আন কোনো আঁচনি নাছিল। পৰিৱৰ্ত্তন বিৰোধীসকলে গঠনমূলক কাৰ্য্যৰ ওপৰত ভিৰ দিলে। গঠনমূলক কাৰ্য্যৰ অৰ্থ প্ৰকৃততে সমাজ-সংস্কাৰ। তাৰপৰা প্ৰধানকৈ সুবিধা হ'ব এইটোৱেই যে, ই আমাৰ কৰ্ম্মীসকলক জনসাধাৰণৰ সংস্পৰ্শলৈ আনিব। কিন্তু যিসকলে ৰাজনৈতিক কাৰ্য্যপন্থাতহে বিশ্বাস কৰিছিল, তেওঁলোক ইয়াত সন্তুষ্ট নহ'ল। কিন্তু এইটোও সঁচা যে এটা প্ৰত্যক্ষ সংঘৰ্ষত নামি তাত অকৃতকাৰ্য্য হোৱাৰ পিচত কিছুদিন সংসদী নিয়ম-তন্ত্ৰ মানি তাৰ ভিতৰেদি আন্দোলন চলোৱাৰ বাহিৰে আৰু আন উপায় নাই। কিন্তু এই নতুন আন্দোলনৰ নেতা দুজন, দেশবন্ধু দাস আৰু দেউতাই আন্দোলনটোৰ প্ৰতিবন্ধক সৃষ্টি কৰা আৰু উলাই কৰাৰ নীতি-ৰেহে পৰিচালনা কৰাৰ কথা ভাবিছিল, সহযোগিতা বা গঠনমূলক নীতিৰে নহয়।

শ্ৰী চি. আৰ. দাস বিধান-সভাত সোমোৱাৰ পক্ষপাতী আছিল, তাৰ মাজেদিও জাতীয় আন্দোলন সক্ৰিয়ভাৱে চলাই থাকিবৰ কাৰণেহে। দেউতাৰো ইচ্ছা আছিল সেয়ে। ১৯২০ চনত তেখেতে যে কাউঞ্চিল-ত্যাগ আন্দোলন সমৰ্থন কৰিছিল, গান্ধীজীৰ মতৰ ওচৰত নিজৰ মত সমৰ্থন কৰাৰ ফলতহে সি সম্ভৱ হৈছিল। তেখেতে জাতীয় আন্দোলনত গোটেইখিনি শক্তি প্ৰয়োগ কৰিবলৈ মন কৰিছিল আৰু তাকে কৰাৰ একমাত্ৰ উপায় আছিল গান্ধীজীৰ কাৰ্য্যপন্থা সম্পূৰ্ণ ৰূপে মানি লোৱা। ডেকা বয়সৰসকলৰ মনেৰে ছিন্‌ফিনসকলে পাৰ্লিয়ামেণ্টৰ আসনবিলাক দখল কৰি তাৰ পিচত হাউচ অব কমন্সত যোগ দিবলৈ অস্বীকাৰ কৰিছিল। ১৯২০-ৰ জহকালি সেই ধৰণৰ বয়কোটৰ কৌশল ল'বলৈ গান্ধীজীক টানি ধৰাৰ কথা মোৰ মনত আছে; কিন্তু এইবোৰ কথাও তেওঁ একেবাৰেই আঁকোৰগজালিকৈ ধৰিছিল। মহম্মদ আলি তেতিয়া খিলাফৎ সঁজাতী দল এটাৰ লগত গৈ ইউৰোপত আছিল। উভতি আহি তেৰোঁ গান্ধীজীয়ে যি বয়কটৰ নিৰ্দ্দেশ দিছিল তাত অসন্তুষ্টি প্ৰকাশ কৰিছিল। তেৰোঁ ছিনফিনসকলৰ কৌশল প্ৰয়োগ কৰাটোকে ভাল পালেহেঁতেন। কিন্তু আনে সেই বিষয়ে কি ভাবিছিল, নেভাবিছিল সেইটো একো কথা নহয়, কাৰণ অৱশেষত গান্ধীৰ মতেইহে ৰজিবগৈ। আন্দোলনৰ স্ৰষ্টা আছিল তেৱেঁই। গতিকে তাৰ খুটি-নাটিবিলাক ঠিক কৰি দিয়াৰ স্বাধীনতাও তেওঁৰেই থকা উচিত বুলি সকলোৱে ভাবিছিল। ছিনফিন কৌশল প্ৰয়োগ কৰাৰ বিপক্ষে তেওঁৰ যুক্তি আছিল (এই কৌশল হিংসামূলক হোৱাৰ বাহিৰেও) এই যে, ভোট দিয়া থাকিলে

যোৱাৰপৰা আৰু ভোট দিয়াৰপৰা বিৰত থাকিবলৈ কৰা প্ৰত্যক্ষ আহ্বানটো জনসাধাৰণে বিমান ভালকৈ বুজিব এই বৰকট কৌশলটো (ছিনফিনৰ) সিমান ভালকৈ নুবুজিব। নিৰ্ব্বাচিত হৈ তাৰ পিচত কাউঞ্চিললৈ নোযোৱাকৈ থকা কথাটোৱে জনসাধাৰণৰ মনত খেলিমেলিহে লগাব। তাৰ উপৰি, এবাৰ নিৰ্ব্বাচিত হৈ কাউঞ্চিললৈ যাব পাৰিলে সেই নিৰ্ব্বাচিতসকলৰ মন কাউঞ্চিলতহে বহি যাব আৰু তাৰপৰা ওলাই অহাই তেওঁলোকৰ পক্ষে টান পৰিব। আমাৰ আন্দোলন ইমান শৃঙ্খলাবদ্ধ আৰু শক্তিশালী নাছিল যে তেওঁলোকক কাউঞ্চিললৈ নোযোৱাকৈ বেচি দিন ৰখাটো সম্ভৱ হ'ব। আৰু কাউঞ্চিলত থাকোঁতে থাকোঁতে লাহে লাহে তেওঁলোকৰ মনবিলাক তললৈ গৈ থাকিব। তেওঁলোকে ক্ৰমে কাউঞ্চিলত থকাৰ যোগেদি প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে চৰকাৰৰপৰা সুবিধা গ্ৰহণ কৰিবলৈ ল'ব।

এইবিলাক কথাত গভীৰ যুক্তি আছিল আৰু সঁচাসঁচিকৈয়ে দ্বিতীয় দশকৰ মাজভাগত স্বৰাজ দলে কাউঞ্চিলত প্ৰৱেশ কৰাৰ পিচত আমি তাৰ প্ৰমাণ পাইছিলোঁ। তথাপি ১৯২০ চনত কংগ্ৰেছ বিধান-সভাৰ আসন দখল কৰা হলে কি হ'লহেঁতেন সেইটো নভবাকৈ নোৱাৰি। খিলাফৎ কমিটীৰ সহায়ত তেতিয়া কংগ্ৰেছে কেন্দ্ৰীয় আৰু প্ৰাদেশিক প্ৰত্যেকটো নিৰ্ব্বাচিত আসন লাভ কৰিব পাৰিলেহেঁতেন যে তাত সন্দেহ নাই। আজি (আগষ্ট ১৯৩৪) আকৌ কেন্দ্ৰীয় ব্যৱস্থা পৰিষদলৈ কংগ্ৰেছ-সদস্য পঠোৱাৰ কথা চলিছে আৰু এই উদ্দেশ্যেৰে পাৰ্লিয়ামেণ্টৰ বৰ্ডো গঠিত হৈছে। ১৯২০-ৰ পিচত নানা ঘটনাৰ কাৰণে আমাৰ সামাজিক আৰু ৰাষ্ট্ৰীয় জীৱনৰ ফাটবিলাক বহল আৰু দ হৈ পৰিছে। কংগ্ৰেছে নিৰ্ব্বাচনত যিমানেই সাফল্য লাভ নকৰক, ১৯২০-ত যিমানখিনি সফলতা লাভ কৰিলেহেঁতেন, এতিয়া সিমানখিনি সম্ভৱ নহয়।

ফাটেকৰপৰা ওলাই অহাৰ পিচত মই আন কেইজনমানৰ লগত লগ লাগি কাজিয়া কৰা দুয়োপক্ষৰ মাজত আপোচ মীমাংসাৰ চেষ্টা কৰিবলৈ ধৰিলোঁ। তাৰ কিন্তু বিশেষ ফল নধৰিলে। পৰিৱৰ্ত্তকামী আৰু পৰিৱৰ্ত্তনবিৰোধী দুয়ো দলৰ নীতিৰ প্ৰতিয়েই মই বিৰক্ত হৈ পৰিলোঁ। যি হওক যুক্তপ্ৰদেশৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সম্পাদক হিচাপে মই কংগ্ৰেছ প্ৰতিষ্ঠানসমূহৰ গঠন কাৰ্য্যতে লাগিলোঁ। যোৱা বছৰৰ আলোড়নৰ পিচত কৰিবলগীয়া বহুত কাম আছিল। মই কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলোঁ। কিন্তু কাম কৰিহে গৈছিলোঁ—সমুখত উদ্দেশ্য বৰ স্পষ্ট নাছিল। মনৰ দৃঢ়তাও বৰ নাছিল। এনেতে এখন নতুন কৰ্ম্মক্ষেত্ৰ মোৰ সমুখত মেল খালে। জেলৰপৰা ওলোৱা কেই সপ্তাহমানৰ পিচতে মোক টানিআজুৰি আনি এলাহাবাদ পৌৰসভাৰ নেতৃত্ব বহন কৰিবলৈ লগাই দিলে। এই নিৰ্ব্বাচন ইমান অপ্ৰত্যাশিত আছিল যে তাৰ পঞ্চল্লিছ মিনিটৰ আগলৈকে এই সম্পৰ্কে মোৰ নাম কোনেও উল্লেখ কৰা যে নাছিলেই আন কি ভবাও নাছিল কিজানি। কিন্তু শেষ মুহূৰ্ত্তত কংগ্ৰেছপক্ষীয়সকলে ভাবিলে যে তেওঁলোকৰ দলৰ একমাত্ৰ মোৰহে নিৰ্ব্বাচনত সাফল্যৰ সম্ভাৱনা বেচি।

সেই বছৰত দেখা গ'ল যে গোটেই দেশতে নেতৃস্থানীয় কংগ্ৰেছ-কৰ্ম্মীসকল পৌৰসভাৰ সভাপতি হৈছিল। শ্ৰী চি. আৰ. দাস কলিকতা কৰ্পʼৰেচনৰ প্ৰথম মেয়ৰ

হৈছিল, শ্ৰীবিঠলভাই পেটেল বোম্বাই কৰ্পৰেচনৰ সভাপতি আৰু সৰ্দাৰ বল্লভভাই পেটেল হৈছিল আহমদাবাদৰ। যুক্তপ্ৰদেশৰ সৰহ ভাগ ডাঙৰ ডাঙৰ পৌৰসভাৰ সভাপতিয়েই আছিল কংগ্ৰেছপন্থী।

পৌৰ প্ৰশাসনৰ বেলেগ বেলেগ ধৰণৰ কামবিলাক মোৰ ভাল লগা হ'ল। সেইবিলাকতে মই বেচি সময় খটুৱাবলৈ ধৰিলোঁ। ইয়াৰ কিছুমান সমস্যাই মোৰ মন আকৰ্ষণ কৰিলে। বিষয়টো মই অধ্যয়ন কৰিবলৈ ললোঁ আৰু মিউনিচিপেলিটি সংস্কাৰৰ বহুত উচ্চ জল্পনা-কল্পনাই মনত খিতাপি ললে। পিচতহে মই দেখিবলৈ পালোঁ যে, এতিয়া যি দৰে ভাৰতীয় পৌৰ সভাবিলাক গঠিত হৈছে, তাত চমকপ্ৰদ ডাঙৰ ডাঙৰ উন্নতিৰ পৰিকল্পনা মিছা। তথাপি-কৰিবলগীয়া কাম বহুত আছিল— যন্ত্ৰ পৰিষ্কাৰ কৰাৰ কাম, তাৰ গতিবেগ বৃদ্ধি কৰাৰ কাম আৰু তাৰ কাৰণে খাটিছিলোঁ ভালকৈয়ে। ঠিক সেই সময়তে মোৰ কংগ্ৰেছৰ কাম বাঢ়ি আহিল। প্ৰাদেশিক কংগ্ৰেছৰ সম্পাদক হোৱাৰ উপৰিও মোক নিখিল ভাৰত কংগ্ৰেছৰ সম্পাদক পাতি দিলে। এইবিলাক নানান ধৰণৰ কামৰ কাৰণে মই দিনে পোন্ধৰ ঘণ্টাকৈ খাটিবলগীয়া হৈছিল আৰু দিনৰ শেষত মোক ভাগৰে হেঁচা মাৰি ধৰিছিল।

ঘৰলৈ আহিয়েই যিখন চিঠি মোৰ চকুত পৰিল, সেইখন আছিল তেতিয়াৰ এলাহাবাদ উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ছাৰ গ্ৰীম্ উড্ মীয়াৰ্ছৰ। চিঠিখন মোক ফাটেকৰপৰা এৰি দিয়াৰ আগতে লিখা; অৱশ্যে সোনকালেই মোক এৰি দিয়া হ'ব বুলি জানি লিখা। তেওঁৰ সৌজন্যপূৰ্ণ ভাষা দেখি আৰু মোক মাজে মাজে তেওঁক লগ পাবলৈ কৰা নিমন্ত্ৰণ দেখি মই অলপ আচৰিত হৈছিলোঁ। তেওঁৰ লগত মোৰ প্ৰায় চিনাকি নোহোৱাৰ নিচিনাই। ১৯১৯-ত মই যেতিয়া আইন ব্যৱসায়ৰপৰা ফালৰি কাটি আঁতৰি আহিছোঁ, ঠিক তেতিয়াই তেওঁ এলাহাবাদলৈ আহিছে মাত্ৰ। বোধহয় তেওঁৰ আদালতত মই মাত্ৰ এটা গোচৰতহে ওকালতি কৰিছিলোঁ আৰু সেই-টোৱেই মুখ্য ন্যায়ালয়ত মোৰ শেষ গোচৰ। কি কাৰণত জানো, মোৰ কথা বৰকৈ নজনাকৈয়ে তেওঁ মোৰ প্ৰতি অলপ পক্ষপাতিতা কৰিছিল। তেওঁ মোক পিচত কৈছিল তেওঁৰ বোলে এটা ধাৰণা আছিল যে মই বহুদূৰলৈকে যাম। গতিকে মই যাতে ইংৰাজসকলৰ দৃষ্টিভঙ্গীটো বুজি পাওঁ, তাৰ কাৰণে তেওঁ মোৰ ওপৰত তেওঁৰ সৎ প্ৰভাৱ বিস্তাৰ কৰিবলৈ বিচাৰিছিল। তেওঁৰ কৌশল অতি সূক্ষ্ম আছিল। তেওঁৰ মত আছিল—আন আন বহুত ইংৰাজে আজিও যেনেকৈ ভাবে যে ভাৰতৰ সাধাৰণ উগ্ৰপন্থী ৰাজনৈতিক নেতা ইংৰাজবিৰোধী হোৱাৰ কাৰণ হৈছে যে ইংৰাজ-সকলে সামাজিক ক্ষেত্ৰত তেওঁলোকক বেয়া ব্যৱহাৰ কৰে। ইয়াৰপৰাই বিদ্বেষ, তিক্ততা আৰু উগ্ৰ মনোভাৱৰ সৃষ্টি হৈছিল। বহুত দায়িত্বপূৰ্ণ মানুহে অ'ত ত'ত কৈ ফুৰা এটা গল্প আছে। দেউতাক বোলে ইংৰাজসকলৰ এটা ক্লাবত নিৰ্ব্বাচনপ্ৰাৰ্থী হ'বলৈ অনুমতি নিদিয়াৰ কাৰণেই তেখেত ইংৰাজবিৰোধী চৰমপন্থী হৈছিল। এই গল্পৰ কোনো ভিত্তি নাই। প্ৰকৃত ঘটনাৰ ই এটা বিকৃত ৰূপ মাত্ৰ।* বহুত ইংৰাজে ভাবিছিল যে, সঁচাই হওক, মিছাই হওক, এনেকুৱা উদাহৰণৰপৰাই জাতীয় আন্দোলনত

*এই ঘটনাৰ বিশদ বিৱৰণীৰ কাৰণে ৩৮ শ অধ্যায়ৰ ফুটনোট চাওক।

গুৰি কি তাক বুজিব পাৰি। স'চা কথা ক'বলৈ গলে, তেনে ধৰণৰ কোনো বিষয়ত দেউতাৰেই বা মোৰেই কোনো আপত্তি কৰিবলগীয়া হোৱা নাছিল। গাইগুটীয়া-ভাৱে ইংৰাজ লোকৰপৰা আমি সদায় শিষ্টাচাৰপূৰ্ণ ব্যৱহাৰকেই পাই আহিছোঁ। তেওঁলোকৰ লগত ভালে ভালেই চলি আহিছোঁ। অৱশ্যে জাতি হিচাপে আমাৰ পৰাধীনতাৰ বিষয় আমি সদায় সচেতন আৰু তাৰ বাবে আমাৰ মনত ক্ষোভ খং আৰু বিদ্বেষ ভাব আছিল। স্বীকাৰ নকৰি নোৱাৰোঁ—আজিও ইংৰাজ লোকৰ লগত ভালকৈয়ে মিলিজুলি চলিব পাৰোঁ। অৱশ্যে কোনো চৰকাৰী বিষয়া হ'লে আৰু মোৰ প্ৰতি কিবা দয়া দেখুৱাব খুজিলে কথা বেলেগ হৈ পৰে। কিজানি উদাৰপন্থী বা আন যিসকলে ভাৰতৰ ৰাজনীতি ক্ষেত্ৰত ইংৰাজৰ লগত অসহযোগ কৰি চলে তেওঁলোকতকৈ সেই ইংৰাজসকলৰ লগতহে মোৰ মিল বেচি।

ছাৰ গ্ৰীম উডৰ ভাব আছিল বন্ধুত্বপূৰ্ণ আদান-প্ৰদান আৰু খোলা আৰু শিষ্টাচাৰপূৰ্ণ ব্যৱহাৰৰ তিক্ততাৰ মূল কাৰণটো সমূলঞ্চে উভালি পেলোৱা। কেইবা-বাৰো তেওঁৰ লগত মোৰ দেখা হৈছিল। কিবা-কিবি মিউনিচিপেল টেক্সত আপত্তি কৰাৰ চলেৰে তেওঁ মোৰ তালৈ আহে আৰু নানান বিষয়ে কথা-বতৰা পাতি যায়হি। এবাৰ তেওঁ ভাৰতীয় চৰমপন্থীসকলক গালি পাৰি থেকেচি পেলালে। তেওঁ কৈছিল, তেওঁলোক বোলে ভীৰু, চৰিত্ৰহীন, মেৰুদণ্ডহীন, দুৰ্ব্বল, সুবিধাবাদী। তেওঁৰ ভাষা ইয়াতকৈয়ো বেচি তীব্ৰ আৰু বেচি কৰ্কশতাপূৰ্ণহে আছিল। "আপুনি ভাবে নেকি তেওঁলোকৰৰ প্ৰতি আমাৰ কিবা সম্মান আছে?" তেওঁ মোক কৈছিল। কিয়নো তেওঁ এনেকৈ কৈছিল মই ভাবি নেপাইছিলোঁ; তেওঁ বোধহয় ভাবিছিল যে, সেইদৰে কলে মই বৰ ভাল পাম। তেতিয়া তেওঁ লাহেকৈ নতুন কাউঞ্চিল আৰু মন্ত্ৰীৰ কথা উলিয়ালে আৰু মন্ত্ৰীসকলে কেনেকৈ দেশসেৱাৰ কাৰণে সুবিধা পায় তাৰ তাৰ কথাও কলে। শিক্ষাই আছিল জাতিৰ সমুখত এটা প্ৰধান সমস্যা। লাখ লাখ মানুহৰ ভাগ্যক ৰূপ দিব পৰা সুবিধা—যি সুবিধা জীৱনত এবাৰ মাথো আহে, সেই সুবিধা নিজৰ ইচ্ছা মতে কাম কৰিব পৰা শিক্ষামন্ত্ৰী এজনে নেপাব নে? তেওঁ আৰু কৈছিল—ধৰি লওক আপোনাৰদৰেই বুদ্ধি, চৰিত্ৰ আৰু আদৰ্শ থকা আৰু সেইবিলাকক ঠেলি আগবঢ়াই দিবলৈ যি উদ্যমৰ আৱশ্যক, সেই উদ্যম থকা এজন মানুহৰ হাতত গোটেই প্ৰদেশৰ শিক্ষাৰ ভাৰ দিয়া হৈছে, তেওঁ তেতিয়া কিছুমান চমকপ্ৰদ কাম কৰিব নোৱাৰিব নে? লগতে তেওঁ আৰু কলে যে, তেওঁ অলপতে প্ৰদেশৰ গৱৰ্ণৰক দেখা কৰিছিল আৰু মই যি নীতিৰেই চলাব খোজোঁ তেনেকৈয়ে চলোৱাত হেনো তেওঁলোকে অকণো হকা-বধাও নকৰে। তাৰ পিচত বপুৰাই বোধহয় বুজিলে যে তেওঁ যিমানদূৰ যোৱা উচিত আছিল, তাতকৈ বেচি গ'লগৈ। সেইদেখি কলে যে তেওঁ অৱশ্যে চৰকাৰৰ পক্ষৰপৰা কাকো তেনেকৈ কথা দিব নোৱাৰে আৰু তেওঁ যিখিনি কৈছে সেইখিনি তেওঁৰ ব্যক্তিগত মতামতহে।

ছাৰ গ্ৰীম উডৰ কূটনীতিপূৰ্ণ আৰু ঘূৰাই-পকাই কোৱা কথাখিনিৰ পিচত তেওঁ দিয়া প্ৰস্তাৱটোৰ পিনে মন দিলোঁ। মন্ত্ৰী হৈ চৰকাৰৰ লগত সহযোগিতা কৰাৰ কথা মই ভাবিবই নোৱাৰোঁ। স'চাকৈয়ে মোৰ কাৰণে যি এটা খিল লগা কথা। •কিন্তু সেই সময়ত আৰু পিচতো প্ৰায়ে কিবা স্থায়ী, প্ৰত্যক্ষ গঠনমূলক কাম কৰিবৰ

*কাৰণে মোৰ মনত বৰ ইচ্ছা হৈছিল। ধ্বংস, আন্দোলন, অসহযোগ—এইবোৰ মানুহৰ কাৰণে স্বাভাৱিক কথা নহয়। পিচে কি হ'ব? আমাৰ ভাগ্যই এনেকুৱা যে, সংঘৰ্ষ আৰু ধ্বংসৰ মৰুভূমি পাৰ হৈহে আমি সেইখন দেশ পামগৈ—য'ত আমি* গঠনমূলক কাম কিবা কৰিবগৈ পাৰোঁ। কিজানিবা জীৱনৰ সেই অস্থিৰ বালিময় ভূমিৰ মাজেদি টানি-আঁজুৰি ফুৰোঁতে ফুৰোঁতে দুখ-ভাগৰতে আমাৰ জীৱন যাব। কিবা কৰিব পাৰিলে কৰিবগৈ আমাৰ পো-নাতিহ'তেহে।

মন্ত্ৰী হোৱাটো সেই দিনত অতি সহজ আছিল—বিশেষকৈ যুক্তপ্ৰদেশত। যি দুজন মন্ত্ৰীয়ে অসহযোগ আন্দোলনৰ সময়ত কাম কৰিছিল তেওঁলোক গ'ল। কংগ্ৰেছৰপৰা যেতিয়া চলিত ব্যৱস্থাৰ বিপদ ঘটিব যেন দেখা গ'ল, তেতিয়া চৰকাৰে উদাৰপন্থী মন্ত্ৰীসকলক কংগ্ৰেছ দমনৰ কামত লগাবলৈ ধৰিলে। তেওঁলোকে তেতিয়া চৰকাৰৰপৰা সন্মান পোৱা হ'ল চৰকাৰী বিষয়াসকলেও তেওঁলোকক শ্ৰদ্ধা কৰি চৰিবলৈ ধৰিলে। সেই দুৰ্দ্দিনত চৰকাৰৰ সমৰ্থক বুলি মন্ত্ৰীসকলকে তেওঁলোক সাৰটি ধৰিছিল। তেওঁলোকে বোধহয় ভাবিছিল যে, সেই সন্মান আৰু শ্ৰদ্ধা তেওঁলোকৰ ন্যায্য প্ৰাপ্য। তেওঁলোকে বুজা নাছিল যে, কংগ্ৰেছৰ ব্যাপক আক্ৰমণৰ প্ৰতিক্ৰিয়া স্বৰূপেইহে চৰকাৰে তাকে কৰিছিল। আক্ৰমণৰ বল যেতিয়া কমি গ'ল, তেতিয়া সেই উদাৰপন্থী মন্ত্ৰীসকলৰ মূল্যও চৰকাৰৰ চকুত তেনেই কমি গ'ল আৰু হঠাৎ দেখা গ'ল যে, সন্মান আৰু শ্ৰদ্ধাৰ ক'তো সঁচ নাই। সেইটো কথাত মন্ত্ৰীসকলে ভাল নেপালে। কিন্তু নেপালেই বা! কাৰ কি হানি পৰিল? অতি সোনকালেই তেওঁলোকে পদত্যাগ কৰিবলৈ বাধ্য হ'ল। তেতিয়া আকৌ নতুন মন্ত্ৰীৰ কাৰণে বিচাৰ-খোচাব লাগিল। কিন্তু সোনকালে তেওঁলোক কৃতকাৰ্য্য হ'ব নোৱাৰিলে। কাউঞ্চিলত থকা এমুঠি উদাৰপন্থীয়ে তেওঁলোকৰ সহকৰ্ম্মীসকলক হঠাৎ গাদীৰপৰা নমাই দিয়াত তেওঁলোকৰ লগত সহানুভূতি দেখুৱাবলৈকে আঁতৰি থাকিল। বাকী-বিলাকৰ—তেওঁলোকৰ ভিতৰত সৰহ ভাগেই জমিদাৰ, অতি কমকৈহে যৎকিঞ্চিৎ শিক্ষা লাভ কৰা বুলি ক'ব পাৰি। কংগ্ৰেছে কাউঞ্চিল বয়কট কৰাৰ ফলত নানা ধৰণৰ নানা মানুহ তাত সোমাইছিলগৈ। এই সময়তে নে তাৰ অলপ পিচতে এজন মানুহক এবাৰ মন্ত্ৰীপদ যচাৰ গল্প আছে। তেওঁ বোলে তাৰ উত্তৰত কৈছিল, যে নিজকে অসাধাৰণ বুদ্ধিসম্পন্ন বুলি ভবাৰ ধৃষ্টতা তেওঁৰ নাই সঁচা, কিন্তু নিজকে তেওঁ অন্ততঃ অলপ নহয় অলপ বুধি থকা বুলি—বৰং সাধাৰণ মানুহতকৈ অলপ বেচি বুধি থকা বুলিয়েই ভাবিছিল আৰু সেইখিনি খ্যাতি তেওঁৰ আছে বুলিয়েই তেওঁ ধৰি লৈছিল। মন্ত্ৰীত্ব গ্ৰহণ কৰি এতিয়া জগতৰ আগত নিজকে জধামূৰ্খ বুলি চিনাকি দিয়াটোকে চৰকাৰে বিচাৰে নে কি?

এই প্ৰতিবাদৰ কাৰণ আছিল। উদাৰপন্থী মন্ত্ৰীসকল আছিল ঠেকমনা। ৰাজনীতি বা সামাজিক বিষয়ত তেওঁলোকৰ বহল দৃষ্টিভঙ্গী নাছিল। কিন্তু সেইটো তেওঁলোকৰ অনুৰ্ব্বৰ উদাৰপন্থী নীতিৰহে দোষ। তেওঁলোক অৱশ্যে ব্যৱসায়ী হিচাপে কাৰ্য্যদক্ষই আছিল আৰু বিবেক-বুদ্ধি অনুসাৰে তেওঁলোকৰ দৈনন্দিন কাম তেওঁলোকে চলাই যাব পাৰিছিল। তেওঁলোকৰ পিচত অহাসকলৰ কিছুমান আছিল জমিদাৰ শ্ৰেণীৰ লোক আৰু সাধাৰণতে ক'বগৈ গলেও তেওঁলোকৰ

*শিক্ষা অতি কম আছিল বুলিব লাগিব। মোৰ বোধেৰে তেওঁলোকক মুঠে সাধাৰণ বুদ্ধিহে ক'ব পাৰি, তাতকৈ আৰু বেছি একো ক'ব নোৱাৰি। প্ৰায় এনেকুৱাহে দেখা গৈছিল যে, এই ভদ্ৰলোকসকলক উচ্চ পদবী দি চৰকাৰে দেখুৱাব খুজিছিল যে, ভাৰতীয়বিলাক অতি অপদাৰ্থ। তেওঁলোকৰ বিষয়ে ক'ব পাৰি—"হে নাৰী, সৌভাগ্যই তোমাক আগবঢ়াই দিলে, যাতে মানুহে ভাবিব পাৰে যে, তোমাৰ অসাধ্য একো নাই"—ৰিচাৰ্ড গাৰ্ণেট।*

শিক্ষা থাওক নেথাওক তেওঁলোকৰ হাতত জমিদাৰসকলৰ ভোট আছিল আৰু তেওঁলোকে সুন্দৰ সুন্দৰ বাগিচাৰ মেলত চৰকাৰী বিষয়াসকলক আপ্যায়িত কৰিব পাৰিছিল। এৰা, থাবলৈ নোপোৱা দুখীয়া ৰায়তৰপৰা অনা ধনৰ আৰু তাতকৈ বেছি সদ্ব্যৱহাৰ কি হ'ব পাৰে?

## সন্দেহ আৰু সংঘৰ্ষ

যিবিলাক সমস্যাই মোক জুমুৰি দি ধৰি থাকে, সেইবিলাকৰপৰা হাত সাৰি থাকিবলৈকে মই নিজকে নানান কামত আৱদ্ধ ৰাখিছিলোঁ। কিন্তু সেইবোৰৰপৰা ৰক্ষা নাই। যিবোৰ প্ৰশ্ন মোৰ মনত সদায় নতুন নতুনকৈ জাগিব লাগিছে আৰু যাৰ যথাযথ উত্তৰ মই এতিয়াও বিচাৰি পোৱা নাই, তেনেবোৰ প্ৰশ্নৰ হাত সাৰি থাকিব পৰা নাই। কাম বুলিলে এতিয়া কিছুদূৰ নিজৰপৰাই লৰি পলোৱাৰ এটা চেষ্টাহে মাথোন হৈ পৰিছে। ১৯২০ আৰু ২১ চনত কাম বুলিলে যেনেকৈ পূৰ্ণ আত্ম-প্ৰকাশ আছিল, এতিয়া আৰু সি নাই। তেতিয়া মোক আৱৰণে ৰক্ষা কৰি আছিল। তাৰপৰা ওলাই আহি মই এতিয়া ভাৰত আৰু পৃথিৱীৰ আন আন ঠাইত ঘটা ঘটনাবিলাকৰ ফালে চকু দিলোঁ। আগেয়ে লক্ষ্য নকৰা বহুত পৰিবৰ্ত্তন দেখা পালোঁ, বিৰাট খেলিমেলি। গান্ধীজীৰ নেতৃত্বৰ ওপৰত মোৰ আস্থা অটুট থাকিল; কিন্তু তেওঁ আছিল .ফাটেকত, আমি ঢুকি নোপোৱাত। তেওঁৰ উপদেশ ল'ব নোৱাৰা অৱস্থা। তেতিয়া চলি থকা কংগ্ৰেছৰ কাউন্সিল পাৰ্টি আৰু পৰিবৰ্ত্তন বিৰোধী—এই দুই দলৰ এটাও মোৰ মনত লগা বিধৰ নাছিল। প্ৰথম দলটো সংস্কাৰপন্থী আৰু নিয়মতান্ত্ৰিক হৈ পৰিছিল আৰু তাৰ ফলত এটা অস্পষ্ট, অন্ধকাৰ ঠাইলৈহে যেন বাট বুলিব লগা হৈছে—তেনে যেন লাগিল। পৰিবৰ্ত্তন বিৰোধীসকলক মহাত্মাৰ একান্ত অনুগামী বুলি ধৰা হৈছিল; কিন্তু মহাপুৰুষসকলৰ শিষ্যসকলে যেনেকৈ গুৰুৰে দিয়া শিক্ষাৰ প্ৰতিটো আখৰ পালন কৰিবলৈ চেষ্টা কৰে, তাৰ অন্তৰ্নিহিত তত্ত্বৰ বিষয়ে নেভাবে, তেওঁলোকেও ঠিক তাকে কৰিছিল। গতিশীলতা তেওঁলোকৰ একেবাৰেই নাছিল আৰু কাৰ্য্যতঃ তেওঁলোকৰ সৰহ ভাগেই নিৰীহ, সাধু সমাজ-সংস্কাৰক মাত্ৰ। পিচে তেওঁলোকৰ এটা সুবিধা আছিল। তেওঁলোকে খেতিয়ক জনসাধাৰণৰ লগত সংস্পৰ্শ ৰক্ষা কৰি চলিছিল, কিন্তু স্বৰাজ্যবাদীসকলে হলে কাউন্সিলৰ ভিতৰতে সোমাই থাকি কেৱল সংসদী কৌশলকে লৈ ব্যস্ত আছিল।

মই ফাটেকৰপৰা ওলোৱাৰ অলপ পিচতে, দেশবন্ধু দাসে মোক স্বৰাজ্য দলৰ ফালে ঘূৰাবলৈ যত্ন কৰিছিল। মই পিচে তেওঁৰ কথাত মান্তি নহলোঁ যদিও অৱশ্যে মই কি কৰা উচিত, সেই বিষয়ে মোৰ স্পষ্ট ধাৰণা একো নাছিল। দেউতাই সেই সময়ত স্বৰাজ্য দলৰ কাৰণে বৰ খাটিছিল, যদিও তেওঁ কিন্তু মোক সেই ফালে ঢাল খুৱাবলৈ অকণো হেঁচা দিয়া নাছিল বা তাৰ কাৰণে মোৰ ওপৰত অলপো প্ৰভাৱ বিস্তাৰ কৰা নাছিল। কথাটো বৰ কৌতূহলপূৰ্ণ আৰু চমকপ্ৰদ হলেও, তেওঁৰ প্ৰকৃতিলৈ চাই সেইটো একো আচৰিত কথা নহয়। আন্দোলনত মই যোগ দিয়া হলে, তেওঁ বৰ ভালেই পালেহেঁতেন; কিন্তু অসাধাৰণভাৱেই মোৰ প্ৰতি সহনশীল হৈ সেই সম্পৰ্কে মোক নিজ ইচ্ছামতে চলিবলৈকে তেওঁ এৰি দিলে।

এই সময়ছোৱাত দেউতাৰ লগত শ্ৰী চি. আৰ. দাসৰ বৰ ওচৰ সম্বন্ধ। এই সম্বন্ধ কেৱল ৰাজনৈতিক লগৰীয়া হোৱাৰ সম্বন্ধ নহয়। আদহীয়া কালত বোধহয় অতি কমেইহে নতুন বন্ধুত্বই গঢ় লয়। গতিকে তেওঁলোকৰ ভিতৰত থকা অনুৰাগ আৰু সহৃদয়তা দেখি মই কম আচৰিত হোৱা নাই। দেউতাৰ চিনাকি মানুহ ঢেৰ আছিল আৰু হাঁহি-ধেমালিৰ মাজেদি তেওঁলোকৰ লগত মিলিব পৰা গুণ তেওঁৰ আছিল। তথাপি তেওঁ বন্ধুত্বৰ মাজতো সদায় সতৰ্ক আছিল আৰু পিচ বয়সত গৈ সকলো কথাকে হাঁহি উৰুৱাই দিয়া বিধৰ হৈছিলগৈ। তথাপি, তেওঁ আৰু দেশবন্ধুৰ ভিতৰত সকলো ব্যৱধান নাইকিয়া হৈ গৈছিল যেন লাগে। দুয়ো দুয়োকে অন্তৰেৰে ভাল পাইছিল। দেউতা বয়সত ন বছৰে ডাঙৰ আছিল, কিন্তু দুয়োৰে ভিতৰত দেউতাই আছিল বেচি বলী আৰু স্বাস্থ্যৱান। দুয়োৰে যদিও ওকালতিত প্ৰশিক্ষণ আছিল আৰু দুয়ো ব্যৱসায়ত যথেষ্ট সাহায্য অৰ্জ্জন কৰিছিল তথাপি বহুত কথাতে দুয়োৰে মাজত পাৰ্থক্য আছিল। উকিল আছিল যদিও শ্ৰীদাস আছিল কবি, কবিৰ উচ্ছ্বাসপূৰ্ণ অন্তৰ আছিল তেওঁৰ। মোৰ বিশ্বাস বঙলা ভাষাত তেওঁ সুন্দৰ কবিতা লিখিছে। তেওঁ বাগ্মী আৰু ধৰ্ম্মভাৱাপন্ন আছিল। দেউতা বেচি কামৰ মানুহ আছিল আৰু আছিল একেবাৰেই পোনপটীয়া। তেওঁ আছিল এজন ডাঙৰ সংগঠক। ধৰ্ম্মভাৱ তেওঁৰ নাছিলেই বুলিব লাগে। তেওঁ আছিল সদায় এজন যুঁজাৰু—এভুকু দিয়া, এভুকু লোৱা বিধৰ মানুহ। যাক মূৰ্খ বুলি তেওঁ ভাবিছিল, তাৰ লগত মিলিবলৈ বৰ টান পাইছিল। কোনোবাই প্ৰতিবাদ কৰিলে তেওঁ সমূলি সহিব নোৱাৰিছিল। প্ৰতিবাদ কৰাটোক ফেৰপতা বুলি তেওঁ ধৰি লৈছিল আৰু ভাবিছিল কঠোৰভাৱে তাক দমন কৰা উচিত। দেউতা আৰু দেশবন্ধু—দুয়োজনৰ দুই এঠাইত অমিল আছিল যদিও ইজনে সিজনৰ লগত খাপ খুৱাই লৈছিল আৰু দুয়ো লগলাগি দলৰ নেতৃত্ব বহন কৰিছিল অতি চমৎকাৰ সফলতাৰে। ইজনে সিজনৰ অপূৰ্ণতাখিনি পূৰণ কৰিছিল। ইজনৰ ওপৰত সিজনৰ সম্পূৰ্ণ বিশ্বাস আছিল। সেই বিশ্বাস ইমান দূৰ আছিল যে, ইজনে সিজনক কোনো বিবৃতি বা ঘোষণা দিয়াত, আগতে একো কৈ নথলেও নিজৰ নাম ব্যৱহাৰ কৰিবলৈ অবাধে এৰি দিছিল।

এই ব্যক্তিগত বন্ধুত্বৰ প্ৰভাৱৰ কাৰণেই স্বৰাজ্য দলৰ দৃঢ় প্ৰতিষ্ঠা আছিল আৰু দেশত সি শক্তিশালী আৰু মৰ্য্যাদাসম্পন্ন হৈ উঠিছিল। দুয়োৰে মাজত গঢ় লৈ

উঠা এই ব্যক্তিগত সম্পৰ্কটোৱেই দেশত দৃঢ় প্ৰতিষ্ঠা আৰু মৰ্য্যাদা লাভ কৰাত স্বৰাজ্য দলক বহুত দূৰ সহায় কৰিলে। কাউন্সিলৰ মাজেদি ব্যক্তিগত উন্নতিৰ সম্ভাৱনা দেখি বহুত ভাগ্যান্বেষী আৰু সুবিধাবাদী এই দলত ভৰ্ত্তি হৈছিল আৰু তাৰ ফলত আৰম্ভণিৰেপৰা দলৰ ভিতৰত ভাঙনৰ সম্ভাৱনাই ঠাই পাইছিল। চৰকাৰৰ লগত সহযোগিতা কৰাৰ আন্তৰিক ইচ্ছাৰেও বহুত উদাৰপন্থীয়ে ইয়াত যোগ দিছিল। নিৰ্ব্বাচনৰ পিচতেই এই সকলো মনোভাৱ ওপৰত ওলাই পৰিল; কিন্তু দলৰ নেতাসকলে তাক দমন কৰি পেলালে। দেউতাই ঘোষণা কৰি দিলে যে "বেমাৰী অংগ কাটি পেলাবলৈ"কো তেখেত অলপো পিচ নোহোঁহকে। এই ঘোষণা অনুযায়ী কামো কৰিছিল তেখেতে।

১৯২৩-ৰ পিচৰপৰা পাৰিবাৰিক জীৱনত মই বৰ শান্তি আৰু আনন্দ পাইছোঁ। কিন্তু সেইখিনি উপভোগ কৰিবৰ কাৰণে অকণো সময় খৰচ কৰা নাই। পাৰিবাৰিক সম্বন্ধৰ ক্ষেত্ৰত মই ভাগ্যৱানেই আছিলোঁ। কষ্টৰ সময়ত, বিপদৰ সময়ত, তেওঁলোকে মোক সান্ত্বনা দিছে, আশ্ৰয় দিছে। ১৯২০-ৰেপৰা মধুৰ ব্যৱহাৰৰ কাৰণে মোৰ পৰিবাৰৰ ওচৰত মই কিমান যে ঋণী, সেই কথা মনত পৰিলে মোৰ নিজৰ অযোগ্যতাৰ কাৰণে লাজ লাগে। তেওঁ আছিল অহঙ্কাৰী, ভাবপ্ৰৱণ। তথাপি তেওঁ মোৰ খেলিমেলি ইচ্ছা-অভিলাষক যে সহ্য কৰিছিলেই, তাৰ উপৰি যেতিয়াই মোৰ আৱশ্যক হৈছিল তেতিয়াই তেওঁ মোক শান্তি আৰু আৰাম দান কৰিছিল।

১৯২০ চনৰ পিচৰপৰা আমাৰ জীৱনযাত্ৰা প্ৰণালীৰ কিছু সাল-সলনি ঘটিল। জীৱনযাত্ৰা আগতকৈ হুত সৰল হৈ পৰিল, চাকৰৰ সংখ্যা বহুত কমি গ'ল। তথাপি যিখিনি আৰাম লাগে সেইখিনি আমি সদায় পাইছিলোঁ। অলাগতিয়াল আড়ম্বৰ কমাবলৈ আৰু আংশিকভাৱে দৈনন্দিন খৰচ-পাতি চলাবৰ কাৰণে গাড়ী-ঘোঁৰা আৰু আমাৰ থকা-মেলাৰ নতুন ধৰণৰ লগত খাপ নোখাৱা বস্তু-বাহানি বিক্ৰী কৰি পেলোৱা হৈছিল। আমাৰ কিছু চকী-মেজ আদি পুলিচে জব্দ কৰি বিক্ৰী কৰিছিল। এইবিলাক বস্তুবাহানি আৰু মালীৰ অভাৱত আমাৰ ঘৰৰ আগৰ সেই সৌন্দৰ্য্য নাইকিয়া হৈ গ'ল। বাগিচা গুচি হাবি হ'ল। প্ৰায় তিনি বছৰ ধৰি আমাৰ ঘৰ আৰু বাগিচাৰ প্ৰতি অকণো মনোযোগ দিয়া হোৱা নাই। সদায় খোলা হাতেৰে খৰচ কৰি কৰি এতিয়া কম খৰচত চলিবলৈ দেউতাই বৰ টান পাইছিল। সেই কাৰণে ঘৰতে বহি আজৰি সময়ত তেখেতে আইন সম্পৰ্কে উপদেশ দি টকা উপাৰ্জ্জন কৰিবলৈ মন কৰিলে। তাৰ কাৰণে অৱশ্যে তেখেতে অতি কম সময়হে খাটিব পাৰিছিল। তথাপি তেখেতৰ উপাৰ্জ্জন একেবাৰেই কম হোৱা নাছিল।

টকাৰ কাৰণে দেউতাৰ ওপৰত নিৰ্ভৰ কৰিব লগা হোৱাৰ কাৰণে মোৰ মনটো বৰ ভাল লগা নাছিল; মই বৰ অস্বস্তি অনুভৱ কৰিছিলোঁ। ওকালতি এৰাৰেপৰা, ব্যৱসায়ৰ অংশৰ লাভ দুই এপইচাৰ বাহিৰে মোৰ নিজাকৈ কোনো উপাৰ্জ্জনেই নাছিল। মই আৰু মোৰ পৰিবাৰে বেচি খৰচ নকৰিছিলোঁ। সঁচাকৈয়ে মই যে

ইমান কম খৰচত চলিছিলোঁ, দেখি নিজেই অবাক হৈ গৈছিলোঁ। ১৯২৬-ত এই কথাটো আৱিষ্কাৰ কৰি মই নিজেই বৰ সন্তোষ পাইছিলোঁ। খাদী কাপোৰ আৰু তৃতীয় শ্ৰেণীৰ কোঠাত ৰে'ল-যাত্ৰাত বেচি খৰচৰ আৱশ্যক নহৈছিল। তেতিয়া, দেউতাৰ লগত থাকি আমি ভাবিব পৰা নাছিলোঁ যে, ইয়াৰ বাহিৰেও আৰু নানান ধৰণৰ কথাত টকা খৰচ হয়—যাৰ ফলত খৰচৰ মাত্ৰা বহুতলৈ উঠেগৈ। যেনেকৈয়ে নহওক টকা নোহোৱাৰ চিন্তাই মোক কেতিয়াও আহুকাল কৰা নাই। মোৰ বিশ্বাস আৱশ্যকীয় টকা পইচাখিনি উপাৰ্জ্জন কৰাৰ ক্ষমতা মোৰ আছে আৰু আনৰ তুলনাত মই অতি কম খৰচতে চলাই দিব পাৰোঁ।

দেউতাৰ ওপৰত বোজা আমি হোৱা নাছিলোঁ। আন কি তাৰ অকণো ইংগিত বা আভাস পালেই তেখেতে মনত বৰ দুখ পালেহেঁতেন। তথাপি মোৰ এই অৱস্থাটো ভাল লগা নাছিল। তাৰ পিচত তিনিটা বছৰ এই বিষয়ে চিন্তা কৰিলোঁ। কিন্তু সমস্যাৰ হলে একো সমাধান কৰিব নোৱাৰিলোঁ। পইচা ঘটিবৰ কাৰণে কিবা এটা কাম উলিয়াই লোৱা মোৰ পক্ষে একো টান নহ'লহেঁতেন; কিন্তু তেনে কিবা এটা লোৱা হ'লে মই যি ৰাজহুৱা কাম কৰি আছিলোঁ তাক এৰি দিব লাগিলহেঁতেন আৰু একেবাৰে নেৰিলেও অন্ততঃ কমাই দিব লাগিলহেঁতেন। এতিয়ালৈকে মই কাম কৰা সময়খিনি কংগ্ৰেছ পৌৰসভাৰ কামতেই খটাইছিলোঁ। টকা ঘটিবলৈ গৈ সেইবিলাক কামৰপৰা একেবাৰেই আঁতৰি আহিবৰ মন নগৈছিল। গতিকে ডাঙৰ ডাঙৰ ব্যৱসায় প্ৰতিষ্ঠানৰপৰা অহা টকা ঘটাৰ সুন্দৰ সুযোগ মই গ্ৰহণ নকৰিছিলোঁ। তেওঁলোকে বোধহয় মোৰ কাৰ্য্যদক্ষতাৰ কাৰণে মোক ইমান পইচা দিবলৈ ওলোৱা নাছিল, দিব খুজিছিল মোৰ নামটো ব্যৱহাৰ কৰি লাভ আদায় কৰিবলৈ। ডাঙৰ ব্যৱসায়ৰ লগত এইদৰে সংশ্লিষ্ট থাকিবলৈ মই ভাল নেপাইছিলোঁ। ওকালতি ব্যৱসায়লৈ উভতি যোৱাটোও মোৰ পক্ষে অবান্তৰ কথা হৈ পৰিছিল। ওকালতিৰ প্ৰতি মোৰ বিতৃষ্ণা ক্ৰমে বাঢ়ি গৈছিল।

১৯২৪ চনত কংগ্ৰেছত এটা কথা উঠিছিল যে, কংগ্ৰেছৰ সম্পাদকসকলক এটা দৰ্ম্মহা দিব লাগে। ময়ো তেতিয়া এজন সম্পাদক। গতিকে কথাটো মই ভালেই পালোঁ। এজন মানুহে আন কাম-বন এৰি কেৱল এটা বিশেষ কাম কৰিব আৰু তেওঁক অন্ততঃ খাই-বৈ থাকিব পৰাকৈয়ো দুপইচা দিয়া নহ'ব সেইটো মোৰ মনত বৰ অন্যায় যেন লাগিছিল। নহ'লে যাৰ উপাৰ্জ্জনৰ আন কোনো বাট আছে, তেনে কোনো মানুহক বাছি ল'ব লগা হয়, কিন্তু তেনে ধৰণৰ আৰ্জাৰি থকা এজনক কামত লগোৱাটো ৰাজনীতিৰ ফালৰপৰা সমীচীন নহয়। তেনে মানুহক কামৰ কাৰণে দায়ী কৰিবও নোৱাৰি। কংগ্ৰেছে অৱশ্যে বেচি পইচা দিব নোৱাৰিলেহেঁতেন। কিন্তু ভাৰতবৰ্ষত ৰাজহুৱা পুঁজিৰপৰা (চৰকাৰী পুঁজিৰপৰা নহয়) তেনে বেতন লোৱাৰ বিপক্ষে এটা সমূলি যুক্তিহীন কু-সংস্কাৰ আছে। দেউতাও মই তেনেকৈ বেতন লোৱাৰ ঘোৰ বিৰোধী আছিল। মোৰ লগৰ যুটীয়া সম্পাদকজনৰো টকাৰ বৰ আৱশ্যক আছিল। তেৰোঁ কংগ্ৰেছৰপৰা টকা লোৱাটো মৰ্য্যাদাহানিকৰ কথা বুলি ভাবিছিল। মোৰ কিন্তু তেনেকুৱা মৰ্য্যাদাৰ কথাও নাই আৰু টকা ল'বলৈকো মই সাজু আছিলোঁ। কিন্তু কি হ'ব! ল'ব নোৱাৰিলোঁ।

এবাৰ মাত্র মই এই বিষয়ে দেউতাক কৈছিলোঁ—আৰ্থিক বিষয়ত লোকৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱাটোৰ কথা। মই কথাটো তেখেতক অতি বিনীত-ভাৱে আৰু ঘূৰাই-পকাই কৈছিলোঁ যাতে দেউতাৰ মনত অকণো আঘাত দিয়া নহয়। তেওঁ মোক বুজাই দিলে, ৰাজহুৱা কাম বাদ দি সামান্য ধন উপাৰ্জ্জন কৰিবৰ কাৰণে বেচিখিনি সময় নষ্ট কৰাটো কিমান মূৰ্খামিৰ কথা। মাত্র কেইটামান দিন কাম কৰিয়েই মোৰ আৰু মোৰ পৰিবাৰৰ এবছৰৰ কাৰণে লাগতিয়াল ধনখিনি উপাৰ্জ্জন কৰাটো দেউতাৰ পক্ষে বেচি সহজ আছিল। কথাটোত যুক্তি আছে স'চা, কিন্তু মইহে সন্তুষ্ট হ'ব নোৱাৰিলোঁ।

১৯২৩-ৰ আৰম্ভণিৰপৰা ১৯২৪-ৰ শেহলৈকে এইছোৱা কাল আমাৰ এই পাৰিবাৰিক পৰিৱেশ আৰু আৰ্থিক চিন্তা-ভাবনাৰ মাজেদিয়েই গ'ল। ইতিমধ্যে ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্ত্তন হৈ আহিছে আৰু ময়ো প্ৰায় মোৰ ইচ্ছাৰ বিৰুদ্ধেই নানান মানুহৰ লগ হৈ নিখিল ভাৰত কংগ্ৰেছৰ দায়িত্বপূৰ্ণ পদ গ্ৰহণ কৰিবলগীয়াত পৰিলোঁ। ১৯২৩ চনৰ অৱস্থাৰ এটা বিশেষত্ব আছিল। কংগ্ৰেছৰ যোৱা গয়া অধিবেশনৰ সভাপতি আছিল শ্ৰী চি. আৰ. দাস। গতিকে তেৱেঁই ১৯২৩ চনৰ নিখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ "পদেন" সভাপতি আছিল। কিন্তু এই কমিটীৰ সৰহ ভাগ সভ্য তেওঁৰ আৰু স্বৰাজ্য দলৰ নীতিৰ বিপক্ষে আছিল। সৰহ ভাগ সভ্য হ'লেও তেওঁলোকৰ সংখ্যা স্বৰাজ্য দলৰ সমৰ্থনকাৰীসকলতকৈ বৰ বেচি নাছিল। দুয়োটা দল প্ৰায় সমান সংখ্যকেই আছিল বুলিব পাৰি। ১৯২৩-ৰ জহকালিৰ আগছোৱাত বোম্বাইত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ এখন অধিবেশনত বিষয়টোৱে চৰম সীমা পালেগৈ। শ্ৰীদাসে সভাপতি পদ ত্যাগ কৰিলে আৰু এটা সৰু শ্ৰেণীৰ দলে নতুন কাৰ্য্যনিৰ্ব্বাহক সমিতি গঠন কৰিলে। নিখিল ভাৰত কংগ্ৰেছ কমিটীত এই দলৰ সমৰ্থক একেবাৰেই নাছিল। এই প্ৰধান দলৰ যেই সেই এটাৰ সদিচ্ছা হলেহে, তেওঁলোক বৰ্ত্তি থাকিব পাৰে। যেই সেই এটাৰ লগত লগ লাগি তেওঁলোকে আনটোক ঠিক ঘটুৱাব পাৰে। ডাঃ আনচাৰি আছিল নতুন সভাপতি আৰু মই আছিলোঁ সম্পাদকসকলৰ এজন।

অতি সোনকালে আমি দুয়ো পক্ষৰপৰা আহুকালত পৰিলোঁ। গুজৰাট পৰিবৰ্ত্তন বিৰোধীসকলৰ দুৰ্গ আছিল। কেন্দ্ৰীয় অফিচৰ কিছুমান নিৰ্দ্দেশ তেওঁলোকে অমান্য কৰিলে। সেই বছৰৰে জহকালিৰ শেষ ভাগলৈ আকৌ নাগপুৰ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহিল। তাত তেতিয়া জাতীয়-পতাকা সত্যাগ্ৰহ চলি আছিল। দুৰ্ভগীয়া কেন্দ্ৰীয় দলৰ প্ৰতিনিধিস্বৰূপে আমাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ চমু আৰু গৌৰৱহীন কাৰ্য্যকালৰ ইয়াতেই অন্ত পৰিল। ইয়াৰ পতন হোৱাৰ কাৰণ হ'ল এয়ে যে, ই বিশেষভাৱে কাৰো প্ৰতিনিধিত্ব কৰা নাছিল আৰু যাৰ হাতত কংগ্ৰেছৰ প্ৰকৃত ক্ষমতা আছিল, তেওঁলোকে তেওঁলোকৰ ওপৰতে প্ৰভুত্ব চলাবলৈ গৈছিল। গুজৰাটৰ শৃংখলাবিৰোধী কাৰ্য্যৰ ওপৰত গৰিহণা প্ৰস্তাৱ দি কৃতকাৰ্য্য নোহোৱাৰ ফলতে কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে পদত্যাগ কৰিবলগীয়া হ'ল। ইস্তফা-পত্ৰ দাখিল কৰি মোৰ যে কিমান আনন্দ লাগিছিল আৰু মূৰৰপৰা বোজা আঁতৰি যোৱা যেন পাইছিলোঁ—মোৰ এতিয়াও মনত আছে।

দলাদলিৰ কৌশলৰ মাজত মাত্র কেইদিনমানৰ কাৰণেহে পাৰিছিলোঁ। কিন্তু তাতে বৰ টান পাই গৈছিলোঁ। কেইজনমান প্রসিদ্ধ কংগ্রেছ-নেতা ষড়যন্ত্র কৰাত যে ইমান পাকৈত দেখি মই বিচূর্ত্তি খাইছিলোঁ।

এই অধিবেশনত শ্রী চি. আৰ. দাসে মোক বৰ 'চে'চা তেজ'ৰ বুলি দোষাৰোপ কৰিছিল। তেওঁ বোধহয় ঠিকেই কৈছিল; তুলনাৰ মানদণ্ড কি লোৱা হয়, তাৰ ওপৰতে কথা নির্ভৰ কৰে। মোৰ বহুতো বন্ধু আৰু সহকর্ম্মীৰ তুলনাত মোৰ তেজ চে'চাই বুলিব পাৰি। তথাপি অতিপাত ভাবপ্রৱণতা বা আবেগত ক'ৰবাত বিচলিত হৈ পৰোঁ বুলি মই বৰ ভয়ে ভয়ে চলিছিলোঁ। বহু বছৰ ধৰি মই চে'চা-তেজৰ হ'বলৈ অহোপুৰুষার্থ কৰিছোঁ—কিন্তু বিকণ সাফল্য লাভ কৰিছোঁ সি অতি উপৰুৱাহে।

## নাভাৰ কাহিনী

স্বৰাজ্য দল আৰু পৰিবৰ্ত্তন বিৰোধী দলৰ মাজত টনাটনি চলি থাকিল। স্বৰাজ্য দলেই জয়ী হ'বলৈ ধৰিলে। ১৯২৩-ৰ শৰৎকালত দিল্লী কংগ্রেছৰ এখন বিশেষ অধিবেশনত লোৱা প্রস্তাৱসমূহে স্বৰাজ্য দলক এখোজ আগবঢ়াই দিলে। এই অধিবেশনৰ ঠিক পিচতেই মই আচৰিত ধৰণেৰে এটা বিপদসঙ্কুল অৱস্থাত অপ্রত্যাশিতভাৱে সাঙোৰ খাই পৰিলোঁ।

শিখসকলৰ, বিশেষকৈ তেওঁলোকৰ ভিতৰৰ আকালিসকলৰ বাৰেপতি চৰকাৰৰ লগত সংঘর্ষ চলি আছিল। ভ্রষ্টচৰিত্র মোহান্তবিলাকে অধিকাৰ কৰা গুৰুদ্বাৰ আৰু তাৰ সম্পত্তিসমূহ অধিকাৰ কৰিবৰ কাৰণে শিখসকলে প্রবল আন্দোলন কৰিছিল। তাক চৰকাৰে বাধা দিয়াৰ কাৰণে সংঘর্ষ উপস্থিত হ'ল। গুৰুদ্বাৰ আন্দোলন আছিল আংশিকভাৱে অসহযোগ আন্দোলনৰপৰা দেশত হোৱা জাগৰণৰ ফল স্বৰূপ। আকালিসকলেও অহিংস সত্যাগ্রহ আন্দোলনৰ কৌশলেৰেই তেওঁলোকৰ আন্দোলন চলাইছিল। বহুত ঘটনাই ঘটিছিল। কিন্তু তাৰ ভিতৰত গুৰু-কা-বাগৰ বিখ্যাত সংঘর্ষই আছিল প্রধান। আন্দোলনকাৰী শিখসকলৰ সৰহ-ভাগেই আছিল প্রাক্তন সৈনিক। পুলিচৰপৰা পাশৱিক মাৰ-ধৰ খায়ো তেওঁলোকে হাত দঙা নাছিল, তেওঁলোকৰ সঙ্কল্প ত্যাগ কৰা নাছিল। এই ধৈর্য্য আৰু সাহসে গোটেই ভাৰতকে চমক খুৱাইছিল। চৰকাৰে গুৰুদ্বাৰ কমিটী বে-আইনী ঘোষণা কৰি দিলে। কেইবছৰমান সংঘর্ষ চলাৰ পিচত শিখসকলৰ জয় হ'ল। স্বাভাৱিকতে কংগ্রেছ তেওঁলোকৰ প্রতি সহানুভূতিশীল আছিল। কিছুদিনৰ কাৰণে অমৃতসৰত আকালি আন্দোলনৰ লগত সম্পর্ক ৰক্ষা কৰিবৰ কাৰণে কংগ্রেছে এজন বিশেষ সম্পর্কৰক্ষী বিষয়া নিয়োগ কৰিছিল। মই যিটো ঘটনাৰ কথা ক'ব খুজিছোঁ তাৰ লগত অৱশ্যে এই সাধাৰণ আকালি আন্দোলনৰ সম্বন্ধ কমেইহে আছিল। কিন্তু এইটো ঠিক যে সেই আন্দোলনৰ কাৰণেই ঘটনাটো ঘটিবলৈ পালে। পাতিয়ালা আৰু নাভা—পঞ্জাবৰ এই দুখন শিখ-ৰাজ্যৰ শাসক দুজনৰ ভিতৰত ব্যক্তিগত কাজিয়া অতি তীব্র হৈ উঠিছিল। ফলত ভাৰত চৰকাৰে নাভাৰ মহাৰাজক সিংহাসনচ্যুত

কৰিলে। নাভা ৰাজ্য শাসন কৰিবৰ কাৰণে এজন ইংৰাজ প্ৰশাসক নিযুক্ত কৰিলে। ৰজাক এইদৰে সিংহাসনচ্যুত কৰাত তেওঁলোকে বিক্ষোভ প্ৰদৰ্শন কৰিছিল আৰু তাৰ বিপক্ষে নাভা আৰু বাহিৰতো আন্দোলনৰ সৃষ্টি কৰিছিল। এই আন্দোলন চলি থকা কালত জাইট' নামৰ নাভা ৰাজ্যৰ এখন ঠাইত হোৱা এটা ধৰ্ম্মানুষ্ঠান নতুন প্ৰশাসকে বন্ধ কৰি দিছিল। ইয়াৰ প্ৰতিবাদ কৰিবলৈ, সেই বন্ধ কৰি দিয়া অনুষ্ঠান চলাই থাকিব বুলি ঘোষণা কৰি দি তেওঁলোকে জাইট'লৈ জাঠা (মানুহৰ দল) পঠিয়াবলৈ আৰম্ভ কৰি দিলে। তাতে জাঠাসকলৰ বাট পুলিচে বন্ধ কৰি ধৰি তেওঁলোকক কোবাবলৈ ধৰিলে আৰু তেওঁলোকক ধৰি লৈ গৈ বহুত দূৰৰ দুৰ্গম হাবিত এৰি থৈ আহিলগৈ। মই বাতৰি-কাকতত এইবিলাক বিৱৰণ পঢ়িছিলোঁ। দিল্লীৰ বিশেষ কংগ্ৰেছৰ পিচতে মই শুনিলোঁ যে সোনকালেই আৰু এদল জাঠা তালৈ পঠিওৱা হ'ব। ঘটনাটো নিজে চাবৰ কাৰণে মোক নিমন্ত্ৰণ জনালে। ময়ো বৰ আনন্দেৰে সন্মতি জনালোঁ। জাইট' দিল্লীৰ নিচেই ওচৰতে। ইয়াৰ কাৰণে মোৰ মাত্ৰ এদিন সময় নষ্ট হ'ব। দুজন কংগ্ৰেছ সহকৰ্ম্মী এ, টি, গিদৱানী আৰু মাদ্ৰাজৰ কে, শান্তানম্ আমাৰ লগত ওলাল। জাঠাসকলে বৌচীখিনি বাট খোজ কাঢ়ি গ'ল। আমি আগৰপৰাই ঠিক কৰিলোঁ—নাভাৰ সীমান্তৰ ওচৰৰে এটা বেল-ষ্টেছনত আমি জাঠাসকলৰ লগত লগ লাগিমগৈ। ঠিক সময়ত নিৰ্দ্দিষ্ট ঠাইলৈ আহি আমি এখন গাড়ীত জাঠাৰপৰা বেলেগে পাচে পাচে যাবলৈ ধৰিলোঁ। জাইটত পুলিচে জাঠাক আগভেটি ধৰিলে আৰু নাভা-শাসকৰ চহী থকা এখন পৰোৱানা মোৰ ওপৰত জাৰি হ'ল যে, মই যেন নাভাত নোসোমাওঁ আৰু সোমালেও তৎক্ষণাৎ গুচি যাওঁ। ঠিক তেনেকুৱা পৰোৱনা গিদৱানী আৰু শান্তানমৰ ওপৰতো জাৰি কৰা হ'ল। পিচে নাভা কৰ্তৃপক্ষই তেওঁলোকৰ নাম নজনাৰ কাৰণে পৰোৱানাত তেওঁলোকৰ নাম নাছিল। মই আৰু সহকৰ্ম্মী দুজনে পুলিচ কৰ্ম্মচাৰীক কলোঁ যে আমি জাঠাৰ লগত অহা নাই, চাবলৈহে আহিছোঁ; নাভাৰ কোনো নিয়ম ভঙ্গ কৰাৰ অভিপ্ৰায় আমাৰ নাই। বিশেষকৈ নাভাৰাজ্যত আহি উপস্থিত হলোঁ যেতিয়া তাৰ পিচত আৰু নাভাত নোসোমাবলৈ কৰা আদেশৰ একো অৰ্থ নাই। মানুহ আকাশলৈ উৰি যাব নোৱাৰে। আমি পুলিচক কলোঁ যে তাৰ পিচৰখন ৰেল আহিবলৈ আৰু কেই ঘণ্টামান আছে। এই সময়খিনি আমি জাইট'তে থাকিব লাগিব। আমাক তৎক্ষণাৎ গ্ৰেপ্তাৰ কৰি হাজোতত সুমুৱাই বন্ধ কৰি থলে। তাৰ পাচত পুলিচে জাঠাৰ ওপৰত সি'হতৰ নিয়মমতে যি কৰিবলগীয়া আছিল কৰিলে।

গোটেই দিনটো হাজোতত ৰাখি গধূলি পৰত আমাক ৰেল-ষ্টেছনলৈ লৈ গ'ল। মোক আৰু শান্তানমক একেডাল হাতকেৰেয়াৰে বান্ধি (মোৰ সোঁ আৰু তেওঁৰ বাঁও হাতত) শিকলিডাল ধৰি ধৰি এজন কনিষ্টবল আগে আগে গ'ল। ঠিক তেনে-ভাৱেই গিদৱানীও আমাৰ পাচে পাচে আহিবলৈ ধৰিলে। জাইট'ৰ বাটেদি এনেকৈ যোৱাৰ সময়ত মোৰ মনত ভাব হ'ল—ইচ্ছা নোহোৱা কুকুৰকহে যেন বলেৰে শিকলি দি বান্ধি টানি নিয়া হৈছে। প্ৰথমে আমাৰ বৰ বিৰক্তি লাগিল। তথাপি গোটেই ঘটনাটোৰ ধেমালিটো উভভোগ কৰি আমাৰ ভালেই লাগিল। ৰাতিটো বৰ কষ্টেৰে কটোৱা হ'ল। প্ৰথমতে ধীৰ গতিৰে চলা ৰেলৰ তৃতীয় শ্ৰেণীৰ খোটালীত মানুহৰ

হেঁচা-ঠেলা, তাৰ পিচত মাজৰাতি এবাৰ গাড়ী সলনি কৰা আৰু শেষত নাভাৰ হাজোত। পিচদিনা দুপৰীয়ালৈকে, অৰ্থাৎ আমাক নাভা জেল নি পোৱাৰ আগলৈকে আমাৰ হাতত হাতকেৰেয়া আৰু শিকলি অনবৰত আছিল। এই অৱস্থাত আন এজনৰ সহযোগিতা নহলে লৰচৰ কৰাই টান। আন এজনৰ লগত হাতকেৰেয়াত বান্ধ খাই থকাৰ অভিজ্ঞতা আকৌ এবাৰ ল'বৰ ইচ্ছা আৰু মোৰ নাই।

নাভা জেলত আমাক লেতেৰা অস্বাস্থ্যকৰ এটা সৰু কোঠাত বন্দী কৰা হ'ল। অতি লেতেৰা, জেকা, সৰু ঘৰ এটাত আমাক সুমুৱাই থলে—হাতেদিয়েই তাৰ চাল চুকি পায়, ইমান চাপৰ। ৰাতি আমি মাটিতে শুই থাকিব লগা হৈছিল। বহুত সময়ত ৰাতি চক্ খাই উঠি দেখোঁ এইমাত্ৰ এন্দুৰ এটা আমাৰ মুখৰ ওপৰেদি লৰি-গুচি গৈছে।

দুই তিনিদিনমানৰ পিচত বিচাৰৰ কাৰণে আমাক আদালতলৈ লৈ যোৱা হ'ল। এদিন দুদিনকৈ বহু দিন ধৰি বিচাৰৰ নামত এখন ভেকো-ভাৱনা চলিবলৈ ধৰিলে। হাকিম নে জজ্ বোলাজন বোধহয় একেবাৰেই নিৰক্ষৰেই আছিল কিজানি। তেখেতে ইংৰাজী যে নাজানে সেই বিষয়ে সন্দেহ নাই। কিন্তু আদালতৰ যি ভাষা উৰ্দ্দু, তাকো লিখিব জানে নে নাই সন্দেহ। এসপ্তাহতকৈয়ো সৰহ দিন আমি তেওঁক দেখিছোঁ। এইখিনি সময়ৰ মাজত তেওঁ এশাৰীও উৰ্দ্দু আখৰ লিখা নাই। কিবা লিখিবৰ হলেই তেওঁ আদালতৰ কেৰাণীক হুকুম দিয়ে। আমি কেইখনমান সৰু সৰু দৰ্খাস্ত কৰিছিলোঁ। তেওঁ দৰ্খাস্ত পঢ়ি তেতিয়াই কোনো নিৰ্দ্দেশ নিদিছিল। দৰ্খাস্তকেইখন থৈ দি পিচদিনা লিখা মন্তব্যৰে সৈতে আনি ওভতাই দিছিল। আমি নিয়মিতভাৱে আত্মপক্ষ সমৰ্থন কৰা নাছিলোঁ। অসহযোগ আন্দোলনৰ সময়ৰপৰাই আত্মপক্ষ সমৰ্থন নকৰাটো আমাৰ অভ্যাসতে পৰিণত হৈছিল। আন কি য'ত আত্মপক্ষ সমৰ্থন কৰিলে দোষ নাই তেনে ক্ষেত্ৰটো সেইটো কৰাৰ কথা ভবাই বেয়া বুলি আমি ধৰিছিলোঁ। মই আদালতত এটা দীঘলীয়া বিবৃতি দিলোঁ। তাৰ গোটেই ঘটনাৰ বিৱৰণ, নাভাৰ আইন-কানুন সম্পৰ্কে মোৰ মতামত—বিশেষকৈ ইংৰাজ চৰকাৰৰ অধীনত নাভাৰ আইন-কানুন সম্পৰ্কে—ব্যক্ত কৰিছিলোঁ।

আমাৰ এই অতি সাধাৰণ আৰু সহজ গোচৰটোও দিনৰ পিচত দিন ধৰি চলিবলৈ ধৰিলে। হঠাৎ আৰু এটা নতুন ঘটনা ঘটিল। এদিন আবেলি আদালত বন্ধ হোৱাৰ পিচত আমাক তাতে ৰাখি যোৱা হ'ল। সন্ধিয়া ৭ বজাৰ পিচত সিহ'তে আমাক আন এটা ঘৰলৈ লৈ গ'ল। তাত মেজৰ আগত কোনোবা এজন বহি আছিল। কেইজনমান আন মানুহো আছিল। জাইটু'ত আমাক গ্ৰেপ্তাৰ কৰা আমাৰ পুৰণি বন্ধু পুলিচ কনিষ্টবলজনো তাতে আছিল। তেওঁ উঠি থিয় হৈ এটা বিবৃতি দিবলৈ ধৰিলে। আমি ক'ত আছোঁ আৰু তাত হৈছে কি—সেই বিষয়ে সুধি উত্তৰ পালোঁ যে সেইখন বোলে আদালত আৰু ষড়যন্ত্ৰ কৰাৰ অভিযোগত আমাৰ বিচাৰ কৰা হৈছে। ইমান দিন আদেশ ভঙ্গ কৰি নাভাত সোমোৱাৰ অপৰাধত বিচাৰ চলিছিল। কিন্তু এইবোৰৰ অভিযোগ তাতকৈ একেবাৰেই বেলেগ। আমি ভালকৈ বুজিব পাৰিলোঁ যে আগৰ অপৰাধত বৰ বেচি হ'লে ছমাহ জেল হ'ব পাৰে। কিন্তু

তাৰপৰা আমাৰ যথোচিত শিক্ষা নহ'ব বুলিয়েই তাতকৈয়ো আৰু গুৰুতৰ অভিযোগ তোলাৰ আৱশ্যক হ'ল। ষড়যন্ত্ৰ প্ৰমাণ কৰিবলৈ সাক্ষী-প্ৰমাণ একো নাছিল। সেই কাৰণে চতুৰ্থ এজনক ধৰি আনি আমাৰ গলত জোঁটা-পুটি খুৱাই দিলে। এই মানুহজনৰ লগত আমাৰ কোনো সম্বন্ধ নাছিল। জাইটলৈ যোৱাৰ বাটত তেওঁৰ লগত এবাৰ মাত্ৰ দেখাদেখি হৈছিল। ষড়যন্ত্ৰৰ গোচৰ চলোৱাৰ এই ধৰণৰ প্ৰচেষ্টা দেখি এজন আইন ব্যৱসায়ী মানুহ হিচাপে মই অবাক হৈ গলোঁ। গোচৰটো একেবাৰেই মিছা আৰু কেৱল সামান্য শিষ্টাচাৰৰ কাৰণেও কিছুমান সাধাৰণ ধৰণ-কৰণ মানি চলা উচিত আছিল। মই বিচাৰকক কলোঁ যে আমি এই বিষয়ে আগৰ-পৰা কোনো জাননী পোৱা নাই; আৰু আমি যে আত্মপক্ষ সমৰ্থনৰ ব্যৱস্থা কৰিব পাৰোঁ, সেই বিষয়ে ভবা-চিন্তা কৰা নাই। তেওঁৰ হাব-ভাবৰপৰা এই যুক্তি তেওঁ মানি লোৱা যেন সমুলি নেলাগিল। এয়ে নাভাৰ নিয়ম। আমাক যদি উকিল লগা হয়, তেন্তে নাভাৰ এজনকে ধৰিব লাগিব। বাহিৰৰ কোনো উকিল ধৰিব পাৰি নে কি বুলি সোধাত আমাক কলে যে বাহিৰৰপৰা উকিল ধৰাৰ অনুমতি দিয়া নিয়ম নাভাত নাই। নাভাৰ বিচাৰ-পদ্ধতি সম্পৰ্কেও আৰু বহুত কথা বুজিব পাৰিলোঁ। অৱশেষত আমনি পাই আমি বিচাৰকক কলোঁ যে, তেওঁ যি ইচ্ছা কৰক, আমি এই বিচাৰত কোনো মাত নেমাতোঁ। কিন্তু শেহলৈকে আমাৰ এই সঙ্কল্প নৰজিলগৈ। আমাৰ সম্বন্ধে অসম্ভৱ মিছা কথাবিলাক শুনি নিমাত হৈ থকা টান হৈ পৰিল। আমি মাজে মাজে সাক্ষীবিলাকৰ সম্বন্ধে চমু অথচ তীব্ৰ মন্তব্য প্ৰকাশ কৰিবলৈ ধৰিলোঁ। ঘটনাৰ বিৱৰণ লিখিও আমি আদালতত দাখিল কৰিলোঁ। এই ষড়যন্ত্ৰ গোচৰৰ বিচাৰকজন প্ৰথম বিচাৰকজনতকৈ বহুতো শিক্ষিত আৰু বুদ্ধিমান।

দুয়োটা গোচৰ একেলগে চলিল। ফলত আমি নিতৌ কিছু সময়ৰ কাৰণে ফাটেকৰ লেতেৰা চেলৰপৰা মুক্তি পাইছিলোঁ। ইতিমধ্যে নাভাৰ ইংৰাজ শাসকৰ পক্ষৰপৰা জেল-চুপাৰিণ্টেণ্ডেণ্ট আহি এদিন কলে—যদি আমি দুখ প্ৰকাশ কৰোঁ আৰু নাভাৰপৰা গুচি যাঁও, তেতিয়া আমাৰ বিৰুদ্ধে কৰা গোচৰ সামৰিব। আমি উত্তৰ দিলোঁ—দুখ প্ৰকাশ কৰিবলগীয়া আমি একো কৰা নাই, শাসকেহে আমাৰ ওচৰত দুখ প্ৰকাশ কৰা উচিত। আমি কোনো ধৰণৰ প্ৰতিশ্ৰুতি-পত্ৰ লিখিবলৈকো মান্তি হ'ব নোৱাৰোঁ।

প্ৰায় পোন্ধৰ দিনৰ পিচত গোচৰ দুটাৰ অন্ত হ'ল। আমি আত্মপক্ষ সমৰ্থন কৰা নাই, তথাপি একপক্ষীয় গোচৰত ইমান সময় লাগিল, কাৰণ গোচৰ চলি থাকোঁতে কোনো প্ৰশ্ন উঠিলেই গোচৰ স্থগিত ৰখা হয় আৰু আঁৰত লুকাই থকা কোনোবা কৰ্ত্তৃপক্ষৰ— বোধহয় ইংৰাজ শাসকজনৰে লগত পৰামৰ্শ কৰাৰ পিচত আকৌ বিচাৰ আৰম্ভ হয়। এনেকৈয়ে বহুত সময় নষ্ট হৈছে। একেবাৰেই শেহৰ দিনা ফৰিয়াদী পক্ষৰ প্ৰশ্নোত্তৰ শেষ হোৱাৰ পিচত আমি লিখিত বিবৃতি আদালতত দাখিল কৰিলোঁ। প্ৰথম আদালতৰ কাম স্থগিত থাকিল, কিন্তু আমি আচৰিত হৈ দেখিলোঁ অলপ পিচতে উদ্ধৃত লিখা এটা ডাঙৰ ৰায় লৈ বিচাৰক আহি আদালতত উপস্থিত হ'ল। অলপ সময়ৰ ভিতৰতে ইমান এটা ৰায় লিখা যে সম্ভৱপৰ নহয়, সেইটো আমি ফট্‌ফটীয়াকৈ বুজি পালোঁ। আমি বিবৃতি দিয়াৰ আগতেই তাক

সজাই ৰখা হৈছিল। আমাৰ আগত ৰায় পঢ়ি শুনোৱা নহল। কেৱল শুনাই দিলে যে, নাভাৰ সীমা এৰি যোৱাৰ আদেশ অমান্য কৰাৰ আটাইতকৈ ডাঙৰ শাস্তি হিচাপে আমাৰ প্ৰত্যেককে ছমাহকৈ জেল দিয়া হৈছে।

ঠিক সেইদিনাই আমাক ওঠৰ মাহ নে দুবছৰ কিবা এটা সময়ৰ কাৰণে ফাটেকত দিছিল—মোৰ ঠিক মনত নাই। ছমহীয়া ফাটেকৰ বাহিৰেও এইখিনি কাল আমি ফাটেক খাটিব লাগিব। গতিকে আমাক দুবছৰ, কি দুবছৰ ছমাহ ফাটেক দিছিল। বিচাৰ কৰি থাকোঁতে বহুত ঘটনা ঘটিছিল যাৰপৰা আমি ভাৰতীয় দেশীয় ৰাজ্যৰ শাসন সম্পৰ্কে—প্ৰকৃত তথ্যৰ সন্ধান পালোঁ। গোটেই বিচাৰ-পদ্ধতিয়েই আছিল ভেকো-ভাৱনা। সেই কাৰণেই বোধহয় কোনো বাতৰি-যোগানিয়াৰ বা আন কোনো বাহিৰা মানুহক আদালত সোমাবলৈ দিয়া নহৈছিল। পুলিচে যি ইচ্ছা তাকে কৰিছিল আৰু প্ৰায়েই জজ্ বা হাকিমক আওকাণ কৰি চলিছিল আৰু দৰাচলতে তেওঁলোকৰ নিৰ্দ্দেশ অমান্যই কৰিছিল। বেচেৰা হাকিমজনে নিৰীহ-ভাৱে সহ্য কৰি থাকিছিল; কিন্তু আমি কিয় তেনেকৈ সহ্য কৰিব লাগে, তাৰ কোনো যুক্তি বিচাৰি নেপালোঁ। বহুত সময়ত মই থিয় হৈ কব'লগীয়া হৈছিল যে পুলিচে হাকিমৰ কথা মানি চলা উচিত। কেতিয়াবা পুলিচে অভদ্ৰভাৱে হাতৰপৰা কাগজ-পত্ৰ কাঢ়ি লৈ যায় আৰু তাৰ কোনো প্ৰতিকাৰ কৰিবলৈ বা আদালতত শৃঙ্খলা স্থাপন কৰিবলৈ হাকিম অপাৰগ হৈ পৰে। তেতিয়া তেওঁৰ কাম কৰিব লগা হয় আমি। বেচেৰা হাকিমৰ দুৰ্গতিৰ সীমা নাই। পুলিচলৈ তেওঁৰ ভয়, ইপিনে আমালৈকো অলপ অলপ ভয় হ'বলা; কাৰণ আমাক গ্ৰেপ্তাৰ কৰাৰ বিষয়ে বাতৰি-কাকতত চোকা সমালোচনা হৈছে, আমাৰ দৰে কিছু কিছু প্ৰসিদ্ধ ৰাজনীতিকৰ বেলিকাই যেতিয়া এই অৱস্থা, আমাতকৈ নামনাচ মানুহৰ কি হ'ব বাৰু?

দেউতাই ভাৰতীয় দেশীয় ৰাজ্যৰ বিষয়ে কিছু জানিছিল, সেই কাৰণে নাভাত মোক অপ্ৰত্যাশিতভাৱে গ্ৰেপ্তাৰ কৰাত বিমোৰত পৰিছিল। কেৱল মোক গ্ৰেপ্তাৰ কৰাৰ বাতৰিটোহে বাহিৰত জনাজনি হৈছিল; তাৰ বাহিৰে কম বাতৰিহে বাহিৰৰ মানুহে জানিব পাৰিছিল। দুখে-বেজাৰে দেউতাই আন কি মোৰ বিষয়ে বতৰা ল'বৰ কাৰণে বৰলাটলৈ টেলিগ্ৰাফ কৰিলে। তেখেতে নাভাত গৈ মোক দেখা কৰাৰ বাটত বহুত বাধা সৃষ্টি কৰা হৈছিল, কিন্তু অৱশেষত মোক ফাটেকত দেখা কৰিবৰ কাৰণে তেখেতক অনুমতি দিয়া হ'ল। তেখেতে মোক একো সহায় কৰিব নোৱাৰিলে, কাৰণ মই আত্মপক্ষ সমৰ্থন কৰাৰ ব্যৱস্থা কৰা নাছিলোঁ। মই তেখেতক চিন্তা কৰিবলৈ হাক দিলোঁ, এলাহাবাদলৈ উভতি যাবলৈ খাটনি ধৰিলোঁ। তেখেত উভতিল। কিন্তু আমাৰ এজন উকিল সহকৰ্ম্মী কপিলদেৱ মালব্যক গোচৰৰ প্ৰতি লক্ষ্য ৰাখিবৰ কাৰণে নাভাত এৰি থৈ গ'ল। কপিলদেৱৰ আইন আৰু পদ্ধতি সম্পৰ্কীয় জ্ঞান নাভা আদালতৰ সেই কমদিনীয়া অভিজ্ঞতাৰপৰা বহুত বাঢ়িছিল চাগৈ। এবাৰ আদালতত বহি থাকোঁতেই পুলিচে তেওঁৰ হাতৰপৰা কিছুমান কাগজ-পত্ৰ কাঢ়ি নিব খুজিছিল।

সৰহভাগ দেশীয় ৰাজ্যই অনুন্নত আৰু আধা-আধি সামন্তযুগীয় অৱস্থাতে আছে বুলি জনাজাত। তাত চলিছিল ব্যক্তিগত একতন্ত্ৰীয় শাসন,—নাছিল তাঁত

কাৰ্য্যদক্ষতা, নাছিল উদাৰ পৰোপকাৰিতা। কোনেও নজনাকৈ তাত বহুত আচৰিত আচৰিত ঘটনা ঘটি থাকে। তথাপি সেই অকৰ্ম্মণ্যতাৰ কৰণে দুৰ্ভগীয়া প্ৰজাৰ দুখৰ বোজা কিছু কমি থাকে। কাৰণ শাসকবৰ্গৰ মাজতো সেই অকৰ্ম্মণ্যতা ধৰা পৰে। ফলত অত্যাচাৰ, অবিচাৰো অকৰ্ম্মণ্য ধৰণৰ হৈ উঠে। ইয়াৰপৰা অৱশ্যে অত্যাচাৰ যে বেচি সহনীয় হৈ উঠে, সি নহয়; কিন্তু ইয়াৰপৰা অত্যাচাৰৰ পৰিসৰ কমে আৰু তাৰ ফলাফল বেচি দূৰলৈকে নিবিয়পে। কোনো দেশীয় ৰাজ্য যেতিয়া পোনপটীয়াকৈ বৃটিছ শাসনৰ তললৈ আহে তেতিয়া এই ভাৱকেন্দ্ৰ সলনি হৈ এটা অভিনৱ অৱস্থাৰ সৃষ্টি কৰে। সেই আধা-আধি সামন্ততান্ত্ৰিক অৱস্থা চলি থাকে, একতন্ত্ৰীয় শাসনো থাকে, পুৰণি আইন আৰু পদ্ধতিসমূহো চলি থকা বুলি ধৰা হয়; ব্যক্তিগত স্বাধীনতা, সভা-সমিতি আৰু মত প্ৰকাশৰ অধিকাৰৰ ওপৰত সকলো বাধা-নিষেধ (যিটো সৰ্ব্বগ্ৰাসীয়েই বুলিব পাৰি) চলি থাকে। কিন্তু এটা ক্ষেত্ৰত মাত্ৰ পৰিৱৰ্ত্তন কৰা হয়, যিটোৰপৰা গোটেই পটভূমিৰেই সলনি হৈ যায়। শাসকবৰ্গ বেচি শক্তিশালী হৈ উঠে, শাসনক্ষেত্ৰত কাৰ্য্যদক্ষতা কিছু পৰিমাণে বাঢ়ি যায় আৰু তাৰপৰা সকলো সামন্ততান্ত্ৰিক আৰু একতন্ত্ৰী শাসনৰ বাঘ-জৰী টান হৈ পৰে। সময়ত বৃটিছ শাসনকৰ্ত্তাসকলে অৱশ্যে পুৰণিকলীয়া অপ্ৰচলিত ৰীতি-নীতি আৰু পদ্ধতিবিলাকৰ সলনি কৰে, কাৰণ তাৰপৰা শাসনক্ষেত্ৰৰ কাৰ্য্যদক্ষতা আৰু ব্যৱসায় বিস্তাৰত ব্যাঘাত ঘটে। কিন্তু প্ৰকৃততে তেওঁলোকে অৱস্থাৰ সুযোগ সম্পূৰ্ণৰূপে গ্ৰহণ কৰি জনসাধাৰণৰ ওপৰত কৰ্ত্তৃত্ব দৃঢ় কৰি তোলে আৰু জনসাধাৰণে তেতিয়া কেৱল যে সামন্ততন্ত্ৰ আৰু একতন্ত্ৰী শাসনকে সহ্য কৰি থাকিবলগীয়া হয়, সি নহয়; শক্তিশালী শাসকসকলে এই ব্যৱস্থাকে অতি নিপুণতাৰে কঠোৰভাৱে প্ৰয়োগ কৰে।

নাভাত মই এনেকুৱা ঘটনা কিছুমান দেখিছোঁ। এই ৰাজ্যৰ বৃটিছ শাসক এজন চিভিলিয়ান। ভাৰত চৰকাৰৰ অধীনত এখেত এজন একতন্ত্ৰী শাসকৰ সম্পূৰ্ণ ক্ষমতাত অধিষ্ঠিত। তথাপি প্ৰত্যেক কথাতে আমাক নাভাৰ আইন আৰু পদ্ধতিৰ কথা শুনাই অতি সাধাৰণ অধিকাৰো আমাক দিয়া নহৈছিল। আমি পুৰণি সামন্ত-তন্ত্ৰ আৰু আধুনিক আমোলাতান্ত্ৰিক যন্ত্ৰৰ সংযোগস্থলত উপস্থিত হৈছিলোঁ। ইয়াত উভয়ৰে অসুবিধাবিলাকহে আছিল. সুবিধাখিনি এটাৰো নাছিল।

এনেকৈয়ে বিচাৰ অন্ত হ'ল আৰু আমাৰো ফাটেকৰ আদেশ হ'ল। বিচাৰকে কি ৰায় দিলে অৱশ্যে আমি জানিব পৰা নাছিলোঁ। কিন্তু দীঘলীয়া কাৰাদণ্ডৰ বাস্তৱ ঘটনাৰ আগত পৰি আমি অলপ শান্ত হৈ পৰিলোঁ। আমি ৰায়ৰ নকল খুজিলোঁ। আমাক তেওঁলোকে জনালে আমি বোলে নিয়মমতে দৰ্খাস্ত কৰিব লাগে।

সেইদিনা গধূলি জেল-চুপাৰিণ্টেণ্ডেণ্টে আমাক মাতি নি বৃটিছ শাসকৰ এখন আদেশ-পত্ৰ দেখুৱালে। ফৌজদাৰী কাৰ্য্যবিধি অনুসাৰে আমাৰ শাস্তি স্থগিত ৰখা হৈছে। ইয়াত কোনো সৰ্ত্ত নথকাত আমাৰ পক্ষে আইনমতে দিয়া কাৰাদণ্ড ইয়াতেই শেষ হ'ল। চুপাৰিণ্টেণ্ডেণ্টে বৃটিছ শাসকৰপৰা পোৱা এখন হুকুম-পত্ৰ উলিয়াই দেখুৱালে। তাত আমাক নাভা এৰি যাবৰ কাৰণে কোৱা হৈছে আৰু

বিশেষ অনুমতি নহ'লে নাভাৰ ভিতৰ সোমাবলৈ নিষেধ কৰা হৈছে। মই দুয়োখন আদেশৰ নকল বিচাৰিলোঁ। কিন্তু সি গ্ৰাহ্য নহ'ল। তাৰ পিচত আমাক ৰেল-ষ্টেছনলৈ লৈ গৈ তাতে তেওঁলোকে এৰি দিলে। নাভাত আমাৰ চিনাকি কোনোৱেই নাছিল। চহৰৰ ঘাই বাট সেই সময়ত বন্ধ হৈ গৈছিল। খবৰ লৈ জানিলোঁ, তেতিয়াই এখন ৰেল আম্বালাৰ ফালে যাব। আম্বালাৰপৰা আমি দিল্লীয়েদি এলাহাবাদলৈ উভতি আহিলোঁ।

এলাহাবাদৰপৰা নাভাৰ শাসকৰ ওচৰলৈ তেওঁৰ দুখন আদেশ-পত্ৰৰ আৰু দুটা ৰায়ৰ নকল খুজি চিঠি লিখিলোঁ। চিঠিৰ উত্তৰত তেওঁ তাৰ নকল দিব নোৱাৰে বুলি লিখিলে। মই আকৌ লিখিলোঁ যদি মই আপীল কৰোঁ তেন্তে সেইকিখন লাগিব। কিন্তু তথাপি তেওঁ মান্তি নহ'ল। বাৰে বাৰে চেষ্টা কৰিও যিকেইটা ৰায়ৰদ্বাৰা মোৰ আৰু মোৰ লগৰীয়া কিজনৰ দণ্ডাদেশ হৈছিল, সেই ৰায়ৰ নকল আৰু পঢ়াৰ সুবিধা নেপালোঁ। কি জানিবা সেই দণ্ডাদেশ এতিয়াও মোৰ মূৰৰ ওপৰত নাচি আছে আৰু নাভা শাসকবৰ্গই বা বৃটিছ চৰকাৰে ইচ্ছা কৰিলেই তাক থটুৱাব পাৰে, কোনে জানে?

এইদৰেই আমি তিনিজনে বাৰু 'স্থগিত' থাকক বুলি দিয়া আদেশৰ কাৰণেই মুক্তি পালোঁ, কিন্তু তথাকথিত ষড়যন্ত্ৰত লিপ্ত থকা বুলি অভিযুক্ত চতুৰ্থজন —আমাৰ লগত লগ লগাই দিয়া শিখজনৰ কি অৱস্থা হ'ল তাক আৰু কেতিয়াও জানিব নোৱাৰিলোঁ। বেচি সম্ভৱ, বোধহয় তেওঁক এৰি দিয়াই নাই। তেওঁৰ কোনো তেনেকুৱা প্ৰভাৱশালী বন্ধুও নাছিল, তেওঁৰ সহায়ৰ কাৰণে কোনো আন্দো-লনো হোৱা নাছিল। গতিকে আন বহুত মানুহৰ দৰেই তেওঁ দেশীয় ৰাজ্যৰ ফাটেকত পাহৰণিৰ গৰ্ভত সোমাই পৰিল। আমি কিন্তু তেওঁক পাহৰা নাছিলোঁ। পৰাখিনি আমি কৰিছিলোঁ, কিন্তু সেয়া আছিল অতি সামান্য আৰু মোৰ বিশ্বাস গুৰুদ্বাৰা কমিটীয়েও তেওঁৰ হকে কিবা কৰিছিল। পিচত খবৰ লৈ আমি জানিবলৈ পালোঁ যে, তেওঁ আগৰ 'কোমাগাতা মাৰু' দলৰ এজন আৰু বহুত দিন ফাটেকত পৰাৰ পিচত অলপতেহে ওলাই আহিছে। তেওঁলোকে এনেকুৱা মানুহক বাহিৰত ৰাখি ভাল নেপায়। সেই কাৰণেই তেওঁৰ বিপক্ষে অভিযোগ আনি আমাৰ লগতে সাঙুৰি দিছিল।

গিদৱাণী, শান্তানম আৰু মই—আমি তিনিওজনেই নাভা ফাটেকৰ চেলৰপৰা এটা আপদীয়া লগৰীয়া লৈ আহিলোঁ। সেইটো হ'ল সন্নিপাত ৰোগৰ বীজাণু। আমি প্ৰত্যেকেই সন্নিপাতত ভুগিলোঁ। ৰোগ মোৰ বৰ বেচিকৈয়ে হৈছিল আৰু কিছু দিন সাংঘাতিক অৱস্থাই পাইছিলগৈ। তথাপি তিনিওজনৰ ভিতৰত মোৰেই কম হৈছিল। মই মাত্ৰ তিনি চাৰি সপ্তাহমানহে শৰিয়া-পাটীত পৰি আছিলোঁ। কিন্তু বাকী দুজনৰ শৰিয়া বৰ বেচি হৈছিলগৈ আৰু বহুদিন ধৰি তেওঁলোকে ভুগিবলগীয়া হৈছিল।

এই নাভাৰ ঘটনাৰ আৰু এটা আনুষঙ্গিক ঘটনা ঘটিল। ছমাহ কি তাতকৈয়ো বেচি দিনৰ পিচত বোধহয় গিদৱাণীয়ে অমৃতসৰত কংগ্ৰেছৰ প্ৰতিনিধি হিচাপে আকালি শিখ গুৰুদ্বাৰা কমিটীৰ লগত সংযোগ স্থাপন কৰি থাকিল। কমিটীয়ে [illegible]

500 মানুহৰ এটা বিশেষ জাঠা পঠাইছিল। গিদৱাণী তাৰ লগত নাভাৰ সীমালৈকে দৰ্শক স্বৰূপে যাবলৈ ঠিক কৰিলে। নাভা ৰাজ্যত তেওঁৰ সোমাবাৰ ইচ্ছা নাছিল। পুলিচে নাভাৰ সীমাৰ ওচৰত এই জাঠাৰ ওপৰত গুলীবৰ্ষণ কৰিলে। মোৰ বিশ্বাস তাত বহুত মানুহ মৰিল আৰু আহত হ'ল। গিদৱাণী আহত মানুহবিলাকক সহায় কৰিবৰ কাৰণে আগবাঢ়ি যাওঁতে পুলিচে একে চোঁচাই তেওঁক ধৰি লৈ গুচি গ'ল। তেওঁৰ বিপক্ষে কোনো গোচৰ তৰা নহ'ল। তেওঁক মাত্ৰ বছৰৰ আটাইতকৈ ভাল সময়খিনি জেলত ৰাখি পিচত এৰি দিয়া হ'ল। জেলতে তেওঁৰ স্বাস্থ্য একেবাৰেই ভাগি পৰিছিল।

গিদৱাণীৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ড মোৰ মানত শাসন-ক্ষমতাৰ দানৱীয় অপপ্ৰয়োগ যেন লাগিল। গিদৱাণীক কিয় তেনেকুৱা ব্যৱহাৰ কৰা হৈছে মই শাসকজনলৈ (সেই একেজন চিভিলিয়ানেই) চিঠি লিখি সুধিলোঁ। তেওঁ উত্তৰ দিলে যে বিনা অনুমতিত নাভা ৰাজ্যৰ ভিতৰত নোসোমাবলৈ দিয়া আদেশ অমান্য কৰাৰ কাৰণে তেওঁক ফাটেকত দিয়া হৈছে। মই আকৌ চিঠি লিখি তাৰ বৈধতাৰ প্ৰশ্ন তুলিলোঁ আৰু সুধিলোঁ আহতসকলক সহায় কৰিবলৈ যোৱা মানুহ এজনক গ্ৰেপ্তাৰ কৰাটো কেনেকৈ সমীচীন বুলি ভবা হৈছে আৰু অনুৰোধ কৰিলোঁ যেন তেওঁৰ আদেশৰ এটা নকল মোলৈ পঠাই দিয়ে, নহলে বা বাতৰি-কাকতত প্ৰচাৰ কৰে। তেওঁ কোনোটোকে কৰিবলৈ মান্তি নহ'ল। নাভালৈ নিজেই গৈ, তাৰ শাসকে গিদৱাণীক যেনেকুৱা ব্যৱহাৰ কৰিলে, তেনেকুৱা ব্যৱহাৰ মোকো কৰিবলৈ দিবৰ ইচ্ছাহে গৈছিল। সহকৰ্ম্মী এজনৰ প্ৰতি সহানুভূতিত তেনে কৰাটো মোৰ কৰ্ত্তব্য যেন লাগিছিল। কিন্তু কেইবাজনো বন্ধুৱে আন ধৰণে ভাবিলে আৰু মোক যাবলৈ হাক দিলে। মই বন্ধুসকলৰ উপদেশৰে আশ্ৰয় লৈ মোৰ নিজৰ দুৰ্ব্বলতা ঢাকিবলৈ এটা চলহে ল'লো মাত্ৰ। কাৰণ যিমানেই নহওক মোৰ দুৰ্ব্বলতা আৰু নাভা জেললৈ যোৱাৰ অনিচ্ছাৰ কাৰণেহে মোৰ যোৱা নহ'ল। এনেকৈ এজন সহকৰ্ম্মীৰ লগ এৰাৰ কাৰণে মই সদায় লজ্জিত।

## কোকনদ আৰু মৌলানা মহম্মদ আলি

১৯২৩-ৰ ডিচেম্বৰ মাহত দক্ষিণ ভাৰতৰ কোকনদ চহৰত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন বহিল। মৌলানা মহম্মদ আলি আছিল সভাপতি। আগৰ অভ্যাস মতেই তেওঁ দীঘলীয়া অভিভাষণ পাঠ কৰিলে। এই অভিভাষণ বৰ চিত্তাকৰ্ষক হৈছিল। মুছলমানসকলৰ মাজত ৰাজনৈতিক আৰু সাম্প্ৰদায়িক ভাবৰ প্ৰথম উদ্ৰেক হোৱাৰপৰা আৰম্ভ কৰি কেনেকৈ ১৯০৮-ত আগাখাঁৰ নেতৃত্বত বৰলাটৰ ওচৰলৈ স'জাতীদল পঠোৱা হৈছিল আৰু সেই স'জাতীদলৰপৰাই যে পিচত পৃথক নিৰ্ব্বাচন প্ৰথা হ'লগৈ আৰু ইয়াৰ পাচফালে যে চৰকাৰৰ হাত আছে—এই সকলোবিলাক কথা তেওঁ উল্লেখ কৰিছিল।

মহম্মদ আলিয়ে মোৰ ইচ্ছাৰ বিৰুদ্ধেই মোক তেওঁ সভাপতি থকা বছৰটোৰ কাৰণে নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সম্পাদকৰ বাব গ্ৰহণ কৰিবলৈ বাধ্য কৰিলে।

ভৱিষ্যৎ নীতি সম্পৰ্কে স্পষ্ট ধাৰণা নোহোৱাকৈ মোৰ বিষয়-বাব লোৱাৰ সম্নুলি ইচ্ছা নাছিল। কিন্তু মহম্মদ আলিৰ ইচ্ছাৰ বিৰুদ্ধে মই যাব নোৱাৰিলোঁ আৰু আমাৰ দুয়োৰে এটা বিশ্বাস হ'ল—আন এজন সম্পাদকে মোৰ দৰে মিলি-জুলি তেওঁৰ লগত কাম কৰিব নোৱাৰিব। তেওঁৰ অনুৰাগ আৰু বিৰাগ দুয়োটাই আছিল বৰ তীব্ৰ। ভাগ্যে মই জানিবা তেওঁৰ অনুৰাগ ভাজনেই আছিলোঁ। আমাৰ দুজনৰ ভিতৰত মৰমৰ বান্ধ আছিল, পাৰস্পৰিক বুজা-বুজি আছিল। তেওঁ বৰ গভীৰ-ভাৱে, আৰু মোৰ বোধেৰে কিছু অন্ধভাৱেই ধৰ্ম্মপ্ৰৱণ আছিল। মই হলে নাছিলোঁ। কিন্তু তেওঁৰ আন্তৰিকতা, তেওঁৰ অপৰিসীম কৰ্ম্মশক্তি আৰু তীক্ষ্ন বুদ্ধিৰ কাৰণে মই তেওঁৰ প্ৰতি আকৃষ্ট হৈ পৰিছিলোঁ। তেওঁৰ সূক্ষ্ম ৰসিকতা আছিল, কিন্তু তেওঁৰ তীব্ৰ ব্যঙ্গৰদ্বাৰা কেতিয়াবা কেতিয়াবা মানুহৰ মনত আঘাত দিছিল আৰু তাৰ কাৰণেই বহুতো বন্ধু হেৰুৱাবলগীয়াত পৰিছিল। কাৰবাৰ বিপক্ষে কিবা চতুৰ মন্তব্য কৰিবলগীয়া হলে তেওঁ তাক কেতিয়াও মনৰ ভিতৰত ৰাখি থ'ব নোৱাৰিছিল—আগ-পাচ নুগুণি তেওঁ তাক প্ৰকাশ কৰি পেলাইছিল।

সৰু সৰু দুই এটা কথাত আমাৰ মাজত মতভেদ থাকিলেও, আমি তেওঁৰ কাৰ্য্যকালৰ বছৰটোত ভালেৰেই চলিলোঁ। মই নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অফিচত এটা নতুন দস্তুৰ উলিয়ালোঁ যে আমাৰ সকলো সদস্যকে কেৱল নাম ধৰি সম্বোধন কৰা হ'ব—তাৰ আগত বা পাচত কোনো সন্মানসূচক উপাধি নেথাকিব। তেনেকুৱা উপাধি যে ভাৰতবৰ্ষত ইমানবোৰ আছে—যেনে মহাত্মা, মৌলানা, পণ্ডিত, ছেইখ, ছৈয়দ, মুন্সী, মৌলবী আৰু পিচলৈ শ্ৰীযুক্ত, শ্ৰী আৰু লগতে অৱশ্যে মিষ্টাৰ আৰু এস্কোৱাৰ—আৰু সেইবোৰ ইমান বেচিকৈ, আৰু বহুত সময়ত আলাগতিয়াল-ভাৱে প্ৰয়োগ কৰে যে মই এটা ভাল দৃষ্টান্তৰ প্ৰবৰ্ত্তন কৰোঁ বুলি লাগিলোঁ। কিন্তু মোৰ মতে কাম নহ'ল। মহম্মদ আলিয়ে এখন জৰুৰী টেলিগ্ৰাম যোগে সভাপতি হিচাপে মোলৈ নিৰ্দ্দেশ দিলে যে মই আগৰ দস্তুৰ মতেই চলিব লাগে আৰু বিশেষকৈ গান্ধীজীক সম্বোধন কৰোঁতে সদায় মহাত্মা বুলিয়েই লিখিব লাগে।

আমাৰ মাজত প্ৰায়েই তৰ্কৰ বিষয় আছিল—সৰ্ব্বশক্তিমান ঈশ্বৰ। আমাৰ কংগ্ৰেছৰ প্ৰস্তাৱৰ মাজত কৃতজ্ঞতা বা প্ৰাৰ্থনাৰ ভাব প্ৰকাশ কৰাৰ কাৰণে ঈশ্বৰৰ নাম উল্লেখ কৰাত তেওঁ সিদ্ধহস্ত আছিল। মই প্ৰতিবাদ কৰিলে তেওঁ মোক অধৰ্ম্মতাৰ কাৰণে দাবি দিয়ে। তথাপি, আচৰিত কথা পিচতে তেওঁ মোক ক'লে যে বাহিৰৰ ব্যৱহাৰ-পাতিত মই অধাৰ্ম্মিক যেন হলেও বা ঈশ্বৰক স্বীকাৰ নকৰিলেও মই যে প্ৰকৃততে ধাৰ্ম্মিক সেই বিষয়ে তেওঁৰ অলপো সন্দেহ নাই। তেওঁৰ এই ধাৰণা কিমানখিনি সত্য, সেইটো ভাবি মই আচৰিত হওঁ। বোধহয় ধৰ্ম্ম আৰু ধৰ্ম্মভাব সম্পৰ্কে ব্যক্তিগত অনুভূতিৰ ওপৰত তেনে ধাৰণা নিৰ্ভৰ কৰে।

মই তেওঁৰ লগত ধৰ্ম্ম সম্পৰ্কে আলোচনা পৰাপক্ষত নকৰাকৈ চলোঁ। কাৰণ মই জানো যে তাৰদ্বাৰা আমাৰ দুইজনৰে খণ্ডা-খণ্ডি হ'ব বা মই তেওঁৰ মনত কষ্ট দিম। যি কোনো মতবাদৰ প্ৰতি দৃঢ় বিশ্বাসী মানুহৰ লগত এইদৰে আলোচনা কৰা সদায় বৰ টান কথা। কিন্তু বহু ভাগ মুছলমানৰ লগত তৰ্ক কৰা আৰু টান কথা। কাৰণ এই ক্ষেত্ৰত চিন্তাৰ স্বাধীনতা তেওঁলোকক দিয়া নহয়। তেওঁ-

লোকৰ চিন্তাধাৰাৰ ফালে চালে, তেওঁলোকৰ বাট পোন আৰু ঠেক আৰু বিশ্বাসী মুছলমানে কেতিয়াও ইফাল-সিফাল কৰিব নোৱাৰে। সকলো ক্ষেত্ৰতে নহ'লেও হিন্দুৰ ভাব বহুতো স্বাধীন। আচাৰ-ব্যৱহাৰত তেওঁলোক বৰ নৈষ্ঠিক হ'ব পাৰে, আধুনিক কালৰ অনুপযোগী, উন্নতিবিৰোধী কুপ্ৰথা তেওঁলোকে মানি ল'ব পাৰে আৰু লয়ো। তথাপি ধৰ্ম্ম সম্বন্ধে যেই কোনো ধৰণৰ বৈপ্লৱিক মতবাদ আলোচনা কৰিবলৈ তেওঁলোক সদায় সাজু। মোৰ ধাৰণা, আজি-কালিৰ আৰ্য্যসমাজীসকলৰ সাধাৰণতে চিন্তাৰ ইমান উদাৰতা নাই। মুছলমানসকলৰ দৰেই তেওঁলোকেও নিজৰ পোন বন্ধা-ধৰা বাটেদি গৈ থাকে। বুদ্ধিমান শিক্ষিত হিন্দুসকলৰ মাজত এটা প্ৰচলিত দাৰ্শনিক চিন্তাধাৰা আছে। যদিও আচাৰ-ব্যৱহাৰৰ ওপৰত তাৰ প্ৰভাৱ নাই, তথাপি তাৰ ফলত ধৰ্ম্ম সম্পৰ্কীয় প্ৰশ্ন বেলেগ বেলেগ মতবাদৰ ফালৰপৰা আলোচনা কৰাত কোনো বাধা নাই। মোৰ মনেৰে হিন্দুসকলৰ মাজত নানা ধৰণৰ আৰু স্ববিৰোধী মতামত আৰু আচাৰ-ব্যৱহাৰৰ সমাবেশ হোৱাত ই আংশিকভাৱে সম্ভৱ হৈছে। ধৰ্ম্ম শব্দটো সাধাৰণতঃ যি অৰ্থত ব্যৱহাৰ কৰা হয়, ঠিক তেনে অৰ্থত হিন্দুধৰ্ম্মই নুবুজায় বুলি মানুহে প্ৰায়েই কয়। তথাপি কি আচৰিত দৃঢ়তা! কি আচৰিত জীৱনীশক্তি ইয়াৰ! পুৰণি কালৰ হিন্দু দাৰ্শনিক চাৰ্ব্বাকৰ দৰে যদি কোনোবাই নিজকে নাস্তিক বুলি প্ৰচাৰ কৰে, তথাপি তেওঁ হিন্দু নহয়, এইবুলি কোনেও ক'ব নোৱাৰে। হিন্দু ধৰ্ম্মৰ সন্তানে যিহকে কৰক লাগিলে, সি হিন্দুৰেই থাকিব। মই ব্ৰাহ্মণৰ ঘৰত জন্মিছোঁ, ধৰ্ম্ম সম্বন্ধীয় বা সামাজিক আচাৰ-নিয়ম সম্পৰ্কে যিহকে নকওঁ বা যিহকে নকৰোঁ, মই ব্ৰাহ্মণেই থাকিম যেন লাগে। যদিও মই নামৰ লগত কোনো সন্মানসূচক বা জাতিসূচক উপাধি যোগ কৰিবলৈ নিবিচাৰোঁ, তথাপি ভাৰতীয়ৰ মানত মই সদায় 'পণ্ডিত' অমুক হৈয়েই থাকিম। মোৰ মনত পৰে ছুইজাৰলেণ্ডত এবাৰ এজন তুৰ্কী পণ্ডিতৰ লগত দেখা কৰিবলৈ যাওঁতে প্ৰথমতে মোৰ পৰিচয়পত্ৰখনত মোৰ নাম "পণ্ডিত জৱহৰলাল নেহৰু" বুলি উল্লেখ কৰিছিলোঁ। তেওঁ মোক দেখি আচৰিত আৰু অলপ নিৰাশ হ'ল। কথাৰ মাজতে তেওঁ মোক ক'লে; 'পণ্ডিত' দেখি তেওঁ বোলে ভাবিছিল তেওঁ এজন গহীন-গম্ভীৰ বয়সীয়া শাস্ত্ৰজ্ঞ পণ্ডিত দেখিবলৈ পাব।

সেইদেখি মহম্মদ আলি আৰু মই ধৰ্ম্মৰ বিষয়ে আলোচনা নকৰা হলোঁ। কিন্তু মনে মনে থকা লোক তেওঁ নাছিল। কেই বছৰমানৰ পিচত (১৯২৫-তেই নে ১৯২৬-ৰ প্ৰথম ভাগতেই) তেওঁ আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰাত পৰিল। এদিন দিল্লীত তেওঁৰ ঘৰলৈ মই গৈছোঁ, এনেতে তেওঁৰ মুখ মেল খালে আৰু তেওঁ মোক ধৰ্ম্মৰ বিষয় আলোচনা কৰিবৰ কাৰণে টানি ধৰিলে। মই তেওঁক তাৰপৰা এৰুৱাবলৈ যত্ন কৰিলোঁ। কলোঁ যে আমাৰ দুয়োৰে ভিতৰত মতভেদ ইমান বেচি যে, আমি কোনেও কাকো একো বুজাব নোৱাৰিম। কিন্তু তেওঁক আন কথালৈ নিয়া টান হৈ পৰিল। তেওঁ ক'লে—"আজি আমি কিবা এটা চয়-নিচয় কৰিবই লাগিব। মোৰ ধাৰণা হৈছে, তুমি ভাবা যে মই এজন ধৰ্ম্মান্ধ নৈষ্ঠিক। বাৰু তেনেহলে মই তোমাৰ আগত প্ৰমাণ কৰি দিম যে মই তেনে নহওঁ।" তেওঁ আৰু ক'লে যে ধৰ্ম্মৰ বিষয়ে তেওঁ বহুতো পঢ়িছে আৰু পঢ়িছেও গভীৰভাৱে। তেওঁ কিতাপৰ শেলফটো

দেখুৱাই দিলে। তাত বহুত ধৰণৰ ধৰ্ম্ম সম্পৰ্কীয় পুথি আছিল। বিশেষকৈ ইছলাম আৰু খ্ৰীষ্টান ধৰ্ম্ম সম্পৰ্কীয় বহুতো পুথি তাত আছিল। তাৰ ভিতৰত এইচ. জি. ৱেল্‌চৰ "গড্ দি ইনভিজিবল কিং" নামৰ পুথিখন আৰু দুই-এখন আধুনিক পুথি আছিল। যুদ্ধৰ সময়ত যেতিয়া তেওঁ দীঘলীয়াকৈ অন্তৰীণ হৈ আৱদ্ধ আছিল, তেতিয়া তেওঁ বহুত বাৰ কোৰাণ আৰু তাৰ সকলো ধৰণৰ টীকা-ভাষ্য পঢ়িছিল। তেওঁ ক'লে এইদৰে পঢ়াৰপৰা তেওঁৰ বিশ্বাস হৈছে যে, কোৰাণৰ শতকৰা সাতানব্বৈ সম্পূৰ্ণ যুক্তিসংগত, আন কি কোৰাণৰ নাম নোকোৱাকৈয়ো সেই-বিলাকৰ যুক্তিযুক্ততা প্ৰমাণ কৰিব পাৰি, বাকী তিনি ভাগ দেখাত তেওঁৰ মনত যুক্তি-যুক্ত যেন নেলাগে। পিচে যি কোৰাণৰ সাতানব্বৈ ভাগেই সত্য তাৰ বাকী তিনি-ভাগো সত্য হ'বই লাগিব। তেওঁৰ দুৰ্ব্বল যুক্তি নিৰ্ভুল আৰু কোৰাণ ভুল, সেইটো জানো সম্ভৱ? সেই কাৰণে তেওঁৰ সিদ্ধান্ত হ'ল যে, কোৰাণৰ এশভাগেই নিৰ্ভুল সত্য।

এই তৰ্কৰ যুক্তি বৰ বেচি স্পষ্ট নহয়। কিন্তু মোৰ তৰ্ক কৰিবৰ মন নগ'ল। তেওঁ তাৰ পিচত কোৱা কথাৰপৰা মই আচৰিত বোধ কৰিলোঁ। মহম্মদ আলিয়ে ক'লে, যদি কোনোৱাই মুকলি মনেৰে কোৰাণ পঢ়ে তেন্তে তেওঁ নিশ্চয় ইয়াৰ সত্যত বিশ্বাস কৰিবই—এই বিষয়ে নিশ্চিত। বাপুৱে (গান্ধীজীয়ে) সযত্নে তাক পাঠ কৰিছে আৰু তেওঁ নিশ্চয় ইছলামৰ সত্যতাৰ বিষয়ে নিঃসন্দেহ; কিন্তু আত্মাভিমানৰ কাৰণেইহে তেওঁ তাক প্ৰকাশ্যে স্বীকাৰ নকৰে।

তেওঁ সভাপতি হৈ থকা বছৰটো শেষ হোৱাৰ পিচতে মহম্মদ আলিয়ে লাহে লাহে কংগ্ৰেছৰপৰা আঁতৰি যাবলৈ ধৰিলে বা তেওঁ কোৱাৰ দৰে কংগ্ৰেছেই তেওঁৰ-পৰা আঁতৰি যাবলৈ ধৰিলে। তেওঁ কংগ্ৰেছ আৰু সদৌ ভাৰত কংগ্ৰেছ কমিটীত যোগ দিছিল আৰু কেইবা বছৰো নানা ধৰণে তাৰ লগত জড়িত আছিল। কিন্তু মতভেদ বাঢ়ি গ'ল, মনোমালিন্য প্ৰবল হ'ল। ইয়াৰ কাৰণে বোধহয় কোনো মানুহ বা দলকেই জগৰীয়া কৰিব নোৱাৰি। দেশৰ কিছুমান ঘটনাৰপৰাই সেইটো অনিবাৰ্য্য হৈ উঠিছিল। এই শোচনীয় পৰিণতিত আমি অন্তৰত বৰ দুখ পাইছিলোঁ। কিয়নো সাম্প্ৰদায়িক প্ৰশ্ন সম্পৰ্কেও তেওঁৰ লগত এটা সন্তোষজনক ব্যৱস্থা কৰা সদায় সম্ভৱ হৈছিল। যিবিলাক প্ৰতিক্ৰিয়াশীল মানুহে নিজকে তেওঁৰ সাম্প্ৰদায়িক স্বাৰ্থৰ সমৰ্থক বুলি প্ৰচাৰ কৰি ফুৰে, সেইবিলাকৰ লগত ৰাজনীতিৰ ফালৰপৰা তেওঁৰ কোনো সম্বন্ধ নাছিল।

ভাৰতৰ দুৰ্ভাগ্যৰ কথা হ'ল যে, ১৯২৮-ৰ জহকালি তেওঁ ইউৰোপত আছিল। তেতিয়া সাম্প্ৰদায়িক সমস্যা সমাধানৰ কাৰণে এটা ডাঙৰ চেষ্টা হৈছিল আৰু তাত প্ৰায় কৃতকাৰ্য্য হওঁ হওঁ অৱস্থা হৈছিল। মহম্মদ আলি উপস্থিত থকা হ'লে ঘটনাই বেলেগ ৰূপ ল'লেহেঁতেন বুলি ভাবিবৰ থল আছে। কিন্তু যেতিয়া তেওঁ উভতি আহিল, তেতিয়া ভাঙন আৰম্ভ হৈছেই আৰু অনিবাৰ্য্যভাৱেই তেওঁ সিদলত যোগ দিলেহি।

দুবছৰৰ পিচত ১৯৩০-ত আমি সৰহভাগেই ফাটেকত। আইন অমান্য আন্দোলনৰ ভৰপক। মহম্মদ আলিয়ে কংগ্ৰেছৰ সিদ্ধান্ত আওহেলা কৰি ঘূৰণীয়া

মেজমেলত যোগদান কৰিলে। তেওঁ বিলাতলৈ যোৱাত মই বৰ দুখ পালোঁ। মোৰ বিশ্বাস, তেৰোঁ এই বিষয়ত সুখী হ’ব পৰা নাই। তেওঁৰ লণ্ডনৰ কাৰ্য্যপ্ৰণালীত তাৰ যথেষ্ট প্ৰমাণ পোৱা গৈছিল। তেওঁ অনুভৱ কৰিছিল যে, তেওঁৰ প্ৰকৃত ঠাই ভাৰতবৰ্ষত সংগ্ৰামৰ মাজত, লণ্ডনৰ নিষ্ফল সভাঘৰত নহয়। তেওঁ যদি স্বদেশলৈ উভতি আহিব পাৰিলেহেঁতেন, তেতিয়া হ’লে, মোৰ বিশ্বাস তেওঁ সঙ্ঘৰ্ষত যোগ দিলেহেঁতেন। কিন্তু তেওঁৰ শৰীৰ ঘুণীয়া হৈ পৰিছিল। কেইবা বছৰো ধৰি তেওঁক বেমাৰে অলপ অলপকৈ বান্ধি পেলাইছিল। যেতিয়া তেওঁৰ জিৰণি আৰু চিকিৎসাৰ আৱশ্যক আছিল, তেতিয়া লণ্ডনত ডাঙৰ কিবা এটা পাম পাম বুলি উৎকণ্ঠিত হৈ থাকোঁতে থাকোঁতেই তেওঁৰ মৃত্যু ওচৰ চাপি আহিল। নাইনি জেলত তেওঁৰ মৃত্যুৰ বাতৰি পাই মই মৰ্ম্মাহত হলোঁ।

১৯২৯-ৰ ডিচেম্বৰ মাহত লোহোৰ কংগ্ৰেছত তেওঁৰ লগত মোৰ শেষ দেখা-দেখি হয়। মোৰ সভাপতিৰ অভিভাষণৰ কোনো কোনো অংশ তেওঁৰ বৰ মনঃপূত হোৱা নাছিল আৰু তেওঁ তাৰ তীব্ৰ সমালোচনা কৰিছিল। তেওঁ বুজিছিল যে, কংগ্ৰেছ আগবাঢ়ি গৈ আছে আৰু এটা ৰাজনৈতিক সঙ্ঘৰ্ষ ওচৰ চাপি আহি আছে। তেওঁৰ ভিতৰতো সংগ্ৰামৰ ভাব যথেষ্ট আছিল। সেই কাৰণেই আনক আগবঢ়াই দি তেওঁ নিজে পাচ পৰি থকাটো ভাল নেপাইছিল। তেওঁ মোক গম্ভীৰভাৱে কৈছিল —“জৱহৰ, মই তোমাক সাৱধান কৰি দিছোঁ, তোমাৰ বৰ্ত্তমান সহকৰ্ম্মীসকলেই তোমাক পৰিত্যাগ কৰিব। তেওঁলোকে সঙ্কটৰ সময়ত তোমাক বিপদৰ মুখত পেলাই থৈ পলাব। তোমাৰ কংগ্ৰেছী ভাইহঁতে তোমাক ফাঁচী-কাঠত ওলোমাইহে এৰিব।” কি মৰ্ম্মভেদী ভৱিষ্যদ্বাণী!

১৯২৬-ৰ কোকনদ কংগ্ৰেছ আৰু এটা ঘটনা মোৰ কাৰণে বিশেষ আকৰ্ষণৰ বস্তু আছিল। ইয়াতেই সদৌ ভাৰত স্বেচ্ছাসেৱক সঙ্ঘৰ অৰ্থাৎ হিন্দুস্থানী সেৱাদলৰ ভিত্তি প্ৰতিষ্ঠা কৰা হয়। ইয়াৰ আগেয়েও অৱশ্যে প্ৰতিষ্ঠানৰ কাৰ্য্য পৰিচালনা কৰিবলৈ বা জেললৈ যাবলৈ স্বেচ্ছাসেৱক বাহিনীৰ অভাৱ নাছিল। কিন্তু তেওঁলোকৰ মাজত শৃঙ্খলা আৰু একতাৰ বৰ অভাৱ আছিল। ডক্টৰ এন. এচ. হাৰ্দ্দিকৰেই প্ৰথম সৰ্ব্বভাৰতীয় ভিত্তিত সুশিক্ষিত আৰু সুশৃঙ্খল সেৱাদল গঠনৰ কথা চিন্তা কৰিছিল। এই সেৱাদলে কংগ্ৰেছৰ পোনপটীয়াকৈ দিয়া নিৰ্দ্দেশত জাতীয় কাৰ্য্য কৰিব। তেওঁ মোক সহযোগিতা কৰিবলৈ বৰকৈ টানি ধৰিলে। মই আনন্দেৰেই সম্মতি জনালোঁ। কাৰণ পৰিকল্পনাটো মোৰ ভাল লাগিল। কোকনদতে কাম আৰম্ভ হ’ল। পিচত কংগ্ৰেছৰ প্ৰখ্যাত নেতাসকলে সেৱাদলৰ প্ৰতি কেনেকুৱা যে বিৰুদ্ধ ভাব মনত পুহি ৰাখিছিল দেখি আমি আচৰিতেই হলোঁ। দেখিলোঁ, ই অতি বিপজ্জনক হৈ উঠিব পাৰে। কংগ্ৰেছৰ ভিতৰত এই সামৰিক দল সুমুৱালে, সিহঁতেই এদিন কংগ্ৰেছৰ অসামৰিক দলৰ ক্ষমতা হাত কৰিব পাৰে। আন কোনো কোনোৱে ক’লে—উপৰিচাসকলৰ আদেশ পালন কৰাত তৎপৰ হ’বৰ কাৰণে যিমানখিনি শৃঙ্খলাৰ প্ৰয়োজন হয়, সিমানখিনি ভাল, কিন্তু ইয়াৰ কাৰণে স্বেচ্ছাসেৱকসকলক সামৰিক কুচ-কাৱাজ শিকোৱাটো অবাঞ্ছনীয়। বহুতৰ মনত ধাৰণা আছিল, কংগ্ৰেছৰ অহিংসাৰ আদৰ্শৰ লগত কচৰৎ কৰা সুশিক্ষিত স্বেচ্ছাসেৱক বাহিনী থকাটো মিল

নোহোৱা কথা। অৱশ্যে হাৰ্ডিকৰ এই কামত মনপূতি লাগিল আৰু বহুদিন ধৰি ধৈৰ্য্যেৰে খাটি প্ৰমাণ কৰিলে যে আমাৰ সুশিক্ষিত স্বেচ্ছাসেৱকসকলক কামিলা আৰু আন কি অহিংসও হ'ব পাৰে।

কোকনদৰপৰা উভতি অহাৰ ঠিক পিচতেই ১৯২৪-ৰ জানুৱাৰী মাহত এলাহাবাদত মই এটা নতুন অভিজ্ঞতা লাভ কৰিলোঁ। যি মনত পৰিছে, মই তাকেহে লিখিছোঁ; গতিকে তাৰিখৰ অলপ ইফাল-সিফাল হ'ব পাৰে। সেইবাৰে এলাহাবাদত গঙ্গাৰ পাৰত কুম্ভই নে অৰ্দ্ধকুম্ভই কিবা এটাৰ স্নান উপলক্ষে ডাঙৰ মেলা বহিছিল। দলে দলে যাত্ৰী গঙ্গা-যমুনাৰ সঙ্গমত অৰ্থাৎ ত্ৰিবেণী তীৰ্থত (ত্ৰিবেণী বুলি কোৱা হয়, কাৰণ পুৰাণত উল্লেখ থকা সৰস্বতীও আঁহি তাতে লগ লাগিছেহি বুলি বিশ্বাস আছে) স্নান কৰিবলৈ আহিবলৈ ধৰিলে। গঙ্গাৰ ইপাৰৰপৰা সিপাৰলৈ প্ৰায় এমাইল বহল, কিন্তু জাৰকালি নদী শুকাই বহল বালিচৰ ওলাই পৰে। ইয়াৰ ওপৰত যাত্ৰীসকলৰ তামিঘৰা তৰিবলৈ সুবিধা হয়। নদীৰ সোঁত প্ৰতি বছৰেই বেলেগ বেলেগ হয়।

১৯২৪-ত গঙ্গাৰ সোঁত, ত্ৰিবেণী সঙ্গমত যাত্ৰীসকলে স্নান কৰাৰ কাৰণে বৰ বিপদজনক আছিল। স্নান কৰিবলৈ যোৱা যাত্ৰীৰ সংখ্যা কমাব পাৰিলে আৰু আন আন আৱশ্যকীয় সাৱধান ল'ব পাৰিলে বিপদৰ আশঙ্কা কমে।

শুভ মুহূৰ্ত্তত স্নান কৰি পুণ্য অৰ্জ্জনৰ কোনো স্পৃহা মোৰ নাছিল কাৰণেই মই এই বিষয়ে একো চিন্তা কৰা নাছিলোঁ। কিন্তু বাতৰি-কাকতত দেখিছিলোঁ এই বিষয় লৈ বাতৰি-কাকত আৰু প্ৰাদেশিক চৰকাৰৰ মাজত বাদানুবাদ চলিছিল। তেওঁলোকে (বা স্থানীয় কৰ্ত্তৃপক্ষই) ত্ৰিবেণী সংগমস্থলত স্নান কৰা নিষিদ্ধ কৰি আদেশ দিছিল। মালব্যজীয়ে তাৰ প্ৰতিবাদ কৰিলে। কাৰণ ধৰ্ম্মাচৰণ কৰিবলৈ হলে তাত স্থান কৰাটোৱেই নিয়ম। দুৰ্ঘটনা আৰু প্ৰাণহানি নহ'বৰ কাৰণে সাৱধান হ'বলৈ চৰকাৰে উচিত কামেই কৰিছিল।

কুম্ভৰ যোগৰ দিনা অতি পুৱাতে মেলা চাবলৈ মই নৈৰ পাৰলৈ গ'লোঁ। স্নান কৰিবৰ ইচ্ছা মোৰ নাছিল। নৈৰ পাৰ পাই জানিব পাৰিলোঁ যে মালব্যজীয়ে জিলা মেজিষ্ট্ৰেটলৈ বিনীতভাৱে দাবী জনাইছিল যে ত্ৰিবেণীত স্নান কৰিবলৈ তেওঁক অনুমতি দিব লাগে আৰু নিদিলে তেওঁ চৰকাৰী আদেশ অমান্য কৰিব। কিন্তু মেজিষ্ট্ৰেটে অনুমতি নিদিলে। মালব্যজীয়ে সত্যাগ্ৰহ কৰিবলৈ সংকল্প লৈ দুশ মানুহ লগত লৈ সংগমৰ ফালে যাত্ৰা কৰিলে। এই অৱস্থাত মোৰ মনতো কৌতূহল উপজিল আৰু আকস্মিক উত্তেজনাত সত্যাগ্ৰহী দলত যোগ দিলোঁ। সংগমৰ বাটত বহুদূৰ ঠাই প্ৰকাণ্ড জেওৰা দি বেৰি থৈছিল যাতে সেইখন পাৰ হৈ কোনো সংগম-স্থললৈ যাব নোৱাৰে। জেওৰালৈকে অহাৰ পিচত পুলিচে আমাক আগভেটা দি ধৰিলে আৰু আমাৰ হাতত থকা মৈখন আমাৰপৰা কাঢ়ি লৈ গ'ল। আমি অহিংস সত্যাগ্ৰহী; গতিকে জেওৰাৰ ওচৰতে শান্তভাৱে বহি পৰিলোঁ। ৰাতিপুৱা পাৰ হৈ বেলি লাহে লাহে লহিয়াবলৈ ধৰিলে। আমি বহিয়েই আছোঁ। সময় যিমানেই যাবলৈ ধৰিলে সিমানেই বেলিৰ তাপ বাঢ়ি আহিল। বালি তপত হ'বলৈ ধৰিলে আৰু আমাৰো ভোক লাগি আহিল। পদাতিক আৰু অশ্বাৰোহী সৈন্যও আছিল।

আমি আৰু সহি থাকিব নোৱাৰি কিবা এটা কৰিবৰ কাৰণে ব্যস্ত হৈ উঠিলোঁ। আনফালে চৰকাৰেও ধৈৰ্য্য হেৰুৱাই বল প্ৰয়োগ কৰি আমাক আঁতৰাবৰ চেষ্টা কৰিছে যেন লাগিল। সৈন্যবিলাকে হঠাৎ কিবা এটা আদেশ পাই নিজ নিজ ঘোঁৰাত উঠি দল বান্ধি থিয় হ'ল। মোৰ তৎক্ষণাৎ এনেকুৱা লাগিল (স'চা নহ'বও পাৰে) যে, সিহঁতে আমাৰ ওপৰত ঘোঁৰা চলাই দি আমাক খেদাৰ ব্যৱস্থা কৰিবলৈ ধৰিছে। ঘোঁৰাৰ ঠেঙৰ তলত পৰি গুড়ি হ'বলৈ মোৰ অলপো ইচ্ছা নাছিল। মই এইদৰে বহি থাকি থকি বৰ আমনি পাইছিলোঁ। গতিকে মোৰ কাষত যিকিজন বহিছিল, তেওঁলোকক কলোঁ যে আমি দেখোন জেওৰাখন পাৰ হৈয়েই যাব পাৰোঁ। আৰু মই আগবাঢ়ি নিজে জেওৰাৰ ওপৰত উঠিলোঁ। তৎক্ষণাৎ আৰু কেইবাজনেও মোৰ দৰেই কৰিলে। তেওঁলোকে কেইটামান খুঁটি তুলি সেইপিনে সৰকি যাবলৈ এটা বাট উলিয়ালে। এজনে মোৰ হাতত এখন জাতীয় পতাকা আনি দিলে। পতাকাখন জেওৰাৰ ওপৰত বহুৱাই দি মই তাতে বহি থাকিলোঁ। কোনো কোনো জেওৰা পাৰ হৈছে, কোনো কোনো নতুনকৈ উলিওৱা বাটেদি সৰকি যাব লাগিছে—সিপিনে অশ্বাৰোহীবিলাকে মানুহক অ'তৰাই দিছে। এই সকলোবিলাক মিলি দৃশ্যটো মোৰ কাৰণে বৰ আকৰ্ষণীয় হৈ উঠিল। এটা কথা মই ক'বই লাগিব যে, অশ্বাৰোহী-বিলাকে বৰ সাৱধানে তেওঁলোকৰ কৰ্ত্তব্য কৰিছিল। সিহঁতে মুৰৰ ওপৰত লাঠী ঘূৰাই জনতাক ঠেলি লৈ গৈছিল, কিন্তু কাকো আঘাত কৰা নাছিল। ফৰাচী ৰাষ্ট্ৰ-বিপ্লৱৰ সময়ত জেওৰা দি আত্মৰক্ষা কৰাৰ কথা ৰিণিকি ৰিণিকি মনত পৰিছিল।

অৱশেষত সিটো পাৰত মই নামি গলোঁ আৰু বৰ গৰম লগাত গঙ্গাত এটা বুৰ মাৰিলোঁ। উভতি আহি মই দেখি আচৰিত হলোঁ যে মালব্যজী আৰু বহুতেই তেতিয়াও আগৰদৰেই জেওৰাৰ ওচৰত বহিয়েই আছে। ইতিমধ্যে অশ্বাৰোহী আৰু পদাতিকবিলাক আহি সত্যাগ্ৰহী দল আৰু জেওৰাৰ মাজত থিয় হ'লহি। আন ফালেদি ঘূৰি-পকি আহি মই মালব্যজীৰ ওচৰত বহিলোঁগৈ। দেখিলোঁ মালব্যজী অতিপাত উত্তেজিত হৈছে। আৰু তেওঁৰ মনৰ ভাব সংযত কৰিবৰ চেষ্টা কৰিছে। হঠাৎ কাকো একো নোকোৱাকৈ মালব্যজীয়ে অশ্বাৰোহী আৰু পদাতিক পুলিচৰ মাজেদি যাবলৈ ধৰিলে। যেই কোনো মানুহে তেনে কাম কৰাটো আচৰিত হ'বলগীয়া কথা। কিন্তু মালব্যজীৰ নিচিনা এজন বুঢ়া আৰু নিশকতীয়া শৰীৰৰ মানুহৰ পক্ষে এনেকুৱা এটা কাম একেবাৰেই চমকপ্ৰদ। সি যি নহওক, আমিও তেওঁৰ পিচে পিচে গ'লো। গৈ গঙ্গাত বুৰ মাৰিলোঁ। পুলিচ আৰু অশ্বাৰোহীবিলাকে কিছু সময় আমাক বাধা দিবলৈ চেষ্টা কৰিছিল। কিন্তু অলপ সময়ৰ পিচতে সিহঁত গুচি গ'ল।

আমাৰ মনত অলপ সন্দেহ হৈছিল যে, কিজানি চৰকাৰে আমাৰ ওপৰত অভিযোগেই আনিব চাগৈ। কিন্তু সেইটো নহ'লগৈ বোধহয় মালব্যজীৰ বিৰুদ্ধে কিবা কৰাটো চৰকাৰে বিচৰা নাছিল। গতিকে এই সামান্য সঙ্ঘৰ্ষৰ ইমানতে অন্ত পৰিল।

## ১৮

# দেউতা আৰু গান্ধীজী

১৯২৪-ৰ আগভাগত হঠাৎ খবৰ আহিল—জেলত গান্ধীজীৰ অসুখ। তেওঁক অপাৰেছনৰ কাৰণে হাস্পতাললৈ নিয়া হৈছে। গোটেইখন ভাৰতবৰ্ষই উৎকণ্ঠাত অধীৰ হৈ পৰিল। কি হয় কি হয় ভয়ত উশাহ-নিশাহ বন্ধ হৈ আমি বৈ আছোঁ। সংকট পাৰ হ'ল। দেশৰ সকলো অংশৰপৰা তেওঁক দেখা কৰিবলৈ অহা মানুহৰ সোঁত ব'লে। তেতিয়াও তেওঁ জেলতে—ৰখীয়াই বেৰি থকা এটা ফাটেকিয়াল। হলেও, তেওঁৰ কম সংখ্যক কেইজনমান বন্ধু-বান্ধৱক দেখা কৰিবলৈ দিছিল। দেউতাই ময়ে তেওঁক হাস্পতালত দেখা কৰিলোঁ।

তেওঁক হাস্পতালৰপৰা আকৌ জেললৈ ওভতাই পঠোৱা নহ'ল। তেওঁ লাহে লাহে নিৰিয়াৰপৰা গা-টঙোৱাৰ সময়ত, চৰকাৰে তেওঁৰ বাকীখিনি দণ্ড ৰেহাই দি তেওঁক ফাটেকৰপৰা এৰি দিলে। তেওঁক ফাটেক দিয়া ছ বছৰৰ ভিতৰত তেওঁ প্ৰায় দুবছৰ কটালেই। বোম্বাইৰ ওচৰত সাগৰৰ পাৰত থকা জুহুলৈ গৈ তেওঁ সম্পূৰ্ণ আৰোগ্যৰ কাৰণে থাকিবলৈ ল'লে।

আমিও সপৰিয়ালে জুহুলৈ আহি সাগৰৰ পাৰত এটা সৰু জুপুৰিত আশ্ৰয় ল'লোঁ। তাতে আমি কেই সপ্তাহমান আছিলোঁ। বহুদিনৰ পিচত অলপ জিৰণি লবলৈ পালোঁ। মনৰ আনন্দত সাগৰত সাঁতুৰিছিলোঁ, লৰি-ঢাপৰি ফুৰিছিলোঁ। কেতিয়াবা আকৌ সাগৰৰ পাৰত ঘোঁৰা চেকুৰাইছিলোঁ। তালৈ আমি অৱশ্যে জিৰণিৰ আনন্দ লাভ কৰিবলৈ যোৱা নাছিলোঁ—গৈছিলোঁ গান্ধীজীৰ লগত আলোচনাৰ কাৰণে। দেউতাই তেওঁক স্বৰাজ্য দলৰ অৱস্থা বুজাই দি নিজৰ মতলৈ আনিবলৈ চেষ্টা কৰিছিল। তেখেতে আশা কৰিছিল যে গান্ধীজীয়ে সম্পূৰ্ণ সাহায্য নিদিলেও অন্ততঃ নিৰপেক্ষ থাকিব। মই যিবিলাক সমস্যা লৈ বিমোৰ হৈ পৰিছিলোঁ, তাৰ কাৰণেও গান্ধীজীৰ লগত আলোচনা কৰিবলগীয়া আছিল। তাৰ উপৰি গান্ধীজীৰ ভৱিষ্যৎ কাৰ্য্যপন্থাৰ বিষয় জনাটোও আমি আৱশ্যক বোধ কৰিছিলোঁ।

স্বৰাজ্য দলৰ ফালৰপৰা জুহু আলোচনাৰপৰা কোনো ফল নহ'ল। গান্ধীজী অচল-অটল। এই আলোচনাই তেওঁক অকণো লৰচৰ কৰিব নোৱাৰিলে। দুয়োৱে মাজত বন্ধুভাৱেই আলোচনা হৈছিল আৰু দুয়োৰো মাজত আদৰ-সাদৰেৰেই কথা-বতৰা হৈছিল; কিন্তু তথাপি আমি স্পষ্ট বুজিব পাৰিলোঁ যে আপোচ-মীমাংসা অসম্ভৱ। অৱশেষত তেওঁলোক উভয়ে বেলেগ বেলেগ মত লৈ থকাটোকে ঠিক কৰিলে আৰু সেই অনুসাৰে বাতৰি-কাকততো বিবৃতি ওলাল।

গান্ধীজীয়ে মোৰ এটা সংশয়ো দূৰ নকৰিলে। ফলত ময়ো কিছু নিৰাশ হৈ জুহুৰপৰা উভতিলোঁ। তেওঁ স্বাভাৱিকতেই বৰ বেচি দূৰ ভৱিষ্যতলৈ চাব নোখোজে আৰু দীঘলীয়া কালৰ কাৰণে কোনো কাৰ্য্য-পন্ধতি নিৰ্দ্ধাৰণ কৰিবলৈ নিবিচাৰে। তেওঁৰ মতে আমি অতি ধৈৰ্য্যেৰে জনসেৱা কৰি যাব লাগিব, কংগ্ৰেছৰ গঠনমূলক আৰু সমাজ-সংস্কাৰমূলক কাম চলাই যাব লাগিব আৰু আক্ৰমণাত্মক

কাৰ্য্যৰ কাৰণে শুভদিনলৈ বাট চাব লাগিব। পিচে প্ৰকৃত সমস্যাটো হৈছে কি যদি সেই শুভদিন আহেও, তাক চোঁৰিচোৰাৰ নিচিনা ঘটনা আহি দেখোন আমাৰ সকলো আশা-ভৰসা মাটি কৰি দিব পাৰে? তাৰ কোনো উত্তৰ তেতিয়া তেওঁ নিদিলে। আমি কি বিচাৰিছোঁ সেই সম্বন্ধে আমাৰ বহুতেই নিজ নিজ ধাৰণা স্পষ্ট কৰি ল'বলৈ বিচাৰিছিল। কংগ্ৰেছে তেতিয়াও এই বিষয়ে কোনো এটা স্থিৰ সিদ্ধান্ত ঘোষণা কৰাৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। আমি স্বাধীনতা আৰু অলপ সমাজ-সংস্কাৰ বিচাৰিছোঁ, নে আমাৰ নেতাসকলে তাতকৈয়ো কম আশা কৰি আপোচ-মীমাংসা কৰিবলৈ বিচাৰে? কেইমাহমান আগতে যুক্তপ্ৰদেশৰ প্ৰাদেশিক সম্মিলনৰ সভাপতিৰ অভিভাষণত মই স্বাধীনতাৰ ওপৰত ভিৰ দিছিলোঁ। মই নাভাৰপৰা উভতি অহাৰ অলপ পিচতে ১৯২৩ চনৰ শৰৎকালত এই সম্মিলন হৈছিল। নাভা জেলৰপৰা বঁটাস্বৰূপে যি ৰোগ-বীজাণু আনিছিলোঁ তাৰ আক্ৰমণৰপৰা মই তেতিয়াও গা টঙাব পৰা নাই। নৰিয়া-পাটীত পৰি পৰিয়েই মই অভিভাষণ লিখিবলগীয়াত পৰিছিলোঁ, সম্মিলনত উপস্থিত থাকিব পৰা নাই।

যেতিয়া আমি কেইজনমানে স্বাধীনতাকেই কংগ্ৰেছৰ প্ৰধান লক্ষ্য হিচাপে স্পষ্ট কৰি লবৰ কাৰণে চেষ্টা কৰিছিলোঁ, তেতিয়া আমাৰ উদাৰপন্থী বন্ধুসকলে— যিসকলে আমাৰ ওচৰৰপৰা আঁতৰি গৈছিল বা আমিয়েই যাৰপৰা আঁতৰ হৈ আগবাঢ়ি গৈছিলোঁ -বৃটিছ সাম্ৰাজ্যৰ শক্তি আৰু মহিমাৰ জয়গান গাবলৈ ধৰিলে; অথচ কাৰ্য্যতঃ আমাৰ দেশবাসীয়ে তেওঁলোকৰ ওচৰত ভৰি মচা ফটাকানিৰ ব্যৱহাৰহে পায়, বৃটিছ উপনিবেশবিলাকত ভাৰতীয়ৰ প্ৰতি দাসৰ দৰে ব্যৱহাৰ কৰা হয়, নহ'লে তেওঁলোকক সোমাবলৈকে দিয়া নহয়। শ্ৰীশাস্ত্ৰী দূত হ'ল আৰু ছাৰ তেজবাহাদুৰ ছাপ্ৰুৱে ১৯২৩-ত লণ্ডনত পতা সাম্ৰাজ্য সম্মিলনত গৰ্ব্বেৰে ঘোষণা কৰিলে—"মই বুকু ফুলাই কব পাৰোঁ যে, মোৰ স্বদেশেই এই সাম্ৰাজ্যক মহিমান্বিত কৰিছে।"

এই উদাৰপন্থী নেতাসকল আৰু আমাৰ মাজত এখন মহাসাগৰৰ ব্যৱধান: বেলেগ পৃথিৱীত আমি বাস কৰোঁ, বেলেগ ভাষা কওঁ, আমাৰ সপোন আৰু তেওঁলোকৰ সপোন—তেওঁলোকৰ যদি কিবা সপোন আছেও—একেবাৰেই বেলেগ। গতিকে আমাৰ উদ্দেশ্য নিশ্চিত আৰু স্পষ্ট কৰি লোৱা উচিত নহয় জানো?

কিন্তু এনে ধৰণৰ চিন্তা কেইজনমানেহে কৰিছিল। বহুতে কিন্তু আমাৰ আদৰ্শ একেবাৰেই নিৰ্দ্দিষ্ট কৰি দিয়াটো বৰ ভাল নেপায়। বিশেষকৈ জাতীয় আন্দোলন অস্পষ্ট আৰু ৰহস্যাবৃত হৈ থাকিবই। ১৯২৪ চনৰ আগছোৱাত ব্যৱস্থা পৰিষদ আৰু প্ৰাদেশিক আইনসভাসমূহত স্বৰাজীসকলেই বিশেষভাৱে জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিছিল। "ভিতৰত সোমাই বাধা দিয়া" আৰু আইন-সভা ধ্বংস কৰিম বুলি দম্ দমাই ফুৰাৰ পাচত এই দলে কি কৰিব বাৰু? আগ-জাননী ভালেই দেখা গ'ল। ব্যৱস্থা পৰিষদত সেই বছৰৰ বাজেট অগ্ৰাহ্য কৰিলে আৰু এটা প্ৰস্তাৱেৰে ভাৰতৰ স্বাধীনতা-সমস্যাৰ সমাধানৰ কাৰণে ঘূৰণীয়া মেজ-মেলৰ দাবী কৰা হ'ল। দেশবন্ধুৰ নেতৃত্বত বঙ্গদেশৰ আইন-সভাই সাহ কৰি চৰকাৰৰ সকলো দাবী অগ্ৰাহ্য কৰিলে। কিন্তু ব্যৱস্থা-পৰিষদতে হওক বা প্ৰাদেশিক আইন-সভাতে হওক বৰলাট আৰু গৱৰ্ণৰসকলে তেওঁলোকৰ বিশেষ ক্ষমতাৰ বলেৰে বাজেট

গ্ৰহণ কৰিলে। বহুত বক্তৃতা হ'ল, আইন-সভাত অলপ উত্তেজনা হ'ল, অলপ সময়লৈ স্বৰাজীসকলে বুকু ডাঠ হোৱা যেন পালে, বাতৰি-কাকতত সেয়ে ডাঙৰ ডাঙৰ শিতানত ছপা হ'ল, ইমানেই। ইয়াতকৈ বেচি আৰু তেওঁলোকে কি কৰিব পাৰে? অতি বেচি তেওঁলোকে আকৌ একেটা কৌশলকে বাৰে বাৰে খটুৱাই থাকিব পাৰে, কিন্তু নতুনত্ব একো নেথাকিল। উৎসাহ লাহে লাহে চেঁচা পৰি গ'ল, বৰলাট আৰু গৱৰ্ণৰসকলে বিশেষ ক্ষমতাৰে আইন আৰু বাজেট গৃহীত কৰাত মানুহৰ মন অভ্যস্ত হৈ উঠিল। অৱশ্যে স্বৰাজীসকলৰ কাউঞ্চিলত ইয়াৰ পিচৰ খাপলৈ আগবঢ়াৰ সামৰ্থ্য নাছিল। তাৰ ঠাই হৈছে আইন-সভাৰ বাহিৰত।

১৯২৪-ৰ মাজভাগত আহমদাবাদত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ এখন অধিবেশন বহিল। এই সভাত কোনেও একেবাৰেই নভবা নিচিন্তাকৈ স্বৰাজী-সকলৰ লগত গান্ধীজীৰ বিৰোধ হোৱাৰ ফলত কিছুমান নাটকীয় ঘটনাৰ সূত্ৰপাত হ'ল। গান্ধীজীয়েই প্ৰথমে আগবাঢ়িল। কংগ্ৰেছৰ নিয়মতন্ত্ৰত তেওঁ কিছুমান ডাঙৰ সাল-সলনিৰ প্ৰস্তাৱ কৰিলে। তাৰ ফলত ভোটাধিকাৰ আৰু কংগ্ৰেছৰ সভ্য সম্পৰ্কে নিয়মৰ আমূল পৰিৱৰ্ত্তন কৰিবলৈ বিচৰা হ'ল। আগতে নিয়ম আছিল যে, স্বৰাজ লাভৰ কাৰণে শান্তিপূৰ্ণ উপায়েৰে কংগ্ৰেছৰ গোটেই মূল-নীতি মানি লৈ যেয়ে চাৰি অনা চান্দা দিব, সেয়ে কংগ্ৰেছৰ সভ্য হ'ব পাৰিব। গান্ধীজীয়ে বিচাৰিলে, চাৰি অনাৰ সলনি প্ৰত্যেক সভ্যই নিৰ্দ্দিষ্ট পৰিমাণ হাতে-কটা সূতা দিব লাগিব। ভোটৰ অধিকাৰ থকা ক্ষেত্ৰত এনে এটা ডাঙৰ পৰিৱৰ্ত্তন আনিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ ভোটৰ আৱশ্যক হ'ল। কিন্তু নিজৰ ইচ্ছামতে কাম কৰাৰ বাটত কিবা অন্তৰায় আহি পৰিলে গান্ধীজীয়ে নিয়মতন্ত্ৰক কাচিৎহে মৰ্য্যাদা দিয়ে। নিয়মতন্ত্ৰৰ ওপৰত এনেদৰে আঘাত কৰাত মই মনত বৰ দুখ পালোঁ আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ ওচৰত মোৰ সম্পাদকৰ পদত্যাগ-পত্ৰ দাখিল কৰিলোঁ। কিন্তু আকৌ কিছুমান নতুন নতুন ঘটনা ঘটিবলৈ ধৰিলে আৰু ময়ো পদত্যাগৰ কথাত বৰকৈ লাগি নেথাকিলোঁ। দেউতা আৰু দেশবন্ধুৱে গান্ধীজীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিলে আৰু অৱশেষত, প্ৰস্তাৱত সম্পূৰ্ণ অসম্মতি দেখুৱাবলৈ ঠিক ভোট দিয়া সময়ৰ আগে আগেই এটা বুজন সংখ্যক সমৰ্থক লৈ, তেওঁলোকে সভা এৰি ওলাই গ'ল। তথাপি প্ৰস্তাৱ সমৰ্থন নকৰা বহুত মানুহেই সভাত উপস্থিত থাকিল। প্ৰস্তাৱটো সৰহ সংখ্যক ভোটত গৃহীত হ'ল যদিও পিচত তাক উঠাই লোৱা হ'ল। স্বৰাজীসকলে সভা এৰি যোৱাৰ কাৰণে দেশবন্ধু আৰু দেউতাৰ এই বিষয় আঁকোৰ-গোজ ভাব দেখি গান্ধীজীয়ে বৰ বেয়া পালে। তেওঁৰ মনত যি ভাবাৱেগ বন্ধ হৈ আছিল, এজন সদস্যৰ মন্তব্যৰ আঘাতত সেই বান্ধ মুকলি হৈ গ'ল। স্পষ্টকৈ বুজা গ'ল যে, তেওঁ বৰ দুখ পাইছে। তেওঁ সভাত এনে মৰ্ম্ম-স্পৰ্শী ভাষাত বক্তৃতা দিবলৈ ধৰিলে যে কেইজনমান সদস্যৰ চকুপানী বাগৰি পৰিল। ই এটা কৰুণ অভাৱনীয় দৃশ্য।*

*এই ঘটনা জেলত বহি মনত পেলাই পেলাই লিখিছোঁ। মই দেখিছোঁ সকলো কথা ভালকৈ মোৰ মনত পৰা নাই আৰু আলোচ্য বিষয়ৰ গুৰুত্বপূৰ্ণ দিশ এটা মই উল্লেখ কৰা নাই।

তীব্ৰ প্ৰতিবাদ হ'ব বুলি জানি-শুনিও তেওঁ কিয় যে সূতা কাটিলেহে ভোটাধিকাৰ ক্ষমতা পোৱাৰ প্ৰতি ইমান গুৰুত্ব দিছিল, সেই কথা মই কেতিয়াও বুজি নেপালোঁ। সম্ভৱতঃ তেওঁ কেৱল খাদি আদিৰ গঠনমূলক আঁচনিত বিশ্বাসী লোকসকলহে কংগ্ৰেছত থকাটো বাঞ্ছা কৰিছিল। তাৰ বাহিৰে আনবিলাকক হয় কংগ্ৰেছৰপৰা বাহিৰ কৰিব লাগিব, নহয় তেওঁলোকে সেই নীতি মানি ল'ব লাগিব --এয়ে আছিল গান্ধীজীৰ ইচ্ছা। কিন্তু কংগ্ৰেছৰ সৰহভাগেই গান্ধীজীৰ সমৰ্থক আছিল যদিও, তেওঁ নিজ মত কিছু ঢিলাই দিলে আৰু সিদলৰ লগত আপোচ-মীমাংসা কৰিবলৈ ধৰিলে। সেইদেখি আচৰিত হলোঁ তিনি-চাৰি মাহৰ ভিতৰতে তেওঁ এই বিষয়ে কেইবাবাৰো মত পৰিৱৰ্ত্তন কৰিলে। ভাব হ'ল, তেওঁ যেন অথাই সাগৰত পৰি দিক্ হেৰুৱাইছে। এই সময়ত মই তেওঁৰ লগত ঘৰকৈ লগালগি নোহোৱাত মোৰ বিস্ময় আৰু বাঢ়িল। প্ৰশ্নটো মোৰ মনত কেতিয়াও গুৰুত্বপূৰ্ণ যেন লগা নাই। শাৰীৰিক পৰিশ্ৰমক ভোটাধিকাৰৰ মানদণ্ড কৰা ভাল, কিন্তু ভোটাধিকাৰ ক্ষমতা যিদৰে সীমাৱদ্ধ কৰা হৈছিল তাৰ কোনো যুক্তি নাই।

মোৰ মনেৰে গান্ধীজীয়ে একেবাৰেই আঁচনাকি অৱস্থানসমূহৰ মাজত পৰিয়েই আহুকাল পাবলৈ ধৰিলে। তেওঁৰ নিজৰ ঠাইত—সত্যাগ্ৰহৰ পোনপটীয়া সংগ্ৰামৰ কৰ্ম্মভূমিত তেওঁ অসাধাৰণ, ইয়াত তেওঁৰ প্ৰতিটো খোজেই নিৰ্ভুল। জনসাধাৰণৰ মাজত নীৰৱে সমাজ-সংস্কাৰমূলক কাৰ্য্য নিজে, নহলে বা সহকৰ্ম্মীসকলক লৈ পৰিচালনা কৰাৰ দক্ষতাও তেওঁৰ অসীম। তেওঁ চৰম সংগ্ৰাম বা পূৰ্ণ শান্তি বুজি

তাৰ ফলত প্ৰকৃত ঘটনা সম্পৰ্কে কিছুমান ভুল ধাৰণাৰ সৃষ্টি হৈছে। এজন বঙালী টেৰ'ৰিষ্ট ডেকা (গোপীনাথ সাহা) সম্পৰ্কে কৰা প্ৰস্তাৱ সেই সভাত তোলা হৈছিল আৰু প্ৰস্তাৱটো গৃহীত হোৱা নাছিল যদিও গান্ধীজী অতিপাত বিচলিত হৈছিল। মোৰ যিখিনি মনত পৰে, সেই প্ৰস্তাবেৰে তাৰ কাৰ্য্যক গৰিহণা দিয়া হৈছিল, কিন্তু তাৰ উদ্দেশ্যৰ প্ৰতি সহানুভূতি আছিল। প্ৰস্তাবতকৈয়ো তাৰ সমৰ্থনৰ বক্তৃতাবিলাকত গান্ধীজীয়ে মনত বেচি দুখ পাইছিল। কিছু দিনৰ পিচতেই "ইয়ং ইণ্ডিয়া"ত তেখেতে এই প্ৰস্তাৱৰ সম্পৰ্কে লিখিছিল—"চাৰিওটা প্ৰস্তাৱতে অতি কম সংখ্যাধিক্যতহে মই জয় লাভ কৰিছিলোঁ; কিন্তু মই তাক সংখ্যালঘু বুলিহে ভাবোঁ। সদস্যসকল প্ৰায় সমানেই বিভক্ত হৈছিল। গোপীনাথ সাহাৰ প্ৰস্তাৱে সমস্যাটো প্ৰকট কৰি তুলিলে। বক্তৃতাবিলাক, তাৰ ফলাফল আৰু তাৰ পিচত হোৱা ঘটনাবিলাক দেখি মোৰ চকু মুকলি হ'ল। .. গোপীনাথ সাহা প্ৰস্তাৱৰ পিচত সকলো মৰ্য্যাদা ক'ৰবালৈ উৰি গ'ল। এইখন সভাতে মোৰ শেষৰ প্ৰস্তাৱটো দাঙি ধৰিবলগীয়া হৈছিল। সভাৰ কাম আগবাঢ়ি যোৱাৰ লগে লগে মই বেচি গহীন-গম্ভীৰ হৈ পৰিছিলোঁ। সেই নিৰ্ম্মম ঘটনাস্থলীৰপৰা মোৰ লৰি পলাবৰ মন গৈছিল। মোৰ ভাগত পৰা প্ৰস্তাৱ দাঙি ধৰিব লগা হলে, মোৰ বৰ ভয় লাগিছিল। কোনো বক্তাৰে অন্তৰত হিংসা ভাব নাছিল বুলি মই স্পষ্টকৈ বুজাব পাৰিছোঁ নে নাই নেজানোঁ। কংগ্ৰেছৰ নীতি বা কৌশলৰ প্ৰতি অজানিত দায়িত্বহীনতা আৰু অশ্ৰদ্ধাই মোৰ মনত বেচি দুখ দিবলৈ ধৰিলে। সত্তৰ জন কংগ্ৰেছ প্ৰতিনিধিয়ে প্ৰস্তাৱটো সমৰ্থন কৰাটোৱে এটা ভয়ঙ্কৰ সংশয় মোৰ মনলৈ আনি দিলে। এই ঘটনাটো আৰু তাৰ ওপৰত গান্ধীজীৰ মন্তব্য বৰ গুৰুত্বপূৰ্ণ। কাৰণ গান্ধীজীয়ে অহিংসাৰ ওপৰত কিমান চৰম গুৰুত্ব আৰোপ কৰিছিল আৰু তাৰ বিৰোধিতা কৰিবলৈ নেজানি বা আও-পকীয়াকৈ কোনোবাই যত্ন কৰিলে, গান্ধীজীৰ মনৰ ওপৰত কি প্ৰতিক্ৰিয়া হৈছিল—তাক ইয়াৰপৰাই জানিব পাৰি। ইয়াৰ পিচত তেওঁ যি যি কৰিছে তাৰ বহুখিনিয়েই সম্ভৱতঃ মূলতে সেই প্ৰতিক্ৰিয়াৰে ফল। তেওঁৰ সকলো কাৰ্য্য আৰু নীতিয়েই অহিংস নীতিৰ ওপৰত প্ৰতিষ্ঠিত।

পায়। কিন্তু দুয়োটাৰে মাজৰ এটা অৱস্থাত তেওঁ সুখ নেপাইছিল। স্বৰাজ্য দলৰ আইন-সভাৰ মাজত সংগ্ৰাম আৰু বিৰোধ দেখি তেওঁৰ অন্তৰত একো প্ৰতিক্ৰিয়া নহৈছিল। যি কাউঞ্চিললৈ যাব খোজে, তেওঁ তাত গৈ কৰ্ত্তৃপক্ষৰ লগত সহযোগিতা কৰক আৰু ভাল ভাল আইন-কানুন প্ৰণয়ন কৰিবলৈ চেষ্টা কৰক; নহলে বাধা দিবলৈ যোৱাৰপৰা কি লাভ হ'ব? যাৰ তাকে কৰিবৰ ইচ্ছা নাই, তেওঁ বাহিৰত থকাই ভাল। স্বৰাজীসকলে ইয়াৰ এটাও কৰা নাই আৰু সেই কাৰণেই তেওঁ কাম কৰাত আহুকাল পাইছে।

সি যি নহওক, অৱশেষত তেওঁ স্বৰাজীসকলৰ লগত এটা আপোচ-মীমাংসা কৰি ল'লে। আগত চাৰি অন্য চান্দা দিয়া বা হাতে-কটা সূতাৰে চান্দা দিয়া দুয়োটা নিয়মেই থাকিল। তেওঁ স্বৰাজ্য দলৰ আইন-সভাৰ কাৰ্য্য প্ৰায় সমৰ্থনেই কৰিলে; কিন্তু নিজে সম্পূৰ্ণ বেলেগে থাকিল। তেওঁ যেন ৰাজনীতিৰপৰা অৱসৰ ল'লে— মানুহে তেনেকুৱা যেনহে পালে। বৃটিছ চৰকাৰ আৰু শাসকসকলে ভাবিলে যে তেওঁৰ জনপ্ৰিয়তা কমি গৈছে আৰু তেওঁৰ শক্তি তেনেই শেষ হৈ গৈছে। দাস আৰু নেহৰুৱে গান্ধীজীক পিচলৈ ঠেলি ৰাজনৈতিক অভিনয়ত প্ৰধান ভাও লৈছিল। এই ধৰণৰ মন্তব্য যোৱা পোন্ধৰ বছৰ ধৰি অলপ ইফাল-সিফাল কৰি তেওঁলোকে বাৰে বাৰে কৰি থাকে। প্ৰত্যেক বাৰেই মাত্ৰ ইয়েই প্ৰমাণ হয় যে তেওঁলোকে ভাৰতবাসীৰ মনোভাৱ কি, তাক সমূলি নেজানে। ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত গান্ধীজী নমাৰেপৰা জনসাধাৰণৰ মনত তেওঁৰ প্ৰভাৱ-প্ৰতিপত্তি কেতিয়াও কমা নাই, আৰু এতিয়াও অটুটেই আছে। মানৱ-প্ৰকৃতি প্ৰায়েই দুৰ্ব্বল; সেই কাৰণে মানুহে সদায় তেওঁৰ কথা মতে কাম নকৰিব পাৰে; কিন্তু তেওঁলোকৰ অন্তৰ সদায় তেওঁৰ প্ৰতি সদিচ্ছাৰে পৰিপূৰ্ণ। বাহ্যিক অৱস্থা অনুকূলে পালেই তেওঁ-লোকে প্ৰকাণ্ড জন-জাগৰণেৰে স'হাৰি দিয়ে, নহলে মনে মনে বহি থাকে। নেতা হ'ল বুলি কোনেও যাদুকৰে যাদুমাৰিৰে কৰাৰ দৰে শূন্যৰপৰা গণ-আন্দোলনৰ সৃষ্টি কৰিব নোৱাৰে। যেতিয়া অৱস্থাৰ উদ্ভৱ হয় তেতিয়া তেওঁ তাৰ সুবিধা গ্ৰহণ কৰিব পাৰে; তাৰ কাৰণে তেওঁ সাজু হৈ থাকিব পাৰে, কিন্তু তাক সৃষ্টি কৰিব নোৱাৰে।

কিন্তু এইটো স'চা যে শিক্ষিত মানুহৰ মাজত গান্ধীজীৰ জনপ্ৰিয়তা কেতিয়াবা বেচি হৈছে, কেতিয়াবা কম হৈছে। আগবাঢ়ি যোৱাৰ উৎসাহৰ মুহূৰ্ত্তত তেওঁলোকে গান্ধীজীক অনুসৰণ কৰে; যেতিয়া তাৰ অনিবাৰ্য্য প্ৰতিক্ৰিয়াৰ সম্মুখীন হ'বলগীয়া হয়, তেতিয়া তেওঁলোকে ইতস্ততঃ কৰে। তথাপি সৰহসংখ্যকেই তেওঁৰ ওচৰত মূৰ দোঁৱাইছে। আন কোনো কাৰ্য্যকৰী ৰাজনৈতিক উপায় নোহোৱাটোও এটা কাৰণ। উদাৰপন্থী বৃটিছ সহযোগী বা সেই শ্ৰেণীৰ দলৰ কথা কোনেও লেখত নলয়। যিবিলাক সন্ত্ৰাসবাদী, হিংসাত বিশ্বাসী, আধুনিক ৰাজ-নৈতিক মতবাদৰপৰা তেওঁলোক সম্পূৰ্ণ বাহিৰলৈ গুচি গৈছে। তেওঁলোকৰ প্ৰণালী নিষ্ফল আৰু বৰ্ত্তমান সময়ৰ অনুপযোগী সমাজতান্ত্ৰিক কাৰ্য্য-পদ্ধতিৰ বিষয়েও দেশত মানুহে বৰকৈ জনা হোৱা নাই। কংগ্ৰেছৰ উচ্চ শ্ৰেণীৰ সদস্যসকলৰ পক্ষে ই অতি ভয় লগা কথা।

১৯২৪ চনৰ মাজভাগত কেইদিনমান ৰাজনৈতিক ক্ষেত্ৰত মতানৈক্য ঘটাৰ পিচত দেউতা আৰু গান্ধীজীৰ আগৰ সম্বন্ধ উভতি আহিলে আৰু দুয়ো আগতকৈয়ো বেচি ঘনিষ্ঠ হৈ উঠিল। দুয়োৰে মাজৰ পাৰ্থক্য যিমানেই থাকক নেথাকক, শ্ৰদ্ধা আৰু সন্মানৰ অভাৱ নাছিল। কিহৰ কাৰণে তেওঁলোকৰ এই সন্মান? গান্ধীজীৰ প্ৰবন্ধৰ এটা বাছনি "চিন্তা প্ৰৱাহ" নাম দি এখন পুস্তিকা প্ৰকাশ কৰা হৈছিল। তাৰে এখন চুটি পাতনি লিখিছিল দেউতাই আৰু তাৰদ্বাৰাই দেউতাৰ মনোভাৱ জানিবলৈ আমাক তেখেতে এটা সুবিধা দিছে।

তেখেতে লিখিছে—"ঋষি আৰু অতিমানৱসকলৰ কথা মই শুনিছোঁহে, কিন্তু সেইসকলক লগ পোৱাৰ আনন্দখিনি কেতিয়াও পোৱা নাছিলোঁ। তেওঁলোকৰ অস্তিত্ব সম্পৰ্কে মোৰ মনত সন্দেহ আছে—এই কথা মই স্বীকাৰ কৰিবই লাগিব। মানুহ আৰু মানৱীয় বস্তুৰ অস্তিত্বহে মই বিশ্বাস কৰোঁ। এই পুস্তিকাত সংগ্ৰহ কৰা 'চিন্তা প্ৰৱাহ' মানুহৰপৰা ওলাইছে আৰু সেইবিলাক মানৱ সম্পৰ্কীয়। সেই-বিলাকে মানৱ চৰিত্ৰৰ এটা ডাঙৰ গুণৰ দৃষ্টান্ত দেখুৱাইছে—বিশ্বাস আৰু শক্তি...

"যাৰ অন্তৰত বিশ্বাসো নাই, শক্তিও নাই, সি সুধিব, 'ইয়াৰপৰা নো কি হ'বগৈ?' 'হয় জয়, নহয় মৃত্যু'—এই উত্তৰত তেওঁ সন্তুষ্ট হ'ব নোৱাৰে......ইপিনে দীন-হীনজনেও অটল বিশ্বাস আৰু অজেয় শক্তিৰ খোপনিত পোন হৈ থিয় হৈ থাকি স্বদেশৰ কাৰণে তেওঁৰ আত্মত্যাগ আৰু কষ্টসহিষ্ণুতাৰ বাণী অবিৰাম শুনাব লাগিছে। লক্ষ্য লক্ষ্য হৃদয়ত সেই বাণীৰ প্ৰতিধ্বনি উঠিব লাগিছে।......"

ছুইন্‌বাৰ্নৰ কবিতাৰ এশাৰী তুলি দি তেওঁ সাৰ্মৰিছে—

"নৰৰ মাজত নৰোত্তম আমি জানো পোৱা নাই—অৱস্থাৰ অধীশ্বৰ মানুহ?"

দেখ্‌ দেখ্‌কৈয়ে, তেখেতে গান্ধীজীক মহাত্মা বা সাধু পুৰুষৰূপে শ্ৰদ্ধা কৰা নাই, মানুহস্বৰূপেই কৰিছে। নিজে তেখেত আছিল শক্তিমান আৰু তেখেতৰ অন্তৰত আছিল অনমনীয় দৃঢ়তা। গতিকেই গান্ধীজীৰ মনোবলৰ তেখেতে প্ৰশংসা কৰিছিল। এই কথা ফট্‌ফটীয়াকৈ ওলাই পৰিছিল যে এই খীন-মীন অকণমান মানুহটোৰ ভিতৰত লোহাৰ দৰে দৃঢ়তা সোমাই আছে। পৰ্ব্বতৰ দৰে অচল-অটল কিবা এটা আছে, যাক কোনো শাৰীৰিক শক্তিয়েই টলাব নোৱাৰে—যিমান ডাঙৰেই হওক সেই শক্তি। তেওঁৰ দেহৰ আকৰ্ষণীয় একোৱেই নাই, তথাপি তেওঁৰ আঠুলৈকে পৰা চুৰিয়াডুখৰি আৰু উদং গাটোৰে তেওঁৰ ভিতৰত এনে এটা ৰাজকীয় গৰিমা আছে, যাৰ আগত আনে মূৰ নোদোঁৱাই নোৱাৰে। জানি-শুনিয়েই স্বেচ্ছাই তেওঁ সদায় নম্ৰ আৰু নিৰীহ হৈ থাকে; তথাপি সম্পূৰ্ণ ক্ষমতা আৰু প্ৰভুত্ব যে তেওঁৰ আছিল এই বিষয়েও তেওঁ আছিল সচেতন আৰু সময়ে সময়ে তেওঁ ক্ষমতা-সচেতন হৈ আদেশ জাৰি কৰিছিল, যি আদেশ আনে পালন কৰিবই লাগিব। তেওঁ শান্ত সুগভীৰ দৃষ্টিৰে মানুহক মন্ত্ৰমুগ্ধ কৰি সুকোমল গতিৰে অন্তৰত প্ৰৱেশ কৰে। তেওঁৰ স্পষ্ট, গম্ভীৰ কণ্ঠস্বৰ অলক্ষিতে প্ৰৱেশ কৰি অন্তৰত এটা আৱেগময় আলোড়ন সৃষ্টি কৰে। তেওঁৰ শ্ৰোতা এজনেই হওক বা হেজাৰজনেই হওক, তেওঁৰ চৰিত্ৰৰ মাধুৰ্য্য আৰু আকৰ্ষণী শক্তিৰে সকলোকে তেওঁ আকৰ্ষণ কৰে আৰু বক্তা আৰু শ্ৰোতাৰ মিলন ঘটায়। এই ভাবৰ লগত মনৰ প্ৰায় সম্বন্ধ নাছিলেই। তথাপি

মনৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া একেবাৰেই উলাই কৰিব নোৱাৰি। কিন্তু মন আৰু যুক্তিৰ স্থান গৌণহে আছিল—সেইটো ঠিক। কোনো বাগ্মিতাৰম্বাৰা বা ধুনীয়া ধুনীয়া শব্দ ব্যৱহাৰ কৰি তেওঁ শ্ৰোতাক 'মন্ত্ৰমুগ্ধ' কৰা নাছিল। তেওঁৰ ভাষা সদায় আছিল সৰল আৰু পোনপটীয়া। অলাগতিয়াল শব্দ তেওঁ কেতিয়াও ব্যৱহাৰ নকৰিছিল। মানুহজনৰ সৰল আন্তৰিকতা আৰু ব্যক্তিত্বইহে মানুহক স্তব্ধ কৰি ৰাখিছিল। তেওঁক দেখিলেই তেওঁৰ অন্তৰত যে প্ৰচণ্ড শক্তি নিহিত আছে তাক ধৰিব পাৰি। আৰু সেইটো বোধহয় তেওঁৰ বিষয়ে এটা প্ৰবাদেই হৈ উঠিছে—আৰু এই প্ৰবাদে এটা অনুকূল অৱস্থাৰেই সৃষ্টি কৰাত সহায় কৰে। তাৰ বিষয়ে নজনা আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ নোখোৱা অচিনাকি মানুহক কিজানি সেই 'মন্ত্ৰমুগ্ধ' অৱস্থাই স্পৰ্শ কৰিব নোৱাৰিব; পাৰিলেও অন্ততঃ সিমান বেচিকৈ নোৱাৰিব। তথাপি গান্ধীজীৰ বিশেষত্ব আছিল এইটোৱেই যে তেওঁৰ বিৰুদ্ধবাদীসকলক তেওঁ জয় কৰিব পাৰিছিল, বা অন্ততঃ নিৰস্ত্ৰ কৰি পেলাব পাৰিছিল।

মানুহৰ হাতে-গঢ়া বস্তুত গান্ধীজীয়ে সৌন্দৰ্য্য বা কলা-নৈপুণ্য দেখা পাইছিল। তেওঁ ভাল পাইছিল প্ৰাকৃতিক সৌন্দৰ্য্য। তাজমহল তেওঁৰ মানত বলেৰে আদায় কৰা শ্ৰমৰ প্ৰতীক বা তাতোকৈ অলপ বেচি। তেওঁৰ ঘ্ৰাণশক্তিও আছিল দুৰ্ব্বল। তথাপি তেওঁ নিজে যেনেকৈ ভাল পায়, সেইমতেই জীৱন-যাত্ৰাৰ এটা প্ৰণালী ঠিক কৰি লৈছিল আৰু তাৰেই সমগ্ৰ জীৱনটোত এটা কলাসুলভ সৌন্দৰ্য্যৰ ৰহণ সানিছিল। তেওঁৰ ভাব-ভংগী সদায় কমণীয়, তাৰ মাজত কৃত্ৰিমতা নাই। তেওঁৰ চৰিত্ৰত কোনো কৰ্কশতা বা উগ্ৰতা নাই। আমাৰ দেশত মধ্যবিত্ত শ্ৰেণীৰ মাজত যি কুৰুচি আৰু তলখাপৰ মনোভাৱ দেখিবলৈ পোৱা যায় তেওঁৰ সেইবোৰ পোৱা নগৈছিল। তেওঁ অন্তৰৰ মাজত গভীৰ শান্তিৰ সন্ধান পাইছে—সেই শান্তি তেওঁ আনকো বিলাইছে আৰু দৃঢ় আৰু নিৰ্ভীক খোজেৰে জীৱনৰ এ'কা-বে'কা বাটেদি আগবাঢ়ি গৈছে।

গান্ধীজীৰ লগত কিমান যে পাৰ্থক্য দেউতাৰ! তেখেতৰ মাজতো ব্যক্তিত্বৰ শক্তি আছিল, ৰাজসিক গুণ আছিল। ছুইন্‌বাৰ্নৰ যি কবিতাৰ তেখেতে উদ্ধৃতি দিছিল—তাৰ কথাখিনি তেখেতৰ নিজৰ গাতো খাটে। যি কোনো সভা-সমিতিত উপস্থিত থাকিলে তেখেতেই তাৰ মূল মানুহ হ'বই। মেজৰ কাষত যি কোনো আসনতেই তেখেত নবহক, এজন বিখ্যাত ইংৰাজ বিচাৰকে পিচত কোৱাৰ দৰে, সেইখনেই প্ৰধান আসন হৈ পৰে। তেখেত নিৰীহ বা নিৰ্জ্জু প্ৰকৃতিৰ নাছিল, গান্ধীজীৰ দৰে তেখেতে বিৰুদ্ধবাদীক সুখেৰে নৰিছিল। জানি-শুনিয়েই তেখেতে প্ৰভুত্ব খটুৱাই ভাল পাইছিল, মানুহৰপৰা তেখেতে গভীৰ আনুগত্য আৰু তীব্ৰ বিৰোধিতা—দুয়োটাকে পাইছিল। তেখেতৰ বিষয়ে নিৰপেক্ষ থকা টান—তেখেতক হয় ভাল পাব লাগিব, নহলে বেয়া পাব লাগিব। বহল কপাল, টানকৈ জপোৱা ওঁঠ আৰু দৃঢ়-চৰিত্ৰ নিৰ্দ্দেশক থুতৰি—এই সকলোবিলাকে তেখেতৰ লগত ৰোমাৰ মিউজিয়ামত ৰখা ৰোমান সম্ৰাটসকলৰ আৱক্ষ মূৰ্ত্তিৰ সাদৃশ্য আনি দিয়ে। ইটালীৰ ভালেমান বন্ধুৱে আমাৰ লগত তেখেতৰ ফটো দেখি এই সাদৃশ্যৰ কথা কৈছিল। বিশেষকৈ

তেখেতৰ জীৱনৰ শেহছোৱাত, বৰপালী চুলিয়ে যেতিয়া তেখেতৰ মূৰত শোভা কৰিছিল—এই বিষয়ত মোৰ লগত নিমিলে—মৃত্যু পৰ্য্যন্ত তেখেতৰ মূৰত চুলি আছিল—তেতিয়া তেখেতৰ মাজত ফুটি উঠিছিল এটা গৰিমা আৰু মহত্ত্ব—যি মহত্ত্ব, যি গৰিমা আজি পৃথিৱীত বিচাৰি নেপাই দুখ লাগে। মোৰ কিজানি তেখেতৰ প্ৰতি পক্ষপাতিতা আছে, কিন্তু ক্ষুদ্ৰতা আৰু দুৰ্ব্বলতাৰে ভৰা আজিৰ পৃথিৱীত তেখেতৰ মহান ব্যক্তিত্বৰ অভাৱ মই সদায় অনুভৱ কৰোঁ। সেই মহত্ত্ব আৰু অনাবিল শক্তি মই চাৰিও ফালে চাই, ক'তো আজি বিচাৰি নেপাওঁ।

১৯২৪ চনৰ এসময়ত যেতিয়া স্বৰাজ্য দলৰ লগত গান্ধীজীৰ টনাটনি লাগি আছিল, তেতিয়া মই এদিন তেওঁক দেউতাৰ ফটোখন দেখুওৱা মনত আছে। এই ফটোখনত দেউতাৰ গোঁফ নাছিল। কিন্তু গান্ধীজীয়ে তেতিয়ালৈকে তেখেতক একোছা ধুনীয়া গোঁফেৰেই দেখি আহিছে। তেওঁ সেই ফটোখন একেৰাহে বহুত পৰ চাই থাকিল; কাৰণ গোঁফ কোছা নোহোৱাৰ কাৰণে মুখৰ আৰু থুতৰিৰ দৃঢ়তা-খিনি ওলাই পৰিছে। এটা কাঠ-হাঁহি মাৰি তেওঁ কৈছিল—এতিয়াহে তেওঁ বুজি পাইছে কিহৰ বিপক্ষে তেওঁ যুঁজিব লাগিব। কিন্তু চকু আৰু সঘন হাঁহিৰ ৰেখা-সমূহৰ মাজেদি মুখমণ্ডলত এটা কোমলতা ফুটি উঠিছিল। চকু দুটি মাজে মাজে আকৌ জ্বলি উঠিছিল।

আইন-সভাখন দেউতাই হাঁহে পানী পোৱাদি পাইছিল। তেখেতে পোৱা আইন আৰু সংবিধান সম্পৰ্কীয় শিক্ষা আৰু অভিজ্ঞতাৰ লগত সি সুন্দৰকৈ খাপ খাইছিল। সত্যাগ্ৰহ আৰু তাৰ আনুষঙ্গিক ক্ষেত্ৰত তেখেতৰ যিখিনি অজ্ঞতা আছিল, ইয়াত সেইখিনি নাছিল—এই খেলৰ নিয়ম-কানুন তেখেতে ভালকৈ আয়ত্ত কৰিছিল। তেখেতৰ দলত তেখেতে কঠোৰ শৃঙ্খলা ৰক্ষা কৰিছিল আৰু আন কি তেখেতে অন্যান্য দল বা মানুহৰো সমৰ্থন আদায় কৰিব পাৰিছিল। কিন্তু অতি সোনকালেই তেখেত নিজৰ মানুহৰপৰাই আহুকালত পৰিল। স্বৰাজ্য দলৰ প্ৰথম-ছোৱা কালত কংগ্ৰেছৰ পৰিৱৰ্ত্তনবিৰোধী দলৰ লগত তেখেতৰ দলে প্ৰতিদ্বন্দ্বিতা কৰিব লগা হৈছিল আৰু কংগ্ৰেছৰ ভিতৰত দলৰ সংখ্যা সৰহ কৰিবলৈ বহুতো অবাঞ্ছিত মানুহ তেখেতসকলে দলত ভৰাই লৈছিল। তাৰ পিচত আহিল নিৰ্ব্বাচন। তাৰ কাৰণে লগা হ'ল ধন। সেই ধন আহিব ধনীৰপৰা সেইদেখি ধনীসকলৰ মন সন্তুষ্ট কৰিবৰ কাৰণে চেষ্টা কৰিব লগা হৈছিল। কিছুমানক আন কি স্বৰাজ্য দলৰ প্ৰাৰ্থী হ'বলৈকো কোৱা হৈছিল। মাৰ্কিন সমাজতন্ত্ৰবাদী এজনে কোৱাৰ দৰে "ৰাজনীতি হ'ল দুখীয়া আৰু ধনীৰ আগত ইটোৰপৰা সিটোক ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দি দুখীয়াৰপৰা ভোট আৰু ধনীৰপৰা ধন আদায় কৰা মুদু কৌশল মাত্ৰ"—(ষ্টেফৰ্ড ক্ৰীপচৰ উদ্ধৃতি)

এই সকলোবোৰ ল'গ লাগি দলটোক আৰম্ভণৰপৰাই দুৰ্ব্বল কৰি পেলালে। আইন-সভা আৰু ব্যৱস্থাপক-সভাৰ কামত আন আন আৰু তেওঁলোকতকৈয়ো বেচি মধ্যমপন্থী উপদলবিলাকৰ লগত আপোচ-মীমাংসা কৰিবলগীয়া হ'ল; আৰু ফলত কোনো সংগ্ৰামৰ মনোভাৱ বা নীতি টিকিব নোৱাৰিলে। ক্ৰমে ক্ৰমে দলৰ শৃঙ্খলা ভঙ্গ হৈ আহি, তীব্ৰতা কমি গল আৰু দুৰ্ব্বল চৰিত্ৰৰ আৰু সুবিধাবাদী মানুহে-

বিলাকে আহুকাল লগাবলৈ ধৰিলে। "ভিতৰপৰা বাধা প্ৰদান" কৰিবৰ উদ্দেশ্যে ঘোষণা কৰি স্বৰাজ্য দল আইন-সভাত সোমাইছিল। কিন্তু এই খেল আনেও খেলিব পাৰে আৰু চৰকাৰে কৌশলেৰে স্বৰাজ্য দলৰ মাজত বাধা সৃষ্টি কৰিবলৈ আৰু বিভেদ আনিবলৈ চেষ্টা কৰিলে। তেওঁলোকে উচ্চপদ আৰু আন আন অনেক প্ৰলোভন দুৰ্ব্বল মনৰ মানুহৰ বাটত পেলাই দিলে—তেওঁলোকে মাখোঁ বুটলি ল'লেই হ'ল। তেওঁলোকক প্ৰশংসা বাণী শুনাবলৈ ধৰিলে যে, তেওঁলোক অতি যোগ্য লোক, ৰাজনীতিজ্ঞ আৰু তেওঁলোকৰ ব্যৱহাৰ মধুৰ। তেওঁলোকৰ চাৰিওফালে আনন্দ আৰু আৰামদায়ক অৱস্থাৰ সৃষ্টি কৰি দিলে কৰ্ম্মক্ষেত্ৰ আৰু দোকান-পোহাৰৰ ধূলি আৰু হাই-উৰুমিতকৈ কিমান বেলেগ সেই অৱস্থা!

স্বৰাজ্য দলৰ সাধাৰণ মনোবল কমি আহিল। অ'ত ত'ত ইজন সিজন থহি গৈ আন দলত যোগ দিবলৈ ধৰিলে। দেউতাই "বুগীৰ অঙ্গ কাটি পেলোৱা হ'ব" বুলি গৰজি ভয় খুৱালে। কিন্তু অঙ্গই যেতিয়া নিজেই আঁতৰি যাবলৈ উৎসুক তেতিয়া আৰু সেই ভয় দেখুৱাই একো লাভ নাই। স্বৰাজ্য দলৰ খোনোৱে গৈ মন্ত্ৰী হ'ল, খেনো বা প্ৰাদেশিক শাসন-পৰিষদৰ সদস্যই হ'লগৈ। কিছুমানে গৈ এটা বেলেগ দল কৰি নিজকে 'ৰেস্পন্‌ছিভিষ্ট' বা পাৰস্পৰিক বুটিছ সহযোগী বুলি প্ৰচাৰ কৰিবলৈ ধৰিলে। এই নামটো প্ৰথম দিছিল লোকমান্য তিলকে। কিন্তু তেতিয়াৰ অৱস্থা আছিল সম্পূৰ্ণ বেলেগ। এতিয়া ইয়াৰ অৰ্থ হ'লগৈ যে সুবিধা পালেই এটা চাকৰি লৈ তাৰপৰা যিমান পাৰি সিমান লাভ আদায় কৰা। অৱশ্যে এইদৰে দলৰ কিছুমান দল ত্যাগ কৰি যাওঁতেও স্বৰাজ্য দলৰ কাম চলি থাকিল। কিন্তু ঘটনাৰ গতি দেখি দেউতা আৰু শ্ৰী দাস দুয়োজনেই আমনি পালে আৰু আইন-সভাত এই ব্যৰ্থ পৰিশ্ৰম কৰি কৰি ভাগৰি পৰিল। তাৰ লগে লগে উত্তৰ ভাৰতত লাহে লাহে বাঢ়ি অহা হিন্দু-মুছলমানৰ মাজৰ মনোমালিন্য আৰু তাৰ ফলত হোৱা মৰা-মৰি, কটা-কাটিবিলাকে তেওঁলোকৰ মনৰ দুশ্চিন্তা আৰু বঢ়ালে।

১৯২১-২২ চনত আমাৰ লগত ফাটেক খটা কংগ্ৰেছপন্থী এতিয়া মন্ত্ৰী বা চৰকাৰৰ ডাঙৰ বিষয়-বাব থোৱা চাকৰিয়াল। ১৯২১ চনত চৰকাৰে আমাৰ দলক বে-আইনী ঘোষণা কৰি আমাক জেললৈ পঠোৱাত আমি আনন্দ পাইছিলোঁ। তেতিয়া সেই চৰকাৰৰ শাসনযন্ত্ৰত কেইজনমান উদাৰপন্থী (আৰু আগৰ্বাদনীয়া কংগ্ৰেছপন্থীও) আছিল। আগলৈ কেইখনমান প্ৰদেশৰ কিজানি আমাৰ সহকৰ্ম্মী-সকলেই আমাক বে-আইনী ঘোষণা কৰি ফাটেকলৈ পঠাব। এইসকল মন্ত্ৰী আৰু শাসন-পৰিষদৰ সদস্য উদাৰপন্থীসকলতকৈয়ো বেছি কাৰ্য্যদক্ষ। তেওঁলোকে আমাক চিনি পাইছিল—আমাৰ দুৰ্ব্বলতা ক'ত তাক জানিছিল, আমাৰ পদ্ধতিবিলাকৰ বিষয়ে যথেষ্ট জ্ঞান তেওঁলোকৰ আছিল। জনতাৰ বিষয়ে আৰু জনগণৰ মনোভাৱৰ বিষয়ে অভিজ্ঞতাও তেওঁলোকৰ আছিল। নাৎছীবিলাকৰ দৰেই মত পৰিৱৰ্ত্তন কৰাৰ আগে আগে এওঁলোকে কিছুদিন বৈপ্লৱিক কাৰ্য্য-পন্থাতিত যোগ দিছিল আৰু তেওঁলোকৰ সেই অভিজ্ঞতাৰ ফলত তেওঁলোক অজ্ঞ আৰু অদূৰদৰ্শী সাধাৰণ শাসকবৰ্গ বা মধ্যপন্থীসকলতকৈ বেছি দক্ষতাৰে কংগ্ৰেছৰ পূৰ্বৰ সহকৰ্ম্মীসকলক দমন কৰিব পাৰিছিল।

১৯২৪ চনৰ ডিচেম্বৰ মাহত গান্ধীজীৰ সভাপতিত্বত বেলগ্ৰামত কংগ্ৰেছৰ অধিবেশন বহিল। তেওঁ বহু বছৰৰেপৰা কাৰ্য্যতঃ কংগ্ৰেছৰ স্থায়ী মহাসভাপতি হৈয়েই আছে। গতিকে তেওঁ কংগ্ৰেছ সভাপতি হোৱাটো ঘটনাৰ সোঁত ওভতোৱাৰ দৰেহে হৈছে। সভাপতিৰ অভিভাষণ মই ভাল নেপালোঁ। তাত প্ৰেৰণা পাবলগীয়া একো নাছিল। অধিবেশনৰ অন্তত গান্ধীজীৰ নিৰ্দ্দেশত মই আকৌ পিচৰ বছৰৰ কাৰণে সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হলোঁ। মোৰ অনিচ্ছাতেই মই লাহে লাহে কংগ্ৰেছৰ স্থায়ী সম্পাদক হৈ উঠিলোঁ।

১৯২৫-ৰ জহকালি হাঁপানী বেমাৰ বেচি হোৱাত দেউতা ৰুগীয়া হৈ পৰিল। গোটেই পৰিয়াল লৈ তেখেত হিমালয়ৰ ডেলহাউচি পৰ্ব্বতলৈ গুচি গ'লগৈ। মই কেইদিনমানৰ পিচত গৈ তেখেতসকলৰ লগ ধৰিলোঁগৈ। এই সময়ত আমি ডেলহাউচিৰপৰা হিমালয়ৰ ডাঠ হাবি চম্বাত ফুৰিবলৈ গৈছিলোঁ। পৰ্ব্বতীয়া বাটেদি গৈ গৈ আমি যেতিয়া ভাগৰে-জুগৰে সেইখিনি পালোঁগৈ, (জুনমাহ) তেতিয়াই টেলিগ্ৰামেদি চিত্তৰঞ্জন দাসৰ মৃত্যুৰ বাতৰি আহিল। দেউতা শোকত মৰামুজা হৈ বহুত পৰ মূৰ্ত্তিৰ দৰে থৰ লাগি বহি থাকিল। দেউতাৰ কাৰণে ই এটা নিষ্ঠুৰ আঘাত। মই কাচিৎহে তেখেতক ইমান অধীৰ হোৱা দেখিছোঁ। তেখেতৰ কান্ধত গধুৰ বোজা পেলাই থৈ তেখেতৰ একমাত্ৰ ঘনিষ্ঠ আৰু মৰমৰ সহকৰ্ম্মী হঠাৎ গুচি গ'ল। বোজা লাহে লাহে আৰু গধুৰ হৈ উঠিছিল, দলৰ দুৰ্ব্বলতা বাঢ়ি গৈছিল। তেখেত আৰু দেশবন্ধু দুয়ো একেবাৰেই ক্লান্ত হৈ পৰিছিল। ফৰিদপুৰ প্ৰাদেশিক সন্মিলনত দেশবন্ধুৰ শেহতীয়া বক্তৃতাতেই সেই কথা ভালকৈ ফুটি ওলাইছিল।

পিচদিনা পুৱাই আমি চম্বা এৰি পৰ্ব্বতীয়া আলিয়েদি আহি আকৌ ডেলহাউচি পালোঁহি আৰু তাৰপৰা মটৰেৰে ৰেল-ষ্টেছন পালোঁহি। তাৰপৰা এলাহাবাদেদি কলিকতালৈ যাত্ৰা কৰিলোঁ।

## সাম্প্ৰদায়িকতাৰ উৎপাত

নাভা জেলৰপৰা ওভতাৰ পিচত নৰিয়া আৰু সন্নিপাত ৰোগৰ লগত যুঁজ কৰিবলগা হোৱাটো মোৰ জীৱনত এটা নতুন অভিজ্ঞতা। জ্বৰৰ কাৰণেই হওক বা শাৰীৰিক দুৰ্ব্বলতাৰ কাৰণেই হওক পাটীত পৰাৰ অভ্যাস মোৰ নাই। মোৰ স্বাস্থ্যৰ কাৰণে মই অহঙ্কাৰ কৰোঁ। আমাৰ দেশত 'আজি গাটো সিমান ভাল নহয়' বুলি কোৱা বা ভবাৰ যি ধুন এটা আছে, মই সদায় তাৰ বিৰোধী। মোৰ যৌৱন আৰু সুগঠিত দেহৰ কাৰণে এইবাৰলৈ সাৰিলোঁ। দুৰ্ব্বল শৰীৰেৰে বিচনাত শুই শুই মই লাহে লাহে গা টঙাবলৈ ধৰিলোঁ। এই সময়ত দৈনন্দিন কাম আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰপৰা হাত সাৰি দূৰৰপৰা গোটেই বিষয়টো চিন্তা কৰিবলৈ ধৰিলোঁ। কিজানি টান নৰিয়াত পৰিলে সকলোৰে কম-বেচি এই ধৰণৰ ভাব হয়েই। কিন্তু ই মোৰ এটা আধ্যাত্মিক অনুভূতিৰ দৰেই হ'ল। অৱশ্যে এই শব্দটো মই কোনো সংকীৰ্ণ ধৰ্মৰ অৰ্থত ব্যৱহাৰ কৰা নাই। আমাৰ ৰাজনীতিৰ আৱেগ-

পৰ্ণতাৰ বা-বতাহৰ ওপৰলৈ উঠি মোৰ কামত প্ৰেৰণা যোগোৱা আদৰ্শ আৰু ভাৱ-ধাৰা যেন অতি ফট্‌ফটীয়াকৈ দেখিবলৈ পালোঁ। কিন্তু এই দেখাৰ মাজতে নতুন নতুন প্ৰশ্ন জাগিল, যাৰ মই কোনো যথাযথ উত্তৰ নেপালোঁ। জীৱন আৰু ৰাজনীতিক ধৰ্ম্মৰ দৃষ্টিকোণৰপৰা চোৱাৰ ভাব মোৰ মনৰপৰা ক্ৰমে আঁতৰি গ'ল। এই অভিজ্ঞতাৰ বিষয় মই আৰু বেচি কব নোৱাৰোঁ। এই অনুভূতি ভাষাৰে প্ৰকাশ কৰা সহজ নহয়। তাৰ পিচত এঘাৰটা বছৰ পাৰ হৈ গৈছে; এতিয়া মোৰ মনত তাৰ এটা অস্পষ্ট স্মৃতিহে মনত আছে। কিন্তু এইটো মোৰ ভালকৈ মনত আছে যে, তাৰ ফলত মোৰ চিন্তাধাৰা একেবাৰে সলনি হৈ গৈছিল। তাৰ পিচত দুবছৰ বা তাতোকৈ বেচি কাল মই প্ৰায় অনাসক্তভাৱে কাম কৰিছোঁ।

এনে কিছুমান ঘটনা ঘটিছিল—যাৰ ওপৰত মোৰ কোনো হাত নাই—আৰু যাৰ লগত মই নিজকে কোনোমতে খাপ খুৱাব নোৱাৰোঁ। আংশিকভাৱে সেই-বিলাক ঘটনাও মোৰ সেই মানসিক পৰিবৰ্ত্তনৰ বাবে দায়ী। কিছুমান ৰাজনৈতিক পৰিবৰ্ত্তনৰ কথা আগতে কৈ আহিছোঁ কিন্তু তাতকৈয়ো বেচি গুৰুতৰ হৈ উঠিল হিন্দু-মুছলমান সমস্যা, বিশেষকৈ উত্তৰ ভাৰতৰ কেইখনমান চহৰত অতি নৃশংস পাশৱিক নিষ্ঠুৰতাপূৰ্ণ কিছুমান মৰা-মৰি কটা-কটি হ'বলৈ ধৰিলে। থং আৰু অবিশ্বাসৰ পাৰিপাৰ্শ্বিকতাৰ এনে কিছুমান নতুন কাৰণ ওলালহি, যিবিলাকৰ কথা আমি কেতিয়াও শুনা নাই। আগতে গোহত্যাৰ কাৰণে, বিশেষকৈ বক্‌ৰীদৰ দিনা, কাজিয়া আৰু মনোমালিন্য হৈছিল। হিন্দু আৰু মুছলমানৰ দুয়োৰে পৰ্ব্ব একেদিনাই পৰিলেও কাজিয়া হৈছিল। মহৰম্ আৰু ৰাসলীলাৰ কথা উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি। মহৰমে এটা শোকাবহ অতীত ঘটনাৰ স্মৃতি জগাই তুলিছিল আৰু তাৰদ্বাৰা আনিছিল শোক আৰু চকুপানী। ৰাসলীলা আছিল আনন্দৰ উৎসৱ—অসতৰ ওপৰত সতৰ বিজয় ঘোষণা। এই দুটা খাপ নোখোৱা কথা। ভাগ্যে এই দুটা ত্ৰিছ বছৰত মাত্ৰ এবাৰকৈহে লগ লাগে। কাৰণ বছৰৰ এটা নিৰ্দ্দিষ্ট সময়ত সৌৰ-গণনা মতে ৰাসলীলাৰ অনুষ্ঠান হয়, কিন্তু মহৰম্ চন্দ্ৰ গণনা মতে বছৰৰ যি কোনো সময়তে পৰিব পাৰে।

কিন্তু কাজিয়াৰ যি নতুন কাৰণ আহি উপস্থিত হ'ল, সি দৈনন্দিন ঘটি থকা ঘটনা। ই হৈছে মছজিদৰ সমুখত বাজনা বজোৱাৰ সমস্যা। মুছলমানসকলে আপত্তি কৰিবলৈ ধৰিলে যে বাজনা বজালে বা আন কিবা কাৰণত হাই-উৰুমি কৰিলে মছজিদৰ প্ৰাৰ্থনা কৰাত ব্যাঘাত জন্মে। প্ৰত্যেক ডাঙৰ ডাঙৰ চহৰতে কিছুমান মছজিদ আছেই। তাত পাঁচ বাৰকৈ উপাসনা হয়। বিয়া বা শৱ-যাত্ৰাৰ লগত নানা ধৰণৰ হাই-উৰুমি হৈয়েই থাকে। গতিকে কাজিয়াৰ সম্ভাৱনা সদায় আছেই। বিশেষকৈ মছজিদত গধূলিৰ উপাসনাৰ সময়ত শোভাযাত্ৰা আৰু হাই-উৰুমিৰ বিৰুদ্ধে মুছলমানসকলে আপত্তি কৰিবলৈ ধৰিলে। কিন্তু এই সময়তে হিন্দু মন্দিৰৰ সান্ধ্য-আৰতিৰ ঘণ্টা বাজি উঠে। গতিকে আৰতি-নামাজ সমস্যাই ডাঙৰ হৈ উঠিল।

যিটো কথা পৰস্পৰৰ মনোভাৱৰ প্ৰতি সহানুভূতিৰে চাই অলপ ইফাল-সিফাল কৰি লোৱা হ'লেই হ'লহেঁতেন; তাৰপৰাই ইমানখিনি মৰা-মৰি কটা-কটিৰ সৃষ্টি

হ'লগৈ—ভাবিলে আচৰিত লাগে। কিন্তু ধৰ্ম্মোন্মত্ততাই কেতিয়াও যুক্তি, সুবিবেচনা আৰু আপোচ নেমানে। আৰু যেতিয়া তৃতীয় পক্ষই এক পক্ষক আন পক্ষৰ বিৰুদ্ধে উচটাই দিবলৈ চল বিচাৰি থাকে, তেতিয়া যে সি আৰু সহজ।

উত্তৰ ভাৰতৰ কেইখনমান চহৰত হোৱা মৰা-মৰি কটা-কটিবিলাকত বৰ ডাঙৰ অৰ্থ বিচাৰিব পাৰি। সৰহভাগ চহৰ আৰু গোটেই ভাৰততে গাঁও অঞ্চল শান্তই আছিল, আৰু এইবিলাক ঘটনাত উত্তেজিত হোৱা নাছিল। পিচে বাতৰি-কাকতবিলাকে অতি সামান্য সাম্প্ৰদায়িক অশান্তিৰ বাতৰিকে ডাঙৰকৈ ছপাই দিছিল। চহৰীয়াসকলৰ মাজতেই যে সাম্প্ৰদায়িক ভিন্ ভাব আৰু তিক্ততা বৰকৈ বাঢ়িছিল,—এই বিষয়ে সন্দেহ নাই। সাম্প্ৰদায়িক নেতাসকলেই আগ ভাগ লৈ তাক বেচিকৈ বঢ়াই তুলিলে আৰু সাম্প্ৰদায়িক, ৰাজনৈতিক দৃঢ় দাবীসমূহৰ মাজেদি সেই কথা ওলাই পৰিল। অসহযোগৰ এই কেই বছৰত পাচ পৰি থকা ৰাষ্ট্ৰীয় উন্নতিৰ পৰিপন্থী মুছলমানসকলে এতিয়া সাম্প্ৰদায়িক কাজিয়াৰ সুবিধা লৈ বৃটিছ চৰকাৰৰ আলমত আকৌ মূৰ দাঙি উঠিল। জাতীয় ঐক্য আৰু ভাৰতৰ স্বাধীনতাৰ মূলত কুঠাৰাঘাত কৰি এওঁলোকে নিতৌ নতুন নতুন দাবী আগবঢ়াবলৈ ধৰিলে। হিন্দু-সকলৰ মাজতো ৰাজনৈতিক প্ৰতিক্ৰিয়াশীল মানুহ কিছুমানে নেতা সাজিলে আৰু হিন্দুৰ স্বাৰ্থ ৰক্ষাৰ নামত চৰকাৰৰ হাতত পুতলা হৈ উঠিল। তেওঁলোকৰ কোনো আশাই ফলৱতী নহ'ল—হ'ব নোৱাৰেও প্ৰকৃততে। তেওঁলোকে লোৱা উপায়েৰে তেওঁলোকৰ এটা দাবীও চৰকাৰৰদ্বাৰা পূৰ্ণ কৰাব নোৱাৰিলে। তেওঁলোক কেৱল দেশৰ সাম্প্ৰদায়িক মনোভাৱ বঢ়োৱাতহে সফল হ'ল।

কংগ্ৰেছ বিমোৰত পৰিল। কংগ্ৰেছ আছিল জাতীয় ভাবৰ প্ৰতিনিধি আৰু জাতীয় কল্যাণৰ কাৰণে সচেতন। গতিকেই সাম্প্ৰদায়িকতাৰ প্ৰাবল্যই এই অনুষ্ঠানক অভিভূত কৰি তুলিলে। কিন্তু মুঠৰ ওপৰত কংগ্ৰেছ-নেতাসকল অটল হৈ থাকিল, কোনো সাম্প্ৰদায়িক দলৰ ফালে ঢাল নেখালে। এই সময়তে শিখ আৰু আন আন সৰু সৰু কম সংখ্যক দলৰ ফালৰপৰাও বিশেষ বিশেষ দাবী আহিবলৈ ধৰিলে। ইয়াৰ ফলত চৰম সাম্প্ৰদায়িকতাবাদীসকলে কংগ্ৰেছক গাও দিবলৈ ধৰিলে। বহুত আগতেই আন কি অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ আগতেই, গান্ধীজীয়ে সাম্প্ৰদায়িক সমস্যা সমাধানৰ কাৰণে তেওঁৰ নিজৰ সূত্ৰবিলাক প্ৰকাশ কৰিছিল। তেওঁৰ মতে সংখ্যাগৰিষ্ঠ সম্প্ৰদায়ৰ উদাৰতা আৰু সদিচ্ছাৰ ওপৰতে সমাধান নিৰ্ভৰ কৰে। এই কাৰণে মুছলমানসকলৰ সকলো ৰকমৰ দাবী মানি লবলৈ তেওঁ সাজু আছিল। তেওঁ তেওঁলোকৰ অন্তৰ জয় কৰিবলৈ বিচাৰিছিল—দাম-দৰ কৰাৰ মনোভাৱ তাত নাছিল। দূৰদৰ্শিতা আৰু উচিত মূল্যাঙ্কণেৰে তেওঁ বাস্তৱ দৃষ্টিৰে সমস্যা সমাধান কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু আন কিছুমানে সকলো বস্তুৰে বজাৰ দৰটোহে জানিছিল, তাৰ প্ৰকৃত মূল্যৰ ভু নেৰাখিছিল। সেই-বিলাকে বজাৰৰ কিনা-বেচাৰ দাম-দৰ কৰাতে আবদ্ধ থাকিল। বস্তুৰ প্ৰকৃত মূল্যতকৈয়ো কি দামত বস্তুটো কিনিব লগা হৈছে, সেইটোহে তেওঁলোকে স্পষ্টকৈ জানে।

লোকক সমালোচনা কৰা, দোষ দিয়া সহজ আৰু নিজৰ পৰিকল্পনা মতে কাম নহ'লে তাৰ দোষটো লোকৰ গালৈ ঠেলি দিয়াৰ লোভ সামৰা টান। নিজৰ চিন্তা বা কাৰ্য্যব্যৱস্থাৰ কৰা ভুলতকৈ লোকক ইচ্ছা কৰি বাধা দিয়াহে আমাৰ অকৃতকাৰ্য্যতাৰ কাৰণ নহয় জানো? চৰকাৰ আৰু সাম্প্ৰদায়িকতাবাদীসকলক আমি দোষ দিওঁ, সাম্প্ৰদায়িকতাবাদীসকলে দোষ দিয়ে কংগ্ৰেছক। অৱশ্যে বাধা আমি পাইছোঁ—চৰকাৰ আৰু তেওঁলোকৰ বন্দুসকলে আমাক ইচ্ছা কৰি আৰু সঘনে পাকেপতি বাধা দি আহিছে। স'চা কথা, আগতে আৰু এতিয়াও বৃটিছ চৰকাৰে আমাৰ মাজত যাতে বিভেদ সৃষ্টি কৰিব পাৰে তেনেকুৱা নীতিকে গ্ৰহণ কৰি আহিছে। সদায় সাম্ৰাজ্য গঠনৰ কৌশলেই হৈছে বিভেদ সৃষ্টি কৰি শাসন কৰা। ইয়াত তেওঁলোকে যিমান কৃতকাৰ্য্য হ'ব পাৰিব, সিমানেই তেওঁলোকৰ বিজিতসকলৰ ওপৰত কৃতকাৰ্য্য হ'ব পাৰিব। এই বিষয়ত আমাৰ আপত্তি নেথাকে বা আমাৰ তাত আচৰিত হ'বলগীয়াও একো নাই। তাক উলাই কৰা আৰু তাৰ বিপক্ষে পন্থা গ্ৰহণ নকৰাটোৱেই চিন্তাৰ এটা ত্ৰুটি বুলিব লাগিব।

ইয়াৰ বিপক্ষে আমি কি পন্থা লোৱা উচিত? দাম-দৰ কৰি, এক পইচাৰ কাৰণে তৰ্ক কৰি, বজাৰৰ বস্তু কিনাৰ পদ্ধতি অৱলম্বন কৰি যে নহয়, ই ঠিক। কাৰণ আমি যিমানেই বেচি দাম নিদিওঁ, সদায় আমাৰ এটা তৃতীয় পক্ষ আছে, যি আমাতকৈয়ো বেচি দাম দিব পাৰে আৰু স'চা-স'চিকৈ দিবও। কোনো উমৈহতীয়া শত্ৰুৰ বিপক্ষে কোনো উমৈহতীয়া কাৰ্য্যপন্থাও ল'ব নোৱাৰি। আমি যদি কেৱল বৰ্ত্তমানৰ ৰাজনৈতিক আৰু সমাজনৈতিক গাঁথনিৰ পৰিপ্ৰেক্ষিতত কথাবোৰ ভাবোঁ আৰু তাকে অ'ত ত'ত অলপ-অচৰপ সাল-সলনি কৰাৰ কথা ভাবোঁ, অলপ সংস্কাৰ কৰা আৰু কেৱল ভাৰতীয়সকলক বেচি চাকৰি দিয়াৰ কথা ভাবোঁ, তেন্তে তাত সম্মিলিত কাৰ্য্যক্ৰমৰ অভাৱ হ'বই। তেতিয়া তাৰ উদ্দেশ্য হ'ব, যিকণ পোৱা যায় তাকে 'যথা লাভ' বুলি ভগাই লোৱা। শাসনৰ ক্ষমতাত অধিষ্ঠিত তৃতীয় পক্ষই তেতিয়া প্ৰধান ভূমিকা ল'বহিয়েই আৰু তেওঁলোকৰ অনুগ্ৰহভাজনসকলৰ ভিতৰতে সকলো ব'টা বিতৰণ কৰিব। কেৱল আমি যদি বেলেগ এটা ৰাজনৈতিক গাঁথনি—তাতকৈয়ো বেলেগ এটা সামাজিক গাঁথনিৰ কথা ভাবোঁ, তেতিয়াহে এটা সম্মিলিত কাৰ্য্যপন্থাৰ কথা ভাবিব পাৰোঁ। স্বাধীনতাৰ দাবীৰ অন্তৰ্নিহিত মূল কথাটো হৈছে এই—মানুহক আমি এইটো বুজাব পাৰিব লাগে যে, আমি এটা বেলেগ ৰাজনৈতিক গাঁথনিৰ কাৰণে যুদ্ধ কৰিছিলোঁ, 'ডমিনিয়ন ষ্টেটাছ' বুলিলে যি বুজা যায় অৰ্থাৎ (বৃটিছসকলে আঁৰ-কাপোৰৰ আঁৰৰপৰা নিয়ন্ত্ৰণ কৰা) স্বাধীনতাৰ এটা ভাৰতীয় সংস্কৰণ আমি বিচৰা নাছিলোঁ। ৰাজনৈতিক স্বাধীনতাই অৱশ্যে ৰাজনৈতিক মুক্তিহে বুজায়; তাৰ ভিতৰত জনসাধাৰণৰ কাৰণে সামাজিক পৰিৱৰ্ত্তন বা অৰ্থনৈতিক মুক্তিৰ কোনো কথা নেথাকে। কিন্তু যি আৰ্থিক আৰু অৰ্থনৈতিক শিকলিৰে আমি লণ্ডন চহৰৰ লগত বান্ধ খাই আছোঁ, সেই শিকলিডাল আঁতৰোৱাৰ কথা হ'লে তাত আছে। ইয়াৰপৰাই আমাৰ সামাজিক গাঁথনি পৰিৱৰ্ত্তন কৰা সহজ হৈ পৰিলহে'তেন। এইদৰেই তেতিয়া মই ভাবিছিলোঁ। তাৰ লগতে এতিয়া মই যোগ দিব খোজো যে প্ৰকৃত ৰাজনৈতিক স্বাধীনতা অকলে আহিব [illegible]

বুলি মই নেভাবোঁ। ই যেতিয়া আহিব, তাৰ লগতে এটা বিৰাট সামাজিক পৰিৱৰ্ত্তনো লৈ আহিব।

কিন্তু আমাৰ প্ৰায় সকলো ৰাজনৈতিক নেতাই বৰ্ত্তমানৰ ৰাজনৈতিক গাঁথনি আৰু অৱশ্যে অৰ্থনৈতিক গাঁথনিৰো ঠেক চাৰি সীমাৰ ভিতৰতে তেওঁলোকৰ চিন্তাধাৰা সীমাৱদ্ধ কৰি ৰাখে। এই পটভূমিৰ ওপৰতে ভিত্তি কৰি তেওঁলোকে প্ৰত্যেকটো সাম্প্ৰদায়িক আৰু সাংবিধানিক সমস্যাৰ সমাধান কৰাৰ চেষ্টা কৰিলে। ইয়াৰ অনিবাৰ্য্য ফল এয়ে হ'ল যে বৰ্ত্তমান ব্যৱস্থা যাৰ হাতৰ মুঠিত সেই বৃটিছ চৰকাৰৰ হাতত তেওঁলোক পৰিলগৈ। তাৰ বাহিৰে আন কিবা কৰিবলৈ তেওঁ-লোকৰ কোনো উপায় নাছিল। এওঁলোকৰ মাজত কোনো কোনোৱে পোনপটীয়া সংগ্ৰামৰ আন্দোলনত যোগ দিলে। কিন্তু এওঁলোকৰ সাধাৰণ দৃষ্টিভঙ্গী সংস্কাৰ-মূলকহে, বৈপ্লৱিক নহয়। সংস্কাৰমূলক পদ্ধতিৰদ্বাৰা ভাবতত ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাম্প্ৰদায়িক সমস্যা সমাধান কৰাৰ দিন কেতিয়াবাই উকলি গ'ল। বৰ্ত্তমান অৱস্থাত বিপ্লৱৰ দৃষ্টিভঙ্গী লৈ আমূল পৰিৱৰ্ত্তনৰ আঁচনি লোৱাৰ বাহিৰে আন উপায় নাই। কিন্তু এই দৃষ্টিভঙ্গীৰে কাম কৰিব পৰা নেতা যে নাই।

আমাৰ মুক্তি-সংগ্ৰামৰ আদৰ্শ আৰু উদ্দেশ্য স্পষ্ট নোহোৱাৰ কাৰণেই যে সাম্প্ৰদায়িকতাই বিয়পিবলৈ সুবিধা পালে, তাত সন্দেহ নাই। নিতৌ ভুগিব লগা হোৱা কষ্টৰ লগত স্বৰাজৰ কাৰণে কৰা সংগ্ৰামৰ কি সম্বন্ধ জনসাধাৰণে তাক ভালকৈ ধৰিব পৰা নাই। স্বাভাৱিক অনুভূতিৰদ্বাৰা তেওঁলোকে সময়ে সময়ে পটুতাৰেই সংগ্ৰাম কৰিছিল, কিন্তু সেই অস্ত্ৰ সহজে ভোতা কৰি দিব পৰা বা আন কি অন্য উদ্দেশ্যত খটুৱাব পৰা বিধৰ। তাৰ পাচফালে যুক্তি নাছিল আৰু প্ৰতিক্ৰিয়াৰ সময়ত এই অনুভূতিকে লৈ ধৰ্ম্মৰ নামত তাক নিজৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে ব্যৱহাৰ কৰাটো সাম্প্ৰদায়িকতাবাদীসকলৰ কাৰণে একো টান কথা নাছিল। যিবিলাক দাবী বা কাৰ্য্যপদ্ধতিৰ লগত জনসাধাৰণক, আন কি নিম্ন মধ্যবিত্ত স্বাৰ্থৰ কোনো যোগ নাই; হিন্দু-মুছলমান দুয়ো শ্ৰেণীৰ বুৰ্জ্জোৱা দলে ধৰ্ম্মৰ পবিত্ৰ নাম লৈ সেইবিলাক উদ্দেশ্য সিদ্ধিৰ কাৰণে জনসাধাৰণৰ সমৰ্থন পাইছিল, ই এটা অতি আচৰিত কথা। যি কোনো সাম্প্ৰদায়িক দলেই যি কোনো সাম্প্ৰদায়িক দাবী কৰিছে, সেইবিলাক ফঁহিয়াই চালে দেখা যায়, সেইবিলাক কেৱল চাকৰিৰ দাবী মাত্ৰ, আৰু এই চাকৰি এমুঠি উচ্চ মধ্যবিত্ত শ্ৰেণীৰ বাহিৰে আৰু কাৰো ভাগ্যত নাই। অৱশ্যে আইন-সভাবিলাকত বিশেষ আৰু ওপৰঞ্চি আসনবো দাবী আছিল। এই দাবীৰ মাজতো ৰাজনৈতিক ক্ষমতাতকৈয়ো সাম্প্ৰদায়িক ভাৱে চাকৰি ভগাব পৰা ক্ষমতাৰ প্ৰতি ধাউতি আছিল বেচি। উচ্চ মধ্যবিত্ত শ্ৰেণীৰ এমুঠি মানুহৰ লাভৰ কাৰণে জাতীয় ঐক্য আৰু উন্নতিৰ বিঘিনি স্বৰূপ এইবিলাক ঠেকমনা ৰাজনৈতিক দাবীক বুধি কৰি বিশেষ বিশেষ ধৰ্ম্মৰ সম্প্ৰদায়ৰ জনসাধাৰণৰ দাবী ৰূপে প্ৰকাশ কৰা হ'ল। তাৰ নিষ্ফলতা ঢাকিবৰ কাৰণে ধৰ্ম্মানুৰাগক আৱৰণ হিচাপে ব্যৱহাৰ কৰা হ'ল।

এনেকৈয়ে “ৰাজনৈতিক প্ৰতিক্ৰিয়াশীল [illegible] সাম্প্ৰদায়িক” [illegible]

ছদ্মবেশ লৈ ৰাজনীতি ক্ষেত্ৰলৈ উভতি আহিল আৰু তেওঁলোকে লোৱা কাৰ্য্য-প্ৰণালীত সাম্প্ৰদায়িক পক্ষপাতিতাত কৈয়ো ৰাজনৈতিক উন্নতিত বাধা দিয়াৰ অভিপ্ৰায়েই আছিল বেচি প্ৰবল। ৰাজনৈতিক বিষয়ত তেওঁলোকৰপৰা বাধা আহিব তাক আমি গম পাইছিলোঁ; কিন্তু এই বিৰক্তিজনক অৱস্থাত তেওঁলোক যে কিমান দুৰলৈ যাব পাৰে, সেইটো আছিল দুখ লগা কথা। মুছলমান সাম্প্ৰদায়িক নেতা-সকলে অতি আচৰিত আচৰিত কথা কবলৈ ধৰিলে। আমাৰ এনেকুৱা লাগিল, যেন ভাৰতৰ জাতীয়তা বা স্বাধীনতাৰ কাৰণে তেওঁলোকৰ কোনো ভাব-চিন্তা নাই। হিন্দু সাম্প্ৰদায়িক নেতাসকলে সদায় জাতীয়তাৰ কথা মুখেৰে আওৰালেও তেওঁলোকৰ কামত সি ফুটি ওলোৱা নাছিল। প্ৰকৃত কামত অপাৰগ হৈ তেওঁলোকে সুবিধাৰ আশাত চৰকাৰৰ ওচৰ চাপিল হয়, কিন্তু তাতো একো ফল নধৰিলে। উভয়েই সমাজতান্ত্ৰিক বা তেনে কোনো "পশ্চাৎঘাতী" আন্দোলনক তেওঁলোকে নিন্দা কৰাত একমত হ'ল। ন্যস্ত স্বাৰ্থত ব্যাঘাত জন্মাব পৰা কোনো প্ৰস্তাৱৰ বিপক্ষে দুয়ো দলৰ ঐক্য অতি প্ৰাণস্পৰ্শী। মুছলমান সাম্প্ৰদায়িক নেতাসকলে ৰাজনীতি আৰু অৰ্থনীতিৰ ক্ষেত্ৰত ক্ষতিজনক বহুত কথা কৈছে, বহুত কাম কৰিছে। কিন্তু দল আৰু ব্যক্তি হিচাপে তেওঁলোকে চৰকাৰ আৰু জনসাধাৰণৰ সমুখত মৰ্য্যাদাৰেই ব্যৱহাৰ কৰিছে। কিন্তু হিন্দু সম্প্ৰদায়ৰ নেতাসকলৰ বেলিকা এই কথা ক'ব নোৱাৰি।

কংগ্ৰেছত বহুতো মুছলমান আছে। এওঁলোকৰ সংখ্যা কম নহয়। ইয়াৰ মাজত ভালেমান যোগ্য লোক আৰু কেইজনমান নামজ্বলা আৰু জনপ্ৰিয় মুছলমান নেতাও আছে। কংগ্ৰেছী মুছলমানসকলৰ ভিতৰত বহুতেই "জাতীয়তাবাদী মুছলমান দল" গঠন কৰি সাম্প্ৰদায়িক মুছলমানৰ বিৰোধিতা কৰিছিল। প্ৰথমতে তেওঁলোক অলপ-অচৰপ কৃতকাৰ্য্যও হৈছিল আৰু শিক্ষিত মুছলমানসকলৰ সৰহ ভাগেই তেওঁলোকৰ পক্ষে আছিল যেন লাগিছিল। কিন্তু এওঁলোক সকলোৱেই উচ্চ মধ্যবিত্ত শ্ৰেণীৰ আৰু তেওঁলোকৰ ভিতৰত কাৰো ব্যক্তিত্ব শক্তিশালী নাছিল। তেওঁলোকে নিজৰ ব্যৱসায় বা বেপাৰ-বাণিজ্য লৈয়েই ব্যস্ত আছিল। জনসাধাৰণৰ লগত তেওঁলোকৰ কোনো সহযোগ নাছিল। তেওঁলোকে সাধাৰণ মানুহৰ মাজত সোমাই কাম নকৰিছিল। তেওঁলোক ঘৰৰ ভিতৰতে দুই-চাৰিজনে গোটখাই নিজৰ মাজতে চুক্তি আদি কৰিছিল। কিন্তু এইবিলাকত তেওঁলোকৰ প্ৰতিদ্বন্দ্বী সাম্প্ৰদায়িক নেতাসকল বেচি পটু আছিল। লাহে লাহে তেওঁলোকে জাতীয়তাবাদী নেতাসকলক অ'ৰপৰা ত'লৈ, ত'ৰপৰা ত'লৈ খেদিবলৈ ধৰিলে আৰু ক্ৰমে ক্ৰমে তেওঁলোকক এটা এটাকৈ তেওঁলোকৰ নীতি পৰিত্যাগ কৰিবলৈ বাধ্য কৰিলে। জাতীয়তাবাদী মুছলমানসকলে বাৰে বাৰে পাচ-হুঁহকি নগৈ যিটো "কম অনিষ্টকৰ" তেনে এটা নীতি গ্ৰহণ কৰি টানকৈ খোপনি ধৰিবৰ চেষ্টা কৰে। কিন্তু বাৰেপতি তেওঁলোকে আকৌ পাচ-হুঁহকি আৰু এটা "কম অনিষ্টকৰ" নীতি বাছি লব লগা হৈছে। তাৰ পিচত এনে এটা সময় আহিল যেতিয়া আৰু তেওঁলোকৰ নিজৰ বুলিবলৈ একো নেথাকিলগৈ। কিন্তু আকৌ সেই "কম অনিষ্টকৰ" নীতি লোৱাৰ দুৰ্ভাগ্যই তেওঁলোকৰ আগন্তুক দেখা দিলে আৰু তেওঁলোকে আটাইতকৈ শেহত লোৱা উপায়টোও এৰি নিজকে

সব্‌ৰালে। তেওঁলোকে দল গঠন কৰাৰ সময়ত তেওঁলোকৰ পতাকাত বৰ্কু ফৰ্লাই যিবিলাক নীতি আৰ্‌ আঁচনি লিখি লৈছিল, সেই সকলোবিলাক এতিয়া মচখাই গ'ল। তেওঁলোক কেৱল নামতহে জীয়াই থাকিল।

জাতীয়বাদী মুছলমানসকল গাইগুটীয়াভাৱে কেইবাজনো এতিয়াও কংগ্ৰেছৰ মুখ্য নেতা হৈ আছে যদিও দল হিচাপে তেওঁলোকৰ বিলোপ আৰু অপসাৰণ হোৱাটো এটা শোকলগা কাহিনী। ইয়াৰ শেষ অধ্যায়টো মাত্ৰ এই বছৰহে (১৯৩৪) লিখা হৈছে। ১৯২৩-ৰ পৰাই কেইবা বছৰ ধৰি তেওঁলোক শক্তিশালী দল আছিল আৰু সম্প্ৰদায়িকতাবাদীসকলৰ বিৰুদ্ধে তেওঁলোকৰ মনোভাৱ আক্ৰমণমূলক আছিল। আন কি কেইটামান ঘটনা যেতিয়া গান্ধীজীয়ে ইচ্ছাৰ বিৰুদ্ধেও সাম্প্ৰদায়িকতাবাদী-সকলৰ কোনো কোনো দাবী মানি ল'ব খুজিছিল, তেতিয়া তেওঁৰ সহকৰ্মী জাতীয়-বাদী মুছলমানসকলেই তৰ্কী বিৰোধিতা কৰি তাত বাধা প্ৰদান কৰিছিল।

বৰ্ত্তমান শতিকাৰ দ্বিতীয় দশকৰ মাজভাগত আপোচ কথা-বতৰা আৰু আলোচনাৰ সাম্প্ৰদায়িক সমস্যা সমাধান কৰিবলৈ কিছুমান "ঐক্য সন্মিলন" পতা হৈছিল। ইয়াৰ ভিতৰত ১৯২৪ চনত তেতিয়াৰ কংগ্ৰেছ সভাপতি মৌলানা মহম্মদ আলিয়ে পতা বিশেষ সন্মিলনখন বিশেষকৈ লেখত ল'বলগীয়া। গান্ধীজীয়ে দিল্লীত যেতিয়া একৈছ দিন লঘোন-ব্ৰত পালন কৰিছিল সেই সময়ত এখন অধিবেশন বহিছিল। এই সন্মিলনবিলাকত বহুতেই সদিচ্ছা আৰু আন্তৰিকভাবে যোগ দিছিল আৰু আপোচ-মীমাংসাৰ কাৰণে প্ৰাণপণে যত্ন কৰিছিল। কিন্তু তাত কিছুমান সৎ সাধু প্ৰস্তাৱহে গ্ৰহণ কৰা হ'ল। তাৰ বাহিৰে মূল সমস্যাৰ কোনো সমাধান নহ'ল। সেইবিলাক সন্মিলনত এই সমস্যা সমাধান কৰিব নোৱাৰি, কাৰণ সকলো সদস্যই একমত হৈ নকৰিলে, সৰহ সংখ্যকৰ মতামত লৈ তাৰ সমাধান কৰিব নোৱাৰি। কিন্তু তাকে কৰিবলৈকো আকৌ, তাত সদায় প্ৰত্যেক দলৰে কিছুমান চৰমপন্থী মানুহ থাকে, যিবিলাকৰ ধাৰণা হৈছে যে সমস্যা সমাধানৰ অৰ্থ আন সকলোৱে নিজ মত এৰি দি তেওঁলোকৰ মতকে মানি লোৱা। কিছুমান বিখ্যাত সাম্প্ৰদায়িকতা-বাদীৰ সমস্যা সমাধানৰ ইচ্ছা আছিল নে নাই, সেই বিষয়েও সন্দেহৰ থল আছে। তেওঁলোক বহুতেই আছিল ৰাজনৈতিক প্ৰতিক্ৰিয়াশীল আৰু ৰাজনৈতিক ক্ষেত্ৰত আমূল পৰিবৰ্ত্তন বিচৰাসকলৰ লগত তেওঁলোকৰ ক'তো মিল নাছিল।

কিন্তু অ'ত ত'ত কোনো কোনোৱে পাচ-হুঁহকি যোৱাটোৱেইহে যে আহুকাল আছিল, সেইটো নহয়—আহুকাল আছিল তাতকৈয়ো গভীৰ। এই সময় ছোৱাত শিখবিলাকে তেওঁলোকৰ সাম্প্ৰদায়িক দাবী চিঞৰি প্ৰচাৰ কৰাত লাগি গ'ল। আৰু তাৰ ফলত পঞ্জাবত এটা জটিল ত্ৰিভুজী সমস্যাই দেখা দিলে। সাম্প্ৰদায়ি-কতাৰ কেন্দ্ৰ হ'ল পঞ্জাব। ইটো দলৰ প্ৰতি সিটো দলৰ ভয়ৰ কাৰণে আক্ৰোশ আৰু ভ্ৰান্ত ধাৰণাৰ সৃষ্টি হ'ল। হিন্দু জমিদাৰৰ তলত মুছলমান ৰায়ত থকা কোনো কোনো প্ৰদেশত যেনে বঙ্গদেশত খেতিয়কৰ সমস্যাই সাম্প্ৰদায়িক ৰূপত দেখা দিলে। পঞ্জাব আৰু সিন্ধু প্ৰদেশত মহাজন আৰু ধনী শ্ৰেণীটো সাধাৰণতে হিন্দু; ধৰুৱা আছিল মুছলমান খেতিয়কসকল। সুদখোৰ মহাজনৰ ওপৰত ধৰুৱাৰ গোটেইখিনি আক্ৰোশে সাম্প্ৰদায়িক শক্তিকহে বৃদ্ধি কৰিবলৈ ধৰিলে। সাধাৰণতে মুছলমান-

সকলো বেচি দুখীয়া সম্প্ৰদায় আৰু ধনীৰ প্ৰতি নিৰ্ধনীৰ সাধাৰণতে যি বিৰোধ ভাব থাকে তাকে মুছলমান সাম্প্ৰদায়িক নেতাসকলে সাম্প্ৰদায়িক উদ্দেশ্য সাধনৰ কামত খটুৱাবলৈ ধৰিলে; কিন্তু আচৰিত কথা সেই উদ্দেশ্যসমূহৰ লগত নিৰ্ধনীৰ অৱস্থা উন্নত কৰাৰ কোনো সম্বন্ধই নাছিল। এই কাৰণেই সেই মুছলমান সাম্প্ৰদায়িক নেতাসকলে জনসাধাৰণৰ এটা অংশৰ প্ৰতিনিধিত্ব নকৰা নহয়, আৰু তাৰদ্বাৰা তেওঁলোকৰ শক্তিও বাঢ়িছিল সঁচাকৈয়ে। অৰ্থনৈতিক দৃষ্টিভঙ্গীৰে চালে হিন্দু সাম্প্ৰদায়িক নেতাসকলে ধনী মহাজন আৰু ব্যৱসায়ী সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰিছিল আৰু কেতিয়াবা কেতিয়াবা হিন্দু জনসাধাৰণৰ সহানুভূতি লাভ কৰিলেও, তেওঁলোকৰপৰা পূৰ্ণ সমৰ্থন নেপাইছিল।

সেই কাৰণে অৰ্থনৈতিক শ্ৰেণী বিভাগৰ লগত এই সমস্যাটো কিছু সানমিহলি হৈ গৈছে; কিন্তু দুখৰ কথা, মানুহে সেইটো বুজা নাই। লাহে লাহে ই গৈ অৰ্থ-নৈতিক শ্ৰেণীগত বিৰোধৰ ৰূপত দেখা দিব পাৰে। সেই সময় যদি আহে, তেনেহলে তেতিয়াৰ সকলো দলৰ উচ্চ শ্ৰেণীৰ সাম্প্ৰদায়িক নেতাসকলে নিজৰ ভিতৰৰ মতভেদ নাইকিয়া কৰি সকলো একেলগ হৈ শ্ৰেণীৰ উমৈহতীয়া স্বাৰ্থৰ শত্ৰুবিলাকৰ লগত যুঁজ কৰিবলৈ আগবাঢ়ি যাব। আন কি বৰ্ত্তমান অৱস্থাতো এটা ৰাজনৈতিক সমাধান কৰা বৰ বেচি টান নহ'লহেঁতেন যদি—আৰু ই এটা বিৰাট যদি, তৃতীয় পক্ষ এটা উপস্থিত নেথাকিলহেঁতেন।

১৯২৪-ৰ ঐক্য সন্মিলন শেষ হওঁতে নহওঁতেই এলাহাবাদত হিন্দু-মুছলমানৰ মৰা-মৰি লাগিল। সিহঁতৰ সংখ্যালৈ চাই আনবিলাক মৰা-মৰিৰ দৰে এইখন বৰ ডাঙৰ হোৱা নাছিল। কিন্তু নিজৰ চহৰতে যেতিয়া এনেকুৱা মৰা-মৰিবোৰ লাগে তেতিয়া সি বৰ কষ্টকৰ হৈ উঠে। সহকৰ্ম্মী কেইজনমানৰ সৈতে দিল্লীৰপৰা লৰালৰিকৈ এলাহাবাদলৈ ঘূৰি গৈ দেখোঁ যে, মৰা-মৰিখনৰ অন্ত পৰিছে কিন্তু মানুহৰ অন্তৰে অন্তৰে বিদ্বেষ আছেই। আদালতত গোচৰ বহুদিন ধৰি চলি থাকিল। মৰা-মৰি লাগিল কিয় তাৰ কাৰণটো মই পাহৰিছোঁ। সেই বছৰতেই নে তাৰ পিচৰ বছৰেই এলাহাবাদত ৰামলীলা উৎসৱৰ সময়ত এটা আহুকাল লাগিছিল। লাগিছিল বোধহয় মছজিদৰ আগত বাজনা বজোৱা লৈ। এইবিলাক উৎসৱত ডাঙৰ ডাঙৰ শোভাযাত্ৰা হয়। সেই সকলোবিলাক প্ৰতিবাদস্বৰূপে বাদ দিয়া হ'ল। আজি প্ৰায় আঠ বছৰ ধৰি এলাহাবাদত আৰু ৰামলীলা উৎসৱ হোৱা নাই। এলাহাবাদ জিলাৰ লাখ লাখ মানুহৰ যিটো আটাইতকৈ ডাঙৰ উৎসৱ সি আজি মানুহৰ মনত এটা মাত্ৰ দুখৰ সোঁৱৰণি হৈ ৰ'ল। সৰু কালতে এবাৰ ৰামলীলা চোৱা মোৰ এতিয়াও এনে সুন্দৰকৈ মনত আছে! কিমান যে উত্ৰাৱল হৈছিলোঁ আমি। গোটেই এলাহাবাদ জিলাৰপৰা আৰু আন কি আন চহৰৰপৰাও কিমান যে মানুহ দলে দলে ৰামলীলা চাবলৈ আহিছিল! ৰামলীলা অৱশ্যে হিন্দুৰ উৎসৱ। হ'লেও, মুকলিত হোৱা উৎসৱহে। মুছলমানসকলেও তাত দৰ্শকৰ সংখ্যা বঢ়াইছিল আৰু সেইফালে আছিল কেৱল ৰং-ধেমালি। বেহা-বেপাৰ সুন্দৰকৈ চলিছিল। বহুত বছৰৰ পিচত ডাঙৰ হৈ ৰামলীলাৰ শোভাযাত্ৰা চাইছোঁ। কিন্তু আগৰ সেই উৎসাহ আৰু নাই। আৰু শোভাযাত্ৰাৰ ৰং-চং আদি দেখি আমনিয়েই পাইছোঁ। মোৰ কলা

আৰু আনন্দ উপভোগৰ মান বহুত ওপৰলৈ উঠি গৈছে। তথাপি ডাঙৰ ডাঙৰ জনসমাবেশৰ আনন্দ উৎসাহ মই উপভোগ কৰিছোঁ। তেওঁলোকৰ কাৰণে এইটোৱেই ৰং-ৰহইছৰ সময়। আজি আঠ ন বছৰ কাল ডাঙৰবিলাকৰ কথাই নাই, এলাহাবাদৰ আন কি সৰু ল'ৰা-ছোৱালীবিলাকও দৈনন্দিন জীৱনৰ বৈচিত্ৰ্যহীন সেৰেকা দিন-বিলাকৰ মাজত পোৱা সেই আনন্দ উপভোগৰ দিনটোৰপৰা বঞ্চিত হৈছে। ইয়াৰ কাৰণ অতি সামান্য মতভেদ আৰু খৰিয়াল। ধৰ্ম্ম আৰু ধৰ্ম্মভাৱেই প্ৰকৃততে ইয়াৰ কাৰণে দায়ী। কেনেকৈ যে ইহ'তে আমাৰ আনন্দবিলাক নষ্ট কৰে!

## পৌৰ-সভাৰ কাম

প্ৰায় দুবছৰ মই এলাহাবাদ পৌৰ-সভাৰ কাম চলাইছোঁ। কিন্তু কামত মন নবহে। তিনি বছৰৰ কাৰণে মই সভাপতি নিৰ্ব্বাচিত হৈছোঁ। কিন্তু দ্বিতীয় বছৰ আৰম্ভ হোৱাৰ পিচৰপৰা মই কেনেকৈ নিষ্কৃতি পাওঁ, তাৰে চেষ্টা কৰিবলৈ ধৰিলোঁ। প্ৰথমে কামটো মোৰ ভালেই লাগিছিল। তাৰ কাৰণে বহুত সময়ো খৰচ কৰিছিলোঁ। সহকৰ্ম্মীসকলৰ সদিচ্ছাতে অলপ কৃতকাৰ্য্যও হৈছিলোঁ। আন কি প্ৰাদেশিক চৰকাৰ মোৰ ওপৰত অসন্তুষ্ট যদিও পৌৰসভাসংক্ৰান্ত কিছুমান কামত মোৰ প্ৰশংসা কৰিছিল। তথাপি মই বুজিব পাৰিলোঁ, প্ৰকৃত ভাল কাম কৰাৰ বাটত অনেক হুল-জোং, বাধা-বিঘিনি আছে।

কোনো বিশেষ মানুহে ইচ্ছা কৰি যে কিবা দিছে, সি নহয়; মই সকলোৰে আন্তৰিক সহযোগিতাকে পাইছিলোঁ। কিন্তু এফালে আছিল চৰকাৰৰ শাসনযন্ত্ৰ আনফালে পৌৰসভাৰ সদস্যসকল আৰু সাধাৰণৰ উদাসীনতা। চৰকাৰে সজা পৌসভাৰ শাসনযন্ত্ৰ ইমান ঠৰঙা যে তাৰ মাজত নতুন কিবা এটা কৰা বা তাৰ আমূল পৰিৱৰ্ত্তন কৰাটো অসম্ভৱ। পৌৰসভাৰ অৰ্থনৈতিক ব্যৱস্থা এনেকুৱা যে সম্পূৰ্ণ-ৰূপে চৰকাৰৰ ওপৰত নিৰ্ভৰ কৰি চলিবলগীয়া হয়। প্ৰচলিত মিউনিচিপেল আইনৰ টেক্স ধাৰ্য্য কৰাৰ কিবা বিশেষ পৰিৱৰ্ত্তন কৰা বা জনহিতকৰ কাম কৰাৰ একো উপায় নাছিল। ধিবিলাক আঁচনি সম্পূৰ্ণ আইন-সঙ্গত, সেইবিলাককো চৰকাৰৰ মঞ্জুৰী হ'লেহে কামত লগাব পাৰি আৰু কেৱল আশাবাদীসকলেই হে এনেকুৱা মঞ্জুৰী আহিব বুলি আশাপালি বছৰ বছৰ বৈ থাকে। মই দেখি আচৰিত হ'লোঁ—যেতিয়াই জাতিগঠন বা সমাজসেৱামূলক কোনো কামৰ প্ৰস্তাৱ কৰা হয়, তেতিয়াই যে চৰকাৰৰ শাসযন্ত্ৰ কিমান ধীৰে ধীৰে, কিমান কষ্টেৰে, কিমান অকৰ্ম্মণ্যৰ দৰে কামত আগবাঢ়ে। কিন্তু যেতিয়া ৰাজনৈতিক বিৰুদ্ধবাদী এজনক দমন বা আঘাত কৰিব লগা হয়, তেতিয়া সেই অকৰ্ম্মণ্যতা বা সেই গাফিলি একেবাৰেই নাইকিয়া হৈ পৰে।

প্ৰাদেশিক চৰকাৰৰ স্থানীয় স্বায়ত্তশাসন বিভাগটোৰ গধূৰ ধৰিছিল এজন মন্ত্ৰীয়ে। কিন্তু এই গধূৰধৰোঁতাজনে পৌৰসভাৰ বিষয় একো নৈজানিছিল। আন

কোনো ৰাজহুৱা বিষয়েও যে কিবা জানিছিল তাকো ক'ব নোৱাৰি। প্ৰচলিতে তেওঁ বৰ লেখত ল'বলগীয়া মানুহ নাছিল। আনকি তেওঁৰ নিজৰ বিভাগটোও ভাৰতীয় চিভিল চাৰ্ভিছৰ নিগাজী বিষয়াইহে চলাইছিল আৰু সেই বিভাগতে তেওঁক মানুহে উলাই কৰিছিল। ভাৰতৰ উচ্চ কৰ্ম্মচাৰীসকলৰ মানত চৰকাৰৰ মুখ্য উদ্দেশ্য হৈছে পুলিচ-শাসন। এনে ধাৰণাই চলি আছে আৰু এই শ্ৰেণীৰ কৰ্ম্মচাৰীসকলো সেই প্ৰচলিত বিশ্বাসৰে বশৱৰ্ত্তী। ইয়াৰ ওপৰতে প্ৰভুত্বসুলভ অনুগ্ৰহপ্ৰৱণতা থকাতো বৰ বিশেষ ডাঙৰ ধৰণৰ কোনো সেৱাৰ কামৰ কথা এওঁলোকে ভালকৈ বুজি নেপায়।

বেচিভাগ পৌৰসভাৰে চৰকাৰৰ ওচৰত ধাৰ আছেই। গতিকে চৰকাৰৰ যেনেকৈ প্ৰথম দৃষ্টিভঙ্গী পুলিচৰ দৃষ্টিভঙ্গী দ্বিতীয় দৃষ্টিভঙ্গী হৈছে মহাজনৰ দৃষ্টিভঙ্গী। ধাৰৰ কিস্তি নিয়ম মতে পৰিশোধ হৈছে নে নাই? পৌৰসভাৰ আৰ্থিক অৱস্থা টনকিয়াল হয় নে নহয়, পুঁজিত অধিকাকৈ ধন আছে নে নাই, এইবিলাক প্ৰশ্ন উঠাটো স্বভাৱিক আৰু আৱশ্যকীয়ও, তাত সন্দেহ নাই। কিন্তু পৌৰসভা কেৱল টকা ধাৰ কৰা আৰু তাকে নিয়ম মতে পৰিশোধ কৰা প্ৰতিষ্ঠান নহয়। ই শিক্ষা, স্বাস্থ্যৰক্ষা, আদি কামহে ঘাইকৈ কৰিব লাগে। শাসকসকলে প্ৰায়েই এই কথাটো পাহৰি যায়। ভাৰতীয় পৌৰসভাবিলাকৰ সমাজ-সেৱাৰ কাম অতি কম। তাকো আকৌ আৰ্থিক অনাটনৰ কাৰণে ঠেকাই পেলাব লগা হয় আৰু সাধাৰণতে তাৰ ফলত শিক্ষাৰ ওপৰতে মাধমাৰটো পৰে। চৰকাৰী চাকৰিয়াল-সকলে ব্যক্তিগত ভাৱে পৌৰসভাৰ অধীনত থকা স্কুলসমূহৰ ফালে অকণো চকু নিদিয়ে। কাৰণ তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে চৰকাৰী সাহায্যপ্ৰাপ্ত অতি-খৰচী আধুনিক প্ৰাইভেট স্কুলত শিক্ষালাভ কৰে।

সৰহভাগ ভাৰতীয় চহৰকে দুভাগত ভগাব পাৰি। এভাগ ঘনবসতিপূৰ্ণ নগৰী আৰু সি ভাগত বাগিচা আৰু আহল-বহল চোতাল থকা বঙ্গলা বা 'কটেজ'। ইৰাজসকলে এই ভাগক "চিভিল লাইন্‌ছ" বোলে। এই চিভিল লাইন্‌ছত ইৰাজ কৰ্ম্মচাৰীসকল, উচ্চ মধ্যবিত্ত শ্ৰেণীয় ভাৰতীয় বৃত্তিজীৱী আৰু চৰকাৰী কৰ্ম্মচাৰীসকল থাকে। পৌৰসভাৰ আয় যদিও চিভিল লাইন্‌ছতকৈ ঘাই চহৰত বহুত বেচি, তথাপি সৰহ ভাগ টকা চিভিল লাইনতে খৰচ কৰিবলগীয়া হয়। চিভিল লাইনৰ বিস্তাৰ আৰু পৰিধি বহুত বেচি কাৰণে তাত আলিবাটৰ সংখ্যাও সৰহ আৰু সেইবিলাক মেৰামতি কৰোঁতে, চাফা কৰোঁতে পানী আৰু পোহৰৰ যোগান ধৰিব লগা হয়। তাৰ উপৰিও বহলভাৱে গাখীৰ যোগোৱাৰ ব্যৱস্থা, পানী যোগানৰ অৰু চাফ্-চিকুণ কৰি ৰখাৰ ব্যৱস্থা আছে। ঘাই চহৰৰ ভাগটোলৈ একেবাৰেই আওকাণ কৰা হয়। ইফালে ভাল আলিবাটৰ সংখ্যা অতিপাত কম। সৰহ ভাগেই সৰু সৰু গলি। পোহৰৰ ব্যৱস্থা নাই। গাখীৰৰ যোগান আৰু স্বাস্থ্যৰক্ষাৰ ব্যৱস্থাও অতি নিঃকিন। সাধাৰণ মানুহে তাকে নীৰৱে সহ্য কৰি থাকে। কাচিৎহে তেওঁলোকে তাৰ বিৰুদ্ধে আপত্তি তোলে। তুলিলেও তাৰ কোনো প্ৰতিকাৰ নাই। "চিভিল-লাইন"বাসীসকলেই সৰু ডাঙৰ দাবী উত্থাপন কৰি পৌৰ সভাক পেপুৱা লগায়।

ভাৰকেন্দ্ৰৰ সমতা ৰাখিবৰ কাৰণে আৰু অলপ উন্নতিসাধন কৰো বুলিয়েই মই প্ৰস্তাৱ কৰিলো যে মাটিৰ মূল্যৰ নিৰিখত টেক্স ধাৰ্য্য কৰিব লাগে। প্ৰস্তাৱ কৰিবলৈহে পালোঁ—এজন চৰকাৰী বিষয়াই চোকা আপত্তি দৰ্শালে। তেওঁ কিজানি জিলা মেজিষ্ট্ৰেটেই আছিল হ'ব পায়। তেওঁ ক'লে: এই ব্যৱস্থা হেনো ভূমি-সংক্ৰান্ত আইন-কানুনবিৰোধী। অৱশ্যে এই ধৰণৰ টেক্সৰ ফলত চিভিল লাইনৰ বঙলাঘৰৰ মালিকসকলৰ টেক্স বাঢ়িলহেঁতেন, সন্দেহ নাই। কিন্তু পৌৰঃবাণিজ্য শুল্ক ('Octroi'—চহৰলৈ আমদানী কৰা বস্তুৰ ওপৰত লগোৱা টেক্স) বা তেনে ধৰণৰ পৰোক্ষ টেক্স চৰকাৰে সদায় সমৰ্থন কৰে, তাৰ ফলত বেহা-বেপাৰৰ ক্ষতি সাধন হয়। খোৱাবস্তু আৰু আন আন পণ্য বস্তুৰ দাম বাঢ়ি যায় আৰু তাৰ বোজাটো পৰেগৈ দুখীয়া জনসাধাৰণৰ ওপৰতে। এই সমাজনীতিবিৰুদ্ধ আৰু অনিষ্টকৰ মাছুলেই ভাৰতীয় পৌৰসভাবিলাকৰ প্ৰধান অৱলম্বন। কিন্তু এতিয়া ডাঙৰ ডাঙৰ চহৰবিলাকত এই ব্যৱস্থা লাহে লাহে লোপ পাবলৈ ধৰিছে।

পৌৰসভাৰ সভাপতি হৈ মই দুটা সমস্যাৰ মাজত পৰিলোঁ—এফালে নৈৰ্ব্যক্তিক প্ৰভুত্বেৰে চলোৱা চৰকাৰযন্ত্ৰ—হেলাই-হেফাই কোনোমতে পুৰণি লিকে লিকে গৈ আছে—মৰিলেও সেইবিলাকৰপৰা ইফাল-সিফাল নকৰে, বেগোয়ো নেযায়। আনফালে মোৰ সহকৰ্মী সদস্যসকল—তাৰো সৰহভাগেই সমানে লিকে লিকে বাট বুলিছে। তাৰে দুই এজন আছিল আদৰ্শবাদী আৰু কামতো তেওঁলোক উৎসাহেৰে আগ-বাঢ়িছিল। কিন্তু সমূহীয়াভাৱে তেওঁলোকৰ কাৰো দুৰদৃষ্টি নাছিল। পৰিৱৰ্ত্তন বা উন্নতিৰ বাবে তেওঁলোকৰ এটা একান্ত আগ্ৰহ দেখা নগৈছিল। পুৰণি পন্থাই দেখোন ভাল, নতুন এটা বিচাৰিলেনো কি হ'ব? কিজানি একো ফল নধৰিবই! আন কি উৎসাহী আদৰ্শবাদীসকলো ধৰা-বন্ধা দৈনন্দিন কামৰ মেৰপাকত সোমাই সেমেকা পৰি গ'ল। কিন্তু কিবা বিষয়ত পৃষ্ঠপোষকতা কৰা বা কাৰবাক চাকৰি দিয়া ক্ষেত্ৰত হ'লে তেওঁলোক বৰ তৎপৰ আছিল। সেইবুলি তেওঁলোকৰ এই উৎসাহৰ ফলত যে কৰ্ম্মকুশলতা আগতকৈ বাঢ়িছিল, সেইটো নহয়।

বছৰে বছৰে চৰকাৰী প্ৰস্তাৱ, চৰকাৰী বিষয়াসকল আৰু বাতৰি-কাকতে মিউনিচিপেলিটি আৰু লোকেল ব'ৰ্ডৰ কাৰ্য্যৰ সমালোচনা কৰে। ইয়াৰপৰা চৰকাৰী সমালোচকসকলে এই তথ্য উদ্ভাৱন কৰে যে—গণতান্ত্ৰিক অনুষ্ঠান ভাৰতৰ পক্ষে উপযোগী নহয়। লোকেল ব'ৰ্ড বা মিউনিচিপেলিটিৰ ত্ৰুটি আছে স'চা; কিন্তু যি দুৰ্ব্যৱহাৰৰ মাজত এই অনুষ্ঠান দুটাই কাম কৰি আছে, তাৰ সংশোধনৰ ফালে সমূলি চকু দিয়া নহয়। দুয়োটাৰে মাজে মাজে ই এনে এটা ব্যৱস্থা যে তাৰ মাজত উভয়ৰে অসুবিধাবিলাক পুৰামাত্ৰাই আছে। কেন্দ্ৰীয় চৰকাৰৰ পৰ্য্যবেক্ষণ আৰু নিমন্ত্ৰণৰ কিছুমান ক্ষমতা থকাটো উচিত যে তাত সন্দেহ নাই কিন্তু যদি কেন্দ্ৰীয় চৰকাৰ গণতান্ত্ৰিক হয়, আৰু জনসাধাৰণৰ অভাৱ সম্পৰ্কে সজাগ থাকে তেতিয়াই গণতান্ত্ৰিক স্বায়ত্তশাসন প্ৰতিষ্ঠানৰ লগত সামঞ্জস্য থকাটো সম্ভৱ হয়। কিন্তু য'ত ইয়াৰ অভাৱ, তাত হয় দুয়োৰে মাজত বিৰোধ উপস্থিত হ'ব, নহয় কেন্দ্ৰীয় প্ৰভুত্বৰ ওচৰত তেনেই সেও মানিব লাগিব। কেন্দ্ৰীয় প্ৰভুত্বই দায়িত্ব গ্ৰহণ নকৰে, কিন্তু ক্ষমতা হ'লে চলাব। এই ধৰণৰ অবাঞ্ছনীয় অৱস্থাত কোনো বাস্তৱ ক্ষমতা আহিব

নোৱাৰে। আনাকি পৌৰসভাৰ সদস্যসকলে নিৰ্ব্বাচক মণ্ডলীতকৈয়ো বেচিকৈ কৰ্তৃপক্ষৰ মুখলৈ চাইহে কাম কৰে। জনসাধাৰণো প্ৰায়েই পৌৰসভাৰ প্ৰতি উদাসীন। প্ৰকৃত সমাজসেৱাৰ কথা সভাৰ ক্ষমতাৰ বাহিৰৰ কাৰণে, কাচিৎহে তাৰ প্ৰশ্ন উঠে আৰু যি প্ৰতিষ্ঠান কেৱল টেক্স্ আদায় কৰাতে থাকে তাক জনসাধাৰণে সন্তুষ্টচিত্তে গ্ৰহণ কৰিব নোৱাৰে।

স্বায়ত্ত শাসনমূলক প্ৰতিষ্ঠানবিলাকৰ ভোটাধিকাৰো সীমাৱদ্ধ; ভোটাৰৰ যোগ্যতাৰ মান বেচি তলত আৰু বেচি বহল হোৱা উচিত। বোম্বাইৰ নিচিনা এখন ডাঙৰ চহৰৰ কৰ্পৰেশ্যনৰ ভোটাধিকাৰ অতি সংকীৰ্ণ বুলি মই ভাবোঁ। কিছুদিনৰ আগতে ভোটাধিকাৰৰ পৰিসৰ বঢ়াবৰ কাৰণে তোলা এটা প্ৰস্তাৱ কৰ্পৰেশ্যনতে পৰাজিত হয়। সৰহভাগ সদস্যই বৰ্ত্তমান ব্যৱস্থাতে সন্তুষ্ট আৰু ভোটাধিকাৰ প্ৰসাৰিত কৰি নিজৰ অৱস্থাক অনশ্চিয়তাৰ মাজলৈ ঠেলি দিব নোখোজে।

কাৰণ যিয়েই নওহক, আমাৰ দেশৰ পৌৰসভাবিলাক সাফল্য আৰু যোগ্যতাৰ নিদৰ্শন নহ'লেও আন আন গণতান্ত্ৰিক আৰু উন্নতিশীল দেশৰ পৌৰসভাৰ লগত ইয়াৰ তুলনা কৰিব পাৰি। সাধাৰণতে ভেটীখোৱা বিধৰ নহয়, কিন্তু অকৰ্ম্মণ্য। তেওঁলোকৰ দোষটো হৈছে—তেওঁলোকৰ অঙহী-বঙহীসকলৰ প্ৰতি টানটো বৰ বেচি আৰু তেওঁলোকে ভুল দৃষ্টিভঙ্গীৰে কথাবোৰ চায়। এইবোৰ হোৱাটো অৱশ্যে অতি স্বাভাৱিকো। কাৰণ গণতন্ত্ৰ ঠিক মতে চলিবৰ হ'লে তাৰ পাচফালে থাকিব লাগিব এটা সুগঠিত জনমত আৰু দায়িত্ববোধ। তাৰ সলনি আমাৰ চাৰিউফালে ঘেৰি আছে এটা সৰ্ব্বব্যাপী প্ৰভুত্ব, আৰু গণতন্ত্ৰৰ পাৰিপাৰ্শ্বিকতাৰ অভাৱ। এই দেশত জনসাধাৰণক কোনো শিক্ষা দিয়াৰ ব্যৱস্থা নাই আৰু প্ৰকৃত অৱস্থা বুজাই দি জনমত গঠন কৰাৰ কোনো চেষ্টা নাই। ফলত জনসাধাৰণৰ দৃষ্টি ব্যক্তিগত, সাম্প্ৰদায়িক নহ'লে বা আন আন সৰু-সুৰা বিষয়ত সাধাৰণতে আকৃষ্ট হৈ থাকে।

পৌৰসভাৰপৰা ৰাজনীতি আঁতৰাই ৰখাটোৱেই চৰকাৰৰ প্ৰধান লক্ষ্য। জাতীয় আন্দোলনৰ প্ৰতি সহানুভূতি থকা কোনো প্ৰস্তাৱ দেখিলেই তেওঁলোকৰ চকু ঘোপা হয়, জাতীয়তাৰ অনুকূল কোনো পাঠ্য-পুথি তেওঁলোকে পৌৰসভাৰ অধীনৰ স্কুলত পঢ়িবলৈ নিদিয়ে, আন কি জাতীয় নেতাসকলৰ ছবিও তাত আঁৰিবলৈ নিদিয়ে। পৌৰসভাৰ ক্ষমতা কাঢ়ি নিয়া হ'ব বুলি ভয় দেখুৱাই জাতীয় পতাকা আঁতৰোৱা হয়। আজি কিছুদিন ধৰি পৌৰসভাৰ চাকৰিৰপৰা কংগ্ৰেছী নেতাসকলক আঁতৰাবলৈ কেইবাখনে প্ৰদেশৰ প্ৰাদেশিক চৰকাৰে একেলগ হৈ চেষ্টা কৰা যেন দেখা পাইছোঁ। সাধাৰণতে ইয়াৰ কাৰণে চৰকাৰৰ সাহায্য বন্ধ কৰা হ'ব বুলি ভয় দেখুৱালেই যথেষ্ট। কিন্তু কোনো কোনো ক্ষেত্ৰত বিশেষকৈ কলিকাতা কৰ্পৰেশ্যনত এই আইন কৰা হৈছে যে যিবিলাকে চৰকাৰবিৰোধী ৰাজনৈতিক আন্দোলন বা আইন অমান্য আন্দোলনত যোগ দিছে, তেওঁলোকক চাকৰি দিয়া নহ'ব। ইয়াৰ উদ্দেশ্য সম্পূৰ্ণ ৰাজনৈতিক, ইয়াৰ মাজত অযোগ্যতা বা অক্ষমতাৰ কোনো প্ৰশ্ন নাই।

এই দুই এটা উদাহৰণৰপৰা বুজা যাব পৌৰসভা আৰু জিলাসভাবিলাকত

কিমানকণ স্বাধীনতা আছে। ৰাজনৈতিক প্ৰতিদ্বন্দ্বীসকলক পৌৰসভাৰপৰা বা চাকৰিৰপৰা (অৱশ্যে তেওঁলোকে পোনপটীয়া চৰকাৰী চাকৰি লোৱা নাছিল) বঞ্চিত কৰাৰ বিষয়ে অলপ আলোচনা কৰা হওক। হিচাপত পোৱা হৈছে যে যোৱা পোন্ধৰ বছৰত প্ৰায় তিনি লাখ লোক কাটেকলৈ গৈছে। ৰাজনীতিৰ কথা নধৰিলেও, এই তিনি লাখ লোকৰ ভিতৰত বহুতো বলিষ্ঠ আদৰ্শবাদী, সমাজৰ প্ৰতি কৰ্ত্তব্যপৰায়ণ আৰু নিঃস্বাৰ্থ লোক আছে। এওঁলোকৰ শক্তি, কৰ্ম্মতৎপৰতা আৰু সেৱাৰ আদৰ্শৰ প্ৰতি হেঁপাহ আছে। সেই কাৰণে জনকল্যাণ বা তেনেকুৱা বিভাগলৈ এই উৎকৃষ্ট শ্ৰেণীৰপৰাই মানুহ বাছি লোৱা উচিত। কিন্তু চৰকাৰে এই শ্ৰেণীৰ মানুহক আঁতৰাই ৰাখিবলৈ সকলো প্ৰকাৰে চেষ্টা কৰি আছে। আন কি আইন কৰিও এওঁলোকক আৰু এওঁলোকৰৰ প্ৰতি সহানুভূতি থকা লোকক শাস্তি দিয়াৰ দিহাহে কৰিছে। চৰকাৰে পোহনীয়া কুকুৰৰ বংশবৃদ্ধি হোৱাকে কামনা কৰে আৰু তাত উৎসাহ দিয়ে। তাৰ পিচত তেওঁলোকে স্বায়ত্তশাসন বিভাগীয় প্ৰতিষ্ঠানসমূহকে অযোগ্য বুলি অপবাদ দিয়ে। এইবিলাক প্ৰতিষ্ঠানৰ ৰাজনীতিৰ লগত সম্পৰ্ক থকা উচিত নহয় বুলি মুখেৰে কোৱা হয় যদিও, বহুত ক্ষেত্ৰত চৰকাৰৰ মনঃপূত নহ'লে ৰাজনীতিত উৎসাহ দিয়া উদাহৰণো বিৰল নহয়। বৰ্ডৰ স্কুলৰ শিক্ষক-সকলক চাকৰি যোৱাৰ ভয় দেখুৱাই গাঁৱে গাঁৱে চৰকাৰৰ পক্ষে প্ৰচাৰকাৰ্য্য কৰিবলৈ তেওঁলোকক প্ৰকাৰান্তৰে বাধ্য কৰা হয়।

যোৱা পোন্ধৰ বছৰ ধৰি কংগ্ৰেছকৰ্মীসকল বহুতো বিপদৰ সন্মুখীন হ'ব লগা হৈছে, কান্ধত তেওঁলোকে গধুৰ বোজা লৈছে আৰু তাতোকৈ তেওঁলোকে এটা শক্তিশালী আৰু আত্মৰক্ষাত পটু চৰকাৰৰ লগত যুঁজ কৰাত বহুখিনি কৃতকাৰ্য্য হৈছে। এই কঠিন অৱস্থাৰ মাজত শিক্ষা লাভ কৰি তেওঁলোকে লাভ কৰিছে আত্ম-বিশ্বাস, কৰ্ম্মকুশলতা আৰু আত্মৰক্ষাৰ শক্তি। অত্যধিক শাসনক্ষমতাৰ আৱৰণেৰে ঢাকি ৰাখি ভাৰতবাসীক তেওঁলোকৰ ন্যায্য অধিকাৰৰপৰা বঞ্চিত কৰাৰ যি গুণ চৰকাৰৰ গাত বৰ্ত্তমান তাকে ভাৰতবাসীয়ে আয়ত্ত কৰি ল'ব পৰা হৈছে। অৱশ্যে সকলো গণআন্দোলনৰ দৰে কংগ্ৰেছ আন্দোলনৰ ক্ষেত্ৰতো বহুত অবাঞ্ছিত মানুহ আছিল আৰু আছেও— মূৰ্খ, অকৰ্ম্মণ্য আৰু বেয়া মানুহ। কিন্তু একে পৰ্য্যায়ক আন এটা মানুহতকৈ সাধাৰণ কংগ্ৰেছী লোক এজন যে প্ৰায়েই বেচি কাৰ্য্যদক্ষ আৰু প্ৰগতিশীল তাত মোৰ ধনিষ্ঠামানো সন্দেহ নাই।

ইয়াৰ কিন্তু এটা দিশ আছে, যিটো বোধহয় চৰকাৰ আৰু তেওঁলোকৰ পৰামৰ্শদাতাসকলে বুজি নেপায়। কংগ্ৰেছ কৰ্ম্মীসকলক সকলো চাকৰি বা জীৱিকা উপাৰ্জ্জনৰ বাটৰপৰা ঠেলি আঁতৰাই দিয়া চেষ্টাটো প্ৰকৃত বিপ্লৱীসকলে সাদৰেৰে গ্ৰহণ কৰে। সাধাৰণ কংগ্ৰেছকৰ্ম্মীসকল বিপ্লৱী মনোভাৱৰ নহয় বুলি এটা গ্লানি আছে। তেওঁলোকে কিছুদিন আধা-বিপ্লৱী কাম-কাজত লিপ্ত থাকি তাৰ পিচত গৈ থৈ আকৌ পুৰণি দৈনন্দিন কাম-কাজত লাগি পৰেগৈ। নিজৰ ব্যৱসায় বুদ্ধি বা স্থানীয় ৰাজনীতিৰ মেৰপাকত বান্ধখাই পৰে। ডাঙৰ ডাঙৰ কথাবিলাক লাহে লাহে তেওঁৰ মনৰপৰা মাৰ যায় আৰু আগৰ যি বিপ্লৱৰ চোক সিয়ো নাইকিয়া হয়গৈ। গাত চৰ্ব্বি হয়, নিৰাপদে জীৱনটো চলি গৈ থাকিলেই ভালপোৱা হয়।

এইদৰে ঢাল লোৱাটো মধ্যবিত্ত শ্ৰেণীৰ কৰ্ম্মীসকলৰ পক্ষে অনিবাৰ্য্য হৈ পৰাৰ কাৰণে ই অগ্ৰগামী আৰু বিপ্লৱী মনোভাবৰ কংগ্ৰেছকৰ্ম্মীসকলে তেওঁলোকৰ সহকৰ্ম্মী-সকলক আইনসভা আৰু লোকেল বৰ্ড, মিউনিচিপেলিটিৰ নিয়মতান্ত্ৰিকতাৰ ধামখুমীয়াত পৰি বা সকলো সময়তে লাগি থাকিবলগীয়া চাকৰি লৈ প্ৰকৃত কাৰ্য্যকৰী কৰ্ম্মপন্থা হাতত ল'বলগীয়া যাতে নহয়, তাৰ কাৰণে সদায় পুৰুষাৰ্থ কৰি আহিছে। এইবাৰ জানিবা চৰকাৰে আমাক সহায় কৰিবলৈ আগবাঢ়ি আহিছে আৰু কংগ্ৰেছকৰ্ম্মীসকলে চাকৰি পোৱাটো আগতকৈ টান কৰি তুলিছে। সেই কাৰণে কিজানি তেওঁলোকৰ বিপ্লৱী মনোভাবৰ চোক আৰু কিছুদিন থাকিব বা আগত-কৈয়ো বাঢ়িব পাৰে।

এবছৰ কি তাতোকৈ বেচি পৌৰসভাৰ কাম কৰি দেখিলোঁ যে মোৰ কৰ্ম্ম-শক্তিক সাৰ্থকভাৱে প্ৰয়োগ কৰিব পৰা নাই। অতি বেচি, কামবিলাকত মই কিছু খৰ কৰিব পাৰিছোঁ বা বেচি কৰ্ম্মকুশলতা আনি দিব পাৰিছোঁ কিন্তু লেখত ল'বলগীয়াভাৱে কোনো পৰিৱৰ্ত্তন সাধন কৰিব পৰা নাই। পৌৰসভাৰ সভাপতিৰ পদ মই ত্যাগ কৰিবলৈকে ওলাইছিলোঁ, কিন্তু সভাৰ সকলো সদস্যই মোক থাকিবৰ কাৰণে বৰ হেঁচা দিলে। তেওঁলোকৰপৰা মই সদায় সমান মৰম-প্ৰীতি পাই আহিছোঁ। গতিকে মই আৰু তেওঁলোকৰ থাটনি উলাই কৰিব নোৱাৰিলোঁ। তথাপি মই দ্বিতীয় বছৰৰ অন্তত ইস্তফা দি দিলোঁ।

এয়া ১৯২৫ চনৰ কথা। সেই বছৰৰ শৰৎকালত পৰিবাৰ বৰ টান নৰিয়াত পৰিল আৰু বহু মাহ ধৰি তেওঁ লক্ষ্ণৌৰ এটা হাস্পটালত পৰি থাকিল। কংগ্ৰেছ সেই বছৰ কাণপুৰত বহিছিল। অস্থিৰভাৱে মই এলাহাবাদ, লক্ষ্ণৌ আৰু কাণপুৰৰ মাজত এবাৰ আগলৈ এবাৰ পিচলৈ লৰি-ঢাপৰি ফুৰিবলৈ ধৰিলোঁ। (তেতিয়াও মই কংগ্ৰেছৰ সাধাৰণ সম্পাদকেই আছোঁ)।

পৰিবাৰক ইয়াৰ পিচত চিকিৎসাৰ কাৰণে ছুইজাৰলেণ্ডলৈ নিব লাগিব। ভালেই পালোঁ; কাৰণ মই নিজেই ভাৰতৰ বাহিৰলৈ যাবলৈ চল এটা বিচাৰি ফুৰি-ছিলোঁ। মোৰ মনটো ধুৰ্ল-কুৰলী হৈ হৈ পৰিল—কোনো স্পষ্ট পথ নেদেখা হলোঁ। মই ভাবিলোঁ—কিজানি ভাৰতৰপৰা বহু দূৰলৈ গুচি গ'লে কথাবিলাক এটা স্পষ্ট দৃষ্টিপথেৰে দেখা পাম আৰু মোৰ মনৰ এন্ধাৰ চুকবিলাক পোহৰাই চলিব পাৰিম।

১৯২৬-ৰ আৰম্ভতে আমি জাহাজত উঠিলোঁ—বোম্বাইৰপৰা ভেনিচলৈ বুলি —মোৰ পৰিবাৰ আমাৰ ছোৱালীটি আৰু মই। একেখন জাহাজতে মোৰ ভনী আৰু ভনী-জোঁৱাই ৰণজিৎ সিং পণ্ডিতো গৈছিল। আমাৰ যোৱাৰ কথা ওলোৱাৰ বহুত দিনৰ আগতেই তেওঁলোকৰ ইউৰোপ ভ্ৰমণৰ কথা ঠিক হৈ আছিল।

## ইউৰোপত

তেৰ বছৰৰ পিচত মই আকৌ ইউৰোপলৈ উভতিছোঁ—এই তেৰ বছৰ আছিল যুদ্ধৰ, বিপ্লৱৰ, অভাৱনীয় পৰিবৰ্ত্তনৰ। মহাযুদ্ধৰ ৰক্ত আৰু বিভীষিকাৰ মাজতে আগৰ চিনাকি পৃথিৱীখনৰ মৃত্যু ঘটিছে। নতুন জগতখনে মোৰ কাৰণে বাট চাই আছে। মই ইউৰোপত ছয়-সাত মাহ, নহলেবা বৰ বেচি এই বছৰৰ শেষলৈকে থাকিম বুলি মনতে ঠিক কৰিছিলোঁ; কিন্তু শেহত গৈ এবছৰ ন-মাহ থাকিবলগীয়া হ'ল।

এই সময়খিনি দেহ আৰু মনৰ সম্পূৰ্ণ জিৰণি আৰু শান্তিৰে কটাই দিছোঁ। আমি সৰহখিনি সময় ছুইজাৰলেণ্ডত, জেনেভাত আৰু মণ্টনা পৰ্ব্বতীয়া স্বাস্থ্য-নিবাসতে কটাইছোঁ। ১৯২৬-ৰ জহকালি মোৰ সৰু ভনী কৃষ্ণা ভাৰতবৰ্ষৰপৰা আহি আমাৰ লগত যোগ দিলে, আৰু বাকীখিনি সময় আমাৰ লগতেই ইউৰোপত থাকিল। বেচি সময়খিনি মোৰ পৰিবাৰক এৰি যাব নোৱাৰাৰ কাৰণে মই মুঠে অলপ সময়ৰ কাৰণে কেইখনমান ঠাই চাব পাৰিছিলোঁ। পিচত পৰিবাৰৰ কিছু ভাল হোৱা যেন পাই আমি ইংলণ্ড, ফ্ৰান্স আৰু জাৰ্ম্মানীত অলপ-অচৰপ ফুৰিছোঁ। জাৰকালি বৰফেৰে আগুৰা পৰ্ব্বতৰ টিঙত থাকি আমি নিজকে ভাৰতবৰ্ষ আৰু ইউৰোপৰপৰা একেবাৰেই বিছিন্ন যেন অনুভৱ কৰিছিলোঁ। নিজ দেশৰ ঘটনাসমূহ বহুত নিলগলৈ আঁতৰি গৈছে। দূৰৰপৰা মই মাত্ৰ তাৰ খবৰ পঢ়িছোঁ, ঘটনাৰ গতি-বিধি লক্ষ্য কৰিছোঁ, লগতে ইউৰোপৰ ফালে দৃষ্টি দি তাৰ ৰাজনীতি, অৰ্থনীতি আৰু স্বাধীন সামাজিক জীৱনৰ কথা বুজিবলৈ চেষ্টা কৰিছোঁ। জেনেভাত থাকোঁতে স্বভাৱতে মই ৰাষ্ট্ৰসংঘ আৰু আন্তৰ্জাতিক শ্ৰমিক প্ৰতিষ্ঠানৰ কাৰ্য্যকলাপৰ প্ৰতি চকু ৰাখিছিলোঁ।

কিন্তু জাৰ নমাৰ লগে লগেই এই দেশৰ জাৰকালিৰ খেলাধূলাত মোৰ মন মতলীয়া হৈ উঠিল। পিচৰ কেইমাহ এয়েই মোৰ কাম হ'ল। ইয়াৰ আগতে মই বৰফৰ ওপৰত "স্কেটিং" কৰিছোঁ, কিন্তু "স্কিইঙ"ৰ সোৱাদ নতুন। ইয়াৰ আকৰ্ষণত মই গা এৰি দিলোঁ। তাক শিকোঁতে প্ৰথমতে বৰ কষ্ট লাগিছিল। বহুত বাৰ পৰিছোঁ, তথাপি সাহসেৰে লাগি লাগি শেহত শিকিলোঁগৈ। তেতিয়া বৰ আমোদ পাবলৈ ধৰিলোঁ।

মুঠতে ইয়াৰ জীৱন বৰ বৈচিত্ৰ্যহীন। দিনে দিনে মোৰ পৰিবাৰে লাহে লাহে গা টঙাইবলৈ ধৰিলে। ইয়াত কাচিৎহে কোনো ভাৰতীয়ৰ লগত দেখা হৈছে। এই অকণমান শৈলাবাসৰ নিবাসীসকলৰ বাহিৰে অইন মানুহৰ লগত অতি কমেইহে আমাৰ দেখা হয়। কিন্তু পোনে-দুবছৰৰ ভিতৰত কেইবাজনো আমাৰ পুৰণি চিনাকি ইউৰোপত লগ পাইছোঁ। তেওঁলোক প্ৰাচীন বিপ্লৱপন্থী।

তেতিয়া জেনেভাৰ এটা নৰৰ ওপৰ মহলাত শ্যামজী কৃষ্ণবৰ্ম্মা তেওঁৰ বুঢ়ীয়া পৰিবাৰৰ সৈতে আছিল। এই বুঢ়া-বুঢ়ীহালৰ কোনো লগৰীয়া নাছিল।

সকলো সময়ৰ কাৰণে চাকৰ-নাকৰো নাছিল। তেওঁৰ ঘৰৰ খোঁটালীবিলাক আছিল—বন্ধ, উশাহ-নিশাহ নোপোৱা আৰু ধূলি-মাকতিৰে তৰপা-খোৱা। শ্যামজীৰ ধন আছিল প্ৰচুৰ, কিন্তু খৰচ কৰাৰ তেওঁ বৰ পক্ষপাতী নাছিল। আনকি কেটামান পইচা ৰাহি কৰিবৰ কাৰণে তেওঁ ট্ৰামত নগৈ খোজকাঢ়ি গৈছিল। নতুনকৈ অহা প্ৰত্যেকজন মানুহকেই তেওঁ সন্দেহৰ চকুৰেহে চাইছিল আৰু যথাযথ প্ৰমাণ নেপাই-মানে মনতে ভাবে যে এই মানুহজন, হয় তেওঁৰ টকাৰ লোভত তেওঁৰ কাষ চাপিছে, নহয় বৃটিছৰ চোৰাংচোৱা। তেওঁ আগেয়ে সম্পাদন কৰা পুৰণি কাগজ "ইণ্ডিয়ান চছিয়লজিস্ট"-এৰে তেওঁৰ জেপ সদায় ওলামি থাকে। সেইবোৰকে উলিয়াই তেওঁ বাৰ-চৈধ্য বছৰ আগতে লিখা প্ৰবন্ধ বৰ উৎসাহেৰে পঢ়ে। পুৰণি দিনৰ কথা কৈ তেওঁ বৰ ভাল পায়—হেম্পষ্টেডত থকা 'ইণ্ডিয়া হাউচ'ৰ কথা, বৃটিছ চৰকাৰে তেওঁৰ পিচত কেনেকৈ চোৰাংচোৱা লগাইছিল, আৰু কেনেকৈ তেওঁ সেইবোৰ ধৰা পেলাই বোবাক চোবা কটিয়াইছিল, সেইবোৰ কাহিনী কৈছিল। তেওঁৰ ঘৰৰ বেৰত ভালেমান 'ৰেক' ধূলি-বালিৰে লেতেৰা হৈ আছে। তাতে কেতবোৰ পুৰণি পুথি যেনেকৈ পাই তেনেকৈ থৈ দিছে। মাটিতো পুথি বাৰ্তাৰি-কাকতৰ অন্ত নাই। সেই-বিলাক কত মাহ ধৰি কোনেও ছুই পোৱা নাই। মুঠতে চাৰিউফালে মন সেমেকা লগোৱা, তললৈ নিয়া এটা বা-বতাহ। জীৱনটো তাত এটা যেন অবাঞ্ছিত আলহী। ঘৰটোৰ এন্ধাৰ, নিৰ্জ্জন বাৰান্দাইদি এখোজ দেখোজকৈ গৈ থাকিলে এনেকুৱা লাগে—যেন কোনো মুহূৰ্ত্তত এন্ধাৰ চুক এটাৰপৰা মৃত্যুৰ ছাঁ আহি আগুৰি ধৰে, ঠিক নাই। এই ঘৰটোৰপৰা বাহিৰলৈ আহি মুকলি বতাহত "উস ৰক্ষা!" বুলি এটা হুমুনিয়াহ পেলাইহে ভাল লাগে।

শ্যামজীয়ে তেওঁৰ টকা পইচাখিনিৰ এটা ভাগ-বাটোৱাৰাৰ ব্যৱস্থা কৰিবৰ কাৰণে ইচ্ছা কৰিছিল। কিবা জনহিতকৰ কাম, বিশেষকৈ ভাৰতীয় ছাত্ৰসকলক বিদেশত শিক্ষা দিয়াৰ কাৰণে এটা স্থায়ী পুঁজি কৰাব ইচ্ছা তেওঁৰ আছিল। মোকো এজন তাৰে ন্যাসৰক্ষী কৰিব খুজিছিল। কিন্তু এই দায়িত্ব গ্ৰহণ কৰিবলৈ মই কোনো আগ্ৰহ নেদেখুৱালোঁ। তেওঁৰ আৰ্থিক বিষয়ত লিপ্ত হোৱাৰ ইচ্ছা মোৰ একেবাৰেই নাছিল। তাৰ উপৰি মই যদি এই বিষয়ে অলপ বেচি আগ্ৰহ দেখুৱাঁও তেন্তে তেওঁ তৎক্ষণাৎ সন্দেহ কৰিব যে তেওঁৰ টকাৰ প্ৰতি মোৰ লোভ আছে। তেওঁৰ টকা কিমান আছিল কোনেও নেজানিছিল। জাৰ্ম্মানীৰ 'মাৰ্ক্‌ৰ' দাম পৰি যোৱাৰ কাৰণে তেওঁৰ অতি গুৰুতৰ ক্ষতি হৈছে বুলি লোকে কোৱা-মেলা কৰা শুনিছিলোঁ।

কেতিয়াবা কেতিয়াবা ভাৰতৰ বহু নামজ্বলা লোক জেনেভালৈ আহে। ৰাষ্ট্ৰসঙ্ঘলৈ যিসকল চৰকাৰী চাকৰিয়াল আহিছিল, শ্যামজীয়ে তেওঁলোকৰ চাটকে নসাছিছিল। কিন্তু আন্তৰ্জাতিক শ্ৰমিকসভালৈ বহুতো বে-চৰকাৰী, আন কি বিখ্যাত কংগ্ৰেছপন্থী ভাৰতীয়ও আহিছিল। শ্যামজীয়ে তেওঁলোকৰ লগত দেখা কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু এই লোকসকলে তেওঁক দেখিলেই ধৈৰ্য্যচ্যুতি ঘটা যেন পাইছিল; বৰ অশান্তিৰে মুকলিভাৱে তেওঁৰ লগত লগালাগি নোহোৱাকৈ আঁতৰে আঁতৰে ফুৰিছিল। পৰাপক্ষত মনে মনে লগ পোৱাৰ বাহিৰে সমুলি-

ভাৱে তেওঁৰ লগত দেখা নকৰিছিল। তেওঁৰ লগত হ'লি-গ'লি কৰাটো বহুতে নিৰাপদ বুলি নেভাবিছিল।

গতিকে সন্তান-সন্ততি, আত্মীয়-স্বজন, আন কি কোনো মানুহৰে লগ-সঙ্গ নোহোৱাকৈ শ্যামজী আৰু তেওঁৰ পৰিবাৰে অকলশৰীয়া জীৱন যাপন কৰিছিল। তেওঁ যেন অতীতৰ স্মৃতি চিন, তেওঁৰ দিন উকলি যোৱাৰ পিচতো তেওঁ যেন জীয়াই আছে। বৰ্ত্তমানৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই আৰু জগতখনে তেওঁক যেন পাহৰি পেলাইছে। এতিয়াও তেওঁৰ চকুত সেই আগৰ জুইৰ ফিৰিঙতি, তেওঁৰ আৰু মোৰ ভিতৰত বিশেষ একো মিল নাছিল যদিও, মই তেওঁক শ্ৰদ্ধা আৰু সহানুভূতি নেদেখুৱাই নোৱাৰিলোঁ।

কেইদিনমানৰ আগতে বাতৰি-কাকতত তেওঁৰ মৃত্যুৰ বাতৰি পঢ়িবলৈ পাইছোঁ আৰু তাৰ কিছুদিনৰ পিচতেই তেওঁৰ নিৰ্দ্দেশত নিৰ্ব্বাসিত হৈ থাকোঁতে আজীৱনৰ লগৰী হৈ থকা মহীয়সী গুজৰাটী মহিলা গৰাকীৰো মৃত্যুৰ বাতৰি পালোঁ। বাতৰিত কোৱা হৈছে, তেওঁ বিদেশত থাকি মহিলাসকলে শিক্ষালাভ কৰাৰ সুবিধাৰ্থে বহুত টকা দান কৰি গৈছে।

আৰু এজন বিখ্যাত লোকৰ নাম মই বহুত আগৰেপৰা জানো। তেওঁ হৈছে ৰজা মহেন্দ্ৰপ্ৰতাপ। তেওঁৰ লগত ছুইজাৰলেণ্ডত মোৰ যেতিয়া প্ৰথম দেখাদেখি হ'ল তেওঁক তেতিয়া দেখিলোঁ (কিজানি এতিয়াও) সদানন্দময় আশাবাদী মানুহ। বাস্তৱৰ লগত অকণো সম্পৰ্ক নোহোৱাকৈ তেওঁ ভাৱৰাজ্যত বাস কৰিছে। তেওঁক প্ৰথমে দেখি মই অবাক। তেওঁৰ সাজ-পাৰ তিব্বতৰ মালভূমি নাইবা চাইবেৰিয়াৰ কাৰণে উপযুক্ত। কিন্তু জহৰ দিনত এই মধ্যৰ নিচিনা ঠাইত একেবাৰেই অনুপযুক্ত। তেওঁৰ সাজ-পাৰ অৰ্দ্ধ সামৰিক, ভৰিত ৰুছদেশীয় বুটজোতা আৰু তেওঁৰ গোটেই গাতে কাগজপত্ৰ আৰু ফটোৰে ওলমি থকা ডাঙৰ ডাঙৰ জেপ। তাৰ ভিতৰত জৰ্ম্মান চাণ্ডেলাৰ বেথমেন হলৱেগে লিখা এখন চিঠি, কাইজাৰে নিজে চহী কৰা এখন ছবি, তিব্বতৰ দালাই লামাৰপৰা পোৱা এখন ধুনিয়াকৈ মেৰিওৱা কাগজ আৰু অসংখ্য দলিল-পত্ৰ, ছবি। এইবিলাক জেপৰ বিচিত্ৰ কাগজ-পত্ৰ দেখি আচৰিত হ'লো। তেওঁ ক'লে, এবাৰ চীন দেশত মূল্যৱান কাগজ-পাতিয়ে সৈতে তেওঁৰ এটা হাত-বাকচ হেৰাই গৈছিল। তেতিয়াৰেপৰা তেওঁ কাগজবিলাক হাতত ৰখাই ভাল বুলি ভাবিছে। ইমানবিলাক জেপ ৰখাৰ কাৰণ সেইটোৱেই।

মহেন্দ্ৰপ্ৰতাপ তেওঁৰ জাপান, চীন, তিব্বত আৰু আফগানিস্থানৰ ভ্ৰমণ আৰু অপূৰ্ব্ব অভিজ্ঞতাৰ বহুত ভাল ভাল গল্প ক'ব পাৰে। তেওঁৰ বিচিত্ৰ অভিজ্ঞতাৰ জীৱন-কাহিনী উপন্যাসৰ দৰেই মনোৰম! এতিয়া তেওঁ হেপিনেচ চছাইটি বা "সুখ-সমিতি লৈ ব্যস্ত। এই সমিতিৰ প্ৰতিষ্ঠাতা তেওঁ নিজে আৰু ইয়াৰ বাণী লৈ সুখী হোৱা"। তেওঁৰ এই সমিতি লাট্‌ভিয়াত (বা লিথুৱানিয়াত) আটাইতকৈ বেচি কৃতকাৰ্য্য হৈছে।

তেওঁৰ প্ৰচাৰকাৰ্য্যৰ নিয়মটো হ'ল এই ধৰণৰ, মাহে মাহে তেওঁৰ বাণী পোষ্ট-কাৰ্ডত ছপাই জেনেভাৰ বা আন আন ঠাইলৈ বেলেগ বেলেগ সভা উপলক্ষে গোট

খোৱা সদস্যসকলৰ মাজত বিলাই দিয়ে। তেওঁৰ এই বাণীৰ তলত থাকে তেওঁৰ চহী—দীঘলকৈ আৰু বেলেগ বেলেগভাৱে লিখা। তাত তেওঁ মহেন্দ্রপ্রতাপৰ আদি আখৰ মাত্র ব্যৱহাৰ কৰে আৰু তাৰ লগত ভাল পোৱা বেলেগ বেলেগ দেশৰ নাম যোগ কৰি নিজকে তাৰ প্ৰতিনিধিৰ দৰে বৰ্ণনা কৰে। তেওঁ যে আন্তৰ্জাতিক আৰু বিশ্বভাতৃত্বত বিশ্বাসী তাকো বৰ্ণনা কৰিবৰ কাৰণে আটাইতকৈ শেহত লিখে—"মানৱ জাতিৰ ভৃত্য"। মহেন্দ্রপ্রতাপৰ সকলো কথাতে গুৰুত্ব দিয়া টান। তেওঁ যেন কোনোবা মধ্যযুগীয় উপন্যাসৰ নায়ক। যেন বিংশ শতিকাত ক'ৰবাৰপৰা এজন ডন্ কুইক্‌ছট উফৰি আহি পৰিছেহি। তেওঁ একেবাৰেই পোনপটীয়া আৰু একান্তমনা।

পেৰিচত আমি বুঢ়ী মেডাম কামাক আহি লগ পালোঁ। তেওঁ যেতিয়া আপোনাৰ ওচৰলৈ আহি আপোনাৰ চকুৱে চকুৱে চাই, আপোনাৰ ফালে আঙুলিয়াই হঠাৎ সুধি পেলাব আপুনি কোন বুলি। আপোনাৰ বুকু কঁপি যাব। আপুনি যি বুলিয়েই উত্তৰ নিদিয়ক লাগে (তেওঁ কিজানি ধুম কলা হ'ব পায়) কোনো প্ৰমাণতে তেওঁ নিজৰ বদ্ধমূল ধাৰণা এৰি নিদিয়ে।

ইটালীত কিছুদিন মৌলবী ওবাইদুল্লাৰ লগত দেখা-সাক্ষাত হ'ল। তেওঁ চালাক-চতুৰ আৰু পুৰণি ধৰণৰ ৰাজনৈতিক কৌশল খটুৱাত পকা, কিন্তু আধুনিক ভাবধাৰাৰ লগত তেওঁৰ কোনো চিনাকি নাই। তেওঁ মোক ভাৰতীয় যুক্তৰাজ্যৰ (ইউনাইটেড্ ষ্টেটচ্ বা ইউনাইটেড্ ৰিপাব্লিক্‌চ্ অব ইণ্ডিয়া) এখন আঁচনি দেখুৱাই ক'লে—ইয়াৰ দ্বাৰাই সাম্প্ৰদায়িক সমস্যাৰ কিজানি সমাধান হ'ব। তেওঁ মোক ইষ্টাম্বুলত (কনষ্টাণ্টিনপল) তেওঁৰ অতীত কাৰ্য্যকলাপৰ কথা ক'বলৈ ধৰিলে। লালাজী তেওঁৰ কথাত অতিপাত মুগ্ধ হৈ পৰিল। সেইবিলাক গল্পকে নানা ধৰণে যুক্তিহীন আৰু আচৰিতভাৱে ডাল-পাত খুৱাই সেই বছৰৰ আইন-সভাৰ নিৰ্ব্বাচনৰ সময়ত ব্যৱহাৰ কৰা হৈছিল। পিচত মৌলবী ওবাইদুল্লা জেহাজলৈ গ'ল আৰু তাৰ পিচত আৰু কেবা বছৰো তেওঁৰ খা-খবৰ পোৱা নাই।

একেবাৰেই বেলেগ চৰিত্ৰৰ আৰু এজন মৌলবী—বৰকতুল্লাৰ লগত বাৰ্লিনত প্ৰথম দেখাদেখি হয়। এওঁ সদায় হাঁহিমুখে থাকে, বৰ উৎসাহী আৰু মানুহৰ লগত হ'লি-গ'লি কৰি ভালপোৱা ধৰণৰ মানুহ। তেওঁ পোনপটীয়া, বেচি বুদ্ধিমানো নহয়; কিন্তু সমসাময়িক জগতৰ নতুন ভাবধাৰা বুজিবলৈ সদায় যত্নপৰ। আমি ছুইজাৰলেণ্ডত থাকোঁতেই ১৯২৭ চনত চানফ্ৰান্সিস্কো'ত তেওঁৰ মৃত্যুৰ বতৰা পাই মনতে বৰ বেজাৰ পাইছিলোঁ।

বাৰ্লিনত আৰু বহুতো ভাৰতীয় মানুহ আছিল। যুদ্ধৰ সময়ত এওঁলোকৰ এটা দল আছিল। কিন্তু সেই দল বহুত দিনৰ আগতেই ভাগি গৈছে। তেওঁলোকৰ নিজৰ ভিতৰতে দ্বন্দ্ব-কাজিয়া লগাৰ ফলত তেওঁলোকে ইটোৱে সিটোক বিশ্বাস-ঘাতক বুলি সন্দেহ কৰিবলৈ ধৰিলে আৰু সেই কাৰণেই থান্-বান্ হৈ গ'ল। ৰাজনৈতিক নিৰ্ব্বাসন ভোগা মানুহৰ কপালত সদায় এনে ঘটে। বাৰ্লিনত এইসকলে ভাৰতীয় মধ্যবিত্ত শ্ৰেণীৰ মানুহ থকাদি আছে। মহাযুদ্ধৰ পাচত জাৰ্ম্মানীত এওঁলোকৰ ভাগ্যত কেতিয়াবা চাকৰি মিলে, কেতিয়াবা নিমিলে। এনে

ৱি নহওক, তেওঁলোকৰ আৰু বিপ্লৱ কৰাৰ হেঁপাহ নাই। আন কি তেওঁলোকে ৰাজনীতিৰপৰাই দূৰে দূৰে ফুৰে।

যুদ্ধৰ সময়ত এই পূৰ্বৰ্ণ ভাৰতীয় দলৰ কাহিনী অতি কৌতূহলপূৰ্ণ। ১৯১৪ চনৰ সেই পাহৰিব নোৱাৰা জাৰকালিৰ দিনবিলাকত তেওঁলোক জাৰ্ম্মানীৰ বেলেগ বেলেগ বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। তেওঁলোকে জাৰ্ম্মান ছাত্ৰসকলৰ লগত একে ধৰণেই থাকিবলৈ লৈছিল, তেওঁলোকৰ গীত-মাত গাইছিল, তেওঁ-লোকৰ লগত বীয়েৰ মদ খাইছিল, জাৰ্ম্মান সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি সহানুভূতি-শীল আছিল আৰু তাৰ প্ৰতি শ্ৰদ্ধা প্ৰকাশ কৰিছিল। যুদ্ধৰ লগত পোনপটীয়াকৈ তেওঁলোকৰ কোনো সম্বন্ধ নাছিল। কিন্তু গোটেই জাৰ্ম্মানীতে বিয়পি পৰা জাতীয় ভাবৰ আৱেগ-উচ্ছ্বাসৰ সোঁতত তেওঁলোক উটি গৈছিল। প্ৰকৃততে তেওঁলোকে জাৰ্ম্মানীৰ পক্ষপাতী নাছিল। তেওঁলোকৰ মনোভাৱ আছিল বৃটিছ-বিৰোধী আৰু ভাৰতীয় জাতীয় ভাবৰ অনুপ্ৰেৰণাত তেওঁলোকে বৃটেইনৰ শত্ৰুবিলাকৰ প্ৰতি সদ্ভাব দেখাৱাইছিল। যুদ্ধৰ ঠিক পিচতেই বিপ্লৱী মনোভাৱৰ কেইজনমান ভাৰতীয় ছুইজাৰলেণ্ডৰপৰা জাৰ্ম্মানীলৈ আহিছিল। এওঁলোকে এটা সমিতি গঠন কৰি আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰপৰা হৰদয়ালক মাতি পঠালে। কেইমাহমানৰ পাচত হৰদয়াল আহিল আৰু ইতিমধ্যে সমিতিও শক্তিশালী হৈ উঠিল। ভাৰতীয়সকলৰ বৃটিছবিৰোধী মনোভাৱক নিজৰ সুবিধাৰ কাৰণে ব্যৱহাৰ কৰিবলৈ জৰ্ম্মান চৰকাৰেই এই সমিতি শক্তিশালী কৰি তুলিলে। ভাৰতীয়সকলেও এই আন্তৰ্জ্জাতিক অৱস্থাৰ সুযোগতে কেৱলমাত্ৰ জাৰ্ম্মানীৰ সুবিধাৰ কাৰণে কাম নকৰি নিজৰ জাতীয় সুবিধাও বিচাৰিবলৈ ধৰিলে। ইয়াত যদিও তেওঁলোকৰ নিজৰ স্বাধীনতা সিমান নাছিল, তথাপি তেওঁলোকে ভাবিছিল যে তেওঁলোকে এনে কিছুমান বস্তু দিব পৰা হৈ আছে যিবিলাক জৰ্ম্মান কৰ্ত্তৃপক্ষই গ্ৰহণ কৰিবলৈ হয়তো বৰ ব্যগ্ৰ। গতিকে সেই অৱস্থাৰে সুবিধা লৈ ভাৰতীয়সকলে ভাৰতৰ স্বাধীনতাৰ হকে তেওঁলোকৰপৰা প্ৰতিশ্ৰুতি বিচাৰিলে। জাৰ্ম্মাণ পৰৰাষ্ট্ৰ বিভাগৰ লগত তেওঁলোকৰ এটা সন্ধি লৈ গ'ল। সিদ্ধান্ত হ'ল যে জয়লাভৰ পিচত জাৰ্ম্মানীয়ে ভাৰতৰ স্বাধীনতা মানি ল'ব আৰু লগতে দুই এটা সৰু-সুৰা সৰ্ত্তত, তাৰ বিনিময়ত ভাৰতীয়সকলে যুদ্ধৰ সময়ত জাৰ্ম্মানীক সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিলে। এই ভাৰতীয় সমিতিৰ লগত জাৰ্ম্মান কৰ্ত্তৃপক্ষই বৰ সন্মানেৰে ব্যৱহাৰ কৰা হ'ল আৰু সমিতিৰ সদস্য-সকলে বৈদেশিক ৰাষ্ট্ৰদূতৰ মৰ্য্যাদা পোৱা হ'ল।

অনভিজ্ঞ ডেকা দলে গঠন কৰা এটা সমিতিৰ এইদৰে হঠাৎ সন্মান আৰু প্ৰতিষ্ঠা হোৱা দেখি বহুতৰে মূৰ ঘূৰাই গ'ল। তেওঁলোকে ভাবিবলৈ ধৰিলে, তেওঁলোকে যেন ঐতিহাসিক ঘটনাৰ নায়ক হৈ মহৎ আৰু যুগান্তকাৰী কাৰ্য্য-সাধনৰ ব্ৰতী হৈছে। এওঁলোকৰ বহুতেই লোমহৰ্ষক দুঃসাহসিক কাম কৰিছে, বহুতৰে জীৱন বিপন্ন হৈছে, চুলি এডালৰ ব্যৱধানত মৃত্যুৰপৰা সাৰিছে। কিন্তু যুদ্ধ শেষ হৈ অহাৰ লগে লগেই তেওঁলোকৰ গুৰুত্ব কমি আহিল আৰু পিচলৈ গৈ এওঁলোকক কোনেও নগণাতে পৰিল। আমেৰিকাৰপৰা অহা হৰদয়াল কেতিয়াবাই এৰা পৰিল। সমিতিৰ লগত তেওঁৰ সমূলি সদ্ভাব নোহোৱা হ'ল। সমিতি আৰু

জার্ম্মান চৰকাৰে তেওঁক বিশ্বাসৰ অযোগ্য বুলি এৰা দিলে। বহুদিনৰ মূৰত ১৯২৬-২৭ চনত মই ইউৰোপলৈ গৈ দেখোঁ যে তেতিয়াও ইউৰোপত থকা ভাৰতীয়সকলৰ মানত হৰদয়াল যথেষ্ট বিৰক্তি আৰু ঘৃণাৰ পাত্ৰ। তেওঁ তেতিয়া ছুইডেনত আছিল। মোৰ লগত তেওঁৰ দেখাকেযে নহ'ল।

যুদ্ধৰ অন্ত পৰিল। লগে লগে বার্লিনৰ ভাৰতীয় সমিতিৰো চাউল ঢুকাল। আশাভংগ হোৱাৰ দুখত তেওঁলোকৰ জীৱন দুৰ্ব্বহ হৈ উঠিল। ডাওৰ পণ বান্ধি খেলোৱা জুৱা-খেলত তেওঁলোক হাৰি গ'ল। যুদ্ধৰ সময়ত তেওঁলোকৰ সেই গুৰুত্বপূৰ্ণ আৰু দুঃসাহসিক কাৰ্য্যকলাপৰ পিচত এতিয়া সেমেকা, নিৰানন্দময় জীৱনৰ বাহিৰে আৰু একো নাই। তাকো আকৌ নিৰাপদভাৱে কটোৱা টান হৈ আহিল। ভাৰতলৈ উভতি অহাটোও তেওঁলোকৰ পক্ষে টান হ'ল, সিপিনে যুদ্ধৰ পিচত পৰাজিত জৰ্ম্মানীত থকাটোও সহজ নহয়। কঠোৰ জীৱন-যুঁজ। তাৰে কেইজনমানক পিচত বৃটিছ চৰকাৰে ভাৰতলৈ উভতি আহিবলৈ অনুমতি দিছিল; কিন্তু বাকীখিনি মানুহ বাধ্য হৈ জার্ম্মানীত থাকিব লগাত পৰিল। অদ্ভুত অৱস্থা তেওঁলোকৰ। দেখাত তেওঁলোক কোনো ৰাষ্ট্ৰৰেই নাগৰিক নহয়। তেওঁলোকৰ বৈধ পাৰ-পত্ৰ নাই। জার্ম্মানীৰ বাহিৰে ফুৰা-চকা কৰা তেওঁলোকৰ পক্ষে প্ৰায় অসম্ভৱ। জার্ম্মানীত বাস কৰাও বহুত কাৰণত বিঘিণিপূৰ্ণ আৰু সিও স্থানীয় পুলিচৰ দয়াৰ ওপৰতহে কথা। বিলাই-বিপত্তিৰ সীমা নাই, নিৰাপত্তাৰ প্ৰতিশ্ৰুতি নাই, এমুঠি খাই কেনেকৈ প্ৰাণ ধাৰণ কৰি থাকিব পাৰি—তাৰে সদায় চিন্তা—এয়ে তেওঁলোকৰ জীৱন।

১৯৩৩ চনৰ পিচত তেওঁলোকে যদি কোনোবাই নাৎছী নীতি গ্ৰহণ কৰা নাই তেন্তে নাৎছী শাসনৰ অধীনত তেওঁলোকৰ দুৰ্দ্দশা আৰু বাঢ়িছে। নার্ডিক জাতিৰ যিসকল নহয়, আৰু বিশেষকৈ এছিয়াৰপৰা যিসকল জার্ম্মানীলৈ গৈছে, তেওঁলোকক জার্ম্মানসকলে দেখিবই নোৱাৰিছিল। ভাল ব্যৱহাৰ কৰিলে কোনোমতে সহি-মৰহি থাকে মাত্ৰ। ভাৰতত বৃটিছৰ সাম্ৰাজ্যবাদী শাসন সমৰ্থন কৰি হিট্‌লাৰে স্পষ্ট ঘোষণা দিলে। ইয়াৰ গুৰিত হৈছে বৃটেইনৰ সদিচ্ছা লাভ কৰাৰ চেষ্টা। গতিকে, বৃটিছ চৰকাৰক অসন্তুষ্ট কৰা কোনো মানুহকে তেওঁ প্ৰশ্ৰয় দিব নোখোজে।

বার্লিনত নিৰ্ব্বাসিত হৈ থকা সকলৰ এজন চম্পকৰমণ পিল্লেক আমি লগ পাইছিলোঁ। তেওঁ সেই যুদ্ধৰ সময়ত ভাৰতীয় সমিতিৰ এজন মুখিয়াল লোক আছিল। তেওঁ অতিপাত বিলাসী আছিল আৰু ভাৰতীয় ডেকা-ছাত্ৰসকলে তেওঁক এটা অসন্মানজনক উপাধি দিছিল। জাতীয়তাবাদৰ বাহিৰে তেওঁ আৰু একো নুবুজিছিল। সামজিক বা অৰ্থনৈতিক ফালৰপৰা কোনো প্ৰশ্ন আলোচনা কৰিবলৈ তেওঁ বৰ টান পাইছিল। জৰ্ম্মান জাতীয়তাবাদী "লোহাটুপী" সকলৰ লগত তেওঁ বঢ়িয়াকৈ মিলিব পাৰিছিল। জার্ম্মানীত যি কিজন ভাৰতীয়ক নাৎছীসকলে ভাল পাইছিল, তেওঁ আছিল তাৰ ভিতৰৰে এজন। কেইমাহমানৰ আগতে জেলত থাকোঁতেই মই তেওঁৰ মৃত্যুৰ বতৰা পাইছোঁ।

ভাৰতৰ এটা বিখ্যাত বংশৰ মানুহ বীৰেন্দ্ৰনাথ চট্টোপাধ্যায় কিন্তু একেবাৰেই বেলেগ ধৰণৰ আছিল। চট্টো বুলিলেহে তেওঁক সৰহ ভাগ মানুহে চিনি

পাইছিল। তেওঁ বৰ কাৰ্য্যক্ষম আৰু প্ৰসন্ন মনৰ মানুহ আছিল। তেওঁ সদায় অভাৱগ্ৰস্ত, তেওঁৰ কাপোৰ-কানি ফটা-ছিটা, আন কি কেতিয়াবা এসন্ধ্যা খোৱাও তেওঁৰ টান হৈ পৰে। কিন্তু তথাপি তেওঁ সদায় হাঁহিমুখে আনন্দ মনেৰেই দিন কটাইছিল। মোতকৈ কেইমানমান আগেয়েই তেওঁ ইংলণ্ডত পঢ়িবলৈ গৈছিল। মই যেতিয়া হেৰ'ত পঢ়ো, তেতিয়া তেওঁ অক্সফৰ্ডত। তেওঁ আৰু ভাৰতবৰ্ষলৈ উভতি নাহিল। মাজে মাজে তেওঁৰ মনটো দেশৰ কাৰণে ধৰফৰাই উঠে, উভতি আহিবৰ কাৰণে চেষ্টা কৰে। ঘৰৰ লগত তেওঁৰ যোগসূত্ৰ কেতিয়াবাই ছিগি গৈছে। এইটো একেবাৰেই ঠিক যে, তেওঁ ভাৰতলৈ উভতি আহিলে তেওঁৰ নিজকে বৰ অকলশৰীয়া যেন লাগিলহেঁতেন আৰু অশান্তিতে দিন কটাব লাগিলহেঁতেন। কিন্তু দীঘলীয়াকৈ বছৰৰ পিচত বছৰ ধৰি বেলেগ দেশত ফুৰি চাকিও তেওঁৰ নিজ দেশৰ প্ৰতি টান সমানেই থাকি গৈছে। কোনো নিৰ্ব্বাসিতেই মানসিক বিষাদৰপৰা হাত সাৰিব নোৱাৰে। মেৎছিনিয়ে তাকে বুলিছিল আত্মাৰ ক্ষয়ৰোগ।

এটা কথা মই ক'বই লাগিব—বিদেশত মই লগ পোৱা সৰহভাগ ভাৰতীয় ৰাজনৈতিক নিৰ্ব্বাসিতেই মোৰ মনত দ সাঁচ বহুৱাব পৰা নাই। তেওঁলোকৰ স্বাৰ্থত্যাগৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে আৰু বৰ্ত্তমান বিলাই-বিপত্তিৰ প্ৰতি মোৰ আন্তৰিক সহানুভূতি আছে। গোটেই পৃথিৱীতে তেওঁলোক বিয়পি আছে, তেওঁলোকৰ বহুতকে মই লগ পোৱা নাই। সৎ কামৰ যশস্যাৰ গুণতো আমি মাত্ৰ কেইজনমানকহে চিনি পাওঁ; তাৰ বাহিৰে বাকীবিলাক মানুহ ভাৰতীয়ৰ কাৰণে ক'ববাৰ কোনোবা যেন হ'ল—আৰু যিসকলৰ সেৱাত তেওঁলোকে নিজকে উছৰ্গা কৰিছিল, সেইসকলেই তেওঁলোকক পাহৰি গ'ল। যি কেইজনক মই লগ পাইছিলোঁ তাৰ ভিতৰত মাত্ৰ দুজন মানুহে তেওঁলোকৰ বুদ্ধিৰে মোৰ মনত সাঁচ বহুৱাইছিল। তাৰে এজন বীৰেন্দ্ৰ চট্টোপাধ্যায় আৰু সিজন মানবেন্দ্ৰনাথ ৰায়। ৰায়ৰ লগত মস্কোত মোৰ মাত্ৰ আধা ঘণ্টা কথা-বতৰা হৈছিল। তেওঁ তেতিয়া কমিউনিস্ট দলৰ এজন মুখিয়াল মানুহ। পিচত তেওঁৰ কমিউনিজম নৈষ্ঠিক কমিণ্টাৰ্ন-মাৰ্কা কমিউনিজমৰপৰা একেবাৰেই ফাটি গ'ল। চট্টোপাধ্যায় বোধহয় পূৰা মাত্ৰাই কমিউনিষ্ট নাছিল, কিন্তু কমিউনিজমৰ প্ৰতি মনটো অলপ ঢালখোৱা। বৰ্ত্তমান তিনি বছৰ হ'ল, ৰায় ভাৰতৰ জেলত আছে।

ইউৰোপত আৰু বহুত ভাৰতীয় ওপজি ফুৰিছে। তেওঁলোকে বৈপ্লবিক কথা কয়, দুঃসাহসিক আৰু অবাস্তৱ প্ৰস্তাৱ কৰে, আৰু আচৰিত প্ৰশ্ন সুধি ফুৰে। দেখিলে ভাব হয় তেওঁলোকৰ ওপৰত বৃটিছ চোৰাংচোৱা বিভাগৰ প্ৰভাৱ পৰিছে।

আমি অৱশ্যে বহুত ইউৰোপীয় আৰু মাৰ্কিন লোক লগ পাইছিলোঁ। আমি কেইবাবাৰো (প্ৰথমবাৰ গান্ধীজীৰ পৰিচয়-পত্ৰ লৈ) তীৰ্থযাত্ৰীৰ নিচিনাকৈ জেনেভাৰপৰা ভেলে নিউভৰ ওল্গা ভিল্লালৈ গৈ কেইবাবাৰো ৰোমা ৰোলাৰ দৰ্শন পাইছোঁ। জাৰ্ম্মানীৰ ডেকা কবি-নাট্যকাৰ আৰ্নষ্ট্ টলাৰৰ (নাৎছী আমোলত তেওঁ আৰু জৰ্ম্মান নহয়) আৰু নিউ ইয়ৰ্ক চিভিল লিবাৰ্টি ইউনিয়নৰ ৰ'জাৰ বল্ডুইনৰ মূল্যবান স্মৃতি কেতিয়াও নেপাহৰোঁ। জেনেভাত সুলিখক আমেৰিকা-প্ৰবাসী ধনগোপাল মুখাৰ্জ্জীৰ লগতো মোৰ বন্ধুত্ব হৈছিল। ইউৰোপলৈ যোৱাৰ আগতে

ভাৰতত অক্সফৰ্ড গ্ৰুপ আন্দোলনৰ ফ্ৰেঙ্ক্ বাক্‌মেনক মই লগ পাইছিলোঁ। তেওঁলোকৰ আন্দোলনৰ বিষয়ে লিখা কিছুমান ৰচনা মোক দিছিল। সেইবিলাক পঢ়ি মই আচৰিত হৈ গৈছিলোঁ। হঠাৎ মতান্তৰ গ্ৰহণ কৰা, নিজৰ অতীতৰ দোষ-পাপৰ সৈ কঢ়া, আৰু পুনৰুত্থানবাদী বা-ৰতাহে আধুনিক স্বাধীন বুদ্ধিবাদী যুগৰ লগত কেনেকৈ খাপ খায় কব নোৱাৰোঁ। বুদ্ধিমান মানুহে কেনেকৈ এই আচৰিত আবেগ উচ্ছ্বাসত অধীৰ হৈ পৰে বুজি নেপাওঁ। মোৰ কৌতূহল হ'ল। আকৌ জেনেভাত ফ্ৰেঙ্ক্ বাক্‌মেনক লগ পালোঁ। তেওঁ মোক ৰুমানিয়াত কোনোবা এখন ঠাইত তেওঁলোকৰ এখন আন্তৰ্জ্জাতিক সম্মিলনলৈ নিমন্ত্ৰণ কৰিলে। দুখৰ বিষয় মই নিজে ওচৰৰপৰা এই নতুন উচ্ছ্বসপ্ৰৱণতাৰ স্বৰূপটো চাবগৈ নোৱাৰিলোঁ। মোৰ কৌতূহল কৌতূহলেই থাকি গ'ল আৰু মই যিমানেই এই অক্সফৰ্ড গ্ৰুপ আন্দোলনৰ কথা পঢ়োঁ, সিমানেই মই আচৰিত হওঁ।

## ভাৰতত তৰ্ক-বিতৰ্ক

আমি আহি ছুইজাৰলেণ্ড্ পোৱাৰ অলপ পিচতে ইংলণ্ডত সাধাৰণ ধৰ্ম্মঘট আৰম্ভ হ'ল। মই বৰ উত্তেজিত হৈ পৰিলোঁ। মোৰ স্বাভাৱিক সহানুভূতি আছিল ধৰ্ম্মঘটকাৰীসকলৰ পক্ষে। অলপ দিনৰ পিচতে ধৰ্ম্মঘট ভাগি পৰিল—এই খবৰ পাই মই বৰ বেজাৰ পালোঁ। কেইমাহমানৰ পিচতে মই ইংলণ্ডলৈ গৈ কিছুদিন আছিলোঁ। খনিৰ বনুৱাবিলাকৰ ধৰ্ম্মঘট তেতিয়াও চলি আছিল। ৰাতি লণ্ডন চহৰৰ আধাতহে চাকি-বন্তি জ্বলে। দাৰ্ব্বিশ্বায়াৰৰ ওচৰৰ খনি অঞ্চলত মই অৱস্থা চাবলৈ গৈছিলোঁ। দেখিলোঁগৈ ল'ৰাৰপৰা বুঢ়ালৈ, ছোৱালীৰপৰা বুঢ়ীলৈ সকলোৰে মুখবিলাক শুকান-উবান, চেৰেলা-মেৰেলা। তাতকৈয়ো বেচি মৰ্ম্মান্তিক দৃশ্য দেখা পাঁলো স্থানীয় কছাৰী ঘৰত। তাত ধৰ্ম্মঘটকাৰী আৰু তেওঁলোকৰ ঘৈণীয়েক-সকলৰ বিচাৰ চলিছিল। কয়লাৰ খনিৰ ডাইৰেক্টৰ আৰু মেনেজাৰসকলেই তাৰ বিচাৰক আৰু তেওঁলোকেই অতি সৰু-সুৰা অপৰাধতে জৰুৰী আইন অনুসাৰে বিচাৰ কৰি ধৰ্ম্মঘটকাৰীসকলক দণ্ড দিছিল। এটা বিচাৰ দেখি মোৰ বৰ খং উঠিছিল। তিনি-চাৰিজনী তিৰোতাক কোলাত তেওঁলোকৰ কেঁচুৱাৰ সৈতে হাকিমৰ এজলাছত হাজিৰ কৰোৱা হ'ল। তেওঁলোকৰ জগৰ আছিল তেওঁলোকে ধৰ্ম্মঘট-বিৰোধী বনুৱাসকলক উপলুঙা কৰিছিল। এই গাভৰু মাতৃ কেই গৰাকীৰ (লগতে তেওঁলোকৰ কেঁচুৱা কেইটিও) গাত লেতেৰা-ফেদেলা ফটা-ছিটা কাপোৰ আৰু ভাল বস্তু খাবলৈ নেপাই খীণাই গৈছে। বহুদিন ধৰি চলা ধৰ্ম্মঘটৰ দুখকষ্ট আৰু অভাৱ অনাটনৰ ছাপ তেওঁলোকৰ চকুৰে-মুখে ফুটি উঠিছে। যিবিলাক ধৰ্ম্মঘট-বিৰোধী বনুৱাই তেওঁলোকৰ মুখৰ ভাত কাঢ়ি লৈছে, সিহঁতৰ প্ৰতি এওঁলোকৰ বিৰক্তি আৰু তিক্ততা হোৱাটো স্বাভাৱিক।

শ্ৰেণীভেদে বিচাৰৰ ব্যৱস্থা থকাৰ কথা বাতৰিকাকতত পঢ়িবলৈ পোৱা যায়। ভাৰতত যে ই দৈনন্দিন ঘটনাই। কিন্তু কিয় জানো ইংলণ্ডতো যে তাৰ উদাহৰণ

দেখা পাম, তাক মই আশা কৰা নাছিলোঁ। অন্তৰত বৰ আঘাত পালোঁ। আচৰিত হৈ মই দেখিলোঁ—সকলো ঠাইতে ধৰ্ম্মঘটকাৰীসকল যেন ভয়ত কোঁচ-মোঁচ খাই থাকে। মই ফট্‌ফটীয়াকৈ বুজিব পাৰিলোঁ যে, পুলিচ আৰু কৰ্ত্তৃপক্ষৰ কঠোৰ নীতিয়েই তেওঁলোকক ভয় খুৱাই ৰাখিছে আৰু সকলো ধৰণৰ ব্যৱহাৰকে তেওঁলোকে নীৰৱে সহ্য কৰিছে। বহুদিন ধৰি চলা ধৰ্ম্মঘটৰ পিচত তেওঁলোক ভাগৰি পৰিছে, তেওঁলোকৰ প্ৰতিজ্ঞা ভাগো ভাগো হৈছে। আন আন ট্ৰেড্‌ ইউনিয়নৰ বনুৱাই বহুত আগতেই তেওঁলোকক ত্যাগ কৰিছে। তথাপি দুখীয়া ভাৰতীয় বনুৱাসকলৰ লগত এওঁলোকৰ আকাশ-পাতাল প্ৰভেদ। হ'লেও বৃটিছ খনি-বনুৱাৰ সঙ্ঘশক্তি তেতিয়াও টনকিয়াল। জাতীয়, আন কি আন্তৰ্জ্জাতিক সহানুভূতিও তেওঁলোকৰ পক্ষে। ট্ৰেড্‌ ইউনিযন আন্দোলনৰ সাহায্যাৰ্থে প্ৰচাৰ কাৰ্য্য আৰু আন আন নানা ধৰণৰ সহায তেওঁলোকে পায়। ভাৰতীয় বনুৱাই এনে সুবিধা নেপায়। তথাপি চকুৱে-মুখে ভয়ৰ চিন থকালৈ চালে উভয়ৰে আচৰিত সাদৃশ্য দেখা যায়।

এই বছৰত ভাৰতবৰ্ষত ব্যৱস্থা পৰিষদ আৰু প্ৰাদেশিক আইন-সভাৰ তৃতীয় বছৰেকীয়া নিৰ্ব্বাচনৰ কাম চলি আছিল। এই সম্বন্ধে মোৰ বৰ বেচি কৌতুহল নাছিল। কিন্তু সেই চোকা তৰ্ক-বিতৰ্কৰ বতৰা ছুইজাৰলেণ্ডতে গৈ মোৰ কাণত পৰিছিল গৈ। মই শুনিলোঁ আগৰ স্বৰাজ্য দল আৰু এতিয়া কংগ্ৰেছ দলৰ বিৰোধিতা কৰিবৰ কাৰণে পণ্ডিত মদনমোহন মালব্য আৰু লালা লাজপৎ ৰায়ে এটা নতুন দল গঠন কৰিলে। নাম দিলে জাতীয় দল। মই তেতিয়াও বুজিব পৰা নাছিলোঁ, এতিয়াও পৰা নাই। নীতি হিচাপে কিহত অমিল হৈ তেওঁলোকে পুৰণি দলৰপৰা ফাটি আহিব লগা হ'ল। অৱশ্যে আজি-কালি আইন-সভাৰ দলবিলাকৰ মাজত নীতি হিচাপে কোনো মিল নাই—একেটা কথাৰে উনৈছ-বিছ মাত্ৰ। প্ৰথমতে স্বৰাজ্য দলেই কাউঞ্চিলত ৰণ-চালি ধৰি সোমাইছিলগৈ আৰু তেওঁলোকক আন আন দলতকৈ উগ্ৰপন্থী বুলি ধৰি লোৱা হৈছিল। কিন্তু এইটো নীতিৰ পাৰ্থক্যৰ কাৰণে হোৱা নাই কোনোবা অলপ বেচি উগ্ৰ, কোনোবা অলপ কম সিমানেই। নতুন জাতীয দল বহুত ক্ষেত্ৰত ধীৰপন্থী আৰু স্বৰাজ্য দলতকৈ যে বাওঁপন্থী, তাত সন্দেহ নাই। হিন্দু মহাসভাৰ লগত ওচৰ সম্বন্ধ ৰক্ষা কৰি এওঁলোকে কাম কৰিছিল আৰু এওঁলোক সম্পূৰ্ণভাৱে হিন্দু দল। কি কাৰণে পণ্ডিত মালব্যই এই দলৰ নেতৃত্ব কৰিছে তাক সহজে বুজিব পাৰি। কিয়নো এইটো তেওঁৰ নিজৰ মতবাদৰে প্ৰতিধ্বনি বুলিব পাৰি। যদিও তেওঁ পুৰণি লগৰীয়াসকলৰ লগ এৰিব নোৱাৰি কংগ্ৰেছতে আছিল, তথাপি তেওঁৰ মানসিক দৃষ্টিভঙ্গী মধ্যমপন্থীসকলতকৈ বেচি বেলেগ নাছিল। তেওঁ অসহযোগ বা কংগ্ৰেছৰ পোনপটীয়া সংঘৰ্ষমূলক কাৰ্য্যপ্ৰণালী ভাল নেপাইছিল আৰু কংগ্ৰেছৰ নতুন কাৰ্য্যপ্ৰণালী গঠনত যোগ দিয়া নাছিল। কংগ্ৰেছত যদিও তেওঁ আদৰ-সাদৰ পাইছিল, তথাপি নতুন কংগ্ৰেছত তেওঁ নাছিল। তেওঁ কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিৰ সদস্যও হোৱা নাছিল। তেওঁ কংগ্ৰেছৰ নিৰ্দ্দেশ, বিশেষকৈ আইন-সভা সম্পৰ্কে গ্ৰহণ কৰা নীতি কেতিয়াও মানি লোৱা নাছিল। তেওঁ হিন্দু মহাসভাৰো এজন জনপ্ৰিয় নেতা আৰু সাম্প্ৰদায়িক বিষয়ত কংগ্ৰেছৰ নীতিৰ লগত তেওঁৰ পাৰ্থক্য আছিল। আৰম্ভণিৰেপৰা কংগ্ৰেছৰ

লগত সংশ্লিষ্ট আছে বুলি এই অনুষ্ঠানৰ প্ৰতি তেওঁৰ আৱেগৰ টান আছিল। স্বাধীনতা আন্দোলনৰ আদৰ্শবাদৰ প্ৰতিও তেওঁৰ আকৰ্ষণ আছিল আৰু তেওঁ জানিছিল যে, কংগ্ৰেছৰ বাহিৰে আন কোনো প্ৰতিষ্ঠানেই এই বিষয়ত একো লেখত লবলগীয়া কাম কৰা নাই। এইবিলাক কাৰণতে তেওঁৰ অন্তৰ সদায় কংগ্ৰেছকৰ্ম্মী-সকলৰ প্ৰতি কোমল হৈ থাকে। বিশেষকৈ আন্দোলনৰ সময়ত সদায় কংগ্ৰেছৰ কাষত থিয় দিয়ে, কিন্তু তেওঁৰ মগজটো থাকে আন দলৰ লগত। তাৰ ফলত তেওঁ সদায় নিজৰ মনৰ লগত যুঁজ কৰিব লগা হ'ল—নহৈ নোৱাৰেও। একেটা সময়তে তেওঁ দুটা বিপৰীত ফালে যাবলৈ চেষ্টা কৰে। কিন্তু জাতীয়বাদ খেলিমেলি লগাই মৰা বস্তু আৰু মালব্যজী আছিল কেৱল জাতীয়বাদীহে, সামাজিক বা অৰ্থ-নীতি বা সাংস্কৃতিক ক্ষেত্ৰতে হওক সকলো ক্ষেত্ৰতে তেওঁ পুৰণিকলীয়া ব্যৱস্থা ৰক্ষা কৰাৰ পক্ষপাতী আৰু ভাৰতীয় দেশীয় ৰজা ডাঙৰ জমিদাৰ আৰু তালুকদাৰ-সকলে তেওঁক এজন আন্তৰিক বন্ধু বুলি মানে। তেওঁ মুঠে এটা পৰিৱৰ্ত্তন বিচাৰে—ভাৰতত বিদেশী কৰ্ত্তৃত্বৰ অন্ত পৰিব লাগে। তেওঁৰ ডেকা কালৰ শিক্ষা আৰু পঢ়া-শুনাই এতিয়াও তেওঁৰ মনত অদ্ভুত প্ৰভাৱ বিস্তাৰ কৰি আছে। তেওঁ তিনি-চাৰি হেজাৰ বছৰীয়া পুৰণি হিন্দু সংস্কৃতি আৰু বৰ্ণাশ্ৰম ধৰ্ম্মৰ ওপৰত ভিত্তি কৰি টি-এইচ-গ্ৰীন্, জন ষ্টুৱাৰ্ট মিল, গ্লেড্ ষ্টʼন আৰু মৰ্লিৰ চিন্তা-ধাৰাত অনুপ্ৰাণিত ঊনবিংশ শতিকাৰ বিতচকুৰে মহাযুদ্ধৰ পিচৰ খৰটকীয়া গতিৰে চলা বিপ্লৱৰ আৱেগেৰে ভৰা বিংশ শতিকাক চাবলৈ লৈছে। বহুত ধৰণৰ ওলোটা-ওভতা কথাৰ ই আচৰিত সানমিহলি। কিন্তু সকলো বিৰোধিতা খণ্ডন কৰাৰ শক্তি তেওঁৰ আছে বুলি মালব্যজীৰ আত্মবিশ্বাস আছে। তেওঁ ডেকাকালৰ আৰম্ভণিৰে-পৰা বহুতো জনহিতকৰ কাম কৰি আহিছে। বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ নিচিনা এটা ডাঙৰ অনুষ্ঠান প্ৰতিষ্ঠা কৰিছে, কামত তেওঁ সদায় আশাশুধীয়া আৰু একাণপতীয়া, আকৰ্ষণীয় তেওঁৰ বাগ্মিতা, অমায়িক ব্যৱহাৰ আৰু সম্মোহন ব্যক্তিত্ব —এই সকলোবিলাকৰ কাৰণে জনসাধাৰণৰ বিশেষকৈ হিন্দু জনসাধাৰণৰ তেওঁ বৰ প্ৰিয়। বহুত কথাত মানুহে তেওঁৰ লগত একমত হʼব বা ৰাজনীতিত তেওঁক অনুসৰণ কৰিব নোৱাৰে যদিও, সকলোৱে কিন্তু তেওঁৰ প্ৰতি শ্ৰদ্ধা-মৰম প্ৰদৰ্শন কৰে। তেওঁৰ বয়স আৰু দীঘলীয়া ৰাজহুৱা সেৱাৰ কাৰণে ভাৰতীয় ৰাজনীতিত তেওঁক গ্ৰীক বুৰঞ্জীৰ নেʼষ্টৰৰ লগত ৰিজাব পাৰি। পিচে আধুনিক সময়ৰ লগত খাপ নোখোৱা নেʼষ্টৰহে তেওঁক বুলিব লাগিব। তেওঁৰ মাত শুনিলেই সকলোৱে কাণ দিয়ে। কিন্তু তেওঁ আজি-কালি যি কথা কয় তাক আৰু মানুহে নুবুজেও, নুশুনেও।

সেই কাৰণে মালব্যজীয়ে যে স্বৰাজ্য দলত যোগ দিয়া নাই ই স্বাভাৱিক। প্ৰথম কথা এই দল তেওঁৰ কাৰণে বেচি আগবঢ়া আৰু দ্বিতীয়তে ইয়াত যোগ দিলে কংগ্ৰেছ দলৰ নিয়ম শৃঙ্খলাৰ প্ৰতি অতিপাত অনুগত থাকিবলগীয়া হয়। কিন্তু ৰাজনৈতিক আৰু সামাজিক ফালৰপৰা অলপ নৰম পন্থা এটাহে তেওঁক লাগে আৰু আৰু লাগে বেচি বহল ক্ষেত্ৰ এখন। প্ৰতিষ্ঠাতা আৰু নেতা হিচাপে তেওঁ নতুন দলৰ মাজত তাকেই পাইছিল।

পিচে লালা লাজপৎ ৰায় আছিল সৌপন্থী আৰু তেওঁ যদিও সাম্প্ৰদায়িকতাৰ ফালে ঢাল খাইছিল তথাপি এই নতুন দলত যোগদান দিয়াৰ কাৰণ ভাবি উলিওৱা টান। জহকালি মোৰ লগত জেনেভাত লালাজীক লগ পাইছিলোঁ তেওঁৰ লগত কথা-বতৰা হৈ বুজা নাছিলোঁ যে, তেওঁ কংগ্ৰেছ দলৰ বিপক্ষে থিয় দিব। ই কেনেকৈ সম্ভৱ হ'ল মই এতিয়াও বুজিব নোৱাৰিলোঁ। নিৰ্ব্বাচন যুদ্ধৰ সময়ত এওঁ এনে কেইটামান অভিযোগ আনিছিল, যাঁবপৰা তেওঁৰ মনৰ ভিতৰৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া কিছু বুজিব পাৰি। কংগ্ৰেছৰ নেতাসকলে ভাৰতৰ বাহিৰৰ লোকৰ লগত ষড়যন্ত্ৰত লিপ্ত আছে বুলি অপবাদ দিছিল। তেওঁ আৰু অভিযোগ আনিছিল যে, তেওঁলোকে কাবুলত এটা কংগ্ৰেছৰ শাখা প্ৰতিষ্ঠা কৰিবলৈ ষড়যন্ত্ৰ কৰিছে। কিন্তু বাৰে বাৰে অনুৰোধ কৰাতো তেওঁ তেওঁৰ অভিযোগবিলাক প্ৰমাণ কৰাৰ চেষ্টা কৰা নাই।

মোৰ মনত পৰে, ছুইজাৰলেণ্ডত বহি ভাৰতীয় বাতৰি-কাকতত লালাজীৰ অভিযোগবিলাক পঢ়ি পঢ়ি মই আচৰিত হৈ গৈছিলোঁ। কংগ্ৰেছৰ সম্পাদক হিচাপে মই আমাৰ প্ৰতিষ্ঠানৰ সকলো খা-খবৰ পাওঁ। কাবুল কমিটীক শাখাৰূপে গ্ৰহণ কৰাৰ প্ৰস্তাৱৰ দায়িত্ব মোৰেই আৰু দেশবন্ধু দাসো এই বিষয়ে আগ-ৰণুৱা আছিল। অভিযোগৰ বিষয়বিলাক তেতিয়াও মই খৰচি মাৰি নেজানিছিলোঁ, এতিয়াও নেজানো। কিন্তু সাধাৰণভাৱে বিচাৰ কৰি মই ক'ব পাৰোঁ যে, কংগ্ৰেছৰ ফালৰপৰা চালে সেইবিলাক ভিত্তিহীন। কোনে লালাজীৰ মনত সেই ভুল ধাৰণা সুমুৱাই দিলে— ক'ব নোৱাৰোঁ। কিজানি তেওঁ কিছুমান গুজব শুনি বিশ্বাস কৰিছিল, নহ'লেবা মৌলবী ওৱাইদুল্লাৰ কথালৈ মই বৰ কাণ দিয়া নাছিলোঁ—তেওঁ কিজানি সেই কথাতে বৰ গুৰুত্ব আৰোপ কৰিছিল। কিন্তু নিৰ্ব্বাচন এটা অদ্ভুত দৃশ্য। নিৰ্ব্বাচনত মনৰ গতি আৰু সাধাৰণ ভদ্ৰতাৰ আদৰ্শ তেনেই ওলট-পালট হৈ যায়। এইবোৰ যিমানেই দেখিছোঁ সিমানেই বেচি আচৰিত হৈছোঁ আৰু অগণতান্ত্ৰিক বিতৃষ্ণা মনত জাগি উঠে।

কিন্তু ব্যক্তিত্বৰ কথা এতিয়াও ক্ৰমে বাঢ়ি অহা সাম্প্ৰদায়িক বিৰোধৰ বা-বতাহত জাতীয় দল বা তেনেকুৱা যি কোনো দলৰ সৃষ্টি হ'বই। এফালে হিন্দুৰ সংখ্যা বেচি দেখি মুছলমানৰ ভয়; আনফালে মুছলমানে ভয় দেখুৱাৰ কাৰণে (হিন্দুসকলৰ মতে) হিন্দুৰ খং। বহুত হিন্দুৱে ভাবিবলৈ ধৰিলে যে, মুছলমানসকলে বলেৰে আদায় কৰাৰ ভাব দেখুৱাইছে আৰু আন পক্ষত যোগ দিম বুলি ভয় দেখুৱাই বিশেষ সুবিধা আদায় কৰাৰ ফন্দী বিচাৰিছে। ইয়াৰ ফলত মুছলমান সাম্প্ৰদায়িকতাৰ বিৰোধী হিন্দু সাম্প্ৰদায়িকতা আৰু হিন্দু জাতীয়তাৰ প্ৰতিনিধিত্ব কৰা হিন্দু মহাসভা প্ৰবল হৈ উঠিল। মহাসভাৰ আক্ৰমণ কৰোঁ কৰোঁ ভাব দেখুৱাই কৰা কামৰ প্ৰতিক্ৰিয়া-স্বৰূপেই মুছলমান সাম্প্ৰদায়িকতাই গা কৰি উঠিল। এই ক্ৰিয়া প্ৰতিক্ৰিয়াৰ সঙ্ঘাতত দেশৰ সাম্প্ৰদায়িক উত্তাপ বাঢ়ি গ'ল। সমস্যা হ'ল দেশব্যাপী সংখ্যা-গৰিষ্ঠ সম্প্ৰদায় আৰু এটা সংখ্যা-লঘু সম্প্ৰদায় লৈ। কিন্তু দেশৰ সকলো অংশৰ অৱস্থা সমান নহয়। পঞ্জাব আৰু সিন্ধু দেশত হিন্দু আৰু শিখসকলৰ সংখ্যাত কম আৰু মুছলমানসকল সংখ্যাত সৰহ। সংখ্যালঘিষ্ঠ সম্প্ৰদায়বিলাকে ভাৰতৰ আনআন অংশৰ মুছলমানসকলৰ দৰেই ডাঙৰ সংখ্যাগৰিষ্ঠ সাম্প্ৰদায়বিলাকে নিৰ্য্যাতন

কৰে বুলি ভয় কৰিবলৈ ধৰিলে। অথচ সঁচা কথা ক'বলৈ গ'লে প্ৰত্যেক দলৰে মধ্যবিত্ত শ্ৰেণীৰ চাকৰি বিচৰাসকলে এজনে আন জনৰ মুখৰ ভাত কাঢ়ি লোৱাৰ ভয় কৰিবলৈ ধৰিলে আৰু স্বাৰ্থজড়িত লোকসকলে গোটেইবিলাক ওলট-পালট হৈ স্বাৰ্থহানি হোৱাৰ ভয়ত ত্ৰাস্তমান।

সাম্প্ৰদায়িকতাৰ বৃদ্ধিত স্বৰাজ্য দলৰ ক্ষতি হ'ল। বহুতো মুছলমান সদস্য সুলকি সাম্প্ৰদায়িক প্ৰতিষ্ঠানত যোগ দিলে। কিছুমান হিন্দু সদস্যও জাতীয় দললৈ গুচি গ'ল। মালব্যজী আৰু লালা লাজপৎ ৰায়ৰ মিলিত শক্তিয়ে হিন্দু ভোটদাতাসকলৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে। সাম্প্ৰদায়িকতাৰ ধুমুহা সদায় বলি থকা পঞ্জাৱত লালাজীৰ অসাধাৰণ প্ৰভাৱ আছিল। স্বৰাজ্য দল বা কংগ্ৰেছৰ পক্ষৰপৰা নিৰ্ব্বাচন যুদ্ধৰ দায়িত্ব সৰহখিনি পৰিল দেউতাৰ গাত। তেওঁ দায়িত্বৰ ভাগ যি ল'ব পাৰিহে'তেন সেই দাস ডাঙৰীয়া এতিয়া পৰলোকত। দেউতা যুদ্ধপ্ৰিয় আছিল আৰু কেতিয়াও পাচ-হোঁহকা বিধৰ মানুহ নাছিল। বাধা যিমানেই প্ৰবল হ'ল সিমানেই আগতকৈয়ো বেচি উৎসাহ-উদ্দীপনাৰে নিৰ্ব্বাচন যুদ্ধত তেওঁৰ গোটেই শক্তি নিয়োগ কৰিবলৈ ধৰিলে। তেখেতে বৰ আঘাত পালে, একিল খাই একিল দিবলৈকো পাচ-নুহুঁহকিছিল। দুয়ো দলৰ ভিতৰত কোনেও কাৰো কাটিহ' নসহাত পৰিল। সেই নিৰ্ব্বাচনে এটা তিতা স্মৃতি ৰাখি থৈ গ'ল।

জাতীয় দল বহুত ঠাইত জিকিল। কিন্তু এই জিকাৰ ফলত ব্যৱস্থা পৰিষদৰ ভিতৰত ৰাজনৈতিক উগ্ৰ মত কিছু চেঁচা পৰিল। সোঁপন্থীসকলেই বেচি শক্তি লাভ কৰিলে। স্বৰাজ্য দলো আছিল কংগ্ৰেছৰ সোঁপন্থী দল। আৰু দলৰ শক্তি বৃদ্ধি কৰিবলৈ গৈ এওঁলোকে এনে কিছুমান ভালকৈ নজনা-নশুনা মানুহক দলত ভৰাই ল'লে—যাৰ দ্বাৰা দলৰ যোগ্যতা আৰু কুশলতা বহুতখিনি হ্ৰাস হ'ল। জাতীয় দলৰো অৱস্থা প্ৰায় একেই। কিন্তু তেওঁলোক আৰু এখাপ তললৈ নামি গ'ল আৰু ৰাজনীতিৰ ভু নোপোৱা সৰু সৰু মাটিৰ গৰাকী, জমিদাৰ আৰু ব্যৱসায়ী-সকল সেই দলত সোমাই পৰিলহি।

১৯২৬-ৰ শেষভাগত এটা প্ৰকাণ্ড দুৰ্য্যোগৰ এন্ধাৰত গোটেই ভাৰতবৰ্ষ ঘৃণা আৰু আতঙ্কত কঁপি উঠিল। এই ঘটনাই দেখুৱাই দিলে সাম্প্ৰদায়িক আৱেগ-উচ্ছ্বাসে মানুহক কিমান তললৈ লৈ যাব পাৰে। নৰিয়া-পাটীত পৰি থকা অৱস্থাত স্বামী শ্ৰদ্ধানন্দক এটা ধৰ্ম্মান্ধ মানুহে হত্যা কৰিলে। বিজনে গুৰ্খা সৈন্যই টোঁৱাই থকা ৰাইফল্ আৰু সঙ্গীণৰ সমুখত উদং বুকু পাতি দিছিল, তেওঁৰ আজি এই শোচনীয় পৰিণতি। আঠ বছৰৰ আগতে আৰ্য্য সমাজৰ এই নেতাজনে দিল্লীৰ বিৰাট জুম্মা মছজিদৰ বক্তৃতা-মঞ্চত থিয় হৈ হিন্দু-মুছলমানৰ এটা বিৰাট জনতাৰ আগত একতা আৰু স্বাধীনতাৰ বাণী শুনাইছিল আৰু সেই জনতাই "হিন্দু-মুছলমানকী জয়" ধ্বনিৰে তেওঁক সম্বৰ্দ্ধনা জনাইছিল। বাহিৰলৈ ওলাই আহি তেওঁলোকে নিজৰ তেজেৰে সেই জয়ধ্বনি স্বাক্ষৰিত কৰিছিল। আজি তেওঁ নিজৰে এজন দেশবাসীৰ হাতত মৰা পৰিল আৰু সেই হত্যাকাৰীয়ে ভাবিছে যে তাকে কৰি সি ধৰ্ম্মৰ কামেই কৰিলে আৰু তাৰ কাৰণে সি স্বৰ্গলৈ যাব পাৰিব।

যি সাহসে শাৰীৰিক কষ্ট আন কি মৃত্যুকো সাৱটি ল'বলৈ শিকায় সেই সাহসক

মই সদায় প্ৰশংসা কৰোঁ। মোৰ বিশ্বাস বহুতেই কৰে তাৰ প্ৰশংসা। স্বামী শ্ৰদ্ধানন্দৰ ভিতৰত এটা অতি আচৰিত নিভীৰ্কতা আছিল। সন্ন্যাসীৰ গেৰুৱা বসন পিন্ধা, তেওঁৰ দীঘল পোন দেহ, তেওঁৰ উজ্জ্বল চকু, লোকৰ দুৰ্ব্বলতা দেখিলে ব'ত খং আৰু আমনিৰ চিন ওলাই পৰে—এই ছবি মোৰ মানস-পটত জিলিকি উঠে, দুখিপাকি কিমান বাৰ যে আকৌ সি মনলৈ উভতি আহে।

## ৰুচেলছত নিপীড়িত সম্মিলন

১৯২৬ চনৰ শেষ-ভাগত বাৰ্লিনত আছিলোঁ। তাতে শুনিলোঁ বোলে অলপতে ব্ৰুচেলছত নিৰ্য্যাতি জাতিসমূহৰ কংগ্ৰেছ অধিবেশন বহিব। প্ৰস্তাৱটো মোৰ ভাল লাগিল। ব্ৰুচেলছ্ কংগ্ৰেছলৈ ভাৰতীয় কংগ্ৰেছৰ ফালৰপৰা চৰকাৰী ভাৱে প্ৰতিনিধি পঠোৱা উচিত বুলি ভাৰতলৈ চিঠি দিলোঁ। মোৰ প্ৰস্তাৱ মঞ্জুৰ হ'ল আৰু মই ভাৰতীয় কংগ্ৰেছৰ প্ৰতিনিধি নিযুক্ত হলোঁ।

১৯২৭-ৰ ফেব্ৰুৱাৰী মাহৰ প্ৰথম ভাগত ব্ৰুচেলছত কংগ্ৰেছৰ অধিবেশন হৈছিল। ইয়াৰ গুৰিত কোন আছে নেজানো। এই সময়ছোৱাত সকলো দেশৰ দেশৰ ৰাজনৈতিক নিৰ্ব্বাসিত চৰমপন্থী দলৰ আকৰ্ষণৰ কেন্দ্ৰ আছিল বাৰ্লিন। কমিউনিষ্টসকলো ইয়াত শক্তিশালী হৈ উঠিছিল। নিপীড়িত জাতিসমূহে নিজৰ ভিতৰত আৰু বাওঁপন্থী বন্ধুসকলৰ লগত লগ লাগি এটা সাধাৰণ উদ্দেশ্যেৰে কাম কৰাৰ কথা তেতিয়া আলোচনা কৰিছিল। স্বাধীনতাৰ কাৰণে কৰা সকলো সংঘৰ্ষই সাম্ৰাজ্যবাদী অৱস্থাৰ বিৰুদ্ধে। গতিকে সকলোৱে মিলি কাৰ্য্যপন্থা স্থিৰ কৰা উচিত, আৰু সম্ভৱ হ'লে একেলগে মিলি কাম কৰা উচিত—এইদৰেই বহুতেই ভাবিছিল। ইংলণ্ড, ফ্ৰান্স, ইটালী আদি বিবিলাক শক্তিৰ ঔপনিবেশিক শক্তি আছে, তেওঁলোকে এনে ধৰণৰ আয়োজন স্বাভাৱিকতে ভাল নেপায়। কিন্তু যুদ্ধৰ পিচত কোনো উপনিবেশ নথকাৰ কাৰণে জাৰ্ম্মান গৱৰ্নমেণ্টে আন আন শক্তিৰ উপনিবেশ আৰু পৰাধীন দেশবিলাকৰ এই আন্দোলনৰ প্ৰতি মৰম কৰি নিৰপেক্ষ হৈ থকা দেখুৱাইছিল। এই কাৰণেই বাৰ্লিন সকলো দেশৰ অসন্তুষ্ট আৰু অগ্ৰগামী দলৰ কেন্দ্ৰভূমি হৈ পৰিছিল। ইয়াৰ ভিতৰত চীনৰ কু-মিন-টাং দলৰ বাওঁপন্থীসকলেই অতি অগ্ৰগামী আছিল আৰু সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল; তেতিয়া চীনত কু-মিন-টাঙৰ দুৰ্ব্বাৰ অভিযানৰ আগত পুৰণি সামন্ততান্ত্ৰিক ব্যৱস্থাৰ ক'কাল ভাগি আছিল। আন কি সাম্ৰাজ্যবাদী শক্তিসমূহে তেওঁলোকৰ আক্ৰমণশীল অভ্যাস আৰু স্পৰ্দ্ধাবাক্য সংযত কৰি এই নতুন অৱস্থালৈ চাই আছিল। এনেকুৱা ভাব হ'বলৈ ধৰিলে যেন চীনৰ ঐক্য আৰু স্বাধীনতা সমস্যা সমাধান হ'বলৈ আৰু সৰহ দিন নাই। কু-মিন-টাঙৰ সাফল্যৰ বাতৰি চাৰিওফালে বিয়পি পৰিল। এওঁলোকে জানিছিল যে, সমুখত বাধা আছে ভালকৈয়ে। এই কাৰণে শক্তি বৃদ্ধি কৰিবলৈ এওঁলোকে আন্তৰ্জ্জাতিক ক্ষেত্ৰত প্ৰচাৰ আৰম্ভ কৰি দিলে। বোধহয়, এই দলৰ ৰাওঁপন্থীসকলেই বিদেশৰ কমিউনিষ্ট বা কমিউনিষ্ট্ ভাবাপন্নসকলৰ লগত লগ

লাগি এই আন্দোলনৰ প্ৰতি ঢাল খাইছিল। নিজৰ দেশত দলৰ ভিতৰতে নিজৰ শক্তি বঢ়োৱা আৰু বাহিৰত চীনৰ জাতীয় সম্মান বঢ়োৱা—এই দুটাই লক্ষ্য আছিল তেওঁলোকৰ। তেওঁলোকৰ ভিতৰত তেতিয়াও দলাদলি আৰম্ভ হোৱা নাই। দুদল বা তাতকৈ বেচি প্ৰতিদ্বন্দ্বী বা পৰস্পৰ বিৰোধী দল তেতিয়াও হোৱা নাই। বাহিৰৰপৰা দেখাত তেওঁলোকে সাধাৰণ শত্ৰুৰ বিৰুদ্ধে একগোট হৈছিল।

কু-মিন-টাঙৰ ইউৰোপীয় প্ৰতিনিধিসকলে নিপীড়িত জাতিসমূহৰ কংগ্ৰেছৰ প্ৰস্তাৱ সাদৰে গ্ৰহণ কৰিলে। বোধহয় এওঁলোকেই আৰু দুই এজন লোকৰ লগত লগ লাগি এই কংগ্ৰেছৰ দিহা কৰিছিল। আৰম্ভৰেপৰা এই প্ৰস্তাৱৰ পিচফালে কেইজনমান কমিউনিষ্ট্ বা তেনে মতাবলম্বী লোক আছিল। কিন্তু কমিউনিষ্ট-সকলে কেতিয়াও প্ৰধান ভূমিকা লোৱা নাই। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ অৰ্থনৈতিক সাম্ৰাজ্যবাদৰ হেঁচাত পেপুৱা লাগি থকা লেটিন আমেৰিকাৰ পৰাই সাহায্য আৰু কাৰ্য্যকৰী সমৰ্থন আছিল। তেতিয়া মেক্সিক'ৰ সভাপতি আছিল চৰমপন্থী। তেওঁলোকেও যুক্তৰাষ্ট্ৰৰ বিৰোধিতা কৰা লেটিন আমেৰিকা দলৰ আগ-শাৰীলৈ আহিবৰ কাৰণে বৰ উৎসুক। গতিকে ব্ৰুচেলছ্ কংগ্ৰেছ সম্বন্ধে মেক্সিক'ই অতি বেচি আগ্ৰহ দেখুৱাবলৈ ধৰিলে। স্থানীয় চৰকাৰে চৰকাৰীভাৱে যোগ দিব নোৱাৰিলেও তেওঁলোকৰ পক্ষৰপৰা এজন বিখ্যাত ৰাজনীতিত পণ্ডিত লোক দৰ্শক হিচাপে তাত যোগ দিছিল।

জাভা, ইন্দোচীন, পেলেষ্টাইন, চিৰিয়া, মিছৰ, উত্তৰ আফ্ৰিকাৰ আৰবসকল, আৰু আফ্ৰিকাৰ নিগ্ৰোসকলৰ জাতীয় সম্মিলনৰ পক্ষৰপৰা প্ৰতিনিধিসকল ব্ৰুচেলছত উপস্থিত আছিল। ইয়াৰ বাহিৰেও বহুতো চৰমপন্থী বনুৱা সঙ্ঘৰ প্ৰতিনিধি আৰু ইউৰোপত বনুৱা সঙ্ঘৰ বহুত দিন নেতৃত্ব কৰা নামজ্বলা লোকো উপস্থিত আছিল। বহুতো কমিনিষ্টেও প্ৰতিনিধিৰূপে আলোচনাত যোগ দিছিল। কিন্তু তেওঁলোকে কমিউনিষ্ট্ হিচাপে নহয়, বনুৱা সঙ্ঘ বা তেনে কোনো সঙ্ঘৰ প্ৰতিনিধি হিচাপেই আহিছিল।

জৰ্জ্জ লান্সবেৰীক সভাপতি নিৰ্ব্বাচন কৰা হৈছিল। তেওঁৰ অভিভাষণো আছিল আবেগপূৰ্ণ। এই বক্তৃতাৰপৰা প্ৰমাণ হৈছিল যে, কংগ্ৰেছ সিমান চৰমপন্থী নহয় আৰু কমিউনিজম প্ৰচাৰৰ কৌশল এটা মাত্ৰও নহয়। কিন্তু মুঠতে সম্মিলন কমিউনিষ্টৰ প্ৰতি বন্ধুত্বপূৰ্ণই আছিল। কিছুমান বিষয়ত একমত হোৱাটো সম্ভৱ হোৱা নাই যদিও সকলোৱে একগোট হৈ কাম কৰাৰ থল নোহোৱা নহয়।

সাম্ৰাজ্যবাদ-বিৰোধী স্থায়ী প্ৰতিষ্ঠানৰ সভাপতি হ'বলৈ মিঃ লান্সবেৰী সম্মত হ'ল। কিন্তু এই হঠাতে লৈ পেলোৱা সিদ্ধান্তৰ কাৰণে তেওঁ পিচত অনুতাপ কৰিবলৈ ধৰিলে। নহ'লে বা, কিজানি বৃটিছ বনুৱা দলৰ তেওঁৰ সহকৰ্ম্মীসকলে কামটো ভাল পোৱা নাছিল। বনুৱা দল তেতিয়া 'হিজ মেজেষ্টিছ্ অপজিছন' আছিল। পিচত তেওঁলোকেই 'হিজ মেজেষ্টিছ্ গৱৰ্ণমেণ্ট' হিচাপে ফুলি উঠিবলৈ ধৰিছে। ভৱিষ্যতলৈ মন্ত্ৰী হ'ব লগা লোকসকলে তেনেকুৱা বিপদসংকুল বৈপ্লৱিক ৰাজনীতিত গা ঘঁহাই ফুৰা ভাল নহয়। সময় নাই বুলি তেওঁ সভাপতিৰ পদ এৰি দিলে। আন কি সঙ্ঘৰ সদস্য পদো এৰি দিলে। দুই তিনি মাহৰ আগতে

তেওঁৰ বক্তৃতা শুনি মুগ্ধ হৈছিলোঁ। হঠাৎ তেওঁৰ এই পৰিবৰ্ত্তন দেখি মনটো বৰ বেয়া লাগিল।

সি যি নহওক বহুতো নামজ্বলা মানুহ সাম্ৰাজ্যবিৰোধী সঙ্ঘৰ পৃষ্ঠপোষক হৈ উঠিল। এওঁলোকৰ ভিতৰত আইনষ্টাইন, মেদাম ছান ইয়াৎ ছেন আৰু ৰোমাঁ ৰোলাঁও আছিল। কিন্তু পিচত পেলেষ্টাইনত আৰব আৰু ইহুদীসকলৰ মাজত হোৱা কাজিয়াত সঙ্ঘই আৰবসকলৰ প্ৰতি বেচি সদয় হৈ কাম কৰা দেখি আইনষ্টাইনে সঙ্ঘৰ লগত বৰ্ত্তিব নোৱাৰি কেইমাহমানৰ পিচত পদত্যাগ কৰিলে।

ব্ৰুচেলছ্, কংগ্ৰেছ আৰু তাৰ পিচৰ কেইবা ঠাইতো অনুষ্ঠিত হোৱা সঙ্ঘৰ অধিবেশনৰপৰা মই পৰাধীন দেশ আৰু উপনিবেশবিলাকৰ সমস্যাৰ সম্পৰ্কে অনেক জ্ঞান অৰ্জ্জন কৰিলোঁ। ইয়াৰ মাজেদি পশ্চিমীয়া দেশবিলাকৰ বনুৱা ক্ষেত্ৰত হোৱা সংঘৰ্ষ আৰু সংঘাত ফটফটীয়াকৈ দেখা পালোঁ। আগতেও মই অলপ অলপ জানিছিলোঁ, পুথিও অলপ অলপ পঢ়িছিলোঁ, কিন্তু মোৰ এই জ্ঞানৰ পিচফালে বাস্তৱ অভিজ্ঞতা বা ব্যক্তিগত সংস্পৰ্শ নাছিল। এতিয়া ব্যক্তিগত সংস্পৰ্শ মোৰ হৈছে আৰু সময়ে সময়ে কিছুমান সমস্যাৰ সম্মুখীন হব লগা হৈছে, যিবিলাক সেই আভ্যন্তৰীণ সংঘাতৰে প্ৰতিফলন মাত্ৰ। দ্বিতীয় আন্তৰ্জ্জাতিক বনুৱা-জগত আৰু তৃতীয় আন্তৰ্জ্জাতিক বনুৱা-জগতৰ মোৰ সহানুভূতি আছিল তৃতীয় আন্তৰ্জ্জাতিকৰ ফালে। যুদ্ধৰ পিচৰপৰা দ্বিতীয় আন্তৰ্জ্জাতিক কাৰ্য্যকলাপ দেখি তাৰ ওপৰত মোৰ বৰ বিতৃষ্ণা হৈছে আৰু ইয়াৰ প্ৰতি বলিষ্ঠ সহানুভূতি থকা বৃটিছ বনুৱা দলৰ কাৰ্য্য প্ৰণালীৰ বিষয়ে আমাৰ ভাৰতীয়সকলৰ যথেষ্ট ব্যক্তিগত অভিজ্ঞতা হৈছে। সেই কাৰণে সদিচ্ছাৰে সৈতেই কমিউনিজমৰ প্ৰতি ঢাল নলৈ নোৱাৰিলোঁ। ইয়াৰ যিমানেই দোষ থাকক নেথাকক অন্ততঃ ভণ্ডামি নাই আৰু ই সাম্ৰাজ্যবাদী নহয়। ই অৱশ্যে মতবাদৰ কাৰণে সমৰ্থন কৰাৰ কথা নহয়, কাৰণ কমিউনিজমৰ সূক্ষ্মতত্ত্বৰ বিষয়ে মই একো নেজানিছিলোঁ। বাহিৰা অৱয়বৰ বিষয়েহে মাত্ৰ জানিছিলোঁ। সেইবিলাকৰ প্ৰতি মই আকৃষ্ট হৈছিলোঁ, তাৰ লগতে ৰুছ দেশত সংঘটিত হোৱা বিৰাট পৰিবৰ্ত্তনসমূহেও মোৰ মন আকৰ্ষণ কৰিছিল। কিন্তু কমিউনিষ্টৰ আঁকোৰগোঁজালি দস্তুৰ আক্ৰমণশীল আৰু ৰুচিপূৰ্ণ কাৰ্য্যপন্থা আৰু কাৰবাৰৰ লগত মত নিমিলিলেই তাক কুকুৰে কাঁইট নোখোৱা অৱস্থা কৰা—এইবোৰ দেখি-শুনি মোৰ বৰ খং উঠে। তেওঁলোকে অৱশ্যে মোৰ এনে মনোভাৱ দেখি ক'ব যে, বুৰ্জ্জোৱা ধৰণে শিক্ষা পোৱা আৰু ডাঙৰ দীঘল হোৱাৰ কাৰণেহে এনে হৈছে।

আমাৰ সাম্ৰাজ্যবাদ-বিৰোধী সঙ্ঘৰ সভাবিলাকত সৰু-সুৰা তৰ্ক-বিতৰ্কত মই সাধাৰণতে ইঙ্গ-মাৰ্কিন সদস্যসকলৰ পক্ষ অৱলম্বন কৰিয়েই বহোঁ। কথাটো আচৰিত যেন লাগিব পাৰে, কিন্তু আমাৰ ভিতৰত দৃষ্টিভঙ্গীৰ বহুত মিল আছিল। নহ'লেবা অতিৰঞ্জিতভাৱে আৰু আ-অলঙ্কাৰ খুৱাই লিখা প্ৰস্তাৱবিলাক যেতিয়া একেবাৰেই ঘোষণা-পত্ৰৰ নিচিনা হৈ পৰে তেতিয়া আমি মিলিতভাৱে তাৰ প্ৰতিবাদ কৰোঁ। আমি আছিলোঁ চমু আৰু সহজ সৰলভাৱে লিখা বাস্তৱৰ পক্ষপাতী, কিন্তু ইউৰোপত আক' চলিছিল তাৰ ওলোটাটোহে। কেতিয়াবা আক' কমিউনিষ্টসকলৰ লগত আন আন কাৰবাৰ মতৰ অমিল হয়, কিন্তু আমি সহজেই বুজা-বুজিলে

আহোঁ। পিচত মই দেশলৈ উভতি অহাৰ পিচত এইবিলাক সভাত যোগ দিব পৰা নাই। ব্ৰুচেলছ্ কংগ্ৰেছ দেখি সাম্ৰাজ্যবাদী শক্তিবিলাকৰ বৈদেশিক আৰু ঔপনিবেশিক বিভাগবিলাকৰ আতঙ্ক হৈছিল। ঘটিছ পৰৰাষ্ট্ৰ বিভাগৰ বিখ্যাত লেখক আনগুৰে তেওঁৰ আন পুথিত এই বিষয়ে আলোড়নকাৰী আৰু ঠায়ে ঠায়ে হাঁহি উঠা ধৰণৰ কথা লিখিছে। কংগ্ৰেছৰ মাজতো বহুত আন্তৰ্জাতিক চোৰাংচোৱা আছিল। নানান চোৰাংচোৱা বিভাগৰপৰা বহুতেই প্ৰতিনিধি হৈ আহিছিল। এটা হাঁহি উঠা কথা মোৰ মনত আছে। মোৰ এজন মাৰ্কিন বন্ধু পেৰিচত থাকোঁতে ফৰাচী চোৰাংচোৱা বিভাগৰ এজন মানুহ তেওঁৰ লগত দেখা কৰিবলৈ আহিছিল। কিছুমান বিষয়ৰ খবৰ ল'বৰ কাৰণ তেওঁ বন্ধুভাৱেই দেখা কৰিবলৈ আহিছিল। তেওঁ যি কাৰণে আহিছিল তাৰ কথা শেষ হ'লত, মাৰ্কিন মানুহজনক সুধিলে—তেওঁক চিনি পাইছে নে নাই? আগেয়ে যে তেওঁক লগ পাইছিল মনত আছে নে নাই? মাৰ্কিন মানুহজনে বহুত পৰ তেওঁৰ ফালে চাই থাকি স্বীকাৰ কৰিলে যে সেইবোৰ কোনো কথাই তেওঁৰ মনত পৰা নাই। তেতিয়া চোৰাংচোৱাজনে ক'লে যে, তেওঁ হাতে-মুখে- ক'লা ৰং সানি নিগ্ৰো প্ৰতিনিধি ৰূপে ব্ৰুচেলছ্ কংগ্ৰেছত যোগ দিছিল আৰু তাতে তেওঁক লগ পাইছিল।

সাম্ৰাজ্যবাদ-বিৰোধী সঙ্ঘৰ এখন বৈঠক বহিছিল কল'নত। মই তাত যোগ দিছিলোঁ। সভাৰ পিচত অলপ দূৰতে থকা ডুছেলডৰ্ফত ছেকোভেনৰ্জিটি সভাত যোগদান কৰিবলৈ আমাক মাতিছিল। এই সভাৰপৰা আমি উভতিছোঁ, এনে সময়তে পুলিচে আমাৰ পাৰ-পত্ৰ চাব খুজিলে। বহুতৰে লগত পাৰ- পত্ৰ আছিল; কিন্তু মই কেই ঘণ্টামানৰ কাৰণেহে ডুছেলডৰ্ফলৈ যাম কাৰণে কল'নৰ হোটেলত পাৰ-পত্ৰখন এৰি থৈ আহিলোঁ। মোক পুলিচ থানালৈ লৈ গ'ল। কপাল ভাল, আমাৰ লগতে এজন ইংৰাজ তেওঁৰ পত্নীৰ সৈতে আছিল। বোধহয় কল'নত এওঁলোকেও পাৰ-পত্ৰ এৰি আহিছিল। এঘণ্টাৰ পিচত পুলিচৰ উচ্চ বিষয়াজনে দয়া কৰি আমাক মুক্তি দিলে। ইয়াৰ ভিতৰতে তেওঁলোকে কিজানি টেলিফোনেৰে কাৰবাৰ লগত খা-খবৰ কৰি ল'লে।

পিচৰ ছোৱা সময়ত সাম্ৰাজ্যবাদ-বিৰোধী সঙ্ঘই নিজৰ বেলেগ ধৰণ-কৰণ, মই জনাত ৰক্ষা কৰিও কমিউনিজমৰ ফালে হ'লি পৰিছিল। মোৰ লগত চিঠি-পত্ৰ যোগেৰেহে তাৰ লগত সম্বন্ধ আছিল। ১৯৩১ চনত কংগ্ৰেছৰ লগত ভাৰত চৰকাৰৰ দিল্লী-চুক্তিত মই চহী কৰাৰ কাৰণে, সঙ্ঘৰ মোৰ ওপৰত বৰ খং হ'ল আৰু সঙ্ঘই মোক তেনেই জুই পানী নিষেধ কৰি দিলে। বেচি স্পষ্টকৈ ক'বলৈ গ'লে, এটা প্ৰস্তাৱেৰে মোক সঙ্ঘৰপৰা বহিষ্কাৰ কৰিলে। এটা কথা মই স্বীকাৰ কৰিব লাগিব যে, সঙ্ঘৰ খং উঠাৰ কাৰণ আছিল, কিন্তু তেওঁলোকে মোৰ ফালৰপৰা কথাটো বুজাই দিবলৈ অলপ সুবিধা দিব পাৰিলেহে'তেন।

১৯২৭-ৰ জহকালি দেউতা ইউৰোপলৈ আহিল। মই ভেনিচত তেখেতক লগ পালোঁ। পিচৰ কেইমাহত আমি একেলগে আছিলোঁ। ছোভিয়েটৰ দশম বাৰ্ষিক স্মৃতি-উৎসৱৰ কাৰণে নবেম্বৰ মাহত আমি সকলোটি—দেউতা, মই, মোৰ পৰিয়াল আৰু মোৰ ভনীজনী কেইদিনমানৰ বাবে মস্কোলৈ গৈছিলোঁ। হঠাৎ যাম

বুলি ঠিক কৰি আমি কম সময়ৰ কাৰণে মস্কোলৈ গলোঁ—তিনি দিন কি চাৰি দিনৰ কাৰণে মাত্ৰ। কিন্তু গৈ আমাৰ ভালেই লাগিল; কাৰণ এনেকৈ নিজ চকুৰে দেখাটোৰো মূল্য আছে। নতুন ৰুছিয়াৰ বিষয়ে জানিবৰ কাৰণে ই একোৱেই নহয়। তথাপি ৰুছিয়া সম্পৰ্কে যেতিয়া পঢ়িবলৈ লওঁ, তেতিয়া ইয়াৰপৰা সহায় পাওঁ। ছোভিয়েট আৰু যৌথ ব্যৱস্থাৰ ধাৰণা দেউতাৰ কাৰণে একেবাৰেই নতুন আছিল। তেওঁৰ গোটেই শিক্ষা আছিল আইন আৰু নিয়মতান্ত্ৰিকতাৰ ওপৰত প্ৰতিষ্ঠিত আৰু তেওঁৰ শিক্ষা-সংস্কাৰৰ বাহিৰ হৈ তেওঁ যাব নোৱাৰিছিল। কিন্তু মস্কোত তেওঁ যি দেখিলে তাৰপৰা তেওঁৰ মনত দ সাঁচ বহি গ'ল।

ছাইমন কমিছনৰ প্ৰথম ঘোষণা কৰা সময়ত আমি মস্কোতে। মস্কোৰ এখন বাৰ্তাৰ-কাকতত সেই বাৰ্তাৰ আমি প্ৰথম পঢ়িবলৈ পাওঁ। কেইদিনমান পিচত লণ্ডনত ছাৰ জন ছাইমনৰ সহযোগী হৈ দেউতা এটা আপীলৰ মকৰ্দ্দমাত প্ৰিভি কাউন্সিলত উপস্থিত হৈছিল। মকৰ্দ্দমাটো আছিল পুৰণি জমিদাৰী সম্পৰ্কীয় কিবা বিষয়ত। বহুত বছৰৰ আগতে মকৰ্দ্দমাটোৰ প্ৰথম আৰম্ভনিতে মই ইয়াৰ ভাৰ লৈছিলোঁ। এই বিষয়ত আৰু মোৰ কোনো আকৰ্ষণ নাছিল, কিন্তু ছাৰ জন ছামনে বৰকৈ ধৰাত দেউতাৰ লগত এবাৰ তেওঁৰ চেম্বাৰলৈ পৰামৰ্শৰ কাৰণে গৈছিলোঁ। ১৯২৭ চন শেষ হৈ আহিল। আমি ইউৰোপত মিছায়ে বহুত সময় নষ্ট কৰিলোঁ। দেউতা ইউৰোপালৈ নহা হ'লে কিজানি আগতেই উভতি গলোঁহেঁতেন। উভতি যাওঁতে দক্ষিণ-পূৰ্ব ইউৰোপ তুৰস্ক আৰু মিছৰত কিছু দিন কটোৱাৰ ইচ্ছা আছিল; কিন্তু সময়কে কৰিব নোৱাৰিলোঁ। বৰদিনৰ সময়ত মাদ্ৰাজ কংগ্ৰেছৰ অধিবেশনত যোগ দিবৰ কাৰণে আমি লৰালৰিকৈ উভতিবলৈ মন বান্ধিলোঁ। ডিচেম্বৰ মাহৰ প্ৰথম ভাগত মই, মোৰ পৰিবাৰ, ভনী আৰু ছোৱালীজনী সৈতে কলম্বোৰ ফালে যোৱা জাহাজত উঠিলোঁ। দেউতা আৰু তিনি মাহৰ কাৰণে ইৰোপতে ৰৈ গ'ল।

## ভাৰতলৈ ওভতনি আৰু ৰাজনীতিত যোগদান

মানসিক আৰু শাৰীৰিক সম্পূৰ্ণ স্বাস্থ্য লৈ ইউৰোপৰপৰা উভতিলোঁ। পৰিবাৰৰ গা সম্পূৰ্ণ ভাল নহ'লেও ভালেখিনি ভাল হৈছিল। সেই গতিকে, তেওঁৰ বিষয়ে মোৰ বিশেষ চিন্তা-ভাবনা নেথাকিল। তাৰ আগতে দোধোৰ-মোৰ ভাবত মোৰ মনৰ যি অৱস্থা আছিল, সি এতিয়া আঁতৰ হ'ল, মই নতুন শক্তি আৰু উদ্দীপনা অনুভৱ কৰিবলৈ ধৰিলোঁ। মই এতিয়া বহুত বহল দৃষ্টিভঙ্গীৰে চাব পৰা হৈছোঁ। জাতীয়তাবাদ মোৰ মনত অতি ঠেক আৰু অসম্পূৰ্ণ নীতি যেন লগা হ'ল। ৰাজ-নৈতিক স্বাধীনতা, লোকৰ শাসনৰ তলৰপৰা মুক্তি পোৱা ডাঙৰ কথা স'চাকৈয়ে, কিন্তু তাৰ কাৰণে প্ৰকৃত পথেদি আগবঢ়া উচিত। সামাজিক স্বাধীনতা আৰু ৰাষ্ট্ৰ আৰু সমাজক সমাজতান্ত্ৰিক ভেটিত প্ৰতিষ্ঠা কৰিব নোৱাৰিলে দেশৰে বোলক, বা কোনো বিশেষ মানুহৰে বোলক; পূৰ্ণ উন্নতি সাধন হ'ব নোৱাৰে। মই অনুভৱ কৰিলোঁ যে জগতৰ ঘটনাৱলী সম্বন্ধে মোৰ স্পষ্ট ধাৰণা হৈছে আৰু ঘনাই সলনি হৈ থকা জগতৰ সমস্যাবিলাক হাতৰ মুঠিলৈ আনিব পাৰিছোঁ। সমসাময়িক ঘটনা

আৰু সমস্যাৰ বিষয়ে পঢ়া-শুনা কৰিয়েই মই এৰা নাছিলোঁ, বিজ্ঞান আৰু সংস্কৃতি-মূলক আন আন বিষয়েও পঢ়া-শুনা কৰিছিলোঁ। ইউৰোপ আৰু আমেৰিকাত যে, ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক পৰিবৰ্ত্তন হৈ আছে, তালৈ চালে মুগ্ধ হ'ব লাগে। ছোভিয়েট ৰুছিয়াত কিছুমান হ'ব নলগীয়া ঘটনা ঘটিলেও, ৰুছিয়াই মোৰ মন বৰকৈ আকৰ্ষণ কৰিলে। এনেকুৱা লাগিল—ই যেন জগতৰ সমুখত এটা নতুন আশাৰ বাণী শুনাইছে। বিংশ শতিকাৰ দ্বিতীয় দশকৰ মাজ-ভাগত ইউৰোপে সুপ্ৰতিষ্ঠিত হ'বলৈ চেষ্টা কৰিছে—বিৰাট অৰ্থ-সঙ্কট তেতিয়াও আহি পৰা নাই। কিন্তু এই ধাৰণা লৈহে মই উভতিলোঁ যে এই প্ৰতিষ্ঠাৰ যি চেষ্টা, সি বাহিৰত দেখাতহে; ভিতৰি ইউৰোপ আৰু গোটেই জগতত ভূমিকম্প আৰু ভয়াবহ পৰিবৰ্ত্তনৰ সম্ভাৱনা যেন অতি ওচৰতে।

জগতৰ এইবিলাক ঘটনাৰ ঘাত-প্ৰতিঘাত সম্পৰ্কে আমাৰ দেশৰ মানুহক শিক্ষা দি ভৱিষ্যতে কি কি ঘটিব পাৰে তাৰ কাৰণে সাজু থকাই আমাৰ কৰ্ত্তব্য বুলি মোৰ মনত ধাৰণা হ'ল। এই প্ৰস্তুতি এক মতবাদৰ ওপৰত প্ৰতিষ্ঠিত। পোন প্ৰথমতে ৰাজনৈতিক স্বাধীনতাই যে আদৰ্শ হোৱা উচিত, সেই বিষয়ে কোনো সন্দেহ থকা উচিত নহয়। এইটোৱেই যে একমাত্ৰ ৰাজনৈতিক লক্ষ্যস্থল সেইটো ভালকৈ উপলব্ধি কৰা উচিত। ডমিনিয়ন ষ্টেটাছৰ অস্পষ্ট, খেলিমেলি ধাৰণাতকৈ ই বেলেগ। তাৰ পিচত সামাজিক লক্ষ্যস্থলৰ কথা। এতিয়াই কংগ্ৰেছে এই বিষয়ে বহুত দূৰলৈকে যাব পাৰিব বুলি আশা কৰিলে মোৰ বোধেৰে বৰ বেচি আশা কৰা হ'ব। কংগ্ৰেছ সম্পূৰ্ণ ৰাজনৈতিক আৰু জাতীয়বাদী অনুষ্ঠান—আন ধৰণৰ চিন্তা ই কৰি পোৱা নাই। কিন্তু তথাপি নতুন বাটেদি প্ৰথম খোজটো দিব লাগিব। কংগ্ৰেছৰ বাহিৰত বনুৱাসকলৰ মাজত, ডেকাসকলৰ মাজত এই আদৰ্শ প্ৰচাৰ কৰিব লাগিব। এই উদ্দেশ্যে মই কংগ্ৰেছৰ বিষয়ববীয়াৰ কামবপৰা অব্যাহতি বিচাৰিছিলোঁ। কিছুদিন গাঁও অঞ্চলত থাকি জনসাধাৰণৰ অৱস্থা সম্পৰ্কে জ্ঞান লাভ কৰিম, এনে এটা ইচ্ছা মোৰ আছিল। কিন্তু সেয়ে হৈ নুঠিল। ঘটনাৰ মেৰপাকত পৰি কংগ্ৰেছ ৰাজনীতিৰ মাজলৈহে সোমাই যাবলগীয়া হ'ল।

মাদ্ৰাজ গৈ পোৱাৰ লগে লগেই বা-মাৰলিৰ মাজতে পৰি গ'লোঁ। স্বাধীনতা যুদ্ধৰ আশঙ্কা, সাম্ৰাজ্যবাদবিৰোধী সঙ্ঘৰ লগত যোগদান আদি কৰি এমুঠি প্ৰস্তাৱ কাৰ্য্যনিৰ্ব্বাহকৰ আগত দাঙি ধৰিলোঁ। প্ৰায় গোটেইখিনি প্ৰস্তাৱেই কাৰ্য্য-নিৰ্ব্বাহকৰ নিজা প্ৰস্তাৱ হিচাপে গৃহীত হ'ল। কংগ্ৰেছৰ মুকলি অধিবেশনতো ময়ে সেই প্ৰস্তাৱ কেইটা উত্থাপন কৰিবলগীয়া হ'ল। প্ৰস্তাৱ কেইটা বিনা প্ৰতিবাদে গৃহীত হোৱা দেখি মই আচৰিত হলোঁ। আন কি শ্ৰীমতী এনি বেছান্তেও স্বাধীনতাৰ প্ৰস্তাৱ সমৰ্থন কৰিলে। চাৰিওফালৰপৰা ইমানখিনি সমৰ্থন পোৱাটো আনন্দৰ কথা, সন্দেহ নাই। কিন্তু মোৰ মনত বৰ অশান্তি লাগিল। এনেকুৱা লাগিল যে প্ৰস্তাৱবিলাক হয় কোনেও বুজিবলৈ চেষ্টা নকৰিলে, নহয় ভুল বুজিলে। কংগ্ৰেছৰ পিচত যেতিয়া স্বাধীনতা প্ৰস্তাৱ লৈ তৰ্ক-বিতৰ্ক আৰম্ভ হ'ল, তেতিয়াই এই কথা বুজিলোঁ।

সাধাৰণতঃ কংগ্ৰেছত যি ধৰণৰ প্ৰস্তাৱ উত্থাপিত হয়, মোৰ প্ৰস্তাৱবিলাক

ভালেখিনি ঠাইত তাতকৈ বেলেগ আছিল। এইবিলাক দৃষ্টিভঙ্গী আছিল নতুন। বহুতো কংগ্ৰেছী লোকে তাক ভাল পালে, বহুতে আক' বেয়াও পালে। কিন্তু কোনেও একো বিশেষ প্ৰতিবাদ নকৰিলে। তেওঁলোকে বোধহয় ভাবিলে যে এই প্ৰস্তাৱবিলাক পাণ্ডিত্যপূৰ্ণ আলোচনাৰ বিষয় মাত্ৰ, ইয়াৰপৰা লাভ ক্ষতি একো নহয। গতিকে সেই কেইটা নবালৰিকৈ গ্ৰহণ কৰি লৈ অইন বেচি গুৰুত্বপূৰ্ণ কথালৈ বাগৰি যোৱাটোৱেই সেইবিলাকৰ হাঁত সৰাৰ উত্তম উপায়। স্বাধীনতা প্ৰস্তাৱ লৈ তেতিয়া একো চাঞ্চল্যৰ সৃষ্টি হোৱা নাছিল, কিন্তু দুই এবছৰৰ পিচতে সিয়েই কংগ্ৰেছৰ প্ৰধান প্ৰস্তাৱ হৈ থাকিল আৰু পূৰ্ণ স্বাধীনতাৰ আদৰ্শই বহুল ভাৱে মানুহৰ মনত এটা ভাবাৱেগৰ সৃষ্টি কৰিলে।

গান্ধীজী মাদ্ৰাজ কংগ্ৰেছত উপস্থিত আছিল। কিন্তু তেওঁ কোনো আলোচনাত যোগ দিয়া নাছিল। কাৰ্য্যনিৰ্ব্বাহকৰ সভ্য আছিল যদিও, তেওঁ তাৰ অধিবেশনত যোগ দিয়া নাছিল। স্বৰাজ্য দল সৃষ্টি হোৱাৰ পিচৰপৰাই তেওঁ কংগ্ৰেছৰ প্ৰতি এই ধৰণৰ নিৰ্লিপ্ত ভাব দেখুৱাই আহিছে। কিন্তু তেওঁৰ পৰামৰ্শ সদায় গ্ৰহণ কৰা হৈছিল আৰু তেওঁ নজনাকৈ কোনো প্ৰধান কাম কৰা নহৈছিল। মই যি কেইটা প্ৰস্তাৱ উত্থাপন কৰিছিলোঁ তাক তেওঁ অনুমোদন কৰিলে নে নাই ক'ব নোৱাৰোঁ। মোৰ বোধেৰে প্ৰস্তাৱ কেইটাৰ মতামত যি হওক নহওক প্ৰকাশৰ ভঙ্গী তেওঁৰ ভাল লগা নাই। পিচতো তেওঁ অৱশ্যে সেইবিলাকৰ কোনো সমালোচনা কৰা নাই। দেউতা তেতিয়া ইউৰোপত আছিল। গতিকে তেখেতৰ মতামত জানিব নোৱাৰিলোঁ।

ছাইমন কমিছনক গৰিহণা দি আৰু তাক বৰ্জ্জন কৰিব লাগে বুলি সেই অধিবেশনতে এটা প্ৰস্তাৱ উঠিছিল আৰু তাৰ আলোচনা প্ৰসঙ্গতে বুজা গ'ল যে স্বাধীনতা প্ৰস্তাৱটোৰ প্ৰতি কোনেও বিশেষ গুৰুত্ব দিয়া নাই। সেই প্ৰস্তাৱত আনুষঙ্গিকভাৱে ভাৰতৰ সংবিধান ৰচনাৰ কাৰণে এখন সৰ্ব্বদলীয় সম্মিলন আহ্বান কৰা হ'ল। সেই প্ৰস্তাৱত স্বাধীনতা যাৰ ধাৰণাতে নাছিল সেই মধ্যমপন্থী দলবো সহযোগিতা বিচৰা হ'ল। অৱশ্যে তেওঁলোকে অতি বেচি এক ৰকমৰ স্বায়ত্ত শাসন পৰ্য্যন্ত আগবাঢ়িব পাৰে।

মই আকৌ কংগ্ৰেছৰ সম্পাদক হলোঁ। এই বছৰৰ সভাপতিৰ ব্যক্তিগত ইচ্ছা অনুসৰিয়েই সেইটো হ'ল। ডাঃ আনচাৰী মোৰ বহু দিনৰেপৰা মৰমৰ বন্ধু। তেওঁৰ কথা এবাৰ পৰা টান। তাৰ উপৰি মোৰ যি কেইটা প্ৰস্তাৱ গৃহীত হৈছে, তাক কাৰ্য্যকৰী কৰিব লাগিলেও মোৰ সহযোগিতাৰ আৱশ্যক। অৱশ্যে সৰ্ব্বদল সম্মিলনীৰ প্ৰস্তাৱ হোৱাত মোৰ প্ৰস্তাৱৰ গুৰুত্ব বহুতো কমি গ'ল। তথাপি ভালে-খিনি থাকিল। কিন্তু মোৰ ভয় হ'ল যে, সৰ্ব্বদল সম্মিলনৰ প্ৰভাৱত বা অন্যান্য কাৰণত কংগ্ৰেছে কিজানি মধ্যমপন্থীসকলৰ ফালে দোঁ খায় আৰু আপোচ কৰিবলৈ আগবাঢ়ি আহে। সেই কাৰণেই মই বিশেষকৈ সম্পাদকৰ পদ গ্ৰহণ কৰিবলৈ গাত ললোঁ। এবাৰ ইটো চৰমপন্থীৰ ফালে, আনবাৰ সিটো চৰমপন্থীৰ ফালে ঢলি পৰি কংগ্ৰেছ এটা দোধোৰ-মোৰ অৱস্থাত পৰিল। কংগ্ৰেছ যাতে মধ্যম-পন্থীসকলৰ নীতিৰ ফালে দোঁ খাই নপৰে, আৰু স্বাধীনতা লাভৰ লক্ষ্য যাতে কংগ্ৰেছে ঠিক ৰাখে তাৰ বাবে মই যিমান পাৰোঁ চেষ্টা কৰিবলৈ ধৰিলোঁ।

জাতীয় কংগ্ৰেছৰ অধিবেশনৰ লগত আনুষঙ্গিক আৰু বহুত সভা-সমিতি পতা হয়। মাদ্ৰাজত এই বছৰ প্ৰথম (আৰু শেষো) ৰিপাব্লিকান কনফাৰেন্সৰ অধিবেশন হৈছিল। মোক সভাপতিৰ পদ লবৰ কাৰণে মাতিলে। মই নিজকে এজন ৰিপাব্লিকান বুলিয়েই ভাবোঁ। গতিকে প্ৰস্তাৱটো মোৰ ভালেই লাগিল। কিন্তু এই সম্মিলনৰ উদ্যোক্তাসকলক মই চিনি নেপাওঁ। তাৰ উপৰি কাঠফুলাৰ দৰে গজি উঠা এইবিলাক কথা-কাণ্ডৰ লগত সাঙোৰ খাই পৰিবলৈ মই ভাল নেপাওঁ। হেহোঁ-নেহোঁ কৰি শেষত মই সভাপতি হবলৈ গাত ললোঁ। কিন্তু ইয়াৰ কাৰণে পিচত মই অনুতাপ কৰিব লগা হৈছে। আন আন অনেক সমিতিৰ দৰেই ৰিপাব্লিকান কনফাৰেন্সৰ জন্মৰ লগে লগেই মৃত্যু হ'ল। এই সম্মিলনত গৃহীত হোৱা প্ৰস্তাৱবিলাক পাবৰ কাৰণে কেইবা মাহো চেষ্টা কৰিলোঁ কিন্তু একো ফল নধৰিলে। আমাৰ দেশৰ এনেকুৱা বহুত মানুহ আছে যি প্ৰথমতে নতুন কিবা এটা আৰম্ভ কৰোঁতে বৰ উৎসাহেৰে আৰম্ভ কৰে, কিন্তু কিছু দিনৰ পিচতেই সেইটো এৰি আকৌ নতুন এটাত ধৰে। আমি কোনো কামত ধৈৰ্য্যেৰে লাগি থাকিব নোৱাৰোঁ বুলি যি অপবাদ আছে তাৰ প্ৰায় বহুতখিনি সঁচা।

মাদ্ৰাজ কংগ্ৰেছ শেষ হোৱাৰ আগতেই দিল্লীৰপৰা হেকিম আজমল খাঁৰ মৃত্যুৰ বতৰা আহিল। তেওঁ কংগ্ৰেছৰ প্ৰাক্তন সভাপতি আৰু এজন প্ৰবীণ ৰাজনীতিক আছিল। কংগ্ৰেছৰ নেতাসকলৰ মাজত তেওঁ আগ-শাৰীত ঠাই পাইছিল। তেওঁ তেনেই পুৰণি ৰক্ষণশীলতাৰ মাজত ডাঙৰ-দীঘল হোৱা লোক। আধুনিকতা তেওঁৰ মাজত একেবাৰেই নাছিল। দিল্লীৰ মোগলৰ দিনৰ শিক্ষা-সভ্যতা তেওঁৰ গাত ভৰি আছিল। তেওঁৰ অতিপাত ভদ্ৰতা, লাহে লাহে কথা কোৱাৰ ভংগী আৰু মুকলি মনৰ হাঁহি-ধেমালিৰ কথাত সকলোৱে আনন্দ পাইছিল। পুৰণিকলীয়া ডাঙৰীয়া-সকলৰ দৰে আছিল তেওঁৰ আচাৰ-ব্যৱহাৰ। তেওঁ দেখাতো আছিল মোগল সম্ৰাট-সকলৰ দৰেই। এনেকুৱা মানুহে সাধাৰণতে ৰাজনীতিত খহটা আলিয়েদি খোজকাঢ়ি-বলৈ নাহে। আজি-কালি অশান্তিৰ সৃষ্টি কৰি থকা মানুহবিলাকৰ উৎপাতত অস্থিৰ হৈ বৃটিছসকলে এই ধৰণৰ মানুহ বিচাৰি হা-হুমুনিয়াহ কাঢ়ে। প্ৰথমে ছোৱাত হেকিম চাহাবৰ ৰাজনীতিৰ লগত সম্বন্ধ অতি কম আছিল। এটা চিকিৎসক পৰিয়ালৰ মূল মানুহ আছিল তেওঁ। গতিকে ব্যৱসায়তে তেওঁ সৰহভাগ লাগি থাকিবলগীয়া হৈছিল। তেওঁ যুদ্ধৰ শেষৰ ফালে তেওঁৰ পুৰণি বন্ধু আৰু সহকাৰী ডাক্তৰ আনচাৰীৰ প্ৰভাৱত তেওঁ কংগ্ৰেছৰ ফালে ঢাল খায়। পিচত পঞ্জাৱৰ সামৰিক আইন আৰু খিলাফৎ সমস্যাত বিচলিত হৈ তেওঁ গান্ধীজীয়ে দেখুৱা অসহযোগ পদ্ধতিকে অনুমোদন কৰিলে। তেওঁ কংগ্ৰেছৰ ভিতৰত পুৰণি আৰু নতুনৰ যোগসূত্ৰৰ দৰে আছিল। তেওঁৰ উদাহৰণকে লৈ বহুত পুৰণিপন্থীয়েই জাতীয় আন্দোলন সমৰ্থন কৰে। এইদৰে দুয়ো ফালৰে এটা সামঞ্জস্যৰ সৃষ্টি কৰি তেওঁ জাতীয় দলৰ আগ-ৰণুৱাসকলৰ শক্তি বঢ়াইছিল। তেওঁৰ উদাহৰণপৰাই হিন্দু-মুছলমানৰ সম্পৰ্ক ঘনিষ্ঠ হৈ উঠে। তেওঁ দুয়ো সম্প্ৰদায়ৰে সমান শ্ৰদ্ধাৰ পাত্ৰ আছিল। গান্ধীজীয়েও তেওঁক এজন বিশ্বাসী বন্ধু বুলি গ্ৰহণ কৰিছিল। হিন্দু-মুছলমানৰ সম্পৰ্কৰ স্থলত হেকিম চাহাবৰ পৰামৰ্শকে তেওঁ চূড়ান্তভাৱে গ্ৰহণ

কৰে। দেউতা আৰু হেকিম ডাঙৰীয়াৰ মাজত সংস্কৃতিৰ ক্ষেত্ৰত ঐক্য থকাৰ কাৰণে দুয়োৰো মাজত স্বাভাৱিক প্ৰীতি আছিল।

প্ৰায় এবছৰৰ আগতে হিন্দু মহাসভাৰ কোনো কোনো নেতাই মোক এটা অপবাদ দিছিল—পাৰ্চিক সংস্কৃতিৰ ভেটিত মোক শিক্ষা দিয়া হৈছিল কাৰণে বোলে হিন্দু মনোভাৱ সম্পৰ্কে মই একো নেজানো। মোৰ ভিতৰত কি সংস্কৃতি আছে, বা কিবা সংস্কৃতি আছে নে নাই মোৰ পক্ষে সেইটো কোৱা টান। দুখৰ বিষয় ফাৰ্চী ভাষা মই সমূলি নেজানো। পিচে, দেউতা ভাৰতীয় আৰু পাৰস্যীয় সংস্কৃতিৰ সংমিশ্ৰণত ডাঙৰ-দীঘল হৈছিল, সেইটো সঁচা। প্ৰাচীন দিল্লী দৰবাৰৰপৰা গোটেই উত্তৰ ভাৰতেই তাক উত্তৰাধিকাৰী সূত্ৰে পাইছে। আন কি এই অধঃপতনৰ যুগতো দিল্লী আৰু লক্ষ্ণৌ এই সংস্কৃতিৰ দুটা প্ৰধান কেন্দ্ৰ। পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত সামঞ্জস্য ঘটোৱাৰ অদ্ভুত শক্তি আছিল কাশ্মীৰী ব্ৰাহ্মণসকলৰ। তেওঁলোকে যেতিয়া ভাৰতৰ সমতল ক্ষেত্ৰলৈ নামি আহে তেতিয়া ফাৰ্চী ভাৰতীয় সংস্কৃতিৰ প্ৰাধান্য আছিল। তেওঁলোকে তাকে গ্ৰহণ কৰিছিল আৰু তাৰ মাজত বহুতে ফাৰ্চী আৰু উৰ্দ্দু ভাষাৰ পণ্ডিত বুলি খ্যাতি অৰ্জ্জন কৰিছিল। তাৰ পিচত যেতিয়া বৃটিছ যুগ আহিল, তেতিয়া তেওঁলোকে আগৰ দৰেই অতি সোনকালে ইংৰাজী ভাষা আৰু ইউৰোপীয় সভ্যতা আৰু সংস্কৃতি আয়ত্ত কৰিবলৈ ধৰিলে। এতিয়াও ভাৰতত পাৰস্যীয় ভাষাত বহুতো ডাঙৰ পণ্ডিত আছে ছাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু ৰাজা নৰেন্দ্ৰনাথ এই দুজনৰ নাম তাৰ ভিতৰত উল্লেখযোগ্য।

এই কাৰণে দেউতা আৰু হাকিম চাহাবৰ মাজত বহুত ক্ষেত্ৰত মিল আছিল। আন কি আগেয়ে দুয়ো পৰিয়ালৰ মাজত যে ঘনিষ্ঠতা আছিল তাৰ প্ৰমাণো তেওঁ-লোকে পাইছিল। তেওঁলোকৰ বন্ধুত্ব গভীৰ হৈ উঠিছিল আৰু তেওঁলোকে ইজনে সিজনক 'ভাই চাহেব' বুলি সম্বোধন কৰিছিল। তেওঁলোকৰ পৰস্পৰৰ মাজত যি বন্ধুত্ব, তাত ৰাজনীতিৰ স্থান অতি কম আছিল। পাৰিবাৰিক জীৱনত হাকিমজী আছিল অতি ৰক্ষণশীল। তেওঁ আৰু তেওঁৰ পৰিয়ালৰ লোকে পুৰণি অভ্যাস কোনোমতেই এৰিব নোৱাৰিলে। তেওঁৰ পৰিয়ালৰ নিচিনা পৰ্দ্দা প্ৰথাৰ ইমান প্ৰকোপ মই আৰু ক'তো দেখা নাই। তথাপি হাকিমজীয়ে নিজে বিশ্বাস কৰিছিল যে স্ত্ৰী-স্বাধীনতা নহ'লে কোনো জাতিয়ে উন্নতি কৰা সম্ভৱ নহয়। স্বাধীনতা আন্দোলনত তুৰ্কী নাৰীসকলে যোগ দিয়াৰ কাৰণে কামাল পাছাই সাফল্য লাভ কৰিছিল।

হাকিম আজমল খাঁৰ মৃত্যুত কংগ্ৰেছে বৰ আঘাত পালে। কংগ্ৰেছে এজন বলিষ্ঠ সমৰ্থক হেৰুৱালে। ইয়াৰ পিচত দিল্লীলৈ গ'লেই আমি এটা অভাৱ অনুভৱ কৰোঁ, কিয়নো দিল্লীৰ লগত হাকিমজী আৰু বিল্লীমাৰণৰ ঘৰৰ স্মৃতি এৰাব নোৱৰাকৈ সাঙোৰ খাই আছে।

১৯২৮ চনত ৰাজনৈতিক কাম চাৰিওফালে ভালকৈ চলিছিল। সকলো ঠাইতে নতুন উছাহ-উদ্দীপনা আৰু জনসাধাৰণৰ মনত আগবাঢ়ি যোৱাৰ এটা প্ৰবল আকাঙ্ক্ষাই দেখা দিলে। বোধহয়, মই নথকা কালছোৱাত লাহে লাহে এই পৰিৱৰ্ত্তন আহিছে। মই উভতি আহি এই কথা লক্ষ্য কৰিছোঁ। ১৯২৬ চনৰ প্ৰথম ভাগত

ভাৰতবৰ্ষ আছিল নিজ্জীৰ আৰু অৱসাদগ্ৰস্ত। বোধহয় তেতিয়াও ভাৰতে ১৯১৯-২২-ৰ পিচৰ অৱসাদ গুচাব পৰা নাই। কিন্তু ১৯২৮-ৰ ভাৰতবৰ্ষ সতেজ আৰু সক্ৰিয়—যেন ইমান দিনে ভেটা দি থোৱা চেতনাই এতিয়া পাৰ ভাঙি বৈ আহিছে। কাৰখানাৰ বনুৱা, খেতিয়ক, মধ্যবিত্ত শ্ৰেণীৰ ডেকা আৰু সাধাৰণভাৱে শিক্ষিত শ্ৰেণী—সকলোৰে মাজতে এই নতুন চেতনাৰ চিন জল্‌জল্ পট্‌পট্‌কৈ দেখা গৈছিল।

ট্ৰেড ইউনিয়ন (বনুৱাৰ) আন্দোলন ভালকৈয়ে বহলি গৈছিল আৰু সাত আঠ বছৰৰ আগতে স্থাপিত হোৱা নিখিল ভাৰত ট্ৰেড্ ইউনিয়ন কংগ্ৰেছ ইয়াৰ আগতেই শক্তিশালী প্ৰতিনিধিমূলক প্ৰতিষ্ঠানত পৰিণত হৈছে। ইয়াৰ ঠাল-ঠেঙুলি যে বাঢ়িছেই তাৰ উপৰি তাৰ মতবাদো সংগ্ৰামশীল আৰু চৰমপন্থী হৈ উঠিছে। প্ৰায়েই ধৰ্ম্মঘট লাগি আছে আৰু শ্ৰেণীস্বাৰ্থবোধ জাগি উঠিছে। বস্ত্ৰশিল্প আৰু ৰেলৰে বনুৱাসকলেই আটাইতকৈ বেচি সংঘবন্ধ হৈছিল। আৰু তাৰ ভিতৰতো আকৌ আটাইতকৈ শক্তিশালী আছিল বোম্বাই গিৰণি কামগাৰ ইউনিয়ন আৰু জি. আই. পি. ৰেলৰে ইউনিয়ন। বনুৱা সঙ্ঘৰ উন্নতিৰ লগে লগে অনিবাৰ্য্যভাৱেই পাশ্চাত্যবপৰা আভ্যন্তৰীণ কাজিয়া আৰু ধ্বংসৰ বীজো আহিল। ভাৰতত ট্ৰেড্ ইউনিয়ন আন্দোলনে প্ৰতিষ্ঠা লাভ কৰোঁতে নকৰোঁতেই ইয়াৰ মাজত খেল ফটা-ফাটি, এৰা-এৰি প্ৰতিযোগিতা আৰু শত্ৰুতাৰ আশঙ্কা উপস্থিত হ'ল। ইয়াৰ মাজতে এদল আছিল দ্বিতীয় আন্তৰ্জাতিক ভক্ত আৰু এদল তৃতীয় আন্তৰ্জাতিক ভালপোৱা, এদল সংস্কাৰকামী নৰমপন্থী, আন দল দেখ্ দেখ্‌কৈয়ে বিপ্লৱী আৰু আমূল পৰিবৰ্ত্তনকামী। এই দুই দলৰ মাজত অনেক ধৰণৰ মতৰ মানুহ আৰু সুবিধাবাদীও আছিল। দুখৰ বিষয় সকলো প্ৰতিষ্ঠানতেই এই দলৰ প্ৰাদুৰ্ভাৱ হয়।

খেতিয়ক সম্প্ৰদায়ৰ ভিতৰতো আন্দোলনৰ মনোভাৱে দেখা দিলে। যুক্ত-প্ৰদেশৰ অযোধ্যা অঞ্চলত খেতিয়কসকলৰ প্ৰতিবাদ-সভা ঘনাই হ'বলৈ ধৰিলে। নতুন অযোধ্যা প্ৰজাস্বত্ব আইনত ৰায়তসকলৰ জীৱন-স্বত্ব আৰু আন আন যিবিলাক অধিকাৰ দিয়াৰ কথা আছিল, তাৰ ফলত কাৰ্য্যতঃ খেতিয়কসকলৰ অৱস্থাৰ কোনো উন্নতি নহ'ল। গুজৰাটত মাটিৰ খাজনা বঢ়া কথা লৈ চৰকাৰৰ লগত খেতিয়ক-সকলৰ কাজিয়া কেউফালে দেখা দিলে। গুজৰাটত চৰকাৰৰ লগত খেতিয়কসকলৰ পোনপটীয়া সম্পৰ্ক। এই কাজিয়া চৰদাৰ বল্লভভাই পেটেলৰ নেতৃত্বত বৰদলী সত্যাগ্ৰহ স্বৰূপে দেখা দিলে। এই আন্দোলন চলোৱাৰ নিপুণ পদ্ধতি ভাৰতবৰ্ষই প্ৰশংসাৰ চকুৰে চাবলৈ ধৰিলে। বৰদ'লীৰ খেতিয়কসকল বহুত ঠাইতে কৃতকাৰ্য্য হ'ল। এই আন্দোলনত ভাৰতীয় খেতিয়কসকলৰ মনত যি নতুন আশাৰ সঞ্চাৰ হ'ল, সিয়ে আটাইতকৈ ডাঙৰ সাফল্য। খেতিয়কসকলৰ দৃষ্টিত বৰদ'লী আশা, সঙ্ঘশক্তি আৰু কৃতকাৰ্য্যতাৰ প্ৰতীক হৈ উঠিল।

১৯২৮-ৰ ভাৰতবৰ্ষত যুৱক-আন্দোলনে এটা মুখ্য স্থান অধিকাৰ কৰিছিল। দেশৰ সকলো ঠাইতে যুৱক সমিতি প্ৰতিষ্ঠিত হৈছিল আৰু প্ৰায়েই নানা ঠাইত সম্মিলন বহিছিল। এইবিলাক যুৱক-সমিতিৰ মাজত বহুতো স্তৰভেদ আছিল। ধৰ্ম্মকে আৰম্ভ কৰি বৈপ্লৱিক মতবাদ আৰু পন্থাতিলৈকে একো একোটা দলত

আলোচনা কৰা হৈছিল। এইবিলাকৰ উন্তৰ আৰু কাৰ্য্যপন্থতিৰ মাজত পাৰ্থক্য থকাতো যুৱক সম্মিলনবিলাকত সদায় বৰ্ত্তমান সময়ৰ অৰ্থনৈতিক সমস্যাবিলাকৰ আলোচনা হৈছিল আৰু বৰ্ত্তমান অৱস্থাৰ আমূল পৰিবৰ্ত্তনৰ বাবে আগ্ৰহ বিশেষকৈ দেখা গৈছিল।

কেৱল ৰাজনীতিৰ ফালৰপৰা চাবলৈ গ'লে এই বছৰটোত ছাইমন কমিছন বয়কট আৰু সৰ্ব্বদল সম্মিলনেই প্ৰধান ঘটনা। কংগ্ৰেছৰ বয়কট আন্দোলনত মধ্যম-পন্থীসকলে যোগ দিয়াত ই অদ্ভুত কৃতকাৰ্য্যতা লাভ কৰিলে। কমিছন য'লৈকে গৈছিল, তাতেই বিক্ষোভ প্ৰদৰ্শনৰ কাৰণে সমবেত জনতাই "গ' বেক্ ছাইমন" (ছাইমন উভতি যোৱা) বুলি চিঞৰিবলৈ ধৰিলে। ইয়াৰ ফলত ভাৰতত সাধাৰণ মানুহৰ মাজত ছাৰ জন ছাইমনৰ নাম চিনাকি হৈ উঠিল আৰু তেওঁলোকে ইংৰাজী ভাষাৰ দুটা শব্দ শিকি ল'লে। সদায় সেই চিঞৰ শুনি শুনি কমিছনৰ সদস্যসকলে নিশ্চয় আমনি পাবলৈ ধৰিলে। তেওঁলোক যেতিয়া দিল্লীৰ ওৱেষ্টাৰ্ণ হোটেলত আছিল তেতিয়া ৰাতিৰ আন্ধাৰৰ লগে লগে সেই শব্দ ভাঁহি আহিছিল। আমি এটা সাধুকথা শুনিছিলোঁ। ৰাতিও তেওঁলোকক উদ্দেশ্য কৰি মৰা তেনেকুৱা এটা বিদ্ৰূপৰ চিঞৰ শুনি বোলে তেওঁলোকে অতিকৈয়ে আমনি পাইছিল। কিন্তু প্ৰকৃততে সাম্ৰাজ্যৰ নতুন ৰাজধানীৰ ওচৰৰ এবাবাৰীবিলাকৰ মাজৰপৰা অহা শিয়ালৰ হোৱাকে তেওঁলোকে জনতাৰ চিঞৰ বুলি ভুল কৰিছিল।

সৰ্ব্বদল সম্মিলনীত শাসনতন্ত্ৰৰ 'খচৰা' কৰা বৰ টান কথা নাছিল। গণ-তান্ত্ৰিক পাৰ্লিয়ামেণ্টীয় পদ্ধতিৰ শাসনতন্ত্ৰ যি কোনো মানুহেই সহজে ৰচনা কৰিব পাৰে। কিন্তু প্ৰধান বিঘিনি হ'ল—প্ৰধান নো কি, একামাত্ৰ বিঘিনিয়েই বুলিব পাৰি—সম্প্ৰদায় বা সংখ্যালঘুসকলৰ সমস্যা। সম্মিলনত চৰম সাম্প্ৰ-দায়িকতা প্ৰতিষ্ঠানৰ প্ৰতিনিধিসকলো আছিল; সকলোকে একমত কৰোৱাটো টান হৈ উঠিল। ই যেন সেই পুৰণি নিষ্ফল ঐক্য সম্মিলনৰ পুনৰাভিনয়। দেউতা বসন্তকালত ইউৰোপৰপৰা উভতি আহি উৎসাহেৰে সম্মিলনত যোগ দিলে। অৱশেষত আন একো বাট নেপাই দেতাৰ সভাপতিত্বত এখন সৰু কমিটী গঠন কৰা হ'ল। শাসনতন্ত্ৰ ৰচনা আৰু সাম্প্ৰদায়িক সমস্যা সমাধানৰ ভাৰ এই কমিটিৰ ওপৰত দিয়া হ'ল। এই কমিটী 'নেহৰু কমিটী' হিচাপে আৰু ইয়াৰ সিদ্ধান্ত 'নেহৰু ৰিপৰ্ট' হিচাপে প্ৰখ্যাত হৈছিল। ছাৰ তেজবাহাদুৰ ছাপ্ৰুও এই কমিটীৰ সদস্য আছিল আৰু ৰিপৰ্টখন ঠায়ে ঠায়ে তেৱেঁই ৰচনা কৰিছিল।

মই এই কমিটীৰ সদস্য নাছিলোঁ। তথাপি কংগ্ৰেছৰ সম্পাদক হিচাপে মই কিবাকিবি বহুতো কৰিব লগা হৈছিল। কিন্তু যত প্ৰকৃত সমস্যা হৈছে ক্ষমতা আৰু অধিকাৰ—তাত কাগজ-কলম খৰচ কৰি শাসনতন্ত্ৰ ৰচনা কৰা একেবাৰেই নিষ্ফল—ইয়াকে ভাবি মই অতি বিমোৰত পৰিছিলোঁ। তাৰ ওপৰত আকৌ কমিটীয়ে ঔপনিবেশিক স্বায়ত্তশাসন, আন কি, তাতকৈয়ো কম লক্ষ্যহে স্থিৰ কৰিছিল। এই কথাটো মোৰ ভাল লগা নাই। পিচে কিজানি সাম্প্ৰদায়িক সমস্যাৰ সমাধান হয়েই এই আশাৰে কমিটীৰপৰা কিবা কাম হ'ব বুলি আশা কৰিছিলোঁ। চুক্তি বা দুয়ো পক্ষৰ সম্মতিৰ দ্বাৰা এই সমস্যাৰ মীমাংসা হ'ব পাৰে বুলি মই

কেতিয়াও আশা কৰা নাছিলোঁ। সামাজিক আৰু অৰ্থনৈতিক অৱস্থাৰ ভিত্তিত নহ'লে কোনো সমস্যাৰে সমাধান হ'ব নোৱাৰে। পিচে যদি সৰহভাগ মানুহে সাম্প্ৰদায়িকভাৱে হ'লেও কোনো চুক্তিত আৱদ্ধ হয়, তেতিয়াও বৰ্ত্তমানৰ অসন্তোষ কিছু দূৰ হ'ব আৰু আন আন সমস্যাবিলাকৰ প্ৰতি চকু দিবলৈ সময় পোৱা যাব —এই কাৰণে কমিটীৰ কামত বাধা নিদি মই যিমান পাৰোঁ সহায় কৰিবলৈ ধৰিলোঁ।

কৃতকাৰ্য্যতা যেন হাতৰ মুঠিলৈ আহিছে তেনে যেন অনুভৱ কৰিবলৈ ধৰিলোঁ। দুই তিনিটা বিষয়ৰ মীমাংসা হ'লেই হৈ যায়। তাৰ মাজত পঞ্জাৱৰ হিন্দু-মুছলমান-শিখ এই তিনি ভাগৰ বিভক্ত সমস্যাই প্ৰধান হৈ উঠিল। কমিটীয়ে এটা অভিনৱ উপায়েৰে এই সমস্যাৰ বিচাৰ কৰিলে। তেওঁলোকে সমগ্ৰভাৱে পঞ্জাৱক গ্ৰহণ নকৰি পূৰ্ব্ব (হিন্দু প্ৰধান) পশ্চিম (মুছলমান প্ৰধান) আৰু উত্তৰ-পূব (শিখ প্ৰধান)—এই ধৰণে ভাগ কৰি সংখ্যাৰ অনুপাতে তেওঁলোকৰ সিদ্ধান্ত প্ৰকাশ কৰিলে। কিন্তু সকলো অথলে গ'ল। প্ৰত্যেকৰ প্ৰতি প্ৰত্যেকৰ ভয় আৰু অবিশ্বাস ৰয়েই গ'ল, আৰু যিমান দূৰ আগবাঢ়িলে সমস্যাৰ সমাধান হয়, কোনো পক্ষই সিমানখিনি আগ নেবাঢ়িল।

কমিটীৰ প্ৰতিবেদন বিবেচনা কৰিবলৈ লক্ষ্ণৌত সৰ্ব্বদল সম্মিলন আহ্বান কৰা হ'ল। আমাৰ বহুতেই টনাটনিৰ মাজত পৰিলোঁ। আমি সাম্প্ৰদায়িক সমস্যা সমাধানৰ পথত অন্তৰায় হ'বলৈ বিচৰা নাই, কিন্তু আনফালে স্বাধীনতাৰ আদৰ্শ জলাঞ্জলি দিয়াও আমাৰ পক্ষে টান। আমি সম্মিলনৰ ওচৰত কাকুতি-মিনতি কৰি কলোঁ যে, এই সম্পৰ্কে প্ৰত্যেক দলকে স্বতন্ত্ৰভাৱে কাম কৰিবলৈ স্বাধীনতা দিব লাগে। অৰ্থাৎ কংগ্ৰেছে তাৰ স্বাধীনতাৰ আদৰ্শ অটুট ৰাখক, আন আন মধ্যপন্থী-সকলে ঔপনিবেশিক স্বায়ত্তশাসনকে আদৰ্শস্বৰূপে গ্ৰহণ কৰক। কিন্তু দেউতাই প্ৰতিবেদনৰপৰা এচুলিমানো ইফাল-সিফাল কৰিব নুখুজিলে। সেই অৱস্থাত সেইটো কৰা সম্ভৱো নাছিল। তেতিয়া আমি ইণ্ডিপেণ্ডেণ্চ্ লীগৰ পক্ষৰপৰা (সম্মিলনত আমাৰ সংখ্যা কম নাছিল) এই বুলি বিবৃতি দিলোঁ যে, স্বাধীনতাৰ আদৰ্শতকৈ নামনাচ যিবিলাক সিদ্ধান্ত হ'ব আমি তাৰ লগত কোনো সম্পৰ্ক নেৰাখিম। সাম্প্ৰদায়িক সমস্যা সমাধানৰ পথত প্ৰতিবন্ধক সৃষ্টি কৰা ইচ্ছা আমাৰ সমূলি নাই।

এই ধৰণৰ ইমান ডাঙৰ সমস্যা একোটাত অৱশ্যে এই ধৰণৰ মনোভাৱ বিশেষ কামত নহে। ইয়াক প্ৰায় নিষ্ক্ৰিয় অৱস্থাই বুলিব পাৰি। আমাৰ মনোভাৱ যে কাৰ্য্যকৰী হ'ব, তাকে দেখুৱাবলৈ আমি সেই দিনাই "ইণ্ডিপেণ্ডেণ্চ্ লীগ অৱ্ ইণ্ডিয়া" প্ৰতিষ্ঠা কৰিলোঁ।

প্ৰস্তাৱিত শাসনতন্ত্ৰত মূল অধিকাৰ সম্পৰ্কীয় ব্যৱস্থাত অযোধ্যাৰ তালুকদাৰসকলে বৰকৈ ধৰাত তেওঁলোকৰ তালুকৰ ওপৰত থকা ন্যস্ত-স্বাৰ্থ ৰক্ষাৰ কাৰণে সৰ্ব্বদল সম্মিলনে এটা ধাৰা সংযোগ কৰি দিলে। সেই কথাটোত মই বৰ দুখ পালোঁ। অৱশ্যে গোটেই শাসনতন্ত্ৰখনকে ব্যক্তিগত সম্পত্তিৰ নিৰাপত্তাৰ ভিত্তিত ৰচনা কৰা হৈছিল। কিন্তু তথাপি এই ডাঙৰ ডাঙৰ অৰ্দ্ধ সামন্ততান্ত্ৰিক জমিদাৰী-বিলাকৰ ওপৰত জমিদাৰৰ ব্যক্তিগত অধিকাৰ অটুট ৰাখিবলৈ শাসনতন্ত্ৰত অধিকাৰ

দিয়া হ'ল—এই কথাটো মোৰ অসহ্য হ'ল। ফট্‌ফটীয়াকৈ বুজা গ'ল যে কংগ্ৰেছৰ নেতাসকলে (অকংগ্ৰেছীসকলৰতো কথাই নাই) তেওঁলোকৰ দলৰ আগ-বাঢ়ুৱা সকলতকৈ ডাঙৰ ডাঙৰ মাটিৰ গৰাকীসকলৰ লগ হে বেচিকৈ বিচাৰিছিল। সৰহ-ভাগ নেতাৰ লগতে আমাৰ ব্যৱধান যে কিমান বেচি, সি দেখ্ দেখকৈ ওলাই পৰিল। এই অৱস্থাত মোৰ পক্ষে কংগ্ৰেছৰ সাধাৰণ সম্পাদক হিচাপে কাম কৰিবৰ কোনো যুক্তি নাই যেন লাগিল। ইণ্ডিপেণ্ডেণ্চ্ লীগৰ এজন স্থপান কৰোঁতা বুলিয়েই মই পদত্যাগ কৰিবলৈ আগবাঢ়িলোঁ। কিন্তু কাৰ্য্যকৰী সমিতিয়ে নেমানিলে। তেওঁলোকে মোক আৰু সুভাষ বসুক (এৰোঁ এই কাৰণে পদত্যাগ কৰিব খুজিছিল) ক'লে যে আমি লীগৰ কাম চলালেও তাৰ লগত কংগ্ৰেছৰ কামৰ কোনো সংঘৰ্ষ হোৱাৰ সম্ভাৱনা নাই। অৱশ্যে ইয়াৰ আগতেই কংগ্ৰেছে স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰি থৈছে। ৱাৰ্কিং কমিটীৰ অনুৰোধত আকৌ মান্তি হ'লোঁ। মোক বুজাই-বৰাই পদত্যাগ পত্ৰ ওভতাই আনিবলৈ মান্তি কৰোৱাটো যে কিমান সহজ—ভাবি আচৰিত হওঁ। বহুত বাৰ এই ধৰণৰ ঘটনা ঘটিছে। প্ৰকৃততে কোনো পক্ষই এৰাএৰি হ'বলৈ নিবিচাৰে আৰু আমিও নানা উপায় অৱলম্বন কৰি এৰাএৰি নোহোৱাকৈ চলি আছোঁ।

গান্ধীজীয়ে সৰ্ব্বদল সম্মিলন বা কমিটীত সমূলি যোগদান দিয়া নাছিল। আন কি লক্ষ্ণৌ সম্মিলনতো তেওঁ উপস্থিত নাছিল।

ইতিমধ্যে ছাইমন কমিছন ইফালে-সিফালে ঘূৰি ফুৰিছে আৰু তেওঁলোকক কলা-পতাকা দেখুওৱা, আৰু "গ' বেক্" ধ্বনি লাগিয়েই আছে। ঠায়ে ঠায়ে পুলিচৰ লগত জনতাৰ সৰু-সুৰা সংঘৰ্ষও লাগিছিল। লাহোৰত এই ঘটনাই চৰম সীমা পালেগৈ আৰু হঠাৎ সেই বতৰা পাই গোটেই দেশ জ্বলি উঠিল। ছাইমন কমিছনবিৰোধী হেজাৰ হেজাৰ নৰনাৰী। জনতাৰ আগভাগত আলিবাটৰ কাষত লালা লাজপৎ ৰায় থিয় হৈ আছিল। এজন ডেকা ইংৰাজ পুলিচ বিষয়াই সকলোৰে আগতে তেওঁক মাৰ-ধৰ কৰে আৰু তেওঁৰ বুকুত বেতেৰে আঘাত কৰে। জনতাৰ কোনেও হিংসামূলক উপায় লোৱা নাছিল। লালাজীয়েতো লোৱা নায়েই। আন কি তেওঁ তেওঁৰ বহুতো লগৰীয়াৰ সৈতে শান্তভাৱে থিয় হৈ থাকোঁতেও পুলিচে অতি ভীষণভাৱে তেওঁক মাৰ-ধৰ কৰিলে। আমাৰ সমদলবিলাক সকলো প্ৰকাৰে শান্তিপূৰ্ণই আছিল যদিও ৰাজ-আলিত সমদল পৰিচালনা কৰা সময়ত পুলিচৰ লগত সংঘৰ্ষৰ আশংকা সদায় থাকে। লালাজীয়ে এই কথা জানিছিল আৰু সেই কাৰণেই তেওঁ যথেষ্ট সাৱধানে আছিল। তথাপি আৱশ্যকীয়ভাৱে পাশৱিক উপায়েৰে কৰা এই লাঞ্ছনাৰ বিৱৰণ শুনি ভাৰতবৰ্ষৰ বিৰাট জনতা খঙত জ্বলি-পকি উঠিল। তেতিয়াও আমি পুলিচৰ লাঠীচালনাত সিমান অভ্যস্ত হৈ উঠা নাই। তেতিয়াও ঘনে ঘনে কৰা পাশৱিক অত্যাচাৰৰ হেঁচাত আমাৰ আত্মমৰ্য্যাদাৰ অনুভূতি ভাগি-ছিঙি যোৱা নাই। আমাৰ এজন সৰ্ব্বশ্ৰেষ্ঠ নেতা আৰু পঞ্জাবৰ সৰ্ব্বপ্ৰধান আৰু জনপ্ৰিয় নেতাৰ প্ৰতি এই ধৰণৰ দানৱীয় ব্যৱহাৰত গোটেই দেশ বিশেষকৈ উত্তৰ-ভাৰত বাহিৰত নিটাল মাৰি থাকি ভিতৰি জ্বলি-পকি উঠিল। আমি যে

কিমান অসহায়! কিমান তলত আমি পৰি আছোঁ—আমাৰ সকলোৰে শ্ৰদ্ধাভাজন নেতাজনকো আমি ৰক্ষা কৰিব নোৱাৰোঁ!

লালাজীয়ে বহুত দিন ধৰি হৃদ্-ৰোগত ভুগিছিল। তাৰ উপৰি বুকুৰ এই আঘাত। তেওঁৰ শাৰীৰিক অৱস্থা উদ্বেগপূৰ্ণ হৈ উঠিল। বোধহয় কিজানি এজন সুস্থ ডেকাৰ কাৰণে এই আঘাত সিমান মাৰাত্মক হৈ নুঠিলহেঁতেন। কিন্তু লালাজী সুস্থও নহয়, ডেকাও নহয়। কেই সপ্তাহমানৰ পিচত তেওঁৰ মৃত্যু হয়। এই মৃত্যুৰ লগত তেওঁৰ আঘাতৰ সম্পৰ্ক আছিল নে নাই কোৱা টান। কিন্তু চিকিৎসক-সকলে কৈছিল, তাৰ ফলতে তেওঁৰ মৃত্যু ওচৰ চাপি আহিল। মোৰ মনেৰে হ'লে শাৰীৰিক আঘাতৰ লগত মানসিক যন্ত্ৰণা লগ লাগি লালাজীয়ে আৰু বেচি মৰ্ম্মান্তিক বেদনা অনুভৱ কৰিলে। ব্যক্তিগত অপমানতকৈ এই মাৰ-ধৰ জাতীয় অপমান বুলি গণ্য কৰি তেওঁ খণ্ডে-বিষে জৰ্জ্জৰিত হৈ উঠিছিল।

এই ধৰণৰ অপমানে ভাৰতবৰ্ষৰ বুকুত এটা ব'ৰ নোৱাৰা বোজাৰ দৰে হেঁচি ধৰিলে। তাৰ পিচতেই লালাজীৰ মৃত্যুৰ বাতৰি লগ লাগি দুখ-বোজাৰ গৈ খং আৰু ঘিণত পৰিণত হ'ল। এইখিনি কথা আমি ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিলেই আমি ইয়াৰ পিচৰ ঘটনাৱলীৰ মৰ্ম্ম বুজি পাম। ভগৎ সিঙৰ আবিৰ্ভাৱ আৰু উত্তৰ ভাৰতত হঠাৎ তেওঁৰ বিস্ময়কৰ জনপ্ৰিয়তা আমি দেখিছোঁ। ভিতৰত লুকাই থকা প্ৰধান কাৰণবিলাক আৰু ঘটনাৰ আগ-গুৰি বুজিবলৈ চেষ্টা নকৰাকৈ কোনো কাৰ্য্য বা মানুহক বেয়া বোলা অতি উজু। ভগৎ সিঙক আগেয়ে কোনেও চিনি নেপাইছিল। হিংসামূলক কাৰ্য্য বা সন্ত্ৰাসবাদেই (টেৰৰিজ্‌ম্) তেওঁৰ জনপ্ৰিয়তাৰ কাৰণ নহয়। সন্ত্ৰাসবাদীসকলে যোৱা ত্ৰিছ বছৰ ধৰি এটা নহয় এটা ৰূপত আছেই। কিন্তু বঙ্গদেশত প্ৰথম সূচনা হোৱাৰ সময়ৰ কথা এৰি চালে কোনেও ভগৎ সিঙৰ এশ ভাগৰ এভাগো জনপ্ৰিয়তা লাভ কৰিব পৰা নাই। ই দেখ্ দেখ্ কথা। ইয়াক মানি ল'বই লাগিব। মনতে আৰু এটা কথা মনত ৰাখিব লাগিব যে মাজে মাজে সন্ত্ৰাসবাদে মূৰ দাঙি উঠিলেও তাৰ প্ৰতি ভাৰতীয় ডেকাসকলৰ কোনো আকৰ্ষণ নাছিল। পোন্ধৰ বছৰ আশাশুধীয়াকৈ অহিংসা প্ৰচাৰ কৰাৰ ফলত ভাৰতবৰ্ষৰ অৱস্থাৰ বহুখিনি পৰিৱৰ্ত্তন হৈছে আৰু ৰাজনৈতিক অস্ত্ৰ হিচাপে সন্ত্ৰাসবাদৰ প্ৰতি জনসাধাৰণৰ অলপো উৎসাহ নাই, বৰং বিৰোধী মনোভাৱহে আছে। সাধাৰণতে যিবিলাক শ্ৰেণীৰপৰা টেৰৰিষ্ট্ অনা হয় সেই নিম্ন মধ্যবিত্ত শ্ৰেণী আৰু শিক্ষিত সম্প্ৰদায়ক কংগ্ৰেছৰ বলিষ্ঠ প্ৰচাৰ কাৰ্য্যৰদ্বাৰা হিংসামূলক উপায়ৰ বিৰুদ্ধে থিয় কৰাইছে। এই দলৰ যিসকল কৰ্ম্মীয়ে বৈপ্লৱিক কাৰ্য্যপদ্ধতিৰ বিষয়ে ভাবে, তেওঁ-লোকেও এতিয়া সম্পূৰ্ণ ৰূপে বুজিছে যে সন্ত্ৰাসবাদৰপৰা বিপ্লৱ আহিব নোৱাৰে। সন্ত্ৰাসবাদ এটা জৰাজীৰ্ণ নিষ্ফল উপায় মাত্ৰ আৰু ই প্ৰকৃত বৈপ্লৱিক কাৰ্য্যপদ্ধতিৰ বিঘিনি স্বৰূপহে। ভাৰতত আৰু আন আন ঠাইত সন্ত্ৰাসবাদৰ মৰো-মৰো অৱস্থা। ই কেতিয়াও চৰকাৰৰ দমন-নীতিৰ কাৰণে হোৱা কথা নহয়। দমন-নীতিয়ে অতি বেচি তাক হেঁচি ধৰি বা নিষ্ক্ৰিয় কৰি ৰাখিব পাৰে, কিন্তু একেবাৰেই উভালি পেলাব নোৱাৰে। জগতৰ ঘটনা-প্ৰৱাহৰ মূল কাৰণৰপৰাই সন্ত্ৰাসবাদৰ মৃত্যু হৈছে। সন্ত্ৰাসবাদে সাধাৰণতে কোনো দেশৰ বৈপ্লৱিক আগ্ৰহৰ লʼৰালি কালৰ সূচনা কৰে।

এই স্তৰ পাৰ হোৱাৰ লগে লগেই প্ৰধান বাহ্যিক লক্ষণ হিচাপে সন্ত্ৰাসবাদো নাইকিয়া হয়। স্থানীয় কাৰণ বা ব্যক্তিগত আক্ৰোশৰপৰা মাজে মাজে সেইটো ঘটিব পাৰে। কিন্তু ভাৰতবৰ্ষই যে এই স্তৰ পাৰ হৈ গৈছে, তাত সন্দেহ নাই আৰু আকস্মিক ঘটনা হিচাপে যে কেতিয়াবা সন্ত্ৰাসবাদে দেখা দিয়ে সিও ক্ৰমে নাইকিয়া হৈ যাব। কিন্তু সেইবুলি ক'ব নোৱাৰি যে ভাৰতৰ সকলো মানুহেই হিংসামূলক উপায়ৰ ওপৰত বিশ্বাস হেৰুৱাই পেলাইছে। ব্যক্তিগত হিংসামূলক কাৰ্য্য বা টেৰৰিজমৰ ওপৰত বহুতৰে আস্থা নাই, কিন্তু সৰহ ভাগ মানুহে ভাবে যে এনেকুৱা এটা সময় আহিব যেতিয়া স্বাধীনতাৰ কাৰণে আন আন দেশত হোৱাৰ দৰে সশস্ত্ৰ সংঘবদ্ধ মৰা-মৰি কটা-কটিৰ আৱশ্যক হ'ব। অৱশ্যে আজি-কালিৰ দিনত সেইটো কোৱা কথাহে মাত্ৰ। প্ৰকৃত প্ৰমাণ পিচতহে ওলাব। পিচে এটা কথা—সন্ত্ৰাসবাদীসকলৰ পদ্ধতিৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। সেই কাৰণে ভগৎ সিঙক যে তেওঁৰ হিংসামূলক কামৰ কাৰণেহে মানুহে ভাল পায়, সেইটো নহয়; সেই সময়ত তেওঁ লালা লাজপৎ ৰায়ৰ সন্মান আৰু লগতে জাতীয়সন্মান ৰক্ষা কৰিলে। মানুহে সেই ধৰণেহে কথাটো ল'লে। মানুহৰ মনত তেওঁ এটা প্ৰতীক হৈ পৰিল। তেওঁৰ কামৰ কথা মানুহে পাহৰি গ'ল। কেইমাহমানৰ ভিতৰতে পঞ্জাবৰ প্ৰত্যেক গাঁও-নগৰ আৰু উত্তৰ ভাৰতৰো কোনো কোনো অঞ্চলত তেওঁৰ নামেৰেই আকাশ-বতাহ মুখৰিত হৈ উঠিল। তেওঁৰ নামত অসংখ্য সংগীত ৰচনা কৰা হ'ল। অদ্ভুত জনপ্ৰিয়তা তেওঁ লাভ কৰিলে।

ছাইমন কমিছনৰ সময়ত মাৰ-ধৰ হোৱাৰ কেইদিনমান পিচতে লালা লাজপৎ ৰায়ে দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত যোগ দিয়ে। তেওঁৰ গাত তেতিয়াও আঘাতৰ চিন আছিল আৰু তেওঁৰ গা তেতিয়াও ভালেই হোৱা নাছিল। লক্ষ্ণৌ সৰ্ব্বদল সন্মিলনৰ পিচত এই অধিবেশনত এটা নহয় এটা আকাৰত স্বাধীনতাৰ প্ৰশ্ন উঠিছিল। মোৰ ভালকৈ মনত নাই, কিন্তু অলপ অলপ মনত আছে, সেই বিষয়ে মই কৈছিলোঁ যে এনে এটা সময় আহিছে যেতিয়া আমি দুটাৰ এটা বাছি ল'ব লাগিব—এটা হ'ল বৈপ্লৱিক দৃষ্টিভংগী—যাৰ অৰ্থ হ'ব আমাৰ ৰাজনৈতিক আৰু সামাজিক গাঁথনিৰ আমূল পৰিৱৰ্ত্তন; আৰু আনটো হ'ল সংস্কাৰকামীৰ উদ্দেশ্য আৰু উপায়। এই বক্তৃতাৰ কোনো গুৰুত্ব নাছিল, কিজানি তাৰ কথা মই পাহৰিয়েই গ'লোঁহেতেন। কিন্তু লালাজীয়ে তাৰ এটা অংশ সমালোচনা কৰিছিল বুলি কথাটো মোৰ মনত আছে। তেওঁ আমাক সাৱধান কৰি দি ক'লে— আমি যেন বৃটিছ বনুৱা দলৰপৰা একো আশা নকৰোঁ। কিন্তু মোৰ কাৰণে সেই সাৱধান বাণীৰ কোনো প্ৰয়োজনেই নাছিল। কাৰণ বৃটিছ বনুৱা দলৰ চৰকাৰী নেতাসকলৰ প্ৰতি মোৰ কোনো টান নাই। তেওঁলোকে যদি ভাৰতৰ স্বাধীনতা সংগ্ৰাম সমৰ্থন কৰিলেহেঁতেন বা সাম্ৰাজ্যবাদ-বিৰোধী কাম, নহ'লেবা সমাজতন্ত্ৰবাদ প্ৰৱৰ্ত্তনৰ চেষ্টা কৰিলেহেঁতেন তেতিয়াহে মই আচৰিত হ'লোঁহেঁতেন।

লাহোৰলৈ উভতি গৈ লালাজীয়ে মোৰ বক্তৃতাৰ বেলেগ বেলেগ বিষয় লৈ তেওঁৰ সাপ্তাহিক আলোচনী 'ডি পিপ্‌ল'ত এধাৰা প্ৰবন্ধ লিখিবলৈ ধৰিলে। কেৱল

প্ৰথম প্ৰবন্ধটো প্ৰকাশ হৈছিল, দ্বিতীয় প্ৰবন্ধ প্ৰকাশ হোৱাৰ আগেয়েই তেওঁৰ মৃত্যু হয়। এইটোৱেই কিজানি অসমাপ্ত শেষ প্ৰবন্ধ। বেজাৰ আৰু আগ্ৰহেৰে মই প্ৰবন্ধটো পঢ়িছিলোঁ।

## লাঠীচালনাৰ অভিজ্ঞতা

লালা লজ্‌পৎ ৰায়ৰ অপমান আৰু তেওঁৰ মৃত্যুৰ পিচত ছাইমন কমিছন য'লৈকে গ'ল, তাতেই বিক্ষোভ প্ৰদৰ্শনৰ প্ৰকোপ চৰিল। লক্ষ্ণৌত কমিছন অহাৰ আগৰ-পৰাই স্থানীয় কংগ্ৰেছ কমিটীয়ে তেওঁলোকৰ অভ্যৰ্থনাৰ কাৰণে সাজু হ'বলৈ ধৰিলে। কেইদিনমান আগৰেপৰাই ডাঙৰ ডাঙৰ সমদল, সভা-সমিতি আদি গঠন হ'বলৈ ধৰিলে, প্ৰচাৰকাৰ্য্য আৰু বিক্ষোভ প্ৰদৰ্শন চলিবলৈ ধৰিলে। মই লক্ষ্ণৌত গৈ এইবিলাকত যোগ দিলোঁ। আমাৰ প্ৰথম উদ্যোগপৰ্ব্ব শৃঙ্খলাবদ্ধ আৰু শান্তিপূৰ্ণ-ভাৱে হ'লেও চৰকাৰ পক্ষই যে ভালকৈয়ে আমনি পাইছিল বুজা গ'ল। তেওঁলোকে বাধা দিবলৈ ধৰিলে আৰু কোনো কোনো ঠাইত সমদলৰ ওপৰত নিষেধ আৰোপ কৰি দিলে। এই সম্পৰ্কে মোৰ জীৱনত এটা নতুন অভিজ্ঞতা লাভ হ'ল—মোৰ গাত প্ৰথম পুলিচৰ লাঠী আৰু বেতৰ কোব অনুভৱ কৰিলোঁ।

যান-বাহন অহা-যোৱা কৰিব লাগে বুলি কাৰণ দৰ্শাই সমদল নিষিদ্ধ কৰা হৈছিল। আমি ঠিক কৰিলোঁ এই সম্বন্ধে কোনো অভিযোগৰ কাৰণ সৃষ্টি নকৰি আমি কম মানুহ-দুনুহ চলাচল হোৱা এটা আলিবাটেদি যোলজন যোলজনকৈ গৈ সভাত যোগ দিম। ভালকৈ চাবলৈ গ'লে ইযো আদেশ অমান্যৰ ভিতৰতে পৰে, কিযনো পতাকা লৈ যোৱা যোলজনৰ একোটা একোটা দলক একোটা একোটা সমদল বুলি ধৰি ল'ব পাৰি। মই প্ৰথম যোলজনক লৈ আগ বাঢ়িছিলোঁ। মোৰ বহুত পিচত গোবিন্দবল্লভ পন্থ দ্বিতীয় দল লৈ আহিবলৈ ধৰিলে। মানুহ-দুনহ নোহোৱা আলিবাটেদি মই দল লৈ দুশ গজ আগ বাঢ়িছোঁ, এনেতে পাচফালে ঘোঁৰা চেকুৰাৰ শব্দ শুনিবলৈ পালোঁ। আমি পাচলৈ চাই দেখো—প্ৰায় পঁচিছজন ঘোঁৰাত উঠা পুলিচ আমাৰ ফালে অতি বেগেৰে ঘোঁৰা চলাই আহি আছে। ঘোঁৰাত উঠা পুলিচে আমাৰ ওপৰত জাঁপিয়াই পৰি সেই যোলজনৰ সমদল থান-বান কৰি দিলে। তাৰ পিচত তেওঁলোকে ডাঙৰ ডাঙৰ বেত আৰু লাখুটিৰে স্বেচ্ছাসেৱকসকলক মাৰ-ধৰ কৰিবলৈ ধৰিলে। আত্মৰক্ষাৰ সহজাত প্ৰবৃত্তিৰ তাড়নাত স্বেচ্ছাসেৱকসকলৰ কোনোবাই আলিবাটৰ ফুটপাথত উঠিল, কোনোবাই সৰু সৰু দোকানত আশ্ৰয় ল'লেগৈ। পুলিচে তেওঁলোকৰ পাচে পাচে গৈ মাৰ-ধৰ কৰিবলৈ ধৰিলে। যেতিয়া দেখিলোঁ ঘোঁৰাবিলাক আহি আমাৰ ওপৰত পৰোঁ পৰোঁ, তেতিয়া মোৰ মনতো আত্মৰক্ষাৰ ইচ্ছা জাগি উঠিল—অতি নৈৰাশ্যজনক দৃশ্য! কিন্তু মোৰ মনত আন এটা ভাব জাগিল। মোৰ পাচে পাচে অহা স্বেচ্ছাসেৱকসকলৰ গাত কোব পৰিল। প্ৰথম আক্ৰমণত মই অলৰ-অচৰ হৈ ৰলোঁ। হঠাৎ দেখিলোঁ বাটৰ মাজত মই অকলে থিয় হৈ আছোঁ। মোৰ চাৰিওফালে চিপাহীবিলাকে স্বেচ্ছাসেৱকসকলক মাৰ-ধৰ

কৰিছে। প্ৰায় অজ্ঞাতসাৰেই মই অলপ গা লুকুৱাবৰ কাৰণে বাটৰ কাষৰ ফালে লাহে লাহে আগবাঢ়িলোঁ। পিচ মুহূৰ্ত্ততে অলপ থমকি বৈ মনে মনে চিন্তা কৰি বুজিলোঁ—মোৰ পক্ষে ই অশোভনীয় হৈছে। এয়া কেই মিনিটমানৰ ঘটনা মাত্ৰ। কিন্তু সেই মানসিক অন্তৰ্দ্বন্দ্বৰ আৰু মোৰ সিদ্ধান্তৰ কথা মোৰ ভালকৈ মনত আছে। বোধহয় মোৰ আত্মাভিমানেই মোক কাপুৰুষৰ দৰে আচৰণ কৰিবলৈ নিদিলে। তথাপি কাপুৰুষালি আৰু সাহসৰ মাজত ব্যৱধান অতি নগণ্য। মই যি কোনোটোৰ ফালেই ঢাল ল'ব পাৰিলোঁহেতেন। এই সিদ্ধান্তত উপনীত হওঁতে নহওঁতেই চকু মেলি চাই দেখোঁ যে এজন ঘোঁৰাত উঠা চিপাহীয়ে এডাল দীঘল বেত ঘূৰাই মোৰ ফালে আহি আছে। মই তাক আগবাঢ়ি আহিবলৈ কৈ মুৰটো ঘূৰাই ল'লোঁ—আকৌ মূৰ আৰু মুখ ৰক্ষা কৰিবৰ কাৰণে এটা চেষ্টা। সি মোৰ পিঠিত দুবাৰ আঘাত কৰিলে। মোৰ মূৰ ঘূৰাবলৈ ধৰিলে, গোটেই শৰীৰ কঁপিবলৈ ধৰিলে; কিন্তু তথাপি মই যে পোন হৈ থিয় হৈ আছোঁ—তাতেই বিস্ময় আৰু আনন্দত আপ্লুত হৈ পৰিলোঁ। অলপপৰ পিচতেই চিপাহীবিলাক আঁতৰি গৈ আমাক বাট-ভেটি ধৰিলে। আমাৰ স্বেচ্ছাসেৱকসকল আকৌ একেলগ হ'ল—বহুতৰে গা তেজেৰে লুতুৰি-পুতুৰি, কাৰবাৰ মূৰ ফাটি গৈছে। এনে সময়তে পন্থ আৰু তেওঁৰ দল আহি আমাৰ লগত যোগ দিলে। তেওঁলোকৰ ওপৰতো মাধমাৰ হ'ল। আমি সকলোৱে চিপাহীৰ সন্মুখতে বহি গ'লোঁ, সন্ধ্যাৰ আগলৈকে আমি এঘণ্টাই নে তাতকৈ অলপ বেচিয়েই, বহি ৰলোঁ। এফালে ডাঙৰ ডাঙৰ চৰকাৰী বিষয়াসকল আহি থিয় হ'ল, আনফালে খা-খবৰ পাই লাহে লাহে মানুহৰ সমাগম বেচি হ'বলৈ ধৰিবলে। অৱশেষত চৰকাৰী বিষয়াসকলে আমাক যাবলৈ দিবলৈ সন্মত হ'ল। যি ঘোঁৰাত উঠা চিপাহীবিলাকে আমাৰ ওপৰত মাৰ-ধৰ কৰিছিল—তেওঁলোক আমাৰ আগে আগে ৰথীয়াৰ নিচিনাকৈ যাবলৈ ধৰিলে; পিচে পিচে আমি আগবাঢ়িলোঁ। এই অকণমান ঘটনাটো বহলাই বৰ্ণনা কৰাৰ কাৰণ হ'ল যে—ই মোৰ মনত এটা দ সাঁচ বহুৱাইছিল। লাঠী চলোৱাৰ সন্মুখীন হোৱাৰ আৰু মাৰ-ধৰ সহ্য কৰাৰ শাৰীৰিক শক্তিৰ অনুভূতিত মোৰ মনত যি সন্তোষ উপজিল তাতেই মই শাৰীৰিক কষ্ট পাহৰি গলোঁ। মই ভাবি আচৰিত হলোঁ—যে ঘটনাৰ সময়ত, আন কি মাৰ-ধৰ কৰাৰ সময়তো মোৰ মন স্থিৰ আছিল আৰু মই সচেতনভাৱে নিজৰ মনৰ ভাববোৰ ফঁহিয়াই চাব পাৰিছিলোঁ। এই প্ৰথম অভিজ্ঞতাৰ পিচদিনা পুৰা আৰু বেচি পৰীক্ষাৰ সন্মুখীন হ'বলৈ আৰু বেচি দৃঢ়তা লাভ কৰিলোঁ। কাইলৈ ছাইমন কমিছন আহিব আৰু বিৰাট সমদল আৰু বিক্ষোভ প্ৰদৰ্শনৰ কাৰণে আমি সাজু হ'ব লাগিব। । । । ।

দেউতা তেতিয়া এলাহাবাদত। মোৰ আশঙ্কা হ'ল যে, পুৰা বাতৰি-কাকতত মোৰ মাৰ-ধৰৰ বিৱৰণ পঢ়ি তেখেত আৰু গোটেই পৰিয়ালেই চিন্তান্বিত হৈ পৰিব। সেই কাৰণে গধূলিৰ পিচতে টেলিফোনেৰে তেখেতসকলক জনালোঁ যে আমি সকলো ভালেই আছোঁ, চিন্তাৰ একো কাৰণ নাই। কিন্তু তথাপি তেখেতৰ বৰ চিন্তা হ'ল। শান্ত হৈ থকা তেখেতৰ পক্ষে অসম্ভৱ হ'লত তেখেতে ৰাতি নিশাই লক্ষ্ণৌলৈ আহিবৰ কাৰণে মন বান্ধিলে। কিন্তু তেতিয়া শেহৰখন ৰেলো গুচি

গৈছে দেখি তেখেতে মটৰেৰেই যাত্ৰা কৰিলে। বাটত বাধা-বিঘিনি পাই আহি তেখেতে ১৪৬ মাইল পাৰ হৈ ভাগৰে-জোগৰে পুৰা পাঁচ বজাত লক্ষ্ণৌ পালেহি।

তেতিয়া আমি সমদল কৰি ষ্টেছনৰ ফালে যাবলৈ সাজু হৈছোঁ। যিটো আমি এনেয়ে কৰিবলৈ নোৱাৰিলোঁহেঁতেন আগ দিনা সন্ধ্যাৰ ঘটনাৰ কাৰণে সেয়ে সম্ভৱ হৈছিল—অৰ্থাৎ উত্তেজিত জনতা বেলি ওলোৱাৰ আগে আগেই দলে দলে ষ্টেছনৰ ফালে আগবাঢ়িবলৈ ধৰিলে। নগৰৰ নানান ঠাইৰপৰা অলেখ সৰু সৰু সমদল ওলাল আৰু কংগ্ৰেছ অফিচৰপৰা চাৰিজন চাৰিজনকৈ কেইবা হেজাৰো মানুহৰ প্ৰধান সমদল ওলাল। আমি আছিলোঁ এই প্ৰধান সমদলতে। ষ্টেছনৰ ওচৰ পোৱা মাত্ৰকে চিপাহীয়ে আহি আমাক আগভেটি ধৰিলে। তেতিয়া ষ্টেছনৰ সন্মুখত প্ৰায় আধা বৰ্গমাইলমান খোলা ঠাই আছিল (এতিয়া ইয়াত নতুন ষ্টেছন সজা হৈছে)। আমি তাতে গৈ থিয় হ'লোঁ। সেই খোলা ঠাইখিনিত আমাৰ সমদল থিয় হৈ ৰ'ল, আমি আগবাঢ়িবৰ কাৰণে কোনো চেষ্টা নকৰিলোঁ। বহুতো পদাতিক আৰু অশ্বাৰোহী চিপাহী আৰু সৈন্যদলো চাৰিও ফালে সাজু আছিল। বহুত উৎসুক দৰ্শকো আহি সেই ঠাইত ভৰি পৰিল। হঠাৎ আমি দেখিলোঁ যে, দূৰত কোনোবাই যেন মানুহৰ মাজেদি ঠেলি-হেঁচি আগবাঢ়ি আহি আছে। দেখিলোঁ—ইটোৰ পিচত সিটোকৈ দুই-তিনি শ্ৰেণীৰ ভাগ ভাগ হৈ ঘোঁৰাত উঠা চিপাহী বা সৈন্যদল আমাৰ ফাললৈ লৰি আহিছে আৰু সন্মুখৰ জনতাক গচকি-মচালি সিহঁতে মাটিত বগৰাই পেলাইছে। অশ্বাৰোহী চিপাহীবিলাকৰ এই আক্ৰমণৰ দৃশ্য দেখি বৰ ভাল লাগে কিন্তু অতৰ্কিত আক্ৰমণত বিচূৰ্ত্তি হোৱা নিৰীহ দৰ্শকসকলক ঘোঁৰাৰ ঠেঙৰ তলত মোহাৰি পেলোৱাৰ নিচিনা ইমান কৰুণ দৃশ্য অতি কমহে আছে। যিবিলাক পাচ পৰি বৈছে তেওঁলোকৰ কিছুমানে উঠিবই নোৱাৰে। কোনোবাই আকৌ যন্ত্ৰণাত চট্‌ফটাই আছে। গোটেই খোলাঠাইখনিয়েই যেন যুদ্ধক্ষেত্ৰৰ দৰে হৈ পৰিল। কিন্তু এই দৃশ্য দেখি চিন্তা কৰিবৰ সময় আৰু ক'ত? অশ্বাৰোহীবিলাক চকুৰ পচাৰতে আহি পালেহি। তেওঁলোকৰ দলটোৱে আমাৰ ওচৰা-উচৰিকৈ থকা সমদলৰ মানুহৰ লগত সংঘৰ্ষ হ'ল, আমি যত আছোঁ, তাৰপৰা অকণো লৰচৰ নকৰিলোঁ, পোন হৈ থিয় হৈ ৰলোঁ। শেষ মুহূৰ্ত্তত হঠাৎ লাগাম টানি ধৰা ঘোঁৰাবিলাকে পাচ-ঠেঙৰ ওপৰত ভৰ দি থিয় দিলে, সিহঁতৰ আগ-ঠেংবিলাক আমাৰ মূৰৰ ওপৰতে আলাসতে কঁপিবলৈ ধৰিলে। তাৰ পিচত লাঠী আৰু বেতেৰে অশ্বাৰোহী আৰু পদাতিক চিপাহীবিলাকে আমাক মাৰ-ধৰ কৰিবলৈ ধৰিলে। এই প্ৰচণ্ড মাৰ-ধৰ খাই মোৰ স্পষ্ট ধাৰণা আৰু একো নাইকিয়া হৈ গ'ল; মোৰ কেৱল এইটোৱেই মনত থাকিল যে মই সেই ঠাইতে থিয় হৈ থাকিব লাগিব, কেতিয়াও পাচনোহোঁহকোঁ। মাৰৰ কোবত মই চকুৰে আন্ধাৰ দেখিবলৈ ধৰিলোঁ। খণ্ডতে গাজি-গুমৰি উঠিলোঁ—উভতি ধৰিবৰ ইচ্ছা গ'ল। ঘোঁৰাৰপৰা মোৰ সন্মুখৰ পুলিচ-বিষয়াক টানি নমাই মই অতি সহজে তাৰেই ঘোঁৰাতে উঠিব পাৰিলোঁহেঁতেন। কিন্তু বহুকাল ধৰি পোৱা শিক্ষা আৰু নিয়মানুবৰ্ত্তিতাৰ ফলত মই সংযত হৈ ৰ'লো আৰু আঘাতৰপৰা মুখখন ৰক্ষা কৰিবলৈ ব্যৱহাৰ কৰাৰ বাহিৰে মই হাত আৰু মেলা নাই। আমি এইটোও জানিছিলোঁ যে আমাৰ ফালৰপৰা অকণমান আক্ৰমণৰ ভাব দেখুওৱালেই

গুলীবৰ্ষণ আৰম্ভ হ'লহেঁতেন আৰু সেই পৈশাচিক বিষাদপূৰ্ণ ঘটনাত আমাৰ বহুত মানুহেই আঘাতত প্ৰাণ হেৰুৱাব লগাত পৰিলহেঁতেন।

ভাব হ'ল—বহুত সময় যেন পাৰ হৈ গৈছে। কিন্তু প্ৰকৃততে কেই মিনিট-মানৰ পিচতে আমাৰ শাৰীৰ মানুহে শাৰী নভঙাকৈ লাহে লাহে পাচ-হুঁহকি আহিল। ইয়াৰ ফলত মই আনসকলৰপৰা এৰা-এৰি হৈ খোলা ঠাইত পৰি গ'লোঁ। আৰু মোৰ ওপৰত লাখুটিৰ আঘাত আৰু বেচিকৈ পৰিবলৈ ধৰিলে আৰু হঠাৎ অনুভৱ কৰিলোঁ, মোক কোনোবাই যেন মাটিৰপৰা দাঙি লৈ পাচফাললৈ লৈ গ'ল। কথাটো মোৰ ভাল নেলাগিল। মোৰ কেইজনমান ডেকা বন্ধুৱে মোৰ ওপৰত আক্ৰমণৰ প্ৰকোপ অতি বেচি দেখি মোক সেইদৰে ৰক্ষা কৰাৰ দিহা কৰিছিল।

আমাৰ সমদলকাৰীসকল প্ৰায় এশ ফুট পাচি-হুঁহকি গৈ আকৌ শাৰীপাতি থিয় হ'ল। চিপাহীবিলাকে আঁতৰি গৈ প্ৰায় পঞ্চাছ ফুট আঁতৰত শাৰী পাতি থিয় হ'ল। আমি এইদৰে মুখামুখি হৈ থিয় হৈ ৰ'লোঁ, কিন্তু এই হাই-কাজিয়াৰ মূল কাৰণ যি সেই ছাইমন কমিছন ষ্টেশনৰপৰা প্ৰায় এমাইল দূৰৈত মনে মনে নামিবলৈ ধৰিলে। তথাপি কিন্তু তেওঁলোক ক'লা-পতাকাধাৰীসকলৰ হাতৰপৰা ৰক্ষা নপৰিল। অলপ সময়ৰ পিচত আমি সমদল লৈ কংগ্ৰেছ অফিচলৈ উভতি গ'লোঁ। মই দেউতাৰ ওচৰলৈ গ'লোঁ। আমাক পাবলৈ তেওঁ উৎকণ্ঠিত হৈ বৈ আছিল।

উত্তেজনা যেতিয়া শাম কাটিলে, মই গোটেই গাতে বিষ আৰু ভাগৰ অনুভৱ কৰিলোঁ। মোৰ প্ৰত্যেক অংগই যেন বিষাবলৈ ধৰিলে। গাৰ বহুত ঠাইত থেতেলা খোৱা আৰু কোব খোৱাৰ চিন। কপাল ভাল, মোৰ কোনো মৰ্ম্মস্থানত আঘাত ল'গা নাই। কিন্তু মোৰ লগৰ বহুতো দুৰ্ভগীয়াই হ'লে গুৰুতৰ আঘাত পাইছিল। মোৰ ওচৰত থিয় হৈ থকা ছফুটতকৈয়ো বেচি ওখ গোবিন্দবল্লভ পন্থৰ ওপৰতে সেই লাঠীধাৰীসকলৰ চকু বেচি আছিল। তেওঁৰ আঘাত ইমান বেচি হৈছিল যে, বহুদিন ধৰি তেওঁ পোন হৈ থিয় হ'ব বা কাম-কাজ কৰিব পৰা নাছিল। মোৰ সহ্য কৰা শক্তি আৰু নিজৰ শৰীৰ সম্পৰ্কে অহংকাৰ আছিল বুলি এইবাৰলৈ সাৰি গ'লোঁ। কিন্তু মাৰ-ধৰতকৈয়ো সেই চিপাহীবিলাকৰ, বিশেষকৈ আক্ৰমণকাৰী উচ্চ বিষয়াসকলৰ বহুতো মুখ মোৰ মনত আছে। বেচিকৈ মুখলৈ নোচোৱাকৈ মাৰ-ধৰ কৰিছিল ইউৰোপীয় ছাৰ্জ্জেণ্টবিলাকে। ভাৰতীয় কনিষ্টবলবিলাকে কমকৈয়ে আক্ৰমণ কৰিছিল। সেই মুখবিলাক দেখি ধৰিব পৰা গৈছিল ঘিণত আৰু তেজৰ লোভত সিহ'ত বলিয়া হৈ পৰিছিল। লেশমাত্ৰ সহানুভূতি বা মনুষ্যত্বৰ চিনো তাত নাছিল। কিজানি তেতিয়া আমাৰ মুখবিলাক দেখিলেও ঘিণেই লাগিলহেঁতেন। কামত যদিও আমি নিষ্ক্ৰিয় হৈয়েই আছিলোঁ সেই বুলি আমাৰ বিৰোধী পক্ষৰ প্ৰতি আমাৰ হৃদয়ত কেতিয়াও প্ৰেমৰ ভাব উপচি পৰা নাই, বা দেখাত আমি সুন্দৰো হৈ উঠা নাছিলোঁ। অথচ আমাৰ পৰস্পৰৰ বিৰুদ্ধে কোনো অভিযোগ নাই, কোনো বিদ্বেষ নাই, কোনো ব্যক্তিগত কাজিয়াৰ কাৰণো নাই। সেই সময়টোৰ কাৰণে আমি যেন কিবা এটা আচৰিত শক্তিৰ প্ৰভাৱত পৰি ইফালে-সিফালে থান্ বান্ হৈ পৰিলোঁ। মোৰ অন্তৰ আৰু মন যেন কোনোবাই বলেৰে হেঁচা মাৰি ধৰিলে। সেই শক্তিয়েই যেন আমাৰ অন্তৰত বহুত ধৰণৰ সানমিহলি ভাব জগাই তুলি আমাক তাৰ হাতৰ

অন্ধ যন্ত্ৰ কৰি তুলিলে। কথাৰ নিচিনাকৈয়ে আমি সম্বৰ্দ্ধত জগিয়াই পাৰিলোঁ; কিন্তু কিয় সেই সম্বৰ্দ্ধ, আমি ক'লৈ গৈ আছোঁ একো বুজিব পৰা নাছিলোঁ। ঘটনাৰ উত্তেজনাত আমি যেন মন্ত্ৰমুগ্ধ হৈ গ'লোঁ। কিন্তু ইয়াৰ পিচতেই আকৌ প্ৰশ্ন জাগিল—ইয়াৰ পৰিণাম কি? ইয়াৰ পৰিণতি ক'ত?

## ট্ৰেড্ ইউনিয়ন কংগ্ৰেছ

এই বছৰ দেশৰ ৰাষ্ট্ৰীয় ঘটনাৰ মাজত ছাইমন কমিছন বয়কট আৰু সৰ্ব্বদল সম্মিলনে বিশেষভাবে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। কিন্তু মোৰ নিজৰ কাৰ্য্য-প্ৰণালী বেছিভাগ আন ফালেহে লগাইছিলোঁ। কংগ্ৰেছৰ সাধাৰণ সম্পাদক হিচাপে মই কংগ্ৰেছৰ প্ৰতিষ্ঠানবিলাক শক্তিশালী কৰি তুলিবৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলোঁ আৰু সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্ত্তনৰ প্ৰতি দেশৰ মানুহৰ যাতে মনোযোগ আকৰ্ষণ কৰিব পাৰি, তাৰ ফালে মন দিলোঁ। সৰ্ব্বদল সম্মিলনে আমাক হেয় প্ৰতিপন্ন কৰিবৰ কাৰণে চেষ্টা কৰা দেখি মাদ্ৰাজৰ স্বাধীনতা প্ৰস্তাৱৰ প্ৰতি কংগ্ৰেছী সকলৰ লক্ষ্য যাতে স্থিৰ থাকে, সেই উদ্দেশ্যও মোৰ আছিল। এইবিলাক কাৰণতে নানা ঠাইত ফুৰি-চাকি বহুতো ডাঙৰ সভাত বক্তৃতা দি প্ৰচাৰকাৰ্য্য কৰিবলৈ ধৰিলোঁ। ১৯২৮ চনত মই পঞ্জাৱ, মালৱাৰ, দিল্লী আৰু যুক্তপ্ৰদেশৰ চাৰিখন প্ৰাদেশিক সম্মিলনত সভাপতিত্ব কৰিলোঁ। এই বছৰ বঙ্গদেশৰ যুৱক সম্মিলনত মই সভা-পতিত্ব কৰিব ল'গা হৈছিল। মাজে সময়ে যুক্তপ্ৰদেশৰ গাঁও অঞ্চলত আৰু কেতিয়াবা কাৰখানাৰ বনুৱাবিলাকৰ আগতো মই বক্তৃতা দিবলগীয়া হৈছিল। সকলো ক্ষেত্ৰতে মোৰ বক্তৃতাৰ বিষয় একেটাই আছিল, মাত্ৰ স্থানীয় অৱস্থা আৰু শ্ৰোতাসকলক লক্ষ্য কৰি কোৱাৰ ধৰণটো সলাইছিলোঁ। সকলো ঠাইতে মই ৰাজনৈতিক স্বাধীনতাৰ লগত সামাজিক স্বাধীনতাৰ কথাও কওঁ আৰু এই পিচৰ উদ্দেশ্য সিদ্ধিৰ কাৰণেই যে ৰাজনৈতিক স্বাধীনতাৰ আৱশ্যক, তাকো কৈছিলোঁ। সমাজতান্ত্ৰিক মতবাদ প্ৰচাৰ কৰাই মোৰ উদ্দেশ্য আছিল। অতি ঠেক অৰ্থত হ'লেও যাৰ সৰহভাগ জাতীয় আন্দোলনৰ মেৰুদণ্ড, সেই কংগ্ৰেছকৰ্ম্মী আৰু শিক্ষিত লোকসকলৰ মাজত তাক প্ৰচাৰ কৰিবৰ কাৰণে মই বেচি আগ্ৰহ দেখুৱাইছিলোঁ। আমাৰ জাতীয়তাবাদীসকলে বক্তৃতাৰ সময়ত অতীত মহিমা কীৰ্ত্তন কৰে, বিদেশী শাসনত আমাৰ আধ্যাত্মিক আৰু আৰ্থিক ক্ষতিৰ কথা কয়, জনসাধাৰণৰ দুখ-দুৰ্দ্দশাৰ কথা কয়, আমাৰ ওপৰত লোকৰ শাসনৰ অপমানৰ কথা বুজাই দিছিল, জাতীয় মৰ্য্যাদা উদ্ধাৰৰ কাৰণে আমাৰ স্বাধীনতাৰ আৱশ্যক আৰু ইয়াৰ কাৰণে দেশ-জননীৰ বেদীত নিজকে উচৰ্গা কৰিব লাগিব—এই ধৰণৰ কথা কয়। এইবিলাক আগেয়ে নুশুনা কথাত প্ৰত্যেক ভাৰত-বাসীৰ অন্তৰ ভৰি উঠে। লগতে জাতীয়তাবাদী হিচাপে এইবিলাক কথাত মোৰো অন্তৰত আবেগ আহি পৰে। (কিন্তু প্ৰাচীন ভাৰত বা আন কোনো প্ৰাচীনৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাছিল)। যি হওক ইয়াৰ ভিতৰত কিবা সত্য থাকিলেও বাৰে বাৰে সেই একেটা কথাকে চেপেটা কৰি থাকোতে তাৰ চোকটো কিছু কমি

গৈছিল আৰু সকলোৱে মুখত একে ৰকমৰ কথা শুনি শুনি আমাৰ সম্বৰ্ষৰ প্ৰকৃত কথা আৰু আন আন সমস্যা আলোচনা কৰাৰ সুযোগ-সুবিধাই নঘটিছিল। ইয়াত মাত্ৰ ভাবাৱেগ উথলি উঠিছিল, চিন্তা উদ্ৰেক নহৈছিল।

ভাৰতবৰ্ষত সমাজতন্ত্ৰবাদৰ প্ৰথম প্ৰচাৰক মই নহয়, দৰাচলতে মই বহুতৰ পাচ পৰিহে আছিলোঁ আৰু কষ্টেৰেহে এখোজ-দেখোজকৈ আগবাঢ়িছিলোঁ। তেতিয়া আনবিলাকে পপীয়া তৰাৰ বেগেৰে আগবাঢ়ি গৈছিল। বনুবাসকলৰ ট্ৰেড্ ইউনিয়ন আন্দোলন আৰু যুৱক সমিতিবিলাকৰ সৰহভাগেই মতবাদৰ ফালৰপৰা সমাজ-তান্ত্ৰিকেই আছিল সন্দেহ নাই। মই যেতিয়া ১৯২৭-ৰ ডিচেম্বৰ মাহত আহোঁ, তেতিয়া এটা অস্পষ্ট সমাজতন্ত্ৰবাদৰ কথা বতাহত ভাঁহি ফুৰিছে আৰু তাৰ আগতো বহুতেই ব্যক্তিগতভাৱে সমাজতান্ত্ৰিক আছিল। সৰহভাগেই যদিও কল্পনা ৰাজ্যত বোচকৈ ঘূৰি ফুৰিছিল তথাপি তেওঁলোকে লাহে লাহে মাৰ্ক্স মতবাদৰ ফালে ঢাল লৈছিল। এমুঠি মানুহে নিজকে সম্পূৰ্ণ মাৰ্ক্সপন্থী বুলি ভাবিছিল। ছোভিয়েট ইউনিয়নৰ উন্নতি আৰু বিশেষকৈ পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ ফলত ইউৰোপ আমেৰিকাৰ দৰে ভাৰততো এই ভাবৰ শিপা গজিছিল।

সমাজতন্ত্ৰী কৰ্ম্মী হিচাপে মোৰ কিছু নাম হৈছিল কাৰণ মই এজন বিশিষ্ট কৰ্ম্মী আৰু কংগ্ৰেছৰ দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত। বহুত নামজ্বলা কংগ্ৰেছ-কৰ্ম্মীয়েও মোৰ দৰেই ভাবিছিল। যুক্তপ্ৰাদেশিক কংগ্ৰেছ কমিটীত সেইটো বিশেষ-ভাৱে দেখা গৈছিল। আন কি আমি ১৯২৬ চনতে এটা মিহি ধৰণৰ সমাজতান্ত্ৰিক কাৰ্য্যপন্ধতি ৰচনা কৰিছিলোঁ। যি যি প্ৰদেশত জমিদাৰ-তালুকদাৰসকল থাকে তাত মাটিৰ প্ৰশ্নই ঘাই। আমি ঘোষণা কৰি দিলোঁ—মাটি সম্পৰ্কীয় বৰ্ত্তমানৰ ব্যৱস্থা সকলো অ'তৰাব লাগিব আৰু খেতিয়ক আৰু ৰাষ্ট্ৰৰ মাজত আৰু কোনো বিপুনা নেথাকিব। অতি সাৱধানে আমি এইবিলাক কথা কবলগীয়া হৈছিল, কাৰণ তেতিয়াও মানুহে সেইবিলাক কথা বৰকৈ শুনা নাই।

১৯২৯ চনত যুক্তপ্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে আৰু অলপ আগবাঢ়ি গৈ সমাজতন্ত্ৰবাদী ভিত্তিত ৰচনা কৰা প্ৰস্তাব নিখিল ভাৰত কংগ্ৰেছ কমিটীত দাঙি ধৰিলে। জহকালি বহা কংগ্ৰেছৰ বোম্বাই অধিবেশনত যুক্তপ্ৰদেশৰ সেই প্ৰস্তাৱৰ পাতনিখিনি গৃহীত হোৱাত সমাজতন্ত্ৰবাদৰ মূলনীতি স্বীকাৰ কৰি লোৱা হ'ল। পিচ যুক্তপ্ৰদেশে দাঙি ধৰা মতে কাৰ্য্যপন্ধতি গ্ৰহণ কৰিবলৈ যি প্ৰস্তাৱ অনা হৈছিল তাক পিচলৈ থৈ দিয়া হ'ল। নিখিল ভাৰত কংগ্ৰেছ কমিটীত ভালকৈ নোচোৱা নিচিন্তাকৈয়ে বহুতে সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু বোধহয় সদস্যসকলে কি কৰিলে, তাক বুজিবই নোৱাৰিলে।

ইণ্ডিপেণ্ডেণ্চ্ লীগৰ যুক্তপ্ৰাদেশিক শাখা (এই প্ৰদেশৰ প্ৰধান কংগ্ৰেছকৰ্ম্মী লৈযেই গঠিত) সকলো প্ৰকাৰ সমাজতান্ত্ৰিকেই আছিল; আৰু বেলেগ বেলেগ মত মানি চলা সদস্যেৰে গঠিত কংগ্ৰেছ কমিটীতকৈ মতবাদৰ ফালৰপৰা এই লীগ কিছু আগবঢ়াই আছিল। ইণ্ডিপেণ্ডেণ্চ লীগৰ এটা লক্ষ্য আছিল সামাজিক স্বাধীনতা। আমি এই লীগক গোটেই ভাৰততে এটা শক্তিশালী প্ৰতিষ্ঠানত পৰিণত কৰি স্বাধীনতা আৰু সমাজতন্ত্ৰবাদৰ প্ৰচাৰ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিলোঁ। কিন্তু দুখৰ

বিষয় লীগৰ কাৰ্য্যক্ষেত্ৰ যুক্তপ্ৰদেশৰ বাহিৰলৈ প্ৰসাৰিত নহ'ল। অৱশ্যে সমৰ্থকৰ অভাৱত তেনে হোৱা নাছিল। আমাৰ সৰহভাগ সদস্যই কংগ্ৰেছৰো ভাল ভাল কৰ্ম্মী আছিল আৰু কংগ্ৰেছে মতবাদৰ ফালৰপৰা স্বাধীনতা প্ৰস্তাৱ গ্ৰহণ কৰাত তেওঁলোকে কংগ্ৰেছ প্ৰতিষ্ঠানৰ মাজেদিয়েই সদায় কাম কৰিছিল। আৰু এটা কাৰণ হ'ল কি—লীগৰ প্ৰাথমিক স্থাপন কৰোঁতাসকলৰ ভিতৰত বহুতে পিচত প্ৰতিষ্ঠানৰ উন্নতি আৰু বিকাশৰ ফালে মন নিদিয়াত পৰিলগৈ। কংগ্ৰেছৰ কাৰ্য্যনিৰ্ব্বাহকৰ ওপৰত হেঁচা দিয়াৰ আন কি কংগ্ৰেছ কাৰ্য্যনিৰ্ব্বাহক সদস্য নিৰ্ব্বাচনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ অস্ত্ৰ হিচাপে তেওঁলোকে ইয়াক ব্যৱহাৰ কৰিবলৈহে বিচাৰিছিল। এইবিলাক কাৰণতে লীগৰ অৱস্থা ঢিলা-সোলোকা হৈ আহিল আৰু লাহে লাহে কংগ্ৰেছ প্ৰবল সংগ্ৰামশীল হৈ উঠাৰ কাৰণে সৰহ ভাগ উদ্যোগী কৰ্ম্মীয়েই সেইফালে ঢাল ল'লে আৰু তাৰ ফলত লীগ দুৰ্ব্বল হৈ পৰিল। ১৯৩০ চনঃ অহিংস অসহযোগ আন্দোলনৰ লগে লগে কংগ্ৰেছৰ মাজত নিজকে এৰি দি ইণ্ডিপেণ্ডেণ্ড লীগ তেনেই জাহ গ'ল।

, ১৯২৮-ৰ শেষভাগত আৰু ১৯২৯-ত মোক গ্ৰেপ্তাৰ কৰিব বুলি বাৰে বাৰে কথা ওলাইছিল। বাতৰি-কাকতবিলাকেও এই আশঙ্কাৰ কথা উনুকিয়াইছিল আৰু বন্ধু-বান্ধৱসকলৰপৰাও এই বিষয়ত সাৱধান হ'বলৈ উপদেশ দি লিখা চিঠি বহুত পাইছিলোঁ। অতি সোনকালে যে মোক গ্ৰেপ্তাৰ কৰা হ'ব, সেই কথা বহুতে থিৰাংকৈ গম পায়েই মোক জনাইছিল। এইবিলাক চিঠিপত্ৰৰপৰা মোৰ মনত এটা দোধোৰমোৰ অৱস্থাৰ সৃষ্টি হ'ল। মই সাজু হৈ থাকিলোঁ। জেললৈ যোৱাটো জীৱনত এটা নিগাজী কথা একো নহয়; তাকে ভাবি ভৱিষ্যতৰ কাৰণে মই বিশেষ একো চিন্তা কৰা নাছিলোঁ। এই দোধোৰমোৰ অৱস্থাত হঠাৎ এটা পৰিবৰ্ত্তন হ'লে আৰু জেলগৈ যাবলগীয়া হ'লে ভালেই হয়। মুঠতে মই নিজকে আগৰপৰাই সাজু ৰাখিবৰ কাৰণে যথেষ্ট সময় পাইছিলোঁ। (মোৰ পৰিয়ালৰ মানুহো ইয়াৰ কাৰণে সাজু আছিল) আহ্বান আহিলে মই তাক সহজেই গ্ৰহণ কৰিব পাৰিম। গতিকে এই ধৰণৰ কথা ওলোৱাত মোৰ লাভেই হ'ল। ইয়াৰ ফলত প্ৰতিটো দিনেই প্ৰায় উত্তেজনাৰ মাজেদিয়েই পাৰ হৈ গৈছিল; এদিনৰ স্বাধীনতাৰ মূল্যাও বৰ বেচি, যেন এটা দিন লাভ হ'ল। কিন্তু দৰাচলতে ১৯২৮ আৰু ১৯২৯ পাৰ হৈ ১৯৩০-ৰ এপ্ৰিল মাহতে মই গ্ৰেপ্তাৰ হ'লোঁ। ইয়াৰ পিচৰপৰাই জেলৰ বাহিৰত বাস্তৱতে মোৰ জীৱনৰ অস্তিত্ব নাছিলেই বুলিব লাগে। অলপ দিনৰ কাৰণে বাহিৰলৈ আহিও নিজৰ ঘৰতে অচিনাকিৰ নিচিনাকৈ দিন কটাইছোঁ, লক্ষ্যহীনভাৱে ঘূৰি ফুৰিছোঁ। কাইলৈ কি হ'ব নেজানো। সদায় জেলৰপৰা মাতি পঠিয়াব বুলি কাণ থিয় কৰি ৰাখিছোঁ।

১৯২৮-ৰ শেষভাগত কলিকতাত কংগ্ৰেছৰ অধিবেশন বহাৰ সময় আহিল। দেউতা আছিল নিৰ্ব্বাচিত সভাপতি। তেখেতে সৰ্ব্বদল সন্মিলন আৰু তাৰ প্ৰতিবেদন লৈ বৰ ব্যস্ত আৰু তাকে কংগ্ৰেছত কেনেকৈ গৃহীত কৰাই ল'ব, সেয়ে আছিল তেখেতৰ চিন্তা। তেখেতে জানিছিল যে তাত মোৰ মত নাই, কাৰণ স্বাধীনতাৰ সম্পৰ্কে কোনো আপোচ-মীমাংসা কৰাটো মোৰ পক্ষে অসম্ভৱ। এইটো কথাত তেখেতে

আমিন পাইছিল। আমি এই বিষয়ে বৰ বেচি তৰ্কাতৰ্কি নকৰিছিলোঁ, দুয়োৰে মানসিক সংঘৰ্ষ দুয়ো অনুভৱ কৰিছিলোঁ। দুয়ো দুটা বেলেগ পথেদি যোৱাৰ এটা প্ৰবল ইচ্ছা অনুভৱ কৰিছিলোঁ। আমাৰ মতভেদ আগেয়েও বহুত বাৰ হৈছে আৰু গুৰুতৰ মতভেদৰ কাৰণে আমি দুটা বেলেগ বেলেগ দলত যোগ দিছোঁ—কিন্তু ইয়াৰ আগেয়ে বা পিচতো ইমান বেচি মন বেয়া-বেয়ি কেতিয়াও হোৱা নাই। তাৰপৰা আমি দুয়োজনেই অশান্তি ভুগিছিলোঁ। কলিকতাত আহি এনেকুৱা অৱস্থা হ'লগৈ যে দেউতাই কৈ দিলে—কংগ্ৰেছত যদি তেওঁৰ মতে কাম নহয়, অৰ্থাৎ যদি সৰ্ব্বদল সন্মিলনৰ প্ৰতিবেদনৰ ভেটিত ৰচনা কৰা প্ৰস্তাৱ সৰহসংখ্যক ভোটত গৃহীত নহয়, তেতিয়া তেওঁ কংগ্ৰেছৰ সভাপতি নহয়। তেখেতৰ পক্ষে ই সম্পূৰ্ণ যুক্তিসংগত আৰু নিয়মতান্ত্ৰিক পথ। তেখেতৰ বিৰোধী যিসকল, তেওঁলোকে ইমানখিনি হ'বগৈ পাৰে বুলি ভবা নাছিল। সেই কাৰণে তেওঁলোক বিপাণ্ডত পৰিল। কংগ্ৰেছতেই হওক বা আন ক্ষেত্ৰতেই হওক, প্ৰায়েই দেখিবলৈ পোৱা যায় যে, আমি সমালোচনা কৰো নিন্দা কৰোঁ, কিন্তু যেতিয়া দায়িত্ব ল'বলগীয়া হ'ব, তেতিয়াই পিচ হোঁহকোঁ। মনৰ মাজত আশা থাকে যে, সমালোচনা কৰিলেই আমাৰ বিপৰীত পক্ষই আমাৰ সুবিধা মতে পথ পৰিৱৰ্ত্তন কৰি ল'ব, আমাৰ হাতত এৰি নিদিব। ভাৰত চৰকাৰৰ ব্যৱস্থাৰ নিচিনাকৈ য'ত আমাৰ গাত কোনো দায়িত্ব দিয়া নাই, শাসন-পৰিষদ যে লনচৰ কৰিব নোৱাৰা আৰু স্বেচ্ছাচাৰী বিধৰ আৰু য'ত কেৱল সমালোচনাৰহে থল আছে, (অৱশ্যে কামৰ কথা বেলেগ) তাত সমালোচনা বিৰূপ হ'বলৈ বাধ্য। কিন্তু তথাপি যদি বিৰূপ সমালোচনাকেই কাৰ্য্যকৰী কৰিব লগা হয়, তেন্তে মনেৰে নিজক এনেকৈ সাজু কৰি ৰাখিব লাগিব যে সুবিধা পালেই চৰকাৰৰ সকলো বিভাগৰ শাসন আৰু সামৰিক, আভ্যন্তৰীণ আৰু আন্তৰ্জাতিক দায়িত্ব আৰু নিয়ন্ত্ৰণ ক্ষমতা গ্ৰহণ কৰিবলৈ কোনো সঙ্কোচ নেথাকিব। কিন্তু আংশিকভাৱে নিয়ন্ত্ৰণ কৰাৰ আকাঙ্ক্ষাৰ অৰ্থ (আমাৰ মধ্যবিত্তসকলে সমৰবিভাগৰ বিষয়ে কোৱাৰ দৰে) নিজৰ অপাৰগতা স্বীকাৰ কৰা মাত্ৰ আৰু তাত সমালোচনাৰ কোনো চোক নাই।

এইদৰে সমালোচনা আৰু নিন্দা কৰাৰ মনোভাৱ আৰু সিপিনে তাৰ স্বাভাৱিক পৰিণামৰ দায়িত্ব গ্ৰহণৰ সময়ত পাচ হোঁহকা স্বভাৱ গান্ধীজীৰ সমালোচকসকলৰ মাজতো দেখা গৈছে। কংগ্ৰেছৰ ভিতৰত এদল মানুহ আছে, যি তেওঁৰ কাৰ্য্যপ্ৰণালী ভাল নেপায় আৰু চোকা সমালোচনা কৰে, কিন্তু গান্ধীজীক কংগ্ৰেছৰপৰা বাহিৰ কৰি দিবলৈকো আগ নেবাঢ়ে। এই মনোভাৱ সহজে বুজিব পাৰি, কিন্তু তাৰ দ্বাৰা কোনো পক্ষৰ কাৰণেই সুবিচাৰ কৰা নহয়।

কলিকতা কংগ্ৰেছত এনে ধৰণৰ আহুকাল আহি পৰিল। দুয়ো পক্ষৰ মাজত কথা-বতৰা হৈ এটা আপোচ প্ৰস্তাৱ দাঙি ধৰা হ'ল, কিন্তু পিচত সিও নৰজিলগৈ। গোটেই কথাবিলাকেই খেলি-মেলি হৈ পৰিল—কোনো ফালেই একো বুজা নগ'ল। অৱশেষত কংগ্ৰেছৰ দ্বাই প্ৰস্তাৱটো এই ধৰণে ঠিক কৰা হ'ল যে, কংগ্ৰেছে সৰ্ব্বদল সন্মিলনৰ প্ৰস্তাৱ গ্ৰহণ কৰি বুটিছ চৰকাৰক জনাই দিব যে এবছৰৰ ভিতৰত সেই শাসনতন্ত্ৰ গৃহীত নহ'লে কংগ্ৰেছে আকৌ স্বাধীনতা আন্দোলন আৰম্ভ কৰিব।

এনেকুৱা সময় দি জানিবা কোমলকৈ এখন 'আল্টিমেটাম্' (চৰমপত্ৰ) দিয়া হ'ল। সৰ্ব্ব-দল সন্মিলনৰ প্ৰতিবেদনত পূৰ্ণ ঔপনিৱেশিক স্বায়ত্তশাসন বিচৰা নাই; গতিকে এই প্ৰস্তাৱে যে কংগ্ৰেছক স্বাধীনতাৰ আদৰ্শৰপৰা বহুতো নমাই আনিলে, তাত সন্দেহ নাই। তথাপি এই প্ৰস্তাৱে দূৰদৰ্শিতাৰে চিনাকি দিয়ে—কিয়নো ইয়াৰ ফলত খেল ফটাফটিৰ সম্ভাৱনা আঁতৰি গ'ল আৰু ১৯৩০-ৰ আন্দোলনৰ কাৰণে সাজু হোৱাৰ সুবিধা হ'ল। বৃটিছ চৰকাৰে এবছৰৰ ভিতৰতে যে সৰ্ব্বদল সন্মিলনৰ প্ৰস্তাৱ গ্ৰহণ নকৰে ই ঠিক যেনেই লাগিল। সংঘৰ্ষ অনিবাৰ্য্য হৈ উঠিল আৰু দেশৰ যেনেকুৱা অৱস্থা তাৰপৰা বুজা গ'ল মহাত্মা গান্ধীৰ নেতৃত্বৰ বাহিৰে কৃতকাৰ্য্য হোৱা অসম্ভৱ।

মই কংগ্ৰেছৰ মুকলি অধিবেশনত সেই প্ৰস্তাৱৰ প্ৰতিবাদ কৰিলোঁ; মোৰ প্ৰতিবাদ অৱশ্যে দ্বিধা-সংকোচেৰে ভৰা আছিল। তথাপি মই আকৌ সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হ'লো। যিয়েই হওক লাগিলে, পাকে-প্ৰকাৰে মই আকৌ সম্পাদকৰ পদত এঠা লগাদি লাগি থাকোঁ। কংগ্ৰেছৰ ক্ষেত্ৰত মই যেন বিখ্যাত "ভাইকাৰ অৱ ব্ৰে"ৰ ভূমিকা লৈছোঁ। কংগ্ৰেছৰ সিংহাসনত যি সভাপতিয়েই নবহক লাগিলে মই সদায় প্ৰতিষ্ঠানৰ সম্পাদকৰ ভাৰ লৈ কাম চলাবই লাগিব।

কলিকাতা কংগ্ৰেছৰ অধিৱেশনৰ কেইদিনমান আগতে ঝৰিয়াত (কয়লা খনি অঞ্চলত) নিখিল ভাৰত ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ অধিবেশন বহে। প্ৰথম দুদিন মই ইয়াৰ অধিবেশনত যোগ দি কলিকতালৈ গ'লোঁ। এয়ে মোৰ ট্ৰেড্ ইউনিয়ন কংগ্ৰেছত প্ৰথম যোগদান। খেতিয়কসকলৰ মাজত বহুত দিন আৰু বনুৱাসকলৰ মাজত কিছু দিন কাম কৰি মানুহৰ মনত ভাল লগাব পাৰিছিলোঁ যদিও মই ট্ৰেড্ ইউনিয়ন আন্দোলনৰ বাহিৰতেই আছিলোঁ। মই দেখিলোঁ বিপ্লৱকামী আৰু সংস্কাৰকামীৰ মাজৰ কাজিয়া আগৰ নিচিনাই আছে। কোনো আন্তৰ্জাতিক প্ৰতিষ্ঠানত যোগ দিয়া, সাম্ৰাজ্যবাদবিৰোধী সংঘ, পেনপেচিফিক ইউনিয়ন আৰু জেনেভাৰ আন্তৰ্জাতিক সন্মিলনলৈ প্ৰতিনিধি পঠোৱা এইবিলাকেই মতভেদৰ ঘাই বিষয় আছিল। ইয়াৰ বাহিৰেও কংগ্ৰেছৰ মূল নীতি সম্পৰ্কে দুয়ো দলৰে দৃষ্টিভংগী বেলেগ বেলেগ আছিল। পুৰণি ট্ৰেড্ ইউনিয়নপন্থীসকল ৰাজনীতি ক্ষেত্ৰত মধ্যম পন্থী, আৰু তেওঁলোকে বনুৱা আন্দোলনৰ মাজত ৰাজনৈতিক যোগাযোগ স্থাপন কৰাৰ বিষয়ে দোধোৰমোৰ অৱস্থাত আছে। তেওঁলোকে অতি সাৱধানে ঠিক বনুৱাৰ অৱস্থাৰ লগত খাপ খোৱা উপায়েৰে বনুৱাৰ অৱস্থাৰ উন্নতি সাধন কৰিবলৈ বিচাৰে। এই দলৰ নেতা এন্ এম্. যোশী। এওঁ বহুতবাৰ জেনেভাৰ বনুৱা সন্মিলনলৈ গৈছে। আনটো দল বেচি সংগ্ৰামশীল, ৰাজনৈতিক কাৰ্য্যত তেওঁলোকৰ বিশ্বাস আছে আৰু মুকলিভাৱেই তেওঁলোকে বৈপ্লৱিক মতবাদ প্ৰচাৰ কৰে। এওঁ-লোকে তেনেই কমিউনিষ্ট্ ভাবাপন্ন মানুহৰ কথা মতে নচলিলেও তেওঁলোকৰ প্ৰভাৱৰপৰা মুক্ত নহয়। বোম্বাইৰ কাপোৰ কলৰ বনুৱাসকল এওঁলোকৰ হাতত আছিল আৰু এওঁলোকৰ নেতৃত্বত চলা বোম্বাই চহৰত কাপোৰৰ কলত হোৱা বনুৱা-ধৰ্ম্মঘট কিছু পৰিমাণ সফল হৈছিল। গিৰনী কামগাৰ ইউনিয়ন নামৰ এটা নতুন

শক্তিশালী বনুৱা-সঙ্ঘ বোম্বাইৰ বনুৱাসকলৰ মাজত মূৰ দাঙি উঠিছিল। জি আই. পি ৰেলৱে ইউনিয়নৰ উপৰিও এই আগৰণুৱা দলটোৰ যথেষ্ট প্ৰভাৱ আছিল।

পোনৰেপৰা ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি আৰু অফিচটো এন্. এম্. যোশী আৰু তেওঁৰ লগৰ ঘনিষ্ঠ সহকৰ্ম্মীসকলেই চলাইছিল। যোশী আছিল এই আন্দোলনৰ স্ৰষ্টা। আগৰণুৱা দলটো বনুৱাসকলৰ মাজত শক্তিশালী হলেও ওপৰৰপৰা পৰিচালিত কাৰ্য্যপ্ৰণালীৰ ওপৰত তেওঁলোকৰ কোনো প্ৰভাৱ নাছিল। এই অৱস্থা সন্তোষজনক নাছিল। ইয়াৰদ্বাৰা প্ৰকৃত অৱস্থা একো ন্যায়ৰ পৰা নগৈছিল। ইয়াৰ ফলত অসন্তোষ আৰু কাজিয়া লাগিয়েই থাকে আৰু আগৰণুৱা দলে ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ ক্ষমতা হাত কৰিবলৈ চেষ্টা কৰে। আনফালে ইয়াৰ ফলে বৰকৈ হেতা-ওপৰা কৰিলে দুটা দলত বিভক্ত হোৱাৰো আশংকা আছিল। ভাৰতত তেতিয়াও বনুৱা আন্দোলনৰ ভৰপক হোৱা নাই। ইযাৰ বহুতো দুৰ্ব্বলতা আছিল আৰু অ-বনুৱা নেতাই তাক পৰিচালনা কৰিছিল। এই অৱস্থাত বাহিৰৰ মানুহে বনুৱা আন্দোলনৰ সুবিধা লৈ স্বাৰ্থ সিদ্ধি কৰিবলৈ চেষ্টা কৰাটো স্বাভাৱিক আৰু ভাৰত শ্ৰমিক কংগ্ৰেছ আৰু ইউনিযনত তাকেই দেখা গৈছিল। এন্. এম্. যোশীয়ে অৱশ্যে বহুদিন ধৰি বনুৱা আন্দোলনত লিপ্ত থাকি নিজৰ যোগ্যতা আৰু দক্ষতা প্ৰমাণ কৰিছে আন কি যিসকলে তেওঁৰ ৰাজনীতি ক্ষেত্ৰত পাচ পৰা আৰু মধ্যমপন্থী বুলি ভাবে তেওঁলোকেও ভাৰতীয় বনুৱা আন্দোলনৰ প্ৰতি তেওঁৰ সেৱাৰ মূল্য স্বীকাৰ কৰে। আন আন কেইজনমান মধ্যমপন্থী আৰু আগৰণুৱা নেতাৰ সম্বন্ধেও এই কথা খাটে।

ঝৰিয়াত মোৰ সহানুভূতি আগৰণুৱা দলৰ প্ৰতিযেই আছিল, কিন্তু মই নতুনকৈ আহিছোঁ আৰু এওঁলোকৰ গৃহকন্দলৰ মাজত সোমোৱাৰ ইচ্ছা মোৰ অলপো নাছিল। গতিকে মই নিৰপেক্ষই থাকিলো। মই ঝৰিয়াৰপৰা অহাৰ পিচত এ আই টি ইউ চিৰ নতুন নিৰ্ব্বাচন হৈছিল। মই কলিকতালৈ আহি শুনিলোঁ, মোক এবছৰৰ কাৰণে সভাপতি নিৰ্ব্বাচন কৰা হৈছে। মধ্যমপন্থী দলটোৰপৰাই মোৰ নাম প্ৰস্তাৱ কৰা হৈছিল, বোধহয় তেওঁলোকে ভাবিছিল আগৰণুৱা দলে প্ৰস্তাৱ কৰা প্ৰাৰ্থী মিষ্টাৰ হাৰ্ড়ে-হিমজুৰে শ্ৰমিক (ৰেলকৰ্ম্মী) তেওঁক ঘটুৱাব হলে মোৰ নাম বাদত আহিব। সেইদিনা মই যদি ঝৰিয়াত উপস্থিত থাকিলোঁহেঁতেন, তেনে হলে বনুৱা প্ৰাৰ্থীৰ পক্ষে মোৰ নিজৰ নাম উঠাই ললোহেঁতেন। অ-বনুৱা আৰু নতুনকৈ অহা এজনক সভাপতিৰ পদত বৰণ কৰা মোৰ কাৰণে অতি অশোভনীয় কথা যেন লাগিছিল। ভাৰতত বনুৱা আন্দোলন যে এতিয়াও কেঁচুৱা আৰু দুৰ্ব্বল অৱস্থাত আছে সিয়ে তাৰ প্ৰমাণ।

১৯২৮ চনত বনুৱা আন্দোলন আৰু ধৰ্ম্মঘট বহুতো হৈছিল; ১৯২৯তো তাৰ ঢৌ মাৰ যোৱা নাই। ছালছিগা যদিও সংগ্ৰাম ভাবাপন্ন বোম্বাই চহৰৰ কাপোৰ কলৰ বনুৱাসকলেই ধৰ্ম্মঘটত আগৰণুৱা হৈছিল। বঙ্গদেশৰ পাটকলবিলাকতো বহলভাৱে ধৰ্ম্মঘট হৈছিল। জামছেদপুৰ টিন্ প্লেট্ ওৱৰ্কছত কেইমাহমান ধৰি দীঘলীয়াকৈ ধৰ্ম্মঘট সাহসেৰে পৰিচালিত হৈছিল। জনসাধাৰণৰ সহানুভূতি

থকাতো শক্তিশালী মালিক কোম্পানী (বৰ্ম্মা অয়ল কোম্পানীৰ লগত সম্বন্ধ থকা) বনুৱাসকলক মাৰি-ধৰি থান্ বান্ কৰি দিছিল।

দুবছৰ ধৰি বনুৱাসকলৰ মাজত অশান্তি চলিল আৰু তাৰ ফলত তেওঁলোকৰ অৱস্থা আৰু বেয়া হ'ল। মহাযুদ্ধৰ পিচত ভাৰতবৰ্ষত কল-কাৰখানাৰ প্ৰসাৰ আৰু উন্নতি হ'বলৈ ধৰিলে। তাৰপৰা লাভো হৈছিল বহুত। পাঁচ বছৰ ধৰি পাটৰ কল আৰু কাপোৰৰ কলত শতকৰা এশ টকাৰপৰা ডেৰশ টকালৈকে লাভ হৈছিল। এই অসম্ভৱ নিৰিখত হোৱা লাভৰ গোটেইখিনিয়েই মালিক বা অংশীদাৰৰ জেপত সোমালগৈ। কিন্তু বনুৱাৰ অৱস্থা হ'লে আগৰ যি এতিয়াও সেই। দৰ্ম্মহাৰ নিৰিখ যেনেকৈ অকণমান বাঢ়িছিল, তেনেকৈ সিফালে বস্তুৰ দামো বাঢ়িছিল। এই ধৰণে যেতিয়া চৌ চৌৱাই লাখে লাখে টকা উপাৰ্জ্জন হৈছিল, তেতিয়া দুখীয়া বনুৱাসকলে ভগাছিগা জুপুৰি ঘৰত থাকিছিল। তিৰোতাসকলৰ আন কি লজ্জা ঢাকিবৰ উপযোগী কাপোৰো নাছিল। বোম্বাইৰ বনুৱাসকলতকৈয়ো কলিকতাৰ অট্টালিকাবিলাকৰ ওচৰতে থকা বনুৱাসকলৰ অৱস্থা বেচি শোচনীয় আছিল। আধা-লাঙঠা শেতামুখীয়া তিৰোতাসকলে পেটৰ ভোকত পুৰুৱাৰপৰা গধূলিলৈকে পৰিশ্ৰম কৰে আৰু তেওঁলোকৰ শ্ৰমেৰে ডাণ্ডি আৰু গ্লাছগ' আৰু কোনো কোনো অংশত ভাৰতীয়ৰ জেপত ধন ঐশ্বৰ্য্যৰ সোঁত অবিৰাম চলি থাকে।

লাভৰ দিনত কল-কাৰখানা ভালভাৱে চলি থাকিলেও বনুৱাসকলৰ অৱস্থা আগৰ দৰেই থাকিল--তেওঁলোকে বেচি লাভ কৰিব নোৱাৰিলে। কিন্তু ভাল দিনৰ যেতিয়া অন্ত হ'ল, যেতিয়া অতিপাত নিৰিখত লাভ কৰা টান হৈ উঠিল, তেতিয়া গোটেই ভাৰ গৈ পৰিল বনুৱাসকলৰ ওপৰত। পূৰ্ব্বৰ লাভৰ কথা সকলোৱে পাহৰি গ'ল, কিয়নো সেইখিনি খৰচেই হৈ গৈছে। অতিপাত লাভ নহ'লে কল-কাৰখানা চলে কেনেকৈ? গতিকে কাৰখানাৰ বনুৱাসকলৰ মাজত অশান্তিয়ে দেখা দিলে। বোম্বাইৰ ব্যাপক ধৰ্ম্মঘট দেখি চৰকাৰ আৰু গৰাকীসকলে ভয় খাই গ'ল। সঙ্ঘ অৰু মতবাদৰ ফালৰপৰা বনুৱা আন্দোলন, শ্ৰেণীস্বাৰ্থৰ প্ৰতি সচেতন, সংগ্ৰামশীল আৰু ভয়াবহ হৈ উঠিল। ৰাজনৈতিক আন্দোলনো অতি সোনকালে বিয়পি পৰিছিল। দুয়োটা আন্দোলনেই চলিছিল যদিও এটাৰ লগত আনটোৰ সম্বন্ধ নাছিল। নিজৰ ভৱিষ্যৎ কেনেকুৱা হ'ব পাৰে অনুমান কৰি চৰকাৰ চিন্তাত পৰিল।

১৯২৯ চনৰ মাৰ্চ্চ মাহত চৰকাৰে আগৰণুৱা দলৰ কেইজনমান মুখিয়াল মুখিয়াল কৰ্ম্মীক গ্ৰেপ্তাৰ কৰি সংঘবদ্ধ বনুৱা আন্দোলনটোক হঠাৎ কোব মাৰি দিলে। বোম্বাই গিৰ্‌নী কামগাৰ ইউনিয়নৰ নেতাসকলক আৰু বঙ্গদেশ, যুক্তপ্ৰদেশ আৰু পঞ্জাবৰ বনুৱা নেতাসকলক গ্ৰেপ্তাৰ কৰা হ'ল। ইয়াৰ মাজত কোনো কোনো কমিউনিষ্ট্ ভাবাপন্ন আৰু আন আন বহুতো সাধাৰণ ট্ৰেড্ ইউনিয়নপন্থী আছিল। ইয়াৰপৰাই পিচত গৈ বিখ্যাত মীৰাট ষড়যন্ত্ৰৰ মকৰ্দ্দমা হ'লগৈ। এই মকৰ্দ্দমা ছাৰে চাৰি বছৰ চলিছিল।

মীৰাটৰ আচামীসকলক আদালতত সমৰ্থন কৰিবৰ কাৰণে এটা কমিটী গঠন কৰা হ'ল। দেউতা সেই সমিতিৰ সভাপতি আৰু ডাঃ আনচাৰী, মই আৰু আন আন বহুতো ইয়াৰ সভ্য হ'লোঁহক। আমাৰ কাম বৰ কঠিন হৈ পৰিল। ধন গোটোৱা

সহজ নহ'ল, কৰণ বুজা গ'ল ধনী মানুহৰ কমিউনিষ্ট্, চছিয়েলিষ্ট্ আৰু বনুৱা আন্দোলনকাৰীসকলৰ প্ৰতি সহানুভূতি নাই। আইনজীৱীসকলে সাধুকথাত কোৱাৰ দৰে পুৰা এক পাউণ্ড নৰমাংস নেপালে কাম নকৰোঁ বুলি কৈ দিলেই। আমাৰ কমিটীত দেউতা আৰু আন বিখ্যাত উকিলসকল আছিল। পৰামৰ্শ আৰু আন আন নিৰ্দ্দেশৰ কাৰণে তেওঁলোক সদায় সাজু আছিল। ইয়াত আমাৰ এটি পইচাও খৰচ নহৈছিল। কিন্তু মাহৰ পিচত মাহ ধৰি মীৰাটত বহি কাম কৰা তেওঁলোকৰ পক্ষে সম্ভৱ নাছিল। আন যিসকল আইনজীৱীৰ ওচৰলৈ আমি গ'লোঁ, তেওঁলোকে এই মকৰ্দ্দমাক পাৰ্থ্যমানে ধন উপাৰ্জ্জনৰ যন্ত্ৰৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে।

মীৰাট মকৰ্দ্দমাৰ বাহিৰেও মই এম. এন. ৰায়ৰ মকৰ্দ্দমা আৰু আন কেইটামান তদ্বিৰ সমিতিৰ সদস্য আছিলোঁ। সকলো ঠাইতে মই মোৰ এই ব্যৱসায়ৰ সহকৰ্ম্মী-সকলৰ লোভ দেখি বিচুৰ্ত্তি খাইছোঁ। ১৯১৯-ত পঞ্জাৱ সামৰিক আইন সম্বন্ধীয় বিষয়ত মোক প্ৰথম মাতে। এজন বিখ্যাত নেতৃস্থানীয় উকিলে তেওঁৰ পুৰা মাচুল অৰ্থাৎ বহুত টকা দাবী কৰিছিল। সামৰিক আইনৰ গৰাহত পৰা দুৰ্ভগীয়া আচামীসকলৰ ভিতৰত এজন তেওঁৰ ব্যৱসায়ৰ সহকৰ্ম্মীও আছিল আৰু আন আন বহুতৰেপৰা ধাৰ কৰি, সম্পত্তি বিক্ৰী কৰি তেওঁক মাচুল দিবলগীয়া হৈছিল। মোৰ আটাইতকৈ শেহৰ অভিজ্ঞতা আৰু দুখৰ। আমি একেবাৰেই ছালছিগা বনুৱা-সকলৰপৰা একৈয়া বুটলি যি ধন সংগ্ৰহ কৰিছিলোঁ তাক শকত অঙ্কৰ চেক্ লিখি আইনজীৱীসকলক দিবলগীয়া হৈছিল। ই অতি আচৰিত কথা। তথাপি ইমান আয়োজন বিফলে যায়। ৰাজনৈতিক সম্পৰ্কীয়েই হওক বা বনুৱা সম্পৰ্কীয়েই হওক যি কোনো মকৰ্দ্দমাতে আমি যিমানেই নিজপক্ষ সমৰ্থন কৰোঁ বা নকৰোঁ ফল প্ৰায় একেই থাকে। মীৰাট মকৰ্দ্দমাৰ দৰে ঘটনাত বহুত কাৰণত নিজ পক্ষ সমৰ্থন নকৰিব নোৱাৰা হৈছিলোঁগৈ।

মীৰাট মকৰ্দ্দমা তদ্বিৰ সমিতি আচামীসকলৰ কাৰণে বৰ বিমোৰত পৰিছিল। তেওঁলোকৰ মাজত বেলেগ বেলেগ শ্ৰেণীৰ মানুহ আছিল আৰু প্ৰত্যেক জনৰে পক্ষ সমৰ্থনৰ প্ৰণালী বেলেগ বেলেগ ধৰণৰ আছিল আৰু তেওঁলোকৰ ভিতৰতো একতা সমিল নাছিল। কেইমাহমানৰ ভিতৰতে আমি কমিটী উঠাই দিলোঁ আৰু গাই-গুটীয়াভাবে সাহায্য কৰিবলৈ ধৰিলোঁ। লাহে লাহে ৰাজনৈতিক ঘটনাবিলাক সঘনে ঘটিবলৈ ধৰিলে আৰু ১৯৩০-ত আমি সকলোবেই জেলত উপস্থিত হ'লোঁগৈ।

## আকাশত মেঘৰ গাজনি

১৯২৯-ত লাহোৰত কংগ্ৰেছ অধিবেশন। দহ বছৰৰ পিচত পঞ্জাৱলৈ আকৌ কংগ্ৰেছ উভতি আহিছে। জনসাধাৰণৰ মনত আগৰ স্মৃতি জাগৰিত হ'ল। জালিয়ানৱালাবাগ, সামৰিক আইন আৰু তাৰ অপমান, অমৃতসৰৰ কংগ্ৰেছ আৰু তাৰ পিচৰ অসহযোগ আন্দোলনৰ সূচনা। এই সময়ৰ ভিতৰত বহুত কিবা-কিবি ঘটিছে - ভাৰতত বহুত পৰিৱৰ্ত্তন হৈছে; তথাপি একে ধৰণৰ ঘটনাৰ অভাৱ নাই। ৰাজ-

নৈতিক অসন্তোষ বাঢ়িছিল, সংঘৰ্ষ হওঁ হওঁ অবস্থা। গোটেই দেশৰ ওপৰত সঙ্কটৰ ক'লা ছাঁ ডাঠ হৈ উঠিছিল।

আইন সভাৰ চৰ্কীৰত ঘূৰি থকা এমুঠি মানুহৰ বাহিৰে দেশৰ আন মানুহৰ ব্যৱস্থা পৰিষদ বা প্ৰাদেশিক আইন-সভাবিলাকৰ প্ৰতি বিৰাগ উপস্থিত হৈছিল। চৰকাৰৰ প্ৰভুত্বকামী আৰু স্বেচ্ছাচাৰী প্ৰকৃতিৰ ওপৰত এখন আইন-সভাৰ ফটা-ছিটা জীৰ্ণ-শীৰ্ণ আৱৰণ দলিয়াই দি তেওঁলোকে কোনোমতে কাম চলাই গৈছিল আৰু তাকেই ভাৰতৰ কিছুমান মানুহে পাৰ্লিয়ামেণ্ট বুলি সান্ত্বনা লাভ কৰিছিল আৰু সদস্য হিচাপে এলাৰেণ্ড গ্ৰহণ কৰিছিল। ১৯২৮-ত ছাইমন কমিছনৰ লগত সহযোগ নকৰে বুলি লোৱা প্ৰস্তাৱেই ব্যবস্থা পৰিষদে নিজৰ ফালে আনৰ মনোযোগ আকৰ্ষণ কৰিবলৈ কৰা শেষ চেষ্টা।

পিচত ব্যৱস্থা পৰিষদৰ সভাপতিৰ লগত চৰকাৰৰ কাজিয়া লাগিল। পৰিষদৰ স্বৰাজ্যদলীয় সভাপতি বিঠলভাই পেটেল তেওঁৰ স্বাধীনতা প্ৰিয়তাৰ কাৰণে চৰকাৰৰ বাটৰ হুল-জোং হোবাদি হ'ল। আৰু চৰকাৰে তেওঁক খৰ্ব্ব কৰিবলৈ ব্যৱস্থা কৰিলে এনে ঘটনাই মানুহৰ মন আকৰ্ষণ কৰিলে হয়, কিন্তু মূঠতে বাহিৰৰ ঘটনাৱলীৰ প্ৰতিহে মানুহে মনোযোগ দিলে বেচি। কাউণ্ছিলৰ প্ৰতি দেউতাৰ মোহ সম্পূৰ্ণই আঁতৰিল। প্ৰায়েই দেউতাই তেখেতৰ মতামত ব্যক্ত কৰি ক'লে যে, আইন-সভাবিলাকৰপৰা আৰু একো আশা কৰিব নোৱাৰি। সুবিধা পালে তেওঁ নিজেই তাৰপৰা ওলাবলৈ বিচাৰিছিল। তেওঁৰ মন আছিল নিয়মতান্ত্ৰিকতাত অভ্যস্ত আৰু তেওঁ ভাল পাইছিল আইনসঙ্গত কাৰ্য্য পদ্ধতি। তথাপি তেখেতে এই সিদ্ধান্তত উপনীত হৈছিল যে ভাৰতবৰ্ষত নিয়মতান্ত্ৰিক কাৰ্য্য-পদ্ধতি নিষ্ফল আৰু মূল্যহীন। নিজৰ আইনজ্ঞ মনক এই বুলি তেখেতে প্ৰবোধ দিছিল ভাৰতবৰ্ষত প্ৰকৃততে নিয়ম তন্ত্ৰ বোলা একো নাই আৰু য'ত ব্যক্তি বা প্ৰভুৰ দলে যাদুকৰৰ টুপীৰ মাজৰপৰা শহাপহু উলিওৱাৰ নিচিনাকৈ নভবা-নিচিন্তা একোখন অৰ্ডিনেঞ্চৰূপী আইন উলিয়াব পাৰে, তাত আইনৰ প্ৰতিষ্ঠা থকা নুবুজায়। প্ৰকৃতি আৰু সংস্কাৰৰ ফালৰপৰা তেখেত বৈপ্লৱিক নাছিল। যদি ভাৰতবৰ্ষত বুৰ্জ্জোৱা গণতন্ত্ৰৰ নিচিনা কিবা শাসন-পদ্ধতি থাকিলহেঁতেন, তেন্তে তেখেত নিশ্চয় তাৰ প্ৰধান সমৰ্থকেই হ'লহেঁতেন। কিন্তু বৰ্ত্তমান ব্যৱস্থাত এটা ভুৱা পাৰ্লিয়ামেণ্টৰ ভাওনা দেখি ভাৰতবৰ্ষত নিয়মতান্ত্ৰিক আন্দোলনৰ প্ৰতি লাহে লাহে তেখেতে আগতকৈয়ো বেচি আমনি পাই আছিল।

কলিকতা কংগ্ৰেছত আপোচ প্ৰস্তাৱত গান্ধীজীয়ে হস্তক্ষেপ কৰিছিল যদিও, ৰাজনীতিৰপৰা তেওঁ দূৰতেই আছিল। অৱশ্যে তেওঁ অবস্থাৰ গতি-বিধি লক্ষ্য কৰিয়েই আছিল আৰু কংগ্ৰেছ নেতাসকলেও প্ৰায় তেওঁৰ পৰামৰ্শকে গ্ৰহণ কৰিছিল। কেইবছৰমান ধৰি তেওঁ খাইকৈ খাদী প্ৰচাৰৰ কামতে ব্ৰতী আছিল। তেওঁ এখন এখনকৈ প্ৰত্যেক প্ৰদেশ, প্ৰত্যেক জিলা, প্ৰত্যেক লেখত ল'বলগীয়া চহৰ, আনকি ঘোকোটত থকা গাঁওবিলাকতো ফুৰিছিল। তেওঁ য'লৈকে গৈছিল ত'তেই হেজাৰ-বিজাৰ মানুহ গোট খাইছিল। সেই কাৰণেই আগৰেপৰা শৃঙ্খলা ৰক্ষাৰ ব্যৱস্থা কৰা হৈছিল, যাতে তেওঁৰ কাৰ্য্যপ্ৰণালী সুশৃঙ্খলভাবে পালন কৰা হয়। এনেকৈ

বহুতবাৰ ভাৰতবৰ্ষ ভ্ৰমণ কৰি উত্তৰ আৰু দক্ষিণ-পূব অঞ্চলৰ পৰ্ব্বতমালাৰপৰা পশ্চিমে সাগৰৰ পাৰ পৰ্য্যন্ত এই বিশাল দেশৰ প্ৰত্যেক অংশৰ লগতে তেওঁ চিনাকি হৈ লৈছিল। অন্য কোনো মানুহে তেওঁৰ নিচিনাকৈ ভাৰত ভ্ৰমণ কৰিছে নে নাই কব নোৱাৰোঁ।

আগতে বহুত অনুসন্ধানকাৰী বিখ্যাত ভ্ৰমণকাৰীয়ে ভাৰতবৰ্ষক তীৰ্থ জ্ঞান কৰি দেশ ভ্ৰমণ কৰিছে। কিন্তু তেতিয়া যান-বাহন আছিল ধীৰ গতিৰ আৰু আজি-কালিৰ দিনত ৰেল বা মটৰত বহুৰেকত যি ঠাই দেখা সম্ভৱ, তেতিয়া গোটেই জীৱনতে তাক দেখা সম্ভৱ নহৈছিল। গান্ধীজীয়ে ৰেল আৰু মটৰত ফুৰিছিল, কিন্তু পদব্ৰজেও তেওঁ বহুতো ঠাই ফুৰিছে। ইয়াৰ ফলত ভাৰতবৰ্ষ আৰু ভাৰতবাসীৰ সম্পৰ্কে তেওঁৰ অভিজ্ঞতা যিমান, সিমানখিনি আৰু আন কাৰো নাই। এইদৰেই তেওঁ লাখ লাখ মানুহক ব্যক্তিগতভাৱে লগ পাইছে। তেৰোঁ তেওঁলোকক চিনি পাইছে আৰু তেওঁলোকেও তেওঁক চিনি পাইছে। ১৯২৯-ত খাদী প্ৰচাৰৰ উদ্দেশ্যে তেওঁ কেইসপ্তাহমান যুক্তপ্ৰদেশত আছিল। তেতিয়া অতিপাত জহ। মই কেইবাৰো তেওঁৰ লগত ফুৰিছিলোঁ আৰু মাজে মাজে দুই এদিন তেওঁৰ লগত আছিলোঁও। আগৰ অভিজ্ঞতা আছিল যদিও বিৰাট জনসমাগম দেখি মই আচৰিত নহৈ নোৱাৰিছিলোঁ, বিশেষকৈ আমাৰ পূব অঞ্চলত, গোৰখপুৰ আদি জিলাত মানুহৰ সোঁত দেখি দলে দলে অহা কাকতি-ফৰিঙৰ জাকলৈ মনত পৰিছিল। গাঁও অঞ্চলত মটৰেদি যোৱা সময়ত আমি দুই এমাইল পিচে পিচে দহ বিশ হেজাৰ জনতাৰ সন্মুখীন হৈছিলোঁ আৰু সেই দিনাৰ প্ৰধান সভাত লাখতকৈয়ো সৰহ মানুহ গোট খাইছিল। প্ৰকাণ্ড প্ৰকাণ্ড কেইখনমান বিৰাট চহৰৰ বাহিৰে ক'তো "লাউড্ স্পীকাৰ"ৰ ব্যৱস্থা নাছিল আৰু এই বিৰাট জনতাৰ পক্ষে আমাৰ কথা শুনা সম্ভৱেই নাছিল। বোধহয় তেওঁলোকে ৰৰকৈ বক্তৃতা শুনিবলৈ অহা নাছিল, মহাত্মাজীৰ দৰ্শন পালেই তেওঁলোকৰ সন্তুষ্টি হয়। বেচি পৰিশ্ৰম কৰিবলগীয়া নহ'বৰ কাৰণে গান্ধীজীয়ে সাধাৰণতে অতি চমুকৈ বক্তৃতা দিছিল; নহ'লে দিনৰ পিচত দিন, ঘণ্টাৰ পিচত ঘণ্টা ধৰি এনেকৈ কাম কৰা বৰ টান।

তেওঁৰ যুক্তপ্ৰদেশ ভ্ৰমণৰ সকলো সময়তে মই তেওঁৰ লগত নাছিলোঁ। মোক তেনেকৈ বিচৰাও নাছিল। গতিকে তেওঁৰ দলৰ সংখ্যা বৃদ্ধি কৰাটো মই সমীচীন নহ'ব যেন পালোঁ। জনতা হওক, তাত আপত্তি নাই, কিন্তু সেই বুলি ঠেলা-ঠেলি, হেঁচা-হেচি লোকৰ ভৰিৰ তলত পৰি দুখ পোৱা আদি—গান্ধীজীৰ লগত যোৱাসকলৰ পক্ষে যিটো অতি স্বাভাৱিক ঘটনা—তাৰ প্ৰতি মই কোনো আকৰ্ষণ অনুভৱ কৰা নাছিলোঁ। মোৰ হাতত আন কাম আছিল আৰু ৰাজনৈতিক অৱস্থা বৰ বেগাই পৰিৱৰ্ত্তন হোৱাৰ কাৰণে আন কামৰ তুলনাত খাদীৰ কাম মোৰ কাৰণে অতি কম যেন লাগিছিল আৰু গোটেই সময়খিনি খাদীৰ কামত লাগি থকাৰ ইচ্ছাও মোৰ নাছিল। গান্ধীজীয়ে এই ধৰণৰ অ-ৰাজনৈতিক কামত লিপ্ত থকাত মাজে মাজে মোৰ খঙো উঠিছিল। তেওঁৰ মনৰ মাজত কি আছে, আমি কোনোমতেই বুজিব পৰা নাছিলোঁ। এই সময়ত তেওঁ খাদীৰ কাৰণে পইচা গোটাইছিল আৰু প্ৰায়েই কৈছিল যে, "দৰিদ্ৰ নাৰায়ণ"ৰ সেৱাৰ কাৰণে ধনৰ আৱশ্যক। ইয়াৰ অৰ্থ—কুটীৰ শিল্পৰ

মাজেদি কাম সৃষ্টি কৰাই তেওঁৰ উদ্দেশ্য। কিন্তু সেই শব্দটোৰ মাজত দাৰিদ্ৰ্যক ডাঙৰ কৰি দেখুৱাৰ এটা ভাব আছে, যেন ঈশ্বৰ বিশেষকৈ দৰিদ্ৰসকলৰহে ঈশ্বৰ। সদায় ধৰ্ম্মভাৱৰ এই ধৰণৰ মনোভাৱ থাকেই হ'বলা! কিন্তু মোৰ পক্ষে ই অসহ্য। মোৰ মতে দাৰিদ্ৰ্যটো ঘিণ লগা কথা। তাৰ লগত যুদ্ধ কৰি তাক উঘালি পেলোৱাই উচিত, তাক প্ৰশ্ৰয় দিয়া উচিত নহয়। কিয়নো, এই মনোভাৱৰপৰা মানুহে দাৰিদ্ৰ্যক আক্ৰমণ নকৰি যি অৱস্থাৰপৰা দাৰিদ্ৰ্যৰ উৎপত্তি হয়, তাক সমৰ্থন কৰে আৰু যিবিলাকে দাৰিদ্ৰ্যৰ লগত যুদ্ধ কৰিব নোখোজে তেওঁলোকে দাৰিদ্ৰ্যৰ এটা বিশ্বাস-যোগ্য ব্যাখ্যা দিবলৈ চেষ্টা কৰে। অভাৱপূৰ্ণ জগতখনৰ বিষয়েই চিন্তা কৰাহে তেওঁলোকৰ অভ্যাস। এই জগততেই যে জীৱনৰ সকলো প্ৰকাৰ আৱশ্যকীয় বস্তু বহুল পৰিমাণে পোৱা যায়, তাক তেওঁলোকে ধাৰণাই কৰিব নোৱাৰে। এওঁলোকৰ মতে জগতত সদায় ধনী আৰু দুখীয়া থাকিবই।

এই বিষয়ে মাজে মাজে গান্ধীজীৰ লগত মোৰ আলোচনা হৈছে। তেওঁ ন-দি কয়, ধনীসকলে বোলে তেওঁলোকৰ ধন দৰিদ্ৰৰ কাৰণেই বুলি ভাবিব। ই অতি পুৰণি মত। ইউৰোপীয় মধ্যযুগত আৰু ভাৰতবৰ্ষত সেইটো প্ৰায়েই শুনা যায়। মই সৰ্বান্তকৰণে স্বীকাৰ কৰোঁ যে, এই উপায়েৰে সামাজিক সমস্যাৰ সমাধান কৰিব পাৰি বুলি মানুহে যে কেনেকৈ ভাবিব পাৰে, মই বুজিবলৈ টান পাওঁ।

আগতেই কৈছোঁ—ব্যৱস্থা পৰিষদ প্ৰায় শূই পৰিছিল, অতি কম মানুহেই ইয়াৰ আমনি লগা কামবিলাক লক্ষ্য কৰিছিল। এদিন হঠাৎ কঠোৰ জাগৰণ আহিল, ভগৎ সিং, বি কে দত্তই দৰ্শকৰ আসনপৰা সভাৰ মণ্ডলৈ দুটা বোমা দলিয়াই দিলে। কাৰো সিমান গুৰুতৰ আঘাত হোৱা নাছিল, বোধহয় বোমা দলিওৱাৰ সেইটো উদ্দেশ্যও নাছিল। অপৰাধী কেইজনে স্বীকাৰ কৰিলে যে, কাকো আহত কৰিবৰ কাৰণে বোমা দলিওৱা হোৱা নাছিল, এটা হাই-উৰুমি আৰু খেলি-মেলিৰ সৃষ্টি কৰাই তেওঁলোকৰ উদ্দেশ্য আছিল।

তেওঁলোকে ব্যৱস্থা পৰিষদ আৰু বাহিৰতো আলোড়ণৰ সৃষ্টি কৰিছিল। টেৰৰিষ্টসকলৰ আনবিলাক কাম-বন ইমান নিৰাপদ নাছিল। লালা লাজপৎ ৰায়ক আঘাত কৰা বুলি ওলোৱা এজন ইংৰাজ পুলিচ কৰ্ম্মচাৰীক লাহোৰত গুলী কৰি হত্যা কৰা হয়। বঙ্গদেশ আৰু আন আন ঠাইতো টেৰৰিষ্ট আন্দোলন আকৌ মূৰ দাঙি উঠা দেখা যায়। কিছুমান ষড়যন্ত্ৰৰ মকৰ্দ্দমা তৈয়াৰ হ'ল আৰু বিনা বিচাৰে বন্দী আৰু অন্তৰীণ হোৱা লোকৰ সংখ্যা বাঢ়িবলৈ ধৰিলে।

লাহোৰ ষড়যন্ত্ৰৰ মকৰ্দ্দমাত আদালতৰ ভিতৰত পুলিচে কিছুমান নোহোৱা-নোপজা দৃশ্যৰ সৃষ্টি কৰিলে আৰু তাৰ ফলতে জনসাধাৰণৰ মনোযোগ বিশেষভাৱে এই মকৰ্দ্দমাৰ ফালে আকৃষ্ট হ'ল। আদালতত আৰু জেলত এনেকুৱা বেয়া ব্যৱহাৰৰ প্ৰতিবাদ কৰিবলৈ বেচি ভাগ ফাটেকিয়ালেই লঘোণ ব্ৰত ল'লে। কথাটো কেনেকৈ আৰম্ভ হ'ল, মই পাহৰি গ'লো। কিন্তু এই প্ৰশ্নটো গৈ জেলৰ ফাটেকিয়াল—বিশেষকৈ ৰাজনৈতিক ফাটেকিয়ালৰ প্ৰতি দুৰ্ব্যৱহাৰৰ এটা সাধাৰণ প্ৰশ্নত পৰিণত হ'লগৈ। সপ্তাহৰ পিচত সপ্তাহ ধৰি লঘোন-ব্ৰত চলিবলৈ ধৰিলে। অভিযুক্ত

লোকসকল অতিপাত দুৰ্ব্বল হৈ পৰিছিল কাৰণে তেওঁলোকক আদালতলৈ নিয়া সম্ভব নহ'ল। আৰু বাৰে বাৰে মকৰ্দ্দমা স্থগিত ৰাখিবলগীয়া হ'ল। ফলত, চৰকাৰে এখন আইন কৰি দিলে যে, আদালতত অভিযুক্ত লোকসকল আৰু তেওঁ-লোকৰ উকিলসকল উপস্থিত নেথাকিলেও তেওঁলোকৰ বিচাৰ চলিব পাৰে। আন-ফালে জেলৰ ব্যৱহাৰ সম্পৰ্কেও তেওঁলোকে বিচাৰ কৰিবলৈ ধৰিলে।

লঘোন ধৰ্ম্মঘটৰ এমাহ পিচত মই এবাৰ লাহোৰলৈ গৈছিলোঁ। জেলত গৈ কেইজনমান ফাটেকিয়ালক লগ ধৰিবলৈ মই অনুমতি পালোঁ। এই সুযোগ গ্ৰহণো কৰিলোঁ। প্ৰথমে মই ভগৎ সিং, যতীন দাস, আৰু কেইজনমানক লগ ধৰিলোঁ। বৰ দুৰ্ব্বল আৰু শোৱাৰপৰা উঠিব নোৱাৰা অৱস্থা আছিল তেওঁলোকৰ। এওঁ-লোকৰ লগত বেচি পৰ কথা-বতৰা পতা সম্ভৱ নাছিল। ভগৎ সিঙৰ মুখখন অতি অকণো চিন নাছিল। তেওঁৰ ব্যৱহাৰ আৰু কথা-বতৰা অতি ভদ্ৰ। মই অৱশ্যে কমনীয়, দেখিলেই বুদ্ধিমান আৰু শান্ত মানুহ যেন লাগে। তেওঁৰ মুখত খঙৰ ভাবোঁ, এমাহ লঘোণে থকাৰ পাচত সকলোকে এনেকুৱা শান্ত দেখা যাব কিজানি। যতীন দাস আৰু নম্ৰ, কুমাৰী ছোৱালীৰ নিচিনা কোমল আৰু শান্ত। মই যেতিয়া তেওঁক দেখোঁ, তেওঁৰ ভয়ানক যন্ত্ৰণা! ইয়াৰ অলপদিনৰ পিচত এৰষ্টি দিনৰ লঘোন-ব্ৰতৰ ফলত তেওঁৰ মৃত্যু হয়।

ভগৎ সিঙৰ কথা মোৰ মনত এনেকুৱা লাগিল, তেওঁ যেন লালা লাজপৎ ৰায়ৰ লগত নিৰ্ব্বাসিত দিয়া তেওঁৰ খুড়াক অজিত সিঙক এবাৰ চাবলৈ বিচাৰে বা অন্ততঃ তেওঁৰ খবৰ পাবলৈ বিচাৰে। তেওঁ বহুদিন ধৰি বিদেশত নিৰ্ব্বাসন ভুগি আছে। তেওঁ দক্ষিণ আফ্ৰিকাত থকা বুলি এটা জনৰব ওলাইছিল, কিন্তু মই তেওঁৰ কোনো খবৰ-বাতৰি পোৱা নাই। তেওঁ জীবিত নে মৃত মই নেজানো।

যতীন দাসৰ মৃত্যুত গোটেই দেশতে চাঞ্চল্যৰ সৃষ্টি হ'ল। ইয়াৰ ফলত ৰাজনৈতিক বন্দীসকলৰ প্ৰতি ব্যৱহাৰৰ প্ৰশ্নটো আলোচনাৰ ঘাই বিষয় হৈ উঠিল আৰু চৰকাৰে ইয়াৰ অনুসন্ধানৰ কাৰণে এখন কমিটী নিযুক্ত কৰিলে। এই কমিটীৰ সিদ্ধান্তৰ ফলত বন্দীসকলক তিনটা শ্ৰেণীত ভগোৱা হ'ল। ৰাজনৈতিক বন্দী-সকলৰ বিশেষ কোনো শ্ৰেণী-বিভাগ কৰা নহ'ল। এইবিলাক নতুন নিয়মৰ ফলত হৈছে তাৰ বাহিৰে আন সন্তোষজনক পৰিৱৰ্ত্তন একো হোৱা নাই। লাহে লাহে জহ গ'ল, বাৰিষা আহিল; বাৰিষাও গ'ল, আৰু পাচত শৰৎ আহিল। প্ৰাদেশিক আশা হৈছিল, অৱস্থাৰ কিজানি অলপ উন্নতি হ'ব, কিন্তু কামত অকণমান পাৰ্থক্যহে কংগ্ৰেছবিলাক লাহোৰ কংগ্ৰেছৰ সভাপতি নিৰ্ব্বাচনতে লাগি আছে। এই নিৰ্ব্বাচনৰ প্ৰণালী অতি দীঘলীয়া আৰু ইযাত আগষ্টৰপৰা অক্টোবৰলৈকে সময় লাগিল। ১৯২৯ চনত সকলোৱে একবাক্যে গান্ধীজীকে সমৰ্থন কৰিবলৈ ধৰিলে। গান্ধীজীক দ্বিতীয় বাৰ সভাপতিৰূপে পাবলৈ হেঁপাহ কৰাটো তেওঁক কংগ্ৰেছত আগতকৈ বেচি সন্মান দিয়াৰ কাৰণে নহয়, কিয়নো কেইবা বছৰো ধৰি কংগ্ৰেছৰ সভাপতিৰ আসনত তেওঁ বহিয়েই আছে। সি যি নওহক, সকলোৱে ধাৰণা হ'ল যে, সংঘৰ্ষ হ'বলৈ আৰু বেচি দিন নাই আৰু কাৰ্য্যতঃ তেওঁৱেই ইয়াৰ নেতৃত্ব কৰিব লাগিব। গতিকে

নামত হ'লেও এইবাৰ তেওঁ কংগ্ৰেছৰ সভাপতি হওক। তাৰ বাহিৰে, তেওঁ নহ'লে সভাপতিৰ পদৰ যোগ্য মানুহ আৰু আন কোনো নাছিল।

গতিকে প্ৰাদেশিক কমিটীবিলাকে গান্ধীজীকেই সভাপতি পদত মনোনীত কৰিলে। কিন্তু তেওঁ মান্তি নহ'ল। তেওঁৰ আপত্তি তীব্ৰ হ'লেও যুক্তি-তৰ্কেৰে বুজালে তেওঁ আকৌ ভাবি চাব বুলি আশা হ'ল। চূড়ান্ত সিদ্ধান্তৰ কাৰণে লক্ষ্ণৌত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহিল। আমাৰ ধাৰণা আছিল, তেওঁ মান্তি হ'ব। কিন্তু তেওঁ একোতেই মান্তি নহ'ল আৰু শেষ মুহূৰ্ত্তত মোৰ নাম প্ৰস্তাৱ কৰিলে। তেওঁৰ চূড়ান্ত আপত্তিত সকলোৱে অবাক মানিলে, যৰ আহুকালত পৰা যেন পালে। আন মানুহৰ অভাৱত বাধ্য হৈ তেওঁলোকে মোকে নিৰ্ব্বাচন কৰিলে।

এই নিৰ্ব্বাচনত মই যিমান বিৰক্তি পাইছোঁ, অপমানিত বোধ কৰিছোঁ, আগেয়ে কেতিয়াও তেনে হোৱা নাই। মই যে এই সন্মান সম্পৰ্কে সচেতন নহওঁ, সি নহয়; ই এটা মহৎ সন্মান। সাধাৰণভাৱে নিৰ্ব্বাচিত হ'লে মই আনন্দও পালোঁহেঁতেন। কিন্তু মই সন্মুখৰ দুৱাৰেদি অহা নাই, আন কি কাষৰ দুৱাৰেদিও অহা নাই, পাচ-দুৱাৰেদি সোমাই দৰ্শকক বিচুৰ্ত্তি কৰি দিলোঁ আৰু দৰ্শকেও জানিবা উপায় নেপাই মোকেই গ্ৰহণ কৰি থ'লে। তেওঁলোকেও পৰিস্থিতিৰ প্ৰতি সাহসেৰে সন্মুখীন হৈ তিতা বড়ি এটা গিলাৰ দৰে মোক গিলি থ'লে। মোৰ আত্মসন্মানত আঘাত পৰা যেন অনুভৱ কৰিলোঁ—সন্মানটো ওভতাই দিবৰ ইচ্ছা জন্মিল। ভাগ্যে মই কোনো নাটকীয় দৃশ্যৰ অৱতাৰণা নকৰি সংযত হ'লো আৰু গধুৰ হৃদয়েৰে লাহেকৈ তাৰপৰা আঁতৰি গ'লোঁ।

দেউতাই কিজানি এই সিদ্ধান্তত আটাইতকৈ বেচি সুখী হৈছিল। মোৰ ৰাজনীতি গোটেই ভাল নেপালেও, মোক তেখেতে অতিপাত ভাল পাইছিল আৰু মোৰ ভাল হ'লে ভাল পাইছিল। মাজে মাজে তেখেতে মোৰ সমালোচনা কৰিছিল, টান কথাও কৈছিল। কিন্তু আন কোনোবাই তেওঁৰ মুখৰ আগত মোৰ নিন্দা কৰিলে চকুপাৰি দেখিব নোৱাৰিছিল।

মোৰ নিৰ্ব্বাচন একালে যেনেকৈ এটা ডাঙৰ সন্মান, আনকালে তেনেকৈ গভীৰ দায়িত্ব। পিতাৰ একেবাৰেই পিচতে পুত্ৰৰ সভাপতি পদ লাভ এটা অসাধাৰণ ঘটনা। বহুতে কয় ময়েই বোলে আটাইতকৈ কম বয়সত সভাপতি পদ পাইছোঁ। মোৰ তেতিয়া বয়স চল্লিশ বছৰ। কিন্তু সেইটো কথা সঁচা নহয়। মোৰ বোধেৰে গোখলেৰ বয়সো একেকুৰাই আছিল আৰু মৌলানা আবুল কালাম আজাদ (যদিও মোতকৈ অলপ ডাঙৰ) যেতিয়া সভাপতি হৈছিল, তেতিয়া তেওঁৰ বয়স বোধ হয় চল্লিচৰ তলত আছিল। গোখলেৰ বয়স যেতিয়া ত্ৰিছ-চল্লিছৰ ভিতৰত তেতিয়াও তেওঁক মানুহে এজন প্ৰবীণ ৰাজনীতিজ্ঞ বুলি গণ্য কৰিছিল আৰু আবুল কালাম আজাদে তেওঁৰ পাণ্ডিত্যৰ লগত খাপ খোৱাকৈ বাহিৰৰ অৱয়বটোও শ্ৰদ্ধাভাজন মানুহৰ নিচিনাকৈ গঢ়ি তুলিছিল। ৰাজনীতিত মোৰ পাণ্ডিত্য থকা বুলি কোনেও নেভাবিছিল আৰু মই এজন অতি পণ্ডিত বুলি

কোনেও মোক অপবাদ দিয়া নাছিল। মোৰ চুলি পকিছে যদিও আৰু দেখাত বয়স পৰা যেন দেখি যদিও, বয়সীয়াৰ অপবাদৰপৰা এতিয়ালৈকে হাত সাৰি আছোঁ।

লাহোৰ কংগ্ৰেছলৈ সৰহ দিন নাই। ইতিমধ্যে ঘটনাৱলী খোজে খোজে আগবাঢ়ি গৈছে—অনিবাৰ্য্যভাৱে সিহঁতৰ নিজৰেই ভিতৰৰ কিবা এটা শক্তিয়ে যেন সিহঁতক আগলৈ ঠেলি নিছে। যেয়ে যিমান সাহস নেদেখুৱাওক লাগিলে ইয়াৰ ওপৰত কাৰো হাত নাছিল। যেন এটা প্ৰকাণ্ড যন্ত্ৰ চকু-কাণ মুদি চলি আছে আৰু আমি তাৰে একো একোটা সৰু সৰু চকা মাত্ৰ।

নিয়তিৰ এই অগ্ৰগতিৰ বাট ভেটিবলৈকে বোধহয় বৃটিছ চৰকাৰ এখোজ আগবাঢ়িল আৰু বৰলাট লৰ্ড আৰৱিনে ঘূৰণীয়া মেজ-মেলৰ বাতৰি ঘোষণা কৰিলে। এই ঘোষণা অতি কৌশলপূৰ্ণ ভাষাৰে প্ৰকাশ কৰা হ'ল। ইয়াৰ অৰ্থ বহুতো কিবা-কিবি হ'ব পাৰে, নহ'লে বা একোৱেই নহ'ব পাৰে আৰু আমাৰ মানত সি অনিশ্চিত যেনেই লাগিল। আন কি এই ঘোষণাৰ মাজত সাৰ-পদাৰ্থ কিবা থাকিলেও, আমি আশা কৰাতকৈ সি অতি কম। বৰলাটৰ ঘোষণাৰ পিচতেই দিল্লীত নেতৃ-সন্মিলনৰ আয়োজন হ'ল। তাৰ কাৰণে মানুহৰ যিহে ব্যস্ততা, দেখিয়েই কেনেবা কেনেবা লাগি গৈছিল। বেলেগ বেলেগ দলৰ লোক সকলোকে ইয়ালৈ মতা হৈছিল। গান্ধীজী গ'ল, দেউতাও গ'ল, বিঠলভাই পেটেল (তেতিয়াও ব্যৱস্থা পৰিষদৰ সভাপতি) তাত উপস্থিত হ'লগৈ। এটা মিলিত প্ৰস্তাৱ বা ইস্তাহাৰ ৰচনা কৰা হ'ল। আৰু কিছুমান সৰ্ত্তসাপেক্ষে বৰলাটৰ ঘোষণাপত্ৰ গ্ৰহণ কৰা হ'ল। পিচে লগতে এইটোও উল্লেখ থাকিল সেই সৰ্ত্তবোৰ* জৰুৰী আৰু তাক পূৰণ কৰিবই লাগিব। যদি চৰকাৰে সেই সৰ্ত্তবোৰ গ্ৰহণ কৰে, তেন্তে সহযোগিতা কৰা হ'ব। এই সৰ্ত্তবোৰ অতি বাস্তৱ আৰু দৃঢ় আছিল আৰু তাৰ ফলত বৰ্ত্তমান অৱস্থাৰ সলনি হ'ব পাৰিলেহেঁতেন।

মধ্যমপন্থী আৰু আন আন আগৰণুৱা দলৰ প্ৰতিনিধিসকলক এই প্ৰস্তাৱত সন্মত কৰোৱাটো সঁচাকৈয়ে এটা সাফল্য। পিচে কংগ্ৰেছৰ ফালৰপৰা তাকে কৰি তললৈ নমাহে হ'ল। তথাপি সন্মিলিত ঐক্যমতৰ ফালৰপৰা ই ওপৰলৈ উঠাৰ দৰে। কিন্তু ইয়াৰ মাজতে আছিল ধ্বংসৰ বীজ। এই সৰ্ত্তসমূহক অন্ততঃ দুটা বেলেগ বেলেগ দৃষ্টিভঙ্গীৰপৰা পৰীক্ষা কৰা হ'ল। কংগ্ৰেছপন্থীসকলৰ চকুত ই অতি লাগতিয়াল আৰু অপৰিহাৰ্য্য, যাৰ কমে সহযোগিতা কৰা সম্ভৱ নহয়। কাৰণ ইযেই তেওঁলোকৰ নিম্নতম প্ৰয়োজন। পিচৰ কাৰ্য্যকৰী সমিতিৰ অধিবেশনত সেই কথা স্পষ্টকৈ বুজাই দিয়া হ'ল আৰু ইও থিৰাং হ'ল যে মাত্ৰ অহা কংগ্ৰেছৰ অধিবেশনলৈহে সেই সৰ্ত্তসমূহ বলবৎ থাকিব। সেই সৰ্ত্তবিলাকৰ কথা ভাবিলে, ইযাতকৈ নো আৰু কি বেচি আশা কৰিব পাৰি? কিন্তু তাকে সহযোগিতা নকৰোঁ

---

* সৰ্ত্তবোৰ হ'ল—(১) পূৰ্ণ ঔপনিবেশিক স্বায়ত্ত শাসনৰ ভেটিত প্ৰস্তাৱিত বৈঠকৰ আলোচনা হ'ব, (২) বৈঠকত কংগ্ৰেছ প্ৰতিনিধিৰ সংখ্যা সৰহ হ'ব; (৩) সকলো ৰাজনৈতিক বন্দীকে মুক্তি দিব লাগিব; (৪) এতিয়াৰপৰাই বৰ্ত্তমান অৱস্থাৰ লগত যিমান দূৰ পাৰি সঙ্গতি ৰক্ষা কৰি ভাৰত চৰকাৰে ঔপনিবেশিক চৰকাৰৰ দৰেই কাম-কাজ চলাব।

বুলি সেই সৰ্ত্তবোৰৰ দাবী কৰা উচিত নহয়। সেই সৰ্ত্তবিলাক তেওঁলোকে অতি প্ৰয়োজনীয় বুলি ক'লে, ঠিক সৰ্ত্ত হিচাপে মানি নল'লে।

পিচত দেখা গ'ল যে, যদিও ইয়াৰ এটাও সৰ্ত্ত পূৰণ কৰা নহ'ল, আৰু আন আন হেজাৰ হেজাৰ লোকৰ লগত আমিও জেললৈ যাবলগীয়া হ'লোঁ তথাপি আমাৰ মধ্যমপন্থী আৰু আমাৰ লগত একেলগে ঘোষণাপত্ৰত চহী কৰ বৃটিছ সহযোগী বন্ধু-সকলে আমাৰ জেল-কৰ্ত্তৃপক্ষৰ লগত সম্পূৰ্ণ সহযোগিতা কৰিবলৈ ধৰিলে। সেইটি যে হ'ব, আমাৰ সৰহ ভাগৰে মনত আগৰেপৰা আশঙ্কা আছিল; তথাপি কোনেও ইমান-দূৰ হ'বগৈ বুলি নেভাবিছিল। সকলোবে মিলি একে পন্থাৰে কাম কৰিব বুলি আশা কৰিয়েই কংগ্ৰেছীসকলে নিজকে ইমান সংযত কৰি ৰাখিছিল আৰু তেনেকৈ মধ্যম-পন্থীসকলেও বৃটিছ চৰকাৰৰ লগত একো বাছ-বিচাৰ নোহোৱাকৈ আৰু নভবা-নিচিন্তাকৈ সহযোগিতা কৰাৰ লোভ সামৰিব—এয়ে কথা আছিল। কংগ্ৰেছৰ সৈন্য-সামন্তসকলক সঙ্ঘবন্ধ ৰখাৰ প্ৰাণপণ চেষ্টাত আমাৰ মাজত কোনো কোনোৱে এই আপোচ প্ৰস্তাৱৰ সম্পৰ্কে তীব্ৰ আপত্তি প্ৰকাশ কৰিছিলোঁ। এটা ডাঙৰ সঙ্ঘৰ্ষৰ সমুখত আমি কোনোমতেই কংগ্ৰেছক ভাগ ভাগ হ'বলৈ দিব নোৱাৰোঁ আৰু মই দিয়া সৰ্ত্তবিলাক চৰকাৰে গ্ৰহণ নকৰে, এইটো ফটফটীয়াকৈ বুজাই গ'ল। ইয়াত আমাৰ অৱস্থা টনাকিয়াল হ'ল আৰু আমি সহজেই কংগ্ৰেছৰ সোঁ-পন্থীসকলক আমাৰ লগতে টানি লৈ গ'লোঁ। আৰু কেইসপ্তাহমানহে বাকী, ডিচেম্বৰ আৰু লাহোৰ কংগ্ৰেছ বেচি দূৰত নাই।

তথাপি সম্মিলিত ইস্তাহাৰ আমাৰ বহুতৰে কাৰণে তিতা বড়িৰ দৰে হ'ল। স্বাধীনতা দাবী পৰিত্যাগ কৰা—আন কি কল্পনাত বা অলপ সময়ৰ কাৰণে হ'লেও অতিপাত ভুল আৰু মাৰাত্মক। তাৰ অৰ্থ হ'ব যে, লাভৰ আশাত গ্ৰহণ কৰা সেইটো এটা কৌশলহে মুঠে, স্বাধীনতা যে আমাৰ কাৰণে অপৰিহাৰ্য্য, তাৰ বাহিৰে আমি একোতে সুখী হ'ব নোৱাৰোঁ, এনেকুৱা কথা নহয়। গতিকে মই যেহোঁ-নেহোঁ কৰিবলৈ ধৰিলোঁ আৰু ইস্তাহাৰত চহী কৰিবলৈ অমান্তি হ'লোঁ (সুভাষ বসুৱে চহী কৰিবলৈ দৃঢ়ভাবে অমান্তি হ'ল)। কিন্তু মোৰ পক্ষে এইটো একো নতুন কথা নহয় বুলি কৈ মোক মান্তি কৰাই চহী আদায় কৰা হ'ল। তাৰ পিচতো মই অশান্তিৰেই গুচি আহিলোঁ আৰু থিৰাং কৰিলোঁ যে, কংগ্ৰেছৰ সভাপতিৰ পদৰপৰা অৱসৰ ল'ম। এই মৰ্ম্মে গান্ধীজীৰ ওচৰলৈ এখন চিঠি দিলোঁ। যথেষ্ট বিপাঙত পৰিছিলোঁ যদিও মই যে দৃঢ়প্ৰতিজ্ঞ হৈয়ে কৰিছিলোঁ তেনে যেন নেলাগে। গান্ধীজীৰ ওচৰৰপৰা এখন ধুনীয়া চিঠি পাই আৰু তিনি দিন চিন্তা কৰি মই শান্ত হ'লো।

লাহোৰ কংগ্ৰেছৰ ঠিক আগতেই আপোচ-মীমাংসাৰ কাৰণে এবাৰ শেষ চেষ্টা চলিল। বৰলাট লৰ্ড আৰবিনৰ লগত দেখা কৰাৰ দিহা হ'ল। কাৰ মধ্যস্থতাত এই দেখা কৰাৰ ব্যবস্থা কৰা হৈছিল ক'ব নোৱাৰোঁ, কিন্তু মোৰ মনেৰে বিঠলভাই পেটেলেই ইয়াৰ প্ৰধান উদ্যোক্তা আছিল। দেখা কৰাৰ সময়ত কংগ্ৰেছৰ পক্ষৰপৰা গান্ধীজী আৰু দেউতা উপস্থিত আছিল আৰু বোধহয় মিঃ জিন্না, চাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু সভাপতি পেটেলো উপস্থিত আছিল। দেখা কৰাৰ কোনো ফল নহ'ল,

কোনো উমৈহতীয়া ক্ষেত্ৰ নিৰ্দ্দিষ্ট কৰিব পৰা নহ'ল আৰু চৰকাৰ আৰু কংগ্ৰেছ এই প্ৰধান পক্ষ দুটাই বহুত দূৰ দূৰ হৈ গ'ল। গতিকে কংগ্ৰেছৰ পক্ষে আগবঢ়াৰ বাহিৰে আৰু আন গতি নেথাকিল। কলিকতাৰ প্ৰস্তাৱৰ মতে বছৰৰ শেষ হৈ আহিল। কংগ্ৰেছৰ চূড়ান্ত লক্ষ্যস্বৰূপে স্বাধীনতাৰ আদৰ্শ ঘোষণা কৰি তাক লাভ কৰাৰ কাৰণে যুদ্ধ কৰিবলৈ আৱশ্যকীয় উপায় অৱলম্বন কৰিব লাগিব।

লাহোৰ কংগ্ৰেছৰ এই কেইসপ্তাহমান আগতে আন এটা কথাত মই বৰ ডাঙৰ কাম কৰিব লগা হ'ল। নাগপুৰত নিখিল ভাৰত ট্ৰেড্ ইউনিয়ন কংগ্ৰেছৰ অধিবেশনৰ এই বছৰৰ নিৰ্দিষ্ট সভাপতি স্বৰূপে মই এই দুয়োটা প্ৰতিষ্ঠানকে আৰু বেচি ঘনিষ্ঠ কৰি তুলিব লাগিব। জাতীয় কংগ্ৰেছ আৰু বেচি সমাজতান্ত্ৰিক, আৰু বেচি ৰাজহুৱা প্ৰতিষ্ঠান হৈ উঠিব আৰু ই জাতীয় সংঘৰ্ষৰ কাৰণে বনুৱাসকলক সংঘবদ্ধ কৰি তুলিব।

কিন্তু বোধহয় সেই আশা নিষ্ফল, কিয়নো জাতীয়তাবাদে নিজকে বিসৰ্জ্জন দিয়েই সমাজতান্ত্ৰিকতা বা অতি সাধাৰণ মানুহৰ ফালেই ঢাল খাব পাৰে। জাতীয় কংগ্ৰেছৰ দৃষ্টিভঙ্গী 'বুৰ্জ্জোৱা' হ'লেও সেয়ে দেশৰ বৈপ্লৱিক শক্তিৰ প্ৰতিনিধি। গতিকে বনুৱা শক্তিয়ে নিজৰ মতবাদ আৰু স্বাধীনতা সকলো প্ৰকাৰে ৰক্ষা কৰিও ইয়াৰ প্ৰতি সহায় সহযোগিতা আগবঢ়াব পাৰে। মই আশা কৰিছিলোঁ পোনপটীয়া যুদ্ধ কৰিবলৈ লোৱা কাৰ্য্যৰ বাটত কংগ্ৰেছে আগতকৈয়ো বেচি চৰম মতবাদ লৈ সামাজিক আৰু অৰ্থনৈতিক সমস্যাবিলাকৰ সন্মুখীন হ'ব। যোৱা কেইবছৰত কংগ্ৰেছে বনুৱা আৰু গাঁৱৰ ফালে আগবাঢ়ি গৈছিল। যদি এই দৰেই গৈ থাকে তেন্তে এদিন কংগ্ৰেছ এটা প্ৰকাণ্ড বনুৱা প্ৰতিষ্ঠানত পৰিণত হ'ব, নহ'লে বা কমেও বনুৱাসকলেও কংগ্ৰেছত প্ৰতিষ্ঠা লাভ কৰিব। আমাৰ যুক্ত প্ৰদেশৰ বহুতো জিলা কংগ্ৰেছ কমিটীৰ সৰহভাগ সদস্যই বনুৱা; অৱশ্যে নেতৃত্ব আছে মধ্যবিত্ত শ্ৰেণীৰ বুদ্ধিজীৱীসকলৰ হাততেই।

গতিকে গাঁও আৰ চহৰৰ চিৰকলীয়া কাজিয়াখনে জাতীয় কংগ্ৰেছ আৰু ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ সম্পৰ্কটোকো স্পৰ্শ কৰাৰ সম্ভাৱনাই দেখা দিলে। বৰ্ত্তমানে নগৰৰপৰা মধ্যবিত্তশ্ৰেণীৰ মানুহেই জাতীয় কংগ্ৰেছ পৰিচালনা কৰি থাকে আৰু যেতিয়ালৈকে জাতীয় স্বাধীনতাৰ সমাধান নোহোৱাকৈ থাকিব, তেতিয়ালৈকে ৰাষ্ট্ৰ-ক্ষেত্ৰত জাতীয়তাবাদৰ প্ৰাধান্য থাকিব আৰু দেশৰ মনত জাতীয় ভাৱেই প্ৰবল শক্তিৰ দৰে কাম কৰিব। তথাপি মই কংগ্ৰেছৰ লগত সম্বন্ধ শ্ৰমিক শক্তিৰ ঘনিষ্ঠতা থকাটো বাঞ্ছা কৰিছিলোঁ। আন কি, আমি শ্ৰমিক-কংগ্ৰেছৰ প্ৰাদেশিক শাখাৰপৰা আমাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীত প্ৰতিনিধি পঠিয়াবলৈ অনুৰোধ কৰিছিলোঁ। বহুতো কংগ্ৰেছীয়ে শ্ৰমিক আন্দোলনত গুৰুত্বপূৰ্ণ ঠাই অধিকাৰ কৰিছিল।

বনুৱা দলৰ আগৰণুৱা কৰ্ম্মীসকলে কংগ্ৰেছৰপৰা আঁতৰি থাকিবলৈকে ভাল পাইছিল। তেওঁলোকে কংগ্ৰেছৰ নেতাসকলক অবিশ্বাস কৰিছিল আৰু বনুৱা-সকলৰ পক্ষৰপৰা তেওঁলোকৰ মতবাদক বুৰ্জ্জোৱা আৰু প্ৰগতিবিৰোধী বুলিছিল। কংগ্ৰেছ যে জাতীয়তাবাদী প্ৰতিষ্ঠান তাৰ নামেই তাৰ প্ৰমাণ।

ভাৰতত বনুৱাসকলৰ অৱস্থা তদন্ত কৰিবৰ কাৰণে নিযুক্ত হোৱা 'ৰয়েল কমিছন' অৰ্থাৎ হুইট্‌লী কমিছন সম্পৰ্কে ১৯২৯ চনত বনুৱাসকলৰ মাজত বহুতো বাক্-বিতণ্ডা হৈছিল। বাওঁপন্থীসকলে কমিছন বয়কট কৰিবলৈ বিচাৰিলে। কিন্তু সোঁ-পন্থীসকলৰ সহযোগিতা কৰাৰ মন। ইয়াৰ মাজত ব্যক্তিগত কথাও আছিল, কিয়নো সোঁ-পন্থী নেতাসকলক কমিছনৰ সদস্য পদ গ্ৰহণ কৰাৰ কাৰণে আহ্বান কৰা হৈছিল। আন আন কথাৰ লগত এই ক্ষেত্ৰত বাওঁপন্থীসকলৰ প্ৰতি মোৰ সহানুভূতি আছিল, বিশেষকৈ জাতীয় কংগ্ৰেছেও বৰ্জ্জন-নীতিকেই গ্ৰহণ কৰিছিল। আমি প্ৰত্যক্ষ সংঘৰ্ষমূলক কাৰ্য্যপন্থতি গ্ৰহণ কৰিব খুজি আকৌ চৰকাৰী কমিছনৰ লগত সহযোগিতা কৰাটো হাঁহি উঠা কথা যেনহে লাগিল।

নাগপুৰ বনুৱা কংগ্ৰেছত হুইট্‌লী কমিছন বয়কট কৰাৰ প্ৰশ্নই ঘাই কথা হৈ উঠিল আৰু এই বিষয়ত আৰু লগতে আন আন বিষয়তো বাওঁপন্থীসকলেই জয়ী হ'ল। এই কংগ্ৰেছত মই লেখত ল'বলগীয়া একো কৰা নাই। বনুৱা-আন্দোলনত মই নতুন আৰু এতিয়াও তাৰ আগ-গুৰি একো বুজিব পৰা নাই দেখি অলপ পাচ-হুঁহকি আছোঁ। সাধাৰণতে মই আগৰণুৱা দলৰ লগত যোগ দি কাম নকৰোঁ আৰু সভাপতিৰ আসনৰপৰা নিৰ্দ্দেশ দিয়াৰ সলনি নিৰপেক্ষ বক্তা হৈহে থাকোঁ। মই নিষ্ক্ৰিয় দৰ্শক হিচাপে চাই দেখিলোঁ শ্ৰমিক-কংগ্ৰেছ দুটা ভাগত ভাগ হৈছে—এটা নতুন মধ্যমপন্থী দল গঠিত হ'ল। ব্যক্তিগতভাৱে মই সোঁ-পন্থীসকলৰ নতুন প্ৰতিষ্ঠানটো অযুক্তিকৰ বুলিয়েই ভাবিলোঁ। কিন্তু বাওঁপন্থী কেইজনমান নেতাৰ আঁকোৰ-গোজ মনোভাৱ আৰু আনক খেদি নিজে বহাৰ কৌশল লোৱাৰ ফলতেই ই সম্ভৱ হ'লগৈ। এই দুয়ো পক্ষৰে কাজিয়াত মধ্যমপন্থীসকল নিৰুপায়ত পৰিল। বোধহয় যোগ্য নেতা থাকিলে দুয়ো পক্ষই সংযত হৈ সেই ভাগ ভাগ হোৱাটো বন্ধ কৰি দিব পাৰিলেহেঁতেন আৰু ভাগ ভাগ হ'লেও তাৰ পিচৰ শোচনীয় ঘটনাবিলাক ঘটিবলৈ নেপালেহেঁতেন।

ইয়াৰ ফলত বনুৱা আন্দোলনে যি মাৰমাৰ পালে আজিও সি তাৰপৰা গা টঙাব পৰা নাই। চৰকাৰে তেতিয়া আগৰণুৱা দলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে, তাৰ ফলস্বৰূপে প্ৰথমে আহিল মীৰাটৰ মকৰ্দ্দমা। চৰকাৰৰ দমননীতি চলিবলৈ ধৰিলে আৰু মালিকসকলেও সেই সুযোগতে নিজৰ নিজৰ ঘৰ ঠিকঠাক কৰি ল'বলৈ চেষ্টা কৰিলে। ১৯২৯-৩০ চনৰ জাৰকালি জগতজোৰা অৰ্থসংকটে দেখা দিলে। তাৰ আঘাতত আৰু চাৰিওফালৰপৰা আক্ৰমণত জৰ্জ্জৰিত হৈ ট্ৰেড্ ইউনিয়নবিলাক নিশকতীয়া হৈ পৰিল। বনুৱাসকলে নিজৰ অসহায় দৰ্শকৰ অৱস্থাৰ ক্ৰমে অৱনতি হোৱা নিজে চাই থাকিল। অহা দুই এ বছৰৰ ভিতৰত শ্ৰমিক কংগ্ৰেছ আৰু কমিউনিষ্ট দল কাৰ্য্যতঃ তিনিওটা দলেই শক্তিহীন আৰু নিশকতীয়া হৈ পৰিল আৰু তেওঁলোকৰ মাজত হোৱা কাজিয়াৰ ফলত সাধাৰণ বনুৱাসকলো বিৰক্ত হৈ উঠিল। ১৯৩০-ৰ পৰা মই বাহিৰতে আছিলোঁ; ইয়াৰ পিচত সৰহখিনি সময় মই জেলতে কটাবলগীয়া হৈছে। মাজে মাজে অলপ সময়ৰ কাৰণে যেতিয়া জেলৰ বাহিৰত থাকোঁ, তেতিয়া শুনিবলৈ পাওঁ যে, কাজিয়াৰ মীমাংসা কৰাৰ চেষ্টা হৈছে।

কিন্তু সি সকল হৈ উঠা নাই।* মধ্যবিত্তসকলৰ ইউনিয়নবিলাকৰ লগত খেলোৱে বন্ধুৱাসকলে যোগ দিয়াৰ কাৰণে সি শক্তিশালী হৈ উঠিছিল। আন আন দলতকৈ এই দলৰ আৰু এটা সুবিধা আছিল চৰকাৰে এই দলটোক মানি লৈছিল আৰু জেনেভাৰ বন্ধুৱা সম্মিলনে এই দলৰ প্ৰস্তাৱসমূহ গ্ৰহণ কৰিছিল। জেনেভালৈ যোৱাৰ আশাত বহুতো শ্ৰমিক নেতাই নিজ নিজ ইউনিয়ন লৈ এই দলত যোগ দিছিল।

## স্বাধীনতা আৰু তাৰ পিচত

লাহোৰ কংগ্ৰেছৰ স্মৃতি মোৰ মানসপটত উজ্জ্বলভাৱে অ'কা হৈ আছে। থাকিবই স্বাভাৱিকতে। ইয়াত ময়েই নায়কৰ ভাৱত ওলাইছিলোঁ আৰু অলপ সময়ৰ কাৰণে ৰঙ্গমঞ্চৰ কেন্দ্ৰস্থল ময়েই অধিকাৰ কৰিছিলোঁ। কামত ব্যস্ত হৈ থকা সেইদিন কেইটাৰ অপূৰ্ব্ব উত্তেজনাৰ কথা মাজে মাজে মোৰ মনত পৰে। লাহোৰৰ মানুহে মোৰ আভ্যৰ্থনাৰ কাৰণে যি বিপুল আয়োজন কৰিছিল, তাৰ সমাৰোহ, আন্তৰিকতা আৰু আনন্দোচ্ছ্বাস মই জীৱনত কেতিয়াও নেপাহৰোঁ। মই জানো, ই মোৰ ব্যক্তিত্বৰ কাৰণে নহয়, এটা আদৰ্শৰ প্ৰতীক হিচাপে মোক লোৱাৰ কাৰণেই ইযাব কাৰণে ইমান উৎসাহ, উদ্যম। তথাপি অলপ সময়ৰ কাৰণে অসংখ্য নৰ-নাৰীৰ দৃষ্টিত আৰু অন্তৰত সেই প্ৰতীকৰূপে স্থান পোৱাটোও এজন মানুহৰ পক্ষে কম কথা নহয়। মোৰ মন আনন্দত উদ্ভাৱল হৈছিল। কিন্তু সমুখত যি বিৰাট সমস্যা, তাৰ তুলনাত মোৰ ব্যক্তিগত মনোভাৱ অতি তুচ্ছ। গুৰুত্ব আৰু গাম্ভীৰ্য্যেৰে ভৰা পাৰিপাৰ্শ্বিক অৱস্থাত যেন বিজুলী-শক্তি প্ৰৱাহিত হৈ গৈছিল। এইবাৰ আমাৰ সিদ্ধান্ত কেৱল সমালোচনাই নহয়, প্ৰতিবাদেই নহয়, মত প্ৰকাশ কৰাই নহয়, এতিয়াৰপৰা সমুখ-সমৰৰ যি ৰণশিঙা বাজি উঠিব তাৰ ফলত সমগ্ৰ দেশতে আলোড়ন হ'ব আৰু লাখ লাখ মানুহৰ জীৱনলৈ বিৰাট খেলিমেলি আহি পৰিব।

দূৰ ভৱিষ্যতত আমাৰ আৰু দেশৰ কপালত কি আছে কোনেও ভৱিষ্যদ্বাণী কৰিব নোৱাৰে। কিন্তু ওচৰতে কি হ'ব, সি ফটফটীয়াকৈ ওলাই থকা কথা— সংঘৰ্ষ আৰু নিজৰ মিতিৰ-কুটুম, বন্ধু-বান্ধৱৰ দুখ-কষ্ট। এই চিন্তাত আমাৰ উৎসাহৰ উচ্ছ্বাস শান্ত হ'ল আৰু আমাৰ গুৰুদায়িত্ব সম্পৰ্কে আমি সজাগ হৈ উঠিলোঁ। আমাৰ প্ৰত্যেকটো ভোটৰ অৰ্থ হ'ব—আৰাম, আয়াস, পাৰিবাৰিক সুখ-শান্তি আৰু বন্ধু-বান্ধৱৰপৰা বিদায় গ্ৰহণ আৰু অকলশৰীয়াভাৱে দিন-ৰাতি কটোৱা, শাৰীৰিক আৰু মানসিক যন্ত্ৰণা মাতি অনা।

পূৰ্ণ স্বাধীনতাৰ মূল প্ৰস্তাৱ আৰু স্বাধীনতা সংঘৰ্ষৰ কাৰ্য্যপ্ৰণালী প্ৰায় সৰ্ব্ববাদীসম্মতৰূপে গ্ৰহণ কৰা হ'ল—কেই হেজাৰমানৰ ভিতৰত এশৰো কম মানুহে

* ইয়াৰ পিচৰ চেষ্টাত শ্ৰমিক ইউনিয়নবিলাকৰ মাজত ঐক্য স্থাপনৰ চেষ্টা বেচি কাৰ্য্যকৰী হৈছিল আৰু এতিয়া সকলো দলেই সহযোগিতাৰে সৈতে কাম কৰিছে।

বিৰুদ্ধে ভোট দিছিল। মূল প্ৰস্তাৱৰ এটা অংশৰ সংশোধনৰ প্ৰস্তাৱত আকৌ ভোট গ্ৰহণ কৰা হৈছিল। সংশোধনী প্ৰস্তাৱৰ পক্ষে আৰু বিপক্ষে ভোটৰ সংখ্যা গণনা আৰু ঘোষণা কৰাৰ পিচত তাক পৰিত্যাগ কৰা হ'ল। শেষত ৩১ ডিচেম্বৰৰ মাজ-ভাগত পূৰণি বছৰৰ শেষত, নতুন বছৰৰ আৰম্ভণিত মূল প্ৰস্তাৱ গ্ৰহণ কৰা হৈছে বুলি ঘোষণা কৰা হ'ল। কাকো পৰিল, তালো সৰিল। কলিকতা কংগ্ৰেছে নিৰ্দ্দেশ দিয়া মতে এবছৰ সময় ঠিক সেই মুহূৰ্ত্তত শেষ হ'ল আৰু নতুন সিদ্ধান্ত গ্ৰহণ কৰাত সংঘৰ্ষৰ আয়োজন আৰম্ভ হ'ল। কামৰ চকৰি ঘূৰাই দিয়া হ'ল কিন্তু কেতিয়া কেনেকৈ ক'ত আৰম্ভ কৰোঁ তাক আমি এন্ধাৰে-মুধাৰে একো বুজিব নোৱাৰিলোঁ। সংঘৰ্ষৰ কাৰ্য্যক্ৰম নিৰ্দ্দেশ কৰাৰ ভাৰ নিখিল ভাৰত কংগ্ৰেছৰ ওপৰত দিয়া হ'ল, কিন্তু আমি সকলোৱেই বুজিলোঁ গান্ধীজীৰ ওপৰতে সকলো ভৰসা।

লাহোৰ কংগ্ৰেছৰ ওচৰৰ সীমান্ত প্ৰদেশৰপৰা বহুতো মানুহে যোগ দিছিল। এই প্ৰদেশৰপৰা কম-বেচি প্ৰতিনিধিয়ে কংগ্ৰেছত যোগ দিছিল আৰু কেইবছৰমানলৈ খাঁ আব্দুল গফৰ খাঁই কংগ্ৰেছত আহি আলোচনাৰ ভাগ লৈছিল। লাহোৰেই প্ৰথমে সীমান্ত প্ৰদেশৰ বহুতো ডেকাক সৰ্ব্বভাৰতীয় ৰাজনীতিৰ ওচৰ চপাই আনিলে। তেওঁলোকৰ নতুন আৰু তেজস্বী মনত ইয়াৰ প্ৰভাৱ পৰিল আৰু স্বাধীনতা সংগ্ৰামত গোটেই ভাৰতবৰ্ষৰ লগত ঐক্যবোধ আৰু উৎসাহ লৈ তেওঁলোক উভতিল। এওঁলোক সবল আৰু কামত পটু আন আন প্ৰদেশৰ মানুহতকৈ এওঁলোকে কথা-বতৰাত তৰ্ক-তৰ্কি কম কৰে। তেওঁলোক উভতি গৈ নতুন ভাব প্ৰচাৰ আৰু জনসাধাৰণক সংঘবদ্ধ কৰাত লাগি গ'ল। তেওঁলোক কৃতকাৰ্য্য হ'ল। ভাৰতীয় স্বাধীনতা-যুঁজৰ নতুন যুঁজাৰুৰূপে সীমামূৰলিত লোকসকলে ১৯৩০ ৰ যুঁজত অসাধাৰণৰ নিপুণতা আৰু পটুতা দেখৱাইছিল।

লাহোৰ কংগ্ৰেছৰ ঠিক পিচতেই দেউতাই কংগ্ৰেছৰ নিৰ্দ্দেশমতে ব্যৱস্থা পৰিষদ আৰু প্ৰাদেশিক আইন-সভাবিলাকৰ সদস্যপদত কংগ্ৰেছী সদস্যসকলক ইস্তফা দিবলৈ আহ্বান কৰিলে। প্ৰায় সকলোৱেই এই নিৰ্দ্দেশ অনুসৰি কাম কৰিলে, অতি কমসংখ্যক মানুহেই নিৰ্ব্বাচনৰ সময়ত দিয়া প্ৰতিশ্ৰুতি ভংগ কৰি পদত্যাগ কৰিবলৈ মান্তি নহ'ল।

ভৱিষ্যৎ তেতিয়াও অনিশ্চিত। কংগ্ৰেছত উৎসাহ আৰু উদ্দীপনাৰ অভাৱ নাই যদিও দেশে কেনেকৈ সঁহাৰি দিব সেই সম্পৰ্কে কাৰো কোনো ধাৰণা নাছিল। উভতি অহাৰ সকলো সম্ভাৱনা শেষ কৰি দি আমি আগলৈ গৈ আছোঁ, কিন্তু কোন নজনা-নশুনা ৰাজ্যলৈ যাবলৈ ওলাইছোঁ তাক কোনে জানে? সংগ্ৰাম আৰম্ভৰ কাৰণে আৰু দেশবাসীৰ মনোভাৱ বুজিবৰ কাৰণে ২৬ জানুৱাৰীৰ দিনটো স্বাধীনতা দিৱস বুলি ঠিক কৰা হ'ল। স্থিৰ কৰা হ'ল যে, সেই দিনটোতে দেশৰ সকলো ঠাইতে পূৰ্ণ স্বাধীনতাৰ সংকল্প লোৱা হ'ব।

আমাৰ কাৰ্য্যপদ্ধতি সম্পৰ্কে সন্দেহ থাকিলেও আশা আৰু উৎসাহেৰে আমি ঘটনাৰ গতি নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ। জানুৱাৰী মাহৰ প্ৰথম ভাগত মই এলাহাবাদতে আছিলোঁ, দেউতা বাহিৰত আছিল। এই সময়ত বছৰি বছৰি মাঘ-মেলা হয়। এই বছৰ কুম্ভমেলা আছিল। লাখ লাখ নৰ-নাৰী নদীৰ সোঁতৰ দৰে

এলাহাবাদলৈ—তীৰ্থযাত্ৰীসকলৰ তাৰাক্ত পবিত্ৰ প্ৰয়াগ তীৰ্থলৈ—আহিবলৈ ধৰিলে। এওঁলোকৰ সৰহভাগেই খেতিয়ক। তাৰ বাহিৰেও বন্দুৱা, দোকানী, ধনী, ব্যৱসায়ী, বেলেগ বেলেগ বৃত্তিজীৱি—চমুকৈ ক'বলৈ গ'লে হিন্দু-ভাৰতৰ সকলো শ্ৰেণীৰ মানুহৰ সমাৱেশ। মানুহৰ সোঁত নদীৰ পাৰলৈ অবিৰাম গৈ আছে, আহি আছে। চাই থাকোঁতে থাকোঁতে মই উদাস হৈ ভাবোঁ—অহিংস আন্দোলন অৰ্থাৎ শান্তিপূৰ্ণ প্ৰত্যক্ষ সংঘৰ্ষৰ আহ্বানত এওঁলোকে কেনেকৈ সঁহাৰি দিব। এওঁলোকৰ কেইজনে বাৰু লাহোৰ সিদ্ধান্তৰ কথা জানে বা জানিবলৈ হেঁপাহ কৰে? হেজাৰ হেজাৰ বছৰ ধৰি অগণন নৰ-নাৰী ভাৰতৰ নানা প্ৰান্তৰপৰা পবিত্ৰ গঙ্গা নদীত যি বিশ্বাসেৰে স্নান কৰিবলৈ আহিছে, তাৰ কি আচৰিত শক্তি! এই সাধাৰণ শক্তিৰ অলপমানো তেওঁলোকে নিজৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক উন্নতিৰ কাৰণে খটাব নোৱাৰে নে? বা এওঁলোকৰ মন ধৰ্ম্মৰ অনুশাসন আৰু চিৰপ্ৰচলিত আচাৰ-জালত এনেকৈ মেৰখাই গৈছে যে তাত আৰু আন চিন্তাৰ ঠাই নাই। অৱশ্যে মই জানো, এইবিলাক চিন্তা তেওঁলোকৰ মনত উদয় হৈছে আৰু বহু যুগৰপৰা শান্ত হৈ থকা সাগৰখন থৌকি-বাথৌ হৈ উঠিছে। এইবিলাক অস্পষ্ট ধাৰণা আৰু আশা-আকাঙ্ক্ষাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰপৰাই জনসাধাৰণৰ মনত আলোড়ন উঠিছে। আৰু তাৰ ফলতে যোৱা বাৰ বছৰত ভাৰতবৰ্ষৰ দ্ৰুত পৰিৱৰ্ত্তন হৈছে। সেইবিলাক চিন্তা নিশ্চয় তেওঁলোকৰ মনত আছে আৰু তেওঁলোকৰ পাচফালে সৃজনী শক্তিৰ কাৰ্য্যও আছে। তথাপি সন্দেহ জাগে, প্ৰশ্ন উঠে, হঠাৎ উত্তৰ বিচাৰি নেপাওঁ। এইবিলাক নতুন ভাব কিমান বহলি গৈছে। এওঁলোকৰ শক্তি কিমান, সংঘবদ্ধভাৱে কাম কৰিবৰ সামৰ্থ্য আৰু সহনশক্তি কিমান?

আমাৰ ঘৰতো যাত্ৰীৰ হেমগেম হ'বলৈ ধৰিলে। আমাৰ ঘৰৰপৰা অলপ দূৰতে ভৰদ্বাজ আশ্ৰম—অতি পুৰণিকালৰ বিশ্ববিদ্যালয়। তীৰ্থযাত্ৰীসকলে এই আশ্ৰম চাবলৈ পুৰাৰেপৰা গধূলিলৈকে আমাৰ ঘৰলৈ আহিছিল। মোৰ মনেৰে তেওঁলোকে বিখ্যাত বিখ্যাত যিসকল মানুহৰ নাম শুনিছে তেওঁলোকক আৰু কৌতূহলৰ কাৰণে—বিশেষকৈ দেউতাক চাবলৈ আহে। ইয়াৰ মাজত বহুতে ৰাজনীতিৰ খা-খবৰ ৰাখিছিল। এওঁলোকে কংগ্ৰেছৰ সিদ্ধান্তৰ কথা, ভৱিষ্যত কাৰ্য্য-প্ৰণালীৰ কথা সোধে। বহুতেই ধনৰ অনাটনত জুৰুলা। তেওঁলোকে কি কৰিব লাগিব জানিবলৈ হেঁপাহ কৰিলে। আমাৰ ৰাজনৈতিক ধ্বনিবিলাক তেওঁলোকৰ চিনাকি আৰু আমাৰ ঘৰ দিনে-ৰাতিয়ে সেইবিলাক চিঞৰ-বাখৰত মুখৰিত হৈ উঠে। পুৰাৰেপৰা মই পঁচিছ, পঞ্চাছ, বা এশ জনক কিবা-কিবি কওঁ, এদলৰ পাচত এদল, প্ৰত্যেক দলৰ আগতে কিবা কোৱাটো অসম্ভৱ হৈ উঠে। অৱশেষত নতুনকৈ অহা প্ৰতিটো দলকে নীৰৱে অভিবাদন জনোৱাৰ বাহিৰে আন একো কৰিব নোৱাৰি-ছিলোঁ। কিন্তু তাৰো এটা সীমা আছে। সেহত গৈ মই লুকাই থাকিবলৈ চেষ্টা কৰোঁ। কিন্তু নিষ্ফল চেষ্টা। জয়ধ্বনি ক্ৰমে গাঁৰে গাঁৰে উঠি আকাশ-বতাহ জিনি পেলালে, চাবলৈ অহা মানুহেৰে বাৰাণ্ডা ভৰি পৰিল।। প্ৰত্যেক দুৱাৰ-খিড়ীকিতে দহ বাৰ যুৰি উৎকণ্ঠিত চকু ওলাই থাকে। এই অৱস্থাত কথা কোৱা, খোৱা-বোৱা কৰা, আন কি কোনো কাম কৰাই টান। ই কেৱল আহুকালেই নহয়, বিৰক্তিদায়ক

আৰু খং উঠা কথা। কিন্তু তথাপি তেওঁলোকে উজ্জ্বল চেনেহভৰা চকুৰে চাই থাকে। পুৰুষে পুৰুষে বহুকাল দাৰিদ্র্যৰ হেঁচাত জৰ্জৰা হৈয়ো এওঁলোকৰ অন্তৰৰপৰা কৃতজ্ঞতা আৰু প্ৰেম উথলি উঠিছে; এওঁলোকে অকণমান সহানুভূতি, অকণমান আদৰ পালেই আন আৰু একো প্ৰতিদান নিবিচাৰে। এই অপৰিমিত স্নেহ-ভক্তিৰ আগত মুৰ আপোনাআপুনি দোঁ খাই আহে, অন্তৰ ভৰি উঠে।

এই সময়ত আমাৰ এগৰাকী মৰমৰ বান্ধৱী আমাৰ ঘৰত আলহী হৈ আছিল, কিন্তু তেওঁৰ লগত বহি অকণমান কথা পাতিবৰো সময় নেপাইছিলোঁ। চাৰি মিনিট পাঁচ মিনিট অন্তৰে অন্তৰে বাহিৰলৈ গৈ জনতাক দুই-চাৰিটা কথা ক'বলগীয়া হৈছিল। তাৰ উপৰি জয়ধ্বনি যে সকলো সময়ত লাগিয়েই আছিল। বান্ধৱীয়ে মোৰ এই অৱস্থা দেখি কৌতুক অনুভৱ কৰিবলৈ ধৰিলে আৰু ভাবিলে জনসাধাৰণৰ ওপৰত মোৰ অসাধাৰণ প্ৰভাৱ। প্ৰকৃততে দেউতাৰ কাৰণেহে তেওঁলোক আহিছিল আৰু দেউতা নাছিল বুলিহে মই সেই জনতাৰ সন্মুখীন হ'ব ল'গা হৈছিল। তেওঁ হঠাৎ মোৰ ফালে চাই সুধিলে—"এই বীৰপূজা তোমাৰ কেনে লাগিছে? তোমাৰ মনত অহঙ্কাৰ হোৱা নাই নে?" মই উত্তৰ দিবলৈ থোৰো-গেঁৰো কৰা দেখি, তেওঁ বোধহয় ভাবিলে যে, একেবাৰেই ব্যক্তিগত প্ৰশ্ন কাৰণেই মই অলপ বিমোৰত পৰিছোঁ। তেওঁ ক্ষমা বিচাৰিলে। কিন্তু তেওঁ মোক অলপো বিমোৰত পেলোৱা নাই। এনেকুৱা প্ৰশ্নৰ উত্তৰ দিয়া টান। মোৰ মনটো বহুত দূৰলৈ গুচি গ'লগৈ। নিজৰ মনোভাৱ মই বিশ্লেষণ কৰিবলৈ ধৰিলোঁ। সঁচা-সচিকৈ মোৰ মনত নানা সান-মিহলি ভাৱৰ উদয় হৈছিল।

সঁচা কথা, ঘটনাৰ মেৰপাকত পৰি মই জনসাধাৰণৰ মাজত অসাধাৰণ জনপ্ৰিয়তা লাভ কৰিছোঁ। শিক্ষিত লোকসকল আছিল মোৰ অনুৰাগী; ডেকা গাভৰুৰ মানত মই প্ৰায় এজন বীৰেই। তেওঁলোকৰ চকুত, চাৰিওপিনে যেন এটা ৰোমাঞ্চৰ মাজতহে মই আছোঁ। মোৰ নামত গান ৰচিত হৈছিল আৰু একেবাৰেই অসম্ভৱ আৰু হাঁহি উঠা কিছুমান কাহিনী চাৰিওফালে বিয়পি পৰিছিল। আন কি মোৰ বিপক্ষৰ মানুহেও মোক প্ৰশংসা কৰিছিল আৰু মোৰ যোগ্যতা আৰু সং বিশ্বাসৰ কথা স্বীকাৰ কৰিছিল।

হয় হ'ব লাগিব এজন মহা সাধু, নহয় হৃদয়হীন দানৱ, তেহে এইবিলাকে নিৰ্বিকাৰে থাকিব। এই দুটাৰ মই এটাও নহওঁ। ই মোৰ মগজত উন্মাদনাৰ সৃষ্টি কৰে; শক্তি আৰু আত্মবিশ্বাস জগাই তোলে। মই কাম-কাজত (নিজৰ লোকৰ চকুৰে চোৱা সদায়েই টান) প্ৰায় ডিক্টেটৰ ধৰণৰ স্বেচ্ছাচাৰী হৈ পৰিছোঁ যেন মোৰ মনত ভাব হয়। অথচ মোৰ অহঙ্কাৰ বাহিৰত দেখাকৈ বাঢ়িছিল বুলি মনে নধৰে। মোৰ নিজৰ শক্তি সম্পৰ্কে মোৰ স্পষ্ট ধাৰণা আছে। কিন্তু তাকে লৈ বিনয় প্ৰকাশ কৰাৰ আৱশ্যক আছে বুলি মই নেভাবোঁ। সেইটো অৱশ্যে একো অসাধাৰণৰ কথা নহয়, আৰু মোৰ দুৰ্বলতাখিনিৰ প্ৰতিও মই সদায় সজাগ। নিজৰ ভিতৰখন ফঁহিয়াই চোৱাৰ এটা অভ্যাস আছে বুলিয়েই বোধহয় মোৰ মগজ ঠিক থাকে আৰু নিজৰ সম্বন্ধে বহুতো কথা মই নিৰ্লিপ্তভাৱে গ্ৰহণ কৰিব পাৰোঁ। জনসাধাৰণৰ কাম কৰি এটা অভিজ্ঞতা লাভ কৰিছোঁ—সি হৈছে—জনপ্ৰিয়তা

অবাঞ্ছনীয় লোকৰ হাতৰ পুতুলা মাত্ৰ; ই নিশ্চয় কোনো গুণ বা বুদ্ধিৰ পৰিচায়ক নহয়। মই অৰ্জ্জি লোৱা কোনো গুণৰ কাৰণে, নে মোৰ দুৰ্ব্বলতাসমূহৰ কাৰণে বাৰু মানুহে মোক ইমান ভাল পায়? কি কাৰণ বাৰু মোৰ এই জনপ্ৰিয়তাৰ?

মোৰ বুদ্ধি বা পাণ্ডিত্যৰ কোনো বিশেষত্ব নাই আৰু বুদ্ধি বা পাণ্ডিত্য থাকিলেই যে জনপ্ৰিয় হ'ব পাৰি তেনে নহয়। আমাৰ সময়তেই ভাৰতবৰ্ষৰ হেজাৰ হেজাৰ মানুহে কত দুখ-কষ্ট ভোগ কৰিছে, আন কি আত্মত্যাগৰ শেষ সীমা পৰ্য্যন্ত পাইছেগৈ। মোৰ বীৰ খ্যাতি একেবাৰেই ভুৱা, মই নিজৰ ভিতৰত অকণো বীৰত্বৰ চিন দেখা নাই। সাধাৰণতে বীৰৰ দৰে কৰা ভাবভংগী আৰু জীৱনত বীৰত্বৰ নাটকীয় চাল-চলনক অতি তুচ্ছ লঘুতা বুলিয়েই মই ভাবোঁ। আৰু ৰোমাণ্চ? ময়েই কিজানি আটাইতকৈ বেচি ৰোমাণ্চ নোহোৱা মানুহ। অৱশ্যে মোৰ শাৰীৰিক আৰু মানসিক সাহস আছে স'চা, কিন্তু তাৰ ভিত্তি কিজানি ব্যক্তিগত, দল-গত আৰু জাতীয়তাৰ অহঙ্কাৰ, আৰু লোকৰ ভীতিপ্ৰদৰ্শনত কাতৰ হৈ কাম কৰিবলৈ মান্তি নোহোৱাটো।

কিন্তু মোৰ প্ৰশ্নৰ সন্তোষজনক উত্তৰ হ'লে এতিয়াও পোৱা নাই। তেতিয়া মই আনফালে বিচাৰিবলৈ ধৰিলোঁ। মই দেখিলোঁ, মোৰ আৰু দেউতাৰ সম্বন্ধে এটা কাহিনী প্ৰচলিত আছে—আমি বোলে সপ্তাহে সপ্তাহে ভাৰতবৰ্ষৰ পৰা পেৰিচৰ ধোবালৈ কাপোৰ ধুবলৈ পঠাওঁ। আমি বাৰে বাৰে ইয়াৰ প্ৰতিবাদ কৰিছোঁ, কিন্তু কাহিনীটোৰ জইন মৰা নাই। ইয়াতকৈ অসম্ভৱ আৰু অদ্ভুত একো কল্পনা কৰিব পাৰি নে নোৱাৰি কোনে জানে? পিচে যদি কোনোবা ইমান মূৰ্খ থাকে, যি এই অদ্ভুত অৰ্থহীন ফটুৱা কথাবোৰ পাতি নিজকে বৰ ডাঙৰ বুলি ভাবে, তেনে লোকক মই শ্ৰেষ্ঠ মূৰ্খ উপাধি দিম।

এনেকৈয়ে আৰু এটা গল্প বাৰে বাৰে প্ৰতিবাদ কৰাতো এতিয়াও চলি আছে। স্কুলত ইংলণ্ডৰ যুৱৰাজ বোলে মোৰ সহপাঠী আছিল। ১৯২১ চনত মই যেতিয়া জেলত আছিলোঁ, তেতিয়া যুৱৰাজ আহি মোৰ লগত দেখা কৰিবলৈ বিচাৰিছিল, এনেকুৱা এটা কথাও চলি আছে। কিন্তু আচলতে মই তেওঁৰ সহপাঠী যে নাছিলোঁৱেই আন কি তেওঁৰ লগত মোৰ কেতিয়াও দেখা কৰাৰ বা কথা-বতৰা পতাৰেই সুবিধা হোৱা নাই।

সেইবুলি মই এইটো ক'বলৈ যোৱা নাই যে, মোৰ খ্যাতি বা জনপ্ৰিয়তা যে আছে তাৰ ভিত্তি এই ধৰণৰ প্ৰচলিত কাহিনী। তাৰ ভিত্তি কি জানি আৰু বেচি দৃঢ়হে। কিন্তু উপৰিভাগত এই ধৰণৰ মূৰ্খামি আছে, নহ'লে এনেকুৱা কাহিনীৰ সৃষ্টি নহ'লহেঁতেন। যি হওক, ওপৰ থাপৰ সমাজৰ লগত হ'লি-গ'লি লাহবিলাহৰ জীৱনযাপন আৰু পিচত সেইবোৰ সমূলঞ্চে ত্যাগ—এই ত্যাগৰদ্বাৰা সহজেই ভাৰতীয় মানুহৰ মন জয় কৰিব পাৰি। কিন্তু যশস্যা লাভৰ এনেকুৱা ভিত্তিৰ প্ৰতি মোৰ কোনো আকৰ্ষণ নাই। যিবিলাক গুণে মানুহক নিষ্কৰ্ম্মা নকৰি কৰ্ম্মী কৰি তোলে, সেইবিলাক গুণ মই বেচি ভাল পাওঁ। আৰু এটা দৃষ্টিৰপৰা মই সেই-বিলাক ভাল পাওঁ—সি হ'ল মানসিক আৰু আধ্যাত্মিক প্ৰশিক্ষণ, যেনেকৈ মাল-যুঁজাৰুসকলে স্বাস্থ্য ভালে ৰাখিবৰ হ'লে এটা সৰল আৰু নিয়মীয়া জীৱনযাপন

কৰিবলগীয়া হয়। ডাঙৰ কাৰ্য্যত যিসকল প্ৰবৃত্ত হয়, হেজাৰ খুন্দা-খুন্দালি খালেও তেওঁলোকে সহ্য কৰিব পাৰিব লাগিব, নেৰানেপেৰাকৈ লাগি থাকিব পাৰিব লাগিব। কিন্তু সন্ন্যাসীৰ জীৱনযাপন কৰিবলৈ মই ভাল নেপাওঁ—তাৰ কাৰণে মোৰ কোনো আকৰ্ষণ নাই। জীৱনক অস্বীকাৰ কৰা, তাৰ আনন্দ আৰু অনুভূতিবিলাকৰপৰা নিৰ্ম্মমভাৱে আঁতৰি থকা—সেইবোৰ মই ভাল নেপাওঁ। যিটো বস্তু মই মূল্যৱান বুলি গ্ৰহণ কৰিছোঁ, তাক ইচ্ছা কৰি মই ত্যাগ কৰা নাই। কিন্তু মূল্যাঙ্কনবো আক' সলনি হয়।

তথাপি মোৰ বান্ধৱীৰ প্ৰশ্নৰ উত্তৰ সম্পূৰ্ণ নহ'ল; জনতাৰ এই বীৰপূজা দেখি মই গৰ্ব্ব অনুভৱ কৰোঁ নে নকৰোঁ? মোৰ ভাল নেলাগে, আঁতৰি পলাই যাবৰ মন যায়। তথাপি তাতে মোৰ অভ্যাস হৈ গৈছে। এই সন্মান নেপালেও আকৌ তাৰ অভাৱ অনুভৱ কৰোঁ। কোনোপিনে শান্তি নাই। পিচে মুঠতে জনতাই মোৰ মনৰ এটা আন্তৰিক অভাৱ দূৰ কৰিছে। মই জনতাক মুগ্ধ কৰি ইচ্ছামতে আঙুলি-সঙ্কেতেৰে চলাব পাৰোঁ, এই ধাৰণাৰপৰা তেওঁলোকৰ মন আৰু অন্তঃকৰণৰ ওপৰত মোৰ প্ৰভুত্ববোধ জাগি উঠিছে আৰু তাত মোৰ শক্তিলাভৰ আকাঙ্ক্ষা কিছুদূৰ পূৰ্ণ হয়। আনফালে তেওঁলোকেও মোৰ ওপৰত সূক্ষ্মভাৱে অত্যাচাৰ কৰে। মোৰ প্ৰতি তেওঁলোকৰ বিশ্বাস, নিৰ্ভৰতা আৰু ভালপোৱাত মোৰ অন্তৰৰ আলোড়ন জাগে আৰু ভাবাৱেগ থোঁকি-বাথোঁ হৈ তেওঁলোকৰ ফালে ঢাপলি মেলে। ব্যক্তি-স্বাধীনতাৰ মই পক্ষপাতী; কিন্তু মাজে মাজে মোৰ ব্যক্তিত্বৰ বান্ধ জহি-পমি নাইকিয়া হৈ যায়। এনেকুৱা লাগে, নিজে অকলে সাৰি থকাতকৈ যেন এই দৰিদ্ৰসকলৰ লগত একে হৈ গৈ সিহঁতৰ দুখৰ সমভাগী হোৱাই ভাল। কিন্তু ব্যৱধান একেবাৰেই নাইকিয়া নহয়গৈ; দূৰৰপৰা কৌতূহলপূৰ্ণ চকুৰে যি দৃশ্য মই দেখোঁ, তাৰ অৰ্থ ভালকৈ বুজি নেপাওঁ।

আত্মাভিমান মেদৰ নিচিনা। ক'ব নোৱাৰাকৈয়ে চামনিয়ে চামনিয়ে সি বাঢ়ি যায়, দিনে দিনে যে ই বাঢ়ি গৈছে ধৰিবই নোৱাৰি। ভাগ্যে এই বলিয়া জগতখনৰ নিৰ্ম্মম আঘাতত মূৰ লাহে লাহে দোঁ খায়; কৌতিয়াবা একেবাৰেই শেষ হৈ যায় আৰু আজি ভাৰতবৰ্ষত আমাৰ কাৰণে এনেকুৱা নিৰ্ম্মম আঘাতৰ অভাৱ নাই। আমাৰ পক্ষে জীৱনৰ এই পঢ়াশালি অতি কঠিন ঠাই আৰু ইয়াৰ দুখ অতি নিৰ্ম্মম শিক্ষক।

মোৰ কপাল ভাল; মোৰ পৰিয়ালবৰ্গ আৰু সহকৰ্ম্মীসকলে মোক প্ৰকৃত দৃষ্টিভঙ্গী ৰক্ষা কৰি চলাত সহায় কৰিছে, মোৰ মানসিক সমতা ভাঙি দিয়া নাই। ৰাজহুৱা সভা, অভ্যৰ্থনা সভা, মিউনিচিপেলিটি, ল'কেল বোৰ্ড আৰু তেনে ধৰণৰ প্ৰতিষ্ঠানৰপৰা, অভিনন্দনপত্ৰ দিয়াৰ নিচিনা কথাবিলাকত মোৰ ভাগৰ লাগি যায়, মোৰ ৰসিকতা, বাস্তৱ দৃষ্টিভঙ্গী, সকলোৰে ওপতৰ আঘাত পৰে। অলঙ্কাৰপূৰ্ণ অসম্ভৱ অতিৰঞ্জনৰ ভাষা শুনি আৰু চাৰিওফালে ভদ্ৰলোকসকলৰ গম্ভীৰ আৰু অমায়িক মূৰ্ত্তি দেখি মোৰ পক্ষে হাঁহি সামৰি ৰখা টান হৈ উঠিছিল। কিন্তু উলিয়াই শিঞৰি দিলে বা সভাস্থলত এওঁলোকক লাঠুৱামি কৰিলে এইসকল ভদ্ৰ-গব্য লোকৰ যি অৱস্থা হ'ব, তাক চাই মোৰ আমোদ উপভোগ কৰিবৰ মন যায়।

ভাগ্যে মোৰ যশস্যা আৰু ভাৰতৰ কংগ্ৰেছ আন্দোলনত মোৰ দায়িত্বৰ কথা মনত পেলাই এইবিলাক বলিয়া অভিলাষ দমন কৰি বাহিৰত ভদ্ৰ ব্যৱহাৰ কৰি থাকোঁ। কিন্তু সকলো সময়তে তাকো নোৱাৰি। বহুত মানুহ গোটখোৱা সভাত বিশেষকৈ শোভা-যাত্ৰা কৰোঁতে মাজে মাজে সহ্য কৰিব নোৱাৰি মই ধৈৰ্য্য হেৰুৱাই পেলাওঁ। আমাৰ সন্মানৰ কাৰণে নিৰ্দ্দিষ্ট শোভাযাত্ৰাৰপৰা মনে মনে আঁতৰি গৈ মানুহৰ মাজত সোমাই মিলি যাওঁ। মোৰ পৰিবাৰে বা আনঁ কোনোবাই মোৰ ঠাইত গাড়ীত বা মটৰত বহি শোভাযাত্ৰাৰ লগে লগে গৈ থাকে।

সদায় নিজৰ মনৰ ভাব লুকুৱাই ৰাখি লোকৰ আগত অমায়িক ব্যৱহাৰ কৰি থকাটো বৰ টান কথা। তাৰ ফলত সভা-সমিতিত মুখৰ ভাব প্ৰায়েই বিৰক্তিপূৰ্ণ আৰু গম্ভীৰ দেখা যায়। এই কাৰণেই বোধহয়, এখন হিন্দু মাহেকীয়া কাকতত মোৰ সম্বন্ধে লিখিছিল, মই বোলে দেখাত বহুতখিনি হিন্দু বিধৱাৰ দৰে। পূৰ্ণ ধৰণৰ হিন্দু বিধৱাসকলৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা আছে যদিও, এই মন্তব্যত মই ক্ষুণ্ন হৈছিলোঁ। লেখকে কিজানি মোক ভালৰি বোলাবলৈকে তেওঁৰ ইচ্ছামতে কিছুমান গুণ মোৰ ওপৰত আৰোপ কৰিবলৈ বিচাৰিছিল। অৰ্থাৎ মই যেন ত্যাগ আৰু আত্মবিলোপৰ প্ৰতিমূৰ্ত্তি আৰু গভীৰ কৰ্ত্তব্যপৰায়ণৰ আদৰ্শ। আৰু বেঁচি কৰ্ম্মপ্ৰৱণতা আৰু বেঁচি অগ্ৰসৰী আৰু হাঁহি ধেমালিৰ মনোভাৱ যিখিনি বোধহয় হিন্দু বিধৱাসকলৰো থকা বাঞ্ছনীয়—সেইবোৰ গুণ মোৰ থাকিলে মই ভাল পালো-হেঁতেন। গান্ধীজীয়ে এবাৰ কোনোবা এজনৰ লগত সাক্ষাত কৰোঁতে কৈছিল যে তেওঁ যদি হাঁহি-ধেমালি কৰিব নোৱাৰিলেহেঁতেন তেন্তে তেওঁ আত্মহত্যা বা তেনে ধৰণৰ কিবা এটা কৰিব লাগিলহেঁতেন। সিমান দূৰলৈ মই যাব খোজা নাই, কিন্তু কিছুমান মানুহৰ সংস্পৰ্শই মোৰ জীৱনলৈ যি হাস্য-ৰসিকতা আৰু পাতল ধৰণৰ ভাব কেতিয়াবা কেতিয়াবা আনিছিল, সেয়ে নোহোৱা হ'লে মোৰ জীৱন দুৰ্ব্বহ হৈ উঠিলহেঁতেন।

মোৰ জনপ্ৰিয়তা আৰু অলঙ্কাৰপূৰ্ণ ভাষাত শব্দৰ আড়ম্বৰেৰে ভৰা (অভি-নন্দনত অত্যুক্তি আৰু অতিশয়োক্তি কৰা ভাৰতৰ প্ৰথা) অভিনন্দনপত্ৰবিলাক লৈ মোৰ পৰিয়াল আৰু অন্তৰংগ বন্ধুসকলে মাজে সময়ে ইতিকিং কৰি হাঁহিৰ ৰোল তোলে। আমাৰ জাতীয় আন্দোলনৰ ভাষাত সাধাৰণতে ব্যৱহাৰ কৰা ডাঙৰ ডাঙৰ কথা আৰু বিশেষণ আৰু উপাধিবিলাক, অভিনন্দনপত্ৰবিলাকৰপৰা বাছি লৈ মোৰ পৰিবাৰ, ভনী আৰু আন আনসকলে ভেঙুচালি কৰে। প্ৰায়েই মোক 'ভাৰত-ভূষণ, 'ত্যাগমূৰ্ত্তি' আদি উপাধিৰে বিভূষিত কৰি মোক জোকায়। ৰাজহুৱা সভাত গহীন গম্ভীৰ হৈ বৰ সাৱধানে থাকি থাকি আমনি লাগি যোৱাৰ পিচত ঘৰলৈ গৈ তেনেকুৱা পাতল ধৰণৰ কথা-বতৰা পাই মনটো ভাল লাগিছিল। আন কি মোৰ সৰু ছোৱালীজনীয়েও ধেমালিত যোগ দিছিল। আয়েহে কেৱল মোৰ কাম-কাজবোৰ শ্ৰদ্ধাৰ চকুৰে চাবলৈ টান কৈছিল। তেওঁৰ আদৰৰ পুত্ৰক এইদৰে জোকোৱা বা ভেঙুচালি কৰা সহ্য কৰিবলৈ আয়ে টান পাইছিল। দেউতাই হ'লে বৰ আমোদ পাইছিল, আৰু গভীৰভাৱে অৱস্থাৰ তাৎপৰ্য্যৰ উপলব্ধি আৰু অন্তৰৰ সহানু-ভূতি দেউতাই প্ৰকাশ কৰিছিল সদায় নীৰৱে

কিন্তু জনতাৰ জয়ধ্বনি, দোকান আৰু আমনিলগা অভিনন্দন-সভা আদি, তৰ্কবাদ, ৰাজনীতিৰ ধূলি-মাকতিয়ে মোৰ ছালখনহে ছুই গৈছিল। কৌতিয়াবা অৱশ্যে এই স্পৰ্শ বৰ তীব্ৰ আৰু চোকা আছিল। প্ৰকৃত দ্বন্দ্ব চলিছিল মোৰ মনত—আদৰ্শৰ সংঘাত, কামনা আৰু আনুগত্যৰ সংঘাত, অচেতন মনৰ জগত বাহিৰৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ সংগ্ৰাম, অন্তৰৰ অতৃপ্ত ক্ষুধা। মোৰ মনৰ মাজত যেন এখন ৰণক্ষেত্ৰ আৰু নানান শক্তিয়ে ইটোৱে সিটোক ঘটুৱাই প্ৰভুত্ব স্থাপন কৰাত লাগি আছে। ইয়াৰপৰা পৰিত্ৰাণ পাবৰ কাৰণে মন বলিয়া হৈ উঠে; ঐক্য আৰু সমতাৰ কাৰণে মই উত্ৰাৱল হৈ উঠো আৰু তাৰ যন্ত্ৰতে নিজক কামৰ মাজত বুৰাই ৰাখোঁ। কামৰ মাজতে একেৰা শান্তি পাওঁ। বাহিৰৰ সংগ্ৰামত ভিতৰৰ সংঘৰ্ষ কিছু শাম কাটে।

বা-ৰি নোহোৱা জেলৰ ভিতৰত বহি কিয় এই কথাবোৰ লিখিলোঁ বাৰু? বাহিৰতেই হওক বা জেলৰ ভিতৰতেই হওক, সেই একে অনুসন্ধানেই চলি আছে আৰু মই অতীতৰ ভাবৰাশি আৰু অভিজ্ঞতাসমূহৰ কথা লিখি গৈছোঁ—জানোচা তাৰপৰা অলপমান শান্তি, এধানমান মানসিক সন্তোষ পাওঁেই বা!

## আইন অমান্য আৰম্ভ

১৯৩০ চনৰ ২৬ জানুৱাৰী স্বাধীনতা দিবস আহিল; বিজুলী চমকৰ নিচিনাকৈ আমি দেশৰ আগ্ৰহ আৰু উদ্দীপনা দেখিবলৈ পালোঁ। সকলো ঠাইতে বহুসংখ্যক মানুহে শান্তিপূৰ্ণভাৱে, গাম্ভীৰ্য্যপূৰ্ণভাৱে স্বাধীনতাৰ সংকল্প* লৈছে—বক্তৃতা নাই, উদগনি, উচটনি নাই—সেই দৃশ্যই মনত গভীৰ ৰেখাপাত নকৰাকৈ নেথাকে। এই অনুষ্ঠানৰপৰা গান্ধীজীয়ে অনুপ্ৰেৰণা পালে আৰু দেশৰ নাড়ীৰ গতি লক্ষ্য কৰি তেওঁ বুজিলে, কাম কৰাৰ সময় আহি পাইছে। নাট-ঘৰত ইটোৰ পিচত সিটো দ্ৰুতবেগে ঘটনা ঘটি ঘটি শীৰ্ষবিন্দুৰ ফালে অগ্ৰসৰ হৈ গৈ আছে।

আইন অমান্য আন্দোলনৰ সূচনাত দেশৰ আকাশত বিজুলীৰ ঢৌ খেলি গ'ল। মনত পৰিল ১৯২১-২২-ৰ আন্দোলন আৰু চৌৰিচৌৰাৰ পিচত হঠাৎ তাৰ গতিৰোধ। দেশ এতিয়া আগতকৈ বেচি শৃংখলাবদ্ধ আৰু আন্দোলনৰ স্বৰূপটোৰ বিষয়ে বেচি সচেতন। আন্দোলনৰ কৌশল সম্পৰ্কে সকলোৰে এটা থূল-মূল ধাৰণা থাকিলেও সকলোৱে অহিংসাৰ প্ৰকৃত ৰূপ কি তাক আৰু বেচি ভালকৈ বুজি লোৱাটো গান্ধীজীয়ে বাঞ্ছা কৰিলে। কিন্তু দহ বছৰ আগৰ কথা বহুতৰে মনত পৰিল। ইমান সাৱধান লোৱাতো যে স্বাভাৱিকভাৱে বা কোনো ষড়যন্ত্ৰৰ ফলত কতো হিংসামূলক কাৰ্য্য নঘটিব, তাৰ নো কি ঠিক? যদি এনেকুৱা ঘটনা ঘটে, তেন্তে আমাৰ আইন অমান্য আন্দোলনৰ কি হ'ব? আগৰ নিচিনাকৈ আকৌ হঠাৎ আন্দোলন স্থগিত থাকিব নে কি? এনে এটা সম্ভাৱনাৰ কথা ভাবিলে কিমান বা নিৰাশ হৈ যাবলগীয়া হয়!

* শেষত পৰিশিষ্ট চাওক।

গান্ধীজীয়ে চাগৈ নিজৰ স্বকীয়াভাৱে এই বিষয়ৰ চিন্তা [illegible] আৰু তেওঁৰ সেই সময়ৰ কথা-বতৰাৰপৰা বুজিব পাৰিছিলোঁ যে তেওঁ এই সমস্যা লৈ বিমোৰত পৰিছিল; তেওঁৰ মনোভাৱ মোৰ ভাষাত লিখিছোঁ।

তেওঁৰ মতে কোনো অন্যায়ৰ প্ৰতিকাৰ বা হিত সাধন কৰাৰ কাৰণে, অহিংসাই একমাত্ৰ সত্য পথ আৰু ঠিক মতে প্ৰয়োগ কৰিব পাৰিলে ই অব্যৰ্থ। তেতিয়া হ'লে প্ৰশ্ন উঠে যে, তাৰ পৰিচালনা আৰু কৃতকাৰ্য্যতাৰ কাৰণে বিশেষ অনুকূল ক্ষেত্ৰও লাগিব। কিন্তু যদি বাহিৰৰ অৱস্থা ইয়াৰ অনুকূলে নহয়, তেনেহলে ইয়াক প্ৰয়োগ কৰা উচিত নহ'ব নে কি? ইয়াৰ উত্তৰত এই সিদ্ধান্ত ল'ব লগা হয় যে, সকলো ক্ষেত্ৰই অহিংস উপায় প্ৰয়োগ কৰিবৰ কাৰণে উপযুক্ত নহয় আৰু ই সাৰ্ব্বজনীন বা অব্যৰ্থ উপায়ো নহয়। কিন্তু গান্ধীজীয়ে এই সিদ্ধান্ত কেতিয়াও নলয়। তেওঁৰ দৃঢ় বিশ্বাস ইয়াক সকলো ঠাইতে সমানভাৱে প্ৰয়োগ কৰিব পাৰি আৰু ই কেতিয়াও বিফল নহয়। গতিকে প্ৰতিকূল অৱস্থা আন কি হিংসাপূৰ্ণ সঙ্ঘৰ্ষৰ মাজতো এই উপায়েৰে কাম কৰিব পাৰি। বিশেষ বিশেষ অৱস্থাত ইয়াৰ প্ৰয়োগৰ কৌশল বেলেগ হ'ব পাৰে; কিন্তু তাক প্ৰত্যাহাৰ কৰা আৰু তাৰ ব্যৰ্থতা স্বীকাৰ কৰা একেই কথা।

তেওঁ কিজানি এনেকৈয়ে চিন্তা কৰিছিল। কিন্তু মই সেইটো ঠিককৈ ক'ব নোৱাৰোঁ। তেওঁ আমাক মাত্ৰ এইকণ বুজিবলৈ সুবিধা দিলে যে তেওঁৰ মতৰ কিছু পৰিবৰ্ত্তন হৈছে আৰু ঠায়ে ঠায়ে কেতিয়াবা হঠাৎ হিংসাপূৰ্ণ কাৰ্য্য হলেও, অহিংসা প্ৰত্যাহাৰ কৰাব আৱশ্যক নাই। এই আশ্বাস পাই আমি বহুতেই সন্তুষ্ট হৈছিলোঁ। কিন্তু আটাইতকৈ ডাঙৰ প্ৰশ্ন হৈছে—কেনেকৈ? আমি কেনেকৈ আৰম্ভ কৰিম? কি উপায়েৰে ইয়াক অৱস্থাৰ উপযোগী আৰু কাৰ্য্যকৰী অথচ জনপ্ৰিয় কৰি ব্যৱহাৰ কৰিব পাৰি? তেতিয়াই মহাত্মাই দিলে তাৰ ইঙ্গিত।

লোণ শব্দটো হঠাৎ এটা ৰহস্যপূৰ্ণ আৰু শক্তিমন্ত হৈ উঠিল—লোণকৰ আক্ৰমণ কৰিব লাগিব। লোণ-আইন ভঙ্গ কৰিব লাগিব। আমি বিমোৰত পৰিলোঁ। জাতীয় সঙ্ঘৰ্ষৰ লগত অতি সাধাৰণ লোণৰ সম্পৰ্ক কি বুজিব নোৱাৰিলোঁ। গান্ধীজীয়ে ঘোষণা কৰা 'এঘাৰ দফা'ও এটা বিস্ময়কৰ কথা। কিন্তু প্ৰস্তাৱবিলাক যিমানেই ভাল হওক লাগিলে, আমি যেতিয়া স্বাধীনতাৰ কথা কৈছোঁ তেতিয়া আৰু কিছুমান ৰাজনৈতিক আৰু সমাজনৈতিক সংস্কাৰৰ তালিকা উলিয়ালে কি হ'ব? 'পূৰ্ণ স্বাধীনতা' বুলিলে আমি যি বুজোঁ, গান্ধীজীয়েও তাকেই বুজে নে কি, নে আমাৰ কথা কোৱাৰ ভাষা বেলেগ? ঘটনাৰ চকৰি ঘূৰিবলৈ লাগিল। আমাৰ তৰ্ক কৰিবলৈ আৰু আজৰি নহ'ল। ভাৰতত ৰাজনৈতিক ঘটনা-প্ৰবাহ আমাৰ চকুৰ আগত লৰি ফুৰিবলৈ ধৰিলে; কিন্তু তেতিয়াও আমি বুজিব পৰা নাছিলোঁ যে গোটেই জগৎজুৰি এটা ভয়ানক অৰ্থসঙ্কট ঘটিবলৈ ধৰিছে, বেহা-বেপাৰৰ অৱস্থা অতি লোনকালে শোচনীয় হৈ আহিছে। নগৰৰ লোকসকলে প্ৰাচুৰ্য্যৰ দিন আহিছে বুলি ভাবি আনন্দ পালে, কিন্তু গাঁৱৰ মানুহে আৰু ৰায়ত-সকলে খেতিৰ দাম পৰি যোৱাৰ আশঙ্কাত ত্ৰস্তমান হ'ল।

তাৰ পিচত গান্ধীজীৰ লগত বৰলাটৰ চিঠি লিখা-লিখি হ'ল আৰু সৰকাৰী

আগ্ৰহৰপৰা ভাণ্ডি অভিযান আৰম্ভ হ'ল। দিনে দিনে এই তীৰ্থযাত্ৰীসকলে আগ-বাঢ়ি যোৱা জনসাধাৰণে উৎসুক হৈ চাই থাকিল আৰু গোটেই দেশ জুৰি উৎসাহ উদ্দীপনাৰ জুই জ্বলি উঠিল। আন্দোলন কেনেকৈ পৰিচালনা কৰা হ'ব, তাক চূড়ান্তভাৱে ঠিক কৰি লবৰ কাৰণে আহমদাবাদত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহিল। আন্দোলনৰ নেতা অনুপস্থিত, তেওঁ তীৰ্থযাত্ৰীসকলক লৈ সাগৰৰ পাৰলৈ গৈছেগৈ, উভতি আহিবলৈ সম্মত নহ'ল। সকলোৰে গ্ৰেপ্তাৰ হোৱাৰ সম্ভৱনা দেখি সভাত স্থিৰ কৰা হ'ল যে, কমিটীৰ গোটেই ক্ষমতা সভা-পতিৰেই থাকিব, কাৰ্য্যকৰী সমিতিত ঠাই খালি হ'লে তেৱেঁই মনোনীত কৰিব আৰু তেওঁ নিজে গ্ৰেপ্তাৰ হ'লে তেওঁৰ পিচত সভাপতি মনোনীত কৰি যাব, আৰু পিচৰ জনৰো তেনেকুৱা ক্ষমতাই থাকিব। প্ৰাদেশিক আৰু স্থানীয় কংগ্ৰেছ কমিটীবিলাকতো তেনেকুৱা ক্ষমতা দিয়া হ'ল।

এনেকৈয়ে তথাকথিত ডিক্টেটৰসকলৰ ৰাজত্ব চলিল আৰু তেওঁলোকে কংগ্ৰেছৰ পক্ষৰপৰা আন্দোলন পৰিচালনা কৰিবলৈ ধৰিলে। ভাৰতসচিব, বৰলাট আৰু গৱৰ্ণৰসকলে দুই হাত ওপৰলৈ তুলি চিঞৰি চিঞৰি ঘোষণা কৰিবলৈ ধৰিলে কংগ্ৰেছৰ কি ভয়ঙ্কৰ আৰু শোচনীয় অধঃপতন হৈছে—ই এতিয়া ডিক্টেটৰী ব্যৱস্থাত বিশ্বাস কৰা হ'ল; সিপিনে সিহ'ত নিজেই ডিক্টেটৰী ব্যৱস্থাৰ অনুৰাগী ভক্ত। আন কি ভাৰতৰ মধ্যবিত্ত শ্ৰেণীৰ বাতৰি-কাকতবিলাকেও আমাক গণতন্ত্ৰৰ তত্ত্বকথা শুনাবলৈ ধৰিলে। আমি মনে মনে (কিয়নো আমি জেলত) বিস্ময়েৰে সেইবিলাক উপদেশ শুনিবলৈ ধৰিলোঁ। ইয়াতকৈ বেচি ভণ্ডামি আৰু হ'ব নোৱাৰে! সকলো ধৰণৰ ব্যক্তি-স্বাধীনতা দমন কৰি অৰ্ডিনেন্সেৰে কৰা আইন খটুৱাই ডিক্টেটৰী নীতিত বলেৰে ভাৰতবৰ্ষক শাসন কৰা হৈছে, তথাপি আমাৰ শাসকসকলে কোমল সুৰেৰে গণতন্ত্ৰৰ দোহাই দিছে। আন কি সাধাৰণ অৱস্থাতেই নো ভাৰতত গণতন্ত্ৰৰ ছাঁ ক'ত? নিজৰ ক্ষমতা আৰু ভাৰতত মেলি থোৱা স্বাৰ্থৰ জখলাখন ৰক্ষা কৰিবলৈ চেষ্টা কৰাটো আৰু তেওঁলোকৰ প্ৰভুত্ব সম্পৰ্কে যি প্ৰশ্ন কৰে তাক দমন কৰাটো বৃটিছ চৰকাৰৰ পক্ষে স্বাভাৱিক কথা। কিন্তু এইবিলাক ব্যৱস্থাক গণতান্ত্ৰিক উপায় বুলি তেওঁলোকে যি দাবী কৰে তাক ভৱিষ্যতৰ সতি-সন্ততিসকলৰ চিন্তা আৰু প্ৰশংসাৰ কাৰণে লিখি থৈ যোৱাটো বাঞ্ছনীয়।

এটা অৱস্থা অতি সোনকালে আহিব লাগিছে যেতিয়া আৰু কংগ্ৰেছৰ পক্ষে স্বাভাৱিকভাৱে কাম কৰা সম্ভৱ নহ'ব, কংগ্ৰেছ বে-আইনী বুলি ঘোষণা কৰা হ'ব; কোনো পৰামৰ্শ বা কামৰ কাৰণে গুপ্‌তে লগ হোৱাৰ বাহিৰে উপায় নেথাকিব। আমি গুপ্‌তে কাম কৰাৰ পক্ষপাতী নাছিলোঁ। জনসাধাৰণৰ ওপৰত প্ৰভাৱ প্ৰতি-পত্তি ৰক্ষাৰ কাৰণে খোলা-খুলিকৈ আন্দোলন কৰাকে ঠিক কৰিছিলোঁ। গোপন উপায়েৰে বেচি দূৰ আগবঢ়া সম্ভৱ নাছিল। কেন্দ্ৰীয় কংগ্ৰেছৰ, প্ৰাদেশিক আৰু জিলা কংগ্ৰেছৰ প্ৰধান প্ৰধান লোকসকল অনতিপলমেই গ্ৰেপ্তাৰ হ'ব যে, ই ঠিক। তেতিয়া আন্দোলন পৰিচালনা কৰিব কোনে? আমাৰ আগত এটা বাট খোলা আছিল। যুদ্ধ কৰি থকা সৈন্যবিলাকৰ কোনোবাটো অক্ষম হৈ গ'লে বা আহত হ'লে যেনেকৈ নতুন নতুন এজন আহি তাৰ ঠাই লয়, আমাৰো সেই ধৰণৰ ব্যৱস্থা

কৰিব লাগিব; যুদ্ধক্ষেত্ৰত বাহিৰ আমি সভা-সমিতি কৰিব নোৱাৰিম। তাকো কৰি দেখিছোঁ যে তাৰ ফলত সকলোৱে মিলি গ্ৰেপ্তাৰ হ'বলগীয়াত পৰে। সৈন্যবাহিনীৰ পিচফালে নিৰাপদ ঠাইত বহি সামৰিক কৰ্ত্তাসকল বা তাৰো পিচফালে অসামৰিক মন্ত্ৰীসকল বহি পৰামৰ্শ আৰু পৰিচালনা কৰে—আমাৰ সেই সুবিধাও নাই। আমাৰ যুদ্ধৰ নীতিৰ মতে আক' সেনাপতি আৰু সচিবসকলেই থাকে একেবাৰেই আগত আৰু যুদ্ধৰ আৰম্ভতে তেওঁলোকেই আটাইতকৈ আগতে গ্ৰেপ্তাৰ হয়। এই ক্ষেত্ৰত আমি ডিক্টেটৰসকলক কিমান ক্ষমতা দিছিলোঁ! তেওঁলোকে যুদ্ধ পৰিচালনা কৰোঁতে জাতীয় দৃঢ়সঙ্কল্পৰ প্ৰতীক হৈ উঠাৰ সন্মান লাভ কৰিছিল, কিন্তু তেওঁলোকে ডিক্টেটৰী ক্ষমতাৰে মাত্ৰ নিজকে জেললৈ পঠাবহে পাৰিছিল। য'ত বাহিৰা শক্তিৰ প্ৰভাৱত সভা বহা অসম্ভৱ হৈছিল, তাতেই কমিটীৰ প্ৰতিনিধি হিচাপে ডিক্টেটৰে কাম কৰিছিল; কিন্তু যেতিয়াই য'তে কমিটীৰ অধিবেশন সম্ভৱ হৈছিল তেতিয়াই ডিক্টেটৰৰ কোনো কৰ্তৃত্ব নেথাকিছিল। মূলনীতি বা সমস্যাত হস্তক্ষেপ কৰাৰ ক্ষমতা তেওঁলোকৰ নাছিল। আন্দোলন পৰিচালনাৰ সৰু-সুৰা কথাবিলাক মাত্ৰ ডিক্টেটৰসকলে নিয়ন্ত্ৰণ কৰিব পাৰিছিল। কংগ্ৰেছৰ ডিক্টেটৰশ্বিপ বাস্তৱতে জেললৈ যোৱাৰ জখলাহে আছিল আৰু দিনৰ পিচত দিন ধৰি এজনৰ ঠাই সিজনে মাত্ৰ অধিকাৰ কৰিছিল।

গতিকে এনেকৈ ব্যৱস্থা কৰি আমি আহমদাবাদত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সহকৰ্ম্মীসকলৰ ওচৰৰপৰা বিদায় ল'লোঁ। কোনে জানে, কেতিয়া ক'ত কাৰ লগত কেনেকৈ দেখাদেখি হ'ব? কি জানিবা আমি আৰু একে লগ হ'বলৈকে নেপাম। আমি লৰালৰিকৈ নিজ নিজ ঠাইলৈ উভতি আহি নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ নিৰ্দ্দেশ অনুসৰি স্থানীয় ব্যৱস্থা কৰিবলৈ ধৰিলোঁ। আৰু সৰোজিনী নাইডুৰ ভাষাত জেললৈ যাবৰ কাৰণে দাঁতোন হাতত লৈ সাজু হ'লোঁ।

উভতি আহোঁতে দেউতাই মৰে গান্ধীজীৰ লগত দেখা হ'লো। জাম্বুসাৰত তেওঁ আৰু তেওঁৰ দলবলৰ লগত আমি কেইঘণ্টামান আছিলোঁ। তেওঁ লোণসাগৰ লক্ষ্য কৰি তাৰ পিচত যাবলগীয়া ঠাইলৈ যাত্ৰা কৰিলে। এইবাৰলৈ তেওঁৰ লগত এয়ে শেষ দেখা! হাতত লাখুটি লৈ সকলোৰে আগে আগে তেওঁ দৃঢ়ভাৱে এখোজ-দুখোজকৈ আগবাঢ়িছে—তেওঁৰ মুখখনি নিৰ্ভীক, শান্ত। কি যে এটা অন্তৰ পৰশা দৃশ্য!

জাম্বুসাৰত গান্ধীজীৰ লগত পৰামৰ্শ কৰি দেউতাই ঠিক কৰিলে যে তেওঁৰ এলাহাবাদৰ ভৱনটো দেশৰ নামত উছৰ্গা কৰি দিব আৰু তাৰ নতুন নাম দিব "স্বৰাজ-ভৱন"। এলাহাবাদলৈ উভতি আহিয়েই তেওঁ এই সংকল্প ঘোষণাই দিলে আৰু কংগ্ৰেছকৰ্ম্মীসকলৰ হাতত অৰ্পণ কৰি দিলে। এই প্ৰকাণ্ড ভৱনৰ এক অংশত হাসপাতাল স্থাপন কৰা হ'ল। তেতিয়া তেখেতে আইনমতে এই কাম কৰিব পৰা নাছিল, দেড় বছৰৰ পিচত মই তেওঁৰ অভিপ্ৰায় অনুসৰি যথাযোগ্য দলিল-পত্ৰাদি লিখি ন্যাসৰক্ষীসকলৰ হাতত অৰ্পণ কৰি দিছোঁ।

এপ্ৰিল ওচৰ চাপিল; গান্ধীজীও ক্ৰমে সাগৰৰ ওচৰ চাপিছে, আমি লোণ-আইন ভঙ্গ কৰি আইন অমান্যৰ কাৰণে আদেশলৈ বাটচাই আছোঁ। এই কেইমাহ আমাৰ স্বেচ্ছাসেৱকসকলে কুচকাওয়াজ কৰিছিল আৰু কমলা আৰু কৃষ্ণাই (মোৰ

পাঁৰবাৰ আৰু ভনী) তাৰ কাৰণে মতা মানুহৰ সাজ পিন্ধি এওঁলোকৰ দলত যোগ দিছিল। স্বেচ্ছাসেৱকসকলৰ হাতত কোনো অস্ত্র আন কি লাখুটি এডালো নাছিল। তেওঁলোক যাতে কামত আৰু বেচি পটু হয় আৰু তেওঁলোকে বিৰাট জনতাক নিয়ন্ত্রণ কৰিব পাৰে সেয়ে আছিল তেওঁলোকক শিক্ষা দিয়াৰ উদ্দেশ্য। ৬ এপ্রিল জাতীয় সপ্তাহৰ প্রথম দিবস। সত্যাগ্রহৰপৰা জালিয়ানৱালাবাগ ১৯১৯-ৰ সেই স্মৃতি মনলৈ আনি বছৰেকীয়া অনুষ্ঠান কৰা হয়। গান্ধীজীয়ে সেই দিনাই ডাণ্ডিৰ বালিত লোণ-আইন ভঙ্গ কৰিলে। তিনি চাৰি দিন পিচতে গোটেই কংগ্রেছ প্রতিষ্ঠানবিলাকক নিজ নিজ ঠাইত তাকে কৰিবলৈ নিৰ্দ্দেশ দি আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ কোৱা হ'ল।

এনেকুৱা লাগিল যেন পাৰ ভাঙি হঠাৎ বানপানী আহি উপচি পৰিছে। দেশৰ সকলো ঠাইতে চহৰে-নগৰে-গাঁৱে-ভুঞে লোণ কৰাৰ কথা আলোচনা হ'বলৈ ধৰিলে আৰু লোণ তৈয়াৰ কৰাৰ অদ্ভুত অদ্ভুত উপায়ৰ আৱিষ্কাৰ হ'বলৈ ধৰিলে। লোণ তৈয়াৰ কৰাৰ নিয়ম ছপাই বিজ্ঞাপন দিয়া হ'ল। আমি চৰু-কেৰাহী গোটাই লৈ বহু কষ্টেৰে লোণৰ নিচিনা কিবা এটা বস্তু তৈয়াৰ কৰিলোঁ। তাতেই যে আনন্দ! আৰু তাকেই চৰা দামত মানুহৰ ঘৰে ঘৰে লৈ ফুৰাই বিক্রী কৰা হ'ল। লোণ ভালেই হওক বা বেয়াই হওক, কোনো কথা নাই; নিন্দনীয় লোণ-আইন ভঙ্গ কৰাই ঘাই কথা। আমাৰ লোণ বেয়া হ'লেও উদ্দেশ্য সফল হৈছিল। লোণ তৈয়াৰ কৰাটো বনজুইৰ নিচিনা চাৰিওফালে বিয়পি পৰিল। জনসাধাৰণৰ উৎসাহৰ অন্ত নাইকিয়া হ'ল। গান্ধীজীয়ে যেতিয়া প্ৰথমে এই প্ৰস্তাৱ কৰে, তেতিয়া তাৰ কাৰ্য্যকাৰিতাৰ সম্বন্ধে যে প্ৰশ্ন কৰিছিলোঁ এতিয়া ভাবি লাজ লাগে। জনসাধাৰণক জগাই তুলি সুশৃঙ্খলভাৱে কামত লগোৱাৰ কি আচৰিত শক্তি এই মানুহজনৰ— আমি বিস্মিত হৈ তাকেই ভাবিবলৈ ধৰিলোঁ। ১৪ এপ্রিল তাৰিখে মই গ্ৰেপ্তাৰ হ'লোঁ। মধ্যপ্রদেশৰ ৰামপুৰত এখন সন্মিলনত যোগ দিবৰ কাৰণে সেইদিনা মই যাত্ৰা কৰিছিলোঁ। সেইদিনাই জেলৰ ভিতৰতে বিচাৰ কৰি লোণ-আইন ভঙ্গ কৰাৰ কাৰণে মোক ছমাহৰ জেল দিলে। গ্ৰেপ্তাৰৰ কথা আগৰপৰাই অনুমান কৰি (নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে দিয়া ক্ষমতা অনুসৰি) গান্ধীজীক মই নথকা কালছোৱাৰ কাৰণে সভাপতি মনোনীত কৰিছিলোঁ। তেওঁ গ্ৰহণ নকৰিবও পাৰে, এই ভাবি দেউতাক দ্বিতীয় ঠাইত মনোনীত কৰিছিলোঁ। মই ভবাটোৱেই হ'লগৈ। গান্ধীজী অমান্তি হোৱাত দেউতাই কংগ্ৰেছৰ অস্থায়ী সভাপতি হ'লগৈ। তেখেতৰ স্বাস্থ্য ভাল নাছিল; তথাপি তেখেতে প্ৰথম কেইমাহ অতি উৎসাহেৰে কাম কৰিবলৈ ধৰিলে। তেখেতৰ দৃঢ় নিৰ্দ্দেশ আৰু শৃঙ্খলা ৰক্ষাৰ সাৱধানতাৰ ফলত আন্দোলনৰ বহুত উপকাৰ হ'ল। আন্দোলনৰ লাভ অৱশ্যে হ'ল, কিন্তু তেখেতৰ যিখিনি শাৰীৰিক শক্তি আৰু স্বাস্থ্য আছিলগৈ, সেইখিনিও এতিয়া একেবাৰেই শেষ হৈ গ'ল।

প্ৰত্যেক দিনেই যে কিমান উত্তেজনা, কিমান গা শিয়ঁৰি উঠা বাতৰি—সমদল আৰু লাঠী চালনা, গুলীবৰ্ষণ, বিখ্যাত নেতাসকলৰ গ্ৰেপ্তাৰত হৰতাল, তাৰ উপৰি পেছোৱাৰ দিবস, গাঢ়োৱালী দিবস প্ৰভৃতি অনুষ্ঠান। সাময়িকভাৱে বিদেশী

কাপোৰ আৰু সকলো বৃটিছ পণ্যবস্তু বৰ্জ্জনৰ আন্দোলন সফল হ'ল। মই যেতিয়া খবৰ পালোঁ মোৰ বুঢ়া আই আৰু ভনীহঁত জহকালি দুপৰীয়াৰ তপত ৰ'দত বিদেশী কাপোৰৰ দোকানৰ সমুখত থিয় হৈ পিকেটিং কৰিব লাগিছে, মোৰ মনটো উগুল-থুগুল লাগি গ'ল। কমলায়ো তাকে কৰিছে। কিন্তু তেওঁ তাতকৈয়ো আৰু মহত্ত্ব বেচি কৰিছে। এলাহাবাদ চহৰ আৰু জিলাৰ আন্দোলনত তেওঁ জাপিয়াই পৰিল, তেওঁৰ শক্তি আৰু দৃঢ়তা দেখি তবধ মানিলোঁ। তেওঁৰ লগত মোৰ ইমান দিনৰ চিনাকি যদিও মই সেইটো বুজিব পৰা নাছিলোঁ। তেওঁ নিজৰ অসুখৰ কথা পাহৰি গৈছিল, আকাশৰ ৰ'দ মূৰত লৈ পুৰাবপৰা গধূলিলৈকে লৰি-ঢাপৰি ফুৰি কাৰ্য্য পৰিচালনাৰ অদ্ভুত শক্তি তেওঁ প্ৰদৰ্শন কৰিছিল। জেলত থাকোঁতে এইবিলাক কথা মোৰ কাণত পৰে। পিচত দেউতাই যেতিয়া জেলত আহি লগ পালেহি, তেতিয়া তেখেতৰপৰা সকলোখিনি কথা শুনিলোঁ। তেখেতে কমলাৰ কাম-কাজ বিশেষকৈ তেওঁৰ সঙ্ঘ চলোৱাৰ কৌশল বৰকৈ প্ৰশংসা কৰিলে। কিন্তু আই আৰু আন আন তিৰোতা মানুহে ৰ'দত লৰা-ঢপৰা কৰাটো তেখেতে ভাল নেপাইছিল। সেইবুলি আক' কেতিয়াবা মাজে সময়ে ডাবি-হুকি দিয়াৰ বাহিৰে তেখেতে বৰকৈ বাধাও নিদিছিল।

আটাইতকৈ ডাঙৰ খবৰ হ'ল ২৩ এপ্ৰিলৰ পেছোৱাৰৰ ঘটনা। আৰু পিচত গোটেই সীমান্ত প্ৰদেশৰ ঘটনাৱলী। গুলী বৰ্ষণৰ আগত সুশৃঙ্খল আৰু শান্তি-পূৰ্ণ সাহসিকতাৰ দৃষ্টান্ত দেখি গোটেই দেশতে এনে ধৰণৰ উত্তেজনাৰ সঞ্চাৰ হৈছিল। সীমান্ত প্ৰদেশত ঘটা এই ঘটনাৰ আৰু এটা ফাল আছে। পাঠানসকলৰ সাহসী বুলি এটা নাম আছে। কিন্তু তেওঁলোক শান্ত আৰু নিৰীহ বুলি যশ নাই। এই পাঠানসকলেই ভাৰতবৰ্ষৰ আগত এটা অনুপম দৃশ্য দাঙি ধৰিলে। এই সীমান্ত প্ৰদেশতে গাড়োৱালী সৈন্যসকলে নিৰস্ত্ৰ জনতাৰ ওপৰত গুলী কৰিবলৈ অমান্তি হৈ বুৰঞ্জীত নাম ৰাখিলে। সৈনিকসকলে সাধাৰণতে নিৰস্ত্ৰ জনতাৰ ওপৰত গুলী চলাবলৈ আগ নেবাঢ়ে আৰু জনতাৰ ওপৰত সহানুভূতি থকাৰ কাৰণেই তেওঁলোকেও নিশ্চয় গুলী চলাবলৈ অমান্তি হৈছিল। কেৱল জনতাৰ প্ৰতি সহানুভূতিৰ কাৰণেই এজন সৈনিকে উৰ্পৰিচা বিষয়াৰ আদেশ নেমানি গুলী নচলোৱাকৈ থকাটো সাধাৰণতে সম্ভৱ নহয়। তাৰ পৰিণাম কি হ'বগৈ সেই সম্পৰ্কে সি ভালকৈয়ে জানে। বোধহয় কিজানি বৃটিশ শক্তি প্ৰায় শেষ হৈ আহিছে বুলি ভুল ধাৰণা লৈয়েই গাড়োৱালীসকলে (আন আন ঠাইতো তেনেকুৱা অবাধ্যতা আচৰণ কৰিছিল, কিন্তু সেই খবৰ প্ৰচাৰ হোৱা নাই) তেনে কৰিছিল। সেই তেনে-কুৱা ধাৰণা মনত দকৈ বহিলেই সৈনিকসকলে নিজৰ সহানুভূতি আৰু অভিপ্ৰায় অনুসাৰে কাম কৰিবলৈ সাহ কৰে।

বোধ হয়, কিছু দিন বা কিছু সপ্তাহ ধৰি জনসাধাৰণৰ মাজত উত্তেজনা আৰু আইন অমান্য আন্দোলনৰ ফলত কিছুমান মানুহে ভাবি লৈছিল যে বৃটিছ শাসনৰ শেষ হ'বলৈ আৰু বেচি দিন নাই। ভাৰতীয় সৈন্যদলৰ এভাগৰ মনত এই ভাবে দকৈ শিপাইছিল। কিন্তু কিছু দিনৰ ভিতৰতে যেতিয়া বুজা গ'ল, সোন-কালতে এনে ঘটনা ঘটাৰ কোনো সম্ভাৱনা নাই, তেতিয়া সৈন্যদলৰ মাজত আৰু

অবাধ্যতা নাইকিয়া হ'ল। সৈন্যদল যাতে এনেকুৱা অৱস্থাৰ মাজত নপৰে, তালৈ চকু দিয়াও হৈছিল।

এই কালছোৱাত যি আচৰিত আচৰিত ঘটনা ঘটিছিল, সেই মাজত তিৰোতা-সকলে দলে দলে জাতীয় সংগ্ৰামত যোগ দিয়াটোও লেখত ল'বলগীয়া। তেওঁলোকে দলে দলে অন্তঃপুৰবপৰা ওলাই আহিল। বাহিৰৰ কামত তেওঁলোকৰ অভ্যাস নেথাকিলেও, তেওঁলোক বৰ উৎসাহেৰে কামত লাগি গ'ল। বিদেশী কাপোৰ আৰু মদ, আফিঙৰ দোকানত পিকেটিং কৰাটো তেওঁলোকে একচেটিয়া কৰি ল'লে। প্ৰত্যেক চহৰতে দলে দলে তিৰোতাসকলে শোভাযাত্ৰা কৰিবলৈ ধৰিলে আৰু সাধাৰণতে মতা মানুহতকৈয়ো তেওঁলোকেহে বেচি দৃঢ়তাৰে কাম কৰিবলৈ ধৰিলে। বহুতো মহিলা স্থানীয় আৰু প্ৰাদেশিক কংগ্ৰেছৰ ডিক্টেটৰেই হৈছিল।

লোণ আইন ভংগৰ লগে লগে অহিংস অসহযোগ আৰু আন আন ক্ষেত্ৰলৈকো বিয়পি পৰিল। চৰকাৰটে কিছুমান নিষেধাত্মক অৰ্ডিনেঞ্চ জাৰি কৰি তাৰ সুবিধা কৰি দিলে। অৰ্ডিনেঞ্চ আৰু হুকা-বধাৰ সংখ্যা যিমান বাঢ়িল তাক অমান্য কৰাৰ সুবিধাও সিমানেই বাঢ়িল। যিবিলাক কাম বন্ধ কৰিবৰ কাৰণে অৰ্ডিনেঞ্চ, সেই-বোৰকে কৰাটোৱেই অহিংস অসহযোগৰ কাম হৈ উঠিল। কংগ্ৰেছ আৰু জনসাধাৰণেই আগবাঢ়ি কাম কৰিবলৈ ধৰিলে। আৰু চৰকাৰৰ পক্ষৰপৰা যেতিয়া দেখিলে যে, অৰ্ডিনেঞ্চৰপৰা কোনো কাম হোৱা নাই, তেতিয়া আকৌ নতুন অৰ্ডিনেঞ্চ জাৰি কৰিবলৈ ধৰিলে। কংগ্ৰেছৰ কাৰ্য্যকৰী কমিটীৰ বহুতো সদস্যক ধৰি পেলালে, কিন্তু ধৰিলে কি হ'ব? নতুন সদস্যই আকৌ কাম কৰিবলৈ ধৰিলে। প্ৰত্যেক নতুন অৰ্ডিনেঞ্চ জাৰি কৰাৰ লগে লগে কাৰ্য্যকৰী কমিটীয়েও কি নতুন পন্থা ল'ব লাগিব তাৰ নিৰ্দ্দেশ দি থাকিল। কেৱল বাতৰি কাকতৰ বাহিৰে এইবিলাক নিৰ্দ্দেশ গোটেই দেশে একাতাবদ্ধ হৈ আখৰে আখৰে পালন কৰিবলৈ ধৰিলে।

যেতিয়া বাতৰি-কাকত নিয়ন্ত্ৰণৰ কাৰণে জামিনৰ টকা দাবী কৰি অৰ্ডিনেঞ্চ জাৰি কৰা হ'ল, তেতিয়া কাৰ্য্যকৰী সমিতিয়ে জাতীয়বাদী বাতৰি-কাকতবিলাকক জামিনৰ টকা নিদি প্ৰচাৰ বন্ধ কৰি দিবলৈ নিৰ্দ্দেশ দিলে। বাতৰি-কাকত পৰিচালক-সকলৰ কাৰণে এই নিৰ্দ্দেশ পালন কৰা বৰ টান হৈ উঠিল। কাৰণ তেতিয়া আছিল দেশৰ মানুহ বা-বাতৰিৰ কাৰণে বৰ ব্যগ্ৰ। কেইখনমান নৰমপন্থী বাতৰি-কাকতৰ বাহিৰে সৰহভাগ কাকত বন্ধ হ'ল। ফলত নানা ধৰণৰ গুজব মানুহৰ মাজত বিয়পি পৰিল। কিন্তু এনেকৈ সৰহ দিন নচলিল। নৰমপন্থী বাতৰি-কাকতবিলাকে এই সুযোগতে দাঁও মাৰি লোৱা দেখি বাকীবিলাকে সহিবলৈ টান পালে। ফলত, জাতীয়বাদী বাতৰি-কাকতবিলাক আকৌ প্ৰকাশিত হ'ল।

৫ মে'ৰ দিনা গান্ধীজী গ্ৰেপ্তাৰ হ'ল। পশ্চিম উপকূলত লোণৰ ডিপোবোৰ আৰু লোণৰ গুদামৰ ওপৰত আক্ৰমণ চলিল। এই আক্ৰমণবিলাকত লোণ-আইন অমান্যকাৰীসকলৰ ওপৰত পুলিচ বৰ্ব্বৰতাৰ বহুতো নিৰ্ম্মম ঘটনা ঘটিবলৈ ধৰিলে। বোম্বাই চহৰ আন্দোলনৰ কেন্দ্ৰস্থল হৈ উঠিল আৰু ডাঙৰ ডাঙৰ হৰতাল, শোভা-যাত্ৰা আৰু লাঠীচালনা চলিবলৈ ধৰিলে। লাঠীৰ আঘাতত আহতসকলৰ চিকিৎসাৰ কাৰণে কেইখনমান হাস্পতাল স্থাপন কৰা হ'ল। বোম্বাই ডাঙৰ চহৰ কাৰণে তাত

ঘটা ঘটনাবিলাক বহলকৈয়ে প্ৰচাৰিত হ'বলৈ ধৰিলে। সৰু-সৰু চহৰ আৰু গাঁৱৰ ঘটনাবিলাক সমূলি প্ৰচাৰিত নহ'ল।

জুন মাহৰ শেষৰ ফালে আই আৰু কমলাক লৈ দেউতা বোম্বাইলৈ গৈছিল। তেওঁলোকক বিপুল সম্বৰ্ধনা জনোৱা হয়। তেওঁলোক থাকোঁতেই কেইবাৰমান বৰ বেঁচিকৈ লাঠীচালনা হয়। অৱশ্যে বোম্বাইত ই সচৰাচৰ হৈ থকা ঘটনাই হৈ উঠিছিল। ইয়াৰ পোন্ধৰ দিনৰ পিচত, পুলিচে বাট-ভেটি ধৰোঁতে বিপুল জনতাৰ সৈতে কাৰ্য্যকৰী সমিতিৰ সদস্যসকল আৰু মালব্যজী গোটেই ৰাতি পুলিচৰ সমুখত বাটতে বহিয়েই কটাইছিল।

বোম্বাইৰপৰা ওভতাৰ পিচত ৩০ জুনত দেউতাক গ্ৰেপ্তাৰ কৰিলে। তেখেতৰ লগত ছৈয়দ মামুদো গ্ৰেপ্তাৰ হ'ল। বে-আইনী বুলি ঘোষণা কৰা কংগ্ৰেছৰ অস্থায়ী সভাপতি আৰু সম্পাদক বুলি তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল। তেওঁলোকৰ ছমাহ জেল হ'ল। জনতাৰ ওপৰত গুলী চলোৱাৰ আদেশ পালে পুলিচ বা সৈনিকৰ কৰ্ত্তব্য কি, সেই সম্পৰ্কে এটা বিবৃতি প্ৰচাৰ কৰাই বোধহয় দেউতা গ্ৰেপ্তাৰ হোৱাৰ কাৰণ। এই বিবৃতি সম্পূৰ্ণ আইন সম্পৰ্কীয়। এই সম্পৰ্কত ভাৰতত চলোৱা বৃটিছ আইনৰ সম্পৰ্কে ইয়াত কোৱা হৈছিল। কিন্তু তথাপি সেই বিবৃতিয়ে মানুহক উচটনি দিব আৰু বিপদ ঘটাব বুলি চৰকাৰ পক্ষৰ বৰ ভয় হৈছিল।

বোম্বাইত দেউতাৰ বৰ খাটনি হৈছিল। উপজি-পুৱাৰেপৰা ৰাতি দুপৰলৈকে তেখেত কামতে লাগি থাকিবলগীয়া হৈছিল। প্ৰত্যেক জৰুৰী সিদ্ধান্ত ল'বৰ সময়ত তেখেতেই দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল। আগৰপৰাই তেখেতৰ গা ভাল নাছিল। আগতকৈয়ো বেচি অৱসাদ লৈ উভতি আহি তেখেত চিকিৎসকসকলৰ পৰামৰ্শমতে সম্পূৰ্ণ জিৰণি ল'বলৈ মুচোৰীলৈ যাবলৈ সাজু হৈছিল। কিন্তু যাত্ৰাৰ আগদিনা তেওঁ মুচোৰীৰ সলনি নাইনি চেণ্ট্ৰেল জেলত মোৰ বেৰেকত আহি উপস্থিত হ'ল।

## নাইনি জেলত

সাত বছৰৰ পিচত মই আকৌ জেললৈ উভতি আহিলোঁ। আগৰ জেল-জীৱনৰ কথা প্ৰায় পাহৰিয়েই গৈছোঁ। এই প্ৰদেশত নাইনি চেণ্ট্ৰেল জেল আজি-কালি এখন ডাঙৰ জেলখানা। ইয়াত মই অকলশৰীয়া জেল-জীৱনৰ এটা অভিনৱ অভিজ্ঞতা লাভ কৰিলোঁ। জেলৰ প্ৰকাণ্ড দেৱালৰ মাজত তেইশ শ কাটোঁকিয়ালৰপৰা মোক বেলেগ কৰি এডোখৰ সৰু ঠাইত ৰাখিলে। পোন্ধৰ ফুট ওখ দুৱলীয়াকে বেৰ দিয়া ঠাই—ঘৰটো প্ৰায় এশ ফুট হ'ব। ইয়াৰ মাজতে এটা বিবৰ্ণ, আপচু চাৰিটা ছে'ল থকা দালান। মোক ওচৰা-ওচৰিকৈ দুটা ছে'ল দিলে—এটা থকা ঘৰ, আনটো গা ধোৱা ঘৰ হিচাপে ব্যৱহাৰ কৰিবৰ কাৰণে। আন দুটা ছে'ল কিছু দিন খালি আছিল।

বাহিৰৰ কাম-কাজ এৰি আৰু উত্তেজনাৰপৰা আঁতৰি আহি ইয়াত মোৰ বৰ অকলশৰীয়া আৰু ভাগৰ লগা যেন লাগিল। ভাগৰ লাগিছিল বৰ। প্ৰথম দুই তিনি দিন বৰ শুলোঁ। তেতিয়া জহকালি আৰম্ভ হৈছে। মই বাহিৰত শুবলৈ অনুমতি পালোঁ—ছেলৰ বাহিৰত দেৱাল আৰু দালানৰ মাজৰ ঠেক ঠাইতে শোৱাৰ দিহা হ'ল। মোৰ খাটখন টানকৈ শিকলিৰে বান্ধি দিলে। কিজানি মই সেইখন লৈ পলাওঁ, নহ'লে বা কিজানি সেইখনকে থিয় কৰি দি দেৱাল পাৰ হৈ যোৱাৰ ব্যৱস্থা কৰোঁ—সেই কাৰণেই এই ব্যৱস্থা কৰা হৈছিল। গোটেই ৰাতি নানা ধৰণৰ চিঞৰ-বাখৰ চলে। যিবিলাকে ঘাই দেৱালখন পহৰা দিছিল, তেওঁলোকে ইটোৱে সিটোক লক্ষ্য কৰি চিঞৰি কিবা সঙ্কেত দিয়ে। চিঞৰবিলাক কেতিয়াবা দীঘলীয়া হৈ সৰু হৈ যায়গৈ—যেন বহুত দূৰৰপৰা বতাহৰ শোঁ-শোঁৱানিহে আহি কাণত পৰিছেহি। বেৰেকত ৰাতিৰ পহৰীয়াবিলাকে সিহঁতৰ ভাগৰ ফাটেকিয়ালবিলাকক চিঞৰি চিঞৰি গণনা কৰে আৰু মাজে মাজে বৰ বৰ মাতেৰে চিঞৰে—"চব ঠিক আছে।" জেলৰ বিষয়াসকলেও ৰাতি কেইবাৰমান ঘূৰে, মোৰ বেৰেকলৈকো আহে আৰু ৱাৰ্ডাৰবিলাকৰ লগত চিঞৰি-বাখৰি বা-বতৰা আদান-প্ৰদান কৰে। আন আন ঠাইৰপৰা মোৰ ছেল দূৰত আছিল বুলিয়েই এইবিলাক মাত অস্পষ্টভাৱে শুনিছিলোঁ আৰু প্ৰথমতে তাৰ একো অৰ্থ বুজি নেপাইছিলোঁ। কেতিয়াবা এনেকুৱা লাগিছিল যেন মই ক'ৰবাৰ হাবিৰ দাঁতিত আছোঁহি আৰু খেতিয়কসকলে চিঞৰ-বাখৰ কৰি খেতিৰ পথাৰৰপৰা বনৰীয়া জন্তু খেদিছে আৰু মই যেন হাবিৰ মাজত আছোঁ আৰু বনৰীয়া জন্তুবিলাকে মিলি সিহঁতৰ ৰাতিৰ ঐক্যতান জুৰি দিছে।

চাৰিচুকীয়া বেৰাতকৈ ঘূৰণীয়া বেৰাৰ মাজত থাকিলে ফাটেকিয়াল হৈ থকাৰ বিষয়ে বেচিকৈ সচেতন হোৱা যায়—এয়া মোৰ কল্পনা নে সঁচা ঘটনা মই বিস্মিত হৈ ভাবোঁ। কোনো ফালে চুক কোণ নথকাৰ বাবে আৰু আমনি লাগে। দিনৰ ভাগত দেৱালবিলাকে আকাশখন যেন ভিতৰ সুমুৱাই ৰাখে—অতি ঠেক অকণমান অংশ এটাহে চকুত পৰে। তৃষ্ণাতুৰ চকু মেলি মই দেখোঁ—

"বন্দীবোৰে নীলাকাশ বোলা
অকণমানি নীলা তামিঘৰা;
মাজে মাজে ওপঙি ওপঙি
ঘূৰি ফুৰে মেঘৰ টুকুৰা,
ৰূপ যেন বগা পাল তৰা॥"

ৰাতিৰ এই দেৱালবোৰে মোক আৰু গিলি পেলায়। এনেকুৱা লাগে মই যেন এটা কুৱাৰ একেবাৰেই তলিত বহি আছোঁ। ইয়াৰপৰা তৰাবছা আকাশৰ যি অকণমান মই দেখোঁ, সি আৰু মোৰ মানত বাস্তৱ যেন নেলাগেই। গ্ৰহ-তৰাৰ কৃত্ৰিম মেপ এখন যেন হে লাগে।

মোৰ বেৰেক আৰু যেৰাখিনিক জেলৰ মানুহে বুলিছিল 'কুত্তা-ঘৰ'। ই এটা পুৰণি নাম। মোৰ লগত ইয়াৰ কোনো সংশ্ৰৱ নাই। ভয়ঙ্কৰ চৰিত্ৰৰ আচামী-বিলাক বেলেগাই ৰাখিবৰ কাৰণেই সেইটো সজোৱা হৈছিল। পিচত ইয়াকে ৰাজ-

নৈতিক বন্দী আৰু অন্তৰীণসকলক জেলখানাত বেলেগকৈ ৰাখিবৰ কাৰণে ব্যৱস্থা কৰা হৈছে। দেৱালৰ সমুখতে অলপ দূৰত গম্বুজৰ নিচিনা কিবা এটা খিৰ হৈ থকা দেখি মোৰ বৰ আমনি লাগিছিল। সেইটো দেখিবলৈ এটা প্ৰকাণ্ড সজাৰ দৰে আৰু তাৰ মাজত কিছুমান মানুহ ঘূৰি ফুৰিছে। পিচত বুজিলোঁ সেইটো পানী তোলা পাম্প। একোবাৰত যোলজনকৈ মানুহ লগাই পানী তোলা হয়। মানুহৰ যেনেকৈ সকলোতে অভ্যাস হৈ যায়, মোৰো তেনেকৈ তাত অভ্যাস হৈ গ'ল। অথাপি সদায় মোৰ ভাব হৈছিল—মানুহৰ শ্ৰমশক্তি তেনেকৈ খটুৱাটো নিৰ্ব্বুদ্ধিতা আৰু বৰ্ব্বৰতা মাত্ৰ। তাৰ ফালে চালেই মোৰ চিৰিয়াখানাৰ কথা মনলৈ আহে।

কিছু দিন মোক যেৰৰ বাহিৰত ব্যায়ামৰ কাৰণেই হওক বা আন কোনো কাৰণতে হওক যাবলৈ দিয়া নইছিল। পিচত অতি পুৱাতে এন্ধাৰে-মুধাৰেই মোক আধা ঘণ্টাৰ কাৰণে বাহিৰত ঘাই দেৱালৰ ওচৰত খোজকাঢ়িবলৈ বা লৰিবলৈ দিছিল। এই ব্যৱস্থাৰ কাৰণ আছিল যাতে আন আন ফাটেকিয়ালবিলাকে মোক দেখিবলৈ নেপায় বা মোৰ সংস্পৰ্শত আহিব নোৱাৰে। বাহিৰৰ খোলা বতাহত ব্যায়াম কৰাৰ এই অকণমান সময়খিনিৰ মই যিমান দূৰ পাৰোঁ সদ্ব্যবহাৰ কৰিছিলোঁ। মই দৌৰিছিলোঁ আৰু ক্ৰমে ক্ৰমে বঢ়াই বঢ়াই দুমাইলৈকে দৌৰিবলৈ লৈছিলোঁ।

মই ৰাতিপুৱা চাৰি বাজত, কেতিয়াবা আন কি তিনিমান বজাতে শোৱাপাটী এৰিছিলোঁ। তেতিয়াও ভালকৈয়ে এন্ধাৰেই থাকে। মোক যিখিনি পোহৰ দিয়া হৈছিল, সি পঢ়া-শুনা কৰাৰ কাৰণে যথেষ্ট নহয় কাৰণে মই সোনকালেই শুই থাকোঁ। শেহৰাতি টোপনি ভাগি যায়। তৰাবিলাক চাই চাই মোৰ বৰ ভাল লাগে। আগৰ চিনাকি তৰাৰ থুপৰ স্থান দেখি মই সময় কিছু অনুমান কৰি লওঁ। মোৰ শোৱাপাটীৰপৰাই আকাশৰ ধ্ৰুৱতৰা সদায় দেখিবলৈ পাওঁ। তাকে দেখিলেই মোৰ মনটো বৰ ভাল লাগে। ঘূৰি ফুৰা তৰাবিলাকৰ মাজত ধ্ৰুব নক্ষত্ৰটো যেন আনন্দৰ চিৰস্থিৰ অম্লান প্ৰতীক।

এমাহ মোৰ কোনোকালেই লগৰীয়া নাছিল। পিচে মই অকলে থাকিব লগা হোৱা নাছিল। ওৱাৰ্ডাৰ আছিল, ফাটেকিয়াল অভাৰছিয়াৰ আছিল, আৰু মোৰ বন্ধা আৰু আন আন কামৰ কাৰণে এজন ফাটেকিয়াল আছিল। দীঘলীয়াকৈ জেল খটা ফাটেকিয়াল-পহৰাবিলাকে মাজে মাজে কাম-কাজৰ কাৰণে সেইপিনে অহা-যোৱা কৰিছিল। যাৱজ্জীৱন কাৰাদণ্ড বুলিলে বিছ বছৰ বা তাৰ কম সময় বুজায়। কিন্তু এই জেলত এনে বহুতকে দেখিলোঁ, যিসকলে বিছ বছৰৰ বেচি কালো আছে। নাইনিত এটা লেখত ল'বলগীয়া ঘটনা দেখা পাইছিলোঁ। প্ৰত্যেক ফাটেকিয়ালৰ কান্ধৰ ওপৰত কাপোৰত এডোখৰ কাঠ লগোৱা থাকে। তাতে তাৰ নামৰ নম্বৰ, জেল হোৱাৰ চমু বিৱৰণ আৰু মুকলি হোৱাৰ তাৰিখ লিখা থাকে। এজন ফাটেকিয়ালৰ তেনেকুৱা কাঠত লিখা দেখিলোঁ তাৰ মুক্তিৰ দিন ১৯৯৬ চন। ১৯৩০ চনতে কেইবছৰমান তাৰ জেল খটা শেষ হৈছে। মানুহটো মাজ-বয়সীয়া। কিজানি তাৰ বিৰুদ্ধে কিছুমান কাৰাদণ্ডৰ বিধান হৈছে আৰু সেই আটাইবোৰ যোগ কৰি ৭৫ বছৰ হৈছেগৈ।

এই 'লাইফাৰ'বিলাকে বছৰৰ পিচত বছৰ ধৰি ল'ৰা-ছোৱালী, তিৰোতা মানুহ,

আন কি জীৱ-জন্তুবো মুখ দেখিবলৈ নেপায়। বহিৰ্জগতৰ লগত সিহঁতৰ যোগ-সূত্ৰ ছিগি গৈছে। মানুহৰ সঙ্গ সিহঁতে নেপায়। বহি বহি সিহঁতে কেৱল ভাবি থাকে। ভয়, প্ৰতিহিংসা, ঘিণ আৰু খঙৰ চিন্তাই মনটো ভৰাই পেলায়। জগতত যে কিবা ভাল আছে, দয়া আছে, আনন্দ আছে, সেইবিলাক সিহঁতে পাহৰি যায়। কেৱল বেয়াৰ মাজতে সিহঁতে থাকে। লাহে লাহে সিহঁতৰ ঘিণ নামি আহে আৰু জীৱনটো ক্ৰমে ক্ৰমে প্ৰাণহীন যন্ত্ৰৰ দৰে নিয়মানুৱৰ্ত্তিতাত পৰিণত হয়। লোকৰ পৰিচালনাত সিহঁতে উঠা-বহা কৰে। এজনৰ লগত সিহঁতৰ আন এজনৰ কোনো পাৰ্থক্য নাইকিয়া হৈ পৰে আৰু আৰু একমাত্ৰ ভয়ৰ বাহিৰে সিহঁতৰ আৰু আন কোনো অনুভূতি নোহোৱা হয়গৈ। নিৰ্দ্দিষ্ট সময়ত ফাটেকিয়ালবিলাকৰ জোখ লোৱা হয় ওজন কৰা হয়, কিন্তু মন আৰু আত্মাক যে ওজন কৰিব নোৱাৰি! সি বন্ধ আবেগৰ মাজত দুখ-কষ্টৰ নিষ্ঠুৰ পাৰিপাৰ্শ্বিকতাৰ মাজত লাহে লাহে শুকাই খীণাই যায়। মানুহে মৃত্যুদণ্ডৰ বিৰুদ্ধে যুক্তি দিয়ে, তেওঁলোকৰ যুক্তিবিলাক শুনি মোৰ ভালো লাগে। কিন্তু জেলখানাত যেতিয়া দেখিবলৈ পাওঁ, বহু দিন ধৰি মানুহে একে দুখ-কষ্ট ভুগিব লাগিছে, তেতিয়া মোৰ মনত ভাব হয়—মানুহক এনেকৈ তিল তিলকৈ হত্যা কৰাতকৈ মৃত্যুদণ্ড বহুত ভাল। এদিন এজন 'লাইফাৰ' আহি মোক সুধিছিল—"আমাৰ কি হ'ব? স্বৰাজ হ'লে আমি এই নৰকৰপৰা বাহিৰ ওলাব পাৰিম নে বাৰু?"

এই 'লাইফাৰ'বিলাক কোন? ইহঁতৰ সৰহভাগেই ডাকাইতি মকৰ্দ্দমাৰ আচামী। পঞ্চাছৰপৰা এশ জনলৈকে একেলগে জেলত পৰিছে। ইহঁতৰ মাজত কোনো কোনো দোষী হ'ব পাৰে, কিন্তু সৰহভাগেই অপৰাধী হয় নে নহয়, সেই বিষয়ে মোৰ সন্দেহ আছে। এই ধৰণৰ মকৰ্দ্দমাত মানুহক লেটিয়াই দিয়াটো অতি সহজ। এজন ৰাজ-সাক্ষীৰ (এপ্ৰুভাৰ) সাক্ষ্য আৰু অলপ চিনাক্তকৰণেই যথেষ্ট। আজি-কালি ডকাইতিৰ সংখ্যা বাঢ়িছে, লগে লগে জেলৰ লোকসংখ্যাও বাঢ়িছে। মানুহে খাবলৈ নেপালে কৰে কি? জজ আৰু মেজিষ্ট্ৰেটসকলে অপৰাধ বৃদ্ধি হোৱাৰ কথা ৰটনা কৰাত পটু; কিন্তু চকুৰ আগত দেখি থকা অৰ্থনৈতিক কাৰণ-বিলাক হ'লে নেদেখে।

তাৰ পিচত হ'ল খেতিয়কসকল। কিজানি মাটিৰ অধিকাৰ লৈ মৰামৰি কৰিছে, নিৰ্ভয়ে লাঠী চলাইছে, কোনো কোনো চাগে মৰিছেও আৰু তাৰ ফলত অনেকৰ যাৱজ্জীৱন বা দীঘলীয়াকৈ ফাটেক। এনেকুৱা হৈছে—এটা পৰিয়ালৰ গোটেইবিলাক মতা মানুহেই তিৰোতাসকলক ভাগ্যৰ হাতত সঁপি দি জেললৈ আহিব-লগীয়া হৈছে। এওঁলোকৰ এজনো অপৰাধ কৰা ধৰণৰ মানুহ নহয়। এইবিলাক ধুনীয়া ডেকা সাধাৰণ গাঁৱৰ মানুহতকৈ শাৰীৰিক মানসিক দুয়ো প্ৰকাৰেই উন্নত। এওঁলোকক অলপ শিক্ষা, বেলেগ বিষয়ত নিয়োগ কৰাৰ চেষ্টা বা কোনো ব্যৱসায় শিক্ষা দিলে এওঁলোক দেশৰ সম্পদ হিচাপে গণ্য হ'ব পাৰে।

অৱশ্যে ভাৰতীয় জেলত অপৰাধ কৰাত অভ্যস্ত হৈ পৰা, লোকক উৎপীড়ন কৰা সমাজৰ শত্ৰু ভয়ঙ্কৰ চৰিত্ৰৰ ফাটেকিয়াল আছে। কিন্তু জেলখানাত মই দেখি আচৰিত হওঁ, এনেকুৱা বহুতো ল'ৰা, ডেকা আৰু বুঢ়া আছে যিসকলক মই

চকুন্দ্ৰিদি বিশ্বাস কৰিব পাৰোঁ। প্ৰকৃত দোষী আৰু এনে ধৰণৰ ফাটেকিয়ালৰ মাজত পড়ে কিমানকৈ পৰে মই নেজানে। আৰু বোধহয় কিজানি জেলৰ কর্তৃপক্ষৰ কাৰো মনত এনেকুৱা পার্থক্যৰ কথা ভাবেই হোৱা নাই। নিউ ইয়র্কৰ ছিং ছিং জেলৰ ওৱাৰ্ডেন লুইছ, ই, লজে এই বিষয়ে বহুতো তথ্য লিখিছে। তেওঁৰ মতে তেওঁৰ জেলখানাৰ জনসংখ্যাৰ শতকৰা পঞ্চাছ জনেই অপৰাধ কৰা মনোবৃত্তিৰ মানুহ নহয়। শতকৰা পঁচিশ জনে ঘটনা আৰু অৱস্থাৰ পাকত পৰি অপৰাধ কৰিছে। বাকী পচিশজনৰ অন্ততঃ আধাখিনি অৱশ্যে সমাজৰ পক্ষে বিপজ্জনক। সকলোৱে জানে যে গাঁও অঞ্চলতকৈ আধুনিক সভ্যতাৰ কেন্দ্ৰ ডাঙৰ ডাঙৰ চহৰবিলাকত অপৰাধ কৰা মনোবৃত্তিৰ মানুহ সৰহ। আমেৰিকা দল বান্ধি ডকাইতি কৰাৰ কাৰণে বিখ্যাত। আৰু এই শ্ৰেণীৰ ভয়ঙ্কৰ চৰিত্ৰৰ অপৰাধীবিলাকৰ থকা ঠাই হিচাপে ছিং ছিং জেলো ভালকৈয়ে জনাজাত হৈ পৰিছে। তথাপি এই জেলৰ ওৱাৰ্ডেনৰ মতে মাত্ৰ শতকৰা ছাৰে বাৰজন ফাটেকিয়ালহে প্ৰকৃততে বেয়া। মোৰ মতে ভাৰতীয় জেলত এই হাৰ যে আৰু কম, তাক নিঃসন্দেহে ক'ব পাৰি। আৰু বেচি ভাল অর্থনৈতিক ব্যৱস্থা, আৰু বেচি কাম পোৱাৰ ব্যৱস্থা আৰু শিক্ষা-বিস্তাৰ কৰিলে আমাৰ জেলখানাবিলাকত ফাটেকিয়াল একেবাৰেই নোহোৱা হৈ যাব পাৰে। অৱশ্যে তাক কৃতকার্য্য কৰিবৰ হ'লে বৰ্ত্তমান সমাজব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন কৰিব লাগিব, কিন্তু তাৰ সলনি বৃটিছ চৰকাৰে পুলিচৰ সংখ্যা বঢ়াইছে আৰু জেলখানাহে বহলাইছে। ভাৰতবৰ্ষত ফাটেক খোৱা মানুহৰ সংখ্যা অতি বেচি। নিখিল ভাৰত ফাটেকিয়াল সাহায্য সমিতিৰ সম্পাদকে সিদিনা যি বিবৃতি দিছে তাৰপৰা দেখা যায় যে, ১৯৩৩ চনত একমাত্ৰ বোম্বাই প্ৰদেশতে এক লাখ আঠাইশ হেজাৰ মানুহ জেললৈ গৈছিল। সেই বছৰ বঙ্গদেশত জেলখোৱা মানুহৰ সংখ্যা এক লাখ ছাব্বিছ হেজাৰ। আন আন প্ৰদেশৰ সংখ্যা মই পোৱা নাই। যদি দুয়োখন প্ৰদেশৰ সংখ্যা প্ৰায় তিনি লাখ হয় তেন্তে গোটেই ভাৰতত জেলখোৱা মানুহৰ সংখ্যা দহ লাখ হ'ব। এই সংখ্যাৰ মাজত অৱশ্যে স্থায়ী বাসিন্দাৰ হিচাপ ধৰা হোৱা নাই। ফাটেকিয়ালৰ এটাই বুজন অংশ কিছু দিনৰ কাৰণে ফাটেক খাটে। জেলৰ স্থায়ী বাসিন্দা তুলনাত কম হ'লেও সংখ্যাত বৰ কম নহয়। ভাৰতৰ কেইখন-মান প্ৰধান প্ৰদেশৰ জেলবিভাগ জগতৰ ভিতৰতে আটাইতকৈ ডাঙৰ বুলি কোৱা হয়। তাৰ ভিতৰত যুক্তপ্ৰদেশেও এই সন্দেহজনক সন্মান লাভ কৰিছে। আৰু এই প্ৰদেশৰ জেলখানা বিভাগ আগৰ দৰেই এতিয়াও বৰ পিচ পৰা আৰু প্ৰতিক্ৰিয়াশীল। ফাটেকিয়ালক কেতিয়াও মানুহ বুলি গণিতা কৰা নহয়; গতিকেই তাৰ মানসিক উন্নতি সাধন কৰাৰ কোনো দিহা নাই। কিন্তু ফাটেকিয়ালক বন্ধ কৰি ৰখাৰ ব্যৱস্থাত যুক্তপ্ৰদেশৰ জেল-বিভাগে সকলোকে চেৰ পেলাইছে। এই কঠোৰ বান্ধৰ মাজৰপৰা অতি কম মানুহেই পলাবৰ যত্ন কৰে আৰু দহ হেজাৰৰ মাজত এজনেও পলাব পাৰে নে নোৱাৰে সন্দেহ।

পোন্ধৰ বছৰীয়া বা তাতকৈ বেচি বয়সীয়া বহুতো ল'ৰা ফাটেকিয়াল। জেলত এটা দুখলগা দৃশ্য! সৰহভাগেই বুদ্ধিমান ল'ৰা আৰু সুযোগ পালে ইহঁত সহজে ভাল হ'ব পাৰে। এতিয়া এওঁলোকক ক-ক-ম-ম শিকোৱাৰ ব্যৱস্থা হৈছে হয়,

কিন্তু জেলৰ আন আন ব্যৱস্থাৰ নিচিনাকৈ ইয়ো অতি অসম্পূৰ্ণ আৰু নিষ্ফল। ইহঁতে খেল-ধেমালিৰ সুযোগ কমেই পায়; কোনো ৰকমৰ বাতৰি-কাকতো পঢ়িবলৈ নেপায়, কিতাপ পঢ়িবলৈকো সিহঁতক দিয়া নহয়। বাৰ ঘণ্টা বা তাৰো বেচি সময় আটাইবিলাক ফাটেকিয়ালকে তলা মাৰি বন্ধ কৰি থোৱা হয়—দীঘলীয়া আবেলিটো আৰু সিহঁতৰ কৰিবলৈ একো নেথাকে।

তিনি মাহৰ ভিতৰত এবাৰ মাত্ৰ বাহিৰৰ মানুহৰ লগত দেখা কৰিবলৈ দিয়া হয়। চিঠিৰো তেনেকুৱাই, অসম্ভৱ দীঘলীয়া এছোৱা কাল। তাকো বহুত ফাটেকিয়ালে নেপায়। কোনোবা যদি নিৰক্ষৰ হয়, সৰহভাগ নিৰক্ষৰেই অৱশ্যে, তেন্তে সিহঁতৰ চিঠি লিখি দিবৰ কাৰণে কোনোবা জেল-কৰ্ম্মচাৰীকে বিশ্বাস কৰি এৰি দিবলগীয়া আৰু সেই কৰ্ম্মচাৰীয়েও নো আন কামৰ লগতে আৰু এটা কাম যোগ দিব কিয়? গতিকে সাধাৰণতে এৰা দি ফুৰে। আৰু কেতিয়াবা লিখিলেও ঠিকনাটো ঠিক কৈ নিলিখে আৰু লাভৰ ভিতৰত চিঠিখন গৈ নেপায়গৈ। দেখা কৰাত যে আৰু আহুকাল। প্ৰায় সদায়েই কোনোবা জেল-কৰ্ম্মচাৰীক সন্তুষ্ট কৰিব পাৰিলেহে দেখা কৰাটো সম্ভৱ হয়। প্ৰায়েই ফাটেকিয়ালক এখন জেলৰপৰা আন এখন জেললৈ বদলি কৰা হয় আৰু মানুহে আহি তেওঁলোকক বিচাৰি উলিয়াব নোৱাৰা হয়। মই বহুত ফাটেকিয়ালক লগ পাইছোঁ যি বহু বছৰ ধৰি তেওঁলোকৰ পৰিয়ালৰ লগত কোনো ধৰণৰ যোগাযোগ ৰাখিব পৰা নাই আৰু কি হৈছে, নাই হোৱা একো জানিব পৰা নাই। তিনি মাহ বা তাতকৈয়ো বেচি দিনৰ পিচত দেখা সাক্ষাতৰ সুবিধা হ'লেও অতি অসাধাৰণ বিধৰ হয়। এদল ফাটেকিয়াল আৰু তেওঁলোকক লগ পাবলৈ অহা মানুহক তাঁৰৰ বেৰৰ দুয়ো কাষে থিয় কৰোৱা হয় আৰু সকলোৱে একেলগে চিঞৰি-বাখৰি কথা কয়। একেলগে ইমানবিলাক মানুহৰ দেখা-সাক্ষাতৰ ব্যৱস্থাত অন্তৰৰ ভাব বিনিময়ৰ সুবিধা নেথাকে।

অতি কম ফাটেকিয়ালেহে (ইউৰোপীয়ৰ বাহিৰে হেজাৰত এজনৰ বেচি নহয) ভাল খোৱা বস্তু আৰু ঘনাই দেখা কৰাৰ বা চিঠি লিখাৰ সুবিধা পায়। ৰাজনৈতিক অহিংস অসহযোগ আন্দোলনৰ সময়ত যেতিয়া হেজাৰ হেজাৰ বন্দীৰে জেলখানা ভৰি যায়, তেতিয়া সেই সংখ্যা কিছু বাঢ়ি যায়। ৰাজনৈতিক ফাটেকিয়ালক পুৰুষেই হওক বা তিৰোতাই হওক শতকৰা পঞ্চানব্বৈজনকে সাধাৰণ ফাটেকিয়ালৰ দৰেই ব্যৱহাৰ কৰা হয় আৰু কোনো বিশেষ সুবিধা তেওঁলোকক দিয়া নহয়।

বিপ্লৱী কামৰ অপৰাধত যিসকলৰ দীঘলীয়াকৈ জেল হৈছে বা যাৱজ্জীবন কাৰাদণ্ডৰ আদেশ হৈছে, তেওঁলোকক বহুত দিনৰ কাৰণে নিৰ্জ্জন জেল-ঘৰত ৰখা হয়। মোৰ বিশ্বাস, যুক্তপ্ৰদেশত এই ধৰণৰ ফাটেকিয়ালক সাধাৰণতে নিৰ্জ্জন চেলত বন্দী কৰি ৰখা হয়। কিন্তু নিয়মমতে জেলৰ নিয়ম ভংগ কৰাৰ বিশেষ শাস্তি হিচাপে নিৰ্জ্জন কাৰাদণ্ডৰ ব্যৱস্থা কৰা হয়। কিন্তু এইসকল ফাটেকিয়াল যাৰ অধিকাংশই ডেকা-বয়সৰ তেওঁলোকো এনেকৈয়ে ফাটেকিয়াল হৈ থাকিবলগীয়া হয়; অথচ জেলখানাত তেওঁলোকৰ আচৰণ আনৰ আৰ্হিস্বৰূপ হৈ উঠিব পাৰিলেহেঁতেন। এনেকৈ দিয়া শাস্তিৰ লগত জেল-কৰ্তৃপক্ষই একেবাৰেই যুক্তিহীনভাৱে আৰু এটা ভয়াবহ শাস্তি যোগ কৰি দিয়ে। আচৰিত কথা, কোনো জেলৰ আইনৰ

লগত ইয়াৰ সামঞ্জস্য নাই। নিজান ফাটেক অলপ দিনৰ কাৰণে হ'লেও অতি কষ্টকৰ; তাকে বছৰৰ পিচত বছৰ ধৰি চলাবলগীয়া হ'লে সি এটা নিদাৰুণ কঠোৰতা হৈ পৰে। তাৰপৰা লাহে লাহে মানসিক অধোগতি হয়, ক্ৰমে পাগল হোৱাৰ উপক্ৰম হয়, মুখত এটা শূন্য শূন্য ভাব দেখা যায়; চকুত ভয়খোৱা জন্তুৰ দৰে চাৱণি। মনটো অকণ অকণকৈ তললৈ গৈ থাকে, আত্মাটো যেন টুকুৰা-টুকুৰ হৈ গৈ থাকে। তাৰ পিচতো যদি কোনোবা জীয়াই থাকেগৈ, তেন্তে সি অস্বাভাৱিক ধৰণৰ হৈ পৰে, জগতৰ লগত একেবাৰেই খাপ নোখোৱা হৈ পৰে। এটা প্ৰশ্ন সদায় উঠে—এই মানুহটো বাৰু কোনোটো অপৰাধৰ কাৰণে দায়ী নে চাগৈ? ভাৰতৰ পুলিচব্যৱস্থাই সকলোকে সন্দেহৰ চকুৰে চায়; ৰাজনৈতিক ক্ষেত্ৰত আৰু বেচি।

ইউৰোপীয় বা ইউৰোছীয় ফাটেকীয়ালবিলাকৰ অপৰাধ যিয়েই নহওক, বাছবিচাৰ নোহোৱাকৈ সকলোৱেই উচ্চশ্ৰেণীৰ ফাটেকীয়াল হয় আৰু ভাল খোৱা বস্তু, কম কাম, অইনতকৈ বেচি ঘনাই ঘনাই দেখা-শুনা আৰু চিঠিপত্ৰ পায়। সপ্তাহত এবাৰকৈ পাদ্ৰীসকলৰ লগত দেখা-সাক্ষাত কৰিব পৰাৰ কাৰণে বাহিৰৰ ঘটনাৱলীৰ লগত সংযোগ ৰাখিব পাৰে। পাদ্ৰীসকলে সিহঁতৰ বিদেশী সচিত্ৰপত্ৰিকা বা ব্যঙ্গকৌতুকৰ আলোচনী আদি আনি দিয়ে আৰু আৱশ্যক হ'লে পৰিয়ালবৰ্গৰ লগত খবৰ-বাতৰি-আদি সৰবৰাহ কৰে।

ইউৰোপীয় ফাটেকীয়ালবিলাকৰ বিশেষ সুবিধাৰ কাৰণে কোনেও সিহঁতক ঈৰ্ষা নকৰে, কিয়নো সিহঁত সংখ্যাত অতি কম। কিন্তু পুৰুষেই হওক বা তিৰোতাই হওক, আন ফাটেকীয়ালৰ প্ৰতি মানৱোচিত ব্যৱহাৰৰ অভাৱ দেখি মনত বৰ দুখ লাগে। কোনো ফাটেকীয়ালকে মানুহৰ দৰে ব্যৱহাৰ কৰা নহয় আৰু সিহঁতৰ লগত তেনেকুৱা ব্যৱহাৰো কৰা নহয়। ৰাষ্ট্ৰৰ শাসনযন্ত্ৰৰ অমানুষিক দমননীতি কিমান তললৈ যাব পাৰে তাৰ নিদৰ্শন দেখা যায় জেলসমূহত। অকণো ভ্ৰুক্ষেপ নোহোৱাকৈ চলি আছে এই যন্ত্ৰ। ইয়াত যিয়েই আহি পৰে তাকে ভাঙিছিঙি গুড়ি কৰি পেলায়। এই যন্ত্ৰটো অবিৰাম চলি থাকিবৰ উদ্দেশ্যেৰেই জেলৰ নিয়ম-বিধি ৰচনা কৰা হৈছে। আত্মমৰ্য্যাদাৰ জ্ঞান থকা মানুহে এই হৃদয়হীন যন্ত্ৰৰ বাঙ্গৰ মাজত সদায় মনত কষ্ট অনুভৱ কৰে। মই দেখিবলৈ পাইছোঁ এই নিৰানন্দ নিষ্ঠুৰ ব্যৱস্থাত দীঘলীয়াকৈ জেল খটা ফাটেকীয়ালৰ মন কেতিয়াবা ভাগি পৰে আৰু নিঃসহায় সৰু ল'ৰা-ছোৱালীৰ দৰে কান্দিবলৈ ধৰে। যাতে সিহঁতৰ মুখত অকণমান হাঁহি, এটি আনন্দৰ ৰেখা বা কৃতজ্ঞতাৰ চিন ফুটি উঠিব পাৰে, এনেকুৱা অকণমান সহানুভূতিপূৰ্ণ কথা দু-আষাৰ, অকণমান উছাহ, জেলখানাৰ ভিতৰত যে কিমান আপুৰুগীয়া।

তথাপি ফাটেকীয়ালবিলাকৰ নিজৰ ভিতৰতে দয়া, উদাৰতা আৰু বন্ধুত্বৰ নানান মৰ্ম্মস্পৰ্শী উদাহৰণ দেখিবলৈ পোৱা যায়। এবাৰ এজন কণা সচৰাচৰ জেল খোৱা ফাটেকীয়াল তেৰ বছৰৰ মূৰত মুক্তি পায়। বহুদিনৰ মূৰত সি বাহিৰলৈ যাবলৈ ওলাইছে। জেলৰ বাহিৰৰ জগতখনত তাৰ কোনো বন্ধু নাই, কোনো আশ্ৰয় নাই। তাৰ লগৰীয়া ফাটেকীয়ালবিলাকে তাক সহায় কৰিবৰ কাৰণে আগবাঢ়ি আহিল; কিন্তু সিহঁতৰ সাধ্যই নো কিমান? এজনে তাক জেল-কাৰ্য্যালয়ত জমা

দিয়া কামিজটো দান কৰিলে আৰু এজনে দুই-চাৰিখন কাপোৰ দিলে। তৃতীয়জনে সেইদিনা বাতিপুৱাই এযোৰ নতুন 'ছেণ্ডেল' পাইছিল আৰু গৰ্ব্বেৰে মোক দেখুৱাইছিল। জেলত ই এটা দুৰ্লভ সম্পদ। যেতিয়া সি দেখিলে অৰ বহু বছৰৰ এজন কণা লগৰীয়া সুদা ভৰিৰে বাহিৰলৈ যাব খুজিছে, সি নিজ ইচ্ছাৰেই তাৰ নতুন ছেণ্ডেল যোৰ তাক দি দিলে। মোৰ মনত তেতিয়া ভাব হ'ল বাহিৰৰ জগততকৈ এই জেলখানাত দয়া-দাক্ষিণ্য বৰ বেচি।

১৯৩০ চনটো বহুতো নাটকীয় আৰু উদ্দীপনাময় ঘটনাৰে ভৰা। গোটেই জাতিক উৎসাহত অনুপ্ৰাণিত কৰি তোলাত গান্ধীজীৰ শক্তি যে কি আচৰিত! তাৰ মাজত যেন যাদু আছে। মনত পৰিল গোখলেই এবাৰ তেওঁৰ কথা কৈছিল—তেওঁ ধূলিৰপৰাও বীৰ সৃষ্ট কৰিব পাৰে। জাতীয় মহৎ উদ্দেশ্য সাধন কৰাৰ উপায় স্বৰূপে শান্তিপূৰ্ণ অহিংস অসহযোগ আন্দোলন কাৰ্য্যকৰী বুলি প্ৰমাণিত হ'ল। বন্ধুৱেই হওক, বিৰোধীয়েই হওক, দেশৰ সকলোৰে এটা বিশ্বাস অন্তৰে অন্তৰে গঢ় লৈ উঠিল যে, আমি সকলোৱেই মুক্তিৰ ফালে আগবাঢ়ি গৈছোঁ। আন্দোলনত যিসকলে যোগ দিছিল, অদ্ভুত উন্মাদনাত তেওঁলোকৰ অন্তৰ ভৰি পৰিছিল—এই উন্মাদনাই জেলৰ ভিতৰতো দেখা দিলে। সাধাৰণ ফাটেকিয়ালেও ক'বলৈ ধৰিছে "স্বৰাজ আহিছে" তাৰ কাৰণে সিহ'তে নিজৰ নিজৰ স্বাৰ্থ আৰু সুবিধাৰ আশা পূৰণ হ'বলৈ আশাপালি থাকিল। ওৱাৰ্ডাৰবিলাকে বজাৰত কোবামেলা শুনি আহি স্বৰাজ অতি ওচৰতে বুলি ভাবিবলৈ ধৰিলে, জেলৰ ক্ষুদ্ৰ বিষয়াজনো কিছু চঞ্চল হৈ উঠিল।

জেলত আমি কোনো দৈনিক বাৰ্তাৰ-কাকত নেপাইছিলে, এখন হিন্দী সাদিনীয়া কাকত আহে। তাতে যিমানখিনি বাৰ্তাৰ পোৱা যায় সিয়েই আমাৰ কল্পনা উদ্দীপ্ত কৰি তোলে। সদায় লাঠীচালনা, কেতিয়াবা গুলীচালনা, ছোলাপুৰৰ সামৰিক আইন আৰু জাতীয় পতাকা হাতত লৈ ফুৰোৱাৰ কাৰণে দহ বছৰ ফাটেক। আমাৰ জনসাধাৰণ, বিশেষকৈ তিৰোতাসকলে গোটেই দেশতে যেনেকৈ কাম কৰিছে, তাত আমাৰ মনত গৰ্ব্বই অনুভৱ হয়। মোৰ আই, মোৰ পৰিয়াৰ, ভনী, আৰু সম্বন্ধীয়া ভনী আৰু বান্ধৱীসকলৰ কাৰ্য্যকলাপত মই বৰ সন্তোষ পাইছিলোঁ। মই যদিও জেলখানাত তেওঁলোকৰপৰা আঁতৰি আছোঁ, তথাপি আমি যেন আগতকৈয়ো ঘনিষ্ঠ হৈছোঁ; এটা মহৎ উদ্দেশ্যৰ কৰ্ম্মসূত্ৰই যেন আমাক নতুন এটা মৰমৰ বান্ধেৰে বান্ধি পেলালে। সহকৰ্ম্মীৰ বিৰাট গোষ্ঠীৰ লগত আমাৰ পৰিয়ালটো যেন মিলি গ'ল। অথচ পুৰণি মৰম-চেনেহৰ টান সমানেই বৈ গ'ল। নিজৰ অসুখীয়া গালৈকো আওকাণ কৰি কমলাই অন্ততঃ কিছু দিনলৈ যেনেকৈ কাম কৰিবলৈ ধৰিলে, সেই বাৰ্তাৰত মোৰ বিস্ময়ৰ সীমা নাইকিয়া হৈ গ'ল।

মই জেলত বহুদূৰ নিশ্চিন্ত হয়েই কাল কটাইছোঁ। অথচ বাহিৰত বহুতে কত বিপদ-বিঘিণিৰ সন্মুখীন হৈ কষ্ট ভোগ কৰিছে, এই চিন্তাৰ ভাৰ আৰু মই সহিব নোৱাৰাত পৰিলোঁ। বাহিৰলৈ ওলাই যাবৰ কাৰণে প্ৰাণে মোৰ আকুলি-বিকুলি কৰি আছে, অথচ উপায় নাই। অৱশেষত মই জেলৰ মাজতে কঠোৰভাৱে জীৱন কটাবলৈ ধৰিলোঁ। মই সদায় তিনি ঘণ্টামান মোৰ নিজৰ হাতৰত সূতা

কাটোঁ আৰু জেল-কৰ্তৃপক্ষৰ অনুমতি লৈ আৰু ২-৩ ঘণ্টা সময় বহুল ফিটা (নেওৱাৰ) বওঁ। এই কামবিলাক মোৰ ভাল লাগিছিল। তাত বৰ বেচি পৰিশ্ৰমো নাই, বিশেষ মনোযোগো দিবে নেলাগে, অথচ মনৰ উত্তেজনা বহুতখিনি শান্ত হয়। মই অতি বেচি পঢ়াশুনা কৰিছিলোঁ। আন সময়ত ঠাই সৰা, নিজৰ কানি-কাপোৰ ধোৱা কামো কৰিছিলোঁ। মই ইচ্ছা কৰিয়েই শাৰীৰিক পৰিশ্ৰম কৰোঁ, কাৰণ মোৰ বিনাশ্ৰম কাৰাদণ্ড হৈছিল।

বাহিৰৰ ঘটনাৱলীৰ বিষয় চিন্তা আৰু জেলৰ দৈনন্দিন কাম, ইয়াকে লৈয়েই নাইনি জেলত মোৰ দিন কাটিবলৈ ধৰিলে। ভাৰতীয় জেলৰ অৱস্থা পৰ্য্যবেক্ষণ কৰি কৰি মোৰ ভাব হ'ল, ই যেন ভাৰতত বৃটিছ চৰকাৰৰ দৰেই। শাসনযন্ত্ৰত যোগ্যতা আৰু পটুতাৰ অভাৱ নাই; দেশৰ ওপৰত ই চৰকাৰৰ ক্ষমতা অটুট ৰাখিছে, অথচ দেশৰ মানুহৰ সম্পৰ্কে প্ৰায় অকণো চেতনা নাই। বাহিৰৰপৰা চালে জেলখানাৰ কাম-কাজ অতি যোগ্যতাৰে চলোৱা হৈছে যেন লাগে। অৱশ্যে সৰহ ক্ষেত্ৰতে সি সচাঁও, কিন্তু যিসকল দুৰ্ভাগীয়া ইয়ালৈ আহিবলগীয়া হয়, তেওঁলোকৰ উন্নতিৰ কাৰণে সহায় কৰা যে জেলৰ ঘাই কাম, সেই কথা কোনোবাই ভাবে যেন নেলাগে। সিহ'তক ভাঙি পেলা, মোহাৰি পেলা'—এই ভাবেই সকলোতে। যাতে তেওঁলোক যেতিয়া বাহিৰলৈ ওলাই যাব, তেওঁলোকে যেন অকণো মনোবল লৈ ওলাই যাব নোবাৰে। জেলৰ ব্যৱস্থা কেনেকৈ চলোৱা হয়, ফাটেকিয়ালক কেনেকৈ দমন কৰা হয়, শাস্তি দিয়া হয়? ঘাইকৈ ফাটেকিয়ালৰ দ্বাৰাই তেওঁলোকক দমন কৰা হয়। কিছুমান ফাটেকিয়ালক ফাটেকিয়ালৰ পহৰীয়া কৰি দিয়া হয় আৰু কিছুমানে ভয়ত, কিছুমানে পুৰস্কাৰৰ আশাত, মিয়াদ কম হোৱাৰ আশাত তেওঁলোকে কৰ্তৃ-পক্ষৰ লগত সহযোগিতা কৰে। দৰ্ম্মহাখোৱা বাহিৰৰ ওৱাৰ্ডাৰৰ সংখ্যা অতি কম। জেলৰ ভিতৰত সাধাৰণতে ফাটেকিয়াল পহৰীয়াই পহৰা দিয়ে। তাৰ বাহিৰে জেলখানাৰ চোৰাংচোৱাৰ কাম প্ৰৱলভাৱে চলে। ফাটেকিয়ালবিলাকক পৰস্পৰৰ ওপৰত চকু ৰখাত উৎসাহ দিয়া হয়। ফাটেকিয়ালবিলাকে যাতে দল বান্ধি কাম কৰিব নোৱাৰে তালৈ চোকা দৃষ্টি ৰখা হয়। এনেকৈ সিহ'তৰ মাজত বিভেদ জীয়াই ৰাখিব পাৰিলে সিহ'তক দমাই ৰাখিব পাৰি। গতিকে তাৰ অৰ্থ বুজিবলৈ সহজ।

বাহিৰত দেশৰ চৰকাৰী শাসনতো এই ব্যৱস্থা চাৰিওফালে ব্যাপকভাৱে দেখিবলৈ পাওঁ, সেয়ে জানিবা কিছু লুক-ঢাক হয়। তাত ফাটেকিয়াল পহৰীয়া আৰু ফাটেকিয়াল-ওৱাৰ্ডাৰৰ নাম বেলেগ বেলেগ। তেওঁলোকৰ ডাঙৰ ডাঙৰ উপাধি আছে, তেওঁলোকৰ চৰকাৰী সাজ-পাৰো বেচি জকমকীয়া আৰু তাৰ পাচফালে জেলৰ নিচিনাই সশস্ত্ৰ পহৰীয়াসকল সদায় সাজু হৈয়ে থাকে।

আধুনিক ৰাষ্ট্ৰত জেলখানাবিলাকৰ আৱশ্যকতা কিমান অপৰিহাৰ্য্য! অন্ততঃ ফাটেকিয়ালে তেনেকৈ ভাবিবলৈ আৰম্ভ কৰে আৰু চৰকাৰৰ বহুতো শাসকীয় আৰু আন আন দায়িত্ব জেল পুলিচ আৰু সৈনিকৰ দায়িত্বৰ তুলনাত একেবাৰেই উপৰুৱা ধৰণৰ। ৰাষ্ট্ৰ হৈছে শাসননিয়ন্ত্ৰণৰ ক্ষমতা থকা এদল মানুহৰ ইচ্ছামতে

কাম কৰোৱাৰ বাবে বলপ্ৰয়োগ কৰাৰ যন্ত্ৰবিশেষ—মাৰ্ক্সৰ এই সূত্ৰৰ অৰ্থ জেলত থাকিলে বুজিব পাৰি।

মোৰ বেৰেকত মই এমাহ অকলশৰেই আছিলোঁ। তাৰ পাচত নৰ্ম্মদাপ্ৰসাদ সিংহক লগৰীয়া পাই বহুতখিনি শান্তি পালোঁ। আঢ়ৈ মাহৰ পিচত ১৯৩০ চনৰ জুন মাহৰ শেষ দিনা আমাৰ সৰু ঘৰটোৰ ভিতৰত হঠাৎ হাই-উৰুমি লাগি পৰিল। অপ্ৰত্যাশিতভাৱে দেউতা আৰু ছৈয়দ মামুদ তালৈ আহিল। তেওঁলোক দুয়ো অতি পুৱাতে শোৱাপাটীত থাকোঁতেই গ্ৰেপ্তাৰ হৈছিল।

## বাৰৰেডাত আপোচৰ কথা-বতৰা

দেউতাকে গ্ৰেপ্তাৰ কৰাৰ লগে লগে বা অলপ আগতেই কংগ্ৰেছৰ কাৰ্যকৰী সমিতিক বে-আইনী ঘোষণা কৰা হ'ল। ইয়াৰ ফলত বাহিৰত এটা নতুন অৱস্থাৰ সৃষ্টি হ'ল। অধিবেশন হ'লেই গোটেই সদস্যসকল একেলগে ধৰা পৰিলেহেঁতেন। অস্থায়ী সভাপতিসকলক আগতে দিয়া ক্ষমতা অনুসাৰে আগৰ সদস্যৰ ঠাইত নতুন সদস্য লোৱা হয় আৰু এনেকৈয়ে বহুতো মহিলা অস্থায়ী সদস্য হৈছিল। কমলাও তাৰ ভিতৰতে এগৰাকী।

জেললৈ অহাৰ সময়ত দেউতাৰ স্বাস্থ্য বৰ বেয়া আছিল আৰু যি অৱস্থাত তেখেতক ৰখা হৈছিল, তাত তেখেতে বৰ অশান্তি পাবলৈ ধৰিলে। সেইটো অৱশ্যে ৰবোঁ বুলি কৰা নহয়, কিয়নো তেখেতৰ অশান্তি দূৰ কৰিবলৈ যথাসাধ্য চেষ্টা কৰিবলৈ তেওঁলোক সাজু আছিল। কিন্তু নাইনি জেলত বেঁচি একো কৰাৰ উপায় নাছিল। আমাৰ বেৰেকত চাৰিটা সৰু ছে'লত চাৰিজনৰ কাৰণে ঠাই অতি কম হ'ল। জেল-ছুপাৰে আহি প্ৰস্তাৱ কৰিলে দেউতাক জেলৰ আন অংশলৈ লৈ গ'লে তেখেত ইয়াতকৈ বেঁচি মুকলি ঠাইত থাকিব পাৰিব। কিন্তু আমি একেলগে থাকিলেই ভাল যেন লাগিল; কাৰণ সেয়ে হ'লে আমি তেখেতৰ আল-পৈচান ধৰিব পাৰিম।

তেতিয়া বাৰিষা আৰম্ভ হৈছে। আমাৰ ওপৰ-চাণ্ডেদি মাজে মাজে বহুত ঠাইত টপ্ টপ্‌কৈ বৰষুণ পৰে। ছে'লৰ ভিতৰি ভাগটো শুকানে ৰখা টান। ৰাতি দেউতাৰ বিছনা লৈ সমস্যাতে পৰিবলগীয়া হয়। বৰষুণৰপৰা সৰুৱাবৰ কাৰণে ছে'লৰ লগত লাগি থকা সৰু বাৰাণ্ডতে (১০′ × ৫′) তেখেতৰ খাট পতা হয়। কেতিয়াবা কেতিয়াবা তেখেতৰ জ্বৰ হয়। অৱশেষত জেল-কৰ্তৃপক্ষই আৰু এখন বাৰাণ্ডা সজাবলৈ ঠিক কৰিলে। আমাৰ ছে'লৰ লগত লগ লগা এই বহল ধুনীয়া বাৰাণ্ডাখন সাজোৱাত আমাৰ বহুত সুবিধা হ'ল। কিন্তু ইয়াৰপৰা দেউতাৰ বিশেষ একো লাভ নহ'ল। কিয়নো বাৰাণ্ডা সজোৱা অলপ দিন পিচতে তেখেতক মুক্তি দিয়া হ'ল।

ছাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু মিঃ এম. আৰ. জয়াকৰে কংগ্ৰেছৰ লগত

চৰকাৰৰ শান্তি স্থাপনৰ কাৰণে চেষ্টা কৰিছে, জুলাই মাহৰ শেষভাগত তাকে লৈ তুমুল আন্দোলন চলিবলৈ ধৰিলে। দেউতাক দয়া কৰি যি দৈনিক বাতৰি-কাকত দিয়া হৈছিল তাকেই আমি পঢ়িছিলোঁ। বাতৰি-কাকতত ওলোৱা বৰলাট লৰ্ড আৰবিন আৰু ছাপ্ৰু-জয়াকৰৰ প্ৰকাশিত চিঠিবপৰা আমি বুজিব পাৰিলোঁ যে, তথা-কথিত 'শান্তিদূত' দুজনে গান্ধীজীৰ লগত দেখা কৰিছিল। তেওঁলোক যে কিয় এই কামলৈ আগবাঢ়ি আহিল বা তেওঁলোকৰ উদ্দেশ্য কি আছিল মই বুজিব নোৱাৰিলোঁ। পিছত আমি তেওঁলোকৰপৰা শুনিবলৈ পাইছিলোঁ গ্ৰেপ্তাৰৰ কেইদিন-মান আগেয়ে দেউতাই যি বিবৃতি* দিছিল, তাতেই উৎসাহিত হৈ বোলে তেওঁলোকে এই কাম কৰিছিল। লণ্ডন "ডেইলি হেৰাল্ড"ৰ প্ৰতিনিধি মিঃ শ্লকমে (তেতিয়া ভাৰতত আছিল) দেউতাৰ লগত আলোচনা-বিলোচনাৰ পিচত সেই বিবৃতিৰ খচৰা কৰে আৰু দেউতাই তাকে অনুমোদন কৰে। সেই বিবৃতিত উল্লেখ আছিল চৰকাৰে যদি কিছুমান সৰ্ত্তত সম্মত হয়, তেন্তে কংগ্ৰেছে আইন-অমান্য আন্দোলন বন্ধ ৰাখিব পাৰে—এনেকুৱা সম্ভাৱনা আছে। ই কোনো কোনো ঠাইত অস্পষ্ট আৰু পৰীক্ষামূলক প্ৰস্তাৱ মাত্ৰ আৰু তাত এই কথাও স্পষ্ট আছিল যে, আন কি গান্ধীজী আৰু মোৰ লগত পৰামৰ্শ নকৰাকৈ দেউতাই সেই অস্পষ্ট সৰ্ত্তবিলাকৰ সম্পৰ্কে কোনো কথাই ক'ব নোৱাৰিব। সেই বছৰ মই কংগ্ৰেছৰ সভাপতি, গতিকে মোক লেখত ল'বই লাগিব। গ্ৰেপ্তাৰৰ পিচত নাইনি জেলত দেউতাই মোক এই কথা কৈছিল আৰু এই বুলিও কৈছিল যে লৰালৰিৰ কাৰণে তেনেকুৱা অস্পষ্ট বিবৃতি দি তেওঁ নিজে দুঃখিত। কিয়নো তাৰপৰা ভুল ধাৰণাৰ উদ্ভৱ হোৱাৰ সম্ভাৱনা আছে। প্ৰকৃততে হৈছিলো সেয়েই। পিচে যিবিলাক মানুহে নিজৰ ভাবে চিন্তা কৰে, তেওঁলোকে একেবাৰেই নিৰ্দিষ্ট আৰু সহজ-সৰল বিবৃতিৰ মাজতো খুঁত উলিয়ায়।

ছাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু মিঃ জয়াকৰে ২৭ জুলাইৰ দিনা হঠাৎ নাইনি জেলত গান্ধীজীৰ চিঠি লৈ আহি আমাৰ লগত দেখা কৰিলে। সেইদিনা আৰু

* ১৯৩০-ৰ ২৫ জুন তাৰিখে পণ্ডিত মতিলাল নেহৰুৰ অনুমোদিত বিবৃতি—"ঘূৰণীয়া মেজ-মেলৰ বৈঠকে স্বাধীনভাৱে যিবিলাক প্ৰস্তাৱ আগবঢ়াব আৰু বৃটিছ পাৰ্লিয়ামেণ্টে সেই প্ৰস্তাৱসমূহ কেনেদৰে গ্ৰহণ কৰিব, সেই সম্পৰ্কে কোনো আগতীয়া ধাৰণা নকৰাকৈয়ে, যদি বৃটিছ চৰকাৰ আৰু ভাৰত চৰকাৰে কোনো বিশেষ অৱস্থাত ব্যক্তিগতভাৱে এনেকুৱা আশ্বাস দিয়ে যে তেওঁলোকে ভাৰতত পূৰ্ণ দায়িত্বশীল শাসন-যন্ত্ৰ সমৰ্থন কৰিব,—অৱশ্যে ভাৰতৰ লগত বৃটেইনৰ বহুকলীয়া সম্বন্ধ আৰু ভাৰতৰ বৰ্ত্তমান অৱস্থাৰ কাৰণে, পিচত ঘূৰণীয়া মেজ-মেলত যিখিনি ঠিক কৰা হ'বগৈ, আৱশ্যক মতে তেনে ধৰণৰ এটা আপোচ-মীমাংসা হ'ব—তেতিয়া হলে পণ্ডিত মতিলাল নেহৰুৱে ব্যক্তিগতভাৱে সেই প্ৰতিশ্ৰুতি গ্ৰহণ কৰিবলৈ সাজু আছে। নহলেবা, দায়িত্বশীল কোনো এটা তৃতীয় পক্ষৰ মধ্যস্থতাত যদি তেনেকুৱা প্ৰতিশ্ৰুতি মিঃ গান্ধী বা পণ্ডিত জৱহৰলাল নেহৰুৰ ওচৰলৈ আহে, তাৰ দায়িত্বও তেওঁ গ্ৰহণ কৰিব। যদি তেনেকুৱা প্ৰতিশ্ৰুতি আহে আৰু গৃহীত হয়, তেতিয়া আপোচৰ সম্ভাৱনা হ'ব পাৰে যাতে এফালে আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰাও হ'ব, আনফালে চৰকাৰে দমন-নীতিও প্ৰত্যাহাৰ কৰিব আৰু সকলো ৰাজনৈতিক ফাটেকিয়ালকে এৰি দিব। পিচত পাৰস্পৰিক সৰ্ত্ত অনুসাৰে কংগ্ৰেছে ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যোগ দিব পাৰে।"

তাৰ পিচদিনা তেওঁলোকৰ লগত আমাৰ দীঘলীয়া আলোচনা চলিল। দেউতাৰ জ্বৰৰ ভাব আছিল, তেখতৰ ভাগৰ ভাগৰ লাগিল। আমি ঘূৰাই-পকাই তৰ্ক কৰিলোঁ, আলোচনা কৰিলোঁ, কিন্তু ৰাজনৈতিক দৃষ্টিভংগীৰ কাৰণে ইজনে সিজনৰ ভাষা আৰু চিন্তা অতি কমহে বুজিব পাৰিলোঁহক। পিচে এটা কথা বুজিব পাৰিলোঁ যে, বৰ্ত্তমান অৱস্থা যেনেকুৱা তাত কংগ্ৰেছ আৰু চৰকাৰৰ মাজত শান্তি স্থাপনৰ ব্যৱস্থা অতি কম। আমি কাৰ্য্যকৰী সমিতিৰ সদস্যসকলে বিশেষভাৱে গান্ধীজীৰ লগত পৰামৰ্শ নকৰাকৈ কোনো প্ৰস্তাৱ কৰিবলৈ অমান্তি হ'লোঁ আৰু সেই অনুসাৰে গন্ধীজীলৈ চিঠি লিখিলোঁ।

এঘাৰ দিন পিচত ডাঃ ছাপ্ৰুৱে বৰলাটৰ উত্তৰ লৈ আমাৰ লগত দেখা কৰিবলৈ আহিল। আমাৰ যাৰৱেডালৈ (পুণাৰ যিখন জেলত গান্ধীজী আছিল) যোৱাৰ কথাত বৰলাটে আপত্তি নকৰিলে। পিচে ছৰ্দ্দাৰ বল্লভভাই পেটেল, মৌলানা আবুল কালাম আজাদ আদি যিসকল সদস্য তেতিয়াও বাহিৰত থাকি আন্দোলন পৰিচালনা কৰিছিল, তেওঁলোকৰ লগত সাক্ষাতৰ প্ৰস্তাৱত বৰলাট আৰু তেওঁৰ শাসনপৰিষদ সম্মত নহ'ল। এই অৱস্থাত যাৰৱেডালৈ যাবলৈ আমাৰ মন আছে নে নাই ডাঃ ছাপ্ৰুৱে জানিবলৈ বিচাৰিলে। আমি ক'লোঁ, গান্ধীজীৰ লগত যি কোনো সময়তে দেখা কৰিবলৈ আমাৰ আপত্তি নাই, কিন্তু আমাৰ আন আন কৰ্ম্মচাৰীসকলৰ লগত আলোচনা নকৰাকৈ কোনো চূড়ান্ত সিদ্ধান্তৰ সম্ভাৱনা নাই। সেইদিনা (নে তাৰ আগদিনাই) বাতৰি-কাকতত দেখিলোঁ বোম্বাইত অতি প্ৰচণ্ড লাঠীচালনা হৈ গৈছে আৰু মালব্যজী, বল্লভভাই পেটেল, তাছান্দুক ছেৰোৱানী আৰু আন আন স্থায়ী-অস্থায়ী কাৰ্য্যকৰী সমিতিৰ সদস্যসকলক গ্ৰেপ্তাৰ কৰা হৈছে। আমি ডাঃ ছাপ্ৰুক ক'লোঁ—এইবিলাক ঘটনা ভাললৈ হোৱা নাই। আমাৰ মনোভাৱ বৰলাটক বুজাই ক'বলৈ আমি তেওঁক খাটনি ধৰিলোঁ। ডাঃ ছাপ্ৰুৱে ক'লে, যিমান পাৰি সিমান সোনকালে আমি গান্ধীজীক দেখা কৰাটো একো বেয়া নহয়। আমি আগৰপৰাই তেওঁক কৈছিলোঁ—যদি আমি যাৰৱেডালৈ যাবই লগীয়া হয়, তেন্তে নাইনি জেলত আমাৰে লগৰীয়া আৰু কংগ্ৰেছৰ সম্পাদক ডাঃ ছৈয়দ মামুদো আমাৰ লগত যাব।

দুদিন পিচত ১০ আগষ্টৰ দিনা মই, মামুদ আৰু দেউতা এই তিনিজন স্পেছিয়েল ট্ৰেইনত নাইনিৰপৰা পুণালৈ যাত্ৰা কৰিলোঁ। আমাৰ গাড়ী অৱশ্যে ডাঙৰ ডাঙৰ ষ্টেছনত ৰোৱা নাছিল, মাজে মাজে সৰু সৰু ষ্টেছনত ৰৈছিল। তথাপি বাতৰি বিয়পি পৰিছিল। গাড়ী ৰওকেই বা নৰওকেই প্ৰত্যেক ষ্টেছনতে মানুহ ভৰি পৰিছিল। ১১ তাৰিখে আমি মাজনিশা পুনাৰ ওচৰৰ কিৰ্‌কী পালোঁগৈ।

আমি আশা কৰিছিলোঁ, আমাক গান্ধীজীৰ বেৰেকত ৰাখিব, অন্ততঃ সোনকালেই তেওঁৰ লগত দেখা কৰিব পাৰিম। যাৰৱেডা জেলৰ অধ্যক্ষই সেই ব্যৱস্থাকে কৰিছিল, কিন্তু শেষ মুহূৰ্ত্তত আমাৰ লগত যি পুলিচ কৰ্ম্মচাৰী আহিছিল, তেওঁৰপৰা খবৰ পাই এই ব্যৱস্থাৰ পৰিৱৰ্ত্তন কৰা হয়। জেলৰ অধ্যক্ষ লেঃ কৰ্ণেল মাৰ্টিনে আমাক পুদ্পুত কথা নক'লে; কিন্তু দেউতাই বুধিৰে প্ৰশ্ন কৰি কৰি উলিয়ালেগৈ যে ছাপ্ৰু-জয়াকৰ নহ'লে আমাক গান্ধীজীৰ লগত অন্ততঃ প্ৰথমবাৰ

দেখা কৰিবলৈ দিয়াৰ ইচ্ছা নাই। আগতে দেখা হ'লে আমাৰ মনোভাৱ কঠিন হ'ব পাৰে আৰু আমি কিজানি আমাৰ উমৈহতীয়া মতটো অতি দৃঢ়ভাৱে ব্যক্ত কৰিব পাৰোঁ, তাকে তেওঁলোকে ভয় কৰিছিল। ৰাতিটো আৰু পিচদিনাও দিনে-ৰাতিয়ে আমাক বেলেগ বেলেগ ৰেৰেকত থ'লে। দেউতাই বৰ আমনি পালে। যাৰ লগত দেখা কৰিবলৈ আমি নাইনিৰপৰা আহিলোঁ, সেই গান্ধীজীৰ লগত দেখা কৰিবলৈ দিয়া নাই, অথচ তাৰে আশাত আমাক ৰাখি থৈছে, এইটো বৰ আপদৰ কথা।

১৩ তাৰিখৰ দুপৰীয়াৰ আগেয়েই ছাৰ তেজবাহাদুৰ আৰু মিঃ জয়াকৰ অহাৰ বতৰা দিলে আৰু ক'লে, গান্ধীজীও তেওঁলোকৰ লগত জেলৰ অফিচ-ঘৰতে বহি বৈ আছে, আমাকো তালৈ যাবলৈ মাতিলে। দেউতা প্ৰথমে যাবলৈ অমান্তি হ'ল। তাৰ পিচত বহুতো কৈফিয়ৎ আৰু ক্ষমা-প্ৰাৰ্থনাৰ পিচত এই সৰ্ত্তত তেওঁ যাবলৈ মান্তি হ'ল যে অকলশৰীয়াকৈ প্ৰথমে তেওঁ গান্ধীজীৰ লগত দেখা কৰিব। বল্লভভাই পেটেল আৰু জয়ৰামদাস দৌলতৰামক যাৰবেডালৈকে অনা হৈছিল; সৰোজিনী নাইডুও যাৰবেডা জেলত তিৰোতাসকলৰ কাৰণে থোৱা আছুটীয়া ঠাইত আছিল। সকলোৰে ধৰাত তেওঁলোককো আমাৰ সন্মিলনত যোগ দিবলৈ দিয়া হ'ল। সেইদিনা গধূলি মোক, দেউতাক আৰু মামুদক গান্ধীজীৰ ৰেৰেকলৈ লৈ যোৱা হল। বাকী কেইদিন আমি তেওঁৰ লগতেই থাকিলোঁ। বল্লভভাই আৰু জয়ৰামদাসকো সেই কেইদিন পৰামৰ্শৰ কাৰণে আমাৰ লগত ৰখা হৈছিল।

১৩, ১৪, আৰু ১৫ আগষ্ট; এই তিনিদিন ছাপ্ৰু-জয়াকৰৰ লগত আলোচনা কৰাৰ পিচত আমি আমাৰ মতামত লিখি চিঠি লিখালিখি কৰিলোঁ। সেই চিঠিত আমি যিবিলাক নিম্নতম সৰ্ত্তত আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ আৰু চৰকাৰৰ লগত সহযোগিতা কৰিব পাৰোঁ, তাকে লিখি দিলোঁ। এইবিলাক চিঠি বাতৰি-কাকতত প্ৰকাশ হৈছিল।*

এইবিলাক আলোচনাত দেউতা বৰ কাতৰ হৈ পৰিল। ১৬ তাৰিখে হঠাৎ তেখেতৰ বৰ জ্বৰ উঠিল। তাৰ কাৰণেই আমাৰ ওভতাত বৰ পলম হ'ল। ১৯ তাৰিখে ৰাতি আমি আকৌ বিশেষ ৰেলগাড়ীত নাইনিলৈ যাত্ৰা কৰিলোঁ। দেউতাৰ বাটত যাতে একো কষ্ট নহয়, তাৰ বাবে বোম্বাই চৰকাৰে যথোচিত ব্যৱস্থা কৰিছিল, যাৰবেডা জেলতো তেখেতৰ কাৰণে বিশেষ যত্ন লৈছিল। আমি যিদিনা ৰাতি গৈ জেলত উপস্থিত হলোঁগৈ, সেই দিনাৰ এটা কৌতুককৰ ঘটনাৰ কথা মনত আছে। জেলৰ অধ্যক্ষ কৰ্ণেল মাৰ্টিনে দেউতাক সুধিলে কেনেকুৱা খাদ্য তেখেতে ভাল পায়। দেউতাই তেওঁক ক'লে, তেখেতে সাধাৰণতে লঘু আহাৰেই কৰে। তাৰ পিচত তেওঁ পুৱা বিছনাতে চাহ দিয়াৰপৰা আৰম্ভ কৰি ৰাতিৰ আহাৰলৈকে খোৱা বস্তুৰ খুঁটি-নাটিৰ তালিকা দিবলৈ ধৰিলে। (নাইনি জেলত ঘৰৰপৰা দেউতাৰ খোৱা বস্তু আহে)। দেউতাই সৰলভাবে তেওঁৰ লঘু পথ্যৰ তালিকা দিলে; তালিকাখন কিন্তু অতি মনত লগা। লণ্ডনৰ ৰিট্‌জ্‌ বা ছেভয় হোটেলত ইয়াক অৱশ্যে অতি সাধাৰণ লঘু খাদ্য বুলিয়েই ধৰা হয়, দেউতাৰো সেয়ে ধাৰণা। কিন্তু যাৰবেডা জেলত ই অতি

* পৰিশিষ্টত চাওক।

আচৰিতভাৱে দুষ্প্ৰাপ্য যেন লাগিল। দেউতাৰ বেচি ব্যয়বহুল ফৰ্দ শুনি শুনি কৰ্ণেল মাৰ্টিনৰ মুখৰ ভাব লক্ষ্য কৰি মোৰ আৰু মামুদৰ পেটে পেটে বৰ হাঁহি উঠিল। কিয়নো বহুদিন ধৰি তেওঁ ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ আৰু নামজ্বলা নেতাসকলৰ আল-পৈচান ধৰি আহিছে। তেওঁৰ কাৰণে ছাগলীৰ গাখীৰ, খাজুৰি আৰু কেতিয়াবা সুমথিৰা টেঙাৰ বাহিৰে আন একোৱে আৱশ্যক হোৱা নাই। কিন্তু বেলেগ ধৰণৰ নেতাৰ লগত তেওঁৰ এই প্ৰথম চিনাকি।

পুণাৰপৰা নাইনিলৈ উভতি আহোঁতেও ডাঙৰ ডাঙৰ ষ্টেছনত গাড়ী নৰখাই সৰু সৰু ষ্টেছনত গাড়ী ৰখাবলৈ ধৰিলে। এইবাৰ জনতা আৰু বেচি যেন দেখা গ'ল। প্ৰায় প্ৰত্যেক ষ্টেছনতে, বিশেষকৈ হাৱদা, ইটাৰ্ছি আৰু সোহাগপুৰত ষ্টেছন, প্লেটফৰ্ম্ম, আন কি ৰেল লাইনৰ ওপৰতো মানুহ ভৰি পৰিছিল। অলপতেহে কোনো দুৰ্ঘটনা নোহোৱাকৈ সাৰিছে।

দেউতাৰ শাৰীৰিক অৱস্থা লাহে লাহে বেয়াৰ ফালে ঢাল ল'লে। তেখেতৰ নিজৰ চিকিৎসকসকলেই তেখেতক চাবলৈ ধৰিলে। ফট্‌ফটীয়াকৈয়ে ওলাই পৰিল যে জেলখানাত তেখেতৰ উপযুক্ত চিকিৎসা অসম্ভৱ। তেখেতৰ অসুখৰ কাৰণে তেখেতক জেলৰপৰা মুক্তি দিয়া উচিত, বাতৰি-কাকতত এজন বন্ধুৰ এনেকুৱা মন্তব্য দেখি তেওঁ অতি বিৰক্ত হ'ল; তেওঁৰ ভাব হ'ল জনসাধাৰণে ভাবিব যে, প্ৰস্তাৱটো তেওঁৰ ইচ্ছাতহে প্ৰকাশ কৰা হৈছে। আনকি তেওঁ লৰ্ড আৰ্বাৱিনক টেলিগ্ৰাম কৰি জনালে যে, জেলৰপৰা মুক্তি দিয়াৰ আগ্ৰহ ফেৰা তেওঁ নিবিচাৰে। কিন্তু দিনে দিনে তেখেতৰ অৱস্থা বেয়া হবলৈ ধৰিলে, ওজন কমি গ'ল, শৰীৰ অতিপাত খীণাই গ'ল। দহ সপ্তাহ জেলত থাকি তেওঁ ৮ ছেপ্টেম্বৰত মুক্তিলাভ কৰিলে।

দেউতা যোৱাৰ পিচত আমাৰ বেৰেক প্ৰাণহীন আৰু উদং উদং লাগি গ'ল। মই, নৰ্ম্মদাপ্ৰসাদ আৰু মামুদ তিনিজনেই আনন্দেৰে সকলো সময়তে তেখেতৰ সেৱা শুশ্ৰূষাত লাগি থাকোঁ। তেখেতৰ সৰুসুৰা কামবিলাক কৰি যে কিমান আনন্দ পাইছিলোঁ! মই নেওৱাৰ ববলৈ এৰি দিলোঁ, সুতা কটাও কমি গ'ল, পঢ়া-শুনাও বেচি নকৰা হ'লোঁ। তেখেত যোৱাৰ পিচত আমি গধুৰ অন্তৰ লৈ আকৌ পুৰণি নিয়মেৰে কাম কৰাত লাগি গ'লোঁ। দেউতাৰ মুক্তিৰ পিচত দৈনিক বাতৰি কাকতো বন্ধ হৈ গ'ল। চাৰি-পাঁচদিন পিচত মোৰ বৈনাই ৰণজিৎ পণ্ডিত গ্ৰেপ্তাৰ হৈ আমাৰ বেৰেকলৈকে আহিল।

ছমাহ জেল খটা শেষ হোৱাত ১১ অক্টোবৰৰ দিনা আমি জেলৰপৰা মুক্তি পালোঁ। বাহিৰত তেতিয়া সংঘৰ্ষ তীব্ৰভাৱে চলি আছে। মোৰ এই মুক্তি অতি ক্ষণস্থায়ী। শান্তি-দূত ছাপ্ৰু-জয়াকৰৰ চেষ্টা বিফল হৈছিল আমি জেলৰপৰা মুক্তি পাবৰ দিনাই আৰু দুখন নে তিনিখন অৰ্ডিনেঞ্চ জাৰি হ'ল। জেলৰ বাহিৰলৈ আহি আমি আনন্দ পালোঁ আৰু যি কেইদিন বাহিৰত থাকোঁ যিমান দূৰ পাৰি কাম কৰিবলৈ সংকল্প কৰিলোঁ।

কমলা তেতিয়া এলাহাবাদত কংগ্ৰেছৰ কামত ব্যস্ত আছিল। দেউতা মুচোৰীত চিকিৎসাধীন হৈ আছিল, আই আৰু ভনীজনী তেওঁৰ লগত আছিল। মই ডেৰদিন এলাহাবাদত কংগ্ৰেছৰ কাম-কাজৰ ব্যৱস্থা কৰি কমলাক লৈ মুচোৰীলৈ

যাত্ৰা কৰিলোঁ। গাঁও অঞ্চলত খাজনা আৰু টেক্স বন্ধ আন্দোলন আৰম্ভ কৰা হ'ব নে নহয় আমি তেতিয়া এই বিষয়ে চিন্তা কৰিছিলোঁ। খাজনা আদায়ৰ নিৰ্দ্দিষ্ট সময় তেতিয়া ওচৰ চাপি আহিছে। কিন্তু যি হওক, কৃষিজাত বস্তুৰ দাম বৰ বেচি কমি যোৱাৰ কাৰণে খাজনা আদায় কৰা টান হ'ব। এই সময়ত ভাৰতবৰ্ষতো জগতৰ বজাৰ কমি যোৱাটো দেখ্ দেখ্কৈ ওলাই পৰিছে।

আইন-অমান্য আন্দোলনৰ অংশ হিচাপেই হওক বা পৃথক আন্দোলন হিচাপেই হওক, কৰবন্ধ আন্দোলনৰ ইয়েই উপযুক্ত সময়। এবছৰৰ আয়ৰপৰা জমিদাৰেই হওক বা প্ৰজাই হওক পুৰা খাজনা আদায় দিয়া অসম্ভৱ। জমিদাৰ-সকলৰ সাধাৰণতে অলপ সংস্থান থাকেই। তেওঁলোকৰ পক্ষে ধাৰ পোৱাও সহজ। কিন্তু প্ৰজাবিলাকৰ সৰহ ভাগেই ছালাছিগা, কোনো সাঁচতীয়া ধন তেওঁলোকৰ নাই। যি কোনো গণতান্ত্ৰিক দেশতে, য'ত খেতিয়কসকল সংঘবদ্ধ আৰু প্ৰতিপত্তিশালী, তাত বৰ্ত্তমান অৱস্থাত তেওঁলোকৰপৰা খাজনা আদায় কৰা অসম্ভৱ হ'লহেঁতেন। কিন্তু ভাৰতবৰ্ষত খেতিয়কসকলৰ প্ৰভাৱ প্ৰতিপত্তি প্ৰায় অলপো নাই। কোনো কোনো অঞ্চলত কংগ্ৰেছৰ সাহায্যত খেতিয়কসকল কিন্তু সংঘবদ্ধ হৈছে আৰু সেই হিচাপে তেওঁলোকৰ বলো অলপ আছে; অৱশ্যে অৱস্থা সহ্য কৰিব নোৱাৰি কিজানি খেতিয়কসকলে খং কৰি উঠে, এই আশঙ্কা সদায় থাকেই। পিচে পুৰুষে পুৰুষে নীৰৱে দুখ-কষ্ট সহ্য কৰাটোৱেই তেওঁলোকৰ অভ্যাস।

গুজৰাট আৰু আন আন অঞ্চলত খাজনা বন্ধ আন্দোলন চলিছিল, পিচে সি আইন-অমান্য আন্দোলনৰ অংশ হিচাপেই পৰিচালিত হৈছিল। তাত ৰায়তাৰী প্ৰথা চলি আছিল আৰু তেওঁলোকে চৰকাৰক খাজনা দিয়াৰ নিয়ম। তেওঁলোকে খাজনা নিদিলে পোনপটীয়াকৈ চৰকাৰৰ ক্ষতিসাধন হয়। কিন্তু যুক্তপ্ৰদেশত জমিদাৰী আৰু তালুকদাৰী প্ৰথা চলে; চৰকাৰ আৰু খেতিয়কৰ মাজত বহুতো দালাল থাকে। ইয়াত প্ৰজাই খাজনা নিদিলে যাইকৈ জমিদাৰসকলৰ বিপদ হয়। সেই কাৰণে ইয়াৰ শ্ৰেণীৰ কথা আপোনা-আপুনি উঠে। কিন্তু কংগ্ৰেছ বিশুদ্ধ জাতীয়তাবাদী অনুষ্ঠান; ইয়াৰ মাজত বহুতো মজলীয়া আৰু কেইজনমান ডাঙৰ ডাঙৰ জমিদাৰো আছে। ক'ৰবাত শ্ৰেণী-স্বাৰ্থৰ প্ৰশ্ন উঠিব বা জমিদাৰসকলৰ খং উঠিব, এনেকুৱা কিবা এটা কৰিবলৈ কংগ্ৰেছৰ নেতাসকলে সদায় ভয় কৰি চলে। এই কাৰণেই আইন-অমান্য আন্দোলনৰ প্ৰথম ছমাহ পাৰ হৈ যোৱাতো তেওঁলোকে গাঁও অঞ্চলত খাজনা বন্ধ আন্দোলন ঘোষণা নকৰিলে। মোৰ মতে সেয়ে ইয়াৰ উপযুক্ত সময় আছিল যে তাত সন্দেহ নাই। যি কোনো প্ৰকাৰেই হওক শ্ৰেণী-স্বাৰ্থৰ কথা উলিয়াবলৈ মোৰ কোনো ভয় নাছিল; পিচে তেতিয়া কংগ্ৰেছৰ নিয়ম যেনেকুৱা আছিল, তাত শ্ৰেণী সংঘৰ্ষ অনুমোদন কৰিব নোৱাৰে বুলি মই মানি ল'বলৈ বাধ্য। অৱশ্যে কংগ্ৰেছে জমিদাৰ আৰু প্ৰজা উভয়কেই খাজনা দিয়াটো নিষেধ কৰিব পাৰে। জমিদাৰসকলে বোধহয় চৰকাৰে দাবী কৰিলেই খাজনা আদায় দিব। কিন্তু সেই দোষ তেওঁলোকৰেই হ'ব।

অক্টোবৰত জেলৰপৰা ওলাই দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিস্থিতি দেখি মই স্পষ্ট বুজিলোঁ, খাজনা বন্ধ আন্দোলনৰ এয়ে উপযুক্ত সময়। খেতিয়ক-

সকলোৰ টকা-পইচাৰ কষ্ট প্ৰায় চূড়ান্ত অৱস্থা পাইছেহি। আমাৰ ৰাজনৈতিক আইন-অমান্য আন্দোলন যদিও সকলো ঠাইতে প্ৰবলভাৱে চলিছিল, তথাপি সি বৈচিত্ৰ্যহীন হৈ আহিছিল। তেতিয়াও মানুহে কম-বেচি দলে দলে জেললৈ গৈছিল সঁচা, কিন্তু সেই উৎসাহ উদ্দীপনা আৰু নাছিল। নগৰীয়া আৰু মধ্যবিত্ত শ্ৰেণীৰ মানুহ বাবে বাবে হৰতাল আৰু শোভাযাত্ৰাত বৰ ক্লান্ত হৈ পৰিছিল। ইয়াক সবল কৰি তুলিবলৈ নতুন কিবা এটা লগা হৈছিল· একমাত্ৰ খেতিয়ক সম্প্ৰদায়ৰ বাহিৰে আৰু তাক ক'ত পোৱা যাব? তাতেইহে সমূহীয়া বল থুপ খাই আছে। তেওঁলোকৰ পৰাইহে জন-সাধাৰণৰ স্বাৰ্থৰ ভেটিত বিৰাট গণ-আন্দোলন জগাই তুলিব পাৰি আৰু মোৰ মতে তাৰদ্বাৰাই অতি গুৰুত্বপূৰ্ণ সামাজিক প্ৰশ্নবিলাকৰো সমাধান কৰাৰ কাৰণে সুচল অৱস্থাৰ সৃষ্টি হ'ব।

এলাহাবাদত ডেৰ দিন আছিলোঁ। সেইখিনি সময়ত এই বিষয়ে মোৰ লগৰীয়া কৰ্ম্মীসকলৰ লগত আলোচনা কৰিলোঁ। সময় কম হ'লেও প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ কাৰ্য্যকৰী সভা আহ্বান কৰা হ'ল। বহুতো উখনা-উথনিৰ পিচত আমি ঠিক কৰিলোঁ যে, খাজনাবন্ধ আন্দোলন আৰম্ভ কৰিবই লাগিব। কিন্তু প্ৰদেশৰ কোন জিলাত আৰম্ভ কৰা হ'ব সেইটো আমি ঘোষণা নকৰিলোঁ। প্ৰত্যেক জিলাৰ ওপৰত তাৰ ভাৰ দিয়া হ'ল। কাৰ্য্যকৰী সমিতিয়ে শ্ৰেণী-সংঘৰ্ষ নহ'বৰ কাৰণে জমিদাৰ আৰু প্ৰজা উভয়কেই সমানভাৱে আহ্বান কৰিলে। অৱশ্যে আমি জানিব পাৰিছিলোঁ প্ৰজাসকলেই ইয়াত বেচিকৈ আগবাঢ়ি আহিব।

এই সিদ্ধান্তৰ পিচত আমাৰ এলাহাবাদ জিলাতে প্ৰথম আন্দোলনৰ প্ৰস্তুতি চলিল। নতুন আন্দোলনত শক্তি সঞ্চাৰ কৰিবৰ কাৰণে আমি গোটেই খেতিয়ক-সকলৰ প্ৰতিনিধিত্ব কৰিব পৰা চাই কিছুমান স্থানীয় খেতিয়ক লৈ এখন সম্মিলনৰ ব্যৱস্থা কৰিলোঁ। জেলৰপৰা ওলাই অহা প্ৰথম দিনাই মই যিমান কাম কৰিলোঁ তাত মোৰ নিজৰে ভাল লাগিল। ইয়াৰ লগতে এলাহাবাদত এখন বিৰাট ৰাজহুৱা সভা আহ্বান কৰি মই বক্তৃতা দিলোঁ। এই বক্তৃতাৰ কাৰণে মোৰ আকৌ ফাটেক হ'ল।

যি সি নওহক, ১৩ অক্টোবৰ দিনা মই কমলাক লৈ মুচৌৰীলৈ গ'লো আৰু দেউতাৰ লগত তিনি দিন কটালোঁ। তেখেতক বহুতখিনি ভাল হোৱা যেন লাগিল। এই বাৰলৈ ভাল হৈ উঠিব যেন ভাবি আমি আনন্দ পালোঁ। পৰিয়ালৰ মানুহৰ লগত তিনিটা দিন যে আনন্দৰ মাজেদি গ'ল সেই কথা মোৰ মনত আছে। মোৰ ছোৱালী ইন্দিৰা আৰু তিনিজনী সৰু ভাগিন তাত আছিল। মই কণ কণ ল'ৰা-ছোৱালীবিলাক লৈ ধেমালি কৰি থাকোঁ। কেতিয়াবা আমি শোভাযাত্ৰা কৰি ঘৰৰ চাৰিওফালে বীৰৰ দৰে ঘূৰি ফুৰোঁ, আটাইতকৈ সৰুজনীয়ে (তাইৰ বয়স তিনি চাৰি বছৰমান হ'ব) জাতীয় নিচান আগত লৈ যায় আৰু পাচে পাচে আমি যাওঁ। মুখত আমাৰ গান "ঝণ্ডা উঁচা ৰহে হামাৰা।" দেউতাৰ লগত একেলগে থকা এই তিনি দিনেই শেষ। তাৰ পিচত যেতিয়া উৎকট ৰোগে আমাৰ ওচৰৰপৰা তেখেতক কাঢ়ি লৈ গ'ল তেতিয়া এবাৰ দেখিছিলোঁ মাত্ৰ!

মোক আকৌ গ্ৰেপ্তাৰ কৰিব বুলি সন্দেহ কৰি আৰু বোধহয় মোক আৰু কিছু দিন ওচৰত ৰাখিবৰ কাৰণে দেউতাই হঠাৎ এলাহাবাদলৈ উভতি আহিবলৈ ঠিক কৰিলে। এলাহাবাদত ১৯ তাৰিখে খেতিয়ক সম্মিলনত যোগ দিবলৈ মই আৰু কমলা ১৭ তাৰিখে মুচৌৰীৰপৰা যাত্ৰা কৰিলোঁ। দেউতাই আন আন সকলোকে লৈ তাৰ পিচদিনা এলাহাবাদলৈ যাত্ৰা কৰিলে।

উভতি যাওঁতে বাটত মই আৰু কমলা দুয়ো অলপ উত্তেজিত হৈ গৈছিলোঁ। আমি দেৰাদুন এৰিলোঁ এনেতে মোৰ ওপৰত ১৪৪ ধাৰা জাৰি হ'ল। লক্ষ্ণৌত আমি কেইঘণ্টামান আছিলোঁ; ইয়াত আহি শুনিলোঁ আৰু এটা ১৪৪ ধাৰাৰ জাননী বৈ আছে, কিন্তু বিৰ দি বাট নোপোৱা জনতা ঠেলি পুলিচ বিষয়াজন মোৰ ওচৰ নেপালেহি। স্থানীয় মিউনিচিপেলিটিয়ে মোক এখন অভিনন্দনপত্ৰ দিলে। তাৰ পিচত আমি এলাহাবাদলৈ যাত্ৰা কৰিলোঁ। বাটতে ঠায়ে ঠায়ে গাড়ী ৰখাই খেতিয়কৰ সভাত বক্তৃতা দিবলগীয়া হ'ল। আমি ১৮ তাৰিখে এলাহাবাদ পালোঁগৈ।

১৯ তাৰখে পুনৰ মোৰ ওপৰত আৰু এখন ১৪৪ ধাৰা জাৰি হ'ল। বুজিলোঁ চৰকাৰে মোক পাচে পাচে খেদিছে, মোৰ সময় চমু চাপি আহছে। মই আকৌ গ্ৰেপ্তাৰ হোৱাৰ আগতে খেতিয়ক সম্মিলনত যোগ দিবলৈ সাজু হ'লোঁ। আমি কেৱল প্ৰতিনিধিসকলৰ সভা আহ্বান কৰিছিলোঁ। বাহিৰৰ মানুহক ইয়াত সোমাবলৈ দিয়া নাই। এলাহাবাদ জিলাৰ প্ৰতিনিধিস্থানীয় প্ৰায় ষোল শ মান মানুহ সভাত উপস্থিত আছিল। আমাৰ জিলাত খাজনাবন্ধ আন্দোলন আৰম্ভ কৰাৰ প্ৰস্তাৱ সম্মিলনত উৎসাহেৰে গৃহীত হ'ল। আমাৰ বিশিষ্ট কৰ্ম্মীসকলে অলপ কেৰোঁ ঘেহোঁ কৰিছিল। বহুতৰ মনত তাৰ সাফল্য সম্পৰ্কে সন্দেহ উপস্থিত হ'ল। ডাঙৰ ডাঙৰ জমিদাৰসকলে চৰকাৰৰ পৃষ্ঠপোষকতাত প্ৰজাসকলক ভয় খুৱাই পেলাব। তেওঁলোকে সেই আঘাত সহ্য কৰিব পাৰিব নে নোৱাৰিব ঠিক নাই। কিন্তু বেলেগ বেলেগ শ্ৰেণীৰ সেই ষোল শ খেতিয়ক প্ৰতিনিধিৰ মনত কোনো সংশয় বা সন্দেহ নাছিল। অন্ততঃ সন্দেহ থাকিলেও তেওঁলোকে প্ৰকাশ কৰা নাছিল। মই সম্মিলনত এটা বক্তৃতা দিলোঁ। তাৰ ফলত ১৪৪ ধাৰা মই ভংগ কৰিলোঁ নে নাই বুজিব নোৱাৰিলোঁ। কিয়নো সেই জাননীত মোক ৰাজহুৱা বক্তৃতা দিবলৈ নিষেধ কৰা হৈছিল।

তাৰপৰা মই দেউতা আৰু পৰিয়ালৰ আন আন সকলক আনিবলৈ [illegible] গ'লোঁ। ৰেল পলমকৈ আছিল আৰু তেওঁলোক আহি পোৱাৰ ঠিক পিচতেই [illegible] মিলিত ৰাজহুৱা সভাত যোগ দিবলৈ গুচি গ'লোঁ। সভাৰ শেষত অতিপাত ভাগৰে-জুগৰে ৰাতি ৮ বজাৰ সময়ত মই আৰু কমলা ঘৰলৈ উভতিলোঁ। দেউতা ওভতাৰ পিচত আমাৰ ঘৰৰ ওচৰত গাড়ীখন ৰখাই দিয়া হ'ল আৰু মোক গ্ৰেপ্তাৰ কৰি তেতিয়াই যমুনা নদীৰ ওপৰেদি নাইনিত মোৰ পুৰণি থকা ঠাইলৈ মোক লৈ গ'ল। আনন্দভৱনত অকলে বৈ থকা পৰিয়ালবৰ্গক খবৰ দিবলৈ কমলা গুচি গ'লগৈ আৰু মই যেতিয়া নাইনি জেলৰ প্ৰকাণ্ড ঘাই দুৱাৰেদি ভিতৰলৈ সোমাই গ'লোঁ তেতিয়া টং টং কৰি ঘড়ীত ন বাজি উঠিল।

## যুক্তপ্ৰদেশত কৰবন্ধ আন্দোলন

আঠ দিনৰ পিচত নাইনিলৈ আকৌ উভতি আহি সেই পুৰণি বেৰেকত ছৈয়দ মামুদ, নৰ্ম্মদাপ্ৰসাদ আৰু ৰণজিৎ পণ্ডিতক লগ পালোঁ। কেইদিনমান পিচত জেলৰ ভিতৰতে মোৰ বিচাৰ হ'ল। জেলৰপৰা ওলোৱাৰ পিচদিনা মই এলাহাবাদত যি বক্তৃতা দিছিলোঁ, তাৰ ভিত্তিত কেইটামান অভিযোগ উত্থাপিত কৰা হ'ল। নক'লেও হ'ব, মই আত্মপক্ষ সমৰ্থন নকৰিলোঁ। কেৱল মাত্ৰ আদালতত এটা চমু বিবৃতি দিলোঁ। মোক বিদ্ৰোহী বুলি ১২৪ (ক) ধাৰাত ১৮ মাহ সশ্ৰম কাৰাদণ্ড আৰু ৫০০২ টকা জৰিমনা কৰা হ'ল, ১৮৮২ চনৰ লোণ-আইন অনুসৰি ছমাহ জেল আৰু এশ টকা জৰিমনা কৰা হ'ল আৰু ১৯৩০—৬নং অৰ্ডিনেঞ্চ (কি বিষয় সেইটো পাহৰি গৈছোঁ) অনুসৰি আৰু দুমাহ জেল আৰু এশ টকা জৰিমানা হ'ল। শেহত কোৱা দুয়োটা জেলৰ সময় একেলগে চলিল। মুঠতে মোৰ দুবছৰ সশ্ৰম কাৰাদণ্ড হ'ল আৰু জৰিমনাৰ টকা নিদিলে আৰু পাঁচ মাহ ফাটেক। এইবাৰকে ধৰি মোৰ পাঁচবাৰ ফাটেক হ'ল।

মোৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ ফলত আইন-অমান্য আন্দোলনে সাময়িকভাবে অলপ বল পালে আৰু অলপ উছাহ-উদ্দীপনাও বাঢ়িল। দেউতাৰ কাৰণেই সি সম্ভৱ হৈছিল। যেতিয়া কমলা গৈ তেওঁৰ ওচৰত মোৰ গ্ৰেপ্তাৰৰ খবৰ দিলে তেতিয়া তেওঁ বৰ দুখ পালে। ততালিকে তেওঁ উঠি থিয় হৈ সমুখৰ মেজত ঢকা এটা মাৰি ক'লে; তেখেত এইদৰে নৰিয়া-পাটীত পৰি নেথাকে, ভাল হ'বই, মানুহৰ নিচিনাকৈ কাম কৰিবই, এনেকৈ দুৰ্ব্বলভাৱে তেখেতে ৰোগৰ ওচৰত আত্মসমৰ্পণ কেতিয়াও নকৰে। কি সাহসৰ সংকল্প! কিন্তু কি হ'ব! দুৰ্ভাগ্যবশতঃ ইচ্ছাশক্তি যিমানেই প্ৰবল নহওক, যি ৰোগে তেখেতৰ হাড়ে ছিমজুৰে সোমাই লাহে লাহে তেখেতক খাই নিছে, তাক পৰাজয় কৰা তেখেতৰ সাধ্যৰ ভিতৰত নাই। কিন্তু কিছুদিন অদ্ভুত পৰিৱৰ্ত্তন দেখা গ'ল। মানুহে তেখেতক দেখি বিস্ময় মানিলে। তেখেত যেতিয়া ষাৰৱেড জেলত আছিল, তেতিয়াৰপৰা কেইমাহমান ধৰি তেখেতৰ থুইৰ লগত তেজ পৰিছিল। তেখেতৰ এই সংকল্পৰ পিচত তেজ আৰু নপৰা হৈ গ'ল। তাকে দেখি তেখেতে বৰ আনন্দ পালে। জেলত আহি বুকু ফুলাই মোৰ আগত কথাটো ক'লেহি। কিন্তু দুৰ্ভাগ্যবশতঃ এই অৱস্থা বেচি দিন নেথাকিল, কেইদিন-মান পিচতে আকৌ বেচিকৈ তেজ পৰিবলৈ ধৰিলে আৰু তেখেতৰ ৰোগে আকৌ মূৰ দাঙি উঠিল। কিন্তু সেই অলপ দিনৰ ভিতৰতে তেখেতে পুৰণি শক্তি লৈ নিখিল ভাৰত আইন-অমান্য আন্দোলনত এটা নতুন গতিবেগ আনি দিলে। বেলেগ বেলেগ প্ৰদেশৰ কৰ্ম্মীসকল আহি তেখেতৰ লগত পৰামৰ্শ কৰিলে আৰু তেখেতে সদায় প্ৰয়োজন মতে উপদেশ আদি পঠাবলৈ ধৰিলে। তেখেতে এটা বিশেষ দিন ঠিক কৰিলে (নবেম্বৰ মাহত, সেইটো মোৰ জন্মদিন) আৰু যি বক্তৃতাৰ কাৰণে মোক জেলত দিয়া হৈছে, সেই বক্তৃতা ভাৰতৰ সকলো ঠাইতে ৰাজহুৱা সভাত পাঠ কৰা হ'ব বুলি স্থিৰ কৰা হ'ল। নিৰ্দ্দিষ্ট দিনত বহুত ঠাইত লাঠীচালনা হ'ল, বহুবে

শোভাযাত্ৰা আৰু সভা ভাঙি দিয়া হ'ল আৰু কেৱল মাত্ৰ সেই দিনাই পাঁচ হেজাৰ মানুহ গ্ৰেপ্তাৰ হ'ল। জন্মদিনৰ কি ধুনীয়া অনুষ্ঠান!

নৰিয়া পৰি থকা দেউতাৰ কাৰণে এনেকৈ দায়িত্ব লৈ শক্তি ক্ষয় কৰা অতি অন্যায়। মই তেখেতক একেবাৰেই লৰচৰ নকৰাকৈ জিৰনি লৈ থাকিবলৈ ক'লোঁ, কিন্তু মই জানো, ভাৰতত থাকি তেখেতে এনেকৈ কেতিয়াও জিৰণি লৈ থাকিব নোৱাৰে। আন্দোলনৰ গতিৰ লগত তেখেতৰ মনো সদায় উগুল-থুগুল হৈ থাকিব আৰু মানুহেও উপদেশৰ কাৰণে তেখেতৰ ওচৰলৈ আহিবই। মই সেই কাৰণে তেখেতক বেংগুণ, ছিংগাপুৰ আৰু জাভা আদি অঞ্চলত সৰু-সুৰা সাগৰযাত্ৰা কৰিবলৈ পৰামৰ্শ দিলোঁ। তেখেতো এই কথাত মান্তি হ'ল। ঠিক কৰা হ'ল যে সাগৰযাত্ৰাত এজন ডাক্তৰ-বন্ধুও তেখেতৰ লগত থাকিব। এই উদ্দেশ্য লৈ তেখেত কলিকতালৈ গ'ল আৰু তাতে তেখেতৰ অৱস্থা আৰু বেয়া হ'লগৈ। তেখেত আৰু আগবাঢ়িব নোৱাৰা হ'ল। কলিকতাৰ ওচৰৰ দক্ষিণেশ্বৰত তেখেত কেই সপ্তাহমান থাকিল। পৰিয়ালৰ সকলোৱেই আহি তেখেতক লগ ধৰিলেহি। কেৱল কমলা কংগ্ৰেছৰ কামৰ কাৰণে এলাহাবাদতে থাকি গ'ল। খাজনা-বন্ধ আন্দোলনৰ লগত মই জড়িত থকাৰ কাৰণে মোক আকৌ লৰালাৰিকৈ গ্ৰেপ্তাৰ কৰিলে। কিন্তু প্ৰকৃততে, খেতিয়ক সম্মিলনৰ ঠিক পিচতেই খেতিয়ক-প্ৰতিনিধিসকল এলাহাবাদত থাকোঁতে থাকোঁতেই মোক গ্ৰেপ্তাৰ কৰাৰ কাৰণে আন্দোলন যিমানখিনি সফল হ'ল, আন এনেতেই সিমানখিনি সফল নহ'লহেঁতেন। ইয়াৰ ফলত তেওঁলোকৰ উৎসাহ বাঢ়ি গ'ল আৰু সম্মিলনৰ সিদ্ধান্ত তেওঁলোকে জিলাৰ প্ৰতি গাঁৱতে প্ৰচাৰ কৰিবলৈ ধৰিলে। দুদিনৰ ভিতৰতে জিলাৰ সকলোৱেই জানিলে—খাজনা-বন্ধ আন্দোলন আৰম্ভ হৈ গৈছে—আৰু সকলো ঠাইতে আনন্দেৰেই ইয়াক সমৰ্থনো কৰিছে।

এই সময়ত আমি কি কৰিছোঁ? জনসাধাৰণৰপৰা আমি কি বিচাৰো? এনে ধৰণৰ বাতৰি সৰবৰাহ কৰোঁতে আমি বৰ বেগ পাব লগা হ'ল। চৰকাৰৰ শাস্তিৰ ভয়ত আৰু কাগজ বন্ধ হৈ যোৱাৰ ভয়ত আমাৰ বাতৰি প্ৰকাশ নকৰা হ'ল। ছপাকলবিলাকে আমাৰ বিজ্ঞাপন নটিছ আদি নছপোৱা হ'ল। চিঠি আৰু টেলি-গ্ৰাম ছেন্সৰ (পৰীক্ষা) কৰা হ'ল আৰু প্ৰায়ে বাতৰি বন্ধ কৰি থোৱাত পৰিল। মানুহৰ যোগেদি বাতৰি অনা-নিয়া কৰাই একমাত্ৰ বাট থাকিলগৈ। কিন্তু তাতো আমাৰ বাতৰি যোগনিয়াৰসকলক প্ৰায়েই গ্ৰেপ্তাৰ কৰা হৈছিল। এই উপায় অতি খৰচী আৰু ইয়াৰ কাৰণে শৃংখলাবদ্ধভাৱে বহুতখিনি কৰিব ল'গা হয়। তথাপি এই ব্যৱস্থা বহুদূৰ সফল হ'ল। প্ৰাদেশিক আৰু জিলা কেন্দ্ৰৰ লগত ঘাই কেন্দ্ৰৰ সদায় যোগাযোগ ৰক্ষা কৰা সম্ভৱ হৈছিল। চহৰত বাতৰি সৰবৰাহ কৰা একো টান নহয়। ছাইক্লষ্টাইল্ (লিঠু) যন্ত্ৰত ছপা কৰা বহুতো সাদিনীয়া আৰু দৈনিক পত্ৰিকা বে-আইনীভাৱে প্ৰচাৰ কৰা হ'ল আৰু মানুহে তাকে হেঁপাহেৰে পঢ়িবলৈ ধৰিলে। নগৰত ঢোল কোবাই আমাৰ ঘোষণাপত্ৰবিলাক প্ৰচাৰ কৰা হয় আৰু ঢুলীয়া প্ৰায়েই গ্ৰেপ্তাৰ হয়, মানুহে সেইটো কেনো কথা বুলিলেই নধৰে। কাৰণ মানুহে বিচাৰে গ্ৰেপ্তাৰ হ'বলৈ, পলাবলৈ নিবিচাৰে। কিন্তু নগৰৰ উপায় গাওঁ অঞ্চলত নচলে। দূত পঠাই বা বে-আইনী জাননী বিলাই কেইটামান ঘাই ঘাই কেন্দ্ৰৰ লগত

যোগাযোগ ৰক্ষা কৰিব পাৰিলেও এই ব্যৱস্থা বৰ সুচল হোৱা নাছিল। দূৰৰ গাঁৱলৈ বাতৰি বিয়পি পৰোঁতে পলম হৈছিল।

কিন্তু এলাহাবাদত খেতিয়ক সন্মিলন হোৱাৰ পিচত এই অসুবিধা ভালেখিনি দূৰ হ'ল। জিলাৰ প্ৰায় প্ৰত্যেকখন প্ৰধান প্ৰধান গাঁৱৰপৰাই খেতিয়ক-প্ৰতিনিধি আহিছিল। তেওঁলোকে খেতিয়কসকলৰ সম্বন্ধে নতুন প্ৰস্তাৱ আৰু তাৰ কাৰণে মোৰ গ্ৰেপ্তাৰৰ খবৰ জিলাৰ সকলো ঠাইলৈকে বিয়পাই দিলে। অৰ্থাৎ খাজনা-বন্ধ আন্দোলনৰ যোল শ উৎসাহী প্ৰচাৰকাৰীয়ে একেদিনাই গোটেইখিনি খা-খবৰ সকলো ঠাইতে ৰজনজনাই দিলে। আন্দোলনৰ প্ৰাথমিক সাফল্য দেখা গ'ল। সকলো ঠাইতে বুজা গ'ল বল প্ৰয়োগ নকৰিলে কোনেও ইচ্ছা কৰি খাজনা নিদিয়ে। অৱশ্যে জমিদাৰেই হওক বা শাসকবৰ্গই হওক, বল প্ৰয়োগ কৰি ভয় দেখুৱাবলৈ আৰম্ভ কৰিলে তেওঁলোকে সহ্য কৰিব পাৰিব নে নোৱাৰে সেইটো কোনেও ক'ব নোৱাৰে।

আমি জমিদাৰ আৰু প্ৰজা উভয়কে খাজনা বন্ধ কৰিবলৈ কৈছিলোঁ। মত-বাদৰ ফালৰপৰা চাবলৈ গ'লে ই শ্ৰেণীগত আন্দোলন নহয়, কিন্তু কাৰ্য্যক্ষেত্ৰত জমিদাৰসকলে নিজৰ নিজৰ ৰাজহ দিলে, আন কি জাতীয় আন্দোলনৰ প্ৰতি সহানু-ভূতি থকা জমিদাৰসকলেও তাকে কৰিলে। তেওঁলোকৰ ওপৰত হে'চাও বেচি আৰু তেওঁলোকৰ ক্ষতিৰ সম্ভাৱনাও অধিক। যি হওক, প্ৰজাসকল অচল-অটল হৈ থাকিল আৰু খাজনা তেওঁলোকে নিদিলে। আমাৰ সংঘৰ্ষ গৈ কাৰ্য্যতঃ খাজনা-বন্ধ আন্দোলনত পৰিলগৈ। এলাহাবাদ জিলাৰপৰা ই যুক্তপ্ৰদেশৰ আৰু কেইখনমান জিলাত বিয়পি পৰিল। আন আন জিলাত ই আনুষ্ঠানিকভাৱে গৃহীত আৰু ঘোষিত নহ'লেও প্ৰজাসকলে খাজনা দিয়া বন্ধ কৰিলে, নহ'লে বা সৰহ ভাগ ঠাইতে শস্যৰ দাম কমি যোৱাত অনাটনৰ বাবেও তেওঁলোকে খাজনা দিব নোৱাৰিলে। কিন্তু কেইবা মাহো ধৰি জমিদাৰেই হওক বা চৰকাৰেই হওক অবাধ্য প্ৰজাসকলক ভয় দেখুৱাবৰ কোনেও চেষ্টা নকৰিলে। তেওঁলোকে অতি অনিশ্চিত অৱস্থাত পৰিছিল। এফালে 'অহিংস আইন-অমান্য আন্দোলন লৈ ৰাজনৈতিক সংঘৰ্ষ আনফালে অৰ্থনৈতিক দুৰাবস্থাৰ কাৰণে গাঁও অঞ্চলত খেতিয়কসকলৰ দুখ। এই দুয়োটাৰ মিলিত মুৰ্ত্তি দেখি চৰকাৰে খেতিয়ক বিদ্ৰোহৰ আশঙ্কাৰ ভয় খালে। লণ্ডনত তেতিয়া ঘূৰণীয়া মেজ-মেল চলি আছিল, ভাৰতত আৰু বেচি অশান্তিৰ সৃষ্টি কৰা বা 'প্ৰতাপী' চৰকাৰৰ ক্ষমতা প্ৰদৰ্শন কৰাত তেওঁলোকৰ বিশেষ আগ্ৰহ নাছিল।

যুক্তপ্ৰদেশত কৰবন্ধ আন্দোলনৰ এটা পোনপটীয়া ফল দেখা গ'ল কি—ই আন্দোলনৰ কেন্দ্ৰক নগৰৰপৰা গাৱঁলৈ লৈ গ'ল আৰু আগতকৈয়ো বেচি ব্যাপক আৰু টান ভেটিৰ ওপৰত প্ৰতিষ্ঠিত হ'ল। যদিওবা আমাৰ নগৰীয়াসকলৰ যথেষ্ট আমনি আৰু ভাগৰ লাগিছিল আৰু আমাৰ মধ্যবিত্ত শ্ৰেণীৰ কৰ্ম্মীসকল নিজ্জীৱ হৈ পৰিছিল; তথাপি যুক্তপ্ৰদেশৰ আন্দোলন শক্তিশালী, আন কি আগতকৈয়ো বেচিহে শক্তিশালী হৈ উঠিল। আন আন প্ৰদেশৰ আন্দোলন নগৰৰপৰা গাঁৱলৈ, ৰাজ-নীতিৰপৰা অৰ্থনীতিলৈ পৰিৱৰ্ত্তন হোৱা ইমান দেখা নেযায়। তাৰ ফলত নগৰৰ-

পৰাই আন্দোলন পৰিচালনা কৰা হ'বলৈ ধৰিলে আৰু মধ্যবিত্ত শ্ৰেণীৰ কৰ্ম্মীসকলৰ ভাগৰ লগাৰ কাৰণে আন্দোলন ভালেখিনি ঢিলা হৈ পৰিল। আন কি যি বোম্বাই চহৰ প্ৰথম কেন্দ্ৰৰপৰা গৈ গৈ প্ৰধান কেন্দ্ৰত পৰিণত হৈছিল তাৰো উৎসাহ-উদ্দীপনা কমি আহিল। কৰ্ত্তৃপক্ষৰ প্ৰতি অৱজ্ঞা, ধৰ-পাকৰ আদি নানা ঠাইত চলিছিল সঁচা কিন্তু তাক অস্বাভাৱিক যেনহে লাগিছিল। আগৰ সেই জীৱন্ত ভাব আৰু নাইকিয়া হ'ল। এনে হোৱাটো স্বাভাৱিকেই, কিয়নো জনসাধাৰণক এটা বৈপ্লৱিক তীব্ৰ মনোবৃত্তিত সৰহ দিন ৰাখিব নোৱাৰি। সাধাৰণতে ই কেইদিনমানৰহে কথা; কিন্তু আইন-অমান্য আন্দোলনৰ কেবা মাহো ধৰি সমান উৎসাহেৰে কাম চলাই থকাৰ অদ্ভুত শক্তি আছিল আৰু অলপ কম তীব্ৰভাৱে অনিৰ্দিষ্ট কাললৈ চলাই থকাৰ শক্তিও আন্দোলনৰ আছিল।

চৰকাৰৰ দমন-নীতি প্ৰৱল হৈ উঠিল। স্থানীয় কংগ্ৰেছ কমিটী, যুৱক-সমিতি আদি যিবিলাক ইমান দিন আচৰিতভাৱে চলি আছিল তাক বে-আইনী ঘোষণা কৰি দমন কৰা হ'ল। ৰাজনৈতিক ফাটেকিয়ালসকলৰ প্ৰতি জেলখানাৰ ব্যৱহাৰ আগতকৈয়ো বেয়া হ'ল। জেলৰপৰা ওলাই অহাৰ অলপ দিনৰ পিচতে মনুহে আকৌ কৰাদণ্ড লৈ জেললৈ উভতি আহে। এই ব্যৱস্থা দেখি চৰকাৰে বৰ আমনি পাবলৈ ধৰিলে। শাস্তি খায়ো মানুহৰ তেজ নকমে। তাকে দেখি শাসকসকলে আত্মাভিমানত আঘাত পোৱা যেন পালে। ১৯৩০ চনৰ নবেম্বৰ আৰু ডিচেম্বৰ মাহৰ আগ ভাগত জেল-শৃঙ্খল ভঙ্গ কৰাৰ অপৰাধৰ ছল লৈ যুক্তপ্ৰদেশৰ জেলবিলাকত কেইজনমান ৰাজনৈতিক ফাটেকিয়ালক বেত্ৰদণ্ড দিয়া হ'ল। নাইনি জেলত এইবিলাক বতৰা পাই আমাৰ মন বৰ বেয়া লাগিল। মই নিজে বেত্ৰদণ্ড অতি গৰ্হিত বুলি ভাবোঁ। মোৰ মতেৰে অতি দুৰ্বৃত্ত অপৰাধীকো এই দণ্ড দিয়া উচিত নহয়। কিন্তু ভাৰতবৰ্ষত আমি বেত্ৰদণ্ড কিয়, তাতকৈয়ো আচি শোচনীয় বহুতো ঘটনাত অভ্যস্ত হৈ পৰিলোঁ। তথাপি ডেকা আৰু কম বয়সীয়া ল'ৰাবিলাকক অলপমান শৃঙ্খলা ভঙ্গ কৰোঁতেই বেত্ৰদণ্ড দিয়াটো বৰ্ব্বৰতা হয়। আমাৰ বেবেকৰ আমি চাৰিজনে এই বিষয়ে চৰকাৰৰ ওচৰলৈ চিঠি লিখিলোঁ। কিন্তু দুসপ্তাহ সময় বৈয়ো কোনো উত্তৰ নেপালোঁ। বেত্ৰদণ্ডৰ প্ৰতিবাদ আৰু যিসকলে এই বৰ্ব্বৰ দণ্ড লাভ কৰিছে তেওঁলোকৰ প্ৰতি সহানুভূতি দেখৱাবলৈ দিনা এটা কৰাটো ভাল হ'ব বুলি মনতে ভাবিলোঁ। আমি তিনি দিন ৭২ ঘণ্টা সম্পূৰ্ণ লঘোনে থাকিবলৈ ঠিক কৰিলোঁ। দিনৰ সংখ্যাৰ ফালে চালে এই লঘোন একোৱেই নহয়, কিন্তু আমি কোনোৱেই তেনেকৈ লঘোন দি পোৱা নাই। গতিকে আমি কিমানখিনি সহ্য কৰিব পাৰিম বুজিব নোৱাৰিলোঁ। মই ইয়াৰ আগতে কোনোৱাও ২৪ ঘণ্টাৰ বেচি লঘোনে থাকি পোৱা নাই।

লঘোনৰ দিনকেইটা ভালে ভালেই গ'ল। যিমান ভয় খাইছিলোঁ, সিমান ভয়ৰ কথা নহয়। মই হেবাঙৰ দৰে সেই তিনি দিনতো লৰমৰা জাপমৰা আদি ব্যায়াম কৰিছিলোঁ। আগেয়ে মোৰ গাটো অলপ অসুখ আছিল। গতিকেই ইয়াৰ ফল ভাল নহ'ল। তিনি দিনত আমাৰ প্ৰত্যেকৰে ওজন ৭/৮ পাউণ্ডকৈ কমি গ'ল। ইয়াৰ

আগৰ কেইমাহতো নাইনি জেলত আমাৰ ওজন ১৫ পৰা ২৬ পাউণ্ডলৈকে কমি-ছিলেই।

আমাৰ লঘোনৰ বাহিৰেও বাহিৰত বেত্ৰদণ্ডৰ বিষয়ে ঠায়ে ঠায়ে আন্দোলন হৈছিল আৰু মোৰ বিশ্বাস যুক্তপ্ৰদেশৰ চৰকাৰে আগলৈ বেত্ৰদণ্ড নিদিবৰ কাৰণে জেল বিভাগৰ ওপৰত আদেশ জাৰি কৰিছিল। কিন্তু এই আদেশ বেচি দিন নিটিকিল। এবছৰৰ অলপ পিচতেই যুক্তপ্ৰদেশ আৰু আন আন প্ৰদেশৰ জেল-খানাতো বেত্ৰদণ্ডৰ অভাৱ নাছিল।

এই ধৰণৰ সাময়িক উত্তেজনাৰ কথা বাদ দিলে আমি জেলত শান্তিৰেই আছিলোঁ বুলিব লাগে। বতৰটোও ভাল আছিল। এলাহাবাদত শীত কালটো অতি মনোৰম। আমাৰ বেৰেকলৈ ৰণজিৎ পণ্ডিত অহাত আমাৰ ভালেই হ'ল। তেওঁ বাগিচা পতাত বৰ পাকৈত আছিল। অলপ দিনৰ ভিতৰতে আমাৰ বেৰেকৰ শুকান চোতাল নানা ৰঙৰ ফুলেৰে জাতিষ্কাৰ হৈ পৰিল। আন কি তেওঁ সেই ঠেক-ঠুক অকণমানি ঠাইডোখৰৰ ভিতৰতে গল্‌ফ খেলাৰো সৰু-সুৰা ঠাই এডোখৰ উলিয়ালে।

নাইনি জেলত আৰু এটা দৃশ্যই আমাৰ মন বৰকৈ আকৰ্ষণ কৰিলে। সি হ'ল এয়াৰোপ্লেন। পূব আৰু পশ্চিম ফালে যোৱা আকাশীবাটৰ এলাহাবাদো এটা ঘাঁটি। অষ্ট্ৰেলিয়া, জাভা, ফৰাচী, ইন্দোচীন আদি দেশৰ ফালে যোৱা ডাঙৰ ডাঙৰ উৰাজাহাজ নাইনিত আমাৰ ঠিক মূৰৰ ওপৰেদিয়েই উৰি গৈছিল। সকলোতকৈ বাটাভিয়ালৈ অহা-যোৱা কৰা ডাচ উৰাজাহাজবিলাক দেখিবলৈ বৰ ধুনীয়া আছিল। ভাগ্য ভাল থাকিলে, জাৰকালিৰ দোকমোকালিতো তৰাবছা আকাশত উৰাজাহাজ বিলাক আমি দেখিবলৈ পাইছিলোঁ। জিক্‌মিকাই থকা উৰাজাহাজৰ আগ আৰু পাচ ফালে ৰঙা চাকিবোৰ জ্বলে। দোকমোকালিৰ ক'লা আকাশেদি তিৰ্‌বিৰাই উৰি যোৱা উৰাজাহাজবোৰ দেখিবলৈ কেনে মনোৰম!

পণ্ডিত মদনমোহন মালব্যও আন এখন জেলৰপৰা নাইনিলৈকে আহিল। তেওঁক আমাৰ বেৰেকৰপৰা বেলেগ কৰি ৰাখিলে, কিন্তু সদায় মোৰ তেওঁৰ লগত দেখা হয়। বাহিৰত তেওঁক যিমানেই নেদেখোঁ, এতিয়া তেওঁক ভালকৈ দেখিবলৈ পাইছোঁ। তেওঁৰ লগত থাকি বৰ আনন্দ লাগে। তেওঁৰ জীৱনৰ উজ্জ্বলতা আৰু সকলো বিষয়তে যৌৱনসুলভ উৎসাহ লক্ষ্য কৰিবলগীয়া বিষয়। আন কি তেওঁ ৰণজিতৰ সাহায্যত জাৰ্ম্মান ভাষা শিকিবলৈ আৰম্ভ কৰিলে। তেওঁৰ স্মৃতিশক্তি দেখি আমি অবাক হৈ গ'লোঁ। তেওঁ নাইনিত থকা সময়তে বেত্ৰদণ্ডৰ বাতৰি আহিছিল। তেওঁ অতিপাত বিচলিত হৈ প্ৰাদেশিক অস্থায়ী গৱৰ্ণৰলৈ চিঠি লিখিছিল। অলপ পিচতে তেওঁৰ অসুখ হ'ল। জেলৰ চেঁচা বা-বতাহ তেওঁ সহ্য কৰিব নোৱাৰিলে। তেওঁৰ অসুখ বৰ বেচি হোৱা বাবে তেওঁক চহৰৰ জেললৈ লৈ যোৱা হ'ল আৰু কাৰাদণ্ড শেষ হোৱাৰ আগেয়েই তেওঁক মুক্তি দিয়া হ'ল। কপাল ভাল, জেলৰ ভিতৰতে তেওঁৰ অসুখ ভাল হ'ল।

নতুন বছৰৰ প্ৰথম দিন—১৯৩১-ৰ ১ জানুৱাৰীৰ দিনা বাতৰি পালোঁ, কমলা গ্ৰেপ্তাৰ হৈছে। তেওঁ তেওঁৰ জেলত থকা সহকৰ্ম্মীসকলৰ লগত লগ হ'বলৈ বহুতে দিনৰপৰা বৈ আছিল বুলি শুনি বৰ আনন্দ পালোঁ। মোৰ পৰিয়াৰ, ভনী আৰু

আন আন তিৰোতাসকল যদি পুৰুষ হ'লহেঁতেন, তেন্তে বহুত আগতেই তেওঁলোক গ্ৰেপ্তাৰ হ'লহেঁতেন। তেতিয়া চৰকাৰে তিৰোতাসকলক গ্ৰেপ্তাৰ কৰাৰপৰা যিমান দূৰ পাৰে বিৰত আছিল কাৰণেই এওঁলোক ইমান দিনে ধৰা পৰা নাই। এতিয়া তেওঁৰ আশা পূৰণ হ'ল। মই ভাবিলোঁ, তেওঁ নিশ্চয় আনন্দই পাইছে। কিন্তু তেওঁৰ গাৰ অৱস্থা মনত পৰাত ভয় খালোঁ, জেলখানাত তেওঁৰ বৰ কষ্ট হ'ব!

তেওঁৰ গ্ৰেপ্তাৰৰ সময়ত এজন সাংবাদিক আহি এটা বাণী খুজিলে। মুহূৰ্ত্তৰ উত্তেজনাত তেওঁ উত্ৰাৱল হৈ যি ক'লে তাৰ মাজেদি তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট ফুটি উঠিছে। "মই আজি আনন্দত উত্ৰাৱল। স্বামীৰ খোজতে খোজ পেলাই চলিছোঁ বুলি আজি মই গৰ্ব্বিতা। আশাকৰোঁ সকলোৱে জাতীয় পতাকা ওপৰত তুলি ৰাখিব।" তেওঁ যদি অলপ ভাবিবৰ সময় পালেহেঁতেন, তেনেহ'লে এনে কথা নক'লেহেঁতেন, কিয়নো তেওঁ পুৰুষৰ অত্যাচাৰবপৰা নাৰীক ৰক্ষা কৰাৰ এগৰাকী নেত্ৰী আছিল। কিন্তু সেই সময়ত পতিব্ৰতা হিন্দু নাৰী তাৰ মাজতে সাৰ পাই উঠিছিল। আন কি পুৰুষৰ অত্যাচাৰৰ কথাও তেওঁ পাহৰি গৈছিল।

কলিকতাত দেউতাই নৰিয়া-পাটীতে কমলাৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ বতৰা পাই অতিপাত বিচলিত হৈ এলাহাবাদলৈ উভতি যাবলৈ মনস্থ কৰিলে। তেখেতে তেতিয়াই ভনী কৃষ্ণাক এলাহাবাদলৈ পঠাই দিলে আৰু কেইদিনমান পিচতে পৰিয়ালবৰ্গৰেসৈতে নিজে এলাহাবাদলৈ যাত্ৰা কৰিলে। ১২ জানুৱাৰীৰ দিনা তেখেতে আমাক নাইনিত চাবলৈ আহিছিল। দুমাহ পিচত তেখেতক দেখা পালোঁ। তেখেতৰ অৱস্থা দেখি শোকে খুন্দা মাৰি ধৰিলে। বৰ কষ্টেৰে মনৰ ভাব লুকুৱালোঁ। তেখেতৰ চেহেৰা দেখি মোৰ মনত যি বেজাৰ লাগিল, তেখেতে ডাক বুজিব নোৱাৰিলে; ক'লে, কলিকতাত তেখেত ভালেখিনি আৰোগ্য হৈছে। তেখেতৰ মুখ ফুলিছিল, কিন্তু তেখেতৰ ধাৰণা খণ্ডেকীয়া কিবা কাৰণতহে হৈছে।

তেখেতৰ সেই মুখখনি বাৰে বাৰে মনত পৰিবলৈ ধৰিলে; সেইখন মুখ তেখেতৰ স্বাভাৱিক মুখতকৈ কিমান বেলেগ! জীৱনত প্ৰথম বাৰলৈ মোৰ মনত তেখেতৰ কাৰণে এটা আশঙ্কা জাগি উঠিল—বিপদ সন্মুখত ডাঠ হৈ আহিছে। মই সদায় তেওঁক স্বাস্থ্য-শক্তিৰ প্ৰতীক বুলি ধৰি লৈছিলোঁ, তেখেতৰ মৃত্যুৰ কথা মই ভাবিবই নোৱাৰোঁ। মৃত্যুৰ কথা লৈ তেখেতে হাঁহি-ধেমালি কৰে আৰু আমাক কয় 'মই বহুত দিন জীয়াই থাকিম'। শেষৰ ফালে তেখেতে ডেকা কালৰ কোনোবা বন্ধুৰ মৃত্যুৰ বাতৰি পালেই বিচ্ছেদ-বেদনা বোধ কৰে, নিজকে অকলশৰীয়া যেন পায়। তাক তেখেতে আগন্তুক বিপদৰ আগজননী বুলি ভাবে; কিন্তু অলপ সময়ৰ ভিতৰতে সেই বেজাৰ নাইকিয়া হৈ যায়, তেখেতৰ জীৱনৰ প্ৰাচুৰ্য্য আকৌ উথলি উঠে। তেখেতৰ তেজস্বী ব্যক্তিত্ব আৰু সকলোৰে প্ৰতি মৰমৰ অফুৰন্ত ধাৰাত আমি এনেকৈ ডুবি আছিলোঁ যে, তেখেতক বাদ দি আমি জগতখনৰ কথা ভাবিবই নোৱাৰোঁ।

তেখেতৰ মুখখন মনত পেলাই মই বৰ উদ্বিগ্ন হৈ পৰিলোঁ। মোৰ মনত নানা অমঙ্গলৰ চিনে দেখা দিলে। তথাপি সোনকালতে তেখেতৰ কিবা বিপদ হ'ব বুলি ভাবিব নোৱাৰিলোঁ। কিবা নজনা কাৰণত সেই সময়ত মোৰ শৰীৰো ভাল নাছিল।

এইখিনি সময়তে প্ৰথম ঘূৰণীয়া মেজ-মেলৰ শেষ দৃশ্যৰ অৱতাৰণা হৈছিল। আমি অলপ আমোদ পাইছিলোঁ—আশঙ্কা হয় তাৰ লগতে অলপ আমাৰ ঘিণো লাগিছিল—সেই নাটকীয় আৱেগ-উচ্ছ্বাস আৰু ভাও দেখি। সেইবিলাক বক্তৃতা, ডাঙৰ ডাঙৰ কথা, গভীৰ আলোচনা, যেনেকুৱা কৃত্ৰিম, তেনেকুৱ নিষ্ফলো। কিন্তু ইয়াৰ মাজত এটা বাস্তৱ ঘটনা আছিল। আমাৰ দেশত যেতিয়া অগ্নি-পৰীক্ষা চলিছে, অসংখ্য নৰ-নাৰীয়ে দেশত প্ৰশংসাৰে কাম কৰিছে, সেই সময়ত আমাৰে দেশৰ কিছুমান মানুহে এই সংগ্ৰামৰ কথা পাহৰি গৈ বিপক্ষত যোগ দিলে। বাহিৰত জাতীয়তাৰ ছদ্মবেশৰ তলত স্ববিৰোধী অৰ্থনৈতিক স্বাৰ্থবিলাক কেনেকৈ কাম কৰিব লাগিছে, ন্যস্তস্বাৰ্থৰ প্ৰতিভূসকলে কেনেকৈ ভৱিষ্যতৰ কাৰণে তাকে ৰক্ষা কৰাৰ আশাত জাতীয়তাবাদৰ নাম উচ্চাৰণ কৰিছে, তাক আমি ফট্‌ফটীয়াকৈ দেখা পালোঁ। এওঁলোকৰ বহুতেই আমাৰ সংঘৰ্ষৰ বিৰোধিতা কৰিছিল; বহুতে নিৰপেক্ষভাৱে নিলগে নিলগে থাকি সময়ে সময়ে আমাক শুনায় 'যিসকলে নিলগত থাকি বৈ থাকে, তেওঁলোকেও এক ৰকমৰ সাহায্যকে কৰিছে।' কিন্তু লণ্ডনে যেতিয়া হাতৰ ঠাৰ দেখুৱালে, তেওঁলোকে তেতিয়া আৰু বৈ থাকিব নোৱাৰিলে, নিজৰ নিজৰ স্বাৰ্থ নিৰাপদ কৰিবলৈ আৰু আগতকৈ বেচি ভাগ লোৱাৰ আশাত এটা দুটাকৈ লগ লাগিলহি। কংগ্ৰেছ লাহে লাহে বাওঁপন্থী হৈ উঠিছে আৰু জন-সাধাৰণৰ ওপৰত তেওঁলোকৰ প্ৰভাৱো বাঢ়িছে, এই আশঙ্কা কৰি লণ্ডনত সকলোৱে একেলগে কাণ-মূৰ জোকাৰি উঠিল। যদি ভাৰতৰ ৰাজনৈতিক অৱস্থাৰ কিবা আমূল পৰিৱৰ্ত্তন হয়, তেন্তে জনসাধাৰণৰ প্ৰতিনিধিসকলৰ হাতলৈ ক্ষমতা যাব, নহ'লেও অন্ততঃ তেওঁলোক ক্ষমতাশালী হৈ উঠিব আৰু গোটেই সামাজিক ব্যৱস্থা বিপন্ন হৈ পৰিব। এই আপদীয়া সম্ভাৱনাৰ কথা অনুমান কৰি ভাৰতত যিসকলে স্বাৰ্থৰ জাল পাতি বৈ আছে তেওঁলোক পাচ পৰি গ'ল আৰু যি কোনো সুদূৰ বিয়পা ৰাজনৈতিক পৰিৱৰ্ত্তনৰ তেওঁলোকে বিৰোধিতা কৰিবলৈ ধৰিলে। বৰ্ত্তমান সামাজিক গাঁথনি আৰু ন্যস্ত স্বাৰ্থ ৰক্ষাৰ কাৰণে বৃটিছ-কৰ্ত্তৃত্ব ৰখা লাগতিয়াল কথা, এই ধাৰণাৰ বশৱৰ্তী তেওঁলোকে ঔপনিবেশিক স্বায়ত্ত শাসনৰ কথা ক'বলৈ ধৰিলে।

এবাৰ এজন মধ্যমপন্থী নেতাৰ লগত মোৰ কথা-বতৰা হৈছিল। মই দেখিলোঁ যে গ্ৰেট বৃটেইনৰ লগত আপোচৰ এটা প্ৰধান সৰ্ত্ত হোৱা উচিত এই যে, বৃটিছ-সৈন্য অতি সোনকালে আঁতৰাব লাগিব আৰু ভাৰতীয় সৈন্যদলক ভাৰতীয় গণতান্ত্ৰিক নিয়ন্ত্ৰণৰ অধীনত স্থাপন কৰিব লাগিব। তাতে তেওঁৰ অতি খং উঠি গৈছিল, যদি বৃটিছ চৰকাৰ এনেকুৱা প্ৰস্তাৱত মান্তি হয়, তেন্তে তেওঁ বোলে সৰ্ব্বান্তঃকৰণে তাৰ বিৰোধীতা কৰিব। যি কোনো ধৰণৰ জাতীয় স্বাধীনতাৰ সেয়ে মূল কথা। কিন্তু বৰ্ত্তমান অৱস্থাত তেওঁ তাক নিবিচাৰে। অসম্ভৱ বুলি নহয়, অবাঞ্ছিত বুলি। 'অৱশ্যে এটা কথা ভাবিব পাৰি যে, বাহিৰৰ শত্ৰুৰ আক্ৰমণৰ আশঙ্কাত তেওঁ আমাক ৰক্ষা কৰিবৰ কাৰণে বৃটিছ সৈন্য থকাটো ভাল বুলি ভাবে। এই ধৰণৰ বাহিৰৰ আক্ৰমণৰ আশঙ্কা থাকক নেথাকক, যি ভাৰতীয়ৰ দেহত এটোপা তেজো আছে, তেওঁৰ কাৰণে বিদেশীৰ আশ্ৰয় ভিক্ষা কৰা কথাটো কেনে মৰ্ম্মান্তিকভাৱে অপমানজনক! কিন্তু মোৰ মনেৰে বৃটিছ-বাহুবল ভাৰতত ৰখাৰ হেঁপাহ এই

কাৰণে নহয়। ভাৰতীয়ৰ বিপক্ষেই বৃটিছৰ ভাৰতীয় ন্যস্তস্বাৰ্থ ৰক্ষা কৰিবৰ কাৰণে, প্ৰকৃত অবিমিশ্ৰিত গণতন্ত্ৰৰপৰা হাত সাৰি থাকিবৰ কাৰণে, আৰু জন সাধাৰণৰ বিদ্ৰোহ দমন কৰাৰ কাৰণেই ভাৰতত বৃটিছ থাকি যোৱাৰ আৱশ্যক।

এই কাৰণে ঘূৰণীয়া মেজ-মেলৰ ভাৰতীয় প্ৰতিনিধিসকলে কেৱল প্ৰতিক্ৰিয়াশীল আৰু সাম্প্ৰদায়িকতাবাদীসকলেই নহয়- যিসকলে নিজকে প্ৰগতিবাদী আৰু জাতীয়তাবাদী বুলি কয়, তেওঁলোকেও নিজৰ স্বাৰ্থৰ লগত বৃটিছ চৰকাৰৰ স্বাৰ্থ একে বুলি ভাবে। জাতীয়তাবাদৰ অৰ্থ বৰ বহল আৰু নানা ধৰণৰ। ভাৰতত যিসকলে স্বাধীনতাৰ সংঘৰ্ষত জেললৈ গৈছে, তেওঁলোকো জাতীযতাবাদী আৰু যিসকলে আমাৰ জেলৰ অধ্যক্ষসকলৰ লগত হাত মিলাই এটা সাধাৰণ নিয়ম-পদ্ধতিৰ কথা আলোচনা কৰিছে, তেওঁলোকো জাতীয়তাবাদী, ইয়াৰ বাহিৰেও আমাৰ দেশত আৰু একশ্ৰেণীৰ সাহসী জাতীয়তাবাদী আছে -যিসকলে অকণো খোকোজা নলগাকৈ কথাৰ ফুলজাৰি মাৰে, সকলো ফালৰপৰা আন্দোলনত উৎসাহ দিযে, কয় বোলে সেয়ে স্বৰাজৰ গূঢ়তত্ত্ব আৰু তেওঁলোকৰ স্বদেশবাসীয়ে ত্যাগ স্বীকাৰ কৰিও স্বদেশীক সমৰ্থন কৰিবলৈ কয়। সৌভাগ্য ক্ৰমে এই আন্দোলনত তেওঁলোকে এবেবিও হৰণ ভগন সহিবলগীয়া নহয়। তাৰপৰা তেওঁলোকৰ ব্যৱসায় বাঢ়ে, লগত সোণৰ মোনাও শকত হয়। যেতিয়া বহুত মানুহ জেললৈ যায়, লাঠীৰ কোব সহিবলগীয়া হয়, তেতিয়া তেওঁলোকে নিৰাপদে ধনৰ ভঁৰালত বহি পইচাৰ হিচাপ কৰে। পিচত যেতিয়া উগ্ৰ জাতীয়তাবাদৰপৰা বিপদ অহা যেন দেখে, তেতিয়া তেওঁলোকৰ বক্তৃতাৰ সুৰ কোমল হয়, তেওঁলোকে চৰমপন্থীসকলক নিন্দা-বখনা কৰে আৰু বিপক্ষৰ লগত চুক্তি আৰু আপোচ কৰে।

কাৰ্য্যতঃ ঘূৰণীয়া মেজ-মেলত কি হ'ল নহ'ল, তাক আমি গ্ৰাহ্য কৰা নাই। সঁচা হৈছে ভাৱেখিনি নিলগৰ ধূঁৱলি-কুঁৱলী আৰু কৃত্ৰিম কিবাকিবিহে -প্ৰকৃত সংঘৰ্ষ আমাৰ গাঁও আৰু নগৰত। আমাৰ সংঘৰ্ষত সহজে আমি কৃতকাৰ্য্যতা লাভ কৰিম এই দুৰাশাও আমাৰ মনত নাছিল। সমুখৰ বিপদ সম্বন্ধেও আমাৰ মটফটীয়া ধাৰণা আছিল, কিন্তু ১৯৩০-ৰ ঘটনাবলীৰপৰা জাতীয় সাহস আৰু শক্তিৰ ওপৰত আমাৰ বিশ্বাস জন্মিল আৰু সেই বিশ্বাস লৈয়েই আমি ভবিষ্যতৰ সন্মুখীন হ'লোঁ।

ডিচেম্বৰ নে জানুৱাৰী মাহৰ আগ ভাগতে ঘটা এটা ঘটনাৰপৰা আমি মনত বৰ দুখ পালোঁ। মিঃ শ্ৰীনিবাস শাস্ত্ৰীয়ে এডিনবৰাত (ইয়াত তেওঁক 'ফ্ৰিডম্ অব দি চিটি' উপহাৰ দিয়া হৈছিল হ'বলা) এটা বক্তৃতাত ভাৰতত যিসকলে আইন অমান্য আন্দোলন কৰি জেল খাটিছে, তেওঁলোকৰ প্ৰতি ঘৃণাসূচক কথা কৈছিল। সেই বক্তৃতা আৰু যি কাৰণত সেই বক্তৃতা দিয়া হৈছিল, তাৰ বাবে আমি বৰ মৰ্ম্মান্তিক বেজাৰ পাইছিলোঁ। কিয়নো ৰাজনৈতিক মতভেদ আছিল যদিও, আমি তেওঁক শ্ৰদ্ধা কৰোঁ।

ঘূৰণীয়া মেজ-মেলৰ শেহত মিঃ ৰামজে মেকডোনেল্ডে ভাতৃপ্ৰেমত গদ্‌গদ্ হৈ এটা বক্তৃতা দিলে—এনেকুৱা বক্তৃতা দিয়াত তেওঁ পাকৈত। সেই বক্তৃতাৰদ্বাৰা অন্যায় কামৰপৰা বিৰত থাকি সুখে-সন্তোষে মেজ-মেলৰ সহযোগীসকলৰ লগত

লগ লাগিবলৈ কংগ্ৰেছক পাকে প্ৰকাৰে অনুৰোধ কৰা হৈছিল। ঠিক এই সময়তে ১৯৩১-ৰ জানুৱাৰী মাহৰ মাজ ভাগত এলাহাবাদত কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিৰ এখন বৈঠক বহে; ইয়াত আন আন বিষয়ৰ লগতে সেই বক্তৃতাৰ অনুৰোধৰ কথাও আলোচনা কৰা হৈছিল। মই তেতিয়া নাইনি জেলত আছিলোঁ। জেলৰপৰা ওলাই সেই অধিবেশনৰ কাৰ্য্য-বিৱৰণী পঢ়িলোঁ। দেউতা তেতিয়া কলিকতাৰপৰা আহি পাইছে মাত্ৰ। টান নৰিয়া ভুগি আছিল যদিও তেখেতৰ বিছনাৰ চাৰিওকাষে সকলে গোটখাই সেই বিষয়ে আলোচনা কৰিব লাগে বুলি তেখেতক ৰবকৈ টানি ধৰিছিলোঁ। কোনোবা এজনে প্ৰস্তাৱ কৰিলে, মিঃ মেকডোনাল্ডৰ ইঙ্গিত গ্ৰহণ কৰি আইন অমান্য আন্দোলন বন্ধ ৰখা উচিত। এই প্ৰস্তাৱত দেউতাই উত্তেজিত হৈ বিছনাৰ ওপৰতে উঠি বহি লৈ ক'লে, জাতীয় উদ্দেশ্যৰ যেতিয়ালৈকে সিদ্ধি নহয়, তেতিয়ালৈকে তেখেতে কোনোমতেই আপোচ-মীমাংসা নকৰে, যদি আৰু কোনো নেথাকে, তেন্তে তেখেতে অকলেই আন্দোলন পৰিচালনা কৰিব। এই উত্তেজনা তেখেতৰ পক্ষে অতিপাত বেয়া, তেখেতৰ জ্বৰৰ উত্তাপ বাঢ়ি গ'ল; চিকিৎসকসকলে তেখেতক অকলে ৰাখি সদস্যসকলক বহু কষ্টেৰে আনফালে লৈ গ'ল।

বিশেষকৈ দেউতাৰ নিৰ্দ্দেশত কাৰ্য্যকৰী সমিতিয়ে আপোচৰ বিৰুদ্ধে এটা প্ৰস্তাৱ গ্ৰহণ কৰিলে। এই প্ৰস্তাৱ প্ৰকাশৰ আগতেই ছাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু মিঃ শ্ৰীনিবাস শাস্ত্ৰীৰপৰা দেউতালৈ এখন টেলিগ্ৰাম আহিল। তাৰ যোগেদি দেউতাৰ জৰীয়তে কংগ্ৰেছক অনুৰোধ কৰা হৈছে তেওঁলোকৰ লগত আলোচনা কৰাৰ আগতে যেন কোনো সিদ্ধান্ত লোৱা নহয়। তেতিয়া সদস্যসকলৰ সৰহ ভাগেই নিজ নিজ ঠাইলৈ যাত্ৰা কৰিলেই। উত্তৰত তেওঁলোকক জনোৱা হ'ল, কাৰ্য্যকৰী সমিতিয়ে ইতিমধ্যেই এটা প্ৰস্তাৱ গ্ৰহণ কৰিছে। পিচে ছাপ্ৰু আৰু শাস্ত্ৰী আহি পালেহে আৰু তেওঁলোকৰ লগত আলোচনাৰ পিচতহে বাতৰি-কাকতত প্ৰকাশ কৰা হ'ব।

জেলৰ ভিতৰত মই এই ঘটনাৰ একোকে নেজানো। পিচে কিবা এটা হৈছে বুলি জানি অলপ চিন্তিত হৈ পৰিছিলোঁ। তেতিয়া ২৬ জানুৱাৰী অতি ওচৰত। সেইদিনা আমি স্বাধীনতা দিৱসৰ প্ৰথম বাৰ্ষিক অনুষ্ঠান কেনেকৈ পতা হ'ব, কি হ'ব, তাকে চিন্তা কৰি আছিলোঁ। পিচত আমি জানিবলৈ পাইছিলোঁ দেশৰ সকলো ঠাইতে সভা-সমিতি হৈছে আৰু আমাৰ স্বাধীনতা-সংকল্পৰ লগত এটা স্মাৰক প্ৰস্তাৱ* গৃহীত হৈছে। এই অনুষ্ঠান এটা মনত ৰাখিবলগীয়া ঘটনা, কাৰণ বাতৰি-কাকত আৰু ছপখানাৰ সাহায্য পোৱা নাই, ডাক আৰু তাঁৰ বিভাগৰ যোগেদি কাম কৰাও সম্ভৱ হোৱা নাই। তথাপি একেটা প্ৰস্তাৱকে বেলেগ বেলেগ প্ৰাদেশিক ভাষাত একে সময়তে দেশৰ গোটেই গাঁও-নগৰত ৰাজহুৱা সভাত প্ৰকাশ্যভাবে গৃহীত হৈছিল। অৱশ্যে সৰহভাগ সভাই নিষেধাজ্ঞা অমান্য কৰিব লগা হৈছিল আৰু পুলিচেও বলেৰে সেই সভাবিলাক ভাঙি দিয়াৰ চেষ্টা সকলো প্ৰকৰে কৰিছিল।।

২৬ জানুৱাৰীৰ দিনা নাইনি জেলত বহি আমি যোৱা বছৰৰ কথা ভাবি আছিলোঁ, এনে সময়তে দুপৰীয়াৰ আগতে হঠাৎ মোক খবৰ দিলেহি—দেউতাৰ

অৱস্থা সংকটাপন্ন আৰু মই তত্তালিকে ঘৰলৈ যাব লাগে। খবৰ কৰি জানিলোঁ, মোক এৰি দিয়া হৈছে। ৰণজিতো মোৰ লগতে ওলাল।

সেইদিনা সন্ধিয়া গোটেই ভাৰতজুৰি বেলেগ বেলেগ জেলখানাৰপৰা বহুতকে এৰি দিয়া হ'ল। এওঁলোক সকলোৱেই কাৰ্য্যকৰী সমিতিৰ মূল সদস্য বা পিচত আনৰ ঠাইত পাতি দিয়া সদস্য। চৰকাৰে আমাক অৱস্থা বিবেচনা কৰিবৰ কাৰণে সুবিধা দিলে। গতিকে যেনেকৈয়ে হওক মই সেইদিনা আবেলিয়েই জেলৰপৰা ওলালোঁহেঁতেনেই। দেউতাৰ অৱস্থাৰ কাৰণে মাত্র কেই ঘণ্টামানৰ আগতে ছুটী পালো। কমলায়ো ছাব্বিছ দিন জেল খটাৰ পিচত লক্ষ্নৌ জেলৰপৰা মুক্তিলাভ কৰিলে: তেৱোঁ কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ কাৰবাৰ ঠাইত পতা সদস্য।

## দেউতাৰ পৰলোক

দুসপ্তাহ পিচত দেউতাক দেখিলোঁ। ১২ জানুৱাৰীৰ দিনা যেতিয়া তেখেতে নাইনিত আমাক লগ ধৰিবলৈ গৈছিল, তেতিয়া তেখেতৰ মুখ দেখি বৰ দুখ পাইছিলোঁ। ইতিমধ্যে তেখেতৰ অৱস্থা বৰ বেয়া হৈছে, মুখ আৰু ফুলিছে। কথা কওঁতে তেখেতে কষ্ট পায় আৰু মনটোও মাজে মাজে খেলিমেলি যেন লাগিল। কিন্তু তেওঁৰ প্রবল ইচ্ছাশক্তিৰদ্বাৰাই দেহ আৰু মনৰ কাম চলি আছিল।

মোকে ৰণজিতকে দেখি তেখেতে বৰ আনন্দ পালে। দুই এদিনৰ পিচতে ৰণজিতে (তেওঁ কাৰ্য্যকৰী সমিতিৰ সদস্যৰ তালিকাত নাই কাৰণে) নাইনি জেললৈ উভতি যাব লগা হ'ল।

তাতে দেউতাই বৰ বেজাৰ পালে। তেখেতে বাৰে বাৰে অভিযোগ কৰিবলৈ ধৰিলে যে, ভাৰতৰ নানা দেশৰপৰা তেওঁক চাবলৈ মানুহ আহিছে, অথচ তেওঁৰ জোঁৱায়েকক নিলগত ৰাখিব কিয়? ডাক্তৰসকল এই কথাত অতিপাত চিন্তিত হৈ পৰিল আৰু বুজিলে তাৰপৰা দেউতাৰ স্বাস্থ্য বৌচহে বেয়া হৈ যাব। তিনি চাৰি দিনমানৰ পিচতে যুক্তপ্রদেশৰ চৰকাৰে ৰণজিতক মুক্তি দিলে। মোৰ ধাৰণা ডাক্তৰৰ অনুৰোধৰ কাৰণেই সি সম্ভৱ হ'ল।

২৬ জানুৱাৰীৰ দিনা ময়ো নাইনি জেলৰপৰা মুক্তি পালোঁ আৰু সিপিনে গান্ধীজীও যাৰবেডা জেলৰপৰা মুক্তি লাভ কৰিলে। তেওঁক এলাহাবাদত পাবৰ কাৰণে মোৰ মন ব্যাকুল হৈ উঠিল। দেউতাক এই খবৰ দিওঁতে তেখেতেও গান্ধীজীক দেখা পাবলৈ ব্যাকুল হৈ পৰিল। মুক্তিৰ পিচ দিনা বোম্বাই চহৰত এখন অভূতপূৰ্ব্ব বিৰাট ৰাজহুৱা সভাত গান্ধীজীক সম্বৰ্দ্ধনা জনোৱা হ'ল। সেই দিনাই বোম্বাই এৰি তেওঁ মাজনিশা এলাহাবাদ পালেহি। তেওঁ আহি পাব বুলি দেউতা সাৰেই আছিল। তেওঁক দেখি আৰু তেওঁৰ দুই-এটা কথা শুনি দেউতাই বৰ শান্তি পালে। আয়েও গান্ধীজীৰ আগমনত আশাৰ বেঙণি দেখিলে।

কাৰ্য্যকৰী সমিতিৰ সকলো ধৰণৰ সদস্যক জেলৰপৰা এৰি দিয়াৰ পাচত সভাৰ অধিবেশনৰ নিৰ্দ্দেশৰ কাৰণে সকলোৱে বাট চাই আছিল। বহুতে দেউতাৰ

কাৰণে চিন্তা কৰি অতি সোনকালে এলাহাবাদলৈ আহিবলৈ বিচাৰিলে। এইবিলাক কাৰণে এলাহাবাদতে সভাৰ অধিবেশন বহুৱাবলৈ ঠিক কৰা হ'ল। দুদিনৰ ভিতৰতে প্ৰায় চল্লিছজন আহি পালে। আমাৰ ঘৰৰ ওচৰৰ স্বৰাজ ভৱনতে সভা আৰম্ভ হ'ল। মই মাজে মাজে এই সভাত যোগ দিছোঁ, কিন্তু মনৰ দুশ্চিন্তা আৰু খেলি-মেলি ভাবৰ কাৰণে আলোচনাত যোগ দিব পৰা নাই। কি কি বিষয়ত সিদ্ধান্ত লৈছিল সিও এতিয়া মোৰ মনত ভালকৈ নাই। বোধহয় তেওঁলোকে আইন-অমান্য আন্দোলন চলাই যোৱাৰ সপক্ষেই মত দিছিল।

যিসকল পুৰণি বন্ধু আহিছিল, তেওঁলোকৰ প্ৰায় সকলোৱেই দুই-এদিন আগতে মাত্ৰ জেলৰপৰা ওলাইছে আৰু দুই-এদিনতে আকৌ জেললৈ উভতি যাব। তেওঁলোকে দেউতাৰ লগত দেখা কৰিবলৈ বিচাৰিলে, অৰ্থাৎ শেষ বাৰৰ কাৰণে চাই ল'বলৈ বা চিৰবিদায় ল'বলৈ বৰ হেঁপাহ কৰিলে। তেওঁলোক পুৰা-গধূলি দুই-তিনিজনকৈ দল বান্ধি বান্ধি আহিছিল আৰু দেউতাই এখন আৰামী-চকীত বহি তেখেতৰ পুৰণি লগৰীয়াসকলক অভ্যৰ্থনা জনামেই বুলি নেৰানেপেৰাকৈ লাগিল। তেখেত চকীত বহিল গহীন-গম্ভীৰ ভাৱে—মুখত কোনো ভাবৰ অভিব্যক্তি নাই। থাকিব নোৱাৰেও, কাৰণ তেখেতৰ মুখ ফুলা। এজনৰ পিচত এজনকৈ পুৰণি বন্ধু আৰু সহকৰ্ম্মীসকল আহিবলৈ ধৰিলে। চিনি পোৱা মাত্ৰেই তেখেতৰ চকু তিৰ্বিৰাই উঠে। তেখেতে হাতযোৰ কৰি, অকনমানকৈ মুৰটো দোঁৱাই প্ৰত্যেককে নমস্কাৰ জনাবলৈ ধৰিলে। বেচি কথা কোৱাৰ শক্তি তেখেতৰ নাছিল যদিও, তেখেতে কাৰোবাক কাৰোবাক, দুই চাৰিটা কথা কৈছিল। তাতো তেখেতৰ সদায় থকা ৰসিকতাৰ অভাৱ হোৱা নাছিল। মৃত্যুৰ আঘাতত জৰ্জ্জৰিত এটা বুঢ়া সিংহৰ দৰে তেখেত বহি আছিল। তেখেতৰ শাৰীৰিক শক্তি লুপ্ত হৈ গৈছে, তথাপি দেখাত তেখেত সিংহৰ দৰে, ৰজাৰ দৰে। মই তেখেতৰ ফালে চাই থাকোঁ, বিস্মিত হৈ ভাবো এতিয়া বাৰু তেখেতৰ মগজত কি চিন্তাৰ ঢৌ খেলিছে? আমাৰ আন্দোলনৰ কথা নেভাবেনে চাগৈ? তেখেতে যেন নিজৰ লগত যুদ্ধ কৰিছে, ঘটনাসূত্ৰবিলাক তেখেতে সজাই-পৰাই ৰাখিব খোজে, কিন্তু মুঠি তেখেতৰ ঢিলা হৈ গৈছে, তাৰপৰা সকলো খহি পৰে। জীৱনৰ শেহলৈকে হতাশ নহৈ দেহৰ লগত তেখেতে যুদ্ধ কৰিছে। কেতিযাবা আমাৰ লগত পৰিস্কাৰভাৱে কথা কৈছে; আন কি ডিঙিত সোপা ধৰি যেতিয়া তেখেতে কথা ক'ব নোৱাৰা হ'ল, তেতিয়াও তুলাপাতত লিখি মনৰ ভাব আমাক জনাইছিল।

আমাৰ ঘৰৰ কাষতে কাৰ্য্যকৰী সমিতিৰ অধিবেশন বহিছে, কিন্তু তাৰ প্ৰতি তেখেতৰ অকণো কৌতূহল নাই। পোন্ধৰ দিন আগতে হোৱা হ'লে তেখেত কিমান উত্তেজিত হৈ পৰিলহেঁতেন। কিন্তু এতিয়া তেখেতে বুজিলে যে এইবিলাক ঘটনাৰ-পৰা তেখেত বহুত দূৰলৈ গুচি গৈছে। এদিন তেখেতে গান্ধীজীক ক'লে, "মহাত্মাজী, মোৰ আৰু যাবৰ হ'ল, স্বৰাজ মই চকুৰে দেখি যাবলৈ নেপাওঁ। কিন্তু মই জানো আপোনাৰ জয় হৈছে, অতি সোনকালে স্বৰাজ আপুনি পাব।"

আন আন নগৰ আৰু প্ৰদেশৰপৰা আহি পোৱা লোকসকল গুচিলে। গান্ধীজী আৰু কেইবাজনো অন্তৰঙ্গ বন্ধু আৰু ওচৰ সম্বন্ধীয় মানুহ থাকিল; আৰু থাকিল

তিনিজন বিখ্যাত ডাক্তৰ—ডাঃ আনছাৰী, ডাঃ বিধানচন্দ্ৰ ৰায় আৰু ডাঃ জীৱৰাজ মেহতা। ৪ ফেব্ৰুৱাৰীৰ দিনা ৰাতিপুৱা তেখেতৰ অৱস্থা অলপ ভাল যেন লাগিল। সেই সুযোগতে আমি তেখেতক লক্ষ্ণৌলৈ লৈ যোৱাৰ ব্যৱস্থা কৰিলোঁ; কিয়নো লক্ষ্ণৌৰ দৰে ঘন এক্স-ৰে চিকিৎসাৰ সুবিধা এলাহাবাদত নাই। সেই দিনাই তেখেতক মটৰ গাড়ীত লৈ আমি লক্ষ্ণৌলৈ যাত্ৰা কৰিলোঁ। গান্ধীজী আৰু এটা বিৰাট দল আমাৰ পাচে পাচে গৈছিল। আমি অতি লাহে লাহে গৈছিলোঁ। তথাপি তেখেত ক্লান্ত হৈ পৰিল। পিচদিনালৈ তেখেতৰ ভাগৰ বেঁচি নেথাকিল যদিও কিছুমান বেয়া উপসৰ্গই দেখা দিলে। তাৰ পিচদিনা ৬ ফেব্ৰুৱাৰীৰ দিনা পুৱা মই তেখেতৰ শোৱাপাটীৰ ওচৰতে বহি আছোঁ, গোটেই ৰাতি তেখেতে চট্‌ফট্‌ ধৰ্‌-ফৰ্‌ কৰি কটাইছে। হঠাৎ লক্ষ্য কৰিলোঁ, তেখেতৰ মুখখন অতিপাত শান্ত হৈ যাবলৈ ধৰিলে। জীৱন-যুদ্ধৰ চিন-মোকাম মুখখনত আৰু নাইকিয়া হৈ গৈছে। ভাবিলোঁ, তেখেতৰ যেন টোপনিহে গৈছে। মোৰ মনটো অলপ ভালেই লাগিল। কিন্তু আইৰ উপলব্ধি অতি তীক্ষ্ণ। চিঞৰ মাৰি দিলে আইয়ে। মই মৃদুভাৱে তেখেতক সান্ত্বনা দি ক'লোঁ, দেউতা শুইছে, তেখেতক আমনি নকৰিবা আই! কিন্তু সেই শোবাই যে শেষ শোৱা! তাৰপৰা আৰু দেউতাই সাৰ নেপালে!

আমি সেইদিনাই তেখেতৰ মৃতদেহ লৈ মটৰ গাড়ীত এলাহাবাদলৈ যাত্ৰা কৰিলোঁ। গাড়ীত মই আৰু দেউতাৰ প্ৰিয় লগুৱা হৰি-আমি দুয়ো উঠিলোঁ। ৰণজিতে গাড়ী চলাবলৈ ধৰিলে। আমাৰ গাড়ীৰ পিচৰখনতে আইক লৈ গান্ধীজী আহিবলৈ ধৰিলে। তাৰ পিচত আন আন গাড়ী। দিনৰ দিনটো মই থৰ লাগি থাকিলোঁ, কি যে হৈ গ'ল একোকে বুজিব নোৱাৰিলোঁ। তাৰ পাচত ইটো সিটোকৈ লেঠাৰি নিছিগা কামৰ মাজত, অগণন জনতাৰ উখল-মাখলত আৰু ভাব-চিন্তাৰ সময়েই নোহোৱা হ'ল। হঠাৎ খবৰ পাই হিলদল ভাঙি আহিছে লক্ষ্ণৌৰ বিৰাট জনতা, আমাৰ জাতীয় পতাকাৰে ঢকা দেউতাৰ মৃতদেহৰ ওচৰতে বহি ততাতৈয়াকৈ গৈছোঁ এলাহাবাদলৈ—গাড়ীৰ ওপৰত উৰি আছে বিৰাট এখন জাতীয় পতাকা—তাৰ পাচত গৈ পাইছোঁ এলাহাবাদ। তাত আকৌ বহু মাইল জোৰা বিৰাট জনতা ঠেলি-হেঁচি আগবাঢ়িছে তেখেতৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ—এইবিলাকৰ মাজত ভাবিবলৈ আৰু সময় ক'ত? ঘৰত কিবাকিবি শাস্ত্ৰীয় ক্ৰিয়াকাণ্ড হ'ল। তাৰ পিচত অগণন জনতাৰ লগত গঙ্গা অভিমুখে যাত্ৰা। জাৰকালিৰ সন্ধিয়াই নদীৰ দুয়োপাৰ আৱৰি ধৰাৰ লগে লগেই প্ৰচণ্ড অগ্নিশিখা দপ্‌দপ্‌কৈ জ্বলি উঠিল আৰু যি দেহ জীয়াই থাকোঁতে আমাৰ কাৰণে, ভাৰতৰ লাখ লাখ জনতাৰ কাৰণে ইমান মৰমৰ আছিল—সেই দেহ গ্ৰাস কৰি পেলালে। জনতাৰ অন্তৰ পৰশি যোৱাকৈ গান্ধীজীয়ে দু-আষাৰমান ক'লে। তাৰ পিচত আমি নীৰৱে ঘৰলৈ উভতি আহিলোঁ। দুখে-বেজাৰে, অকলশৰে আমি বেতিয়া ঘৰলৈ উভতিছোঁ, আকাশত তেতিয়া তৰা জক্‌-মকাই উঠিছে।

আই আৰু মোৰ ওচৰলৈ সমবেদনা জনাই দিয়া হেজাৰ হেজাৰ টেলিগ্ৰাম আৰু চিঠি আহিবলৈ ধৰিলে। লৰ্ড আৰু লেডী আৰুইনে আইলৈ সৌজন্য আৰু সহানুভূতিৰে চিঠি লিখিলে। দেশৰ চাৰিওফালৰপৰা আশীৰ্বাদ আৰু সহানুভূতি

পাই আমাৰ দুখ বহুতো পাতলিল। কিন্তু, এই শোক সহ্য কৰাত আটাইতকৈ বেচি সহায় কৰিলে গান্ধীজীৰ উপস্থিতিয়ে আৰু তাৰপৰাই আমাৰ এই বিপদৰ সময়ত বহুত বল পালোঁ।

দেউতা যে গুচি গৈছে, এই কথা আমি ভাবিবই পৰা নাই। তিনি মাহ পিচত লঙ্কা দ্বীপৰ নিউয়াৰা ইলিয়া নামে ঠাইত মই মোৰ পৰিবাৰ আৰু ছোৱালী-জনী লৈ কিছু দিন আছিলোঁ। ঠাইখিনি মোৰ বৰ ভাল লাগিছিল। হঠাৎ মনত পৰিল ইয়াৰ জলবায়ু দেউতাৰ কাৰণেও ভাল হ'ব। তেখেতক ইয়ালৈ আনিলে কেনে হয়? মই তেখেতলৈ এলাহাবাদলৈ টেলিগ্ৰাম কৰিবই খুজিছিলোঁ।

লঙ্কাৰপৰা এলাহাবাদলৈ উভতি আহি মই এদিন এখন বৰ আচৰিত চিঠি পালোঁ। খামৰ ওপৰত দেউতাৰ হাতৰ আখৰেৰে নাম-ঠিকানা লিখা আৰু চিঠিখনৰ গোটেই গাতে বেলেগ বেলেগ ডাকঘৰৰ চাব। মই আচৰিত হৈ চিঠিখন খুলি চাই দেখোঁ ১৯২৬-ৰ ১৮ ফেব্ৰুৱৰী তাৰিখে দেউতায়ে সেই চিখিখন মোলৈ লিখিছিল। ১৯৩১-ৰ জহকালি অৰ্থাৎ প্ৰায় পাঁচ বছৰৰ পিচত সেই চিঠি মোৰ হাতত পৰিছেহি। ১৯২৬-ত মই আৰু কমলা ইউৰোপলৈ যোৱাৰ আগে আগে দেউতাই সেই চিঠিখন লিখিছিল, তাত বোম্বাইৰ ইটালিয়ান্ লয়েড্ ষ্টীমাৰৰ ঠিকানা আছিল। সময়মতে সেই চিঠিখন আমাৰ হাতত নপৰাৰ কাৰণে বহুত ঠাই ঘূৰি-পাকি ফুৰিছিল। বহুতো ডাকঘৰত বহু দিন জিৰণি লৈছে, তাৰ পিচত চাগৈ কোনোবা উৎসাহী বিষয়াই চিঠিখন মোৰ ওচৰলৈ ওভতাই পঠিয়াইছে। আচৰিত কথা, সেইখন আশীৰ্ব্বাদ দিয়া চিঠি।

## দিল্লী চুক্তি

দেউতাৰ যিদিনা মৃত্যু হয়, সেইদিনা ঠিক সেই সময়তে ঘূৰণীয়া মেজ-মেলৰ এদল ভাৰতীয় প্ৰতিনিধি বোম্বাই বন্দৰত নামিলহি। চাৰ তেজবাহাদুৰ ছাপ্ৰু আৰু মিঃ শ্ৰীনিবাস শাস্ত্ৰী আৰু আন আন কেবাজনো। গান্ধীজী আৰু কাৰ্য্যকৰী সমিতিৰ কেইজনমান সদস্য তেতিয়া এলাহাবাদত আছিল। ঘূৰণীয়া মেজ-মেলত কি হৈছে নহৈছে, এই বিষয়ে আমাৰ ঘৰত ঘৰুৱাভাৱে বহা কেইখনমান অধিবেশনত তাৰ আলোচনা চলিল। আৰম্ভতে এটা ঘটনা ঘটিল। মিঃ শাস্ত্ৰীয়ে নিজে নিজেই এডিনবৰাত যি কৈছিল তাৰ বাবে দুখ প্ৰকাশ কৰিলে। তেওঁ আৰু ক'লে, তেওঁক বোলে সদায় পাৰিপাৰ্শ্বিক অৱস্থাই প্ৰভাৱান্বিত কৰে আৰু তেওঁৰ আৱেগ-উচ্ছ্বাসত যিহকে পায় তাকে কৈ পেলায়।

প্ৰতিনিধিসকলৰ ঘূৰণীয়া মেজ-মেলৰ সিদ্ধান্তবিলাকৰ যে কোনো মূল্য নাই, আমাৰ সেই ধাৰণাই আৰু বেচি গভীৰ হ'ল। এজনে প্ৰস্তাৱ কৰিলে, কোন পাহৰিছোঁ, যে গান্ধীজীয়ে বৰলাটৰ ওচৰলৈ চিঠি লিখি দেখা কৰিবলৈ অনুমতি খোজক আৰু মুকলিভাৱে সকলো বিষয় আলোচনা কৰক। তেওঁ সন্মত হ'ল

স'চা, কিন্তু আমি বুজিলোঁ ফলাফল সম্পৰ্কে তেওঁ বিশেষ একো আশা কৰা নাই। নিজৰ সাধাৰণ নিয়ম এৰি গৈয়ো প্ৰতিপক্ষৰ লগত সাক্ষাৎ কৰা আৰু যি কোনো বিষয় আলোচনা কৰাটো তেওঁৰ পক্ষে সাধাৰণ নীতি। নিজৰ দাবী যে সত্য সেই সম্পৰ্কে নিজে নিঃসন্দেহ হৈ তাৰ পিচতহে তেওঁ সিপক্ষক তাকে বুজাব পাৰিম বুলি আশা কৰে। বোধহয় তেওঁৰ লক্ষ্য কেৱল মানুহৰ বুদ্ধি নহয়, তেওঁ হৃদয়-পৰিবৰ্ত্তনতহে বিশ্বাস কৰে। খং আৰু অবিশ্বাসৰ বাধা অতিক্ৰম কৰি তেওঁ আনৰ শুভেচ্ছা আৰু সৎ প্ৰবৃত্তিৰ ওচৰত আবেদন দাঙি ধৰে। তেওঁ বিশ্বাস কৰে এই পৰিবৰ্ত্তন সাধনৰ দ্বাৰাই নিজৰ দৰে আনকো বুজোৱা সহজ, আৰু সি যদি সম্ভৱো নহয়, তথাপি বিৰোধিতাৰ তীব্ৰতা কমি যায় আৰু সঙ্ঘৰ্ষৰ বিষাক্ত মনোভাৱটো নাইকিয়া হয়। তেওঁৰ নিজা এই উপায়েৰে তেওঁৰ বিৰুদ্ধে যোৱা বহুতকেই সেও মনাই কেৱল ব্যক্তিত্বৰ প্ৰভাৱেৰেই জয়লাভ কৰিছে। তেওঁক সদায় সমালোচনা কৰি থকা, নিন্দা কৰি থকা বহুতো মানুহ তেওঁৰ বিৰাট ব্যক্তিত্বৰ সংস্পৰ্শত থাকি তেওঁৰ গুণসমূহৰ প্ৰতি অনুৰাগী হৈ উঠিছে আৰু তাৰ পিচত আৰু কেতিয়াবা তেওঁক সমালোচনা কৰিলেও, সেই সমালোচনাত আৰু বিষময় ভাব নথকা হৈ পৰে।

নিজৰ এই শক্তি সম্পৰ্কে গান্ধীজী সচেতন আছিল আৰু তেওঁতকৈ বেলেগ মত পোষণকৰাসকলক লগ পালে তেওঁ আনন্দ পাইছিল। কিন্তু সৰুসুৰা কথা লৈ কোনো মানুহৰ লগত বুজাবুজি হোৱাও এটা কথা আৰু নৈৰ্ব্যক্তিক, বিজয়ী সাম্ৰাজ্য-বাদৰ প্ৰতীক বৃটিছ চৰকাৰৰ বিৰুদ্ধে থিয় হোৱাও আন এটা কথা। ইয়াকে অনুভব কৰিয়েই গান্ধীজীয়ে লৰ্ড আৰ্বিনৰ লগত সাক্ষাৎ কৰাৰপৰা বিশেষ কিবা লাভ হ'ব পাৰে বুলি আশা কৰা নাই। আইন-অমান্য আন্দোলন তেতিয়াও চলি আছে; পিচে চৰকাৰৰ লগত আপোচ মীমাংসাৰ আলোচনা হৈ থকাৰ কাৰণে আন্দোলনৰ চোকটো অলপ কমি আছিল।

সোনকালেই সাক্ষাতৰ ব্যৱস্থা হ'ল। গান্ধীজী দিল্লীলৈ গ'লতে আৰু যাবৰ সময়ত আমাক কৈ গ'ল যদি বৰলাটৰ লগত আলোচনাত কিবা সাময়িক আপোচ হোৱাৰ সম্ভাৱনা দেখে, তেন্তে কাৰ্য্যকৰী সমিতিৰ সদস্যসকলক মাতি পঠিয়াব। কিছু দিনৰ পিচতে আমাক দিল্লীৰপৰা মাতি পঠোৱা হ'ল। দীঘলীয়া আৰু আমনি লগা আলোচনা কৰি দিল্লীত আমি তিনি সপ্তাহ কটালোঁ। গান্ধীজীয়ে প্ৰায়েই লৰ্ড আৰ্বিনৰ লগত দেখা কৰিবলৈ ধৰিলে। মাজে মাজে তিনি-চাৰি দিন আলোচনা বন্ধ থাকে। সম্ভৱ ভাৰত চৰকাৰে সেই সময়ত লণ্ডনত ভাৰত-সচিবৰ দপ্তৰৰ লগত কথা-বাৰ্ত্তা চলায়। কেতিয়াবা আকৌ অতি সামান্য বিষয় বা এটা শব্দ লৈয়েই মতভেদৰ ফলত কথা-বাৰ্ত্তা আগ নবঢ়াকৈ বৈ থাকে। আইন-অমান্য আন্দোলন "স্থগিত" কথাটোও তেনেকুৱা এটা শব্দ। গান্ধীজীয়ে এই কথাটো প্ৰথমৰপৰাই স্পষ্ট কৰি লৈছিল যে, অহিংস আইন-অমান্য আন্দোলন একেবাৰেই বন্ধ বা প্ৰত্যাহাৰ কৰা হ'বই নোৱাৰে; কিয়নো জনসাধাৰণৰ হাতত ইয়েই একমাত্ৰ অস্ত্ৰ। পিচে অৱশ্যে ইয়াক স্থগিত ৰাখিব পাৰি। লৰ্ড আৰ্বিনে এই শব্দত আপত্তি কৰিলে, কিন্তু গান্ধীজী সন্মত নহ'ল। অৱশেষত "বৰ্ত্তমানৰ কাৰণে প্ৰত্যাহাৰ" শব্দটো গ্ৰহণ কৰা হ'ল। বিদেশী কাপোৰৰ দোকান আৰু মদ-ভাঙৰ

দোকানত পিকেটিং কৰা সম্পৰ্কে দীঘলীয়া আলোচনা হ'ল। বেচি সময়তে চুক্তিৰ সৰ্ত্তবিলাক আলোচনাতে থাকিল, কিন্তু মাই বিষয়ক বিশেষ একো আলোচনাই নহ'ল। তেওঁলোকে বোধহয় ভাবিছিল, চুক্তি সম্পাদন হৈ গ'লে আৰু সংঘৰ্ষ বন্ধ হ'লে, অৱস্থা আৰু অনুকূল হ'ব আৰু তেতিয়া সেইবিলাক বিষয় আলোচনা কৰিবলৈ ভাল হ'ব। আমি সেইটো যুদ্ধবিৰতিৰ সন্ধি বুলিহে ভাবিলোঁ। আৰু ভাবিলোঁ তাৰ ফলতেই মাই বিষয়বিলাক পিচত আলোচনা কৰিব পৰা হ'ব।

এই সময় ছোৱাত দিল্লীলৈ নানা ধৰণৰ মানুহ আহিছিল। বহুত বিদেশী সাংবাদিক উপস্থিত আছিল। তেওঁলোকৰ বেচি ভাগেই আছিল মাৰ্কিন দেশীয়। এওঁলোকে আমাৰ নীৰৱতা দেখি বিৰক্ত হয় আৰু কয় যে, গান্ধী-আৰৱিন কথা-বাৰ্ত্তা সম্পৰ্কে তেওঁলোকে আমাতকৈ নতুন দিল্লীৰ কাৰ্য্যালয়ৰ বেচি খবৰ পায়। কথাটো সঁচা। বহুতো সম্ভ্ৰান্ত লোকে গান্ধীজীৰ ওচৰত মূৰ দোঁৱাবলৈ লৰি-চাপৰি আহে; কিয়নো তেতিয়া মহাত্মাজীৰ দিন ভাললৈ আহিছে। যিসকলে গান্ধীজী আৰু কংগ্ৰেছৰপৰা আঁতৰি আছিল, আৰু আন কি কেতিয়াবা কেতিয়াবা বিৰোধিতাও কৰিছিল এতিয়া তেওঁলোকেই আগৰ ভুল শুধৰাবলৈ আহিছে। দেখি আমোদ লগা কথা! কংগ্ৰেছে যেন ভাল কামেই কৰি আহিছে আৰু আগলৈ কি কৰিব কোনে জানে? যি হওক এতিয়া আৰু কংগ্ৰেছ আৰু কংগ্ৰেছৰ নেতাসকলৰ লগত ভালে থকাই নিৰাপদ। এবছৰৰ পিচত এওঁলোকে আকৌ মোট সলালে। কংগ্ৰেছ আৰু তাৰ কাৰ্য্যকলাপৰ প্ৰতি এওঁলোকে চিঞৰি চিঞৰি বিদ্বেষ প্ৰকাশ কৰিবলৈ ধৰিলে। কংগ্ৰেছৰ চাৰি ঢাপৰ বাহিৰ যি বিষয়, তেনেকুৱা বিষয়ো তেওঁ-লোকে প্ৰচাৰ কৰিবলৈ নেপাহৰিলে।

ঘটনাৰ গতি দেখি, আন কি সাম্প্ৰদায়িকতাবাদীসকলৰো গা উঠিল। কিজানি ইয়াৰ পিচত তেওঁলোকৰ আৰু গুৰুত্ব নেথাকেই, এই ভাবি তেওঁলোক অস্থিৰ হ'ল। তেওঁলোকৰ বহুতেই মহাত্মাৰ ওচৰলৈ আহি ক'বলৈ ধৰিলে যে, সাম্প্ৰদায়িক সমস্যা সমাধান কৰি পেলাবৰ কাৰণে তেওঁলোক সদায় সাজু আছে। তেওঁ যদি নিজে এই বিষয়ে আগবাঢ়ে, তেনেহ'লে আপোচ মীমাংসাৰ কাৰণে একো বিঘিনি নেথাকে।

ডাঃ আনছাৰীৰ ঘৰলৈ অহা সৰু-ডাঙৰ সকলো ধৰণৰ মানুহৰ সোঁত নিছিগাত পৰিল। ইয়াত গান্ধীজী আৰু আমি বেচিখিনি সময়তে আছিলোঁ। আজৰি সময়ত এওঁলোকৰ গতি-গোত্ৰ দেখি আমি বৰ আমোদ পাওঁ, বহুত অভিজ্ঞতাও সঞ্চয় কৰোঁ। কেই বছৰমান ধৰি আমি নগৰ আৰু গাঁৱৰ দুখীয়া মানুহ আৰু জেলবাসীসকলৰ লগত চলাফুৰা কৰিছোঁ। গান্ধীজীৰ দৰ্শন বিচাৰি অহা ধনী লোকসকলৰ মাজত আমি মানৱ-চৰিত্ৰৰ আৰু এটা দিক্ দেখা পালোঁ। শক্তি আৰু সাফল্য য'ত আছে, তাতেই এইবিলাক মানুহে নত হৈ হাঁহিমুখে অভিবাদন জনায়। ইয়াৰ ভিতৰত বহুতেই ভাৰতত বৃটিছ চৰকাৰৰ অতি বিশ্বাসৰ স্তম্ভ। শুনি সুখ পালোঁ—ভাৰতৰ যোলে যি কোনো চৰকাৰৰে তেওঁলোক বিশ্বাসৰ স্তম্ভ হ'ব পাৰে।

এই সময়ত মই নতুন দিল্লীত পুৰাৰ ভ্ৰমণৰ সময়ত গান্ধীজীৰ লগৰীয়া হৈছিলোঁ। এই সময়ৰ বাহিৰে আৰু আন সময়ত তেওঁৰ লগত কথাপতাৰ আজৰিয়েই নাছিল। বাকী গোটেই দিনটোৰ বাবে ছোৱা-ছোৱা কৰি দেখা কৰা

ব্যক্তি আৰু বিষয়ৰ আগৰপৰাই ঠিক-ঠাক হৈ থাকে। আন কি তেওঁক চাবলৈ বিদেশৰপৰা অহা এজনবো বা কিবা উপদেশ বিচাৰি অহা মানুহৰে, আন কি পত্ৰো তেওঁৰ লগত ফৰোঁতেও কথা পতা সুবিধা হৈ নুঠেগৈ। আমি অতীত, বৰ্ত্তমান আৰু বিশেষকৈ ভৱিষ্যতৰ বহুতো বিষয়লৈ আলোচনা কৰোঁ। মোৰ মনত আছে, কংগ্ৰেছৰ ভৱিষ্যৎ সম্পৰ্কে তেওঁৰ ধাৰণা শুনি মই অবাক হৈ গৈছিলোঁ। স্বাধীনতা অহাৰ লগে লগেই বৰ্ত্তমানৰ কংগ্ৰেছ লোপ পাব—সেই বুলিয়েই মই কল্পনা কৰিছিলোঁ। কিন্তু তেওঁৰ মতে কংগ্ৰেছ চলিব; চলিলেও এই সৰ্ত্ততহে চলিব—কংগ্ৰেছে নিজে ইচ্ছা কৰি এইটো ঠিক কৰিব লাগিব যে, ইয়াৰ কোনো সদস্য ৰাষ্ট্ৰীয় চৰকাৰৰ অধীনত কোনো বেতনভোগী চাকৰিয়াল হ'ব নোৱাৰিব। যদি কোনোবাই হ'ব খোজে, তেন্তে তেওঁ কংগ্ৰেছ এৰিব লাগিব। কেনেকৈ তেওঁ এই সিদ্ধান্তত উপনীত হৈছিল, মোৰ এতিয়া মনত পৰা নাই, কিন্তু তাৰ আঁৰত দৰাচলতে এটা ভাব আছিল যে কংগ্ৰেছ যদি নিঃস্বাৰ্থ আৰু লোভমুক্ত হৈ থাকে, তেতিয়া হ'লে শাসনবিভাগ আৰু আন আন বিভাগৰ ওপৰত প্ৰচণ্ড নৈতিক হেঁচা দিব পাৰিব, যাৰ ফলত সেই বিভাগসমূহ সদায় ন্যায়পথত চলি থাকিব।

কিন্তু এই আচৰিত ভাবৰ প্ৰকৃত অৰ্থ মই বুজিবলৈ টান পালোঁ। ফঁহিয়াই চাবলৈ গ'লে কথাটো আৰু জটিল হৈ উঠে। মই হ'লে ভাবোঁ, যদি এই ধৰণৰ কোনো সন্মিলন স্থাপন কৰা সম্ভৱ হয়, তেন্তে তাক কোনোবাই নিজৰ স্বাৰ্থ পূৰণতহে ব্যৱহাৰ কৰিব। কাৰ্য্যকৰী হওক নওহক, ইয়াৰপৰা গান্ধীজীৰ চিন্তা-ধাৰাৰ মূল ভেটিটো কি তাক বুজিবৰ সুবিধা হয়। আজি-কালিৰ ধাৰণাৰ মতে—দল গঠন কৰাৰ উদ্দেশ্য হৈছে কিছুমান পূৰ্ব্বনিশ্চিত আদৰ্শ সমুখত ৰাখি তাৰ সাঁচত ৰাষ্ট্ৰীয় আৰু অৰ্থনৈতিক ব্যৱস্থা গঢ়ি তুলিবৰ কাৰণে ৰাষ্ট্ৰৰ ক্ষমতা গ্ৰহণ কৰা। নহ'লে বা যিসকলে (মিঃ আৰ. এইচ. টানিয়ে কোৱাৰ দৰে) সৰহ সংখ্যক গাধৰ কাৰণে আটাইতকৈ সৰহ গাজৰ দিয়াৰ মহৎ উদ্দেশ্য লৈ দল গঠন কৰে। গান্ধীজীৰ ধাৰণা তাৰ সম্পূৰ্ণ বিপৰীত।

গণতন্ত্ৰ সম্পৰ্কে গান্ধীজীৰ ধাৰণা দৃঢ় দাৰ্শনিক ভেটিত প্ৰতিষ্ঠিত। সাধাৰণতে প্ৰতিনিধিত্ব কৰাৰ লগত বা জনসংখ্যাৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। ইয়াৰ ভেটি হ'ল ত্যাগ আৰু সেৱা, ইয়াৰ শক্তি নৈতিক। বৰ্ত্তমান এটা বিবৃতিত তেওঁ গণতন্ত্ৰৰ সংজ্ঞা কি হ'ব, তালৈ আঙুলিয়াইছে। তেওঁ নিজকে আজন্ম গণতন্ত্ৰী বুলি দাবী কৰে। "যদি কোনো মানুহে জাতিৰ আটাইতকৈ ছালছিগাটোৰ লগত নিজকে এক বুলি ভাবিব পাৰে, তেওঁলোকতকৈ বেচি ভাল জীৱন পাবৰ কাৰণে তেওঁ লোভ নকৰে, আৰু নিজৰ শক্তি-সামৰ্থ্য অনুসাৰে তেওঁলোকৰ থাপতে থাকিবৰ কাৰণে সজাগ হৈ চেষ্টা কৰে, সেয়ে হ'লেই তেওঁ গণতন্ত্ৰী হ'ব পাৰে। মই তাকে ক'ব খোজোঁ।" গণতন্ত্ৰ সম্পৰ্কে আলোচনা কৰোঁতে তেওঁ আৰু কৈছে—"কংগ্ৰেছে যে গণতান্ত্ৰিক প্ৰতিষ্ঠানস্বৰূপে মৰ্য্যাদা আৰু প্ৰতিষ্ঠা লাভ কৰিছে, তাৰ কাৰণ বছেৰেকীয়া অধিবেশনলৈ অহা দৰ্শকৰ সংখ্যা নহয়, বৰং তাৰ ক্ৰমে বাঢ়ি অহা সেৱাৰ দ্বাৰাইহে তাক লাভ কৰিছে। পাশ্চাত্য গণতন্ত্ৰ এতিয়াও ব্যৰ্থ নোহোৱাকৈ আছে যদিও ই এক ডাঙৰ পৰীক্ষাৰ সন্মুখীন হৈছে। প্ৰকৃত গণতন্ত্ৰ-বিজ্ঞান

আৱিষ্কাৰ কৰি জগতৰ সমুখত তাৰ সাফল্য প্ৰমাণ কৰাৰ ভাৰ ভাৰতবৰ্ষৰ ওপৰতে পৰিছে।"

"গণতন্ত্ৰৰপৰা দুনীতি আৰু প্ৰবঞ্চনাৰ উদ্ভৱ হ'বই বুলি ধৰি লোৱা উচিত নহয়—যদিও এতিয়া এই দুয়োটাই আছে। সংখ্যা বেচি থকাটোও গণতন্ত্ৰৰ প্ৰকৃত মানদণ্ড নহয়। কমসংখ্যক মানুহও—যদি তেওঁলোক যি জনসাধাৰণৰ মানুহপৰা আহে সেই জনসাধাৰণৰ আশা-আকাঙ্ক্ষা আৰু মনোভাৱ ঠিকমতে ব্যক্ত কৰিব পাৰে, তেন্তে তাৰ লগত প্ৰকৃত গণতন্ত্ৰৰ বিসংগতি নাই। মোৰ মতে বলেৰে গণতন্ত্ৰ প্ৰতিষ্ঠা কৰিব নোৱাৰি। গণতন্ত্ৰৰ আদৰ্শ বাহিৰৰপৰা জাপি দিব নোৱাৰি; ই আহিব লাগিব ভিতৰৰপৰা।"

ই নিশ্চয় পশ্চিমীয়া গণতন্ত্ৰ নহয়, তেওঁ নিজেও কৈছে, তাকে। কিন্তু আচৰিত কথা, কমিউনিস্টসকলৰ গণতন্ত্ৰৰ ধাৰণাৰ লগত ইয়াৰ সাদৃশ্য আছে, কিয়নো তাতো অলপ দাৰ্শনিকতাৰ গোন্ধ থাকে। জনসাধাৰণে জানক, নেজানক, এমুঠি কমিউনিস্টে তেওঁলোকৰ প্ৰকৃত অভাৱ আৰু আকাঙ্ক্ষাৰ প্ৰতিনিধিত্ব দাবী কৰিব পাৰে। জনসাধাৰণ তেওঁলোকৰ মনত এটা দাৰ্শনিক অনুভূতি মাত্ৰ আৰু এই কাৰণেই তেওঁলোকে প্ৰতিনিধিত্ব দাবী কৰে। সি যি নওহক, এই সাদৃশ্য ইমান কম যে, ই আমাক বেচি দূৰলৈ নিব নোৱাৰে। দৃষ্টিভংগী আৰু বিষয়বস্তু বিচাৰ কৰাৰ প্ৰণালীৰ মাজত পাৰ্থক্য বহুত বেচি। কাৰ্য্যপন্ধতি আৰু বাহুবল সম্পৰ্কেও বিচাৰ কৰিব লাগিব।

গান্ধীজী গণতন্ত্ৰী হওকেই বা নহওকেই, তেওঁ ভাৰতৰ খেতিয়ক জনসাধাৰণৰ প্ৰতিনিধি। এই কোটি কোটি মানুহৰ চেতন বা অচেতন আকাঙ্ক্ষাৰ তেৰেঁই ঘনীভূত মূৰ্ত্তি। তেওঁক কেৱল প্ৰতিনিধি বুলিলে কথাটো নুবুজয়, তেওঁ বিশাল জনতাৰ চকুত আদৰ্শৰ শৰীৰী প্ৰতীক। অৱশ্যে তেওঁ সাধাৰণ খেতিয়কৰ নিচিনা নহয়। তেওঁ চোকা আৰু সূক্ষ্ম অনুভূতিপ্ৰৱণ, সুৰুচিসম্পন্ন আৰু দূৰদৰ্শী। মানুহৰ যেনেকুৱা কোমলতা থকা উচিত তেওঁৰ আছে, তথাপি তেওঁ কঠোৰ তপস্বী; মানৱীয় গুণ-দোষ তেওঁৰ গাত বিদ্যমান যদিও, তেওঁ মূলতঃ এজন সন্ন্যাসী—যি সকলো কামনা, বাসনাকে সংযত কৰি তাক অধ্যাত্ম সাধনৰ উচ্চ পৰ্য্যায়লৈ উন্নীত কৰিছে। তেওঁৰ অসাধাৰণ ব্যক্তিত্বই চুম্বকৰ দৰে সকলোকে আকৰ্ষণ কৰে, মানুহে ইচ্ছা কৰি তেওঁৰ ওচৰত আত্মসমৰ্পণ কৰে, বশ হৈ পৰে। এইবিলাক গুণ থাকোঁতেও তেওঁ সাধাৰণ খেতিয়কৰ চকুৰেই ঘটনাৰ গতি-বিধি লক্ষ্য কৰে, জীৱনৰ কিছুমান বিষয়ত খেতিয়কৰ নিচিনাই তেওঁ অন্ধ। ভাৰতৰ বেচি ভাগেই খেতিয়ক আৰু তেওঁৰ ভাৰতবৰ্ষখন তেওঁ ভালকৈ জানে, তাৰ প্ৰত্যেক নাড়ীৰ প্ৰত্যেক সঞ্চালনে তেওঁৰ অনুভূতিৰ ওপৰত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। প্ৰত্যেকটো বিষয়তে তেওঁৰ অনুমান নিৰ্ভুল আৰু সুবিধা বুজি কাম কৰাৰ দক্ষতা তেওঁৰ অতুলনীয়।

কেৱল বৃটিছ চৰকাৰৰ চকুতেই নহয়, বহুতো ভাৰতবাসী আৰু তেওঁৰ ঘনিষ্ঠ সহকৰ্ম্মীসকলৰ চকুতো তেওঁ দুৰ্ব্বোধ্য প্ৰহেলিকা। আন কোনোবা দেশত উপাজিলে হয়তো তেওঁৰ ওপৰত কোনেও গুৰুত্বই নিদিলেহে'তেন। কিন্তু পাপ, পাপমুক্তি, অহিংসাৰ কথা কোৱা ধাৰ্ম্মিক, অৱতাৰী পুৰুষৰ নিচিনা লোকক

ভাৰতবৰ্ষই এতিয়াও বুজি পায়, বা অন্ততঃ গ্ৰহণ কৰে। ভাৰতীয় পুৰাণ ভৰি আছে মহান তপস্বীসকলৰ বৃত্তান্তেৰে—যিসকলে আত্মত্যাগৰ কঠোৰতা আৰু তপস্যাৰদ্বাৰা গুণৰ পৰ্ব্বত ৰচনা কৰি, কিছুমান সবুসুৰা দেৱতাৰ সাম্ৰাজ্যকে ওলট্-পালট্ কৰি পেলাইছিল আৰু প্ৰচলিত ব্যৱস্থা তল-ওপৰ কৰি দিছিল। গান্ধীজীৰ অদ্ভুত উৎসাহ আৰু অন্তৰৰ শক্তি দেখি মোৰ মন বিস্ময়ত মুগ্ধ হৈ যায়—তেতিয়াই সেই পৌৰাণিক কাহিনীসমূহৰ কথা মনত পৰে। এনেকুৱা লাগে যেন এটা অফুৰন্ত শক্তিৰ উৎসৰপৰা সি বাহিৰ ওলাই আহিছে। জগতৰ সাধাৰণ সাঁচত ঢলা মানুহ তেওঁ নহয়; তেওঁ একেবাৰেই বেলেগ, তেওঁ একেবাৰেই অতুলনীয়, তেওঁৰ দৃষ্টিত কেতিয়াবা ফুটি উঠে অজ্ঞাত ৰহস্যৰ আভাস।

ভাৰতৰ নৱ-নাগৰিক সভ্যতা আৰু কল-কাৰখানাৰ আধুনিক জীৱনৰ ওপৰত কৃষক-ভাৰতৰ ফট্ফটীয়া সাঁচ বহিছে। যি জন স্বতন্ত্ৰ আৰু বিশিষ্ট হৈয়ো ভাৰতবৰ্ষৰেই সন্তান তেওঁক এই নবীন ভাৰতেও নেতৃত্ব মানি লৈছে, তেওঁ পাহৰি যোৱা পুৰণি স্মৃতি জগাই তুলিছে, ভাৰতবাসীৰ চকুৰ আগত ভাৰতৰ আত্মাক মুকলি কৰি দেখুৱাই দিছে। দুখৰ বোজাত কান ছিগো ছিগো হোৱা আজিৰ ভাৰতবৰ্ষই যেতিয়া অতীত আৰু ভৱিষ্যতৰ ধুঁৱলি-কুঁৱলী সপোন লৈ নিশাৰ হা-হুমুনিয়াহৰ মাজত সান্ত্বনা বিচাৰিছিল, তেতিয়া তেওঁ শুনাইছিল সান্ত্বনাৰ বাণী, দেশৰ মনত কৰিছিল শক্তিৰ সঞ্চাৰ—তেওঁৰ দৃষ্টিত ভৱিষ্যত ৰঙীণ হৈ উঠিছিল। এফালে অতীত, আনফালে ভৱিষ্যৎ; আজিৰ ভাৰতে দুয়োটাৰ সমন্বয় সাধন কৰিবলৈ কঁকালত টঙালি বান্ধি ওলাল।

ভাৰতৰ এই খেতিয়কৰ জীৱন-ধাৰাৰপৰা আমি বহুতেই বিচ্ছিন্ন হৈ পৰিছোঁ: পুৰণি ধাৰাৰ চিন্তা, পুৰণি প্ৰথা, পুৰণি নিয়ম-ধৰ্ম্ম আমাৰ প্ৰকৃতিৰ মাজত আৰু বিচাৰি পাবলৈ নাই। আমি নিজকে আধুনিক বুলি চিনাকি দিওঁ, আমি 'উন্নতি'ত বিশ্বাস কৰোঁ, বৈজ্ঞানিক কল-কাৰখানাৰ প্ৰসাৰ, জীৱনযাত্ৰাৰ উন্নততৰ ব্যৱস্থা, সমবায় আৰু যুটীয়াভাৱে কাৰ্য্য নিয়ন্ত্ৰণত আমাৰ আস্থা। আমি বহুতেই খেতিয়ক-জীৱনৰ ৰক্ষণশীলতাক প্ৰগতিবিৰোধী বুলি জানো আৰু বহুতেই চছিয়েলিজ্‌ম্, কমিউনিজ্‌মৰ অনুৰাগী। আমি কেনেকৈ ৰাজনীতি ক্ষেত্ৰত গান্ধীজীৰ লগত লগ লাগিছোঁ আৰু বহুতো ঘটনাত তেওঁৰ বিশ্বাসী লগুৱাৰ দৰে কাম কৰিছোঁ, এই প্ৰশ্নৰ উত্তৰ দিয়া টান আৰু গান্ধীজীক যি নেজানে, তেওঁ কোনো উত্তৰতে সন্তুষ্ট হ'ব নোৱাৰিব। ব্যক্তিত্বক ব্যাখ্যা কৰিব নোৱাৰি, ইয়াৰ আচৰিত শক্তিয়ে মানুহক মুগ্ধ কৰে। এই শক্তি তেওঁৰ মাজত প্ৰচুৰ পৰিমাণে আছে। যিসকল তেওঁৰ ওচৰলৈ আহিছে, তেওঁলোকে তেওঁৰ এটা এটা দিকহে গ্ৰহণ কৰিছে। তেওঁ মানুহক আকৰ্ষণ কৰে কিন্তু সি অন্ধ আকৰ্ষণ নহয়, যুক্তি বিচাৰৰ দ্বাৰাই বহুতেই তেওঁৰ নেতৃত্ব মানি লৈছে। তেওঁলোকে গান্ধীজীৰ জীৱন সম্পৰ্কে দাৰ্শনিক ব্যাখ্যা বা তেওঁৰ বহুতো আচৰণ গ্ৰহণ কৰা নাই। বহুত ক্ষেত্ৰত মানুহে তেওঁক বুজিব পৰা নাই। কিন্তু তেওঁ নিৰ্দ্দেশ কৰা কাৰ্য্য-প্ৰণালীত যুক্তি আছে বুলি সহজেই বুজিব পাৰি। বহু দিন ধৰি কাম-কাজ নোহোৱা ৰাজহাড় নোহোৱা ৰাজনীতিত লাগি থকা ভাৰতীয়ৰ সমুখত তেওঁ যেতিয়া তেওঁৰ নৈতিক পোহৰত জ্বলি উঠা সাহসিক আৰু সবল কাৰ্য্য

পদ্ধতি দাঙি ধৰিলে, তেতিয়া তেওঁৰ আহ্বান সহজে কোনেও আওকাণ কৰিব নোৱাৰা হ'ল, আৰু সকলোৱে বুদ্ধি আৰু ভাবাৱেগ—দুয়ো দিশৰপৰা তাক বৰণ কৰি ল'লে। খোজেপতি তেওঁ প্ৰমাণ কৰি গ'ল যে তেওঁৰ কাৰ্য্যপদ্ধতি নিৰ্ভুল। তেওঁৰ আধ্যাত্মিক দৰ্শন নমনাকৈয়ে আমি তেওঁৰ পাচে পাচে বাট বুলিলোঁ। ভাবৰপৰা কাৰ্য্যক বেলেগকৈ চোৱা বোধহয় ভাল দৰ্শন নহয় আৰু তাৰ ফলত শেহত গৈ মানসিক সংঘাত আৰু দুখ আহি পৰে। গান্ধীজী কৰ্ম্মী পুৰুষ আৰু পৰিৱৰ্ত্তিত অৱস্থাসমূহৰ প্ৰতি সদায় সচেতন দেখি আমি মনে মনে অলপ আশা কৰিছিলোঁ যে আমি যিটো সঁচা বুলি ভাবোঁ, সেইফালেই গান্ধীজী আগবাঢ়িব। যেনেকৈয়ে হওক, এতিয়ালৈকে তেওঁ নিৰ্ভুল বাটেদিয়েই গৈ আছে আৰু ভৱিষ্যতলৈ কেনেবাকৈ বেলেগ পথ ল'বলগীয়া হ'লেও তাক এতিয়াই প্ৰত্যাশা কৰাটো ভুল হ'ব।

এইবিলাকৰপৰা বুজা যাব, মোৰ মনত কোনো স্পষ্ট বা নিশ্চিত ধাৰণা নাছিল। আমি বেচি যুক্তিবাদী হ'লেও গান্ধীজীয়ে ভাৰতবৰ্ষক আমাতকৈ বহুত বেচি জানে আৰু যি জনসাধাৰণৰ ইমান অসামান্য শ্ৰদ্ধা ভক্তি আৰু অনুৰাগৰ পাত্ৰ হ'ব পাৰিছে তেওঁৰ ভিতৰত এনে কিবা এটা আছে, যিটো জনসাধাৰণৰ আশা-আকাঙ্ক্ষাৰ সৈতে একেটা সুৰতে বন্ধা আছে। যদি আমি তেওঁক বুজাব পাৰোঁ, তেন্তে জনসাধাৰণো আমাৰ দললৈ আহিব। মনত ভাব হৈছিল তেওঁক বুজাব পৰা হ'ব। কিয়নো খেতিয়কৰ দৰেই তেওঁৰ দৃষ্টিভঙ্গী আছিল যদিও, তেওঁ আছিল আজন্ম বিপ্লৱী। বিপ্লৱীয়ে বিচাৰে এটা পৰিৱৰ্ত্তন, কোনো ভয়েই তেওঁৰ মনোবল দমাব নোৱাৰে।

আমাৰ এনেহুৱা নিম্নগামী জনসাধাৰণক শৃঙ্খলাবদ্ধ কৰি তেওঁ কেনেকৈ কামত লগাইছে! বল প্ৰয়োগ কৰি নহয়, কোনো ধন-সম্পত্তিৰ লোভ দেখুৱাই নহয়। প্ৰশান্ত দৃষ্টি, মধুৰ বচন আৰু তাতকৈয়ো ব্যক্তিগত দৃষ্টান্তৰ দ্বাৰাই ই সম্ভৱ হৈছে। ভাৰতৰ সত্যাগ্ৰহৰ প্ৰথম আৰম্ভণিতে ১৯১৯ চনত বোম্বাইৰ ওমৰ শোভানীয়ে তেওঁক বুলিছিল 'ক্ৰীতদাসসকলৰ প্ৰিয়তম বন্ধু', এতিয়াও মোৰ মনত আছে। তাৰ পিচত বহুত ঘটনা ঘটিছে। আজি ওমৰ আৰু জীৱিত নাই, সৌভাগ্যৰ বিষয় ১৯২১-ৰ আৰম্ভৰপৰা আমি আনন্দ আৰু গৰ্ব্বেৰে তেওঁক দেখিছোঁ। ১৯৩০ চনটো আমাৰ জীৱনৰ এটা অপূৰ্ব্ব বছৰ। গান্ধীজীয়ে তেওঁৰ যাদুকৰী পৰশেৰে গোটেই দেশতে এটা অভূতপূৰ্ব পৰিৱৰ্ত্তন আনিলে। বৃটিছ চৰকাৰৰ লগত আমি জয়লাভ কৰিছোঁ বুলি ভাবিবলৈ ইমান মূৰ্খ কোনো নাছিল। আমাৰ গৰ্ব্ব আৰু গৌৰৱৰ লগত চৰকাৰৰ সম্পৰ্ক অতি কম আছিল। এই আন্দোলনত আমাৰ নাৰীসকল, ডেকাসকল, সন্তান-সন্ততিসকলে যেনেকৈ কাম চলাইছে তাকে লৈয়েই আমাৰ গৌৰৱ আৰু গৰ্ব্ব। ই আমাৰ সম্পত্তি। যি কোনো সময়তে, যি কোনো জাতিৰ পক্ষে ই আপুৰুগীয়া সম্পদ, আমি পৰাধীন আৰু পদ দলিত—আমাৰ কাৰণে ইয়াৰ মূল্য আৰু বেচি।

মোৰ ক্ষেত্ৰত গান্ধীজীয়ে সদায়েই অতিপাত আদৰ চেনেহ আৰু সুবিবেচনা দেখুৱাই আহিছে। দেউতা ঢুকোৱাৰ পিচৰপৰা মই আৰু বেচি মৰম পাইছোঁ। তেওঁ সদায় আমাৰ কথা ধৈৰ্য্যেৰে শুনে আৰু মোৰ মনোবাঞ্ছা পূৰণৰ কাৰণে সকলো

প্ৰকাৰে চেষ্টা কৰে। ইয়াৰ ফলত মই ভাবিছিলোঁ, মই আৰু মোৰ সহকৰ্ম্মীসকলে তেওঁক কৈ মেলি সমাজতান্ত্ৰিক পথলৈ আনিব পাৰিম। তেওঁ নিজেও কৈছিল সম্ভৱ হ'লে তেওঁ নিজেও লাহে লাহে সেই পথলৈ আগবাঢ়িব। মোৰ মনত ভাব হৈছিল তেওঁ নিঃসন্দেহে সমাজতন্ত্ৰবাদৰ মূলনীতিসমূহ গ্ৰহণ কৰিব, কিয়নো মই দেখাত বৰ্ত্তমানৰ ব্যৱস্থাত যি অবিচাৰ হিংসা, অপব্যয় আৰু দুখ তাৰ হাত সাৰিবলৈ আন কোনো উপায় নাই। উপায় লৈ তেওঁৰ মতভেদ হ'ব পাৰে, আদৰ্শত তেওঁ আমাৰ লগত একমত। তেতিয়া সেইদৰে ভাবিবেও এতিয়া আমি ফট্‌ফটীয়াকৈ বুজিব পাৰিছোঁ—গান্ধীজীৰ আদৰ্শৰ লগত সমাজতান্ত্ৰিক আদৰ্শ গুৰিতেই বেলেগ।

এইবাৰ ১৯৩১-ৰ ফেব্ৰুয়াৰী মাহৰ দিল্লীৰ কথালৈ উভতি আহোঁহ'ক। গান্ধী-আৰ্বিন আলোচনা চলি আছে, এনেতে হঠাৎ সি বন্ধ হৈ গ'ল। কেইদিনমান ধৰি বৰলাটে গান্ধীজীক মাতি পঠোৱা নাই। আমি ভাবিলোঁ কিজানি আলোচনাৰ অন্তই পৰিল। কাৰ্য্যকৰী সমিতিৰ সদস্যসকল দিল্লী এৰি নিজ নিজ প্ৰদেশলৈ উভতি যাবলৈ ওলাল। যোৱাৰ আগতে ভৱিষ্যৎ কাৰ্য্যপদ্ধতি আৰু অইন-অমান্য আন্দোলনৰ (আন্দোলন তেতিয়াও চলি আছিল) বিষয়ে আলোচনা কৰিবলৈ বুলি লগ হ'লোঁহক। আমি বুজিলোঁ আপোচ-আলোচনা ভাগি গ'ল, ইয়াৰ ঘোষণাৰ পিচতেই আমি আৰু একে ঠাইতে লগ হৈ আলোচনা কৰিবৰ সময় নেপাম। আমি গ্ৰেপ্তাৰ হোৱালৈ বাট চাই থাকিলোঁ। লগতে ইয়াকো শুনিলোঁ-চৰকাৰে বোলে প্ৰবলভাবে কংগ্ৰেছক দমন কৰিবলৈ মনস্থ কৰিছে—আগতকৈয়ো বেচি প্ৰবলভাৱে। গতিকে আমি শেষ বাৰলৈ লগ লাগিলোঁহক আৰু আগলৈ আন্দোলন কৰিবলৈ কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰিলোঁ। এইবাৰ প্ৰস্তাৱত কিছু বৈশিষ্ট্য আছিল। আগৰ নিয়ম আছিল যে সভাপতি গ্ৰেপ্তাৰ হোৱাৰ আগতে অস্থায়ী সভাপতি আৰু কাৰ্য্য-কৰী সমিতিৰ সদস্যৰ খালি ঠাই মনোনয়ন কৰি পুৰোৱাৰ ব্যৱস্থা কৰি যাব। এই খালি ঠাই পূৰণ কৰা কাৰ্য্যকৰী সমিতিয়ে দৰাচলতে কোনো কামকে কৰিব পৰা নাই। কোনো ক্ষেত্ৰতে নতুন কিবা নিৰ্দ্ধাৰণ কৰাৰ অধিকাৰো ইয়াৰ নাছিল। সদস্যসকলে কেৱল জেললৈ যাবহে পাৰিছিল। যি হওক, এনেকৈ এজনৰ পিচত এজন মনোনয়ন কৰাত বিপদো আছিল। ইয়াৰ ফলত কংগ্ৰেছৰ মৰ্য্যাদা হানিকৰ ঘটনাও ঘটিব পাৰে। এই ভয়তে দিল্লীত বহা কাৰ্য্যকৰী সমিতিয়ে ঠিক কৰিলে যে, ভৱিষ্যতে আৰু অস্থায়ী সভাপতি আৰু খালি ঠাই পূৰণ কৰা সদস্য মনোনীত কৰা নহ'ব। যিসকল মূল সদস্য জেলৰ বাহিৰত থাকিব, তেওঁলোকে সমিতিৰ সম্পূৰ্ণ ক্ষমতাৰে কাম কৰিব। যেতিয়া সকলোৱে মিলি জেললৈ যাব, তেতিয়া সমাজৰ আৰু একো কাম নেথাকিব। পিচে আমি অলপ আড়ম্বৰ কৰি ক'লো যে, সেই অৱস্থাত কাৰ্য্যকৰী সমিতিৰ ক্ষমতা দেশৰ প্ৰত্যেক নৰ-নাৰীৰে থাকিব। আমি সৰ্ব্বসাধাৰণক উৎসাহেৰে সংঘৰ্ষত নামি-বলৈ আহ্বান কৰিলোঁ।

এই প্ৰস্তাৱত সংঘৰ্ষ পৰিচালনা কৰিবৰ কাৰণে কিছুমান সাহসিকতাপূৰ্ণ নিৰ্দ্দেশ দিয়া হ'ল আৰু আপোচৰ সকলো প্ৰকাৰ পথ ইয়াৰ দ্বাৰা বন্ধ কৰা হ'ল। আমাৰ কেন্দ্ৰীয় কাৰ্য্যালয়ৰ লগত দেশৰ আন আন অংশৰ যোগাযোগ ৰক্ষা কৰা আৰু নিয়মিতভাৱে নিৰ্দ্দেশ আদি দি থকা লাহে লাহে টান হৈ আহিল। আমাৰ পূৰ্বৰ

আৰু মহিলা কৰ্ম্মী সকলোকে মানুহে চিনি পায় আৰু তেওঁলোকেও কাম কৰে মুকলিভাৱে। গতিকে টান হ'বই। তেওঁলোকৰ গ্ৰেপ্তাৰৰ সম্ভাৱনা সদায় থাকেই। ১৯৩০-ত গুপ্তে বাৰ্ত্তাবাহী দল গঠন কৰি নিৰ্দ্দেশ-প্ৰচাৰ, পৰিদৰ্শন আৰু ৰিপৰ্ট আদি অনাৰ ব্যৱস্থা কৰা হৈছিল। তাৰপৰা কাম ভালেই চলিছিল আৰু আমি বুজিছিলোঁ যে এইদৰে গুপ্তে বতৰা অনাৰ কাম আমাৰ আদৰ্শৰ লগত কিছুমান সামঞ্জস্য নথকা কথা আৰু গান্ধীজীও ইয়াৰ বিৰোধী আছিল। কেন্দ্ৰৰপৰা নিৰ্দ্দেশৰ অভাৱত কাম চলোৱাৰ ভাৰ আমি স্থানীয় মানুহৰ ওপৰতে দিছিলোঁ। নহ'লে তেওঁলোকে ওপৰৰপৰা নিৰ্দ্দেশ পাবৰ কাৰণে বাট চাই থাকিব বা একো নকৰাকৈ বহি থাকিব। অৱশ্যে পৰা পক্ষত নিৰ্দ্দেশ দিয়াই হৈছিল।

সেই প্ৰস্তাৱ আৰু আন কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰি আমি মাবলৈ ওলালোঁ। (তাৰ পিচৰ ঘটনাৱলীৰ কাৰণে সেই প্ৰস্তাৱটো প্ৰকাশ কৰাও নহ'ল আৰু কাৰ্য্যকৰীও কৰিব পৰা নগ'ল)। এনে সময়তে লৰ্ড আৰ্বাৰিনৰপৰা আকৌ আহ্বান আহিল আৰু আপোচ-আলোচনা আকৌ আৰম্ভ হ'ল।

৪ মাৰ্চ্চ মাজৰাতিলৈকে বৰলাটৰ ঘৰৰপৰা গান্ধীজী আহিব আহিব বুলি আমি বাট চাই থাকিলোঁ। ৰাতি দুই বজাতহে তেওঁ উভতি আহিল। আমাক জগাই খবৰ দিয়া হ'ল যে আপোচ-প্ৰস্তাৱসমূহ ঠিক কৰা হৈছে। খচৰাখিনি আমি চালোঁ। আগেয়ে আলোচনা কৰোঁতে মই সৰহভাগ ধাৰাকে জানো কিন্তু দুই নম্বৰ ধাৰাৰ* ৰক্ষা-কবচ আদি দেখি মই অতি দুখ পালোঁ। ইয়াৰ কাৰণে মই সাজু নাছিলোঁ। সেই ৰাতি আৰু মই একো নকলোঁ, সকলোৱেই নিজ নিজ শোৱাপাটীলৈ উভতি গ'লোঁ।

অৱশ্যে ক'বলগীয়া বিশেষ একো নাছিল। যি হ'বলগীয়া আছিল, হৈ গৈছে। আমাৰ নেতাই নিজেই কথা দি আহিছে, এতিয়া আমি তেওঁৰ লগত বেলেগ মত কেনেকৈ ল'ব পাৰোঁ? তেওঁক ত্যাগ কৰিলেহে হ'ব? তেওঁৰ লগত এৰা-এৰি হ'লেহে হ'ব? আমাৰ অনৈক্য বাহিৰত প্ৰকাশ কৰাহে হ'ব? ইয়াৰপৰা ব্যক্তিগত-ভাৱে কোনো কোনোৱে সন্তোষ পাব পাৰে, কিন্তু চূড়ান্ত সিদ্ধান্ত লওঁতে তাৰ কোনো লেখ লোৱা নহ'ব। অন্ততঃ অলপ সময়ৰ কাৰণে হ'লেও আইন-অমান্য আন্দোলন শেষ হ'ল। কাৰ্য্যকৰী সমিতিৰ পক্ষেও আন্দোলন পৰিচালনা কৰি থকাটো সম্ভৱপৰ নাছিল, কিয়নো চৰকাৰে ঘোষণা কৰি দিব যে মিঃ গান্ধীয়ে আপোচ কৰাত সম্মতি দিছে। মোৰ আৰু মোৰ সহকৰ্ম্মীসকলৰো আন্দোলন কিছুদিনৰ কাৰণে স্থগিত ৰাখি চৰকাৰৰ লগত আপোচ কৰাৰ ইচ্ছা আছিল। আমাৰ সহকৰ্ম্মীসকলক

* দিল্লী-চুক্তিৰ দুই নম্বৰ সৰ্ত্ত (১৯৩১, ৫ মাৰ্চ্চ) 'শাসনতন্ত্ৰ সম্পৰ্কৰ প্ৰশ্নত হিজ মেজেষ্টিজ গৱৰ্ণমেণ্টৰ সম্মতি অনুযায়ী ভৱিষ্যত আলোচনাৰ সীমা এইদৰে ঠিক কৰা হ'ব যে ঘূৰণীয়া মেজ-মেলৰ বৈঠকত ভাৰতৰ নিয়মতান্ত্ৰিক চৰকাৰৰ যি খচৰা আলোচিত হৈছে তাকে আকৌ বিচাৰ কৰা হ'ব। এতিয়া প্ৰস্তাৱ কৰা আঁচনিত যুক্তৰাষ্ট্ৰ এটা অপৰিহাৰ্য্য অংশ হ'ব আৰু ভাৰতৰ দায়িত্ব, সংৰক্ষিত বিষয় আৰু ৰক্ষাকবচসমূহ ভাৰতৰ স্বাৰ্থৰ ফালৰপৰা ঠিক কৰা হ'ব। উদাহৰণ স্বৰূপে কব পাৰি, যেনে—দেশৰক্ষা, বৈদেশিক বিষয়, সংখ্যা লঘিষ্ঠসকলৰ অৱস্থা, ভাৰতৰ ঋণ আৰু পূৰ্ব্ব প্ৰতিশ্ৰুতি পূৰণ।'

আকো জেললৈ ওভতাই পঠোৱা আৰু আগৰপৰা জেলত থকা হেজাৰ হেজাৰ লোকক তাতে ৰাখি থোৱা কথাটো সহজ নহয়। আমি বহুতেই জেললৈ যাব লাগিব বুলিয়েই নিজকে গঢ়ি লৈছিলোঁ আৰু জেলৰ ভিতৰত কণ্টকৰ দৈনন্দিন কাম-কাজবিলাকৰ কথা পাতলভাৱে আলোচনা কৰিছিলোঁ, যদিও আমাৰ জীৱনৰ দিনবিলাক কটাবৰ কাৰণে জেলখানা একো মনোৰম ঠাই নহয়। তাৰ বাহিৰে তিনি সপ্তাহৰো বেচি সময় ধৰি গান্ধজী আৰু লৰ্ড আৰ্বাৰিনৰ মাজত যি আলোচনা চলিছিল, তাৰপৰা দেশ-বাসীৰ আশা হৈছিল যে, তেওঁলোক এটা আপোচ-মীমাংসাত উপনীত হ'বই; এনে স্থলত এই আপোচ-আলোচনা ভাগি গ'লে মানুহবিলাক সমূলি হতাশ হৈ পৰিব। সেই কাৰণেই আমি কাৰ্য্যকৰী সমিতিৰ সদস্যসকলে এটা অস্থায়ী আপোচ-মীমাংসাত সম্মতি দিলোঁ (অস্থায়ী নহে নো আৰু কি হ'ব?); কিন্তু লগতে কোৱা হ'ল যে এই সন্ধিৰ দ্বাৰা আমি কোনো মূল নীতি ত্যাগ নকৰোঁ।

পিচত কিছুমান কথাত যি তুমুল তৰ্কবাদৰ অৱতাৰণা হ'ল, মই ব্যক্তিগতভাৱে সেইবোৰত সিমান মনোযোগ দিয়া নাছিলোঁ। মই দুটা বিষয়ৰ প্ৰতি বেচিকৈ চকু দিছিলোঁ। প্ৰথম কথা, আমাৰ সম্পূৰ্ণ স্বাধীনতা-লাভৰ উদ্দেশ্যক কোনো প্ৰকাৰেই নিস্তেজ কৰিব নেলাগিব; দ্বিতীয়তে, এই চুক্তিয়ে আমাৰ যুক্তপ্ৰদেশৰ কৃষক আন্দোলনৰ ওপৰত কেনেভাৱে প্ৰভাৱ বিস্তাৰ কৰিব। আমাৰ কৰ-বন্ধ বা খাজনা-বন্ধ আন্দোলন এতিয়ালৈকে কৃতকাৰ্য্য হৈছে বুলিব পাৰি আৰু কোনো কোনো অঞ্চলত একেবাৰেই এক পইচাও আদায় হোৱা নাছিল। খেতিয়কসকলৰ মনোভাৱ আছিল দৃঢ় আৰু গোটেই পৃথিৱীতে খেতি-বাতিৰ অৱস্থা আৰু কৃষিজাত বস্তুৰ দাম কমি যোৱাৰ কাৰণে তেওঁলোকৰ পক্ষে খাজনা দিয়াটো টানেই আছিল। আমাৰ কৰ-বন্ধ আন্দোলন একালে যেনেকৈ ৰাজনৈতিক, আনফালে অৰ্থনৈতিকো আছিল। চৰকাৰৰ লগত সাময়িক আপোচ কিবা হ'লে আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰা হ'ব আৰু তেতিয়া হ'লে কৰ-বন্ধ আন্দোলনৰ ৰাজনৈতিক ভিত্তি নাইকিয়া হ'ব। কিন্তু বস্তুৰ দাম কমি যোৱাৰ ফলত সৰহ ভাগ খেতিয়কে দাবী অনুযায়ী খাজনা দিব নোৱাৰাৰ কাৰণে যি অৰ্থনৈতিক সমস্যাৰ উদ্ভৱ হৈছে, তাৰ বিষয়ে কি হ'ব? গান্ধীজীয়ে এই বিষয়ে লৰ্ড আৰ্বাৰিনক স্পষ্ট ভাৱে কৈ দিছিল। তেওঁ কৈ দিছিল যে কৰবন্ধ আন্দোলন প্ৰত্যাহাৰ কৰিলেও খেতিয়কসকলক পৰা খিনিতকৈ বেচি দিবলৈ কেতিয়াও পৰামৰ্শ দিব নোৱাৰে। এই বিষয়টো প্ৰাদেশিক চৰকাৰৰ বিষয় কাৰণে কেন্দ্ৰীয় চৰকাৰৰ লগত তাৰ খুঁটি-নাটিবিলাক আলোচনা কৰিব নোৱাৰি। আমাক আশ্বাস দিয়া হ'ল যে এই বিষয়ে প্ৰাদেশিক চৰকাৰে আমাৰ লগত আনন্দেৰে আলোচনা কৰিব আৰু খেতিয়কসকলৰ দুখ নিবাৰণৰ কাৰণে যথাসাধ্য চেষ্টা কৰিব। এটা অস্পষ্ট আশ্বাস সন্দেহ নাই, কিন্তু ইয়াতকৈ বেচি স্পষ্ট এটা পোৱাটো সেই অৱস্থাত অতি কঠিন আছিল। গতিকে সাময়িকভাৱে সেই বিষয়টোৰ মীমাংসা এইদৰেই কৰা হ'ল।

আমাৰ স্বাধীনতা লাভৰ আৰু আমাৰ উদ্দেশ্যৰ মুখ্য প্ৰশ্নটো বৈ গ'ল। আৰু মই দেখিলোঁ যে চুক্তিৰ দুই নম্বৰ ধাৰাটোত এই উদ্দেশ্য খৰ্ব্ব কৰা হৈছে। ইয়াৰ কাৰণেই ইমানবিলাক মানুহে এবছৰ কাল ইমান কষ্ট ভোগ কৰিলে নে? আমাৰ

গৰ্ব্বিত বচন আৰু দুঃসাহসিক কামৰ অৱশেষত এয়ে পৰিণাম হ'ল নে? কংগ্ৰেছৰ স্বাধীনতা প্ৰস্তাৱ জানুৱাৰী প্ৰস্তাৱ, আৰু বাৰে বাৰে দোহাৰাৰ ফল এয়ে হ'ল নে? মাৰ্চ্চ মাহৰ সেই ৰাতি মই শোৱাপাটীত পৰি পৰি চিন্তা কৰিবলৈ ধৰিলোঁ, অতি বহুমূলীয়া সম্পদ এটা চিৰকালৰ কাৰণে হেৰাই গ'লে মনত যেনেকুৱা ভাব হয়, মোৰ অন্তৰো তেনেকৈ শূন্যতাৰে ভৰি পৰিল।

একেকৈয়ে নামি আহে
জনতাৰ প্ৰলয় সংঘাত
ৰজন্ জনাই নাহে,
নাহে বিম্বা শৱদেৰে,
—আহে কিন্তু নিশৱদে
নীৰৱ নিস্তব্ধভাৱে।

## কৰাচী কংগ্ৰেছ

গান্ধীজীয়ে আওপকীযাকৈ মোৰ মনৰ বেজাৰৰ কথা গম পালে। পিচদিনা পুৱা ফুৰিবলৈ যোৱা সময়ত মোকো লগত যাবলৈ ক'লে। বহুত সময় আমাৰ মাজত আলোচনা হ'ল। তেওঁ আমাক বুজাবলৈ চেষ্টা কৰিলে যে, কোনো গুৰুতৰ বিষয় বা মূলনীতি প্ৰত্যাহাৰ কৰা হোৱা নাই। তেওঁ চুক্তিৰ দুই নম্বৰ ধাৰাটোৰ 'ভাৰতৰ স্বাৰ্থ' এই কথাটোৰ ওপৰত ভিৰ দি এনেকৈ ব্যাখ্যা কৰিলে যে, তাৰ লগত আমাৰ স্বাধীনতাৰ দাবী বেলেগ নহয়। এই ব্যাখ্যা মোৰ মনত বলেৰে কৰা ব্যাখ্যা যেন লাগিল। তেওঁৰ-যুক্তি-তৰ্ক মই মানি ল'ব নোৱাৰিলোঁ। হ'লেও তেওঁৰ কথাত মোৰ মন ভালেখিনি শান্ত হ'ল, মই তেওঁক ক'লোঁ। চুক্তিৰ গুণাগুণৰ কথা বাদ দিলেও, তেওঁৰ আকস্মিক কামবিলাক দেখি আমি আচৰিত হৈ যাওঁ। তেওঁৰ ভিতৰত এনেকুৱা কিবা এটা আছে, যিটো মই চৈধ্য বছৰ তেওঁৰ লগত ঘনিষ্ঠভাৱে থাকিও বুজিব নোৱাৰিলোঁ আৰু সেই কাৰণেই সদায় ভয় খাই থাকোঁ। তেওঁ নিজৰ ভিতৰত এই অজ্ঞাত কিবাটোৰ অস্তিত্ব স্বীকাৰ কৰিলে। তেওঁ বোলে নিজেও ইয়াৰ কাৰণে দায়ী নহয় আৰু ই তেওঁক ক'লৈ লৈ যাবগৈ তাক আগতে তেওঁ একেবাৰেই নেজানে।

দুই এদিন মই কিংকৰ্ত্তব্য-বিমূঢ় হৈ থৰ লাগি ৰলোঁ। সেই চুক্তিৰ বিৰোধিতা কৰা বা তাক বন্ধ কৰাৰ প্ৰশ্ন আৰু তেতিয়া উঠিব নোৱাৰে। বৰ জোঁচ কৰিলে ইয়াকে কৰিব পাৰোঁ যে তাৰ লগত মই কোনো সংশ্ৰৱ নেৰাখোঁ বুলি মনতে ভাবিব পাৰোঁ। কিন্তু বাস্তৱিকতে বাস্তৱক্ষেত্ৰত মই তাক মানি ল'বই লাগিব। ইয়াত মোৰ ভিতৰৰ অহংটোৱে হয়তো শান্তি পাব, কিন্তু তাৰপৰা প্ৰকৃত ডাঙৰ সমস্যাটোৰ জানো সমাধান হ'ব? গতিকে তাক ভালে ভালে মানি লৈ গান্ধীজীৰ দৰে নিজৰ অনুকূলে ব্যাখ্যা কৰা সমীচীন নহ'ব জানো? চুক্তি হৈ যোৱাৰ পিচতেই বাতৰি-কাকতৰ কাৰণে তেওঁ যি বিবৃতি দিলে, তাত সেই ব্যাখ্যাৰ ওপৰত ভিৰ দি ক'লে, আমি স্বাধীনতাৰ দাবী অকণো এৰি দিয়া নাই। যাতে এতিয়া আৰু আগলৈকো কোনো

ভুল ধাৰণাৰ সৃষ্টি নহয়, সেই কাৰণে তেওঁ লৰ্ড আৰ্বাৰিনৰ ওচৰলৈ গৈ কথাটো ভালকৈ বুজাই দি থৈ আহিলগৈ। গান্ধীজীয়ে তেওঁক ক'লে, যদি কংগ্ৰেছে ঘূৰণীয়া মেজ-মেলৰ বৈঠকলৈ কোনো প্ৰতিনিধি পঠিয়ায়, তেন্তে এই ভিত্তিৰ ওপৰতহে দাবী কৰা হ'ব। লৰ্ড আৰ্বাৰিনে অৱশ্যে এই দাবী মানি ল'ব নোৱাৰে, কিন্তু এই দাবী কৰিবলৈ কংগ্ৰেছৰ যে অধিকাৰ আছে এই কথা মানি ল'লে।

মনত বিৰাট দ্বন্দ্ব আৰু দুখ থাকিল যদিও সেই চুক্তি মানি ল'বলৈ আৰু তাৰ অনুকূলে সৰ্ব্বান্তঃকৰণে কাম কৰিবলৈ মনস্থ কৰিলোঁ। মাজে-মধ্যমে যাবলৈ মোৰ আৰু কোনো বাট নাই যেন লাগিল।

লৰ্ড আৰ্বাৰিনৰ লগত আলোচনা চলি থকা সময়খিনিত, চুক্তিৰ আগত আৰু পিচত, গান্ধীজীয়ে আইন-অমান্য আন্দোলনৰ বাহিৰেও আন আন ৰাজনৈতিক বন্দীৰ মুক্তিৰ কাৰণে অনুৰোধ কৰিছিল। আইন অমান্যৰ বন্দীসকলৰ মুক্তিৰ কথা চুক্তিপত্ৰৰ ভিতৰতে আছিল, তাৰ বাহিৰেও, কাৰাদণ্ড দিয়া বা বিনাবিচাৰে অপৰাধ জানিবলৈ নিদিয়াকৈ বন্দী কৰি থোৱা বন্দীও হেজাৰে হেজাৰে আছিল। এই কথাত গোটেই ভাৰততে বিশেষকৈ বঙ্গদেশত অতিপাত অসন্তোষৰ সৃষ্টি হৈছিল। বিনাবিচাৰে বন্দী কৰি থোৱা নীতিৰ ফলত বঙ্গদেশেই বেচি বিব্ৰত হৈছে: পেংগুইন দ্বীপৰ বৰমুৰীয়াজনৰ (নে ভ্ৰেফাছ মকৰ্দ্দমাৰ) দৰেই ভাৰত চৰকাৰে বিশ্বাস কৰিছিল প্ৰমাণ নথকাটোৱেই আটাইতকৈ ভাল প্ৰমাণ। প্ৰমাণ যে নাই, তাক খণ্ডন কৰিব নোৱাৰি। চৰকাৰৰ অভিযোগ হৈছে, যে, অন্তৰীণ হৈ থকাসকল বৈপ্লৱিক কাম কৰাৰ সম্ভাৱনা থকা মানুহ। চুক্তিৰ অংশ হিচাপে নহ'লেও বঙ্গদেশত ৰাজনৈতিক অসন্তোষ শাম কটাবলৈ আৰু স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ গান্ধীজীয়ে তেওঁলোকৰ মুক্তিৰ কথা উনুকিয়াইছিল, কিন্তু চৰকাৰ মান্তি নহ'ল।

গান্ধীজীয়ে ইমানকৈ কৈ মাতিও ভগৎ সিংহৰ মৃত্যুদণ্ড ৰহিত কৰিবলৈ চৰকাৰক মান্তি কৰাব নোৱাৰিলে। ইয়াৰ লগত অৱশ্যে চুক্তিৰ কোনো সম্বন্ধ নাছিল; কিন্তু এই বিষয়ে গোটেই দেশতে যি মনোভাৱৰ সৃষ্টি হৈছিল, তাৰ কাৰণেই গান্ধীজীয়ে এই অনুৰোধ কৰিছিল। কিন্তু তেওঁ নিৰাশ হ'বলগীয়া হ'ল।

এই সময়ত এটা ঘটনাৰপৰা সন্ত্ৰাসবাদী দলৰ মনোভাৱ জানিবলৈ সুযোগ পাইছিলোঁ। মই জেলৰপৰা মুক্তি পোৱাৰ পিচত দেউতা ঢুকুৱাৰ আগতে নে কেই-দিনমান পিচতে এই ঘটনা ঘটিছিল। এজন অচিনাকি মানুহ মোৰ লগত দেখা কৰিবলৈ আহিছিল। শুনিলোঁ তেওঁৰ নাম চন্দ্ৰশেখৰ আজাদ। মই তেওঁক আগেয়ে কেতিয়াও দেখা নাই। শুনিছিলোঁ দহ বছৰৰ আগতে ১৯২১ চনত স্কুল এৰি তেওঁ অসহযোগ আন্দোলনত যোগ দি জেললৈ গৈছিল। তাত জেল-শৃঙ্খলা ভঙ্গ কৰাৰ অপৰাধত এই পোন্ধৰ বছৰীয়া ল'ৰাটিক বেত্ৰদণ্ড দিয়া হৈছিল। ইয়াৰ পিচত তেওঁ টেৰৰিষ্ট দলত যোগ দিয়ে আৰু উত্তৰ ভাৰতত সেই দলৰ এজন প্ৰভাৱশালী সদস্য হৈ উঠে। এইবিলাক কথা মই আগেয়েই শুনিছিলোঁ। শুনিলেও এই ধৰণৰ লোকে কোৱা কথাত মোৰ বৰ আস্থা নাছিল। গতিকে তেওঁক দেখি মই আচৰিত হৈ গ'লোঁ। আমাক জেলৰপৰা এৰি দিয়াৰ ফলত কংগ্ৰেছৰ লগত চৰকাৰৰ আপোচ-মীমাংসা হ'ব বুলি সকলোৱে মনত আশা হৈছিল। তেওঁ জানিব খুজিলে যদি

আপোচ হৈ যায়, তেন্তে তাত তেওঁৰ দলত মানুহৰ কিবা স্থান আছে নে নাই? তেওঁলোকে নো এনেকৈয়ে নিৰ্ব্বাসিত জীৱন যাপন কৰিব লাগিব নে? এঠাইত ঠগ খাই আন ঠাইলৈ যাব, তেওঁলোকৰ মূৰটোৰ কাৰণে পুৰস্কাৰ ঘোষণা হৈ থাকিব, আৰু সন্মুখত সদায় থাকিব ফাঁচীৰ সম্ভাৱনা। নে তেওঁলোকক শান্তিৰে জীৱন যাপন কৰিবলৈ সুযোগ দিয়া হ'ব? তেওঁ মোক ক'লে, তেওঁ আৰু তেওঁৰ বহুতো সহকৰ্ম্মীয়ে হেনো বুজি পাইছে যে, কেৱলমাত্র টেৰৰিষ্ট্ কাৰ্য্যপদ্ধতিৰপৰা একো ফল নধৰে। অৱশ্যে কেৱল শান্তিপূৰ্ণ উপায়েৰে ভাৰতবৰ্ষই যে স্বাধীনতা লাভ কৰিব, তাকো বিশ্বাস কৰিবলৈ তেওঁ সাজু নাছিল। তেওঁৰ বিশ্বাস, ভৱিষ্যতে ভীষণ সঙ্ঘৰ্ষ হৈ যাব পাৰে। হ'লেও সি টেৰৰিজ্‌ম্ নহয়। টেৰৰিজ্‌ম্‌দ্বাৰা ভাৰতবৰ্ষ স্বাধীন হ'ব নোৱাৰে—এই কথাও তেওঁ দৃঢ়ভাৱে ক'লে। কিন্তু তেওঁক শান্তিত থাকিবলৈ নিদি যদি অ'ৰপৰা ত'লৈ মাত্র কুকুৰে খেদাদি খেদি লৈ ফুৰে, তেন্তে তেওঁ কি কৰিব? তেওঁৰ মতে সম্প্ৰতি যিবিলাক টেৰৰিষ্ট্ ঘটনা ঘটি আছে, সি কেৱল আত্মৰক্ষাৰ কাৰণেহে।

টেৰৰিজ্‌মৰ ওপৰত বিশ্বাস লাহে লাহে হেৰাই আহিছে, আজাদৰপৰা এই কথা শুনি মই আনন্দ পালোঁ। পিচতো ইয়াৰ মই প্ৰমাণ পাইছোঁ। দলৰ নীতি হিচাপে টেৰৰিজ্‌মৰ প্ৰকৃততে কোনো অস্তিত্ব নাই। ব্যক্তিগতভাৱে আৰু অকস্মাৎ ঠায়ে ঠায়ে হোৱা ঘটনাৰ হয়তো বিশেষ কিবা কাৰণ আছে। ইয়াতো প্ৰতিশোধমূলক কাৰ্য্য, নহ'লেবা ব্যক্তিগত মানসিক বিকৃতিৰ ফল, কোনো সাধাৰণ বিশ্বাসৰ কাৰণে কৰা কাৰ্য্য নহয়। অৱশ্যে সেই বুলি পুৰণি টেৰৰিষ্ট্ আৰু তেওঁলোকৰ লগৰীয়া-সকলে অহিংসা-মন্ত্ৰত দীক্ষা লৈছে বা বৃটিছ শাসনক ভাল পাবলৈ লৈছে, এনেকুৱা ভাব ল'বৰ কোনো কাৰণ নাই। কিন্তু টেৰৰিজ্‌ম্ সম্পৰ্কে তেওঁলোকৰ আগৰ ধাৰণা আৰু নাই। মোৰ বোধেৰে ইহ'তৰ বহুতে দেখাদেখিকৈয়ে ফেচিষ্ট্ মনোভাৱৰ মানুহ।

মোৰ ৰাজনৈতিক কাৰ্য্যৰ মতবাদ বুজাই দি মই চন্দ্ৰশেখৰক নিজ মতলৈ আনিবলৈ চেষ্টা কৰিলোঁ। কিন্তু তেওঁৰ মূল প্ৰশ্নৰ কোনো উত্তৰ দিব নোৱাৰিলোঁ। তেওঁ এতিয়া কি কৰে? এনেকুৱা একো ঘটাৰ সম্ভাৱনা নাই, যাৰ ফলত তেওঁ আৰু তেওঁৰ নিচিনা লোকসকলে শান্তি পাব পাৰে। মই কেৱল তেওঁক ইয়াকে অনুৰোধ কৰিলোঁ তেওঁ যেন তেওঁৰ দলৰ লোকসকলক ভৱিষ্যতে হিংসাত্মক কাম নকৰাকৈ ৰাখিবৰ চেষ্টা কৰে, কিয়নো তাৰপৰা তেওঁলোকৰ দলৰো ক্ষতি আৰু দেশৰ স্বাৰ্থৰো ক্ষতি।

মই তিনি সপ্তাহমান পিচত, যেতিয়া গান্ধী-আৰুৱিন কথা-বতৰা চলিছিল, তেতিয়া দিল্লীত শুনিলোঁ চন্দ্ৰশেখৰ আজাদৰ বোলে এলাহাবাদত পুলিচৰ গুলীত মৃত্যু হৈছে। দিনতে এখন বাগিচাত দেখা পাই পুলিচ-বাহিনীয়ে তেওঁক আগুৰি ধৰে। তেওঁ এডাল গছৰ আঁৰত থিয় হৈ আত্মৰক্ষা কৰি আছিল। দুয়ো পক্ষৰপৰা গুলিয়া-গুলি চলিছিল। তেওঁৰ মৃত্যুৰ আগতে, তেওঁৰ গুলীৰ আঘাত দুই এজন পুলিচ আহত হৈছিল।

চুক্তিপত্ৰ গৃহীত হোৱাৰ পিচতেই মই দিল্লী এৰি লক্ষ্ণৌলৈ যাত্ৰা কৰিলোঁ।

এৰুণো পলম নকৰাকৈ আইন-অমান্য আন্দোলন বন্ধ কৰাৰ দিহা কৰিলোঁ। গোটেই কংগ্ৰেছ প্ৰতিষ্ঠানে অপূৰ্ব্ব শৃংখলাৰে মোৰ নিৰ্দ্দেশ পালন কৰিলে। তাৰ কাৰণে আমাৰ দলৰ বহুতেই অসন্তুষ্ট হৈছিল, বহুত উগ্ৰপন্থীও আছিল, যাক বিৰত কৰাৰ শক্তি মোৰ একেবাৰেই নাছিল। বহুতে সমালোচনা কৰিলে যদিও, এই বিৰাট প্ৰতিষ্ঠানৰ প্ৰত্যেকেই এই চুক্তি মানি ল'লে। এজনেও আৱজ্ঞা কৰিছে বুলি খবৰ পোৱা নাই। আমাৰ প্ৰদেশৰ কোনো কোনো অঞ্চলত তেতিয়া খাজনা-বন্ধ আন্দোলন চলি আছিল কাৰণে, এতিয়া তাৰ ওপৰত কি প্ৰতিক্ৰিয়া হয়, তালৈ আগ্ৰহেৰে লক্ষ্য কৰিবলৈ ধৰিলোঁ। আমাৰ প্ৰথম কথা হ'ল আইন-অমান্য আন্দোলনৰ প্ৰত্যেক বন্দীকে এৰি দিয়াৰ ব্যৱস্থা কৰা। দিনৰ পিচত দিন ধৰি হেজাৰ হেজাৰ বন্দীক মুক্তি দিয়া হ'ল। যাৰ অপৰাধ সম্পৰ্কে অনিশ্চিয়তা আছে, এনেকুৱা কেইজনমানকহে মাথোন জেলত ৰাখি থোৱা হ'ল। অৱশ্যে হেজাৰ হেজাৰ অন্তৰীণ হোৱা আৰু হিংসামূলক কামৰ কাৰণে দণ্ডিত হোৱা মানুহক মুক্তি দিয়া নহ'ল।

জেলৰপৰা মুক্ত হোৱা বন্দীসকলে গৈ যেতিয়া নিজ নিজ নগৰ পালেগৈ তেতিয়া জনসাধাৰণে স্বতঃপ্ৰণোদিতভাৱে তেওঁলোকক সম্বৰ্দ্ধনা জনালে। এই উপলক্ষ্যে ফুল-পাত-পতাকাৰে ঘৰ-দুৱাৰ সজোৱা, শোভাযাত্ৰা কৰা, সভা, বক্তৃতা আদিৰ ব্যৱস্থা কৰা, মানপত্ৰ দিয়া আদি হৈছিল। ই স্বাভাৱিক, কিন্তু পুলিচৰ লাঠীচালনা, বলপ্ৰয়োগ আদিত সভা আৰু শোভাযাত্ৰা ভাঙি দিয়ালৈ চাই এই পৰিৱৰ্ত্তন হঠাতে হোৱা যেন লাগে। পুলিচে বৰ কেনেবা কেনেবা অনুভৱ কৰিবলৈ ধৰিলে। জেলৰপৰা ওলাই অহা বহুতেই জয়লাভৰ গৌৰৱ অনুভৱ কৰিলে। অৱশ্যে ইয়াত জয়গৰ্ব্বৰ বিশেষ কোনো কাৰণ নাছিল। পিচে জেলৰপৰা ওলালে স্বভাৱতে আনন্দ লাগেই। জেলত একেবাৰে সোমাবলগীয়া নহ'লে আৰু দলে দলে জেলৰপৰা বাহিৰ ওলাব পাৰিলে যে কথা নাই।

এই ঘটনাৰ উল্লেখ কৰাৰ কাৰণ হ'ল কি—কেইমাহমান পিচত এই 'জয়োৎসৱ'ত গৱৰ্ণৰে দুৰ্ঘোৰ আপত্তি কৰিছিল আৰু আমাৰ বিৰুদ্ধে ইয়ো এটা অভিযোগ বুলি ধৰা হৈছিল। সদায় প্ৰভুত্বৰ পৰিৱেশতে যি লালিত-পালিত, চৰকাৰ বুলিলে যি সামৰিক শাসনহে বুজে, জনসাধাৰণৰ লগত সংযোগ বা সম্পৰ্ক যাৰ নাই, সেই শাসকবৰ্গৰ দৃষ্টিত তেওঁলোকে যিটো মৰ্য্যাদা বুলি ভাবে, তাৰ ত্ৰুটি হ'লে তেওঁলোকে মৰ্ম্মান্তিক বেদনা অনুভৱ কৰে। এই বিষয়ে শুনি আমি আচৰিত হ'লোঁ, চিমলাৰ পৰ্ব্বতৰ ওখ টিঙৰপৰা সমতলক্ষেত্ৰলৈকে সকলো ঠাইৰে কৰ্ম্মচাৰীসকলে জনসাধাৰণৰ এই উন্মত্তালি দেখি বোলে খণ্ডত কঁপি উঠিছিল। যিবিলাক বাতৰি-কাকতত তেওঁলোকৰ মতৰ প্ৰতিধ্বনি উঠে, তেওঁলোকে এতিয়াও সেই কথা পাহৰিব পৰা নাই। ছাৰে তিনি বছৰৰ পিচত এতিয়াও সেই দুঃসাহসিক দুৰ্দ্দিনৰ কথা মনত পৰিলে তেওঁলোক শিয়ঁৰি উঠে। তেওঁলোকৰ মতে কংগ্ৰেছ-পন্থীসকলে যেন বৰ ডাঙৰ জয়লাভ এটা কৰিছে এনে ভাব দেখুৱাই অহঙ্কাৰ কৰি উঠিছিল। চৰকাৰ আৰু তেওঁলোকৰ বাতৰি-কাকতৰ লগত জড়িত থকা বন্ধুসকলৰ এনেকুৱা খং-বিৰ দেখি আমাৰ চকু মুকলি হৈ গ'ল। তেওঁলোকৰ মানসিক অৱস্থা আৰু তেওঁলোকে কিমান নিজকে দমন কৰিছিল তাক আমি দেখা পালোঁ। আমাৰ

সৈন্য-সামন্তসকলৰ কেইটামান বক্তৃতা আৰু কেইটামান শোভাযাত্ৰাই তেওঁলোকক ইমান বিমোৰত পেলাইছিল যে, দেখি আমি অবাক!

প্ৰকৃততে সাধাৰণ কংগ্ৰেছ-কৰ্ম্মীসকলৰ যে নাছিলেই, নেতাসকলৰো কেতিয়াও বৃটিছ চৰকাৰৰ "হৰুৱাই দিছোঁ" এনেকুৱা মনোভাব হোৱা নাছিল। কিন্তু আমাৰ নিজৰ লোকসকলৰ সাহস আৰু আত্মোৎসৰ্গ দেখি আমি নিজেই গৰ্ব্ব অনুভৱ কৰিছিলোঁ। ১৯৩০ চনত দেশে যি কৰিছে, তাত আমি গৰ্ব্ব বোধ কৰিছোঁ, আমাৰ আত্মবিশ্বাস আৰু আত্মমৰ্য্যাদা বাঢ়িছে, আন কি আমাৰ আটাইতকৈ সৰু স্বেচ্ছাসেৱকজনেও এই গৰ্ব্বত পোন হৈ উচ্চ শিৰেৰে ফুৰিব পাৰিছে। আমি আৰু গম পাইছিলোঁ এই প্ৰকাণ্ড সংঘৰ্ষই সমগ্ৰ জগতৰ দৃষ্টি আকৰ্ষণ কৰিছে, বৃটিছ চৰকাৰৰ ওপৰত বাৰুকৈয়ে হেঁচা দিছে আৰু আমাক আমাৰ লক্ষ্যৰ ওচৰ চপাইছে। কিন্তু ইয়াৰ লগত চৰকাৰক হৰুওৱাৰ কোনো সংশ্ৰৱ নাছিল, বৰং দিল্লী-চুক্তি কৰি চৰকাৰে যি সুবিবেচনা দেখুৱাইছিল সেই সম্বন্ধে আমি বহুতেই সজাগ। আমাৰ বিসকলে কয় আমাৰ লক্ষ্য এতিয়াও বহুত দূৰত আৰু সমুখত ইয়াতকৈয়ো বেচি কঠোৰ সমস্যাৰ লগত যুঁজিবলগীয়া আছে, তেওঁলোকক চৰকাৰৰ বন্ধুসকলে যুঁজিবলৈ শিং ধৰাই ফুৰা আৰু দিল্লী-চুক্তিৰ বিৰোধিতা কৰা বুলি কয়।

যুক্তপ্ৰদেশত আমি খেতিয়কৰ সমস্যালৈ ভাবিবলগীয়াত পৰিলোঁ। যিমান দূৰ পাৰি বৃটিছ চৰকাৰৰ লগত সহযোগিতা কৰিবৰ কাৰণে আমি অকণো পলম নকৰাকৈ যুক্তপ্ৰদেশৰ চৰকাৰৰ লগত যোগাযোগ কৰিলোঁ। বহুত দিনৰ পিচত ছবছৰ ধৰি চৰকাৰী মহলৰ লগত আমাৰ সংশ্ৰৱ নাছিল—খেতিয়কৰ সমস্যা লৈ মই কেইজনমান ওপৰ থাপৰ বিষয়াৰ লগত দেখা কৰিলোঁ। আমাৰ মাজত দীঘলীয়া চিঠি-পত্ৰ লিখা-লিখিও চলিল। প্ৰদেশ কংগ্ৰেছ কমিটীয়ে চৰকাৰৰ পক্ষৰ লগত যোগাযোগ ৰক্ষা কৰিবৰ কাৰণে গোবিন্দবল্লভ পন্থক নিযুক্ত কৰিলে। গাওঁবাসীৰ দুখ, কৃষিজাত বস্তুৰ দাম কমি যোৱা আৰু লগা খাজনাখিনি দিবলৈ সাধাৰণ খেতিয়কসকলৰ অপাৰগতাৰ কথা তেওঁলোকে স্বীকাৰ কৰিলে। এতিয়া কথা হ'ল—কি পৰিমাণে খাজনা ৰেহাই দিব পাৰি আৰু তাৰ মীমাংসা সম্পূৰ্ণৰূপে চৰকাৰৰ ওপৰতে নিৰ্ভৰ কৰে। সাধাৰণতে চৰকাৰে জমিদাৰৰ লগতেই কথা-বতৰা হয়, পোনে পোনে প্ৰজাৰ লগত একো আলোচনা নকৰে। গতিকে খাজনা কমাবৰ বা একেবাৰেই ৰেহাই দিয়াৰ ভাৰ জমিদাৰৰ। যিমান দিন চৰকাৰে তেওঁলোকক আদায় দিবলগীয়া খাজনাৰ কিছু অংশ ৰেহাই নিদিব, সিমান দিন তেওঁলোকে ৰায়তৰ খাজনা কমাবলৈ মান্তি নহ'ল। যি কোনো ঘটনাই নহওক লাগিলে, তেওঁলোকে স্বাভাৱিকতেই প্ৰজাৰ খাজনা ৰেহাই দিবলৈ ইচ্ছা নকৰিছিল। গতিকেই সমস্যা সমাধানৰ কাৰণে চৰকাৰৰ ওপৰতেই নিৰ্ভৰ কৰি থাকিবলগীয়াত পৰিল।

প্ৰদেশ কংগ্ৰেছৰ শাখাটিয়ে খেতিয়কসকলক জনাই দিলে খাজনা-বন্ধ আন্দোলন প্ৰত্যাহাৰ কৰা হৈছে; এতিয়া তেওঁলোকে সাধ্য অনুসৰি খাজনা দিব পাৰে। কিন্তু তেওঁলোকে খেতিয়কসকলৰ প্ৰতিনিধি হিচাপে অলপ সৰহকৈ খাজনা ৰেহাই দিবলৈ দাবী কৰিলে। বহুদিন ধৰি চৰকাৰে একোকে নকৰিলে। বোধহয় ছুটী বা কিবা বিশেষ কামত গৱৰ্ণৰ ছাৰ মেল্‌কম্ হেইলি অনুপস্থিত থকাত কাৰণে তেওঁলোক

অলপ অসুবিধাত পৰিছিল। তেওঁলোকৰ ব্যৱস্থা হ'ব লাগিব সুদূৰপ্ৰসাৰী আৰু তাকো কৰিব লাগিব সোনকালে। কিন্তু অস্থায়ী গৱৰ্ণৰ আৰু তেওঁৰ বিষয়াসকলে কৰোঁ-নকৰোঁকৈ থাকি একোকে নকৰিলে আৰু জহকালি ছাৰ মেল্‌কম্ হেইলি আহিবলৈ বাট চাই থাকিল। এই দোধোৰমোৰ অৱস্থা আৰু পলমৰ কাৰণে অৱস্থা আগতকৈয়ো শোচনীয় হৈ উঠিল আৰু প্ৰজাৰ দুৰ্দ্দশা বাঢ়িল।

দিল্লী-চুক্তিৰ ঠিক পিচতেই মোৰ স্বাস্থ্য অলপ বেয়া হ'ল। জেলতে মোৰ গা বেয়া হৈছিল, তাৰ পিচত দেউতা ঢুকাল, তাৰ পিচত দীঘলীয়াকৈ দিল্লীত আলোচনা চলিল—তাতো ভাগৰি গৈছিলোঁ—এই সকলোবিলাক মোৰ সহ্য নহ'ল। তথাপি কোনোমতে অলপ ভাল হৈ কৰাচী কংগ্ৰেছৰ কাম চম্ভালি ল'লোঁ।

ভাৰতৰ উত্তৰ-পশ্চিমে কৰাচী। অতি দুৰ্গম ঠাই। বিশাল মৰুভূমিয়ে ইয়াক ভাৰতৰ বাকী অংশৰপৰা প্ৰায় বেলেগ কৰি ৰাখিছে। কিন্তু তথাপি বহুত দূৰ ঠাইৰপৰা বহুত মানুহ আহি তাত গোট খাইছিল আৰু দেশৰ সেই সময়ৰ মনোভাৱ কৰাচীত ভালকৈয়ে ফুটি উঠিছিল। দেশত কিছু শান্তি হৈছিল। জাতীয় আন্দোলনৰ শক্তি লাহে লাহে বাঢ়ি যোৱা দেখি সকলোৱে সন্তোষ লাভ কৰিছিল। শৃংখলাবদ্ধভাৱে কংগ্ৰেছে অসামান্য ত্যাগ স্বীকাৰ কৰিছে, নিয়মমতে নিৰ্দ্দেশ অনুযায়ী কাম কৰি গৈছে, দেখি জনসাধাৰণৰ শক্তি আৰু সামৰ্থ্যৰ ওপৰত সকলোৰে বিশ্বাস দৃঢ় হৈছে। সকলোতে কংগ্ৰেছৰ কাৰণে গৰ্ব্ব আৰু সংযত উৎসাহ দেখা গ'ল। সন্মুখত বিৰাট সমস্যা আৰু বিপদ-বিঘিনিৰ কাৰণে গভীৰ দায়িত্ব-বোধবো অভাৱ নাছিল। আমাৰ যিখিনি ক'বলগীয়া, আমাৰ যিখিনি প্ৰস্তাৱ, সেই-খিনি পাতলভাৱে কৈ পেলোৱা বা গ্ৰহণ কৰা সম্ভৱ নহয়; কিয়নো তাৰ প্ৰভাৱ আৰু প্ৰতিক্ৰিয়াই গোটেই জাতিৰ কৰ্ম্মপন্থতি নিয়ন্ত্ৰণ কৰিব। দিল্লী-চুক্তি যদিও দেশৰ সৰহভাগ মানুহেই মানি লৈছিল, তথাপি জনমত তাৰ অনুকূলে নাছিল। মানুহে ভয় কৰিছিল জানোচা ইয়াৰপৰা চৰকাৰৰ লগত সকলো ৰকমৰ আপোচবিলাক হ'বলৈ ধৰে। দেশৰ সমস্যাবিলাক যেন ইয়াৰ ফলত অস্পষ্ট হৈ পৰিল—মানুহে তেনেকুৱা যেন পালে। কংগ্ৰেছ অধিবেশনৰ ঠিক আগে আগে ভগৎ সিঙৰ ফাঁচীৰ কাৰণে মানুহৰ মনত এটা নতুন অসন্তোষৰ সৃষ্টি হ'ল। প্ৰবলভাৱে এই অসন্তোষে দেখা দিলে উত্তৰ ভাৰতত আৰু কৰাচীও উত্তৰ ভাৰততে হোৱাৰ কাৰণে পঞ্জাবৰপৰা বহুত মানুহ আহি তাত গোট খালে।

আন আন কংগ্ৰেছতকৈ কৰাচী কংগ্ৰেছ গান্ধীজীৰ কাৰণে ব্যক্তিগত জয়ৰ থলী হ'ল। সভাপতি আছিল শক্তিমান আৰু জনপ্ৰিয় গুজৰাটৰ যশস্বী জননেতা ছৰ্দ্দাৰ বল্লভভাই পেটেল। কিন্তু এই নাট-ঘৰৰ প্ৰধান নায়ক আছিল মহাত্মা। আব্দুল গফুৰ খাঁৰ সীমান্ত প্ৰদেশৰ 'লাল-কুৰ্ত্তা' দলে কংগ্ৰেছত যোগদান কৰিছিল। লাল-কুৰ্ত্তা দলে কংগ্ৰেছত সকলোৰে প্ৰশংসা আৰু জয়ধ্বনি লাভ কৰিলে। ১৯৩০-ৰ এপ্ৰিলৰপৰা খং উঠিবলগীয়া বহুত কাৰণ থকাতো শান্তিপূৰ্ণভাৱে আৰু সাহসেৰে তেওঁলোক কৰ্ত্তব্য পালন কৰি গোটেই ভাৰতৰ শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। 'ৰেড্ ছাৰ্ট' বা লাল-কুৰ্ত্তা নাম দেখি বহুতে ভয় কৰে যে, তেওঁলোক কমিউনিষ্ট বা বাওঁপন্থী বন্দুৱাদল। তেওঁলোকৰ প্ৰকৃত নাম হ'ল 'খুদাই খিদ্‌মতগাৰ'। তেওঁলোকে কংগ্ৰেছৰ

লগত হাত ধৰাধৰিকৈ কাম কৰিছিল। (পিচত ১৯৩১-ৰ পৰা ই কংগ্ৰেছৰ অন্তৰ্ভুক্ত হৈছিল। তেওঁলোকৰ আদিম সাজ-পাৰ ৰঙা আছিল কাৰণেই তেওঁলোকক 'ৰেড্ ছাৰ্ট' বা 'লাল-কুৰ্ত্তা' নাম দিয়া হৈছিল। তেওঁলোকৰ কাৰ্য্যতালিকাত জাতীয় আৰু সমাজ-সংস্কাৰৰ প্ৰস্তাৱ আছিল, কিন্তু কোনো কাৰ্য্যপদ্ধতি নাছিল)।

কৰাচীত মূল প্ৰস্তাৱ আছিল দিল্লী-চুক্তি আৰু ঘূৰণীয়া মেজ-মেলৰ বিষয়। কাৰ্য্যকৰী সমিতিয়ে ৰচনা কৰি ঠিক কৰি দিয়া প্ৰস্তাৱত মই মত দিলোঁ। কিন্তু গান্ধীজীয়ে যেতিয়া মোকেই সেই প্ৰস্তাৱ মুকলি অধিবেশনত দাঙি ধৰিবলৈ দিলে, তেতিয়া মই ঘেহোঁ-নেহোঁ কৰিবলৈ ধৰিলোঁ। প্ৰস্তাৱটোত মোৰ মত নাই বুলি পোনতে মই অমত হৈছিলোঁ, কিন্তু পিচ মুহূৰ্ত্ততে ভাব হ'ল—ই দুৰ্ব্বলতা আৰু তৰল মনৰহে চিনাকি দিয়ে। হয় প্ৰস্তাৱটো মই সমৰ্থন কৰিব লাগিব, নহয় তাৰ বিৰোধিতা কৰিব লাগিব। নহ'লে দুই-নাও-দুই-ভৰি হৈ থাকি লোকক নানা কল্পনা আৰু অনুমান কৰাৰ সুযোগ দিয়া উচিত নহ'ব। শেষ মুহূৰ্ত্তত কংগ্ৰেছত প্ৰস্তাৱটো দাঙি ধৰাৰ কেইমিনিট মান আগতে মই সম্মত হ'লোঁ। সেই বিৰাট জনতাৰ সমুখত মই সৰলভাৱে মোৰ মনোভাৱ বুজাই কলোঁ, কি কাৰণত এই প্ৰস্তাৱ মই সৰ্ব্বান্তঃকৰণে মানি লৈ তেওঁলোককো তাক মানি ল'বলৈ কৈছোঁ তাকো বুজাই কলোঁ। মুহূৰ্ত্তৰ উত্তেজনাত পৰি সেই বক্তৃতা দিছিলোঁ, তাত কোনো অলঙ্কাৰ নাছিল, ভাষাৰ চাতুৰি নাছিল আৰু ৰব ভাবি-চিন্তিও একো কোৱা নাছিলোঁ। অন্তৰৰপৰা আপোনা-আপুনি ওলাই অহা এই বক্তৃতাৰ ফল মোৰ আগৰপৰা ঠিক-ঠাক কৰি থোৱা বক্তৃতাতকৈ বেচি ভালহে হৈছিল।

আৰু কেইটামান প্ৰস্তাৱত মই বক্তৃতা দিছিলোঁ। তাৰ ভিতৰত ভগৎ সিং আৰু মৌলিক অধিকাৰ আৰু অৰ্থনৈতিক কাৰ্য্যপদ্ধতি সম্পৰ্কীয় প্ৰস্তাৱ—এই দুটাই ঘাই। পিচৰটো প্ৰস্তাৱত মোৰ বেচি উৎসাহ আছিল। কাৰণ ইয়াৰ বিষয়বিলাক মোৰ মতানুযায়ী আছিল আৰু দ্বিতীয়তে ইয়াৰ দ্বাৰা কংগ্ৰেছৰ এটা নতুন দৃষ্টিভঙ্গী প্ৰকাশ পাইছিল। ইমান দিনে কংগ্ৰেছে জাতীয়তাবাদৰ বাহিৰে আন আদৰ্শৰ ফালে মন দিয়া নাই, কুটীৰশিল্প আৰু স্বদেশীক উৎসাহ দিয়াৰ বাহিৰে আন আন অৰ্থনৈতিক সমস্যাবিলাক এৰিয়েই চলিছে। কৰাচী-প্ৰস্তাৱত কংগ্ৰেছে সমাজতান্ত্ৰিক পথত প্ৰথম খোজ দি অলপ আগবাঢ়িল—প্ৰধান প্ৰধান বেপাৰ-বাণিজ্য আৰু লোকহিতকৰ ব্যৱসায়বিলাক জাতীয় সম্পত্তিত পৰিণত কৰা, ধনীসকলৰ টেক্স বঢ়াই, দুখীয়াসকলৰ টেক্সৰ ভাৰ কমোৱা, ইত্যাদি। অৱশ্যে ইয়াক সমূলি ছছিয়েলিজম্ বুলিব নোৱাৰি, যি কোনো ধনতান্ত্ৰিক ৰাষ্ট্ৰয়ো এইবিলাক ব্যৱস্থা সহজে গ্ৰহণ কৰিব পাৰে।

এই কোমল আৰু শুকান প্ৰস্তাৱটোৱে ভাৰত চৰকাৰৰ ভব্য-গব্য বিষয়াসকলক ঘোৰ চিন্তাত পেলালে। তেওঁলোকৰ স্বাভাৱিক দূৰদৃষ্টিৰে তেওঁলোকে দেখা পাইছিল বলচেভিকৰ ৰঙাসোণ অতৰ্কিতে কৰাচীলৈ আহি কংগ্ৰেছৰ নেতাসকলক আওবাটে নিলে। কিবা যেন ৰাজনৈতিক ৰবঘৰ এটাৰ মাজত সোমাই, বহিৰ্জগতৰপৰা বিচ্ছিন্ন হৈ, সদায় এটা গোপনীয়তাৰ পৰিবেশত বন্ধ হৈ থাকি, শাসককৰ্ত্তাৰ মন সদায় ৰহস্যময় কাল্পনিক সাধুকথাৰে ভৰি থাকে। তাৰ পিচত, কিবা ৰহস্যময়

উপায়ে এই সাধুবিলাক তেওঁলোকে ভালপোৱা বাতৰি-কাকতৰ যোগেদি অকণ অকণকৈ প্ৰকাশ কৰি থাকে। লগতে এইটোও ইংগিত থাকে যে, আৰ-কাপোৰ তুলি দিলে আৰু বহুত ওলাই পৰিব। এই স্বীকৃত আৰু সুঅভ্যস্ত উপায়েৰে মূল অধিকাৰ সম্পৰ্কীয় কৰাচী কংগ্ৰেছৰ প্ৰস্তাৱ আদি সম্বন্ধে উল্লেখ কৰা দেখি মই তাক প্ৰস্তাৱৰ চৰকাৰী অভিমত বুলিয়েই ধৰি ল'লোঁ। এটা সাধু ওলাইছিল কমিউনিষ্ট মনোভাৱাপন্ন কোনো এজন ৰহস্যময় লোকে বোলে এই প্ৰস্তাৱটো—গোটেইটো নহ'লেও অন্ততঃ তাৰ এটা অংশ—ৰচনা কৰিছিল আৰু তাকে হেনো কৰাচীত মোৰ ওপৰত ঠেলি-হেঁচি জাপি দিলে আৰু তাৰ পিচত বোলে মিঃ গান্ধীক মই শেষ কথা শুনাই দিলোঁ যে, হয় তেওঁ এই প্ৰস্তাৱ গ্ৰহণ কৰিব লাগিব, নহয় দিল্লী-চুক্তি বিষয়ে মই বিৰোধিতা কৰিম আৰু মিঃ গান্ধীয়ে হেনো মোক হাতত ৰাখিবৰ কাৰণেই প্ৰস্তাৱটো গ্ৰহণ কৰিলে আৰু অধিবেশনৰ শেষৰ দিনা ক্লান্ত বিষয়-বাছনি সভা তথা কংগ্ৰেছৰ ওপৰত তাক বলেৰে হেঁচি দিলে।

সেই 'ৰহস্যজনক' লোকজনৰ কথা এতিয়ালৈকে মই জনাত পোনপটীয়াকৈ উল্লেখ কৰা হোৱা নাই; কিন্তু অসংখ্য ইংগিতৰপৰা কাৰ কথা তেওঁলোকে ক'ব খুজিছে, সেইটো বুজি পাইছোঁ। মই নিজে ৰহস্য আৰু আওপকীয়া কথাত নাই। গতিকে এই মানুহজন এম. এন. ৰায় বুলিয়েই মই ক'ব পাৰোঁ। কিন্তু সেই নিৰীহ কৰাচী-প্ৰস্তাৱ সম্পৰ্কে এম. এন. ৰায় বা আন কোনো 'কমিউনিষ্ট ভাবাপন্ন' লোকৰ ধাৰণা কি জানিব পাৰিলে আমোদ পোৱা গ'লহেঁতেন আৰু দিল্লী আৰু ছিমলাৰ ডাঙৰীয়াসকলেও তাৰপৰা জ্ঞান লাভ কৰিব পাৰিলেহেঁতেন। তেওঁলোক শুনি আচৰিত হ'ব যে, সেই শ্ৰেণীৰ লোকে প্ৰস্তাৱটোৰ প্ৰতি ঘৃণাহে প্ৰকাশ কৰিছে আৰু তেওঁলোকৰ মতে সেইটো কেৱল বুৰ্জোৱা সংস্কাৰপন্থী মনোবৃত্তিৰ নিদৰ্শন মাত্ৰ।

মিঃ গান্ধীৰ বিষয়ে এই কথা ক'ব পাৰোঁ—মই যোৱা সোতৰ বছৰ ধৰি তেওঁৰ লগত ঘনিষ্ঠভাৱে চিনাকি হোৱাৰ সৌভাগ্য মোৰ হৈছে মোৰ পক্ষে তেওঁৰ ওপৰত বলপ্ৰয়োগ কৰা আৰু তেওঁৰ লগত দাম-দৰ কৰাটো ভাবিব নোৱাৰা কথা। আমি পাৰোঁ, কিন্তু আমাৰ এই আদান-প্ৰদানৰ ভিতৰত কিনা-বেচাৰ মনোভাৱ থাকিবই নোৱাৰে।

এই ধৰণৰ প্ৰস্তাৱ কংগ্ৰেছত দাঙি ধৰাৰ কল্পনা বহুত দিনৰপৰাই চলি আছিল। যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটীয়ে কেইবছৰমান ধৰি এই বিষয়ে আন্দোলন কৰি আছিল আৰু এটা সমাজতান্ত্ৰিক প্ৰস্তাৱ নিঃ ভাঃ কংগ্ৰেছ কমিটীত গ্ৰহণ কৰোৱাৰ কাৰণে চেষ্টা কৰিছিল। ১৯২৯ চনত তাৰ মূল নীতি নিঃ ভাঃ কংগ্ৰেছ কমিটীক কিছুদূৰ গ্ৰহণ কৰাব পৰা গৈছিল। তাৰ পিচত আহিল আইন-অমান্য আন্দোলন। ১৯৩১-ৰ ফেব্ৰুৱাৰী আৰু মাৰ্চ মাহত দিল্লীত গান্ধীজীৰ লগত বাতিপুৱা ফুৰা সময়ত কথা-বতৰা হওঁতে মই সেই বিষয়ে গান্ধীজীক জনাইছিলোঁ আৰু তেখেতে অৰ্থনৈতিক অৱস্থা সম্পৰ্কীয় এটা প্ৰস্তাৱ গ্ৰহণৰ সপক্ষে মত দিলে। তেওঁ মোক সেই প্ৰস্তাৱ কৰাচীতে দাঙি ধৰিবলৈ আৰু তাকে ৰচনা কৰি তেওঁক দেখুৱাবলৈ ক'লে। মই কৰাচীত তেওঁক প্ৰস্তাৱটো দেখুওৱাওঁতে তেওঁ তাৰ বহুত-খিনি সাল-সলনি কৰিলে। তেওঁ ক'লে কাৰ্যকৰী সমিতিত প্ৰস্তাৱটো দাঙি ধৰাৰ

আগতে আমি দুয়ো একমত হ'ব লাগিব। মই কেইটামান খচৰা প্ৰস্তাৱ ৰচনা কৰিব-লগীয়া হ'ল আৰু আমি আন আন কামত ব্যস্ত থকাৰ কাৰণে অলপ পলম হৈ গ'ল। ই এটা নতুন ধৰণৰ প্ৰস্তাৱ আৰু বহুত সদস্যই যে দেখি বিচুৰ্ত্তি খাই গৈছিল সি স'চা। সি যি নহওক প্ৰস্তাৱটো সহজেই সমিতিত আৰু কংগ্ৰেছত গৃহীত হ'ল। ইয়াৰ ব্যাখ্যা আৰু প্ৰয়োগবিধি সম্পৰ্কে ব্যৱস্থা কৰিবলৈ নিঃ ভাঃ কংগ্ৰেছ কমিটীৰ ওপৰত ভাৰ দিয়া হ'ল।

যেতিয়া মই এই প্ৰস্তাৱটো ৰচনা কৰি থাকোঁ, তেতিয়া নানা ধৰণৰ লোক আমাৰ তম্বুলৈ আহিছিল। বহুতৰ লগত এই বিষয়ে আলোচনা কৰিছোঁ, কিন্তু এম. এন. ৰায়ৰ লগত ইয়াৰ কোনো সংশ্ৰৱ নাছিল। মই ভালকৈ জানো তেওঁ এই প্ৰস্তাৱ দেখা হ'লে হাঁহি দিলেহেঁতেন আৰু তাক কেতিয়াও সমৰ্থন নকৰিলেহেঁতেন।

মই কৰাচীলৈ যাত্ৰা কৰাৰ কেইদিনমান আগতে এন. এন. ৰায়ৰ লগত এলাহাবাদত মোৰ দেখা-দেখি হৈছিল। এদিন সন্ধিয়া তেওঁ অকস্মাৎ আমাৰ ঘৰত আহি উপস্থিত হ'ল। তেওঁ যে ভাৰতলৈ আহিছে, সেই বিষয়ে মোৰ কোনো ধাৰণা নাছিল। মই তেওঁক দেখিয়েই চিনি পালোঁ। কিয়নো ১৯২৭ চনত মস্কোত তেওঁৰ লগত মোৰ দেখা হৈছিল। কৰাচীতো তেওঁ মোৰ লগত দেখা কৰিছিল, কিন্তু পাঁচ মিনিটৰ বেচি সময় তেওঁৰ লগত কথা-বতৰা হোৱা নাই। আগতে কেইবছৰমান ধৰি ৰায়ে মোৰ কাৰ্য্যপ্ৰণালীৰ নিন্দা কৰি বহুতো কিবাকিবি লিখিছিল আৰু তেওঁৰ নিন্দাত মই বহুত সময়ত আঘাতো পাইছোঁ। তেওঁৰ আৰু আমাৰ মাজত বিৰাট পাৰ্থক্য থকাতো মই তেওঁৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰোঁ আৰু পিচত যেতিয়া তেওঁ গ্ৰেপ্তাৰ হৈ বিপদত পৰিল, তেতিয়া মই তেওঁক যথাসাধ্য সাহায্য (অতি কম হ'লেও) কৰিবলৈ যত্ন কৰিছিলোঁ। তেওঁৰ তীক্ষ্ন বুদ্ধিৰ দীপ্তিয়ে মোক বৰকৈ আকৰ্ষণ কৰিছিল। সকলোৱে যেন তেওঁৰ লগ এৰি তেওঁক অকলশৰীয়া কৰি পেলালে—তাকে দেখিও তেওঁৰ প্ৰতি মোৰ এটা আকৰ্ষণ হৈছিল। বৃটিছ চৰকাৰ তেওঁৰ পিচত সদায় লাগিয়েই আছে, জাতীয়তাবাদী ভাৰত তেওঁৰ প্ৰতি উদাসীন আৰু যিসকলে নিজকে কমিউনিষ্ট বুলি চিনাকি দিয়ে, তেওঁলোকৰ আগত, আদৰ্শৰ প্ৰতি বিশ্বাস-ঘাতকতা কৰিছে বুলি তেওঁ নিন্দনীয়। মই জানো যে তেওঁ বহুদিন ৰুছিয়াত আছিল আৰু কমিন্টাৰ্ণৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। পিচত তেওঁ তেওঁ-লোকক এৰি দিছে, বা কিজানি তেওঁলোকেও তেওঁক এৰিছে। কিয় এনেকুৱা হ'ল মই ক'ব নোৱাৰোঁ। তেওঁৰ বৰ্ত্তমান মতামত কি, গোড়া কমিউনিষ্টসকলৰ লগত তেওঁৰ মতভেদ কোনখিনিত সেই বিষয়ে মোৰ অস্পষ্ট ধাৰণাৰ বাহিৰে ভালকৈ জনা নাছিল। কিন্তু সকলোৱে পৰিত্যক্ত এই মানুহজনৰ কাৰণে মই মনে মনে বেদনা অনুভৱ কৰিছিলোঁ আৰু মোৰ সাধাৰণতে অভ্যাস নাছিল যদিও, মই তেওঁৰ কৰমৰ্দ্দন-পৰিচালনা-কমিটীত যোগ দিছিলোঁ। সেই ১৯৩১ চনৰ জহকালিৰ পিচৰ-পৰা তিনি বছৰ তেওঁ জেলত আছে, অসুখীয়া দেহা লৈ তেওঁ আচলতে অকলশৰীয়া হৈ জীৱন কটাবলগীয়া হৈছে।

কৰাচীত কংগ্ৰেছৰ আটাইতকৈ শেহৰ কাম হৈছে নতুন কাৰ্য্যকৰী সমিতি

নিৰ্ব্বাচন। নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে কাৰ্য্যকৰী সমিতি নিৰ্ব্বাচন কৰে। কিন্তু নিঃ ভাঃ কংগ্ৰেছ কমিটী সেই বছৰৰ নিৰ্ব্বাচিত সভাপতিৰ দ্বাৰাই (গান্ধীজী আৰু আন আন সহকৰ্ম্মীসকলৰ লগত পৰামৰ্শ কৰি) অনুমোদন কৰে। ই এটা নিয়মেই হৈ পৰিছিল। কিন্তু কৰাচীত কাৰ্য্যকৰী সমিতিৰ নিৰ্ব্বাচন লৈ এটা অবাঞ্ছিত ঘটনাই ঘটিলগৈ। আগতে কোনেও ধাৰণা কৰিব নোৱাৰা ঘটনা। কেইজনমান মুছলমান সদস্যই এই নিৰ্ব্বাচনত বিশেষকৈ এজনৰ (মুছলমান) নিৰ্ব্বাচনত আপত্তি কৰিলে। তেওঁলোকৰ দলৰপৰা কাকো মনোনীত কৰা নাই কাৰণে বোধহয় তেওঁলোক অসন্তুষ্ট হৈছিল। মুঠে পোন্ধৰজন সদস্য লৈ নিঃ ভাঃ কমিটী গঠিত, তাত সকলো শ্ৰেণীৰ স্বাৰ্থকে প্ৰতিনিধিত্ব দিয়া অসম্ভৱ। বৰ্ত্তমানৰ আপত্তি ব্যক্তিগত আৰু পঞ্জাৱৰ ঘৰুৱা কথা মাত্ৰ আৰু সেই বিষয়ে আমি নেজানোও। ফলত পঞ্জাৱৰ প্ৰতিবাদকাৰীসকলে কংগ্ৰেছৰপৰা ফাটি গৈ 'অহ্ৰৰ দল' বা 'মজলিছ-ই-অহ্ৰৰ'ৰ লগত যোগ দিলে, পঞ্জাবৰ কেইজনমান কৰ্ম্মী আৰু জনপ্ৰিয় মুছলমান কংগ্ৰেছীয়ে তাত যোগ দিলে আৰু বহুতো পঞ্জাৱী মুছলমান তাৰ সদস্য হ'ল। ই বিশেষভাৱে নিম্ন মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিষ্ঠান আৰু নানা ফালৰপৰা ইয়াৰ মুছলমান জনসাধাৰণৰ লগত যোগ আছিল। এইদৰেই ই শক্তিশালী হৈ উঠিল। বতাহত উৰি ফুৰা, কোনো স্থিতি নোহোৱা, বৈঠকখানা আৰু কমিটীতে সীমাবন্ধ ওপৰ খাপৰ মুছলমানসকলৰ জৰাজীৰ্ণ সাম্প্ৰদায়িক সভাবিলাকতকৈ এই নতুন দলটোৱেহে মানুহৰ বেচি সমৰ্থন পাবলৈ ধৰিলে। অহ্ৰৰ দলো সাম্প্ৰয়িকতাৰ ফালে ঢাল নোখোৱাকৈ থাকিব নোৱাৰিলে, কিন্তু মুছলমান জনসাধাৰণৰ লগত ইয়াৰ যোগ থকাৰ কাৰণে একপ্ৰকাৰ অৰ্থনৈতিক দৃষ্টিভঙ্গীও তাত আছিল। এই দলে দেশীয় ৰাজ্যত, বিশেষকৈ কাশ্মীৰ মুছলমান আন্দোলনত ঘনিষ্ঠভাৱেই যোগ দিছিল। পিচে দুখ আৰু বিস্ময়কৰ কথা, সাম্প্ৰদায়িক দুৰ্গতিৰ লগত সাম্প্ৰদায়িক ভেদ-নীতিও সঙোৰ খাই গৈছিল। অহ্ৰৰ দলৰ কেইজনমান নেতাই কংগ্ৰেছ এৰি যোৱাৰ কাৰণে পঞ্জাৱত কংগ্ৰেছৰ বৰ ক্ষতি হৈছিল সন্দেহ নাই। কিন্তু কৰাচীত আমি সেইটো অনুমান কৰিব পৰা নাছিলোঁ। কেইমাহমান পিচতহে বুজিব পাৰিলোঁ। কৰাচীত, কাৰ্য্যকৰী সমিতিৰ নিৰ্ব্বাচনত অসন্তুষ্ট হৈয়েই যে তেওঁলোকে কংগ্ৰেছ এৰি গ'ল সেইটো নহয়। তাত কেৱল বুজা গৈছিল বতাহ কোন ফালে বৈছে। প্ৰকৃত কাৰণ আৰু গভীৰ।

আমি কৰাচীত থাকোঁতেই কাণপুৰৰপৰা হিন্দু-মুছলমানৰ মাজত মাৰ-ধৰ হোৱাৰ খবৰ আহিছিল। তাৰ পিচতেই খবৰ পোৱা হ'ল জনপ্ৰিয় গণেশশঙ্কৰ বিদ্যাৰ্থীৰ মৃত্যু হৈছে। যি দল মানুহক তেওঁ সহায় কৰিবলৈ গৈছিল সিহঁতেই উন্মত্ত হৈ তেওঁক হত্যা কৰিলে। এই ধৰণৰ মৰা-মৰি, কটা-কটিত পাশৱিক বৰ্ব্বৰতা প্ৰায়েই দেখা যায়, কিন্তু গণেশজীৰ মৃত্যুত তাৰ ভীষণতা আমি ভালকৈ উপলব্ধি কৰিলোঁ। তেওঁ এই কংগ্ৰেছৰ শিবিৰত হেজাৰ হেজাৰ মানুহৰ চিনাকি আছিল আৰু যুক্তপ্ৰদেশত তেওঁ আমাৰ সকলোৰে প্ৰিয় আছিল। সাহসী আৰু উৎসাহী, দূৰদৰ্শী আৰু ভাল জনা-বুজা মানুহ আছিল তেওঁ। নিৰাশাই তেওঁক দমাব নোৱাৰিছিল, কেৱল তেওঁ সদায় লাগিয়েই আছিল অৱসাদৰ, প্ৰীতি তেওঁৰ লোক

সম্মুলি নাছিল আৰু এইবিলাক গুণৰ কাৰণেই তেওঁক সকলোৱে ভাল পাইছিল। যৌৱনৰ উৎসাহত তেওঁৰ প্ৰিয় আদৰ্শেৰে সেৱা কৰিবলৈ গৈ তেওঁ জীৱন উৎসৰ্গা কৰিলে। কাৰবাৰ নিৰ্ব্বোধ হাতে তেওঁক আঘাত কৰি কালগ্ৰাসে আৰু যুক্তপ্ৰদেশক উজ্জ্বল মণি এটিৰপৰা বঞ্চিত কৰিলে। কৰাচীত সংবাদ আহি পোৱাৰ পিচত যুক্তপ্ৰদেশৰ শিবিৰত বিষাদৰ ছাঁ ঘন হৈ আহিল। যেন গৌৰৱৰ বেলি মাৰ গ'ল। তথাপি তেওঁ সঙ্কোচহীনভাৱে মৃত্যুৰ সন্মুখীন হৈছে আৰু গৌৰৱেৰে মৃত্যু বৰণ কৰিছে, সেইদেখি তেওঁৰ কাৰণে আমাৰ গৌৰৱ কৰাৰ কাৰণ আছিল।

## দক্ষিণ ভাৰতত জিৰণি

ডাক্তৰে মোক জিৰণি ল'বলৈ আৰু জল-বায়ু পৰিবৰ্ত্তনৰ কাৰণে ক'ৰবালৈ যাবলৈ ক'লে। লঙ্কাত এমাহ কটাম বুলি ঠিক কৰিলোঁ। বিশাল ভাৰতবৰ্ষত মোৰ জল-বায়ু পৰিবৰ্ত্তনৰ বা জিৰণিৰ কাৰণে ঠাই নাই। কাৰণ য'লৈকে মই যাম ত'তেই ৰাজনৈতিক সহকৰ্ম্মীসকলৰ লগত দেখা-দেখি হ'ব আৰু একেটা সমস্যা মোৰ লগত লাগিয়েই থাকিব। লঙ্কা দ্বীপেই ভাৰতৰ আটাইতকৈ ওচৰত থকা ঠাই। সেই কাৰণে কমলা আৰু ইন্দিৰাক লৈ লঙ্কালৈ ওলালোঁ। ১৯২৭ চনত ইউৰোপৰ-পৰা ওভতাৰ পিচৰেপৰা এয়ে মোৰ প্ৰথম জিৰণি আৰু জীৱনত এয়ে প্ৰথম বাৰ মোৰ পৰিবাৰ আৰু ছোৱালীজনীক লৈ সকলো কথাৰপৰা আঁতৰ হৈ শান্তিত জিৰণি ল'বলৈ সময় পালোঁ। জীৱনত আৰু সেইটো ঘটা নাই, ঘটিব নে নঘটে তাকো নেজানো।

নিউয়াৰা ইলিয়াত থকা দুসপ্তাহৰ বাহিৰে লঙ্কাত থকা সময়খিনিতো আমি বিশেষ জিৰণি একো ল'ব পৰা নাই। ইয়াতো সকলো শ্ৰেণীৰ লোকৰ আথিতেয়তা আৰু মৰম-চেনেহত আমি অভিভূত হলোঁ। এইবিলাক শুভেচ্ছাই আনন্দ দিছিল যদিও, সময়ে সময়ে বৰ অসুবিধাত পৰিবলগীয়া হৈছিল। নিউয়াৰা ইলিয়াত সাধাৰণ বনুৱাসকল, চাহ বাগিচাৰ বনুৱাসকল, আৰু আন আন বহুতেও কেইবা মাইলো দূৰৰপৰা সদায় দল বান্ধি আহে আৰু বনৰীয়া ফুল, শাক-পাচলি আৰু ঘৰত কৰা মাখন আদি ধুনীয়া ধুনীয়া উপহাৰ দি যায়। আমি পৰস্পৰৰ লগত কথা ক'ব নোৱাৰিছিলোঁ, কেৱল মুখৰ ফালে চাই হাঁহিছিলোঁ মাত্ৰ। আমাৰ সৰু ঘৰটো এইবিলাক উপহাৰেৰে ভৰি পৰিবলৈ ধৰিলে। তেওঁলোক দুখীয়া, তথাপি এইবোৰ বিচাৰি-খোচাৰি আনিছিল। সেইবোৰ আমি স্থানীয় হস্পিটাল আৰু অনাথ আশ্ৰমলৈ পঠিয়াই দিওঁ।

আমি বহুতো ঐতিহাসিক ধ্বংসাৱশেষ, বৌদ্ধবিহাৰ আৰু মনোহৰ হাবি-বন দেখা পালোঁ। অনুৰাধাপুৰত বুদ্ধদেৱৰ এটা প্ৰাচীন বহি থকা মূৰ্ত্তি দেখি মুগ্ধ হৈ গৈছিলোঁ। এবছৰৰ পিচত মই দেৰাদুনৰ জেলত থাকোতে সেই মূৰ্ত্তিটোৰ এখন ফটো মোৰ এজন বন্ধুৱে পঠিয়াই দিছিল। মই মোৰ চেলৰ মাজত মেজৰ ওপৰত সেইখন থৈ দিছিলোঁ। বুদ্ধদেৱৰ দৃঢ় আৰু শান্ত চেহেৰাই মোৰ মন কোমলাই পেলাইছিল। নিৰাশাত মন ভাগি পৰিলে ধৈৰ্য্য ধৰিবলৈ প্ৰেৰণা দিছিল।

বুদ্ধৰ প্ৰতি মোৰ অনুৰাগ সদায় আছে। ইয়াৰ কাৰণ ফ'হিয়াই উলিয়াব পৰা টান, কিন্তু ই ধৰ্ম্মানুৰাগ নহয়, বৌদ্ধধৰ্ম্মৰ চাৰিও ফালে সময়ে সময়ে যিবিলাক নীতি-বচন সৃষ্টি হৈছে, সেই বিষয়েও মোৰ কোনো ৰাগজাল নাই। ই এক মহান ব্যক্তিত্বৰ প্ৰতি মোৰ আকৰ্ষণ। এনেকৈয়ে যীশু খৃষ্টৰ ব্যক্তিত্বৰ প্ৰতিও মোৰ আকৰ্ষণ আছে।

মই ৰাজপথত আৰু বিহাৰত বহুত বৌদ্ধ-ভিক্ষু দেখিছোঁ। সকলোৱেই তেওঁ-লোকক শ্ৰদ্ধা কৰে। তেওঁলোকৰ প্ৰায় সকলোৰে মুখতে ধীৰ শান্তিৰ আভাস, জগতৰ দুখ-চিন্তাৰ প্ৰতি এটা অনাসক্তি ভাব। তেওঁলোকৰ মুখত বুদ্ধিৰ দীপ্তি নাই, মানসিক তীব্ৰ সংগ্ৰামৰ কোনো চিন নাই, এওঁলোকৰ জীৱন যেন অনাবিল গতিত বৈ যোৱা নদীৰ দৰে ধীৰে ধীৰে মহাসাগৰৰ বুকুলৈ বৈ গৈছে। তেওঁলোকক দেখি মোৰ ঈৰ্ষাৰ ভাবেই হৈছিল, তেওঁলোকৰ দৰে গভীৰ শান্তি পাবলৈ মনটো আকুল হৈ উঠিছিল, কিন্তু মই ভালকৈ জানো মোৰ ভাগ্য বেলেগ—ধুমুহা আৰু অশান্ত ঢৌৰ উপাদানেৰেহে মই গঠিত। মোৰ কাৰণে অকণো শান্তি নাই, বাহিৰৰ দৰেই মোৰ অন্তৰতো ধুমুহা গৰ্জি উঠে, ঢৌবোৰ নাচি থাকে। যদি কপালৰ গুণে কৰবাত বুলিয়া বতাহে নোকোবোৱা নিৰাপদ ঠাই অকণমান বিচাৰি পাওঁ, তাত জানো মই অন্তৰত তৃপ্তি পাম? সুখ পাম?

কিছু দিনৰ কাৰণে ঘৰৰ চুকত মনে মনে বহি থাকি ভাল লাগে। চিন্তা-ভাৱনা নোহোৱাকৈ সপোনৰ বিলাসত মনোমোহো প্ৰকৃতিৰ যাদু-মন্ত্ৰত সকলো পাহৰিব ভাল পাওঁ। মোৰ মনোভাৱৰ লগত লঙ্কাখন মিলি গৈছিল। এই দ্বীপৰ সৌন্দৰ্য্যত মই মুগ্ধ হৈ গৈছিলোঁ। আমাৰ ছুটীৰ মাহ শেষ হৈ আহিল। অতি দুখেৰে আমি বিদায় ললোঁ। সেই দ্বীপৰ সৌন্দৰ্য্য আৰু তাৰ অধিবাসীসকলৰ স্মৃতি জেলৰ এই নেযায় নুপুৰায় বৈচিত্ৰ্যহীন দিনবিলাকত ঘূৰি-পকি বাৰে বাৰে মনলৈ আহে। জাফনাৰ এটা সৰু ঘটনাৰ স্মৃতি মনত আছে। এখন স্কুলৰ শিক্ষক আৰু ছাত্ৰসকলে আমাৰ গাড়ী ৰখাই মিঠা মাতেৰে আমাক আদৰ-সাদৰ জনাইছিল। উদ্‌গ্ৰীৱ আৰু উজ্জ্বল মুখেৰে ল'ৰাবিলাক থিয় হৈ আছিল। তেওঁলোকৰ মাজৰে এজন আগবাঢ়ি আহি মোৰ হাতত ধৰিলে। ল'ৰাটিয়ে কোনো কথা নুসুধিলে, তৰ্কবাদ নুতুলিলে, মোৰ মুখলৈ চাই কেৱল ক'লে, "মই থৰক-বৰক নকৰোঁ।" সেই উজ্জ্বল কিশোৰ মুখ, দীপ্ত চকু, দৃঢ় মনোভাবে মোৰ অন্তৰত দ সাঁচ বহুৱাই গ'ল। তেওঁ কোন আছিল মই নেজানো; তেওঁৰ চিনাকি পাহৰি গ'লোঁ। কিন্তু কেনেবাকৈ মোৰ অন্তৰত ল'ৰাটিৰ প্ৰতি এটা আস্থা বৈ গ'ল যে আগলৈ সি তাৰ প্ৰতিজ্ঞা ৰক্ষা কৰি চলিব আৰু জীৱনৰ কঠোৰ সমস্যাসমূহৰ লগত যুঁজোতে সি কেতিয়াও থৰক-বৰক নকৰে।

লঙ্কাৰপৰা আমি দক্ষিণ ভাৰতলৈ গ'লোঁ—একেবাৰেই দক্ষিণান্তৰ কুমাৰিকা অন্তৰীপলৈ। অদ্ভুত শান্তিময় ঠাই সেইখন। তাৰ পিচত আহিলোঁ ত্ৰিবাঙ্কুৰ, কোচিন, মালাবাৰ, মহীশুৰ হায়দৰাবাদেদি—আটাইকেইখনেই দেশীয় ৰাজ্য। তাৰ কিছুমান অতি উন্নত আৰু কিছুমান অতিপাত পাচপৰা। ত্ৰিবাঙ্কুৰ আৰু কোচিন বৃটিছ ভাৰতবৰ্ষতকৈ শিক্ষা বিষয়ত অতি আগবঢ়া। মহীশুৰ বোধহয় উদ্যোগত

আগবঢ়া। হায়দৰাবাদ সম্পূৰ্ণ ৰূপে সামন্ত শ্ৰেণীৰ অৱশেষৰ প্ৰতীক। সকলো ঠাইতে আমি সাদৰ সম্ভাষণ পালোঁ—প্ৰজা আৰু শাসক উভয়ৰেপৰা। কিন্তু এনেকুৱা লাগিল শাসনসকলৰ মনত যেন আশংকা জন্মিছে—কিজানি আমাৰ ভ্ৰমণৰ কাৰণে মানুহবিলাকে কিবা ভাবি-চিন্তি বিপদ ঘটায়। মোৰ ভাব হ'ল—মহীশূৰ আৰু ত্ৰিবাঙ্কুৰত তেতিয়া জনসাধাৰণক অলপ অচৰপ ব্যক্তি স্বাধীনতা আৰু ৰাজনৈতিক কাম কৰিবলৈ সুযোগ দিয়া হৈছে। কিন্তু হায়দৰাবাদত তাৰ অলপো নাই। আমাৰ চাৰিওফালে আদৰ-সাদৰ ব্যৱহাৰ দেখিও অনুভৱ কৰিলোঁ, হায়দৰাবাদৰ যেন টেটু চেপি ধৰিছে, উশাহ-নিশাহ ল'বলৈ যেন তেওঁলোকৰ ভয়। পিচত অৱশ্যে মহীশূৰ আৰু ত্ৰিবাঙ্কুৰ চৰকাৰেও তেওঁলোকক আগতে দিয়া ব্যক্তি-স্বাধীনতা আৰু ৰাজনৈতিক কাৰ্য্যৰ অধিকাৰ প্ৰত্যাহাৰ কৰিছিল।

মহীশূৰ ৰাজ্যৰ বাঙ্গালোৰত বৃহৎ জনতাৰ আগত মই এডাল বৰ ওখ লোহাৰ ওপৰত জাতীয় নিচান উৰুৱাইছিলোঁ। মই গুচি অহাৰ কিছুদিন পিচতে সেই লোহাডাল টুকুৰা-টুকুৰ কৰি ভাঙি পেলোৱা হৈছিল আৰু মহীশূৰ চৰকাৰে জাতীয় নিচান উৰুৱাটো অপৰাধ বুলি ঘোষণা কৰিছে। মই যিখন নিচান উৰুৱাই-ছিলোঁ তাৰ প্ৰতি দুৰ্ব্বব্যহাৰ আৰু অপমান কৰাত ময়ো অতিকৈ অপমান পোৱা যেন পাইছিলোঁ।

ত্ৰিবাঙ্কুৰত এতিয়াও কংগ্ৰেছ বে-আইনী হৈয়ে আছে আৰু কোনোৱেই কংগ্ৰেছৰ সদস্য হ'ব নোৱাৰে। কিন্তু আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰাৰ পিচত বৃটিছ ভাৰতত কংগ্ৰেছক বৈধ বুলি গণ্য কৰা হৈছে। এনেকৈ মহীশূৰ আৰু ত্ৰিবাঙ্কুৰত সাধাৰণ শান্তিপূৰ্ণ ৰাজনৈতিক কাৰ্য্যও দমন কৰা হৈছে আৰু আগতে দিয়া কিছুমান সুযোগ-সুবিধাও কাঢ়ি নিয়া হৈছে। ইহ'ত পাচলৈ উভতি গৈছে। হায়দৰাবাদৰ পক্ষে অৱশ্যে পাচলৈ উভতি যোৱাৰ বা সুবিধা কাঢ়ি লোৱাৰ কোনো কথাই নুঠে। কিয়নো হায়দৰাবাদ কোনো দিনেই এখোজো আগবঢ়া নাই বা কোনো সুবিধা জন-সাধাৰণকো দিয়া নাই। তাত ৰাজনৈতিক সভা বুলিলে কোনেও একো নুবুজে। আন কি সামাজিক আৰু ধৰ্ম্ম বিষয়ৰ সভাবিলাককো সন্দেহৰ চকুৰে চোৱা হয় আৰু তাৰ কাৰণেও আগতেই অনুমতি লৈ থব লগা হয়। বাতৰি-কাকত বুলিলে যি বুজায় তাৰ এখনো ইয়াত নাই। আৰু ভাৰতৰ আন আন অঞ্চলৰপৰাও ক'ৰবাত বেয়া ভাব আনি সুমুৱাব বুলি বহুতো বাতৰি-কাকত সোমাবলৈ দিয়া নহয়। এই নিয়ম ইমান কঠোৰ যে মধ্যমপন্থীসকলৰদ্বাৰা পৰিচালিত বাতৰি-কাকতকো ইয়াত সোমাবলৈ দিয়া নহয়। কোচিনত আমি বগা ইহুদীৰ অঞ্চল আৰু তেওঁলোকৰ এটা পুৰণি উপাসনা ঘৰত প্ৰাৰ্থনা আদি দেখিলোঁ। এই কম সংখ্যক সম্প্ৰদায়টো অতি প্ৰাচীন আৰু আনবিলাকতকৈ একেবাৰেই বেলেগ। এওঁলোকৰ সংখ্যা লাহে লাহে কমি আহিছে। আমি শুনিলোঁ কোচিনৰ যি অংশত এওঁলোক বাস কৰে তাৰ লগত প্ৰাচীন জেৰুজেলেমৰ সাদৃশ্য আছে। ই যে প্ৰাচীন, তাক দেখিলেই বুজিব পাৰি।

মালাবাৰৰ কেইখনমান নগৰত আমি প্ৰাচীন ছীৰিয়ান খৃষ্টানসকলৰ সংখ্যা সৰহ দেখিলোঁ। খ্ৰীষ্টীয় প্ৰথম শতাব্দীতে ইউৰোপ খৃষ্টান হোৱাৰ বহুত আগতেই ভাৰতলৈ খৃষ্টধৰ্ম্ম আহিছিল আৰু দক্ষিণ-ভাৰতত ভালকৈয়ে শিপাই লৈছিল।

বহুত কম মানুহৰহে এই বিষয়ে ধাৰণা আছে। এই খৃষ্টানসকলৰ ধৰ্ম্ম-গুৰু যদিও এশ্টিয়ক বা ছীৰিয়াৰ কোনো এঠাইত আছে, তেওঁলোকৰ খৃষ্টধৰ্ম্ম কাৰ্য্যতঃ তাতে আৱদ্ধ আৰু বাহিৰা জগতৰ লগত তেওঁলোকৰ সংস্পৰ্শ অতি কম।

দক্ষিণত আৰু এটা কথা দেখি আচৰিত হলোঁ—নেষ্টোৰিয়ানবিলাকৰ এটা উপনিবেশ; তেওঁলোকৰ বিছপ জনে ক'লে, তেওঁলোক বোলে সংখ্যাত দহ হেজাৰ। মোৰ ধাৰণা আছিল নেষ্টোৰিয়ানবিলাক আন আন সম্প্ৰদায়ৰ লগত মিলি গৈছে আৰু ভাৰতত যে তেওঁলোকে কেতিয়াবা বাস কৰিছিল মই নেজানিছিলোঁৱেই। মোক কোনোবাই কৈছিল এসময়ত বোলে ভাৰতত তেওঁলোকৰ সংখ্যা বহুত আছিল আৰু উত্তৰ ভাৰতৰ কাশীলৈকে তেওঁলোক বিয়পি পৰিছিল।

আমি শ্ৰীযুক্তা সৰোজিনী নাইডু আৰু তেওঁৰ ছোৱালী দুজনী পদ্মজা আৰু নীলমণিক লগ পাবলৈকে হায়দৰাবাদলৈ গৈছিলোঁ। তেওঁলোকৰ ঘৰত থকা কেই-দিনৰ ভিতৰতে 'পৰ্দ্দানসীন' তিৰোতাসকলৰ এখন সৰু সভা হৈছিল। মোৰ পৰিবাৰৰ লগত সকলোকে চিনাকি কৰি দিয়াই এই সভাৰ উদ্দেশ্য আছিল। কমলাই এই সভাত এটা বক্তৃতা দিছিল। সম্ভৱ, তেওঁ কিজানি নাৰী-জাতীৰ স্বাধীনতা আৰু পুৰুষে ৰচনা কৰা আইন আৰু প্ৰথাৰ বিৰুদ্ধে বিদ্ৰোহ (তেওঁৰ প্ৰিয় আলোচ্য বিষয়) সম্পৰ্কে বক্তৃতা দিওঁতে কৈছিল তিৰোতা মানুহ বোলে কেতিয়াও পুৰুষৰ অতিৰিক্ত বাধ্য হোৱা উচিত নহয়। দুই তিনি সপ্তাহমান পিচত এই বক্তৃতাৰ যি পৰিণতি হৈছিল তাক শুনি বৰ আমোদ পাইছিলোঁ। এজন বিভ্ৰান্ত স্বামীয়ে হায়দৰাবাদৰ-পৰা কমলালৈ লিখি জনাইছিল—তেওঁ (কমলা) সেই চহৰলৈ যোৱাৰপৰাই বোলে তেওঁৰ ঘৈণীয়েকে কিবা আচৰিত ধৰণে ব্যৱহাৰ কৰিবলৈ ধৰিছে। আগয়ে ঘৈণীয়েকে যেনেকৈ তেওঁৰ কথা শুনিছিল, তেওঁৰ কথামতে চলিছিল, আজি-কালি আৰু নচলে; বৰং ওভতা ওভতা কথাবিলাকহে কয় আৰু কেতিয়াবা কেতিয়াবা খং কৰি উঠে।

যি বোম্বাইৰপৰা সাগৰেদি লঙ্কালৈ গৈছিলোঁ, সেই বোম্বাই আহি পালোঁ সাত সপ্তাহৰ পিচত আৰু ততালিকে কংগ্ৰেছৰ ৰাজনীতিত জঁপিয়াই পৰিলোঁ। কাৰ্য্যকৰী সমিতিৰ অধিবেশন হ'বলৈ ধৰিলে। ভাৰতত ৰাজনৈতিক ঘটনাৱলীৰ অতি বেগেৰে পৰিৱৰ্ত্তন, যুক্তপ্ৰদেশত খেতিয়কসকলৰ অসন্তোষ, আবদুল গফুৰ খাঁৰ নেতৃত্বত সীমান্ত প্ৰদেশত লালকুৰ্ত্তা দলৰ অভূতপূৰ্ব্ব বিস্তাৰ, বঙ্গদেশৰ ভিতৰি ভিতৰি অসন্তোষ, প্ৰবল মানসিক উত্তেজনা, সদায় চলি থকা সাম্প্ৰদায়িক সমস্যা, স্থানীয় সৰু-সুৰা কাজিয়া-পেচাল, কংগ্ৰেছী আৰু চৰকাৰৰ ভিতৰত নানা বিষয়ত মতভেদ আৰু পৰস্পৰৰ প্ৰতি দিল্লী-চুক্তি ভঙ্গ কৰাৰ অভিযোগ। আলোচনাৰ বিষয়ৰ অভাৱ নাছিল। তাৰ পিচত সেই বাৰে বাৰে উঠি অহা প্ৰশ্ন,—কংগ্ৰেছে দ্বিতীয় ঘূৰণীয়া মেজ-মেললৈ প্ৰতিনিধি পঠাব নে নপঠায়? মহাত্মা যোৱা উচিত হ'ব জানো?

## সন্ধিকালৰ সংঘৰ্ষ

ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যোগদান কৰিবলৈ গান্ধীজী লণ্ডনলৈ যাব নে নেযায়? বাৰে বাৰে এই প্ৰশ্ন উঠিবলৈ ধৰিলে, কোনো সন্তোষজনক সিদ্ধান্তত উপনীত হ'ব পৰা নহ'ল। শেষত কি ঘটিবগৈ কাৰ্য্যনিৰ্ব্বাহক সমিতি, বা আন কি গান্ধীজীয়েও নেজানিছিল। ঘটনাৱলীৰ সংঘাতত নিতৌ নতুন নতুন পৰিবৰ্ত্তন আৰু আন আন বহুত বিষয়ৰ ওপৰত এই প্ৰশ্নৰ উত্তৰ নিৰ্ভৰ কৰে। অতি জটিল সমস্যাবিলাকো এই প্ৰশ্নৰ উত্তৰৰ লগত জড়িত আছিল।

বৃটিছ চৰকাৰৰ পক্ষৰপৰা আৰু তেওঁলোকৰ বন্ধুসকলে আমাক বাৰে বাৰে ক'বলৈ ধৰিলে যে ঘূৰণীয়া মেজ-মেলত শাসনতন্ত্ৰৰ জকাটো ৰচনা কৰা হৈছে, প্ৰধান প্ৰধান চাৰি সীমাও টনা হৈছে, এতিয়া ক'ত কি আঁকিব লাগিব সেইটোহে বাকী। কিন্তু কংগ্ৰেছৰ মনত এনেকুৱা ধাৰণা নাছিল, তেওঁলোকৰ বিশ্বাস, আদিৰপৰা অন্তলৈকে নতুনকৈ আঁকিব লাগিব। দিল্লী-চুক্তি অনুসাৰে যুক্তৰাষ্ট্ৰৰ ভিত্তি আৰু অলপ অলপ ৰক্ষাকবচ স্বীকাৰ কৰা হৈছে সেইটো সঁচা, আমি বহুতেই ভাবিছিলোঁ যে, ভাৰতৰ শাসনতন্ত্ৰ সম্পৰ্কীয় সমস্যাৰ মীমাংসাই হ'ব যুক্তৰাষ্ট্ৰৰ আদৰ্শ। কিন্তু তাৰ অৰ্থ এইটো নহয় যে, প্ৰথম ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যি যুক্তৰাষ্ট্ৰৰ পৰিকল্পনা ঠিক কৰা হ'ব, তাকে আমি মানি লম। ৰাজনৈতিক স্বাধীনতা আৰু সামাজিক পৰিৱৰ্ত্তনৰ লগত যুক্তৰাষ্ট্ৰৰ সংগতি সম্পূৰ্ণভাৱেই আছে। কিন্তু ৰক্ষাকবচবিলাকৰ লগত তাৰ সংগতি ৰক্ষা কৰা অতি টান। কিয়নো সাধাৰণতেই সি ৰাষ্ট্ৰৰ স্বাধীনতাক খৰ্ব্ব কৰিব যদিও 'ভাৰতৰ স্বাৰ্থৰ কাৰণে' কথাটো লগাই দিয়াত কিছু সুবিধা হৈছে, তথাপি বোধহয় সি বৰ কাৰ্য্যকৰী হৈ নুঠিব। সি যি নহওক, কৰাচী কংগ্ৰেছে স্পষ্টভাৱে নিৰ্দ্দেশ দিছিল যে, নতুন শাসনতন্ত্ৰত দেশৰক্ষা, পৰৰাষ্ট্ৰনীতি, ৰাজহ আৰু অৰ্থনৈতিক ব্যৱস্থাৰ ওপৰত পূৰ্ণ কৰ্ত্তৃত্ব দিব লাগিব। ভাৰতৰ বৈদেশিক ঋণ (সৰহ ভাগেই বৃটিছ) সমস্যাটো ভালকৈ পৰীক্ষা আৰু আলোচনা কৰিহে তাৰ পিচত সেই সম্পৰ্কে দায়িত্ব গ্ৰহণ কৰা হ'ব। ইয়াৰ বাহিৰেও মৌলিক অধিকাৰ সম্পৰ্কীয় প্ৰস্তাৱত আমি বিচৰা ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰৱৰ্ত্তনৰ প্ৰস্তাৱটোও আছিল। এইবিলাকেই ঘূৰণীয়া মেজ-মেলৰ বৈঠকত বহুতো সিদ্ধান্ত আৰু ভাৰতৰ প্ৰচলিত শাসন-ব্যৱস্থাৰ লগত সামঞ্জস্য নোহোৱা কথা। বৃটিছ চৰকাৰ আৰু কংগ্ৰেছৰ মতৰ মাজত বহুত ব্যৱধান; এই অৱস্থাত এই দুটা লগ লগোৱাটো সম্ভৱপৰ নহয় বুলিয়েই ধৰি লোৱা হ'ল। ঘূৰণীয়া মেজ-মেলৰ বৈঠকত কংগ্ৰেছৰ লগত চৰকাৰ একমত হ'ব পৰা অনা-কংগ্ৰেছপন্থীসকলৰ মনত প্ৰায় নাছিলেই বুলিব লাগে। গান্ধীজীৰ দৰে আশাবাদীয়েও তাৰপৰা বিশেষ কিবা আশা কৰিব পাৰি বুলি নেভাবিলে। কিন্তু তেওঁ নিৰাশ নহ'ল, নুবুৰে মানে চাই থাকিবলৈকে মন বান্ধি ল'লে। আমিও ভাবিলোঁ কৃতকাৰ্য্য হওঁ নহওঁ দিল্লী-চুক্তি অনুসাৰেই আমি চেষ্টা কৰি যাব লাগিব। কিন্তু বিবেচনাৰ কাৰণে এনেকুৱা দুটা ঘাই বিষয় আহি পৰিল, যি আমাৰ ঘূৰণীয়া মেজ-মেলত যোগদান কৰাত বিঘিণি ঘটাব পাৰে। আমাৰ মতামত গোটেইখিনি বৈঠকত দাঙি ধৰাৰ পূৰ্ণ স্বাধীনতা পালেহে আমি

যাব পাৰোঁ, আগতেই বৈঠকত আলোচনা হৈ গৈছে বুলি বা আন কোনো কাৰণতে আমাক কোনো প্ৰস্তাৱ দাঙি ধৰাত বাধা দিব নেলাগিব। ভাৰতৰ অৱস্থাও এনেকুৱা হ'ব পাৰে যে আমাৰ বৈঠকলৈ যোৱা হৈ নুঠিবগৈ। এনেকুৱাও হ'ব পাৰে চৰকাৰৰ লগত আমাৰ যুঁজবাগৰ লাগি পৰিব আৰু আমি কঠোৰ দমন-নীতিৰ তলত হেঁচা খাব লাগিব। যদি ঘৰত জুই জ্বলি উঠে তেতিয়া তাক পাহৰি আমাৰ প্ৰতিনিধিয়ে লণ্ডনত বহি শাসনতন্ত্ৰ লৈ তত্ত্ব আলোচনাত লাগি থাকিব, ই অসম্ভৱ।

খৰটকীয়াকৈয়ে ভাৰতৰ অৱস্থা অতি বেয়ালৈ যাবলৈ ধৰিলে। দেশৰ সকলো ঠাইত, বিশেষকৈ বঙ্গদেশ, যুক্তপ্ৰদেশ আৰু সীমান্ত প্ৰদেশত সি ভালকৈয়ে ওলাই পৰিল। বঙ্গদেশত দিল্লী-সন্ধিৰ ফলত বিশেষ একো পৰিবৰ্ত্তন নহ'লেই। মনৰ বিৰোধভাব ক্ৰমে বৃদ্ধি পাবলৈ ধৰিলে। আইন-অমান্য আন্দোলনৰ বহুতো বন্দীক এৰি দিয়া হ'ল। কিন্তু হেজাৰ হেজাৰ ৰাজনৈতিক বন্দীক সামান্য কাৰণতে আইন-অমান্য আন্দোলনৰ বন্দী নহয় বুলি এৰি দিয়া নহ'ল। অন্তৰীণ হৈ থকাসকল বাহিৰৰ নিৰ্দ্দিষ্ট ঠাইত বা বন্দীশালত বন্ধ কৰি থোৱা হ'ল। বিদ্ৰোহাত্মক বক্তৃতা বা আন ৰাজনৈতিক কামৰ কাৰণে গ্ৰেপ্তাৰ চলি থাকিল আৰু দেখা গ'ল চৰকাৰৰ আক্ৰমণ সমানভাৱেই চলি আছে। টেৰৰিজ্‌মৰ কাৰণে বঙ্গদেশৰ সমস্যা কংগ্ৰেছৰ কাৰণে আৰু বেচি কঠিন হৈ পৰিল। আইন-অমান্য আন্দোলন আৰু সাধাৰণ ৰাজনৈতিক কাৰ্য্যৰ তুলনাত টেৰৰিষ্ট কাৰ্য্যপ্ৰণালীৰ গুৰুত্ব আৰু পৰিসৰ অতি নগণ্য। কিন্তু তাকে লৈ বেচি চিঞৰ-বাখৰ কৰাৰ কাৰণে মানুহৰ মনোযোগ সেইফালে বেচিকৈ গৈছিল আৰু সেই কাৰণে আন আন প্ৰদেশতকৈ ইয়াত কংগ্ৰেছৰ কাৰ্য্য-পৰিচালনা কৰাত বহুতো বাধা-বিঘিণি আহি পৰিছিল, কাৰণ টেৰৰিজ্‌মৰ বা-বতাহ, প্ৰত্যক্ষ সঙ্ঘৰ্ষমূলক শান্তিপূৰ্ণ কাৰ্য্যপ্ৰণালীৰ বিপৰীত। ইয়াৰ ফলত চৰকাৰে দমন নীতি তীব্ৰ কৰি তুলিলে আৰু তাৰ আঘাত টেৰৰিষ্ট হওক নহওক সকলোৰে ওপৰত সমানে পৰিবলৈ ধৰিলে।

কংগ্ৰেছপন্থী বনুৱা আৰু কৃষককৰ্ম্মী আৰু যিবিলাকৰ কাম চৰকাৰে বেয়া পায়, তেওঁলোকৰ বিৰুদ্ধে বিশেষ আইন আৰু অধ্যাদেশবিলাক (টেৰৰিষ্টসকলৰ কাৰণে ৰচনা কৰা) প্ৰয়োগ নকৰাকৈ থকা পুলিচ আৰু স্থানীয় কৰ্ম্মচাৰীসকলৰ পক্ষে টান হৈ উঠিল। যিবিলাক বন্দী বহুদিন ধৰি বিনা অভিযোগে, বিচাৰ বা দণ্ডাদেশ নোহোৱাকৈয়ো বন্দী হৈ আছে তেওঁলোকৰ অপৰাধ বোধহয় টেৰৰিজ্‌মৰ লগত যোগ থকা বুলি নহয়, আন ধৰণৰ কাৰ্য্যকৰী ৰাজনৈতিক প্ৰচেষ্টাৰ কাৰণেই তেওঁলোক বন্দী। তেওঁলোকক একোকে প্ৰমাণ বা অপ্ৰমাণ কৰিবৰ সুবিধা দিয়া হোৱা নাই, বা তেওঁলোকৰ অপৰাধ কি তাকো জানিবলৈ দিয়া হোৱা নাই, তেওঁলোকক মুকলি আদালতত বিচাৰৰ কাৰণে উপস্থিত কৰোৱা হোৱা নাই। বোধহয় পুলিচে তেওঁলোকক দণ্ড বিহিবৰ জোখাৰে একো প্ৰমাণ পোৱা নাই, অথচ চৰকাৰৰ বিৰুদ্ধে অপৰাধ সম্পৰ্কীয় বৃটিছ-ভাৰতৰ আইনবিলাক ইমান নিখুঁত আৰু সৰ্ব্বব্যাপী যে তাৰ কবলৰপৰা মুক্তি পোৱা টান। এনেকুৱা ঘটনাও ঘটিছে যে জেলৰপৰা মুক্তি পোৱাৰ লগে লগেই পুলিচে আকৌ তেওঁক অন্তৰীণ কৰি ধৰে।

বঙ্গদেশৰ এই জটিল সমস্যা লৈ কংগ্ৰেছৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে নিজকে অতি অসহায় বোধ কৰিবলৈ ধৰিলে। তাকে লৈ তেওঁলোক অতিষ্ঠ হৈ পৰিল। তাৰ উপৰি বঙ্গদেশৰপৰা আৰু বহুত বিষয় নানা ধৰণে তেওঁলোকৰ ওচৰলৈ আহিবলৈ ধৰিলে। গতিকে তেওঁলোকে দুৰ্ব্বলভাৱে ঘটনাৰ গতি নিৰীক্ষণ কৰিবলৈ ধৰিলে। তেতিয়া তেওঁলোকৰ যি অৱস্থা তাত তেওঁলোকে তাৰ বাহিৰে আৰু কি কৰিব পাৰিলেহেঁতেন কোৱা টান। কাৰ্য্য-নিৰ্ব্বাহকৰ এই মনোভাৱে বঙ্গদেশৰ মনত অসন্তোষৰ সৃষ্টি কৰিলে আৰু তেওঁলোকে ভাবিবলৈ ধৰিলে কংগ্ৰেছৰ কৰ্ত্তৃপক্ষ আৰু আন আন প্ৰদেশে বঙ্গদেশৰ প্ৰতি আওকাণ কৰিছে—বিপদৰ সময়ত বঙ্গদেশৰ প্ৰতি সকলোৱে যেন হাত-এৰা দিছে। এই ধাৰণা সম্পূৰ্ণৰূপে ভুল। গোটেই ভাৰতৰে সহানুভূতি বঙ্গদেশৰ প্ৰতি আছিল, কিন্তু তাক কাৰ্য্যত পৰিণত কৰিবলৈ কোনো উপায় নাছিল। তাৰ উপৰি ভাৰতৰ আন আন প্ৰদেশতো নিজৰ নিজৰ বিপদ-বিঘিণি আছিল।

যুক্তপ্ৰদেশত খেতিয়কৰ সমস্যা অতি দুখ লগা হৈছিল। প্ৰাদেশিক চৰকাৰে সমস্যালৈ প্ৰথমে কাণসাৰ এৰি দিলে, খাজনা আদি ৰেহাই দিয়াৰ সম্পৰ্কে সিদ্ধান্ত লোৱাত পলম কৰিবলৈ ধৰিলে। তাৰ পিচত বলেৰে আদায় কৰা আৰম্ভ কৰি দিলে। পাইকাৰীভাৱে উচ্ছেদ আৰু ক্ৰোক চলিল। আমি যেতিয়া লণ্ডনত আছিলোঁ তেতিয়া বলেৰে খাজনা আদায় কৰাৰ কাৰণে দুই-তিনি ঠাইত মাৰ-ধৰ হ'ল। ই অতি সৰু ঘটনা হ'লেও, দুৰ্ভাগ্যৰ কথা, এঠাইত তাৰ কাৰণে জমিদাৰ নে তেওঁৰ গোমস্তা, কোনোবা এজনৰ মৃত্যুৱেই হ'ল। গান্ধীজী নাইনিতাললৈ গৈ (মই তেতিয়া লণ্ডনত) যুক্তপ্ৰদেশৰ গৱৰ্ণৰ ছাৰ মেলকম্ হেইলিৰ লগত খেতিয়ক সমস্যাৰ বিষয়ে আলোচনা কৰিলে, কিন্তু কোনো ফল নহ'ল। চৰকাৰে অৱশ্যে খাজনা ৰেহাই দিলে, কিন্তু যিখিনি ৰেহাই দিলে সি আশা অনুপাতে অতি নগণ্য আৰু ক্ৰমান্বয়ে ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ ধৰিলে। জমিদাৰ আৰু চৰকাৰ একেলগ হৈ খেতিয়কৰ ওপৰত হেঁচা দিবলৈ ধৰিলে, গাৱেঁ গাৱেঁ খোজকাঢ়ি ফুৰি সকলো ঠাইতে লালকুৰ্ত্তাবাহিনীৰ কেন্দ্ৰ স্থাপন কৰি ফুৰিবলৈ ধৰিলে। তেওঁ আৰু তেওঁৰ কৰ্ম্মীসকলে দেশৰ সকলো ঠাইতে 'খুদাই খিদ্‌মত্‌গাৰ'ৰ শাখা-প্ৰশাখা প্ৰতিষ্ঠা কৰিলে। এওঁলোকৰ আন্দোলন সম্পূৰ্ণ শান্তিপূৰ্ণ। দুই এটা অভি-যোগৰ বাহিৰে, ক'তো বলপ্ৰয়োগ কৰা বুলি কোনেও ক'ব নোৱাৰে। এওঁলোক শান্তিকামী হওক নহওক, যুদ্ধ আৰু হিংসাৰ বুৰঞ্জী এওঁলোকৰ আছে। তাৰ উপৰি অতি ওচৰতে দুৰ্জ্জয় পাঠান উপজাতিসমূহ আছে, গতিকে ভাৰতীয় জাতীয় আন্দোলনৰ লগত যোগসূত্ৰ ৰক্ষা কৰি চলোৱা এই শৃঙ্খলাপূৰ্ণ আন্দোলন দেখি চৰকাৰ বিচলিত হৈ পৰিল। এওঁলোকৰ শান্তি আৰু অহিংসাৰ আদৰ্শ চৰকাৰে বিশ্বাস কৰিছিল বুলি মনে নধৰে। বিশ্বাস কৰিলহেঁতেন যদিও, তেওঁলোকে প্ৰতিক্ৰিয়া দেখি আমনি পালেহেঁতেন, ভয় খালেহেঁতেন। এই আন্দোলনৰ বৰ্ত্তমান শক্তি আৰু আগলৈ কেনেকুৱা শক্তি হ'ব, তাক দেখি তেওঁলোকৰ মস্তিষ্ক অবিকৃত ৰখা টানেই হ'ল।

এই বিৰাট আন্দোলনৰ অবিসম্বাদী নেতা আব্দুল গফুৰ খাঁ "ফকৰ্-ই-

আফগান”, “ফক্‌ৰ্‌-ই-পাঠান” (পাঠান-গৌৰৱ), “গান্ধী-ই-সাৰহাদ” অৰ্থাৎ সীমান্ত গান্ধী নামে সকলোৱে চিনাকি। বিপদ-বিঘিণি আৰু চৰকাৰৰ বিৰোধিতাত অটল থাকি তেওঁ ধৈৰ্য্য আৰু অধ্যৱসায়েৰে হেজাৰ খেতিয়কক মাটিৰপৰা উচ্ছেদ কৰা হ'ল, তেওঁলোকৰ সামান্য সম্পত্তি ক্ৰোক কৰা হ'ল। যি অৱস্থা হ'লগৈ আন দেশত হোৱা হলে তাৰপৰা এটা বিৰাট কৃষক-বিদ্ৰোহৰ জুই জ্বলি উঠিলহেঁতেন। মোৰ বিশ্বাস, ঘাইকৈ কংগ্ৰেছৰ যত্নৰ ফলতেই খেতিয়কসকলে বল প্ৰয়োগ নকৰাকৈ থাকিল। কিন্তু তেওঁলোকৰ ওপৰত বলপ্ৰয়োগ আৰু অত্যাচাৰ-উৎপীড়ণৰ সীমা নাছিল। খেতিয়ক-সকলৰ অসন্তোষ আৰু দুখ-দুৰ্দ্দশাৰ এটা ভাল ফালো আছে। শস্যৰ মূল্য বহু পৰিমাণে হ্ৰাস হোৱাৰ কাৰণে দুখীয়া শ্ৰেণীৰ মানুহ আৰু খেতিয়কসকলে (যাক মাটিৰপৰা উচ্ছেদ কৰা নাই) বহুদিনৰ পিচত পেট ভৰাই এমুঠি খাবলৈ পাইছে।

দিল্লী-সন্ধিৰ ফলত বঙ্গদেশৰ দৰেই সীমান্ত প্ৰদেশতো শান্তি নাইকিয়া হ'ল। উভয় পক্ষৰ মনোমালিন্য সদায় প্ৰবল। কাৰণ ইয়াৰ চৰকাৰ সামৰিক বিভাগৰ হাতত। বহু ধৰণৰ বিশেষ আইন আৰু অৰ্ডিনেন্সৰ প্ৰকোপ অতি বেচি আৰু লঘু অপৰাধতো ইয়াত গুৰু শাস্তিৰ বিধান হয়। এই অৱস্থাৰ বিৰুদ্ধে আবদুল গফুৰ খাঁই আন্দোলন কৰিবলৈ ধৰিলে, ফলত তেওঁ চৰকাৰৰ চকুৰ কুটা, দাঁতৰ শূল হ'ল। সেই ছফুট তিনি ইঞ্চি ওখ ডাঙৰ-দীঘল পাঠান পুৰুষজনে কাম কৰি সীমান্ত প্ৰদেশত অপূৰ্ব্ব জনপ্ৰিয়তা লাভ কৰিছে। ৰাজনীতি কৰা মানুহ বুলিলে সাধাৰণতে যি বুজায়, তেওঁ সি নাছিল; ৰাজনীতিৰ তালুকি-ভালুকিবোৰ তেওঁ একো নেজানে। দীঘলেচাৰিকৈ পোন মানুহজন, দেহ আৰু মন দুয়োটাই তেওঁৰ পোন; তেওঁ হুজুগ আৰু ল'ৰালি দুয়োটাকে ঘিণ কৰে। তেওঁ ভাৰতৰ স্বাধীনতাৰ লগতে সীমান্ত প্ৰদেশৰো স্বাধীনতা বিচাৰে, কিন্তু প্ৰশাসন বা আইন সম্পৰ্কীয় জটিল প্ৰশ্নৰ লগত তেওঁ মূৰ নঘমায়। কিবা পাবলৈ হলে, কাম কৰিবই লাগিব; সেই কাৰণেই তেওঁ মহাত্মা গান্ধীৰ অনুগামী হৈ শান্তিপূৰ্ণ উপায় গ্ৰহণ কৰিছে। কামৰ কাৰণে সঙ্ঘ লাগে। যুক্তি-তৰ্ক, নিয়ম-কানুন ৰচনা কৰা আদিত সময় নকটাই তেওঁ পোনে পোনে সংগঠনৰ কামত লাগি গ'ল আৰু তাত কৃতকাৰ্য্যও হ'ল।

গান্ধীজীৰ প্ৰতি তেওঁৰ বিশেষ আকৰ্ষণ আছিল। পোন প্ৰথমে তেওঁ স্বাভাৱিক লাজ আৰু বিনয়ৰ কাৰণে কোনো কামতে সমুখলৈ নাহে আৰু গান্ধীজীৰ-পৰা নিলগতে থাকে। তাৰ পিচত নানান বিষয়ৰ আলোচনা-বিলোচনাৰ মাজেদি তেওঁলোকৰ পৰিচয় গাঢ় হৈ উঠিল। আমাৰ বহুতকৈ বেচি নিষ্ঠাৰে কেনেকৈ সেই পাঠানজনে অহিংসাৰ আদৰ্শ গ্ৰহণ কৰিলে দেখি বিচুৰ্ত্তি খাব লাগে। এই আত্মবিশ্বাসৰ বলতে তেওঁ পাঠানসকলক উত্তেজনাৰ কাৰণ থাকিলেও শান্তিপূৰ্ণ-ভাৱে থাকিবলৈ শিক্ষা দিছিল। পিচে সীমান্ত প্ৰদেশৰ অধিবাসীসকলে হিংসা বা বলপ্ৰয়োগৰ ভাব সমূলঞ্চে ত্যাগ কৰিছে বুলি ক'লে হাঁহিহে উঠে। আন আন প্ৰদেশৰ সাধাৰণ মানুহৰ সম্পৰ্কেও সেই ধৰণৰ কথা ক'লে হাঁহি উঠিব। জনতা ভাবাবেগৰ দ্বাৰাই পৰিচালিত হয়, উত্তেজনাৰ মুহূৰ্ত্তত তেওঁলোকে কি কৰি পেলায়,

তাক কোনেও ক'ব নোৱাৰে। তথাপি ১৯৩০ আৰু তাৰ পিচত সীমান্তৰ অধিবাসী-সকলে অতি আচৰিত সংযম আৰু শৃংখলা দেখুৱাইছিল।

চৰকাৰী কৰ্ম্মচাৰী আৰু আমাৰ দেশৰ নিৰীহ ভদ্ৰলোকসকলে 'সীমান্ত গান্ধীক'ক সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। তেওঁৰ মুখৰ কথা কোনেও বিশ্বাস নকৰিলে। এটা গভীৰ ষড়যন্ত্ৰ আছে বুলি কল্পনা কৰিবলৈ ধৰিলে। কিন্তু যোৱা কেইবছৰ ধৰি তেওঁ আৰু সীমান্তৰ লগৰীয়া কৰ্ম্মীসকলে ভাৰতৰ আন আন প্ৰদেশৰ কংগ্ৰেছ কৰ্ম্মীসকলৰ লগত ঘনিষ্ঠভাৱে লগ লাগি কাম কৰিবলৈ ধৰিলে; ফলত সকলোৰে মাজত মৰম-চেনেহ আৰু সহযোগিতাৰ বন্ধন দৃঢ় হৈ পৰিছে। কংগ্ৰেছপন্থীসকলৰ মাজত আব্দুল গফুৰ খাঁ সুপৰিচিত আৰু জনপ্ৰিয়। কেৱল এজন লগৰীয়া কৰ্ম্মীয়েই নহয়, ভাৰতৰ চকুত তেওঁ আমাৰ লগত একেখন যুদ্ধতে লিপ্ত এটা সাহসী আৰু দুৰ্জ্জয় জাতিৰ বীৰত্ব আৰু ত্যাগৰ প্ৰতিমূৰ্ত্তি।

আব্দুল গফুৰ খাঁৰ কথা শুনাৰ বহুত আগতেই মই তেওঁৰ ভায়েক ডাঃ খাঁ চাহেবক চিনি পাওঁ। মই যেতিয়া কেম্ব্ৰিজত, তেওঁ তেতিয়া লণ্ডন ছেণ্ট্ টমাছ হাস্পতালৰ ছাত্ৰ। পিচত মই যেতিয়া ইনাৰ টেম্পলত বেৰিষ্টাৰী খানা খাবলৈ ধৰিছোঁ, তেতিয়াই তেওঁৰ লগত মোৰ বন্ধুত্ব হয়। লণ্ডনত প্ৰায় প্ৰত্যেক দিনাই আমি লগ লাগোঁ। মই ভাৰতলৈ উভতি অহাৰ পিচতো তেওঁ বহুত বছৰ ইংলণ্ডত আছিল, যুদ্ধৰ সময়ত চিকিৎসক হিচাপে কাম কৰিছিল। পিচত নাইনি জেলত আকৌ আমাৰ দেখা-দেখি হয়।

সীমান্তৰ 'লালকুৰ্ত্তা দলে' কংগ্ৰেছৰ লগত সহযোগিতা কৰিলেও তেওঁলোকৰ প্ৰতিষ্ঠান বেলেগ আছিল। কংগ্ৰেছ আৰু তেওঁলোকৰ মাজত আছিল আব্দুল গফুৰ খাঁ যোগসূত্ৰ। সীমান্তৰ জননেতাসকলৰ লগত পৰামৰ্শ কৰি কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে ১৯৩১-ৰ জহকালি 'লালকুৰ্ত্তা দল'ক কংগ্ৰেছৰ ভিতৰুৱা কৰি ল'বৰ কাৰণে সিদ্ধান্ত কৰিলে। তাৰ পিচৰপৰা 'লালকুৰ্ত্তা' আন্দোলন কংগ্ৰেছৰ অংশ হিচাপে ধৰা হ'ল।

কৰাচী কংগ্ৰেছৰ পিচত গান্ধীজীয়ে সীমান্ত প্ৰদেশলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে; কিন্তু চৰকাৰে তাত বৰ উৎসাহ নেদেখুৱালে। পিচত কেইমাহমান ধৰি চৰকাৰী বিষয়াসকলে লালকুৰ্ত্তাসকলৰ কাৰ্য্যকলাপ সম্পৰ্কে যেতিয়া ইটোৰ পিচত সিটোকৈ অভিযোগ কৰিবলৈ ধৰিলে, তেতিয়াও গান্ধীজীয়ে বাৰে বাৰে সীমান্ত প্ৰদেশত প্ৰৱেশ কৰিবলৈ অনুমতি বিচাৰি পোৱা নাই। মোকো তালৈ যাবলৈ নিদিলে। দিল্লী-সন্ধিৰ মতে, চৰকাৰৰ অস্পষ্ট অভিপ্ৰায়ৰ বিৰুদ্ধে সীমান্তলৈ যোৱাটো আমি যুক্তিসংগত হ'ব যেন নেপালোঁ।

ইয়াৰ বাহিৰেও সাম্প্ৰদায়িক সমস্যা কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ আগত এটা ডাঙৰ সমস্যা। যদিও ই নানা অদ্ভুত ৰূপ আৰু বেশত বাৰে বাৰে আহি ওলায়হি, তথাপি ইয়াত নতুন একো নাই। ঘূৰণীয়া মেজ-মেলৰ বৈঠকত ইয়াৰ মৰ্য্যাদা কিছু বাঢ়িছিল। বৃটিছ চৰকাৰে আন আন বিষয়তকৈ ইয়াকেই ডাঙৰ কৰি আমাৰ সমুখত দাঙি ধৰিছিল। বৈঠকৰ সদস্য সকলোৱেই চৰকাৰৰ দ্বাৰা মনোনীত। এই মনোনয়ন এনেকৈ কৰা হৈছিল যেন সকলোৱেই নিজৰ নিজৰ সম্প্ৰদায়ৰ কথা,

বেলেগ বেলেগ স্বাৰ্থৰ কথা আৰু উমৈহতীয়া বৃহত্তৰ স্বাৰ্থৰ পৰিবৰ্ত্তে পৰস্পৰৰ মতভেদৰ কথাই চিঞৰি চিঞৰি ঘোষণা কৰিছে। চৰকাৰে কোনো জাতীয়তাবাদী মুছলমানক প্ৰতিনিধি কৰিবলৈ অতি পোনপটীয়াকৈ অস্বীকাৰ কৰিলে। গান্ধীজীয়ে অনুভৱ কৰিলে যে যদি বুটিছ চৰকাৰৰ নিৰ্দ্দেশত বৈঠক প্ৰথমৰপৰাই সাম্প্ৰদায়িক সমস্যাৰ জালত মেৰপাক খাই পৰে, তেন্তে ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যা-সমূহ লৈ ভালকৈ আলোচনা কৰিব পৰা নহ'ব। এই অৱস্থাত তেওঁ বৈঠকত যোগদান কৰাৰপৰা বিশেষ একো ফল নধৰে। তেওঁ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ আগত প্ৰস্তাৱ কৰিলে যে বেলেগ বেলেগ দলবিলাকৰ মাজত আগৰ পৰাই সাম্প্ৰদায়িক সমস্যাৰ সমাধান আৰু বুজা-বুজি হ'লে তেওঁ লণ্ডনলৈ যাব পাৰে। তেওঁ ঠিক সিদ্ধান্তই কৰিছিল, কিন্তু কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে ক'লে তেওঁ সাম্প্ৰদায়িক সমস্যাৰ সমাধান কৰিব নোৱাৰিলে বুলিয়েই যে লণ্ডনলৈ নেযাব—সেইটো হ'ব নোৱাৰে, এতিয়া তেওঁ অমান্তি হোৱা উচিত নহ'ব। বেলেগ বেলেগ সম্প্ৰদায়ৰ প্ৰতিনিধিসকলক লৈ সমাধানৰ এটা খচৰা প্ৰস্তুত কৰাৰ যত্ন চলিল স'চা, কিন্তু তাত বিশেষ কৃতকাৰ্য্য হ'ব পৰা নগ'ল।

১৯৩১-ৰ জহকালি সেইবিলাক প্ৰধান সমস্যাৰ উপৰিও বহুতো সৰু সৰু কথা লৈ আমি বৰ আহুকাল পাইছিলোঁ। দেশৰ নানা ঠাইৰপৰা কংগ্ৰেছ কমিটী-বিলাকে সদায় আমালৈ খবৰ পঠিয়াবলৈ ধৰিলে স্থানীয় কৰ্ম্মীসকলে বোলে দিল্লী-চুক্তি ভংগ কৰিছে। ইয়াৰ ভিতৰতে প্ৰধান প্ৰধান ঘটনাবিলাক বাছি লৈ আমি চৰকাৰক জনাবলৈ ধৰিলোঁ। চৰকাৰে আক' কংগ্ৰেছপন্থীসকলৰ বিৰুদ্ধে সন্ধি-বিৰোধী কাৰ্য্যৰ ওভতা অভিযোগ কৰিবলৈ ধৰিলে। তেনেকৈ ইসকলে সিসকলৰ দোষ খোচৰাত লাগিল, পিচত সেয়ে বাতৰি-কাকতেতো প্ৰচাৰিত হ'ল। কোৱা বাহুল্য ইয়াৰপৰা কংগ্ৰেছ বা চৰকাৰৰ কাৰো লাভ হোৱা নাছিল।

বাহিৰৰপৰা দেখাত সৰু সুৰা কথা লৈ হোৱা এই কাজিয়াৰ কোনো গুৰুত্ব নাই। কিন্তু ইয়াৰ গুৰিত এটা গভীৰ সংঘৰ্ষ আছে, যাৰ ওপৰত গাইগুটীয়া এজন দুজন মানুহৰ কোনো হাত নাই। যাৰ উৎপত্তি আমাৰ জাতীয় আলোড়নৰপৰা, গাঁৱৰ অৰ্থনৈতিক অৱস্থাৰ বিসংগতিৰপৰা উদ্ভৱ হৈছে, মূল ভেটিত পৰিবৰ্ত্তন সাধন কৰিব নোৱাৰিলে তাৰ নিবাৰকৰণ কৰা অসম্ভৱ। আমাৰ জাতীয় আন্দোলনৰ প্ৰথম সূচনা হয় মধ্যবিত্ত শ্ৰেণীৰ আত্মবিকাশ আৰু আত্ম-প্ৰতিষ্ঠাৰ পথ বিচৰাৰ হেঁপাহৰপৰা, তাৰ পাচফালে আছিল ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰেৰণা। পিচত মধ্যবিত্ত শ্ৰেণীৰ হাতলৈ গৈ ই টনকিয়াল হৈ উঠিল। ইয়াৰ পিচত য'তেই ভোক আৰু দাৰিদ্ৰ্য চৰম সীমাত উপনীত হৈছে সেই জনসাধাৰণৰ মাজতে ই চাঞ্চল্যৰ সৃষ্টি কৰিবলৈ ধৰিলে। গাঁৱৰ পুৰণি স্বাৱলম্বী অৰ্থনৈতিক অৱস্থা বহুত আগতেই লুপ্ত হৈছে। খেতি-বাতিৰ পৰিপূৰক হিচাপে কুটীৰ-শিল্প থকা হ'লে মাটিৰ ওপৰত ইমান হেঁচা নপৰিলহেঁতেন কিন্তু সিও কিছুদূৰ শাসননীতিৰ কাৰণে, বেচিভাগ আধুনিক যুগৰ কল-কাৰখানাৰ প্ৰতিযোগিতাত টিকিব নোৱাৰি লোপ পাইছে। মাটিৰ ওপৰত হেঁচা বাঢ়িছে কিন্তু সেই অনুপাতে ভাৰতত কল-কাৰখানাৰ বিস্তাৰ হোৱা নাই কাৰণে, অৱস্থাৰ একো উনৈছ-বিছ হোৱা নাই। গাওঁবিলাকৰ

আত্মৰক্ষাৰ উপযুক্ত উপকৰণ নাই, ফলে নোবোৰা বোজাত হাড় ভাগোঁ ভাগোঁ, জগতৰ বজাৰৰ আঘাতত থান-বান অৱস্থা। সমান সমানভাৱে ই প্ৰতিযোগিতাত টিকিব নোৱাৰে। গাঁৱৰ উৎপাদন প্ৰণালী আদিম যুগৰ, ইয়াৰ ভূমি-ব্যৱস্থাৰ ফলত মানুহৰ মাটি টুকুৰা-টুকুৰ হৈ যাব লাগিছে—গতিতে কোনো উন্নতিৰ ব্যৱস্থা কৰা অসম্ভৱ। গতিকেই খেতিৰ ওপৰত নিৰ্ভৰশীল জমিদাৰ আৰু ৰায়ত উভয়ৰে অৱস্থা (কেই বছৰমান চৰা বজাৰৰ কথা এৰি দিলে) দিনে দিনে শোচনীয় হৈছে। জমিদাৰে তেওঁৰ বোজা ৰায়তৰ ওপৰত জাপি দিছে আৰু খেতিয়কসকলৰ দিনে দিনে বাঢ়ি অহা দাৰিদ্ৰ্যই সৰু-সৰু তালুকদাৰ আৰু ৰায়ত—সকলোকে জাতীয় আন্দোলনলৈ টানি আনিলে। গাওঁ অঞ্চলৰ বহুতো মাটিহীন খেতিয়ক-বনুৱাবো ইয়াৰ প্ৰতি ধাউতি হৈছে। এইসকল গাৱঁৰ মানুহে 'জাতীয়তা' আৰু 'স্বৰাজ' বুলিলে ভূমি-ব্যৱস্থাৰ পৰিৱৰ্ত্তন বুজে। তেওঁলোকৰ খাজনা আৰু টেক্স্ কমিব, মাটিহীন খেতিয়কে মাটি ওভতাই পাব। অৱশ্যে খেতিয়ক সম্প্ৰদায়েই হওক বা জাতীয় আন্দোলনত মধ্যবিত্ত শ্ৰেণীৰ নেতাসকলৰ মনতেই হওক তাৰ কোনো স্পষ্ট ধাৰণা নাই।

১৯৩০-ৰ আইন-অমান্য আন্দোলনৰ লগে লগেই জগৎ জোৰা খেতি আৰু বাণিজ্য-সঙ্কটে দেখা দিলে। ইয়াৰ প্ৰথম আঘাত পৰিল বাওঁপন্থীসকলৰ ওপৰত। তেওঁলোক কংগ্ৰেছ আৰু আইন-অমান্যৰ ফালে ঢাল খালে। তেওঁলোকৰ কাৰণে ই লণ্ডন বা আন কোনো ঠাইত বহি শাসনতন্ত্ৰ ৰচনা কৰাৰ সময় নহয়, তেওঁলোকে ভূমি-ব্যৱস্থাৰ আমূল পৰিৱৰ্ত্তন (বিশেষকৈ জমিদাৰী অঞ্চলত) আশা কৰিবলৈ ধৰিলে। জমিদাৰী প্ৰথাৰ দিন গৈছে। তাৰ আৰু নিজৰ ভৰিত থিয় হ'বৰ সামৰ্থ্য নাই। কিন্তু বৃটিছ চৰকাৰে বৰ্ত্তমান অৱস্থাত প্ৰচলিত ভূমি-ব্যৱস্থাৰ আমূল পৰিৱৰ্ত্তন কৰিবলৈ সাহ নকৰে। যেতিয়া খেতি-তদন্তৰ কাৰণে ৰয়েল কমিছন নিযুক্ত হয়, তেতিয়া মাটিৰ স্বত্ব, স্বামিত্ব আৰু ভোগ দখলৰ ব্যৱস্থা আদিৰ বিষয়ে আলোচনা আৰু অনুসন্ধান কৰাৰ ভাৰ দিয়া হোৱা নাই।

গতিকে ভাৰতবৰ্ষত সঙ্ঘৰ্ষৰ সকলোবিলাক কাৰণেই আছে আৰু ইয়াক কিবা মন্ত্ৰৰ বলেৰে আপোচ কৰি উৰুৱাই দিব নোৱাৰি। ভূমি সংক্ৰান্ত খাই ব্যৱস্থাৰ পৰিৱৰ্ত্তন (আন আন জাতীয় সমস্যাৰ বাহিৰেও) নহ'লে এই সঙ্ঘৰ্ষ দূৰ নহয়। বৃটিছ চৰকাৰৰপৰা এই সমস্যা সমাধানৰ অলপো আশা নাই। সাময়িক ব্যৱস্থাত অলপ দিনৰ কাৰণে দুৰ্দ্দশাৰ লাঘৱ হব পাৰে, প্ৰবল দমন-নীতিৰে ভয়-ভীত খুৱাই ইয়াৰ বহিঃপ্ৰকাশ বন্ধ কৰিব পাৰি, কিন্তু তাৰপৰা সমস্যা সমাধানৰ কোনো সুবিধা নহয়।

মোৰ বিশ্বাস, আন আন চৰকাৰৰ নিচিনা বৃটিছ চৰকাৰৰো ধাৰণা যে ভাৰতত অশান্তি হোৱাৰ মূল কাৰণ হ'ল আন্দোলনকাৰীবিলাক। ই সম্পূৰ্ণ ভুল ধাৰণা। যোৱা পোন্ধৰ বছৰ ধৰি ভাৰতে এনে এজন নেতা পাইছে, যি ভাৰতৰ কোটি কোটি লোকৰ মৰম আৰু শ্ৰদ্ধা লাভ কৰিছে আৰু যি অনায়াসে ভাৰতবৰ্ষক চলাব পাৰে। তেওঁ বৰ্ত্তমান ভাৰতৰ বুৰঞ্জী ৰচনা কৰিছে, কিন্তু এই বুৰঞ্জীত তেওঁতকৈয়ো, তেওঁৰ ইংগিতত যি সকলে চকুমুদি তেওঁক অনুসৰণ কৰিছে—সেই জনসাধাৰণৰ গুৰুত্ব

বেচি। জনসাধাৰণেই প্ৰধান অভিনেতা, ঐতিহাসিক প্ৰেৰণাই তেওঁলোকক আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগাইছে, তেওঁলোকৰ নেতাৰ শিঙাৰ মাত শুনিবলৈ সাজু কৰি তুলিছে। সামাজিক আৰু ৰাজনৈতিক চেতনাৰ পটভূমিত ঐতিহাসিক ঘটনাৰ সমাৱেশ নহ'লে কোনো নেতাই, কোনো আন্দোলনকাৰীয়ে তেওঁলোকক কামত নমাব নোৱাৰে। নেতা হিচাপে গান্ধীজীৰ এটা প্ৰধান গুণ আছিল এই যে তেওঁ জন-সাধাৰণৰ নাড়ীৰ গতি সুন্দৰকৈ বুজে আৰু জানে কাম আৰম্ভ কৰাৰ শুভক্ষণ কেতিয়া।

১৯৩০-ত ভাৰতৰ জাতীয় আন্দোলন সাময়িকভাৱে দেশৰ বাঢ়ি অহা সামাজিক শক্তিবিলাকৰ লগত খাপ খাই পৰিছিল আৰু এই কাৰণেই আন্দোলনৰ এটা বিৰাট শক্তি আহি পৰিল, বাস্তৱ ব্যৱস্থাৰ প্ৰতি এটা সচেতনতা জাগি উঠিল—জানিবা বুৰঞ্জীৰ লগত খোজ মিলাই মিলাইহে ই আগবাঢ়িছে। কংগ্ৰেছেই জাতীয় আন্দোলনৰ প্ৰতিনিধি স্বৰূপে কাম কৰিছে আৰু ইয়াৰ শক্তি সামৰ্থ্যৰ প্ৰকৃত ৰূপ ফুটি উঠিছে—কংগ্ৰেছৰ বাঢ়ি অহা মৰ্য্যাদাৰ ভিতৰেদি। জাতীয় আন্দোলনত বিভিন্ন শক্তিৰ সমাৱেশ স্পষ্টভাৱে নেদেখি, হিচাপ কৰি উলিয়াব নোৱাৰি, নিৰ্দ্দিষ্ট সংজ্ঞাৰ মাজেদি প্ৰকাশ কৰিব নোৱাৰি, তথাপি ই সকলোতে প্ৰকাশ পাইছে। খেতিয়ক সম্প্ৰদায়ে কংগ্ৰেছৰ প্ৰতি সহানুভূতিশীল হৈ তাৰ শক্তি বঢ়াইছিল, নিম্ন মধ্যবিত্ত শ্ৰেণী আছিল কংগ্ৰেছৰ বাজ-হাড় আৰু সৈন্য-সামন্ত। আন কি ওখ খাপৰ বুৰ্জোৱা-সকলেও নতুন অৱস্থাত পৰি কংগ্ৰেছৰ লগত বন্ধুতা ৰক্ষা কৰাই নিৰাপদ বুলি ভাবিছিল। ভাৰতৰ সৰহ ভাগ কাপোৰ-কলৰ মালিকেই কংগ্ৰেছৰ নিৰ্দ্দিষ্ট প্ৰতিশ্ৰুতি পত্ৰত চহী কৰিছিল; কংগ্ৰেছ অসন্তুষ্ট হোৱা কাম নকৰিছিল।

যেতিয়া পণ্ডিতসকলে লণ্ডনত ঘূৰণীয়া মেজ-মেলৰ বৈঠকত বহি আইনৰ সূক্ষ্ম তৰ্ক-বাদত লাগি আছিল, তেতিয়া জনসাধাৰণৰ প্ৰকৃত প্ৰতিনিধিৰূপে কংগ্ৰেছে অতৰ্কিতে লাহে লাহে শক্তি গোটাইছিল। কংগ্ৰেছৰ শক্তি সম্পৰ্কে এই ধাৰণা দিল্লী-সন্ধিৰ পিচতো বাঢ়িছে, তাৰ কাৰণ ফোপোলা দপদেপনি নহয় ১৯৩০ আৰু তাৰ পিচৰ ঘটনাৱলীৰপৰাইহে সি সম্ভৱ হৈছিল। একমাত্ৰ কংগ্ৰেছৰ নেতাসকলহে আগন্তুক বিপদ-বিঘিনি সম্পৰ্কে সজাগ আছিল আৰু কোনোটোকে তেওঁলোকে সৰু বুলি ভবা নাই।

দেশত দ্বৈত কৰ্তৃত্ব স্থাপিত হ'ব খোজা বুলি এটা অস্পষ্ট ভাব লৈ চৰকাৰে আমনি পাইছে। আচলতে তাৰ কোনো সত্য ভিত্তি নাই, কাৰণ বাহুবল সম্পূৰ্ণ চৰকাৰৰ হাতত। পিচে মনস্তত্ত্বৰ ফালৰপৰা ইয়াৰ অস্তিত্ব অৱশ্যে আছিল, সন্দেহ নাই। সদায় প্ৰভু হৈ থাকিবলৈ বিচৰা আৰু জনমতৰ প্ৰতি কেৰেপ নকৰা চৰকাৰৰ কাৰণে ই অসহ্য। তেওঁলোকৰ মনৰ অস্থিৰতা লাহে লাহে বাঢ়িবলৈ ধৰিলে; পিচে তেওঁ-লোকে গাঁৱলীয়া ঠাইত হোৱা কিছুমান বক্তৃতা আৰু শোভাযাত্ৰা আদিৰ গাত যে দোষ দিছিল সি মাত্ৰ দেখুওৱা কথাহে। ফলত সংঘৰ্ষ অনিবাৰ্য্য হৈ উঠিল। কংগ্ৰেছেও স্বেচ্ছাই 'হাৰাকিৰি' (আত্মহত্যা) কৰিব নোৱাৰে, চৰকাৰেও দ্বৈত কৰ্তৃত্বৰ বাঁ-বতাহ সহ্য কৰিব নোৱাৰি কংগ্ৰেছক ধ্বংস কৰোঁ বুলি লাগিল। কিন্তু দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰ বৈঠক স্থগিত ৰখা হ'ল। যি কোনো কাৰণতেই নহওক

লাগিলে বৃটিছ চৰকাৰ গান্ধীজীক বিলাতলৈ লৈ যাবলৈ ব্যগ্ৰ হৈ পৰিছিল আৰু যি কামৰপৰা ইয়াৰ বিঘিণি ঘটিব পাৰে, তেনে কামৰপৰা তেওঁলোক আঁতৰি ৰাখিবলৈ ধৰিলে।

লাহে লাহে বিৰোধৰ ভাব বাঢ়ি আহিল। চৰকাৰ যে লাহে লাহে কঠিন হ'বলৈ ধৰিছে—আমি ধৰিব পাৰিলোঁ। দিল্লী-সন্ধিৰ ঠিক পিচতেই লৰ্ড আৰউইন ভাৰতৰপৰা গ'ল আৰু লৰ্ড উইলিংডন বৰলাট হৈ আহিল। প্ৰচাৰ হ'ল যে লৰ্ড উইলিংডন বৰ একাচেকা লোক আৰু তেওঁ আগৰ বৰলাটৰ দৰে আপোচ কৰা মানুহ নহয়। নীতিৰ ফালৰপৰা নেচাই, ব্যক্তিৰ ফালৰপৰা ৰাজনীতিৰ বিচাৰ কৰা মধ্যম-পন্থীসকলৰ অভ্যাসটো আমাৰ বহুতো ৰাজনীতি ক্ষেত্ৰৰ লোকে উত্তৰাধিকাৰ সূত্ৰে পাইছে। তেওঁলোকে বুজি নেচায় যে, বৃটিছ চৰকাৰৰ বহল ৰাজনীতি বৰলাটৰ ব্যক্তিগত নীতিৰ ওচৰত নিৰ্ভৰ নকৰে। বৰলাট সলনি হোৱাৰ কাৰণে কোনো পাৰ্থক্য হোৱা নাই, হ'ব নোৱাৰিলেওহে'তেন; ঘটনাৰ গতিয়েই চৰকাৰৰ নীতি সলনি কৰি দিছে। ছিভিলিয়ানতন্ত্ৰই কংগ্ৰেছৰ লগত কেতিয়াও এইবিলাক সন্ধি-চুক্তি অনুমোদন কৰা নাই। কাৰণ তেওঁলোকৰ শিক্ষা-দীক্ষা, প্ৰভুত্বমূলক চৰকাৰ সম্পৰ্কীয় ধাৰণা ইয়াৰ লগত খাপ নেখায়। তেওঁলোকৰ ধাৰণা হ'ল—সমনীয়া হিচাপে ব্যৱহাৰ কৰি তেওঁলোকে কংগ্ৰেছ আৰু গান্ধীজীৰ প্ৰভাৱ আৰু মৰ্য্যাদা বঢ়াইহে দিছে. এতিয়া দুই-এখোপ তললৈ নমাই দিবলগীয়া হৈছে। এই ধাৰণা অতি নিৰ্ব্বোধ, কিন্তু সেয়ে নহ'লে নো ছিভিল ছাৰ্ভিছৰ ধাৰণাৰ মৌলিকতাৰ যশস্যা থাকে কেনেকৈ? সি যি নহওক, চৰকাৰে থিয় হৈ ক'কালত টঙালি বান্ধি ল'লে আৰু আমাক প্ৰাচীন ঋষি-মুনিৰ দৰে ক'বলৈ ধৰিলে—চোৱাঁ মোৰ কেঞ্চা আঙুলি মোৰ দেউতাৰ ক'কালতকৈ ডাঙৰ, তেওঁ তোমালোকক বেত দি শাস্তি দিছিল, মই তোমালোকক বৃশ্চিক দি শাস্তি দিম।

শাস্তি দিয়াৰ সময় তেতিয়াও নৌ হয় অথন। সম্ভৱ হ'লে ঘূৰণীয়া মেজ-মেলৰ বৈঠকলৈ কংগ্ৰেছৰ প্ৰতিনিধি পঠাব লাগিব। বৰলাট আৰু আন আন প্ৰধান প্ৰধান কৰ্ম্মচাৰীসকলৰ লগত দেখা কৰিবৰ কাৰণে গান্ধীজী দুবাৰ ছিমলালৈ গ'ল। বহুত বিষয় তেওঁলোকে আলোচনা কৰিলে। বঙ্গ দেশৰ কথাৰ বাহিৰে, সীমান্তৰ লালকুৰ্ত্তা আন্দোলন আৰু যুক্তপ্ৰদেশৰ খেতিয়ক সমস্যাৰো আলোচনা হ'ল—এই-বিলাক বিষয় লৈ চৰকাৰ বৰকৈ বিপাঙত পৰিল।

গান্ধীজীৰ আহ্বানত মই ছিমলালৈ গৈ ভাৰত চৰকাৰৰ কেইজনমান প্ৰধান কৰ্ম্মচাৰীৰ লগত দেখা কৰিলোঁ। মোৰ কথা-বতৰা আছিল কেৱল যুক্তপ্ৰদেশৰ সম্বন্ধেই। সৰু-সুৰা অভিযোগ আৰু গুভতা-অভিযোগৰ পিচফালে যি প্ৰকৃত বিৰোধ, তাক মুকলিভাৱেই আলোচনা কৰা হ'ল। কথাৰ মাজতে শুনিলোঁ ১৯৩১-ৰ ফেব্ৰুৱাৰী মাহত বোলে চৰকাৰে অন্ততঃ তিনি মাহৰ ভিতৰতে আইন-অমান্য আন্দোলন ধ্বংস কৰিবলৈ আয়োজন কৰিছিল। তেওঁলোকে দমন-নীতিৰ মন্ত্ৰ এনেভাৱে বহুৱাই লৈছিল যে, কেৱল ইংগিত কৰিলেই হ'ল। কিন্তু বলপ্ৰয়োগৰ পৰিবৰ্ত্তে পৰস্পৰে আলোচনা কৰি কাৰ্য্যসন্ধি কৰাই তেওঁলোকে ভাল বুলি ভাবি পৰস্পৰৰ মাজত আলোচনাৰ দিহা কৰিলে, যাৰ ফলতে গৈ দিল্লী-সন্ধি সম্ভৱপৰ

হৈছিল। চুক্তি নহ'লে আনফালে আঙুলি-সঙ্কেত দিয়াত এক ধনিষ্ঠাও পলম নহ'ল-হে'তেন। এই কথাৰ ভিতৰত কিজানি এনেকুৱাও ইংগিত আছিল যে, যদি আমি ভালকৈ বুজি-বাজি নচলোঁ, তেন্তে অতি সোনকালেই আমাৰ ওপৰত দমন-নীতিৰ বল চলিব। এইবিলাক কথা অতি ভদ্ৰভাৱে সৰলভাৱে কোৱা হ'ল আৰু আমি উভয়েই বুজিলোঁ আমাক বাদ দিলেও আৰু আমি যিহকে নকৰোঁ লাগে সংঘৰ্ষ হ'বই।

আৰু এজন ওখখাপৰ কৰ্ম্মচাৰীয়ে কংগ্ৰেছক শলাগিলে। আমি ৰাজনীতিৰ বাহিৰে আন আন সমস্যাবিলাক আলোচনা কৰি আছোঁ, এনে সময়তে তেওঁ ক'লে, ৰাজনীতি এৰি দিলেও কংগ্ৰেছে ভাৰতৰ এটা ডাঙৰ কল্যাণ সাধন কৰিছে। ভাৰত-বাসীসকল সংগঠনৰ কামত ওদা, সচৰাচৰ এই অপবাদ তেওঁলোকক দিয়া হয়, কিন্তু ১৯৩০ চনত কংগ্ৰেছে বিপুল বাধা-বিঘিণিৰ মাজতো সংঘৱন্ধ কাৰ্য্যত অপূৰ্ব্ব কুশলতা দেখুৱাইছে।

গান্ধীজীয়ে প্ৰথম বাৰ ছিমলালৈ গৈ আলোচনা কৰাৰ ফলত ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যোগদান কৰা-নকৰাৰ স্থিৰ মীমাংসা নহ'ল। আগষ্ট মাহৰ শেষ সপ্তাহত তেওঁ দ্বিতীয়বাৰ ছিমলালৈ গ'ল। যি কোনো ফালেই নহওক, কিবা এটা ঠিক কৰি পেলোৱাটোৱেই ভাল, কিন্তু ভাৰত এৰি যবলৈ তেওঁৰ মনে তেতিয়াও সন্মতি নজনাইছিল। তেওঁ দেখিলে বঙ্গদেশ, সীমান্ত প্ৰদেশ আৰু যুক্তপ্ৰদেশত কাজিয়া ক্ৰমে বেঁচি হৈ আহিছে। ভাৰতত শান্তিৰ প্ৰতিশ্ৰুতি নেপায় মানে তেওঁ যাবলৈ নিবিচাৰিলে। কেইখনমান চিঠিৰ আদান-প্ৰদানৰ পিচত, অৱশেষত চৰকাৰৰ লগত বুজাবুজি হ'ল আৰু সেই মৰ্ম্মে এটা বিবৃতি প্ৰচাৰ কৰা হ'ল। এই চুক্তি একেবাৰেই শেষ মুহূৰ্ত্তত হ'ল। কোনোমতে লৰা-ঢপৰাকৈ গান্ধীজীয়ে ঘূৰণীয়া মেজ-মেলৰ বৈঠকৰ প্ৰতিনিধিসকলৰ কাৰণে ঠিক কৰি থোৱা জাহাজ ধৰিলেগৈ। ছিমলাৰপৰা বোম্বাইলৈকে বিশেষ ৰেলৰ ব্যৱস্থা কৰা হ'ল আৰু যোগাযোগ ৰক্ষা কৰিবৰ কাৰণে আন ৰেলবিলাক থোৱা হ'ল।

মই তেওঁৰ লগত ছিমলাৰপৰা বোম্বাইলৈ গলোঁ। আগষ্ট মাহৰ শেষত এদিন পুৱা মই তেওঁক লৈ আৰব সাগৰৰ মাজেদি পশ্চিমৰ দেশলৈ যাত্ৰা কৰিলোঁ। দুবছৰৰ কাৰণে এয়েই শেষ দেখা-দেখি।

## ঘূৰণীয়া মেজ-মেলৰ বৈঠক

মিঃ গান্ধীক ভাৰতত আৰু লণ্ডনৰ ঘূৰণীয়া মেজ-মেলৰ বৈঠকত ঘনিষ্ঠ-ভাৱে দেখা এজন ইংৰাজ সাংবাদিকে এতিয়া পুথিত লিখিছেঃ

"মুলতান জাহাজতে নেতাসকলে জানিছিল যে, কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিত মিঃ গান্ধীৰ বিৰুদ্ধে ষড়যন্ত্ৰ আছে। তেওঁলোকে আৰু জানিছিল যে, সময় আহি পৰিলেই কংগ্ৰেছে তেওঁক আঁতৰাই দিব। কিন্তু কংগ্ৰেছে মিঃ গান্ধীক আঁতৰাই দিলে কিজানি তেওঁৰ লগত আধাখিনি সদস্যও ওলাই যাব। আধাখিনিয়ে ছাব

তেজবাহাদুৰ ছাপ্রু আৰু জয়াকৰ-উদাৰপন্থী দলত আহি হেঁচা-ঠেলা কৰিবলৈ বিচাৰিছিল। তেওঁলোকৰ ভাষাত মিঃ গান্ধী "বিভ্রান্তবুদ্ধি", ইয়াক তেওঁলোকে পোনকৈ ৰখা নাছিল। এজন 'বিভ্রান্তবুদ্ধি' নেতাক হাত কৰি থোৱা ভাল; কিয়নো তেওঁৰ লগত কোটি কোটি 'বিভ্রান্তবুদ্ধি' অনুগামীকো পোৱা যাব।*

* গ্ৰেৰানি ব'ল্টনৰ "ডি ট্রেজেডি অব্ গান্ধী"ৰ পৰা উদ্ধাৰ কৰা কথাখিনি মই সেই পুথিৰ সমালোচনাৰপৰা লৈছোঁ; কাৰণ তেতিয়াও এই পুথিখন পঢ়িবলৈ মই সুবিধা পোৱা নাই। মোৰ বিশ্বাস ইয়াত লিখক বা উদ্ধৃত কথাখিনিত উল্লেখ কৰা লোকসকলৰ প্রতি মই কোনো অবিচাৰ কৰা নাই... এইখিনি লিখা শেষ হোৱাৰ পিচত মই পুথিখন পঢ়িছোঁ। মিঃ ব'ল্টনৰ বহুতো বর্ণনা আৰু তেওঁ প্ৰমাণ কৰিবলৈ যোৱা বহুত কথা মোৰ মতে সম্পূর্ণ যুক্তিহীন। বিশেষকৈ কার্য্যকৰী সমিতিয়ে দিল্লী সন্ধিৰ আলোচনা হৈ থকা কালতেই বা তাৰ পিচতেই কি কৰিছিল, নকৰিছিল, সেই বিষয়ৰ আৰু আন আন বিষয়ৰ বর্ণনাতো ভুল আছে। তাৰ আৰু এটা অদ্ভুত কল্পনা হৈছে— মিঃ বল্লভভাই পেটেলে, বোলে ১৯৩১-ত কংগ্রেছৰ সভাপতি পদ আৰু নেতৃত্বৰ কাৰণে মিঃ গান্ধীৰ প্রতিদ্বন্দ্বিতা কৰিছিল। কিন্তু প্রকৃততে যোৱা ১৫ বছৰ ধৰি কংগ্রেছত (আৰু সেই গোটেই দেশ খনতে) মিঃ গান্ধীয়েই আটাইতকৈ শক্তিশালী; কংগ্রেছৰ কোনো সভাপতিয়েই সেই ঠাই পোৱা নাই। তেওঁ সভাপতি সৃষ্টি কৰিছিল, তেওঁৰ নির্দ্দেশমতেই নির্ব্বাচন হৈছিল। বহুতবাৰ তেওঁ সভাপতিৰ পদ প্রত্যাখ্যান কৰিছে আৰু তেওঁৰ কোনোবা সহকর্মী বা অনুগামীৰ নাম প্রস্তাৱ কৰিছে। তেওঁৰ কাৰণেই মই কংগ্রেছৰ সভাপতি হৈছিলোঁ, তেওঁ নিজে নির্ব্বাচিত হৈয়ো তেওঁৰ সলনি মোকেই নির্ব্বাচিত কৰিছে। সাধাৰণ অৱস্থাত মিঃ বল্লভভাই পেটেল নির্ব্বাচিত হোৱা নাই। তেতিয়া আমি মাত্র জেলৰপৰা বাহিৰ হৈ আহিছো, সৰহ ভাগ কংগ্রেছ কমিটী তেতিয়া বে-আইনী, গতিকেই সাধাৰণভাৱে কাম চলিব নোৱাৰে। সেই কাৰণে কার্য্যকৰী সমিতিয়ে সভাপতি নির্ব্বাচনৰ ভাৰ লৈছিল। মিঃ বল্লভভাই পেটেল নিজে আৰু আন আন সদস্যই একেলগে মিঃ গান্ধীক সভাপতি হ'বৰ কাৰণে অনুৰোধ কৰিলে। তেওঁ যদিও কামত কংগ্রেছৰ কার্য্য পৰিচালনাৰ মূল, তথাপি নামতো তেওঁ অন্ততঃ এই বিপদৰ সময়ত কংগ্রেছৰ সভাপতি হওক এয়ে আছিল সকলোৰে ইচ্ছা। তেওঁ মান্তি নহ'ল আৰু বল্লভভাই পেটেলক গ্রহণ কৰিবৰ বাবে নেৰা-নেপেৰাকৈ লাগিল। মোৰ মনত আছে, এই সময়ত কোনোবা এজনে তেওঁক কৈছিল, তেওঁ বোলে মুছলিনীৰ নিচিনাকৈ এজনক সাময়িকভাৱে ৰজা বা মূল বিষয়া কৰি ৰাখিবলৈ বিচাৰে।

পাদটীকা (ফুট নোট)-ত মিঃ ব'ল্টনৰ নানা ধৰণৰ ভুল ধাৰণাৰ আলোচনা কৰাটো সম্ভৱ নহয়। তেওঁৰ ধাৰণা দেউতাই কোনো ইংৰাজ ক্লাবৰ সদস্য হ'ব নোৱাৰিয়েই নিজৰ ৰাজনৈতিক মতৰ সলনি কৰিছে; তেওঁ চৰমপন্থী যে হ'লেই আন কি ইংৰাজ সমাজৰ ওচৰলৈকো তেওঁ নোযোৱা হ'ল। এই কাহিনী বহুবাৰ কোৱা হৈছে যদিও প্রকৃততে আগৰপৰা গুৰিলৈকে মিছা। প্রকৃত ঘটনাটো অতি সামান্য। হ'লেও, ৰহস্যটো ভাঙিবলৈকে মই কওঁ। তেখেতে আইন-ব্যৱসায় আৰম্ভ কৰাৰ পিচত এলাহাবাদ হাইকৰ্টৰ মুখ্য ন্যায়াধীশ ছাৰ জন এজৰ প্রিয়পাত্র হৈছিল। ছাৰ জনে তেওঁক এলাহাবাদ (ইউৰোপীয়ান) ক্লাবৰ সদস্য হ'বলৈ ক'লে আৰু নিজেই তেওঁৰ নাম প্রস্তাৱ কৰিবলৈ বিচাৰিলে। দয়া কৰি এই উপদেশ দিয়াৰ কাৰণে দেউতাই তেওঁক ধন্যবাদ জনাই ক'লে যে ইয়াৰপৰা আহুকাল হ'ব পাৰে। বহুতো ইংৰাজে তেওঁক ভাৰতীয় বুলি আপত্তি কৰিব আৰু তেওঁক নিন্দা কৰিব। এই অৱস্থাত তেওঁ নির্ব্বাচনপ্রার্থী হ'বলৈ নিবিচাৰে। ছাৰ জনে তেতিয়া কলে, তেওঁৰ নাম প্রস্তাৱ হ'লে, তেওঁ তাক এলাহাবাদ বিভাগৰ ব্রিগেডিয়াৰ জেনেৰেলৰ হতুৱাই সমর্থন কৰাই ল'ব। সি যি কি নহওক কথাটো সিমানতে তল পৰিল, দেউতাৰ নাম প্রস্তাৱ কৰা নহ'ল, তেওঁ ইচ্ছা কৰি অপমানৰ দায়িত্ব ল'বলৈ সাজু নহ'ল। এই ঘটনাৰপৰা ইংৰাজসকলৰ প্রতি তেওঁৰ বিৰাগ ভাৱ জন্মা দূৰৰ কথা, তাৰ পিচত আৰু বহুত বছৰলৈকে ছাৰ জন আৰু অনেক ইংৰাজৰ লগত তেওঁৰ ঘনিষ্ঠতা আৰু বন্ধুত্ব

উদ্ধৃত কৰা কথাখিনিৰ মাজত ছাৰ তেজবাহাদূৰ ছাপ্ৰু, মিঃ জয়াকৰ বা ১৯৩১-ত ঘূৰণীয়া মেজ-মেলৰ বৈঠকলৈ যোৱা আন আন প্ৰতিনিধিসকলৰ মতামত কিমানখিনি আছে ক'ব নোৱাৰোঁ। ভাৰতীয় ৰাজনীতিৰ লগত সংশ্ৰৱ নোহোৱা যি কোনো মানুহে, তেওঁ সাংবাদিকেই হওক বা নেতাই হওক, এই ধৰণৰ বৰ্ণনা দিব পাৰে যে তাত আচৰিত হ'বলগীয়া একো নাই। কিন্তু বিৱৰণীটো পঢ়ি বিস্ময় মানিছিলোঁ। আগেয়ে মই কেতিয়াও এনেকুৱা অদ্ভুত কথা সম্পৰ্কে শুনা নাছিলোঁ—অৱশ্যে সেইটো বুজিবলৈ টান নহয়, কাৰণ পিচত সৰহ ভাগ সময় মই জেলতেই আছিলোঁ।

ষড়যন্ত্ৰত কোনবিলাক মানুহ আছিল আৰু তেওঁলোকৰ উদ্দেশ্য কি আছিল? কোনো কোনোৱে কৈছিল মই আৰু সভাপতি বল্লভভাই পেটেল বোলে কাৰ্য্যকৰী সমিতিত সকলোতকৈ চৰমপন্থী। গতিকে মোৰ ধাৰণা আমাকেই ষড়যন্ত্ৰৰ নেতা বুলি ধৰিব। গোটেই ভাৰতবৰ্ষতে কিজানি বল্লভভাইতকৈ বেচি বিশ্বাসী সহযোগী আৰু গান্ধীজীৰ নাই। শক্তিশালী আৰু অদম্য কৰ্ম্মী হৈয়ো বল্লভভায়ে গান্ধীজীৰ ব্যক্তিত্ব, আদৰ্শ আৰু কৰ্ম্মনীতিৰ ওচৰত মূৰ দোঁৱায়। মই তেনেকৈ গান্ধীজীৰ আদৰ্শ গ্ৰহণ নকৰিলেও বহু বছৰ তেওঁৰ লগত কাম কৰিছোঁ; তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ কথাও যে মই ভাবিব পাৰোঁ, এই ধাৰণা কিমান অমূলক! গোটেই কাৰ্য্যকৰী সমিতিৰ বিষয়েই এই কথা ক'ব পাৰি। এই সমিতি কাৰ্য্যতঃ তেওঁ নিজে গঢ়া, তেওঁ সহকৰ্ম্মীৰ লগত পৰামৰ্শ কৰি সদস্য মনোনীত কৰিছে। নিৰ্ব্বাচনটো তাৰ পিচত এটা আনুষ্ঠানিক কথাহে। যিসকল এই সমিতিৰ মেৰুদণ্ড, তেওঁলোকে বহু বছৰ ধৰি কামত স্থায়ী সদস্যৰূপেই আছে। তাৰ মাজত ৰাজনৈতিক মতভেদ আছিল, দৃষ্টিভংগী আৰু ব্যক্তিগত মানসিক অৱস্থাৰ পাৰ্থক্যও আছিল, কিন্তু দীঘলীয়াকৈ একে কৰ্ম্মক্ষেত্ৰতে একে দায়িত্বকে মানি লৈ, একে বিপদ-বিঘিণি মূৰ-পাতি লৈ থাকি তেওঁলোকে পৰস্পৰৰ লগত মিলি গৈছে। তেওঁলোকৰ পৰস্পৰৰ প্ৰতি বন্ধুত্ব সহকৰ্ম্মীৰ ভাব আৰু শ্ৰদ্ধাজনিত। তেওঁলোক বেলেগ বেলেগ মানুহ আহি একে ঠাইতে লগ খোৱাই কেৱল নহয়, তেওঁলোকৰ মাজত অংগাংগী ভাব গঢ় লৈ উঠিছে। গতিকে ইয়াত কাৰবাৰ বিৰুদ্ধে কোনোবাই ষড়যন্ত্ৰ কৰাৰ কথা ভাবিবই নোৱাৰি। গান্ধীজীয়েই সমিতিৰ পৰিচালক আৰু কোনেও তেওঁৰ সৈতে পৰামৰ্শ নকৰাকৈ একো নকৰে। বহু বছৰ ধৰি এনেকৈয়ে চলি আছে, বৰং ১৯৩০-ৰ আন্দোলনৰ সফলতাত ১৯৩১ চনত সি আৰু বেচি হৈছিল।

চৰমপন্থীসকলৰনো বাৰু তেওঁক কাৰ্য্যকৰী সমিতিৰপৰা বাহিৰৰ কৰি দিয়াৰ কি অভিপ্ৰায় থাকিব পাৰে? তেওঁ সদায় আপোচ-মীমাংসাৰ অনুকূলে আৰু গতিকে তেওঁক যেন ইচ্ছা কৰিলেও বাদ দিব নোৱাৰি—এনে এটা ধাৰণা কিজানি

বৃদ্ধি পাইছিল। এই ঘটনা মোৰ শতিকাৰ শেষ দশকত ঘটে আৰু তাৰ পাঁচছ বছৰৰ পিচত তেওঁ ৰাষ্ট্ৰক্ষেত্ৰত চৰমপন্থী আৰু অসহযোগী হয়। তেওঁৰ এই পৰিবৰ্ত্তনো হঠাৎ হোৱা কথা নহয়। পঞ্জাবৰ সামৰিক আইনৰ বাবে ই সম্ভৱ হৈছিল আৰু পাৰ্থক্যটো আনিছিল মহাত্মা গান্ধীৰ প্ৰভাৱে। ইয়াৰ পিচতো তেওঁ ইচ্ছা কৰি ইংৰাজৰ সমাজৰ সংশ্ৰৱৰপৰা আঁতৰি যোৱা নাই। কিন্তু যত ইংৰাজসকল সৰহভাগেই চৰকাৰী কৰ্ম্মচাৰী তাত অসহযোগ আৰু আইন-অমান্য আন্দোলনৰ কাৰণে তেনে সামাজিক মিলন সম্ভৱপৰ নহয়।

আছিল। কিন্তু তেওঁক বাদ দিলে আমাৰ যুদ্ধৰ মূল্য কি? আইন-অমান্যই বা থাকিব ক'ত? সত্যাগ্ৰহেই বা থাকিব ক'ত? এই আন্দোলনৰ তেওঁ জীৱন্ত অংশ বা তেৱেঁই বিদ্ৰোহাত্মক আন্দোলনৰ প্ৰতীকস্বৰূপ। আমাৰ সংগ্ৰামৰ প্ৰত্যেক বিষয়টোৱেই তেওঁৰ ওপৰত নিৰ্ভৰ কৰিছে। অৱশ্যে জাতীয় আন্দোলন তেওঁৰ সৃষ্টি নহয়, কোনো এজন বিশেষ মানুহৰ ওপৰত সি নিৰ্ভৰ নকৰে। তাৰ শিপা বৰ দৃঢ়। কিন্তু এই প্ৰকাণ্ড আন্দোলনটোৰ এটা বিশেষ ফাল, যেনে অহিংস অসহযোগ, অৱশ্যে তেওঁৰেই সৃষ্টি। তেওঁৰপৰা একেবাৰেই আঁতৰি যোৱাৰ অৰ্থ বৰ্ত্তমান আন্দোলন ত্যাগ কৰি আকৌ নতুন ভিত্তিৰ ওপৰত তাক গঢ়ি তোলা। এই ধৰণৰ কাম সদায় কঠিন; ১৯৩১ চনত যে কোনেও এই কথা চিন্তাও কৰিব নোৱাৰে।

কোনো কোনো মানুহে ভাবে আমি হেনো ১৯৩১ চনত তেওঁক কংগ্ৰেছৰপৰা বাহিৰ কৰি দিবৰ কাৰণে ষড়যন্ত্ৰ কৰিছিলোঁ, কথাটো ভাবিলেও হাঁহি উঠে। অকণমান ইংগিতেই যাৰ কাৰণে যথেষ্ট, তেওঁৰ কাৰণে আকৌ এটা ষড়যন্ত্ৰৰ আৱশ্যকটো কি? তেওঁ অৱসৰ ল'ব, এনেকুৱা প্ৰস্তাৱ উঠিলেই কাৰ্য্যকৰী সমিতি, আন কি সমগ্ৰ ভাৰতবৰ্ষই ক্ষুব্ধ হৈ উঠে। তেওঁ আমাৰ আন্দোলনত এনেকৈ সাঙোৰ খাই পৰিছে যে তেওঁ আমাক এৰি যাব বুলি চিন্তা কৰাই আমাৰ পক্ষে অসহ্য। আমি তেওঁক লণ্ডনলৈ পঠাবলৈকে কেৰোঁ-ঘেহোঁ কৰিছিলোঁ, কিয়নো তেওঁ নোহোৱাত গোটেই ভাৰ আমাৰ ওপৰতে পৰিব আৰু আমি তাৰ পৰিণাম ভাল নহ'ব যেন পাওঁ তেওঁৰ গাতে সকলো ভাৰ তুলি দিয়াটো আমাৰ অভ্যাসত পৰিণত হৈছিল। কাৰ্য্যকৰী সমিতি আৰু তাৰ বাহিৰতো আমাৰ বহুতৰ লগতে গান্ধীজীৰ সম্পৰ্ক এনেকুৱা আছিল যে, কোনো কথাতে তেওঁৰপৰা সুবিধা আদায় কৰাতকৈ তেওঁৰ ওচৰত বিফল মনোৰথ হোৱাহে ভাল বুলি আমি বিবেচনা কৰিছিলোঁ।

গান্ধীজী 'বিকৃত মস্তিষ্ক'ৰ মানুহ আছিল নেকি সেই বিচাৰৰ ভাৰ আমি মধ্যমপন্থীসকলৰ গাতে দিলোঁ। এটা কথা স'চা যে, তেওঁৰ ৰাজনীতি বহু সময়ত দাৰ্শনিকতাপূৰ্ণ আৰু বুজা টান। কিন্তু তেওঁ যে কামৰ মানুহ, তেওঁৰ সাহস যে অসাধাৰণ, একমাত্ৰ তেৱেঁই যে জাতিৰ ফালৰপৰা প্ৰতিশ্ৰুতি দিব পৰা মানুহ, সি বহুবাৰ প্ৰমাণিত হৈ গৈছে। 'বিকৃত মস্তিষ্কৰ' কামৰ ফল যদি সেয়ে হয়, তেন্তে এমুঠি মানুহৰ মাজতে যাৰ আৰম্ভ আৰু শেষ, কেৱল আলোচনা কৰিয়েই ক্ষান্ত থকা সেই "বাস্তৱ ৰাজনীতি"ৰ তুলনাত সি নিশ্চয় বেয়া নহয়। তেওঁৰ কোটি কোটি অনুগামীও যে 'বিকৃত মস্তিষ্ক'ৰ, সেইটোও স'চা; কিয়নো তেওঁলোকে ৰাজনীতিও নুবুজে, শাসনতন্ত্ৰও নুবুজে। তেওঁলোকে কেৱল খাবলৈ আহাৰ, পিন্ধিবলৈ কাপোৰ আৰু থাকিবলৈ ঘৰ-মাটি—এই কথাকিটাহে চিন্তা কৰিব পাৰে।

মানুহৰ প্ৰকৃতিক চালি-জাৰি চোৱাত পাকৈত নামজুৱলা যিসকল বিদেশী সাংবাদিক, ভাৰতলৈ আহিয়েই তেওঁলোকৰ মগজৰ বিকৃতি ঘটে—ই মোৰ কাৰণে এটা আচৰিত কথা। প্ৰাচ্য দেশ সমূলি বেলেগ আৰু সাধাৰণ জোখ-কাঠীৰে তাৰ বিচাৰ কৰিব নোৱাৰি; সৰু কালৰ এই বদ্ধমূল ধাৰণাই তাৰ কাৰণ নে কি? নে বৃটিছ ক্ষেত্ৰত ই তেওঁলোকৰ সাম্ৰাজ্যৰ বজ্ৰলেপ বান্ধ—যি তেওঁলোকৰ দৃষ্টি নিয়ন্ত্ৰণ

কৰে আৰু মস্তিষ্ক বিকৃত কৰি পেলায়? যিমান অসম্ভৱ কথাই হওক লাগিলে, তেওঁবিলাকে তাকে বিশ্বাস কৰি যায়, কাৰণ ৰহস্যপূৰ্ণ প্ৰাচ্যত সকলো সম্ভৱ। কেতিয়াবা কেতিয়াবা তেওঁলোকে ৰচনা কৰা পুথিত সত্য বিৱৰণ লিখাৰ দক্ষতা থকাৰ চিনাকিও পোৱা যায়, কিন্তু কেতিয়াবা আকৌ আচৰিত ধৰণৰ ভুলবিলাকো তাৰ লগত তেওঁলোকে মিহলাই দিয়ে।

১৯৩১-ত গান্ধীজীৰ ইউৰোপ যাত্ৰাৰ পিচতে লণ্ডনৰ এখন বাতৰি-কাকতৰ পেৰিচৰ বিখ্যাত বাতৰি দিওঁতাৰ এটা প্ৰবন্ধ পঢ়া মনত আছে। এই প্ৰবন্ধ ভাৰতৰ বিষয়ে ৰচিত; প্ৰসঙ্গ ক্ৰমে তেওঁ এটা ঘটনাৰ কথা উল্লেখ কৰিছে। তেওঁৰ মতে ১৯২১-ত অসহযোগ আন্দোলনৰ সময়ত ৰাজ-কোঁৱৰ যেতিয়া ভাৰতলৈ আহিছিল. তেতিয়া সেই ঘটনাটো ঘটিছিল। তেওঁ লিখিছে, এঠাইত বোলে (দিল্লীতেই হ'ব পায়) মহাত্মা গান্ধীয়ে কোনেও নজনাকৈ মনে মনে অতি নাটকীয়ভাৱে ৰাজ-কোঁৱৰৰ সমুখত আহি আঠু ললে আৰু কোঁৱৰৰ ভৰি দুখন সাৱটি ধৰি কান্দি কান্দি তেওঁৰ ওচৰত এই নিৰানন্দময় দেশখনৰ কাৰণে শান্তি ভিক্ষা কৰিলে। আমি কোনেও আন কি মহাত্মা গান্ধীয়ে নিজেও এই ধুনীয়া গল্পটো শুনা নাই। মই সেই সাংবাদিকজনলৈ চিঠি লিখি সকলো কথা জনালোঁ। উত্তৰত তেওঁ দুখ প্ৰকাশ কৰিছিল, কিন্তু লিখিছিল যে, তেওঁ বোলে বিশ্বাসযোগ্য ক্ষেত্ৰৰপৰাই সেই গলপটো পাইছিল। মোৰ কাৰণে আচৰিত হ'বলগীয়া কথা এইটোৱেই যে এনেকুৱা এটা গছত গৰু উঠা হোলোঙাৱে কাণ বিন্ধা কথা তেওঁ বিচাৰ খোচাৰ নকৰাকৈয়ে বিশ্বাস কৰিলে, অথচ, যি গান্ধী, কংগ্ৰেছ আৰু ভাৰতবৰ্ষ সম্পৰ্কে জানে তেওঁ কেতিয়াও তাক বিশ্বাস নকৰে। দুখৰ বিষয়, এটা কথা সঁচা যে বহুত ইংৰাজ লোক দীঘলীয়াকৈ ভাৰতত থাকিও কংগ্ৰেছ, গান্ধী বা এই দেশ সম্পৰ্কে একোকে নেজানে। এটা কাল্পনিক গল্প ওলাইছিল--আৰ্চ্চ বিশ্বপ অব কেণ্টাৰবেৰিয়ে হেনো হঠাৎ [illegible]লনীৰ মূৰৰ ওপৰত বহি ভৰি জোকাৰি জোকাৰি আশীৰ্ব্বাদ দিবলৈ ধৰিলে; ঠিক সেই গল্পৰ লগতহে ইয়াৰ তুলনা খাটে।

এতিয়া আকৌ বাতৰি-কাকতত আন ধৰণৰ গল্প এটা ওলাইছে। গান্ধীজীৰ হাতত বোলে কোটি কোটি টকা আছে আৰু সেইবিলাক তেওঁ মনে মনে তেওঁৰ বন্ধু-সকলৰ হাতত জমা থৈছে; কংগ্ৰেছে এই টকাৰ লোভতে তেওঁৰ কথা মানি চলে। কংগ্ৰেছৰ সদায় ভয়, গান্ধীজীয়ে সদস্য পদ এৰিলেই এই টকা হাতৰপৰা যাব। এই গল্পও হাঁহি উঠা; কাৰণ তেওঁ কেতিয়াও নিজৰ হাতত বা বন্ধুসকলৰ হাতত টকা জমাই নথয়, তেওঁ যি টকা তোলে, তাক সাধাৰণ কিবা অনুষ্ঠানত দি দিয়ে। তেওঁৰ স্বাভাৱিক বেপাৰী বুদ্ধিৰে তেওঁ সাৱধানে হিচাপ ৰাখে আৰু তেওঁ গোটেইৱা গোটেইখিনি টকাৰ হিচাপ হিচাপ-পৰীক্ষকৰ হতুৱাই পৰীক্ষা কৰাই তাৰ পিচত সাধাৰণৰ মাজত প্ৰচাৰ কৰা হয়।

১৯২১ চনত কংগ্ৰেছৰ কাৰণে যে এক কোটি টকা তোলা হৈছিল, সেই স্মৰণীয় কাহিনীৰপৰাই এই ধৰণৰ সাধু-কথাই প্ৰচাৰ লাভ কৰিছে। টকাৰ সংখ্যাটো শুনাত ডাঙৰ, কিন্তু গোটেই ভাৰতৰ নানা কামত ছটিয়াই দিলে ই একোৱেই নহয়—জাতীয় বিশ্ববিদ্যালয় আৰু স্কুল, কুটীৰ-শিল্পৰ উন্নতি, খদ্দৰ প্ৰচাৰ, অস্পৃশ্যতা বৰ্জ্জন

আৰু অন্যান্য গঠনমূলক কামত টকাখিনি খৰচ হৈছে। সৰহ ভাগ টকাই বিশেষ উদ্দেশ্যেৰে দিয়া হৈছিল, সি এতিয়াও বিশেষ কামৰ কাৰণে ৰক্ষিত ধন হিচাপেই আছে। বাকীখিনি টকা স্থানীয় কমিটীসমূহে কংগ্ৰেছৰ গঠনমূলক আৰু ৰাজনৈতিক কামত খৰচ কৰিছে। অসহযোগ আন্দোলনত আৰু তাৰ পিচৰ কেইবছৰমানৰ কংগ্ৰেছৰ কামত ইয়াক ব্যৱহাৰ কৰা হৈছে। আমাৰ এই দুখীয়া দেশত গান্ধীজীৰ শিক্ষাৰ গুণে আমি অতি কম খৰচেৰে ৰাজনৈতিক আন্দোলন চলাওঁ। আমাৰ সৰহ ভাগ কামকে সকলোৱে নিজ ইচ্ছাৰে কৰে; য'ত টকা দিয়া হয়, তাৰে কোনোমতে পেটে-ভাতে খাই থাকিবলৈকে নাটে। আমাৰ ভাল্ল ভাল কৰ্ম্মীসকলৰ বহুতেই বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা পোৱা ডেকা। তেওঁলোকে পৰিয়ালৰ ভৰণ-পোষণ দিব লাগে। কিন্তু ইংলণ্ডত নিবনুৱা একোটাই যি ভাতা পায়, তাতকৈয়ো সেই কৰ্ম্মীসকলে কমহে পায়। যোৱা পোন্ধৰ বছৰ কংগ্ৰেছৰ আন্দোলন যিমান কম খৰচত চলোৱা হৈছে, কোনো দেশৰ ৰাজনৈতিক বা শ্ৰমিক আন্দোলন সিমান কম খৰচত চলিব পাৰে নে নোৱাৰে সন্দেহ। পিচে আইন-অমান্য আন্দোলনৰ সময়ত যেতিয়া কংগ্ৰেছক বে-আইনী ঘোষণা কৰা হৈছিল, তেতিয়া ই সম্ভৱপৰ হোৱা নাছিল।

গান্ধীজী একমাত্ৰ কংগ্ৰেছৰ প্ৰতিনিধি হিচাপে ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যোগ দিবলৈ লণ্ডনলৈ গ'লগৈ। আমি দীঘলীয়া আলোচনাৰ পিচত ঠিক কৰিলো যে আৰু কোনো প্ৰতিনিধি পঠোৱা নহ'ব। এই সঙ্কটৰ সময়ত যিসকলে কৌশলেৰে কাম কৰিব পাৰিব তেওঁলোকক ভাৰতত ৰখাৰো প্ৰয়োজন আছিল। লণ্ডনত ঘূৰণীয়া মেজ-মেলৰ বৈঠক বহিলেও আচল কেন্দ্ৰ ভাৰতত আৰু ইয়াৰ ঘটনাই লণ্ডনতো অনিবাৰ্য্য প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব। কংগ্ৰেছৰ প্ৰতিষ্ঠানবিলাক ভালকৈ অৱশ্যে এজন মাত্ৰ প্ৰতিনিধি পঠোৱাৰ ইয়েই ঘাই কাৰণ নহয়। প্ৰয়োজন দেখা হ'লে আমি আৰু প্ৰতিনিধি পঠালোঁহেতেন। বিশেষকৈ ভাবি-চিন্তি চায়েই আমি সেইটো কৰা নাই।

শাসনতন্ত্ৰৰ খুঁটি-নাটি কথাবিলাক আলোচনা কৰিবলৈ আমি প্ৰতিনিধি পঠোৱা নাই। ডাল-ভাত লৈ চিন্তা কৰাৰ উদ্দেশ্য আমাৰ নাছিল। কিয়নো ঘাই বিষয়বিলাক লৈ বৃটিছ চৰকাৰৰ লগত কিবা বুজা-বুজি হৈ গ'লে সেইবিলাক আলোচনা কৰিবলৈ যথেষ্ট সময় পোৱা যাব। ঘাই কথা হ'ল, কিমানিখিনি ক্ষমতা গণতান্ত্ৰিক ভাৰতক দিয়া হ'ব? তাৰ মীমাংসা হৈ গ'লে যেই কোনো উকীলেই বহল বিষয়টোৰ খচৰা ৰচনা কৰিব পাৰিব। ঘাই বিষয়সমূহৰ সম্পৰ্কে কংগ্ৰেছৰ ধাৰণা অতি স্পষ্ট আছিল, তৰ্ক আৰু আলোচনাৰ ইয়াত বিশেষ থল নাছিল। কংগ্ৰেছৰ পক্ষৰ কথা ক'বৰ কাৰণে আমাৰ এজন প্ৰতিনিধি—আমাৰ নেতাক পঠোৱাই একমাত্ৰ সন্মানৰ পথ। তেওঁ আমাৰ দাবীৰ যে অখণ্ডনীয় যুক্তি আছে তাকো দেখুৱাই দিব আৰু পাৰিলে বৃটিছ চৰকাৰক তাক স্বীকাৰ কৰাবলৈ চেষ্টা কৰিব। আমি জানিছিলোঁ, ই টান কাম। কিন্তু সেই অৱস্থাত তাৰ বাহিৰে আন পথ নাছিল। আমাৰ যি আদৰ্শ আৰু নীতি, আমি শপত খাই গ্ৰহণ কৰিছোঁ, যিবিলাক আমি আন্তৰিকতাৰে বিশ্বাস কৰোঁ, কোনো অৱস্থাতে আমি তাক এৰিব নোৱাৰোঁ; যদি কোনো আচৰিত উপায়ে সেই মূলনীতিৰ ভেটিত আপোচ সম্ভৱ হয়, তেন্তে

বাকীখিনি বিষয় ঠিক কৰোঁতে একো কষ্ট পোৱা নহ'ব। আমি নিজৰ মনতে ঠিক কৰিছিলোঁ যে আপোচ কৰা যদি সম্ভৱ হয়, তেন্তে গান্ধীজীয়ে আমাৰ কেইজন-মানক বা কাৰ্য্যকৰী সমিতিৰ সকলো সদস্যকে লণ্ডনলৈ মাতি পঠিয়াব, আৰু আমি গৈ বহল আলোচনাত যোগ দিম। মাতি পঠিয়াব পাৰে বুলি আমি সাজু হৈ আৱশ্যক হ'লে উৰা-জাহাজেদি গৈয়ো আমি দহ দিনৰ ভিতৰতে তেওঁৰ লগত যোগ দিব পাৰোঁ।

আৰু যদি ঘাই বিষয়তেই আপোচ নহয়, তেন্তে বহল আলোচনাৰ প্ৰশ্নই নুঠে আৰু বৈঠকত সৰহ সংখ্যক কংগ্ৰেছৰ প্ৰতিনিধি পঠোৱাৰ কথাও নুঠে। শ্ৰীমুক্তা সৰোজিনী নাইডুৱে বৈঠকত যোগ দিছিল। পিচে তেওঁ কংগ্ৰেছৰ প্ৰতিনিধি হিচাপে যোৱা নাছিল, ভাৰতৰ স্ত্ৰী-জাতিৰ প্ৰতিনিধি হিচাপেহে নিমন্ত্ৰণ পাইছিল আৰু কাৰ্য্যকৰী সমিতিয়ে যোগ দিবলৈ তেওঁক অনুমতি দিছিল।

সি যিকি নহওক এই বিষয়ত আমাৰ অভিলাষ অনুযায়ী কাম কৰাৰ ইচ্ছা বৃটিছ চৰকাৰৰ নাছিল। ঘাই বিষয়বিলাকৰ আলোচনা তল পেলাই থৈ তেওঁলোকে বৈঠকত সৰু সৰু অবান্তৰ বিষয়ৰ আলোচনাৰ কৌশল অৱলম্বন কৰিলে। আন কি, যেতিয়া কোনো ঘাই প্ৰশ্ন উঠে, তেতিয়া চৰকাৰে কোনো স্থিৰ মত প্ৰকাশ কৰিবলৈ অমান্তি হয়; কেৱল প্ৰতিশ্ৰুতি দিয়ে যে এই বিষয়ত সকলো পকাপকি হৈ উঠিলে চৰকাৰে মত প্ৰকাশ কৰিব। অৱশ্যে তেওঁলোকৰ হাতত প্ৰধান অস্ত্ৰ আছিল সাম্প্ৰদায়িক সমস্যা। এই অস্ত্ৰ তেওঁলোকে ভাল ভাৱেই প্ৰয়োগ কৰিছে! ইয়েই সম্মিলনৰ আটাইতকৈ প্ৰধান কথা হৈ উঠিছিল।

বৈঠকৰ সৰহ ভাগ সদস্যাই—বহুতে নিজ ইচ্ছাৰে, কিছুমানে অনিচ্ছায় এই চৰকাৰী জালত পৰিল। বৈঠকত সকলোৱেই আঁতৰা-আঁতৰি হৈ থাকে, সৰহ ভাগেই নিজৰ বাহিৰে কাৰো প্ৰতিনিধিত্ব নকৰে। কিছু সংখ্যক আছিল সক্ষম আৰু মানী লোক। বাকী সৰহ ভাগকে তেনেকুৱা বুলি ক'ব নোৱাৰি। মুঠতে এওঁলোক ভাৰতৰ ৰাজনৈতিক আৰু সামাজিক প্ৰতিক্ৰিয়াশীল দলৰ প্ৰতিনিধি। এওঁলোকৰ ভাৰি আগলৈ নেযায়, পাচলৈহে যায়। এওঁলোকৰ তুলনাত ধীৰ প্ৰকৃতিৰ আৰু সাৱধানী মধ্যম-পন্থীসকলকে উন্নতিশীল যেন লাগে। ভাৰতীয় যিবিলাক দলৰ তেওঁলোকৰ নিজ নিজ স্বাৰ্থৰ ক্ষেত্ৰত বৃটিছ সাম্ৰাজ্যবাদী শক্তিৰ লগত যোগ আছে, আৰু যি নিজৰ নিজৰ উন্নতি আৰু আশ্ৰয়ৰ কাৰণে তেওঁলোকৰ হাতলৈ মুখলৈ চাবলগীয়া হয়—তেওঁলোকৰে প্ৰতিনিধিত্ব কৰিছিল সেইসকলে। আটাইতকৈ বেচি মুখিয়াল প্ৰতিনিধি আছিল 'সখ্যাগৰিষ্ঠ' আৰু 'সংখ্যালঘিষ্ঠ' সকলৰ। এইবিলাক উচ্চ শ্ৰেণীৰ ঐক্য বিৰোধী মানুহে কোনো পথেৰেই নিজৰ ভিতৰত কোনো আপোচ নকৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। এওঁলোক সম্পূৰ্ণই প্ৰতিক্ৰিয়াশীল; ৰাজনৈতিক অধিকাৰ বৰ্জ্জন কৰিও সাম্প্ৰদায়িক সুবিধা লাভ কৰাই এওঁলোকৰ লক্ষ্য। অৱশ্যে মুখেৰে এওঁলোকে ঘোষণা কৰিবলৈ ধৰিলে যে, তেওঁলোকৰ সাম্প্ৰদায়িক দাবী সন্তোষজনকভাৱে মনা নহ'লে তেওঁলোকে আৰু অলপো ৰাজনৈতিক স্বাধীনতা গ্ৰহণ কৰিবলৈ সন্মত নহ'ব। অতি অসাধাৰণ দৃশ্য! পৰাধীন জাতিৰ যে কিমান অধঃপতন হ'ব পাৰে, তেওঁলোকে কেনেকৈ সাম্ৰাজ্যবাদী নীতিৰ পাশা খেলত নিজকে পণ ৰূপে ব্যৱহাৰ কৰিব

পাৰে তাৰে এটা অতি শোচনীয় উদাহৰণ। অৱশ্যে এই হাইনেছ সকল, লৰ্ডসকল, নাইটসকল, বা আন আন উপাধিধাৰীসকল কেতিয়াও ভাৰতৰ প্ৰতিনিধি নহয়। ঘূৰণীয়া মেজ-মেলৰ বৈঠকৰ এইসকল প্ৰতিনিধি সকলোৱেই বৃটিছ চৰকাৰৰ মনো-নীত আৰু তেওঁলোকৰ স্বাৰ্থৰ ফালৰপৰা চৰকাৰে ভাল মানুহকে বাছি লৈছে। তথাপি বৃটিছ কৰ্তৃপক্ষই আমাক যে এই দৰে ব্যৱহাৰ আৰু কামত লগাব পাৰিছে, ই আমাৰ দুৰ্ব্বলতাৰেই চিনাকি। কিমান সহজে তেওঁলোকক ভুলাই পৰস্পৰৰ কাম নষ্ট কৰাত লগাই দিব পাৰি! আমাৰ উচ্চ শ্ৰেণীৰ লোকসকল এতিয়া সাম্ৰাজ্যবাদী শাসকসকলৰ মতবাদতে বুৰ গৈ আছে আৰ তেওঁলোকৰ ইংগিত মতেই চলে। তেওঁলোকে এই কথাটো বুজি নেপায় জানো? নহ'লে, তেওঁলোকে সকলোখিনি স্পষ্টকৈ বুজি-শুনিও আৰু স্বাধীনতাৰ পোৱাৰ ভয়ত তাকে গ্ৰহণ কৰে নে কি?

নিজ নিজ স্বাৰ্থ পূৰণৰ আশাৰে অহা লোকসকলৰ এই বৈঠকত সাম্ৰাজ্যবাদী, সামন্ততন্ত্ৰী, মূলধনী, বণিক, ধাৰ্ম্মিক, সাম্প্ৰদায়িকতাবাদী সকলো শ্ৰেণীৰ সমাবেশ আৰু তাতেই বৃটিছ ভাৰতীয় প্ৰতিনিধি দলৰ নেতৃত্ব আগা খাঁৰ নিচিনা যোগ্য পাত্ৰতে অৰ্পিত হৈছিল, কিয়নো তেওঁৰ গাতে কম-বেচি এই সকলো স্বাৰ্থৰ সংমিশ্ৰণ আছে। আজীৱন তেওঁ বৃটিছ সাম্ৰাজ্যবাদ আৰু বৃটিছ শাসকশ্ৰেণীৰ লগত ঘনিষ্ঠভাৱে মিলি-জুলি আছে। তেওঁ সৰহখিনি সময় ইংলণ্ডতে থাকে, গতিকেই আমাৰ শাসকসকলৰ স্বাৰ্থ আৰু মত তেওঁ ভাল ধৰণেই ব্যক্ত কৰিব পাৰে। ঘূৰণীয়া মেজ-মেলৰ বৈঠকত তেওঁ সাম্ৰাজ্যবাদী ইংলণ্ডৰ এজন যোগ্য প্ৰতিনিধি হ'ব পাৰিলেহেঁতেন; কিন্তু এনেকুৱা পোৱা কপাল তেৰেঁই হে যেন ভাৰতত প্ৰকৃত প্ৰতিনিধি।

বৈঠকত আমাৰ বিৰুদ্ধে যথেষ্ট শক্তি গোটোৱা হৈছিল। তাৰপৰা আমি অতি কমেই আশা কৰিব পাৰোঁ। দিনে দিনে হোৱা আলোচনাৰ বাতৰি পাই আমাৰ ক্ৰমে খং উঠিবলৈ ধৰিলে। আমি দেখিলোঁ জাতীয় আৰু ৰাজনৈতিক সমস্যাবিলাক লৈ বেবেৰিবাং আৰু নিশকতীয়া আলোচনাৰ ভাও, চুক্তি, ষড়যন্ত্ৰ আৰু প্ৰলোভনৰ জাল পেলোৱা বৃটিছ ৰক্ষণশীল দলৰ অতিপাত প্ৰগতিবিৰোধী দলৰ লগত আমাৰ কিছু-মান ভাৰতীয়ৰ লগ, সৰু-সুৰা কথালৈ লৈ ফেনাই থকা, আচল কামৰ কথা ইচ্ছা কৰি পেলাই থোৱা, বৃটিছ সাম্ৰাজ্যবাদ আৰু ডাঙৰ ডাঙৰ ন্যস্ত স্বাৰ্থৰ ইংগিতত যন্ত্ৰৰ দৰে একেবাৰে পৰিচালিত হোৱা, পৰস্পৰৰ দোষ খোচৰা আৰু মাজে মাজে ভোজ-ভাত খোৱা আৰু পৰস্পৰ গুণকীৰ্ত্তন কৰা, এয়ে কেৱল তাত চলিছে। ই কেৱল ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ চেষ্টা—ডাঙৰ চাকৰি, সৰু চাকৰি, হিন্দু-মুছলমান, শিখ, এংলো ইণ্ডিয়ান, ইউৰোপীয়ান কোনে কিমান চাকৰি আৰু আইনসভাৰ আসন পাব পাৰে তাৰে ভাগ-বটোৱা; কিন্তু সকলোখিনিয়েই উচ্চশ্ৰেণীৰ ভাগত পৰিব, জন-সাধাৰণৰ ইয়াত একো নাই। সুবিধাবাদীৰ দিন চলিছে, বেলেগ বেলেগ দলে যেন খাবলৈ নোপোৱা কুকুৰনেচীয়া বাঘৰ দৰে নতুন শাসনতন্ত্ৰৰপৰা ওলোৱা অকণমান মঙহৰ কাৰণে ঘূৰি ফুৰিছে। এওঁলোকৰ মানত স্বাধীনতাৰ অৰ্থ নিজ নিজ স্বাৰ্থৰ পথাৰ বহলোৱা, ইয়াৰ নাম 'ভাৰতীয়কৰণ' অৰ্থাৎ সমৰ বিভাগ আৰু অসামৰিক চাকৰি আদিত সৰহসংখ্যক ভাৰতীয়ক চাকৰি দিয়াৰ ব্যৱস্থা। স্বাধীনতাৰ কথা, গণতান্ত্ৰিক ভাৰতৰ হাতত ক্ষমতা গতাই দিয়াৰ কথা, ভাৰতীয় জনসাধাৰণৰ অতি

মৰ্ম্মান্তিক অৰ্থনৈতিক সমস্যাসমূহ সমাধান কৰাৰ কথা কোনেও নেভাবিলে। ইয়াৰ কাৰণেই নো ভাবতে বাৰু ইমান সাহসেৰে সংগ্ৰাম কৰিছে নে? সৎ আদৰ্শ আৰু ত্যাগৰ লক্ষ্য একলীয়াকৈ থৈ আমি বাৰু এই এন্ধাৰৰ ফালেই বাট বুলিম নে?

বং বহণেৰে জমকলীয়া, জনপূৰ্ণ সেই ঘৰটোত গান্ধীজী বহি আছে—অকলশৰে। তেওঁৰ সাজপাৰ, বা সাজপাৰৰ অভাৱে আনসকলৰ লগত তেওঁৰ পাৰ্থক্য দেখুৱাই দিছিল; কিন্তু তাতকৈয়ো সেইসকল ধনীয়া ধনীয়া কানি-কাপোৰ পিন্ধা লোকসকলৰ লগত চিন্তাত আৰু দৃষ্টিভংগীত তেওঁৰ পাৰ্থক্য আছিল আৰু বেচি। বৈঠকত তেওঁ এটা অসম্ভৱ কঠিন অৱস্থাৰ সন্মুখীন হ'বলগীয়া হ'ল। আমি দূৰৈৰপৰা বিস্ময়েৰে ভাবিবলৈ ধৰিলোঁ, তেওঁ সহ্য কৰিছে কেনেকৈ? তেওঁ কিন্তু ধৈৰ্য্যেৰে কৰ্ত্তব্য পালন কৰিবলৈ ধৰিলে আৰু আপোচ মীমাংসাৰ সূত্ৰ বিচাৰি উলিয়াবৰ কাৰণে বাৰে বাৰে যত্ন কৰিলে। তেওঁৰ স্বাভাৱিক ইংগিতেৰে তেওঁ বুজাই দিলে সাম্প্ৰদায়িকতা এটা ৰাজনৈতিক প্ৰগতিবিৰোধী শক্তি মাত্ৰ। মুছলমান প্ৰতিনিধিসকলৰ ফালৰপৰা যিবিলাক সাম্প্ৰদায়িক দাবী দাঙি ধৰা হৈছিল, তাৰ বহুতখিনিয়েই তেওঁ ভাল বুলি ভবা নাই। তেওঁ আৰু তেওঁৰ সহকৰ্ম্মী মুছলমান জাতীয়তাবাদীসকলৰ ধাৰণা যে, সেইবিলাক স্বাধীনতা আৰু গণতন্ত্ৰৰ বিৰোধী। তথাপি তেওঁ প্ৰশ্ন নকৰি, তৰ্ক নকৰি, সেইবিলাক সমূহীয়াভাৱে মানি ল'ব খুজিলে এটা সৰ্ত্তত যে, ৰাজনৈতিক বিষয়ত অৰ্থাৎ স্বাধীনতাৰ কাৰণে মুছলমান প্ৰতিনিধিসকলে তেওঁৰ আৰু কংগ্ৰেছৰ লগত যোগ দিব লাগিব।

তেওঁ নিজৰ দায়িত্বতে এই সৰ্ত্ত দিলে, কাৰণ কংগ্ৰেছক সেই দিনত কোনো প্ৰতিশ্ৰুতিৰে বান্ধি ৰখা তেওঁৰ পক্ষে সম্ভৱ নাছিল। কিন্তু তেওঁ নিজে কথা দিলে যে কংগ্ৰেছক তেওঁ মান্তি কৰাব পাৰিব। কংগ্ৰেছত তেওঁৰ অসামান্য প্ৰভাৱৰ কথা যিসকলে জানে, তেওঁলোকৰ মনত গান্ধীয়ে যে কংগ্ৰেছৰ অনুমোদন লাভ কৰিব পাৰিব, সেই বিষয়ে কোনো সন্দেহ নাছিল। কিন্তু গান্ধীজীৰ এই সৰ্ত্ত গৃহীত নহ'ল। আগা খাঁই ভাৰতৰ স্বাধীনতা দাবী কৰিব—তাক কল্পনা কৰাও টান। ইয়াৰপৰা বুজা গ'ল যে, বৈঠকত সাম্প্ৰদায়িকতাক ওপৰলৈ তুলি দিয়া হৈছিল যদিও সাম্প্ৰদায়িকতা প্ৰধান সমস্যা নাছিল। সাম্প্ৰদায়িকতাৰ আৱৰণত ৰাজনৈতিক প্ৰগতিবিৰোধীবিলাকেই সকলো ধৰণৰ উন্নতিৰ বাধা। বৃটিছ চৰকাৰে সৱধানে এই প্ৰগতিবিৰোধীবিলাকক ঘৰুৱা মেজ-মেলৰ বৈঠকৰ কাৰণে বাছি লৈছিল আৰু বৈঠকৰ কাৰ্য্যপ্ৰণালী কৌশলেৰে নিয়ন্ত্ৰণ কৰি সাম্প্ৰদায়িক সমস্যাকে ঘাই প্ৰশ্নত পৰিণত কৰিছিল। এই প্ৰশ্নৰ সমাধানত যিসকলৰ মত নাই তেওঁলোকৰ লগত আপোচ-মীমাংসা অসম্ভৱ।

বৃটিছ চৰকাৰৰ এই যত্ন সফল হ'ল। ইয়াৰ পৰা প্ৰমাণ হ'ল যে, সাম্ৰাজ্য ৰক্ষা কৰিবৰ কাৰণে কেৱল বাহুবলেৰেই নহয়, আগৰপৰা চলি অহা সাম্ৰাজ্যবাদৰ কৌশল আৰু কূটনীতিৰ দ্বাৰাও আৰু বহুকাল ধৰি তেওঁলোকে সাম্ৰাজ্য ৰক্ষা কৰিব পাৰিব। ভাৰতৰ জনসাধাৰণৰ কামনা পূৰণ নহ'ল। অৱশ্যে ঘৰুৱা মেজ-মেলৰ বৈঠকত তেওঁলোকৰ প্ৰকৃত প্ৰতিনিধিসকল নাছিল আৰু ই উভয় পক্ষৰ বলৰ পৰীক্ষাও নহয়। তেওঁলোকৰ অভিপ্ৰায় পূৰণ নোহোৱাৰ কাৰণ হৈছে তেওঁলোকৰ দাবীৰ পাচ-

কালে কোনো দৃঢ় মতবাদ নাছিল আৰু এওঁলোকক ভুলাবলৈ বা আন পথেদি লৈ যাবলৈ অতি সহজ। উন্নতিৰ প্ৰতিকূলে যোৱা ন্যস্ত স্বাৰ্থবিলাক অ'তৰাই পেলাবৰ কাৰণে শক্তি তেওঁলোকৰ নাছিল কাৰণেই তেওঁলোকৰ ইচ্ছা পূৰণ নহ'ল। অতিপাত ধৰ্ম্মপ্ৰৱণতাৰ কাৰণে সাম্প্ৰদায়িক ভেদবুদ্ধি প্ৰবল কৰি তোলা সহজ কাৰণে তেওঁ-লোকৰ ইচ্ছা পূৰণ নহ'ল। অৰ্থাৎ তেওঁলোক যিমান দূৰ আগবঢ়া আৰু শক্তিশালী হ'ব লাগে, সিমান নহয় কাৰণেই তেওঁলোক হতাশ হ'ব লগাত পৰিল।

এই ঘূৰণীয়া মেজ-মেলৰ বৈঠকত সফল হোৱা বা বিফল হোৱাৰ একো কথা নাছিল। ইয়াত আশাৰ থল অতি কমেই আছিল, তথাপি আন ফালৰপৰা এই বৈঠক অলপ বেলেগ ধৰণৰ। আইন-অমান্য আন্দোলনৰ প্ৰতি সকলোৰে চকু আছিল কাৰণে প্ৰথম বৈঠকৰ প্ৰতি ভাৰতৰ বা আন আন দেশৰ দৃষ্টি আকৃষ্ট হোৱা নাছিল। ১৯৩০-ত ঘূৰণীয়া মেজ-মেলৰ বৈঠকত বৃটিছ চৰকাৰৰ মনোনীত হৈ যিসকল গৈছিল, তেওঁলোকক ক'লা পতাকা দেখুৱাই আৰু লাজ দি তিতা-কেহা লগাই বিদায় দিয়া হৈছিল। কিন্তু ১৯৩১ চনৰ ঘটনা বেলেগ; কাৰণ কংগ্ৰেছৰ প্ৰতিনিধি আৰু কোটি কোটি লোকৰ নেতা গান্ধীজীয়ে বৈঠকত যোগদান কৰিলে। ইয়াৰপৰা বৈঠকৰ মৰ্য্যাদা বৃদ্ধি পালে আৰু ভাৰতবৰ্ষই হে'পাহেৰে ইয়াৰ কাৰ্য্যকলাপ চাবলৈ ধৰিলে। যি কাৰণতে হওক লাগিলে প্ৰত্যেকবাৰ ব্যৰ্থ হোৱাৰ লগে লগেই ভাৰতৰ অপযশৰ প্ৰতিধ্বনি হ'বলৈ ধৰিলে। আমি বুজি পালোঁ গান্ধীজীক বৈঠকলৈ নিবৰ কাৰণে বৃটিছ চৰকাৰ কিয় ইমান নেৰোঁপানী হৈ লাগিছিল।

এই বৈঠকত সকলো ধৰণৰ চক্ৰান্ত, সুবিধাবাদ আৰু নিষ্ফল কুটিলতা আছিল যদিও, ভাৰতৰ পক্ষে ই কোনো ব্যৰ্থতাৰ উদাহৰণ নহয়। ব্যৰ্থই যাতে হয়, সেই-ভাৱেই ইয়াক গঠন কৰা হৈছিল। তাৰ কাৰণে ভাৰতক দায়ী কৰিব নোৱাৰি। কিন্তু ভাৰতৰ ঘাই সমস্যাবিলাকৰপৰা জগতৰ দৃষ্টি এৰুৱাই অনাত ই কৃতকাৰ্য্য হ'ল আৰু ভাৰততো ই আশা ভংগ, হতাশা আৰু অপমানবোধৰ সৃষ্টি কৰিলে। ইয়াৰ সুযোগ লৈ প্ৰগতিবিৰোধী শক্তিবিলাক আকৌ মূৰ দাঙি উঠিল।

দেশবাসীৰ সাফল্য আৰু ব্যৰ্থতা নিৰ্ভৰ কৰে ভাৰতবৰ্ষৰ ঘটনাৰ ওপৰতে। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ইংলণ্ডৰ বুদ্ধি-কৌশলৰ কাৰণেই শক্তিশালী জাতীয় আন্দোলন নোহোৱা হৈ নেযায়। মধ্যবিত্তশ্ৰেণী আৰু খেতিয়ক সম্প্ৰদায়ৰ প্ৰকৃত আৰু বৰ্ত্তমান সমস্যাবিলাক জাতীয়তাবাদৰ মাজেদিয়েই ফুটি ওলাইছে আৰু তাৰ দ্বাৰাই তেওঁলোকে সমস্যাৰ সমাধন কৰিব খোজে। এই আন্দোলন হয় কৃতকাৰ্য্য হ'ব, নহ'লে ইয়াৰ প্ৰয়োজন শেষ হ'লে ইয়াৰ ঠাইত আন কোনো আন্দোলনে জনসাধাৰণক উন্নতি আৰু স্বাধীনতাৰ ফালে আগবঢ়াই নিব, বা কিছু সময়ৰ কাৰণে বলেৰে ইয়াক দমন কৰিব পাৰে। ভাৰতত সেই সংঘৰ্ষ কিছুদিন পিচতেই উপস্থিত হ'ল, তাৰ ফলত কিছু দিনৰ কাৰণে এটা অৱসাদে দেখা দিলে। এই সংঘৰ্ষৰ ওপৰত দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰ বৈঠকে একো প্ৰভাৱ নেপেলালেও সংঘৰ্ষৰ কাৰণে এটা প্ৰতি-কূল অৱস্থাৰ সৃষ্টি কৰিছিল।

## যুক্তপ্ৰদেশত খেতিয়কসকলৰ দুখ-দুৰ্গতি

কংগ্ৰেছৰ এজন সাধাৰণ সম্পাদক আৰু কাৰ্য্যকৰী সমিতিৰ সাধাৰণ সদস্যৰূপে সৰ্ব্বভাৰতীয় ৰাজনীতিৰ লগত মোৰ সদায় যোগ আছিল। সময়ে সময়ে মই নানা ঠাইলৈ যাবলগীয়া হৈছিল; পিচে যিমান দূৰ পাৰি মই নেযাবলৈকে চেষ্টা কৰিছিলোঁ। কামৰ হে'চা আৰু দায়িত্ব বাঢ়ি অহাৰ লগে লগে কাৰ্য্যকৰী সমিতিৰ অধিবেশনো হৈ আহিবলৈ ধৰিলে। আন কি দুসপ্তাহলৈকে অধিবেশন হৈছিল। ইয়াৰ কাম এতিয়া আৰু সমালোচনামূলক প্ৰস্তাৱ গ্ৰহণ কৰা নহয়; এটা ডাঙৰ আৰু বহুমুখী প্ৰতিষ্ঠানৰ বেলেগ বেলেগ গঠনমূলক কাম নিয়ন্ত্ৰণ কৰা; দিনে দিনে কঠিন আৰু জটিল সমস্যাবিলাকৰ সমাধান কৰা। অলপ ইফাল সিফাল হ'লেই সংঘৰ্ষ গোটেই দেশতে বিয়পি পৰিব পাৰে।

যুক্তপ্ৰদেশৰ কৃষক সমস্যাই কংগ্ৰেছৰ আৰু আমাৰ ঘাই সমস্যা হৈ উঠিল। যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটী ১৫০ জন সদস্যেৰে গঠিত; দুই তিনি মাহৰ পিচে পিচে ইয়াৰ অধিবেশন বহে। ইয়াৰ কাৰ্য্যকৰী সমিতিত ১৫ জন সদস্য আছিল; এওঁলোকে ঘনাই সভা পাতে, কৃষক আন্দোলনৰ ভাৰ এওঁলোকৰ গাতে আছিল।

১৯৩১ চনৰ দ্বিতীয় ভাগত এই কাৰ্য্যকৰী সমিতিয়ে এটা বিশেষ কৃষক কমিটী নিযুক্ত কৰিলে। এটা মন কৰিবলগীয়া কথা হ'ল যে, কেইজনমান জমিদাৰো আহি কাৰ্য্যকৰী সমিতিৰ সদস্য হ'লহি আৰু তেওঁলোকৰ অনুমোদন মতেই কৃষক সমিতিৰ কাম চলিবলৈ ধৰিলে। আমাৰ প্ৰদেশ কংগ্ৰেছৰ সেই বছৰৰ সভাপতি (এতেকে কাৰ্য্যকৰী সমিতি আৰু কৃষক কমিটীৰো সভাপতি) তাছাদ্দুক আহমদ খাঁ ছেৰোৱানী এজন বিখ্যাত জমিদাৰ বংশৰ সন্তান। সাধাৰণ সম্পাদক শ্ৰীপ্ৰকাশ আৰু কেইজনমান মুখিয়াল সদস্য জমিদাৰ বা জমিদাৰ বংশীয়; বাকী সদস্যসকল মধ্যবিত্ত শ্ৰেণীৰ ব্যৱসায়ী। আমাৰ প্ৰাদেশিক কাৰ্য্যকৰী সমিতিত এজনো ৰায়ত বা দুখীয়া খেতিয়কৰ প্ৰতিনিধি নাছিল। জিলা সমিতিত অৱশ্যে কৃষক সদস্য আছিল; কিন্তু বেলেগ বেলেগ স্তৰৰ নিৰ্ব্বাচনৰ মাজেদি যেতিয়া প্ৰাদেশিক কাৰ্য্যকৰী সমিতি গঠিত হয়, তেতিয়া তাৰ সকলো সদস্যই মধ্যবিত্ত শ্ৰেণীৰ বুদ্ধিজীৱী আৰু জমিদাৰ শ্ৰেণীৰ। গতিকে ইয়াক কোনোমতেই চৰমপন্থী বুলিব নোৱাৰি; কৃষক সমস্যা লৈ যে নহয়েই।

প্ৰাদেশিক ক্ষেত্ৰত মই কাৰ্য্যকৰী সমিতি আৰু কৃষক কমিটীৰ এজন সদস্য মাথোন; তাৰ বেচি একো নহওঁ। আলোচনা আৰু আন আন কামত মই বিশেষভাবে যোগ দিওঁ সঁচা, কিন্তু কেতিয়াও নেতাৰ আসন গ্ৰহণ কৰা নাই। অৱশ্যে আমাৰ প্ৰদেশত কোনেও নেতাৰ আসন গ্ৰহণ নকৰে; সহযোগিতাৰে আৰু একতাৰে কাম কৰা আমাৰ অভ্যাস হৈ গৈছে। আমি ব্যক্তিতকৈ অনুষ্ঠানক ডাঙৰ বুলি ভাবোঁ। বছৰেকীয়া সভাপতি সাময়িকভাৱে আমাৰ মুখিয়াল বা প্ৰতিনিধি হয়, তথাপি তেওঁৰ কোনো বিশেষ ক্ষমতা নাছিল।

•মই এলাহাবাদ জিলা কংগ্ৰেছ কমিটীৰো সদস্য আছিলোঁ। ইয়াৰ সভাপতি পুৰুষোত্তমদাস টেণ্ডনৰ নেতৃত্বত এই কমিটীয়ে দক্ষভাৱে কাম কৰিছে। ১৯৩০

চনত এই কমিটীয়েই যুক্তপ্ৰদেশত কৰ-বন্ধ আন্দোলনত প্ৰথম আগৰণুৱ আছিল। অৱশ্যে এলাহাবাদ জিলাতকৈ অযোধ্যাৰ তালুকদাৰী অঞ্চলৰ অৱস্থা কৃষিজাত পণ্য-বস্তুৰ দাম কমি যোৱাৰ কাৰণে বেচি শোচনীয় হৈ পৰিছিল। এলাহাবাদৰপৰা আন্দোলন আৰম্ভ হোৱাৰ কাৰণে এই জিলা বেচি সঙ্ঘবদ্ধ অৰু ৰাজনৈতিক ক্ষেত্ৰত বেচি আগৰণুৱা। এলাহাবাদ চহৰ ৰাজনৈতিক আন্দোলনৰ কেন্দ্ৰভূমি; ইয়াৰপৰা ঘাই কৰ্ম্মীসকলে প্ৰায়েই গাঁও অঞ্চললৈ যায়।

১৯৩১ চনৰ মাৰ্চ্চ মাহৰত দিল্লী-সন্ধিৰ পিচতে আমি গাঁও অঞ্চললৈ কৰ্ম্মী-সকলক পঠাই আৰু ছপা ইষ্টাহাৰ বিলাই খেতিয়কসকলক জনাই দিলোঁ যে আইন-অমান্য আৰু খাজনা-বন্ধ আন্দোলন বন্ধ হৈছে। ৰাজনৈতিক কাৰণত খাজনা দিয়াৰ আৰু কোনো বাধা নই। আমি তেওঁলোকক খাজনা দিবলৈ উপদেশ দিলোঁ; কিন্তু ইয়াকো জনালোঁ যে, বস্তুৰ দাম অতিপাত কমি যোৱাৰ কাৰণে তেওঁলোকৰ লগত একে লগ হৈ সেই দাবী কৰিম বুলি প্ৰস্তাৱ কৰিলোঁ। আন কি সাধাৰণ অৱস্থাতো খাজনা এটা দুৰ্ব্বহ বোজা। বস্তুৰ দাম কমি যোৱাত সম্পূৰ্ণ খাজনা বা তাৰ ওচৰা-উচৰিকৈয়ো কিবা এটা দিয়াটো অসম্ভৱ। আমি খেতিয়কৰ প্ৰতিনিধি লৈ সন্মিলন আহ্বান কৰিলোঁ আৰু আপোচ মীমাংসাৰ আলোচনাৰ ভিত্তি ৰূপে প্ৰস্তাৱ কৰিলোঁ —সাধাৰণভাৱে আধা আৰু কোনো কোনো ক্ষেত্ৰত তাতকৈয়ো কম খাজনা লোৱা হওক।

আমি খেতিয়কৰ সমস্যাটো আইন-অমান্য আন্দোলনৰপৰা বেলেগকৈ ৰাখিবলৈ যত্ন কৰিলোঁ। অন্ততঃ ১৯৩১ চনত আমি অৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যা-ৰূপেই তাক বুজিবলৈ আৰু বুজাবলৈ যত্ন কৰিলোঁ। কামটো অৱশ্যে টান; কাৰণ দুয়োটাৰ ভিতৰত ঘনিষ্ঠভাৱে সম্বন্ধ আছে আৰু ইয়াৰ আগলৈকে দুয়োটা একেলগ হৈ আছিল। কংগ্ৰেছৰ কৰ্ম্মী হিচাপে আমাৰ লক্ষ্য অৱশ্যে ৰাজনৈতিকেই আছিল। সম্প্ৰতি আমি প্ৰায় কৃষক সমিতিৰ দৰেই (খেতিয়ক আৰু আন কি জমিদাৰসকলেও ইয়াক নিয়ন্ত্ৰণ কৰিছিল) কাম কৰিছিলোঁ; কিন্তু ৰাজনীতি আমি একেবাৰেই এৰি দিয়া নাছিলোঁ। এৰি দিয়াৰ ইচ্ছাও আমাৰ নাছিল। কিন্তু চৰকাৰে আমাৰ প্ৰত্যেক কামৰ মাজতে ৰাজনৈতিক উদ্দেশ্য দেখিবলৈ ধৰিলে। আমি সমুখত ভৱিষ্যতৰ আইন-অমান্য আন্দোলনৰ ছাঁ দেখা পালোঁ। আৰু যেতিয়া সেই আন্দোলন আহি পৰিব তেতিয়া ৰাজনীতি আৰু অৰ্থনীতি আকৌ একেলগে আগবাঢ়িব, তাত সন্দেহ নাই।

এনে ধৰণৰ বাধা পায়ো আমি দিল্লী-সন্ধিৰ পিচৰ পৰাই সদায় খেতিয়কৰ সমস্যাক ৰাজনৈতিক সঙ্ঘৰ্ষৰপৰা বেলেগকৈ ৰাখিবৰ যত্ন কৰিছোঁ। দিল্লী-চুক্তিত এই সমস্যাৰ সমাধান নহ'ল, তাকে চৰকাৰ আৰু জনসাধাৰণক স্পষ্টভাৱে উপলব্ধি কৰাবৰ কাৰণেই আমি এনে কৰিছোঁ। দিল্লীত আলোচনা কৰা সময়ত বোধকৰোঁ গান্ধীজীয়ে লৰ্ড আৰবিনক আশ্বাস দিছিল যে যদি তেওঁ দ্বিতীয় ঘূৰণীয়া মেজ মেলৰ বৈঠকলৈ নেযায়ো, তথাপি বৈঠকৰ অধিবেশন হোৱা সময়ত আইন-অমান্য আন্দোলন আকৌ আৰম্ভ নকৰে। সিপিনে কংগ্ৰেছকো তেওঁ ঘূৰণীয়া মেজ-মেলৰ বৈঠকত বিধিপি নঘটাই ফলাফল চাবলৈ ধৰিছিল। কিন্তু গান্ধীজীয়ে তেতিয়াই

ছৰ্ণ্টকৈ বুজাই দিছিল যে, যদি কোনো স্থানীয় অৰ্থনৈতিক সমস্যাই তেওঁক সঙ্ঘৰ্ষত লিপ্ত হ'বলৈ বাধ্য কৰে, তাৰ লগত এই প্ৰতিশ্ৰুতিৰ সম্বন্ধ নাই। যুক্ত প্ৰদেশৰ কৃষক-সমস্যা তেতিয়া আমাৰ সমুখত আৰু সঙ্ঘবদ্ধভাৱে তাৰ অলপ কামো হৈছিল। কিন্তু কামে-কাজে গোটেই ভাৰততে খেতিয়কসকলৰ এনে ধৰণৰ দুৰ্গতিয়েই হৈছিল। ছিমলাত আলোচনা হৈ থকা সময়ত গান্ধীজীয়ে এই বিষয়টো আকৌ তুলিছিল--দুয়ো পক্ষৰে প্ৰকাশিত চিঠিতো ইয়াৰ উল্লেখ আছিল।*

'তলৰ চিঠি কেইখন ১৯৩১ চনৰ ২৭ অক্টোবৰত হোৱা ছিমলা-চুক্তিৰ অবিচ্ছেদ্য অংশ বুলি পাৰি।

ছিমলা
২৭ আগষ্ট, ১৯৩১।

প্ৰিয় মিঃ ইমাৰ্ছন,

আপোনাৰ নতুন খচৰা খনে সৈতে পঠোৱা চিঠিখন পালোঁ, ধন্যবাদ। আপুনি আণ্ডুলিওৱা শুধৰণিবিলাকৰ বিষয়ে ছাৰ কবাছজীয়েও মোলৈ লিখিছে। মই আৰু মোৰ মোৰ সহকৰ্ম্মীসকলে শুধৰোৱা খচৰাখন তন্ন-তন্নকৈ বিবেচনা কৰি চাইছোঁ। সেইখন আমি গ্ৰহণ কৰিবলৈকো সাজু আছোঁ কিন্তু তাৰ লগতে তলৰ মন্তব্যখিনিও আমি কৰিছোঁ।

"চতুৰ্থ ছেদৰ মতে চৰকাৰে যি কৰিবলৈ ওলাইছে, কংগ্ৰেছৰ পক্ষৰপৰা তাৰ সমৰ্থন জনোৱাটো মোৰ পক্ষে অসম্ভৱ। কাৰণ কংগ্ৰেছৰ মতে, যদি কোনো ক্ষেত্ৰত চুক্তিৰ সৰ্ত্ত ভংগ কৰাৰ বিষয়ে কোনো অভিযোগৰ প্ৰতিকাৰ নহয়, তেতিয়া তেনে ক্ষেত্ৰত তদন্তৰ আৱশ্যক; কাৰণ দিল্লী চুক্তি যিমান খিনি বলবৎ থাকিব, অহিংস আইন-অমান্য আন্দোলন সিমান দিন স্থগিত থাকিব। যদি অগত্যা ভাৰত চৰকাৰ বা প্ৰাদেশিক চৰকাৰসকলে তদন্ত নকৰো বোলে তেন্তে মোৰ বা মোৰ সহকৰ্ম্মীসকলৰ কোনো আপত্তি নাই। কিন্তু তাৰ ফল হ'বগৈ এয়ে যে, এতিয়ালৈকে যান আন যিবিলাক বিষয়ৰ অৱতাৰণা কৰা হৈছে সেই বিষয়বিলাকৰ তদন্তৰ কাৰণে কংগ্ৰেছে অৱশ্যে বেপি নেথাকে, কিন্তু যদি কোনো ক্ষেত্ৰত অভিযোগ ইমান গুৰুতৰ বুলি ভাব হয় যে তদন্তৰ অভাৱত প্ৰতিকাৰ নোহোৱাকৈ থকাৰ কাৰণে কংগ্ৰেছেই প্ৰতিকাৰৰ কাৰণে আত্ম ৰক্ষাৰ উপায় ল'বলগীয়া হয়গৈ, তেতিয়া তেনে ক্ষেত্ৰত কংগ্ৰেছে আইন অমান্য আন্দোলন স্থগিত থাকিলেও তেনে ব্যৱস্থা অৱলম্বন কৰিব পাৰিব।

'নক'লেও হয় যদিও, চৰকাৰৰ মই নিশ্চয়কৈ কৈ থৈছোঁ যে কংগ্ৰেছে সদায় প্ৰত্যক্ষ আন্দোলন এৰি, আলোচনা, বুজনি আদিৰ দ্বাৰাই প্ৰতিকাৰৰ চেষ্টা কৰি থাকিব। আগলৈ কৰিওৱাবা ভুল বুজাবুজি হয় বুলি আৰু প্ৰতিশ্ৰুতি ভংগ কৰা বুলি কংগ্ৰেছৰ ওপৰত অভিযোগ আহে বুলিয়েই এই কথাখিনি কৈ থৈছোঁ। আমাৰ এই আলোচনা যদি সফল হয়, তেন্তে প্ৰস্তাবিত ইস্তাহাৰ, এই চিঠি আৰু আপোনাৰ প্ৰত্যুত্তৰ একেলগে প্ৰকাশ হব বুলি ধৰি লৈছোঁ।

আপোনাৰ
এম. কে. গান্ধী"

মিঃ ইমাৰ্ছনে মিঃ গান্ধীলৈ লিখা—

ছিমলা
২৭ আগষ্ট, ১৯৩১

"প্ৰিয় মিঃ গান্ধী,

কেইটামান মন্তব্য সাপেক্ষে, শুধৰোৱা খচৰাখন গ্ৰহণ কৰি লিখা আপোনাৰ আজিৰ তাৰিখৰ চিঠিৰ বাবে আপোনাক ধন্যবাদ। কংগ্ৰেছে এতিয়ালৈকে যিবিলাক অভিযোগ তুলিছে, তাৰ তদন্তৰ

ইউৰোপলৈ যাত্ৰা কৰাৰ আগে আগেই তেওঁ স্পষ্টকৈ কৈ দিছিল যে ঘূৰণীয়া মেজ মেলৰ বৈঠক বা ৰাজনৈতিক সমস্যাৰ বাহিৰেও জনসাধৰাণৰ বিশেষকৈ খেতিয়কসকলৰ অৰ্থনৈতিক আন্দোলনত কংগ্ৰেছে তেওঁলোকৰ পক্ষ সমৰ্থন কৰিবলগীয়া হ'ব পাৰে। এই ধৰণৰ সঙ্ঘৰ্ষক প্ৰশ্ৰয় দিয়া তেওঁৰ ইচ্ছা নাছিল। তেওঁ তাৰপৰা আঁতৰি ফুৰিবলৈকে যত্ন কৰিছিল। কিন্তু একেবাৰেই এৰিব নোবাৰা হ'লে তাৰ ভাৰ লবই লাগিল। জনসাধাৰণক আমি এৰিব নোবাৰোঁ। তেওঁৰ কথা আছিল যে, দিল্লী চুক্তি হৈছিল সাধাৰণ ৰাজনৈতিক আইন-আন্দোলন সম্পৰ্কে আৰু তাৰপৰা এই ধৰণৰ আন্দোলনৰ একো বাধা পৰা নাই।

এইখিনি মই উল্লেখ কৰাৰ কাৰণ হৈছে খাজনা-বন্ধ আন্দোলন আকৌ আৰম্ভ কৰি দিল্লী-চুক্তি ভঙ্গ কৰিছে বুলি যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটী আৰু তাৰ নেতা সকলৰ ওপৰত বাৰে বাৰে অভিযোগ অনা হৈছে। মোৰ বিৰুদ্ধেও এই অভিযোগ তোলা হৈছে। তেওঁলোকে তাৰ উত্তৰ দিব পাৰিলেহেঁতেন। কিন্তু তেওঁলোক জেলত আছে কাৰণে আৰু ছপা-কল আৰু বাতৰি-কাকতৰ ওপৰত কঠোৰ নিয়ন্ত্ৰণ চলিছে বুলিয়েই ছল বুজি সেই অভিযোগবিলাক তোলা হৈছিল। যুক্তপ্ৰদেশৰ কমিটীয়ে ১৯৩১ চনত খাজনা-বন্ধ আন্দোলন কৰা নাই, কিন্তু সেইটো বেলেগ কথা। মই এটা কথা ক'ব খুজিছোঁ যে আইন-অমান্য আন্দোলনতকৈ বেলেগ আন্দোলন বা অৰ্থনৈতিক উদ্দেশ্যেৰে কৰা কোনো আন্দোলন কৰা মানে নিশ্চয় দিল্লী সন্ধি ভঙ্গ কৰা নহয়। ইয়াৰ যুক্তি আছে নে নাই সি বেলেগ কথা। অৰ্থনৈতিক অসন্তোষ দূৰ কৰিবলৈ কল-কাৰখানাৰ বনুৱাসকলৰ ধৰ্ম্মঘট কৰিবলৈ যিমানখিনি অধিকাৰ আছে খেতিয়কসকলৰো ঠিক সিমানেই অধিকাৰ আছে। দিল্লী সন্ধিৰপৰা ছিমলাৰ আলোচনালৈকে আমাৰ মনোভাৱ এই ধৰণৰে আছিল আৰু এই কথা চৰকাৰে বেচ যে বুজিছিলেইহে, এনে নহয়, ইয়াৰ যথেষ্ট মৰ্য্যাদাও দিছিল।

যি দুৰৱস্থা আগৰপৰা চলি আছিল, ১৯২৯ আৰু তাৰ পিচৰ শইচ প্ৰশইচৰ দাম কমি অহাৰ কাৰণে সি আৰু বেচি হৈ উঠিল। কেই বছৰমান আগতে গোটেই পৃথিৱীতে শইচ প্ৰশইচৰ দাম চৰা আছিল, পৃথিৱীৰ বজাৰৰ লগত একেলগে সততে গঁথা ভাৰতৰ খেতিয়কসকলেও তাৰ ভাগ পাইছে। কিন্তু বস্তুৰ দাম বঢ়াৰ লগে লগে ভাৰত চৰকাৰৰ ৰাজহ আৰু জমিদাৰৰ খাজনাও বাঢ়িছে গতিকেই প্ৰকৃত খেতিয়কে এই চৰা বজাৰত বেচি লাভ কৰিব পৰা নাই। মুঠতে কেইখনমান সংচৰ্ল

কাৰণে টানি ধৰা ইচ্ছা কংগ্ৰেছৰ নাই, সপাৰিষদ বৰলাটে এই কথা গম পাইছে। আপুনি আৰু জনাইছে যে, প্ৰত্যক্ষ আন্দোলন বাদ দি, আলোচনা, বুজনি আদিৰ দ্বাৰাই কংগ্ৰেছে সদায় প্ৰতিকাৰৰ চেষ্টা কৰিব, যদিও লগতে আপুনি কংগ্ৰেছৰ ভৱিষ্যৎ কাৰ্য্যপন্থাৰ বিষয়েও স্পষ্টভাৱে কৈ থ'ব খোজে। আপোনাৰ আগতে সপাৰিষদ বৰলাটেও আশা কৰে যে, প্ৰত্যক্ষ আন্দোলনৰ পন্থা লোৱা নহ'ব। চৰকাৰ সম্পৰ্কে মই বৰলাট বাহাদুৰৰ ১৯ আগষ্টৰ চিঠিলৈ আপোনাৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। এটোও কওঁ যে ইস্তাহাৰখন, আপোনাৰ আজিৰ চিঠি আৰু এই উত্তৰ—এই আটাইখিনি চৰকাৰে একেলগে প্ৰকাশ কৰিব।

আপোনাৰ

এইচ্. ডব্লিউ. ইমাৰ্চন্"

ঠাইৰ বাহিৰে ভাৰতীয় খেতিয়কসকলৰ অৱস্থা বেয়াই হৈছে। বৰ্ত্তমান শতিকাৰ প্ৰথম ডেৰকুৰি বছৰ চৰকাৰী ৰাজহৰ তুলনাত জমিদাৰৰ খাজনা বহুত বেচি বাঢ়িছে। এই বৃদ্ধিৰ হাৰ (যিমান দূৰ মনত পৰে) এটকাত পাঁচ টকাকৈ। ইয়াৰ-পৰা চৰকাৰী ৰাজহো যেনেকৈ বৰকৈ বাঢ়িছে, তেনেকৈ জমিদাৰসকলৰ আয়ো বহুত বাঢ়িছে, খেতিয়কসকলৰ অৱস্থা আগৰ দৰেই প্ৰায় লঘোন দিবলগীয়া। আন কি যত কৃষিজাত বস্তুৰ দাম কমিছে বা অনাবৃষ্টি, অতিবৃষ্টি, ফৰিং, ধুমুহা, বতাহ আদি প্ৰাকৃতিক দুৰ্যোগ ঘটিছে তাতো অতিপাত ঘেঁহো-নেহোঁ কৰি সেই বছৰৰ কাৰণে কিছু খাজনা ৰেহাই দিয়া হৈছে। ভাল দিনত খাজনাৰ নিৰিখ অতিপাত বেচি আৰু আন সময়তো খাজনাৰ নিৰিখ ইমান বেচি যে, মহাজনৰপৰা ধাৰ নকৰিলে বাকী দিবাৰ কোনো উপায় নেথাকে। এনেকৈয়ে কৃষিঋণ বাঢ়িব লাগিছে।

জমিদাৰ, তালুকদাৰ, কৃষক-মালিক, ৰায়ত আদি খেতিৰ ওপৰত নিৰ্ভৰ কৰি চলিবলগীয়া সকলো শ্ৰেণীৰ মানুহেই মহাজনৰ ওচৰত ধৰুৱা। বৰ্ত্তমান অৱস্থাত গাবৰ আদিম অৰ্থনৈতিক ব্যৱস্থা চলি থকাৰ কাৰণে মহাজনৰ অস্তিত্ব অপৰিহাৰ্য। এই মহাজনসকলে ছেগ চাই মাটিৰ ওপৰত বৰ্ত্তি থকা আৰু মাটিৰ লগত সাঙোৰ খাই থকা মানুহৰ ওপৰত যথেষ্ট প্ৰভাৱ আৰু প্ৰতিপত্তি লাভ কৰিছে। তাক নিয়ন্ত্ৰণ কৰাৰ কোনো ব্যৱস্থাই নাই। আইনেও তাক সহায় কৰে। তাৰ দলিলত লিখা সৰ্ত্ত অনুসাৰে সি পাবলগীয়া 'এক পাউণ্ড মাংস" ঠিকে ঠাকে পায়। লাহে লাহে সৰু-সুৰ জমিদাৰৰপৰা আৰম্ভ কৰি খেতিয়কলৈকে সকলোৰে ঘাটি তাৰ হাতলৈ আহিবলৈ ধৰে। এইদৰেই মহাজন বহুতো সম্পত্তিৰ গৰাকী হৈ নিজেই প্ৰকাণ্ড 'জমিদাৰ-সাৰ' হৈ বহে। যি খেতিয়কে নিজৰ মাটিত হাল বাই খেতি কৰিছিল, সি এতিয়া গণিয়া জমিদাৰ বা 'সাহুকাৰ'ৰ দাসত পৰিণত হয়। ৰায়তৰ অৱস্থা আৰু বেয়া। সি হয় সাহুকাৰ'ৰ দাস নাইবা দিনে দিনে বাঢ়ি অহা মাটিহীন জনসাধাৰণৰ সংখ্যা বৃদ্ধি কৰে। যি মহাজন বা টকাৰ ব্যৱসায়ী এইদৰে মাটিৰ গৰাকী হয়গৈ, তাৰ লগত মাটিৰ বা ৰায়তৰ প্ৰাণৰ সম্বন্ধ নাই। তেনে মহাজনে সাধাৰণতে চহৰত থাকি সুদৰ ব্যৱসায় চলায়, খাজনা আদি আদায় কৰিবৰ কাৰণে মহৰি ৰাখে। ইহঁত যন্ত্ৰৰ দৰে নিষ্ঠুৰ আৰু আনুষ্ঠানিক উপায়েৰে ইহঁতে নিজৰ কৰ্ত্তব্য পালন কৰে।

ক্ৰমে বাঢ়ি অহা কৃষিঋণৰপৰা বুজিব পাৰি, মাটি বিষয়ক ব্যৱস্থা কিমান যুক্তিহীন কিমান ঢিলা। সৰহ ভাগ মানুহৰে কোনো সাঁচতীয়া ধন নাই, কোনো সাঁচতীয়া অস্থাৱৰ সম্পত্তি নাই, দুৰ্দ্দিনত আত্মৰক্ষাৰ উপায় নাই, সদায় তেওঁলোকে এমুঠি আহাৰৰ কাৰণে হাঁহাকাৰ কৰি থাকিবলগীয়া হয়। দুৰ্যোগ বা আকস্মিক বিপদৰপৰা তেওঁলোকে আত্মৰক্ষা কৰিব নোৱাৰে। মাৰি-মৰক হ'লে দলে দলে মৃত্যুৰ মুখত পৰে। ১৯২৯-৩০-ত চৰকাৰ-নিযুক্ত বেঙ্কিং তদন্ত নিয়োগ কমিটীয়ে হিচাপ কৰি পাইছে যে ভাৰতত (ব্ৰহ্মদেশৰ সৈতে) মুঠ কৃষিঋণৰ পৰিমাণ ৮৬০ কোটি টকা। ইয়াৰ ভিতৰত জমিদাৰ, কৃষক-মালিক আৰু ৰায়তসকলৰ ধাৰহে ধৰা হৈছে। কিন্তু ইয়াৰ সৰহ ভাগ হ'ল। খেতিয়কৰ ধাৰ। চৰকাৰৰ মুদ্ৰা-নীতিয়ে মহাজন সম্প্ৰদায়ক সম্পূৰ্ণ সহায় কৰি আহিছে আৰু ইয়াৰপৰাই ধাৰৰ বোজা ক্ৰমে বাঢ়ি আহিছে। ভাৰতবাসীয়ে দুৰ্ব্বোৰ প্ৰতিবাদ কৰাতো বিনিময় নিৰিখ আগৰ

এক চিলিং চাৰি পেন্সৰ ঠাইত এক চিলিং ছয় পেন্স কৰাত কৃষিঋণৰ পৰিমাণ শতকৰা ১২৷৷০ টকা অর্থাৎ ১০৭ কোটি টকা বাঢ়িছে।*

মহাযুদ্ধৰ পিচত হঠাৎ বস্তুৰ দাম কেইদিনমান মানলৈ বাঢ়ি আকৌ পিচত ক্রমান্বয়ে কমি যোৱাত বৰ শোচনীয় হৈছিল। ১৯২৯ চনত পৃথিৱীজোৰা অর্থ-সংকট আহি তাৰ ওপৰতে পৰাত মহা সংকটে দেখা দিলে।

১৯৩১ চনত যুক্তপ্রদেশত আমাৰ প্রস্তাব আছিল যে বস্তুৰ দৰৰ লগত সামঞ্জস্য ৰাখি খাজনা ধাৰ্য্য কৰিব লাগে। অর্থাৎ ১৯৩১ চনত শইচ-প্রশইচৰ যি মূল্য আছিল, সেই নিৰিখে খাজনা ল'ব লাগে। থূল-মূলকৈ ত্ৰিছ বছৰৰ আগতে ১৯০১ চনত সেই অৱস্থা আছিল। ই থূল-মূল হিচাপ হ'লেও ইয়াক কামত খটোৱা সহজ নাছিল। কাৰণ দখলী-স্বত্ব নথকা ৰায়তৰ ৰায়ত আদি নানা ভাগত ৰায়ত বিভক্ত। আৰু এটা উপায় আছিল, আৰু সেই উপয়েই আটাইতকৈ ভাল সন্দেহ নাই। সেই উপায় হৈছে খেতিৰ কামত হোৱা খৰচ আৰু জীৱন ধাৰণৰ উপযোগী মজুৰী বাদ দি প্রত্যেকৰে খাজনা দিয়াৰ যি শক্তি থাকে, সেই শক্তি অনুসৰি খাজনা ঠিক কৰা। সি যিকি নহওক, এই শেহৰ উপায়ে জীৱন ধাৰণৰ খৰচ যিমান পাৰি কমকৈ দেখা যায় যে, ভাৰতত সৰহভাগ মাটিৰ পৰিমাণ লাভজনক নহয় আৰু আমি ১৯৩১ চনত যুক্তপ্রদেশতো ইয়াৰ বহুতো উদাহৰণ দাঙি ধৰিছোঁ। বহুতো ৰায়তৰ পক্ষে সম্পত্তি বিক্রী নকৰি (বিক্রী কৰিবলৈ কিবা থাকিলেও) বা অধিক নিৰিখৰ সুদত টকা ধাৰে লোৱাৰ বাহিৰে কোনো উপায় নাছিল।

যুক্তপ্রদেশৰ কংগ্রেছ কমিটীৰ প্রথম আৰু পৰীক্ষামূলক প্রস্তাব আছিল দখলীস্বত্ব থকা ৰায়তৰ খাজনা শতকৰা পঞ্চাছ টকা কমকৈ ধৰিব লাগে আৰু তাতকৈয়ো বেচি শোচনীয় অৱস্থাত থকা খেতিয়কসকলৰ খাজনা আৰু কমকৈ ধৰিব লাগে। ১৯৩১ চনত মে' মাহত যেতিয়া গান্ধীজী যুক্তপ্রদেশলৈ আহি গৱৰ্ণৰ ছাৰ মেলকম্ হেইলিৰ লগত দেখা কৰিলে, তেতিয়া তেওঁলোকৰ মত নিমিলিল। ইয়াৰ পিচতে গান্ধীজীয়ে যুক্তপ্রদেশৰ জমিদাৰ আৰু প্রজাসকললৈ এখন আবেদনপত্র দিলে। প্রজাসকললৈ দিয়াখনত তেওঁ প্রজাসকলক সাধ্যমতে খাজনা দিবলৈ অনুৰোধ কৰিলে। তেওঁ যি নিৰিখৰ কথা ক'লে, সি আমাৰ আগতে নিৰ্দ্দিষ্ট কৰা নিৰিখতকৈ বহুত বেচি। আমাৰ প্রাদেশিক কমিটীয়ে গান্ধীজীৰ নিৰিখ মানি ল'লে হয়, কিন্তু তাৰপৰা বিশেষ একো লাভ নহ'ল। কাৰণ চৰকাৰে তাক গ্রাহ্য নকৰিলে।

প্রাদেশিক চৰকাৰৰ অৱস্থাও সংকটাপন্ন। মাটিৰ খাজনাই তেওঁলোকৰ প্রধান

* ভাৰতৰ কৃষি-ঋণৰ পৰিমাণ যে ৮৬০ কোটি টকা বুলি ধৰা হৈছে এইটো মোৰ মনেৰে অতিপাত কম ধৰা হৈছে। সি যিকি নহওক এই চাৰি পাঁচ বছৰৰ ভিতৰত ই বহুত বাঢ়িছে সন্দেহ নাই। পঞ্জাব প্রদেশৰ ঋণৰ পৰিমাণ, পঞ্জাৱ বেঙ্কিং-তদন্ত কমিটী (১৯২৯) হিচাপে ১৩৫ কোটি টকা। পঞ্জাবত ঋণ-লাঘৱ আইন প্রণয়নত ছিলেক্ট কমিটীৰ (অক্টোবৰ ১৯৩৪) ৰিপৰ্ট মতে "পঞ্জাবত খেতিয়কসকলৰ ধাৰৰ বোজা অতি বেচি—অতি কম পক্ষেও ২০০ কোটি টকাৰ কম নহব।" এই নতুন হিচাপ মতে আগৰ তদন্ত কমিটীতকৈ শতকৰা ২৫৲ টকা বেচি ধৰা হৈছে। এই বৰ্দ্ধিত হাৰ যদি আন আন প্রদেশ সম্পৰ্কেও ধৰি লোৱা হয় তেন্তে বৰ্ত্তমানে (১৯৩৪) ভাৰতৰ কৃষি-ঋণৰ পৰিমাণ ১২০০ কোটি টকাৰো বেচি হ'ব।

আয়। তাক সমূলি এৰি দিলে বা বেচি পৰিমাণে কমাই দিলে দেউলিয়া হ'ব লাগিব। আনফালে কৃষক-আন্দোলনলৈ তেওঁলোকৰ ভয়ো আছিল, যিমান পাৰি সিমান খাজনা ৰেহাই দি তেওঁলোকে খেতিয়কসকলক শান্ত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু মিতিবো ৰোব চাউলো সিজোৱাৰ দিহা নহ'ল। খেতিয়ক আৰু ৰাষ্ট্ৰৰ মাজত আছে জমিদাবসকল। অৰ্থনৈতিক দৃষ্টিভংগীৰে চালে এওঁলোক অকৰ্ম্মণ্য আৰু ৰঘূমলাৰ দৰে। ৰাষ্ট্ৰ আৰু খেতিয়কৰ কল্যাণৰ কাৰণে এওঁলোকৰ ক্ষতি সাধন কৰিও কিবা কৰিব পৰা গ'লহেঁতেন। কিন্তু বৃটিছ চৰকাৰ যেনেভাৱে গঠিত হৈছে তাৰপৰা এতিয়াও যি যি শ্ৰেণীৰ মানুহ ৰাজনৈতিক কাৰণত এওঁলোকৰ হাতত আছে তাৰে এক শ্ৰেণীৰ মানুহ হ'ল জমিদাৰশ্ৰেণী আৰু এই জমিদাৰশ্ৰেণীক তেওঁলোকে তেওঁলোকৰ স্নেহৰপৰা বঞ্চিত কৰিব নোৱাৰে।

অৱশেষত প্ৰাদেশিক চৰকাৰে জমিদাৰ আৰু প্ৰজাৰ খাজনা কম কৰাৰ ঘোষণা কৰিলে। এই ব্যৱস্থা ইমান জটিল যে সহজে একো বুজিবলৈ উপায় নাই। কিন্তু প্ৰয়োজনৰ তুলনাত ই যে বহুত কম, তাক ফট্‌ফটীয়াকৈ বুজা গ'ল। ইয়াত চলিত বছৰৰ খাজনাৰ কথাহে উল্লেখ কৰা হৈছিল, প্ৰজাসকলৰ আগৰ বাকী খাজনা বা আন দিবলগীয়া টকাৰ বিষয় উল্লেখ নাছিল। যদি প্ৰজাই চলিত বছৰৰ প্ৰথম ছমাহৰ কিস্তি শোধাব নোৱাৰে, তেনেহলে বাকী টকা কেনেকৈ আদায় কৰিব? জমিদাৰসকলৰ চলি অহা ৰীতি হৈছে যে তেওঁলোকে আগৰ বাকী খাজনা আদায় নোহোৱালৈকে চলিত বছৰৰ খাজনা নলয়। প্ৰজাৰ ফালৰপৰা এই নিয়ম অতি বিপদৰ কথা। কাৰণ যি কোনো সময়তে কিস্তি আদায় দিব নোৱাৰাৰ কাৰণে মাটি নীলামত বিক্ৰী হৈ যাব পাৰে।

প্ৰাদেশিক কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতি বৰ আহুতকালত পৰিল। আমি বুজিলোঁ ৰায়তৰ প্ৰতি অবিচাৰ কৰা হৈছে; কিন্তু আমি তাৰ একো প্ৰতিকাৰ কৰিব নোৱাৰিলোঁ। ৰায়তসকলক খাজনা নিদিবলৈ পৰামৰ্শ দিয়াৰ দায়িত্ব লোৱাৰ ইচ্ছা আমাৰ নাছিল। আমি তেওঁলোকক সাধ্যমতে খাজনা দিব লাগে বুলি বুজাবলৈ ধৰিলোঁ আৰু তেওঁলোকৰ দুৰ্ভাগ্যৰ কাৰণে সহানুভূতি জনাই আৰু আশা-ভৰসা দি থাকিলোঁ। খাজনা ৰেহাই দিয়াৰ পিচতো তেওঁলেকৰপৰা সাধ্যৰ অতীতভাৱে দাবী কৰা হ'ল।

আইনসংগত আৰু আইন-বহিৰ্ভূত উৎপীড়নৰ যন্ত্ৰ চলিবলৈ ধৰিলে। হেজাৰ হেজাৰ উচ্ছেদৰ গোচৰ তৰা হ'ল আৰু তাৰ লগে লগে আহিল গৰু-গাই অস্থাৱৰ সম্পত্তি ক্ৰোক; জমিদাৰৰ মহৰিহঁতেও মাৰ-ধৰ কৰিবলৈ ধৰিলে। বহুসংখ্যক ৰায়তেই আংশিকভাৱে খাজনা দিলে। তেওঁলোকৰ মতে সিমানকেহে তেওঁলোকে দিব পাৰে। বোধহয়, কোনো কোনো ঠাইত কিজানি দুই এজনে ইয়াতকৈ বেচি দিব পাৰিলেহেঁতেন, কিন্তু সৰহখিনি প্ৰজাৰ পক্ষে ইয়েই অতি বেচিহে। আংশিক খাজনা দি তেওঁলোকে ৰেহাই নেপালে। আইনৰ দলন-যন্ত্ৰ চলিবলৈ ধৰিলে, যাকে যতে পালে নিষ্ঠুৰভাৱে পিহি নিলে। আংশিকভাৱে খাজনা দিয়াতো উচ্ছেদৰ মকৰ্দ্দমাৰ ডিক্ৰি চলি থাকিল। গৰু-গাই, ব্যক্তিগত অস্থাৱৰ সম্পত্তি ক্ৰোক আৰু নীলামত বিক্ৰী হ'বলৈ ধৰিলে। খাজনা নিদিলেও ৰায়তসকলৰ অৱস্থা ইয়াতকৈ

বেয়া নহ'লহে'তেন। বৰং তেওঁলোকৰ ভালেই হ'লহে'তেন; কাৰণ সেইখিনি টকা তেওঁলোকে বচাব পাৰিলেহে'তেন।

তেওঁলোকে দলে দলে আহি আমাৰ ওচৰত দুখেৰে আমাকে দোষ দিয়াৰ দৰে কবলৈ ধৰিলে, আমাৰ কথামতে খাজনা দিও তেওঁলোকৰ এই দশা হ'ল! অকল এলাহাবাদ জিলাতে হেজাৰ হেজাৰ খেতিয়কৰ মাটি গ'ল, আৰু বহু হেজাৰ খেতিয়কৰ নামত গোচৰ চলিবলৈ ধৰিলে। জিলা কংগ্ৰেছৰ কাৰ্য্যালয়ত গোটেই দিনটো উত্তেজিত জনতাই হে'চা-ঠেলা কৰি থাকে। আমাৰ ঘৰতো সেই একে অৱস্থা -সময়ে সময়ে এই অৱস্থাৰপৰা হাত সাৰিবৰ কাৰণে আমাৰ পলাই যাবৰ মন যায়, লুকাই থাকিবৰ ইচ্ছা হয়। বহুতো বায়ত আহি শৰীৰত বেতৰ কোবৰ চিন দেখুৱাই কয় জমিদাৰৰ মহৰি-পাইকহ'তে সেয়া মৰিছে। আমি হাস্পতালত তেওঁ লোকৰ চিকিৎসাৰ ব্যৱস্থা কৰোঁ। তেওঁলোকেই নো কৰে কি? আমি অৱস্থা বৰ্ণনা কৰি প্ৰাদেশিক চৰকাৰলৈ দীঘলীয়া চিঠি লিখিবলৈ ধৰিলোঁ। নাইনিতাল আৰু লক্ষ্ণৌত প্ৰাদেশিক চৰকাৰৰ লগত কথা-বাৰ্ত্তাৰ আদান-প্ৰদানৰ কাৰণে কংগ্ৰেছ কমিটীয়ে গোবিন্দবল্লভ পন্থক নিযুক্ত কৰিছিল। তেৰোঁ চৰকাৰলৈ সদায় চিঠি লিখিবলৈ ধৰিলে। আমাৰ সভাপতি ডাক্তাৰ আন্দুক এ কে. ছেৰোৱানী আৰু মযো মাজে সময়ে চিঠি লিখিছিলোঁ।

জুন-জুলাই মাহত বাৰিষা আৰু এটা বিপদ আহি পৰিল। এতিয়া হাল বাবলৈ কঠীয়া পাৰিবৰ সময়। যিসকল প্ৰজাক উচ্ছেদ কৰা হ'ল, তেওঁলোকে নো হাত সাৰটি বহি থাকি তেওঁলোকৰ পতিত মাটিখিনি চাই থাকিব নে? খেতিয়কৰ পক্ষে ই অতি টান কথা! তেওঁলোকৰ সেইটো স্বভাৱেই নহয়! আইনৰ বলত উচ্ছেদ কৰিব লগা বুলি প্ৰমাণ হ'লেও প্ৰকৃততে তেওঁলোকে মাটি বেদখল কৰা নাই। আদালতত বিক্ৰীৰ পিচত বিশেষ একোকে কৰা নহ'ল। এতিয়া যদি তেওঁলোকে মাটিত নাঙল লগায়, সেইটো ফৌজদাৰী আইন মতে অনধিকাৰ প্ৰৱেশ হ'ব, সৰু সুৰা মৰা-মৰিও হ'ব পাৰে। আন কোনোবাই আহি তেওঁলোকৰ মাটিত খেতি কৰিব সেইটো সহ্য কৰাও খেতিয়কৰ পক্ষে টান কথা। তেওঁলোকে আমাৰপৰা উপদেশ বিচাৰিলে আমি জানো উপদেশ দিব পাৰোঁ।

জহকালি মই যেতিয়া গান্ধীজীৰ লগত ছিমলালৈ গৈছিলোঁ, তেতিয়া ভাৰত চৰকাৰৰ এজন উচ্চ কৰ্ম্মচাৰীৰ আগত এই আহুকালৰ কথা কৈছিলোঁ আৰু আমাৰ নিচিনা অৱস্থাত পৰিলে তেওঁ কি কৰিলহে'তেন তাকো সুধিছিলোঁ। তেওঁৰ উত্তৰত মোৰ চকু মুকলি হ'ল। তেওঁ ক'লে, যি ৰায়তৰ মাটি উচ্ছেদ কৰা হৈছে তেনে এজনে যদি এই প্ৰশ্ন কৰিলেহেতেন তেন্তে তেওঁ বোলে একো উত্তৰ নিদিলে হে'তেন। আইন মতে যদিও মাটিৰপৰা উচ্ছেদ কৰা হৈছে তথাপি তেওঁ বোলে খেতি নকৰিবা বুলি নকলেহে'তেন। ছিমলাৰ ওখ টিঙত বহি এনেকৈ কোৱা সহজ, কিন্তু ফাইলত হুকুম দিয়া বা অঙ্ক কৰি উত্তৰ উলিওৱা এইটো নহয়। তেওঁ বা নাইনিতালৰ ডাঙৰ ডাঙৰ বিষয়াসকল কেতিয়াও মানুহৰ সংস্পৰ্শলৈ নাহে, মানুহৰ দুখ-দুৰ্গতি তেওঁলোকৰ চকুত নপৰে।

ছিমলাত আমাক কোৱা হ'ল আমি বোলে খেতিয়কসকলক এটা মাত্ৰ উপদেশ

দিব পাৰোঁ যে, তেওঁলোকে সম্পূৰ্ণ খাজনা দিয়া উচিত, একেবাৰেই নিৰুপায় হ’লেহে যিমান পাৰি সিমান দিব লাগে। আচলতে আমি তেওঁলোকক সাধ্যমতে খাজনা দিবলৈ কৈছোঁ। অৱশেষ আমি তেওঁলোকক ঘৰত পোহা জন্তু বিক্ৰী কৰিবলৈ বা আকৌ দুনাই ধাৰ ল’বলৈ হাক দিছিলোঁ আৰু তাৰ ফল হি হ’ল তাকো দেখিলোঁ।

সেইবাৰৰ উৎপাত গৰমত আমাৰ দুখ-ভাগৰৰ সীমা নাছিল। ভাৰতীয় খেতিয়কসকলৰ দুখ-দুৰ্গতি সহ্য কৰিবলৈ আচৰিত শক্তি আছে। আকাল, বান-পানী, ৰোগ, মাৰি মৰক, চিৰ দাৰিদ্ৰ্যৰ নিষ্পেষণ,--তেওঁলোকৰ কামত ইয়াৰ সৰহ ভাগৰে বোজা পৰে। যেতিয়া সহ্য কৰিব নোৱাৰা হয়গৈ, তেতিয়া নীৰৱে কাকো নুদুষি হেজাৰে হেজাৰে মৃত্যুবৰণ কৰে। তেওঁলোকৰ আগত এই বাটেই মুকলি। অতীতৰ দুখ-কষ্টৰ তুলনাত ১৯৩১ চনত নতুন একো ঘটনা হোৱা নাই। কিন্তু যেনেকৈয়ে নহওক, এই বছৰত তেওঁলোকে দেখা পালে বুদ্ধিৰ অতীত কোনো প্ৰাকৃতিক দুৰ্যোগৰ কাৰণে ই হোৱা নাই যে, নিৰুপায়ভাৱে তাকে সহ্য কৰি থাকিব লাগিব। এই দুৰ্দ্দশা মানুহৰেই সৃষ্টি দেখি তেওঁলোকৰ খং উঠি গ’ল। তেওঁ-লোকৰ ৰাজনৈতিক শিক্ষাই ফল ধৰিলে। ১৯৩১-ৰ ঘটনাসমূহ আমাৰ কাৰণেও দুখৰ কথা; কিয়নো ইয়াৰ কাৰণে আমিও অলপ আচৰপ দোষী। খেতিয়কসকলে কোনো অমাৰ পৰামৰ্শমতেই কাম কৰা নাই? মই ন-দি ক’ব পাৰোঁ আমি সদায় সহায় কৰি নথকা হ’লে অৱস্থা আৰু শোচনীয় হ’লহেঁতেন। আমিয়েই তেওঁ-লোকক সংঘবদ্ধ কৰি শক্তিশালী কৰি তুলিছিলোঁ কাৰণেই, তেওঁলোকে বৰ্ধিত হাৰত খাজনা বেহাই পাইছিল, নহ’লে ই সম্ভৱ নহ’লহেঁতেন। তেওঁলোকে যিখিনি পোচাৰা-জেওঁৰা, মাৰ-ধৰ খাবলগীয়া হৈছে সেয়া যিমানেই নিষ্ঠুৰ নহওক, তেওঁ-লোকৰ পক্ষে একো নতুন কথা নহয়। কেৱল প্ৰয়োগৰ উনৈছ-বিছ (বৰ্ত্তমান ই আৰু বিচ) আৰু প্ৰচাৰৰ ওপৰতে কথা। সাধাৰণত জমিদাৰৰ মহাৰিৰ দুৰ্ব্যবহাৰ আৰু অত্যাচাৰ উৎপীড়ন, সচৰাচৰ ঘটা ঘটনাই। যদি হতভগীয়া মানুহটোৰ জীৱন শেষ নহয়, তেন্তে আন ঠাইৰ অতি কম মানুহেই হে তাৰ ওপৰত কৰা অত্যাচাৰৰ কথা শুনিবলৈ পায়। বৰ্ত্তমান ইয়াৰ অলপ সাল-সলনি হৈছে, কাৰণ আমাৰ সংঘবদ্ধতা আৰু খেতিয়কসকলৰ নৱজাগৰণৰ ফলত সকলো ধৰণৰ দুৰ্ব্যৱহাৰৰ খবৰেই কংগ্ৰেছৰ কাৰ্য্যালয়লৈ আহে।

গৰম বাঢ়ি অহাৰ লগে লগে বলেৰে খাজনা আদায় কৰা অৱস্থা ঢিলা পৰি আহিল, অত্যাচাৰো কমিল। মাটিৰপৰা খেদাখেদা বহুতো বায়তৰ কাৰণে আমি অতিব্যস্ত হৈ পৰিলোঁ। তেওঁলোকক কি কৰিব পাৰি? সৰহ ভাগ মাটি পতিত হৈ পৰি আছিল কাৰণেই আমি মাটি ওভতাই দিবলৈ চৰকাৰক লাগিলোঁ। ভৱিষ্যতৰ প্ৰশ্ন আৰু জৰুৰী। যি খাজনা বেহাই দিয়া হৈছে, সি আগৰ কিস্তিৰ কাৰণেহে. ভৱিষ্যতৰ কাৰণে একো ব্যৱস্থাই হোৱা নাই। অক্টোবৰৰপৰা নতুন কিস্তিৰ খাজনা আৰম্ভ হ’ব। তেতিয়া কি হ’ব? আকৌ আগৰ দৰেই অত্যাচাৰৰ মাজেদিয়েই আগবাঢ়িব লাগিব নে কি? কথাটো বিবেচনা কৰিবৰ কাৰণে প্ৰাদেশিক চৰকাৰে চৰকাৰী কৰ্ম্মচাৰী আৰু কেইজনমান জমিদাৰেৰে এখন কমিটী গঠন কৰিলে।

খেতিয়কৰ কোনো প্ৰতিনিধি ইয়াত লোৱা নহ'ল। শেষ মুহূৰ্ত্তত, কমিটীৰ কাম আৰম্ভ হোৱাৰ সময়ত গোবিন্দবল্লভ পন্থক চৰকাৰৰ ঘৰৰপৰা অনুৰোধ জনোৱা হ'ল। তেতিয়া জৰুৰী বিষয়াবিলাকৰ আলোচনা শেষ হৈ গৈছে, এতেকে ইমান পলমকৈ কমিটীত যোগ দিয়াটো সমীচীন বুলি তেওঁ নেভাবিলে।

যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটীয়েও খেতি সম্পৰ্কীয় অতীত আৰু বৰ্ত্তমান তথ্য সংগ্ৰহ কৰি বৰ্ত্তমান অৱস্থা নিৰ্ণয় কৰিবৰ কাৰণে এটা সৰু কমিটি গঠন কৰিলে। এই কমিটীয়ে যুক্তপ্ৰদেশত খেতিয়কসকলৰ বিতং অৱস্থা বৰ্ণনা কৰি এখন দীঘলীয়া বিৱৰণী ৰচনা কৰিলে। শইচ-প্ৰশইচৰ দাম কমি যোৱাৰ কাৰণে অৱস্থা কিমান শোচনীয় হৈ গৈছে, তাকো ফঁহিয়াই দেখুৱালে। নানা বিষয়ৰ আলোচনা সেই বিৱৰণীত আছিল। গোবিন্দবল্লভ পন্থ, ৰফি আহমদ কিডোৱাই আৰু বেঙ্কটেশ নাৰায়ণ তেৱাৰীৰ চহীত বিৱৰণীখন পুস্তিকাৰ আকাৰত প্ৰকাশ কৰা হ'ল।

এই ৰিপৰ্ট প্ৰকাশ হোৱাৰ বহুত আগতেই গান্ধীজী ঘূৰণীয়া মেজ-মেলৰ বৈঠকৰ কাৰণে লণ্ডনলৈ গৈছিল। যোৱাৰ আগতে তেওঁ ঘোঁহো-নেহোঁ কৰিছিল যে, যদি লণ্ডনলৈ যোৱা নহয়গৈ, তেনেহ'লে যুক্তপ্ৰদেশলৈ আহি এই জটিল সমস্যা সমাধান কৰাত তেওঁ লাগিব পাৰে। ছিম্‌লাত চৰকাৰ লগত একেবাৰেই শেহতীয়া আলোচনাত আন আন বিষয়ৰ লগতে যুক্তপ্ৰদেশৰ কথাও আলোচনা কৰা হৈছিল। তেওঁ ইংলণ্ডলৈ যাত্ৰা কৰাৰ পিচত আমি নিয়মিতভাৱে তেওঁলৈ খবৰ পঠিয়াই থাকোঁ। প্ৰথম দুমাহ মই নিয়মিতৰূপে প্ৰতি সপ্তাহে সাধাৰণ আৰু বিমান-ডাকত তেওঁলৈ চিঠি দিওঁ। শেহলে সোনকালেই উভতিব বুলি আমি নিয়মিতভাৱে খবৰ নপঠোৱা হ'লোঁ। তেওঁ আমাক কৈ গৈছিল। যে, তেওঁ তিনি মাহৰ ভিতৰতে উভতিব। নৱেম্বৰ মাহত তেওঁ উভতি অহাৰ আগতে ভাৰতত কোনো সংকট আহি পৰিব বুলি আমি ভবা নাছিলোঁ। তেওঁ নথকাত যাতে চৰকাৰৰ লগত কোনো কাজিয়া-পেচাল নেলাগে, তাৰ কাৰণে আমি সাৱধনে আছিলো। যি হওক তেওঁ উভতি অহা বৰ পলম হ'বলৈ ধৰিলে আৰু কৃষক-সমস্যাও অতি সোনকালে কঠিন হৈ আহিল। আমি টেলিগ্ৰাম কৰি তেওঁক বিতং বাৰ্তাৰ জনালো আৰু তেওঁৰ উপদেশ বিচাৰিলোঁ। তেওঁ টেলিগ্ৰামেৰে উত্তৰ দিলে, এই বিষয়ে তেওঁ নিজকে অসহায় বোধ কৰিছে' আমাক তেওঁ নিজৰ বিবেচনা মতেই কাম কৰিবলৈ উপদেশ দিলে।

প্ৰাদেশিক কংগ্ৰেছ কৰ্তৃপক্ষই কাৰ্য্যকৰী সমিতিকো গোটেই অৱস্থা জনালে। বুজি কাৰ্য্যকৰী সমিতিয়ে আমাৰ প্ৰাদেশিক সভাপতি তাছাদ্দুক চেৰোৱানী আৰু এলাহাবাদ জিলাৰ সভাপতি পুৰুষোত্তম দাস টেণ্ডনৰ লগত পৰামৰ্শ কৰিবলৈ ধৰিলে।

চৰকাৰী কৃষি-কমিটীৰ প্ৰতিবেদন কিছুমান মন্তব্যৰ সৈতে সোনকালেই প্ৰকাশিত হ'ল। তাত কিছুমান লৰ'লগা ব্যৱস্থাৰ কথা কোৱা হৈছিল যিবোৰ আছিল জটিল আৰু অস্পষ্ট আৰু ভালেখিনি দায়িত্ব স্থানীয় বিষয়াসকলৰ ওপৰতে এৰি দিয়া হৈছিল। আগৰ কিস্তিতকৈয়ো এইবাৰ আৰু অলপ সৰহ খাজনা ৰেহাই দিয়াৰ প্ৰস্তাৱ হ'ল। কিন্তু আমাৰ মতে সিয়ো যথেষ্ট হোৱা নাই। চৰকাৰী ব্যৱস্থাৰ নীতি আৰু প্ৰয়োগবিধি—এই দুয়োটা কথাতে আমি আপত্তি জনালোঁ।

চৰকাৰী বিপৰ্টত কেৱল ভৱিষ্যতৰ কথাকে ধৰা হৈছিল; বাকী থকা খাজনা আন আন দিবলগীয়া টকা আৰু অগণন মাটিহীন খেতিয়কৰ বিষয়, কোনো উল্লেখ নাছিল। আমি এতিয়া কি কৰিম? মোৰা বসন্ত আৰু জহকালি আমি যেনেকৈ সাধ্যমতে খাজনা দিবলৈ উপদেশ দিছিলোঁ, এতিয়াও তাকে কৰিব লাগিব নে কি? কিন্তু তাৰ পৰিণাম জানো একেই নহব? আগৰ অভিজ্ঞতাৰপৰা আমি দেখিবলৈ পাইছোঁ যে, এনে ধৰণৰ যুক্তিহীন উপদেশ আকৌ এবাৰ দিয়াটো ঠিক নহ'ব। হয় খেতিয়ক-সকলে প্ৰাণপণে চেষ্টা কৰি গোটেই খাজনা আদায় কৰি দিয়ক, নহ'লে এতিয়া একো নিদি ভৱিষ্যতৰ কাৰণে বাটচাই থাকক। আংশিক খাজনা দিলে জাতো যায় পেটো নভৰে। খেতিয়কসকলো সৰ্ব্বস্বান্ত হয় আৰু তেওঁলোকৰ মাটিও পৰৰ হাতলৈ যায়।

প্ৰদেশ কংগ্ৰেছ কমিটীয়ে সুস্থিৰভাৱে ভাবি-চিন্তি দেখিলে যে, বৰ্ত্তমান ৰূপত চৰকাৰী প্ৰস্তাৱসমূহ গ্ৰহণযোগ্য হৈ থকা নাই। অৱশ্যে জহকালিৰ প্ৰস্তাৱত যিমানখিনি ৰেহাই দিয়া হৈছিল তাতকৈ ইয়াত বেচি দিয়াৰ ব্যৱস্থা আছে। চৰকাৰী প্ৰস্তাৱসমূহ কৃষকসকলৰ পক্ষে আৰু বেচি অনুকূল কৰিবৰ সম্ভাৱনা আছিল বুলি আমি চৰকাৰক টানি ধৰিলোঁ; কিন্তু বিশেষ আশাজনক যেন নেদেখিলোঁ। যি সংঘৰ্ষৰপৰা আমি আঁতৰত থাকিবলৈ বিচাৰিছিলোঁ সেয়ে আমাৰ সমুখলৈ বেগেৰে আহিবলৈ ধৰিলে। কংগ্ৰেছৰ প্ৰতি প্ৰাদেশিক চৰকাৰ আৰু ভাৰত চৰকাৰৰো মনোভাৱ ক্ৰমে বেচি কঠিন হৈ আহিবলৈ ধৰিলে। আমাৰ দীঘলীয়া চিঠিবিলাকৰ উত্তৰ আমি অতি চমুকৈ পাইছিলোঁ আৰু তাত আমাক স্থানীয় বিষয়াসকলৰ ওচৰ চাপিবলৈ ইংগিত দিয়া হৈছিল। স্পষ্টভাৱেই আমি জানিব পাৰিলোঁ চৰকাৰে কোনোমতেই আমাক উৎসাহ দিব নোখোজে। খেতিয়কসকলক খাজনা ৰেহাই দিয়াৰ কাৰণে কংগ্ৰেছৰ মৰ্য্যাদা বাঢ়িব, এই কথাটো চৰকাৰৰ পক্ষে এটা অসহ্য সমস্যা হৈ উঠিল। চৰকাৰী মৰ্য্যাদাৰ ফালৰপৰাই সকলো কথা ভবাটো তেওঁলোকৰ এটা বহু-দিনীয়া অভ্যাসত পৰিণত হৈছে। জনসাধাৰণে খাজনা ৰেহাই দিয়াৰ কাৰণে কংগ্ৰেছৰ শলাগ ল'ব—এইটো তেওঁলোকৰ পক্ষে অসহ্য হৈ উঠিছিল। আৰু যাতে এনেকুৱা ধাৰণা কাৰো হ'ব নোৱাৰে, তাৰ কাৰণে তেওঁলোকে সাধ্যমতে চেষ্টা কৰিবলৈ ধৰিলে।

ইতিমধ্যে দিল্লী আৰু আন আন ঠাইৰপৰা খবৰ পাবলৈ ধৰিলোঁ যে, ভাৰত চৰকাৰে গোটেই কংগ্ৰেছী আন্দোলনৰ বিপক্ষে বিৰাটভাৱে দমনৰ আয়োজন কৰিছে। এটা কেঞা আঙুলিৰ সঙ্কেতত এতিয়া আমাক বৃশ্চিকৰ দলে আহি শাস্তি বিধান কৰিব। তেওঁলোকে কি কৰিব খুজিছে তাৰ বিতং বিৱৰণো আমি পাবলৈ ধৰিলোঁ। নবেম্বৰ মাহৰ এসময়ত মোৰ মনত আছে, ডাঃ আনছাৰীয়ে মোক (আকৌ বেলেগ কংগ্ৰেছৰ সভাপতি চৰ্দ্দাৰ বল্লভভাই পেটেলেকো) খবৰ দিলে—আমি যি খবৰ পাইছোঁ সি বোলে সঁচা, সীমান্ত প্ৰদেশ আৰু যুক্তপ্ৰদেশত কি ধৰণৰ অধ্যাদেশ চলিব, তাৰো বিতং বিৱৰণ তেওঁ জনালে। বঙ্গদেশে, মোৰ বিশ্বাস, ইতিমধ্যে নতুন অধ্যাদেশ পুৰস্কাৰস্বৰূপে পাইছেই, আৰু পোৱা নাই যদিও পাব। দুমাহৰ পিচত নতুন অধ্যাদেশবিলাক জাৰি হ'লত দেখা গ'ল, ডাঃ আনছাৰীৰ বিৱৰণ আখৰে আখৰে

স'চা। ঘূৰণীয়া মেজ-মেলৰ বৈঠকে অপ্ৰত্যাশিতভাৱে দীঘলীয়া হোৱাৰ কাৰণে চৰকাৰে নতুন অধ্যাদেশবিলাক প্ৰয়োগ কৰাত পলম কৰিছিল বুলি সকলোৰে বিশ্বাস হৈছিল। ঘূৰণীয়া মেজ-মেলৰ বৈঠকত যেতিয়া মিছা আশাৰ মধুৰ বাণী পৰম্পৰৰ মাজত ফুচফুচাই কোৱা-কুই হৈছিল, তেতিয়া চৰকাৰে ভাৰতত ব্যাপকভাৱে দমন-নীতি প্ৰয়োগ নকৰাকৈ থাকিবলৈ বিচাৰিছিল।

গতিকে মনোমালিন্য বাঢ়িবলৈ ধৰিলে, আমাৰ ক্ষুদ্ৰ শক্তিৰে যিমানেই বাধা দিবলৈ যত্ন নকৰোঁ ঘটনাৰ চকৰি ঘূৰিয়েই থাকিল আৰু কোনেও তাৰ পূৰ্ব্বনিশ্চিত গতি ৰোধ কৰিব নোৱাৰাত পৰিল। আমাৰ সাধ্যৰ ভিতৰত আছিল মাত্ৰ তাৰ সম্মুখীন হোৱা আৰু গাইগুটীয়া আৰু যুটীয়াভাৱে জীৱন-নাটত—এই নাট বিয়োগান্ত হোৱাটোৱেই বেচি সম্ভৱ—নিজ নিজ ভূমিকা ল'বলৈ সজু হোৱা। কিন্তু আমি আশা কৰিছিলোঁ—শক্তিৰ সংঘাতৰ সমুখৰ আঁৰ-কাপোৰ তোলাৰ আগতে গান্ধীজী আহি যুদ্ধই হওক শান্তিয়েই হওক তাৰ দায়িত্ব তেওঁৰ নিজৰ কান্ধত তুলি ল'বহি। তেওঁ নহ'লে সেই ভাৰ কান্ধত ল'বলৈ আমাৰ গাত শক্তি নাই।

যুক্তপ্ৰদেশত চৰকাৰে আৰু এটা এনেকুৱা কাম কৰিলে যাৰ ফলত গাঁও অঞ্চল তেনেই কঁপি উঠিল। খাজনা ৰেহাইৰ যিবিলাক জাননী প্ৰজাৰ মাজত বিলাই দিয়া হ'ল, তাত এই ৰেহাই দিয়াৰ নিৰিখ লিখি দিয়া আছিল। তাৰ লগত এই ভীতি-পূৰ্ণ সাৱধান বাণী আছিল যে, এমাহৰ ভিতৰতে (ক'ৰবাত আক' তাৰো কম সময়হে উল্লেখ কৰা আছিল) গোটেইখিনি টকা আদায় নকৰিলে খাজনা ৰেহাই উঠাই লোৱা হ'ব। ইয়াৰ অৰ্থ মাটিৰপৰা উচ্ছেদ, অস্থাৱৰ সম্পত্তি ক্ৰোক ইত্যাদি। সাধাৰণ বছৰত বায়তে ২/৩ মাহৰ কিস্তি দি দি টকা আদায় কৰে, কিন্তু এই ক্ষেত্ৰত সেই সময় কণো দিয়া নহ'ল। গোটেই অঞ্চল অকস্মাৎ বিপদত পৰিল, প্ৰজাসকলে জাননী হাতত লৈ ইফালে-সিফালে লৰা-ঢপৰা কৰি প্ৰতিবাদ আৰু অভিযোগ কৰিবলৈ ধৰিলে আৰু পৰামৰ্শ বিচাৰিলে। চৰকাৰ বা তেওঁলোকৰ স্থানীয় বিষয়াসকলৰ পক্ষে এইদৰে ভয় দেখুৱাটো অতিপাত বুদ্ধিহীনতাৰ কাম আছিল। আমি পিচত শুনিছিলোঁ--তাৰ ওপৰত বোলে বৰ বেচি গুৰুত্ব আৰোপ কৰা হোৱা নাছিল। কিন্তু ইয়াৰ ফলত শান্তিপূৰ্ণভাৱে সমাধান কৰাৰ সম্ভাৱনা বহুতখিনি কমি গ'ল আৰু দোপত দোপে আগবাঢ়ি ই সংঘৰ্ষ অনিবাৰ্য্য কৰি তুলিলে।

খেতিয়কেই হওক, কংগ্ৰেছেই হওক সকলোৱেই অনুভৱ কৰিলে যে, অতি সোনকালে কাৰ্য্যপন্থা ঠিক কৰি লোৱাৰ আৱশ্যক হৈছে; গান্ধীজী উভতি আহিব বুলি বাটচাই থাকি বৰ্ত্তমানৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণৰ কথা পেলাই থব নোৱাৰি। আমি কি কৰিম? কি উপদেশ দিম? মই জানো ইমান কম সময়ৰ ভিতৰত খেতিয়ক-সকলৰ পক্ষে চৰকাৰে দাবী কৰা মতে খাজনা দিব পৰাটো সম্ভৱ নহয়। এই অৱস্থাত আমি নো কেনেকৈ তেওঁলোকক তাকে কৰিবলৈ উপদেশ দিওঁ? আৰু বাকী থকা খাজনাৰ নো বাৰু কি হব? যদি তেওঁলোকে দাবীৰ গোটেইখিনি বা তাৰ সৰহভাগ পৰিশোধ কৰে তেনেহলে আগৰ বাকী থকা খাজনাৰ লগত জমা হৈ তেওঁ-লোকক উচ্ছেদ কৰাৰ সম্ভাৱনাও থাকি যাব নে কি?

এলাহাবাদ কংগ্ৰেছ কমিটীয়ে প্ৰভাৱশালী কেবাজনো খেতিয়কলৈ বিৰোধিতা

কৰিবলৈ ওলাল। এওঁলোকে ঠিক কৰিলে যে খেতিয়কসকলক খাজনা আদায় দিবৰ কাৰণে উপদেশ দিব নোৱাৰি। যি হওক, কথা উঠিল যে, প্ৰাদেশিক কৰ্তৃপক্ষ তথা নিখিল ভাৰত কাৰ্য্যকৰী সমিতিৰ সম্মতি নহ'লে এনেকুৱা আক্ৰমণাত্মক উপায় অবলম্বন কৰিব নোৱাৰি। গতিকে জিলা আৰু প্ৰদেশৰ পক্ষৰপৰা পুৰুষোত্তমদাস টেণ্ডন আৰু তাছান্দুক ছেৰোৱানীয়ে কাৰ্য্যকৰী সমিতিৰ ওচৰত তেওঁলোকৰ ক'বলগীয়াখিনি ক'লে। সমস্যা কেৱল এলাহাবাদ জিলাতে আৱদ্ধ আছিল। আমি অনুভৱ কৰিলোঁ এই সমস্যা সম্পূৰ্ণ অৰ্থনৈতিক হ'লেও ৰাজনৈতিক অসন্তোষৰ কাৰণে ইয়াৰ পৰিণাম বহুত দূৰলৈকে যাবগৈ পাৰে। এলাহাবাদ জিলা কমিটীয়ে জানো সাময়িকভাৱে খেতিয়কসকলক খাজনা দিয়া বন্ধ কৰিবলৈ উপদেশ দি সুবিধা-জনক সৰ্ত্তৰ কাৰণে আকৌ চৰকাৰৰ লগত কথা-বতৰা চলাব? এই প্ৰশ্ন লৈ আলোচনা আৰম্ভ কৰিলোঁ, কিন্তু আমি নো কি কৰিব পাৰোঁ? কাৰ্য্যকৰী সমিতিয়ে গান্ধীজী উভতি অহাৰ আগেয়েই চৰকাৰৰ লগত সংঘৰ্ষ নহ'বৰ কাৰণে প্ৰাণপণে যত্ন কৰিবলৈ ধৰিলে। অৰ্থনৈতিক সমস্যা যাতে শ্ৰেণী সংঘৰ্ষত পৰিণত হ'বলৈ নেপায় তালৈ তেওঁলোকে চকু ৰাখিলে। ৰাজনৈতিক পথেদি কাৰ্য্যকৰী সমিতি যথেষ্ট আগবঢ়া আছিল যদিও সমাজনৈতিক পথেদি সিমান নাছিল। আৰু তেওঁলোকে ৰায়ত-জমিদাৰৰ বিৰোধ সম্পৰ্কে আলোচনা কৰিবলৈ ভাল নেপাইছিল।

মোৰ সমাজতান্ত্ৰিক মনোভাৱ দেখি অৰ্থনৈতিক আৰু সমাজতান্ত্ৰিক বিষয়ত মোৰ পৰামৰ্শ লোৱাটো তেওঁলোকে নিৰাপদ বুলি নেভাবিছিল। কিন্তু কাৰ্য্যকৰী সমিতিয়ে যেন যুক্তপ্ৰদেশৰ সমস্যা ভালকৈ উপলব্ধি কৰে, সেয়ে মোৰ মনোবাঞ্ছা আছিল। কাৰণ আমাৰ মাজত আৰু বেচি চৰমপন্থী আৰু সোঁপন্থী সদস্য-সকলেও অনিচ্ছাৰে হলেও, ঘটনাৰ পাকত পৰি কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। গতিকে আমাৰ কাৰ্য্যকৰী সমিতিৰ সভাত ছেৰোৱানী আৰু আমাৰ প্ৰদেশৰ আন আন লোক থকাত মই আনন্দ পালোঁ। ছেৰোৱানী (আমাৰ প্ৰাদেশিক সভাপতি) কেতিয়াও উগ্ৰপন্থী নাছিল। ৰাজনীতিয়েই হওক বা অৰ্থনীতিয়েই হওক দুয়ো ফালৰপৰাই তেওঁ যুক্তপ্ৰদেশ কংগ্ৰেছ কমিটীৰ বিৰুদ্ধে মত পোষণ কৰিছিল। কিন্তু নিজে সেই কমিটীৰ সভাপতি হৈ যেতিয়া কাৰ্য্যভাৰ ল'বলগীয়াত পৰিল, তেওঁ উপলব্ধি কৰিলে যে আমাৰ কাৰণে আৰু আন পথ নাই। ইয়াৰ পৰৱৰ্ত্তী যি কোনো কাৰ্য্যপন্থাকে প্ৰাদেশিক কমিটীয়ে সদায় তেওঁৰ সহযোগিতাতে অৱলম্বন নকৰি চৰকাৰৰ লগত আলোচনা চলায়।

তাছান্দুক ছেৰোৱানীৰ যুক্তিপূৰ্ণ মন্তব্যত কাৰ্য্যকৰী সমিতিৰ সদস্যসকল প্ৰভাৱান্বিত হৈছিল। সিমানখিনি মৰে নোৱাৰিলোঁহেতেন। ভালেখিনি যেহোঁ-নেহোঁ কৰিও যেতিয়া তেওঁলোকে ওফৰাব নোৱাৰিলে, তেতিয়া তেওঁলোকে প্ৰাদেশিক কমিটীক যি কোনো অঞ্চলতে খাজনা, ৰাজহ আদি বন্ধ ৰাখিবলৈ অনুমতি দিলে। কিন্তু তাৰ লগতে অনুৰোধ কৰিলে খেতিয়কসকলে যেন পৰাপক্ষত এই উপায় অৱলম্বন নকৰি চৰকাৰৰ লগত আলোচনা চলায়।

ভালে দিন এই আলোচনা চলিল, কিন্তু বিশেষ ফল নধৰিলে। মোৰ বিশ্বাস এলাহাবাদ জিলাত খাজনা ৰেহাই দিয়াৰ নিৰিখ অলপ-অচৰপ বাঢ়িছিল। সাধাৰণ

অৱস্থাত এটা আপোচ, নহ'লেও অন্ততঃ সংঘৰ্ষ নোহোৱাকৈ ৰাখিব পৰা হ'লহে'তেন। মত নিমিলাৰ কাৰণ কমেই থাকিলহে'তেন। কিন্তু অৱস্থা আছিল আন ধৰণৰ। চৰকাৰ আৰু কংগ্ৰেছ দুয়ো পক্ষই সংঘৰ্ষ অতি সোনকালে উপস্থিত হোৱাৰ সম্ভাৱনা একেবাৰেই নিশ্চিত বুলি ভাবিবলৈ ধৰিলে; গতিকেই আমাৰ মাজত হোৱা আলোচনাৰ কোনো আন্তৰিকতা নাছিল। দুয়ো পক্ষই কৌশলেৰে নিজৰ নিজৰ ক্ষেত্ৰ শক্তিশালী কৰাৰ চেষ্টা দেখা গ'ল। চৰকাৰ মনে মনে সম্পূৰ্ণ সাজু হৈয়েই আছিল। আমাৰ শক্তি সম্পূৰ্ণই জনসাধাৰণৰ চৰিত্ৰবল আৰু দৃঢ়তাৰ ওপৰত নিৰ্ভৰ কৰে। তাক কোনো গোপন উপায়ে গঢ়ি তুলিব নোৱাৰি। আমাৰ মাজৰ কোনো কোনোৱে জন-সাধাৰণৰ আগত বক্তৃতা দিওঁতে কৈছিল যে স্বাধীনতাৰ সংঘৰ্ষ শেষ হ'বলৈ এতিয়াও বহুত বাকী আৰু আমি সোনকালতে বহুতো পৰীক্ষা আৰু বিপদ-বিঘিনিৰ সমুখীন হ'ব লাগিব। অৱশ্যে সেই অপৰাধীবিলাকৰ ভিতৰত ময়ো এজন। সাধাৰণ ৰাইজক সাজু হৈ থাকিবলৈ উপদেশ দিয়াৰ কাৰণে, আমাক যুদ্ধৰ গুজৱ সৃষ্টি কৰা বুলি সমালোচনা কৰা হৈছে। কিন্তু কাৰ্য্যতঃ আমাৰ মধ্যবিত্ত শ্ৰেণীৰ কংগ্ৰেছ কৰ্ম্মীসকলে বাস্তৱ ঘটনাৰ প্ৰতি আওকাণ কৰিয়েই আছিল। তেওঁলোকে আশা কৰিছিল যেনেকৈয়ে নহওক সংঘৰ্ষ আৰু নহয়। গান্ধীজী লণ্ডনত থকাৰ কাৰণে কাগজ পঢ়া মানুহৰ মন আনফালে ঢাল খাইছিল। তথাপি দেশৰ শিক্ষিত সম্প্ৰদায়ে মন-কাণ নকৰিলেও ঘটনা আগবাঢ়িল, বিশেষকৈ বঙ্গদেশ সীমান্ত প্ৰদেশ আৰু যুক্ত-প্ৰদেশত নবেম্বৰ মাহত বহুতেই বুজি পালে যে সঙ্কট লাহে লাহে বাঢ়ি আহিছে।

ঘটনাৰ গতি দেখি যুক্তপ্ৰদেশ কংগ্ৰেস কমিটীয়ে ভয় খালে আৰু সংঘৰ্ষ লাগি যায় বুলি তাৰ কাৰণে আগৰেপৰা কিছুমান ব্যৱস্থা কৰি থ'লে। এলাহাবাদ কৃষক কমিটীয়ে এখন বৈঠক আহ্বান কৰিলে। এই সম্মিলনত আলোচনাৰ ভিত্তি ৰূপে এটা প্ৰস্তাৱ লোৱা হ'ল। প্ৰস্তাৱটো এনে ধৰণে আছিল—বেচি সুবিধাৰ সৰ্ত্ত নেপালে, তেওঁলোকে খেতিয়কক খাজনা আৰু ৰাজহ বন্ধ কৰিবলৈ উপদেশ দিব। এই প্ৰস্তাৱত প্ৰাদেশিক চৰকাৰ খঙত একোনাই হ'ল আৰু তাৰ দ্বাৰা আমি সৰ্ত্ত ভঙ্গ কৰিছোঁ বুলি আমাৰ লগত আৰু কোনো আলোচনা কৰাত অমান্তি হ'ল। প্ৰাদেশিক কংগ্ৰেছৰ ওপৰত এই মনোভাৱৰ প্ৰতিক্ৰিয়া হ'ল—তেওঁলোকে ইয়াক আগন্তুক ধুমুহাৰ আগ-জাননী বুলি ধৰি ল'লে আৰু তাৰ কাৰণে সাজু হৈ থাকিল। এলাহাবাদত আৰু এখন কৃষক সম্মিলনত আগতকৈয়ো দৃঢ় আৰু সম্মিলিত ভাৱে এটা প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। এই প্ৰস্তাৱেৰে খেতিয়কক আগতকৈ বেচি সুবিধাৰ সৰ্ত্ত নেপালে খাজনা বন্ধ ৰাখিবলৈ উপদেশ দিয়া হ'ল। কিন্তু এতিয়ালৈকে 'খাজনা-বন্ধ' আন্দোলন কৰা নাই, বৰং "ন্যায্য খাজনা" দিবৰ কাৰণে আন্দোলন কৰা হৈছিল। আমি কেৱল কথা-বতৰা চলাবলৈহে প্ৰস্তাৱ কৰিছিলোঁ আৰু সি পক্ষই কেৱল আঁতৰি ফুৰিছিল। এলাহাবাদ প্ৰস্তাৱত জমিদাৰ আৰু প্ৰজাসকলৰ কথা যদিও সমানভাৱে উল্লেখ কৰা হৈছিল, কিন্তু আমি হ'লে জানিছিলোঁ ই ৰায়ত আৰু সৰু-সুৰা জমিদাৰসকলৰ গাতহে খাটিব।

এয়ে আছিল ১৯৩১-ৰ নবেম্বৰ মাহৰ শেষ আৰু ডিচেম্বৰৰ আগ-ভাগৰ যুক্তপ্ৰদেশৰ অৱস্থা। ইতিমধ্যে বঙ্গ আৰু সীমান্ত প্ৰদেশৰ ঘটনা জটিল হৈ আহিল

আৰু বঙ্গদেশত এটা নতুন ভয়াবহ অধ্যাদেশ জাৰি কৰা হ'ল। শান্তিৰ সলনি যুদ্ধৰ আগ-জাননী দেখি সকলোতে প্ৰশ্ন উঠিল—গান্ধীজী কেতিয়া উভতিব? যি আক্ৰমণৰ কাৰণে চৰকাৰ আগৰেপৰাই সাজু হৈ আছে, তাক আৰম্ভ কৰাৰ আগেয়ে তেওঁ আহি পাবনে চাগৈ? 'নে, তেওঁ আহি দেখিব যে, তেওঁৰ সহকৰ্ম্মী সকলো জেলত আছেগৈ আৰু সংগ্ৰাম আগতেই আৰম্ভ হৈ গৈছে!' আমি বতৰা পালোঁ তেওঁ বোলে যাত্ৰা কৰিছে আৰু বছৰৰ শেষ সপ্তাহত বোম্বাই পাবহি। প্ৰত্যেক কংগ্ৰেছৰে বিশিষ্ট কৰ্ম্মীসকলে কেন্দ্ৰীয় অফিচৰে হওক বা প্ৰদেশৰ হওক তেওঁ উভতি অহাৰ আগলৈকে আন্দোলনৰপৰা দূৰৈত থাকিবলৈ যত্ন কৰিছিলোঁহ'ক। আন কি আন্দোলন আৰম্ভ কৰিবৰ হ'লেও গান্ধীজীৰ পৰামৰ্শ আৰু নিৰ্দ্দেশৰ কাৰণে তেওঁৰ লগত দেখা-সাক্ষাত কৰাটো প্ৰয়োজনীয়। এই বিষম প্ৰতিযোগিতাত আমি নিজকে অসহায় যেন বোধ কৰিলোঁ। আৰম্ভকাৰীৰ দায়িত্ব আছিল বৃটিছ চৰকাৰৰ হাতত।

## সন্ধিৰ অন্ত

যুক্তপ্ৰদেশৰ কামত লাগি থাকিলেও ধুমুহাৰ আন দুটা কেন্দ্ৰ বঙ্গদেশ আৰু সীমান্ত প্ৰদেশলৈ এপাক মাৰিবৰ ইচ্ছা বহু দিনৰপৰাই আছিল। নিজে গৈ প্ৰত্যক্ষ-ভাৱে অৱস্থা চাই আহিবলৈ আৰু প্ৰায় দুবছৰ কাল নেদেখাকৈ থকা মোৰ পুৰণি সহকৰ্ম্মীসকলক লগ পাবলৈ বৰ হেঁপাহ হৈছিল। আটাইতকৈ, সেই প্ৰদেশ দুখনৰ জনসাধাৰণৰ সাহস আৰু জাতীয় সংগ্ৰামত তেওঁলোকৰ ত্যাগ স্বীকাৰৰ শক্তিৰ প্ৰতি মোৰ হৃদয়ৰ শ্ৰদ্ধা নিবেদন কৰিবলৈ বৰকৈ মন গৈছিল। সেই সময়ত সীমান্ত প্ৰদেশত সোমাবলৈ উপায় নাছিল। কোনো নামজৰলা কংগ্ৰেছ-কৰ্ম্মী তালৈ যোৱাটো চৰকাৰে বৰ ভাল নেপাইছিল। এই আপত্তি নেমানি কাজিয়া লগাই দিয়াৰ ইচ্ছা আমাৰ নাছিল।

বঙ্গদেশৰ অৱস্থা অতি শোচনীয় হৈ পৰিছিল। এই প্ৰদেশৰ প্ৰতি মোৰ অন্তৰৰ টান আছিল যদিও মই যাওঁ-নেযাওঁ কৰিবলৈ ধৰিলোঁ। অনুভৱ কৰিলো তালৈ গৈ কিজানি নিজকে অসহায় যেনহে লাগিব আৰু কোনো উপকাৰকেই কিজানি সাধিব নোৱাৰিম। এই প্ৰদেশত কংগ্ৰেছ কৰ্ম্মীসকলৰ দুদলৰ বহুদিনীয়া শোচনীয়া কাজিয়া-পেচালৰ কাৰণে, বাহিৰৰ কংগ্ৰেছ কৰ্ম্মীসকলে ভয়তে নিলগে নিলগে থাকে—. জানোচা কোনোবা পক্ষৰ লগত সাঙোৰ খাই পৰে। উট চৰায়ে ধুমুহা আহিলে পাখিৰ মাজত মূৰ সুমুৱাই একো নাই বুলি ভবাৰ নিচিনা দুৰ্ব্বল নীতি। বঙ্গদেশক আশ্বাস আৰু সান্ত্বনা দিয়াও নহয়, তাৰ সমস্যাবিলাক সমাধান কৰিবলৈকো সুবিধা নহয়। গান্ধীজী লণ্ডনলৈ যোৱাৰ অলপ দিনৰ পিচতে দুটা ঘটনাৰ কাৰণে গোটেই ভাৰতৰ চকু বঙ্গদেশৰফালে গ'ল। ঘটনা দুটা হিজ্‌লী আৰু চট্টগ্ৰামত হৈছিল।

বিনা বিচাৰে বন্দী কৰি থোৱা লোকসকলৰ এটা বন্দীশাল আছিল হিজলীত। চৰকাৰীভাৱে ঘোষণা কৰি দিয়া হ'ল, বন্দীশালৰ ভিতৰত মৰামৰি হৈছে আৰু বন্দী-বিলাকে চিপাহীক আক্ৰমণ কৰাৰ কাৰণে চিপাহীয়ে গুলী চলাবলৈ বাধ্য হৈছে।

ফলত এজনৰ মৃত্যু হৈছে আৰু বহুতে আঘাত পাইছে। স্থানীয় চৰকাৰী অনুসন্ধান সমিতিয়ে ঘটনাৰ ঠিক পিচতে ঘটনাৰ তদন্ত কৰি গুলী বৰ্ষণ আৰু তাৰ ফলাফলৰ কাৰণে মানুহে যি নিন্দা কৰিলেহে'তেন তাৰপৰা চিপাহীক ৰক্ষা কৰিলে। কিন্তু মৰামৰিৰ বিষয়ে বহুতো কৌতূহলজনক কথা আছিল, ঘটনাৰ চৰকাৰী বিৱৰণৰ লগত নিমিলা বহুত কথা লাহে লাহে প্ৰকাশ পাবলৈ ধৰিলে আৰু এটা পূৰ্ণাঙ্গ তদন্তৰ কাৰণে শক্তিশালী দাবী উত্থাপিত হ'ল। ভাৰতত সাধাৰণ চৰকাৰী ৰীতিৰ ব্যতিক্ৰম কৰি বঙ্গদেশৰ চৰকাৰে বিচাৰ বিভাগৰ উচ্চ বিষয়াসকলেৰে এখন কমিটী গঠন কৰিলে। ই সম্পূৰ্ণ চৰকাৰী কমিটী। এই কমিটীয়ে সাক্ষী প্ৰমাণ লৈ ঘটনা তন্ন তন্নকৈ তদন্ত কৰিলে আৰু তেওঁলোকৰ সিদ্ধান্ত হ'ল যে বন্দীশালৰ ৰখীয়াসকলৰেই দোষ বহুত বেচি আৰু গুলী কৰাৰো কোনো যুক্তি নাছিল। গতিকেই আগতে প্ৰচাৰ কৰা চৰকাৰী ইস্তাহাৰ সমূলি মিছা বুলি প্ৰমাণ হ'ল।

হিজলীৰ ঘটনাত অতি বেচি আচৰিত হ'বলগীয়া একো নাছিল। দুৰ্ভাগ্যৰ কথা, এই ধৰণৰ দুৰ্ঘটনা ভাৰতত বিৰল নহয়। বাতৰি-কাকতত প্ৰায়েই "জেলত মৰামৰি"ৰ কথা পঢ়িবলৈ পোৱা যায়। সশস্ত্ৰ ওৱাৰ্ডাৰ আৰু প্ৰহৰীয়ে কি আচৰিত বীৰত্বেৰে নিৰস্ত্ৰ আৰু অসহায় ফাটেকিয়ালবিলাকক দমন কৰি পেলায়, তাৰ বিৱৰণো তাত থাকে। হিজলীত নতুন কথা হ'ল যে—চৰকাৰী কমিটীয়েই চৰকাৰী ইস্তাহাৰৰ পক্ষপাতিতাৰ কথা আন কি ঘটনাৰ মিছা বিৱৰণী দিয়াৰ কথা উলিয়াই দিলে। আগেয়ে এনে চৰকাৰী ইস্তাহাৰত মানুহে একো গুৰুত্ব নিদিয়ে. এইবাৰ কিন্তু সি ভালকৈয়ে ধৰা পৰিল।

হিজলীৰ ঘটনাৰ পিচতো গোটেই ভাৰতবৰ্ষতে জেলত বহুত "ঘটনা" হৈছে। ক'ৰবাত গুলী চলিছে বা জেল-কৰ্ম্মচাৰীয়ে আন ধৰণেৰে বল প্ৰয়োগ কৰিছে। বিস্ময়ৰ কথা এইটোৱেই যে, এনেকুৱা জেলত হোৱা মৰামৰিত কেৱল ফাটেকিয়াল-বিলাকেইহে আঘাত পায়। চৰকাৰে প্ৰচাৰ কৰা ইস্তাহাৰত ফাটেকিয়ালৰ বহুত বেয়া কামৰ উল্লেখ কৰি জেল-কৰ্ম্মচাৰীৰ নিৰ্দ্দোষিতা প্ৰমাণ কৰা হয়। তদন্তৰ দাবী থিয়ৈ থিয়ৈ অস্বীকাৰ কৰা হয় আৰু বিভাগীয় তদন্তই যথেষ্ট বুলি কোৱা হয়। হিজলীৰ ঘটনাৰপৰা চৰকাৰে এই শিক্ষা লাভ কৰিলে যে, উচিত আৰু নিৰপেক্ষ তদন্তৰ ব্যৱস্থা কৰাটো বিপদৰ কথা আৰু যি অভিযোগ তোলে তেৱেঁই সকলোতকৈ শ্ৰেষ্ঠ বিচাৰক। হিজলীৰ উদাহৰণৰপৰা জনসাধাৰণে এই শিক্ষা লোৱা উচিত যে, চৰকাৰী ইস্তাহাৰবিলাকত আচল ঘটনাৰ বিৱৰণ নেথাকে, চৰকাৰে জন-সাধাৰণক যি হোৱা বুলি বিশ্বাস কৰিবলৈ ক'ব সেয়েহে থাকিব।

চট্টগ্ৰামৰ ঘটনা আৰু গুৰুতৰ। এজন টেৰৰিষ্টে এজন মুছলমান পুলিচ ইন্সপেক্টৰক গুলী কৰি মাৰে। তাৰ পিচত যি ঘটিল, তাকে হিন্দু-মুছলমানৰ মৰামৰি বুলি উলিয়াই দিয়া হ'ল। কিন্তু প্ৰকৃততে, ই সাধাৰণতে ঘটা হিন্দু-মুছলমানৰ মৰামৰিতকৈ একেবাৰেই বেলেগ আৰু ইয়াৰ গুৰুত্বও বেচি। টেৰৰিষ্টৰ কামৰ লগত সাম্প্ৰদায়িকতাৰ যে কোনো সম্বন্ধ নাই তাক সকলোৱে জানে। তেওঁ-লোকৰ লক্ষ্য হৈছে পুলিচ বিষয়া, তেহেলৈ বিষয়া হিন্দুৱেই হওক বা মুছলমানেই হওক। তথাপি ই সঁচা যে পিচত গৈ সেয়ে হিন্দু-মুছলমানৰ মৰামৰিত পৰিণত

হৈছিল। কিন্তু যে সেই ঘটনা ঘটিছিল, তাৰ কাৰণ কি আছিল, তাক কেতিয়াও স্পষ্টকৈ উল্লেখ কৰা হোৱা নাই। অৱশ্যে দায়িত্বজ্ঞান থকা মানুহেই বহুতো গুৰুতৰ অভিযোগ আনিছিল। এই মৰামৰিৰ এটা বিশেষত্ব আছিল। আন আন শ্ৰেণীৰ মানুহে ইংগ-ভাৰতীয়সকলে, বিশেষকৈ ৰেলকৰ্ম্মচাৰী আৰু চৰকাৰী কৰ্ম্ম-চাৰীসকলেও চাৰিও ফালে প্ৰতিশোধৰ সুবিধা লৈছিল। জে. এম. সেনগুপ্ত আৰু বংগদেশৰ আন আন বিখ্যাত নেতাসকলে চট্টগ্ৰামৰ ঘটনা সম্বন্ধে কিছুমান নিৰ্দ্দিষ্ট অভিযোগ তুলি তদন্তৰ দাবী কৰিছিল। নহলে, তেওঁলোকৰ নামত মকৰ্দ্দমা কৰিব লাগে বুলিও মত দিছিল। কিন্তু চৰকাৰে এটাও নকৰিলে।

চট্টগ্ৰামত ঘটা এই অভূতপূৰ্ব্ব ঘটনাই দুটা বিপজ্জনক সম্ভাৱনাৰ ফালে মানুহৰ মনোযোগ আকৰ্ষণ কৰিলে। কেইবা ফালৰপৰাই টেৰ'ৰিজম্ নিন্দনীয় বুলি মানুহে গৰিহণা দিছে। আন কি আজি-কালিও বিপ্লৱৰ কৌশল হিচাপে হ'লেও তাক মানুহে নিন্দনীয় বুলি ভাবে। কিন্তু হঠাৎ সম্প্ৰদায়ে সম্প্ৰদায়ে হিংসা-হিংসি গোটেই ভাৰতত বিয়পি পৰাৰ সম্ভাৱনাৰ কথা ভাবি মই উচপ খাই যাওঁ। মই "অলপধতুৱা হিন্দু" নহওঁ যে হিংসাৰ কাৰ্য্য দেখি ভয় খাম। অৱশ্যে মই যে তাক ভাল নেপাওঁ সেইটো সঁচা। কিন্তু মই এইটোও অনুভৱ কৰোঁ যে ভাৰতত এতিয়াও আঁহফলা শক্তি দেখাৰ আছে আৰু অ'ত ত'ত হোৱা হিংসামূলক কামৰপৰা সেইবোৰ আৰু প্ৰৱল হৈ উঠিব। ইয়াৰপৰা একতাৰে আৰু শৃংখলাৰে জাতি-গঠনৰ কাম কৰা টান হৈ পৰিব। মানুহে যেতিয়া ধৰ্ম্মৰ নামত বা বেহেস্তত ঠাই পাবৰ কাৰণে নৰহত্যা কৰে, তেতিয়া তেওঁলোকক টেৰ'ৰিজমৰ হিংসা-নীতিত অভ্যস্ত কৰি তোলা অতি বিপজ্জনক। ৰাজনৈতিক হত্যাকাণ্ডও নিন্দনীয়; কিন্তু ৰাজনৈতিক টেৰ'ৰিজমক যুক্তি দেখুৱাই বুজাই বৰাই আন পথলৈ আনিব পাৰি, কাৰণ তাৰ উদ্দেশ্য স্বৰ্গৰ ঠাই অধিকাৰ কৰা নহয়, একেবাৰেই পাৰ্থিৱ আৰু ব্যক্তিগত স্বাৰ্থতকৈ জাতীয় উদ্দেশ্যতে টেৰ'ৰিষ্টে কাম কৰে। সিফালে ধৰ্ম্মৰ নামত নৰহত্যা বেচি বেয়া; কাৰণ ইয়াৰ লগত সম্পৰ্ক পৰলোকৰ আৰু এই ধৰণৰ ঘটনাত যুক্তি-তৰ্ক দি বুজাবলৈ যোৱাটোও মিছা। এই দুবিধহত্যাকাণ্ডৰ মাজত পাৰ্থক্য ইমান সূক্ষ্ম যে, কেতিয়াবা কেতিয়াবা সেই পাৰ্থক্য নাইকিয়া হৈ যায় আৰু ৰাজনৈতিক হত্যাকাণ্ডৰ দাৰ্শনিক ব্যাখ্যা দি প্ৰায় ধৰ্ম্ম সম্পৰ্কীয় হত্যাৰ লগত একে যেন কৰি পেলোৱা হয়।

চট্টগ্ৰামৰ টেৰ'ৰিষ্টৰ দ্বাৰা অনুষ্ঠিত হোৱা পুলিচ বিষয়াৰ হত্যা আৰু তাৰ ফলাফলে ফট্‌ফটীয়াকৈ দেখুৱাই দিলে টেৰ'ৰিষ্ট কাৰ্য্য-কলাপৰ বিপজ্জনক সম্ভাৱনা আৰু দেখৱাই দিলে ভাৰতৰ একতা আৰু স্বাধীনতাৰ পক্ষত কি বিৰাট অনিষ্ট ই সাধন কৰিব পাৰে। ইয়াৰ পিচত প্ৰতিশোধমূলক যি কাৰ্য্য চলিল, তাৰপৰাও বুজা গ'ল যে, ভাৰতত ফেচিষ্ট পদ্ধতি সোমাইছেহি। তেতিয়াৰপৰা এনেকুৱা প্ৰতিশোধৰ বহুতো দৃষ্টান্ত দেখা গৈছে, বিশেষকৈ বংগদেশত আৰু ইউৰোপীয় আৰু ইংগ-ভাৰতীয় সম্প্ৰদায়ৰ মাজত ফেচিষ্ট মনোভাৱ ভালকৈয়ে বিয়পিছে বুলি নিঃসন্দেহে ক'ব পৰা হ'ল। বৃটিছ সাম্ৰাজ্যবাদৰ ওপৰত ওলমি থকা ভাৰতীয় কিছুমানৰো এয়ে মনোবৃত্তি হ'ল।

আচৰিত কথা টেৰ'ৰিষ্টসকলৰো, অন্ততঃ তেওঁলোকৰ বহুতৰে এই ফেচিষ্ট

দৃষ্টিভংগী আছে; পিচে সেই ফেচিজম্ বেলেগ ধৰণৰ। তেওঁলোকৰ জাতীয় ফেচিজম্, ইউৰোপীয়, ইংগ-ইউৰোপীয় আৰু কিছুমান উচ্চ শ্ৰেণীৰ ভাৰতীয় সাম্ৰাজ্য নৈতিক ফেচিজমৰ বিৰোধী।

১৯৩১ চনৰ নবেম্বৰ মাহত আমি কেইদিনমানৰ কাৰণে কলিকতালৈ গৈছিলোঁ। এই কেইদিন মোৰ ওপৰত কামৰ হেঁচা বৰ বেচি আছিল। বিশেষ বিশেষ মানুহৰ লগত দেখা-শুনা কৰা, বেলেগ বেলেগ দলৰ লগত ঘৰুৱা আলোচনা কৰা—তাৰ বাহিৰেও মই কেইখনমান ৰাজহুৱা সভাত বক্তৃতা দিছিলোঁ। এইবিলাক সভাত টেৰৰিজমৰ সম্পৰ্কে আলোচনা কৰি দেখুৱাইছিলোঁ—ভাৰতৰ স্বাধীনতাৰ পক্ষে ই কিমান অন্যায়, নিষ্ফল আৰু অনিষ্টকাৰী। মই টেৰৰিষ্টসকলক গালি-শপনি পৰা নাই বা আমাৰ দেশৰ এক ধৰণৰ মানুহৰ দৰে তেওঁলোকক কাপুৰুষ বা ভীৰু বুলিও কোৱা নাই। যিবিলাকে দুঃসাহসিক কাম কৰাৰ বা নিজকে বিপদত পেলোৱাৰ প্ৰয়োজনীয়তা সদায় নোহোৱা কৰে—তেওঁলোকেই হে তেনে ধৰণৰ কথা কয়। যি পুৰুষ বা নাৰীয়ে সদায় নিজৰ জীৱন বিপন্ন কৰিছে—তেনে মানুহক 'কাপুৰুষ' বা 'ভীৰু' বোলাটো মোৰ মনেৰে অতিপাত মূৰ্খামি। যি নিজে একো কৰিব নোৱাৰে, অথচ দুৰৰপৰা চিঞৰি থাকে সেই অলপধতুৰা সমালোচকক তেওঁলোকে ঘিণহে কৰে।

মই কলিকতাত থকা কেইদিনৰ একেবাৰেই শেষৰ দিনা গধূলি ষ্টেছনলৈ যোৱাৰ অলপ সময়ৰ আগেয়ে দুজন ডেকা মোৰ লগত দেখা কৰিবলৈ আহিল। তেওঁলোকৰ বয়স কুৰিৰ বেচি নহ'ব, তেওঁলোকৰ বিবৰ্ণ মুখত উদ্বেগৰ চিন, চকু দুটা উজ্জ্বল। মই তেওঁলোকক চিনি নেপাওঁ; কিন্তু সোনকালেই তেওঁলোক অহাৰ কাৰণটো বুজি পালোঁ। মই টেৰৰিষ্ট হিংসা-নীতিৰ বিৰুদ্ধে প্ৰচাৰ কৰাত তেওঁলোকে খং দেখুৱালে। তেওঁলোকে ক'লে তাৰপৰা ডেকাসকলৰ মনত অতিপাত বেয়া ধাৰণা হৈছে আৰু তেওঁলোকে বোলে মোৰ এই অনধিকাৰ চৰ্চা কেতিয়াও সহ্য নকৰে। কিছু সময় আমাৰ ভিতৰত বাক্-বিতণ্ডা চলিল। মোৰ কলিকতা এৰিবৰ সময় হৈছে কাৰণে বেগাবেগিকৈ কথা শেষ কৰিবলগীয়া হ'ল। কথা পাতি থাকোঁতে থাকোঁতে কেতিয়াবা আমাৰ মাত ডাঙৰ হৈ গৈছে, মেজাজো ৰুক্ষ হৈ উঠিছে। মই তেওঁলোকক কেইটামান টান টান কথা শুনাই দিলোঁ। বিদায় লোৱাৰ আগতে তেওঁলোকে মোক লৈ গ'ল—আগলৈ মই যদি এনেকুৱা দুৰ্ব্যৱহাৰ কৰোঁ তেন্তে বোলে আনক যেনেকৈ শিক্ষা দিছে মোকে তেনেকৈয়ে শিক্ষা দিব।

কলিকতা এৰাৰ পিচত ৰাতি ৰেল-চাঙত শুই আহোঁতে সেই ল'ৰা দুটাৰ উত্তেজিত মুখ দুখন মোৰ মনত ভাঁহি উঠিবলৈ ধৰিলে। জীৱনৰ প্ৰাচুৰ্য্য, স্নায়বিক শক্তিৰ প্ৰাবল্য তেওঁলোকৰ আছিল। এই ল'ৰা দুটি যদি উচিত পথেদি গলহেঁতেন, তেন্তে কিমান ভাল কাম কৰিব পাৰিলেহেঁতেন। অতি বেগেৰে আৰু কিছু কৰ্কশভাৱে তেওঁলোকৰ লগত কথা পতাৰ কাৰণে মোৰ দুখ লাগিল; ভাব হ'ল, তেওঁলোকৰ লগত দীঘলীয়াকৈ আলোচনা কৰাৰ সুযোগ পালে কিজানি মই তেওঁলোকক বুজাব পাৰিলোঁহেঁতেন, উছাহ-উদ্যমেৰে ভৰা তেওঁলোকৰ ডেকা কালটো সাৰ্থক কৰি তুলিবৰ বাবে তেওঁলোকৰ আৰু আন পথো আছে। ভাৰতবৰ্ষৰ উন্নতি

আৰু স্বাধীনতাৰ সেইবিলাক পথতো সেৱা আৰু আত্মোৎসৰ্গৰ সুযোগৰ অভাৱ নাই। কেই বছৰমানৰ পিচত এতিয়াও তেওঁলোকৰ কথা মোৰ মনত পৰে। মই তেওঁলোকৰ নাম আৰু বিচাৰি নেপালোঁ, তেওঁলোক আছে ক'ত তাকো নেজানো। কেতিয়াবা কেতিয়াবা বিস্মিত হৈ ভাবোঁ, হয় তেওঁলোকৰ মৃত্যু হৈছে, নহ'লেবা আন্দামানৰ কোনোবা 'ছেল'ত কাল কটাইছে।

ডিচেম্বৰ মাহ। এলাহাবাদত দ্বিতীয় কৃষক-সম্মিলন হৈ গ'ল। আমাৰ পুৰণি সহকৰ্ম্মী হিন্দুস্থানী সেৱাদলৰ ডক্টৰ এন. এচ. হাৰ্দ্দিকাৰক দিয়া আগৰ প্ৰতিশ্ৰুতি মতে মই লবালৰিকৈ দক্ষিণ ভাৰতৰ কৰ্ণাটকলৈ যাত্ৰা কৰিলোঁ। সেৱাদল সম্পূৰ্ণ বেলেগ অনুষ্ঠান হ'লেও এওঁলোক জাতীয় আন্দোলনৰ স্বেচ্ছাসেৱক আৰু কংগ্ৰেছৰ সৈন্যদল। যি নহওক ১৯৩১-ৰ জহকালি কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিয়ে হিন্দুস্থানী সেৱাদলক কংগ্ৰেছ প্ৰতিষ্ঠানৰ অংশ হিচাপে গ্ৰহণ কৰি ইয়াক কংগ্ৰেছৰ স্বেচ্ছাসেৱক বিভাগত পৰিণত কৰিছিল। মোৰ আৰু হাৰ্দ্দিকাৰৰ ওপৰতে ইয়াৰ ভাৰ অৰ্পণ কৰা হ'ল। দলৰ প্ৰধান কাৰ্য্যালয় কৰ্ণাটক প্ৰদেশৰ হুবিলীতে থাকিল আৰু হাৰ্দ্দিকাৰে আমাৰ দল সম্পৰ্কীয় কিছুমান কাম পৰিদৰ্শন কৰিবলৈ মাতি পঠালে। তেওঁৰ লগত কেইদিনমান মই কৰ্ণাটকৰ নানা ঠাইত ফুৰি-চাকি সকলো ঠাইতে জন-সাধাৰণৰ অসীম উৎসাহ দেখি বিস্ময় মানিলোঁ। উভতি আহোঁতে বাটত মই সামৰিক আইনৰ কাৰণে বিখ্যাত ছোলাপুৰ পৰিদৰ্শন কৰি আহিলোঁ।

কৰ্ণাটক ভ্ৰমণ মোৰ কাৰণে বিদায় সম্ভাষণৰ অনুষ্ঠানৰ দৰে হৈছিল। মোৰ বক্তৃতাবিলাকতো যেন আছিল শেহতীয়া সংগীতৰ মাৰ যাব খোজা ঢৌবোৰ; তাৰ মাজত উন্মাদনা থাকিলেও মোৰ মনেৰে সংগীতৰ মাধুৰ্য্য নাছিল। যুক্তপ্ৰদেশৰপৰা খাটাং আৰু ফট্‌ফটীয়া বাতৰি আহিল—চৰকাৰে আঘাত কৰিছে—অতি কঠিন আঘাত। এলাহাবাদৰপৰা কৰ্ণাটকলৈ যাওঁতে বাটত মই কমলাক লৈ বোম্বাইলৈ গৈছিলোঁ। তেওঁৰ আকৌ অসুখ হোৱাত মই বোম্বাইত তেওঁৰ চিকিৎসাৰ দিহা কৰিব লগা হ'ল। এলাহাবাদৰপৰা আহি পোৱাৰ প্ৰায় ঠিক পিচতেই এই বোম্বাইতেই আমি জানিব পাৰিলোঁ যে এলাহাবাদৰ কাৰণে চৰকাৰে এখন নতুন অধ্যাদেশ জাৰি কৰিছে। তেওঁলোকে গান্ধীজী আহি পোৱালৈ বাট নোচোৱাকে ঠিক কৰিছিল, তেওঁ যদিও তেতিয়া সাগৰৰ ওপৰত জাহাজত আৰু সোনকালেই আহি বোম্বাই পোৱাৰ কথা। অধ্যাদেশখন যদিও কৃষক আন্দোলন উপলক্ষে জাৰি কৰা হৈছিল, তথাপি ইয়াৰ ধাৰাবিলাক ইমান ব্যাপক, ইমান সৰ্ব্বগ্ৰাসী যে, সকলো ৰাজনৈতিক আৰু জন-সাধাৰণৰ কাম কৰা অসম্ভৱ হৈ উঠিল। আন কি ইয়াৰ বলত সন্তান-সন্ততিৰ অপৰাধত পিতৃ-মাতৃ আৰু অভিভাৱকবো শাস্তিৰ ব্যৱস্থা হ'ল—ডাহানিৰ বাইবেলীয় প্ৰথাকে যেন আকৌ চলোৱা হ'ল।

এই সময়ত আমি বোমত "গান্ধীজীৰ লগত হোৱা সাক্ষাতৰ বৰ্ণনা" বুলি "জিৰাৰ্ণালে দ্য ইটালিয়া"ত প্ৰকাশ হোৱা এটা বিৱৰণ পাঢ়িবলৈ পালোঁ। বোমত নো এনেকুৱা বিবৃতি তেওঁ দিব পাৰে নে? ভাবি আমি আচৰিত হলোঁ—কাৰণ যাক তেওঁৰ মতবাদ বুলি মানুহে ইমান দিনে চিনি পাই আহিছে, তাতকৈ ই বেলেগ। কিন্তু আমি ভালকৈ চাই দেখা পালোঁ যে তাত থকা বহুতো শব্দ, খণ্ডবাক্য আদি

গান্ধীজীৰ কেতিয়াও হ'ব নোৱাৰে, আৰু প্ৰতিবাদ কৰাৰ আগতেই আমাৰ স্পষ্ট ধাৰণা হ'ল যে, যেনে ভাৱে প্ৰকাশ পাইছে ঠিক তেনে ধৰণৰ দেখা সাক্ষাত কেতিয়াও হোৱা নাই। আমি ভাবিলোঁ, তেওঁ কোৱা বহুত কথাকে নিশ্চয় বিকৃত কৰি প্ৰকাশ কৰা হৈছে। তাৰ পিচত তাৰ তীব্ৰ প্ৰতিবাদ গান্ধীজীৰপৰা আহিল। তেওঁ বিবৃতি দিলে যোমত তেওঁ কাৰো লগত সাক্ষাত কৰা নাই। আমি স্পষ্ট বুজি পালোঁ তেওঁৰ লগত কোনোবাই এই দুষ্টালিখিনি কৰিছে। কিন্তু দেখি আচৰিত হলোঁ বৃটিছ বাতৰি-কাকত আৰু জননেতাসকলে তেওঁৰ কথাত বিশ্বাস নকৰিলে; বৰং তেওঁক মিছলীয়া বুলি তাচ্ছিল্য কৰিবলৈহে ধৰিলে। আমাৰ মনত বৰ আঘাত লাগিল। বৰ খং উঠিল।

কৰ্ণাটক ভ্ৰমণ এৰি এলাহাবাদলৈ উভতি যাবলৈ মনটো অধীৰ হৈ পৰিল। যুক্তপ্ৰদেশলৈ গৈ সহকৰ্ম্মীসকলৰ লগত একেলগে থিয় দিয়াটো উচিত হব। ঘৰত যেতিয়া বিপদ হয়, তেতিয়া ঘৰ এৰি আঁতৰত থকাটো যন্ত্ৰণাৰ কথা। সি যিকি নহওক কৰ্ণাটকৰ নিৰ্দ্দিষ্ট কাম মই কৰি অ'তাবই লাগিব। মই বোম্বাইলৈ উভতি অহাৰ পিচত কেইজনমান বন্ধুৱে মোক গান্ধীজী উভতি অহালৈ বাট চাবলৈ পৰামৰ্শ দিলে। তেওঁ আহি পাবলৈ এসপ্তাহ আছিল। কিন্তু সেইটো অসম্ভৱ কথা। এলাহাবাদৰপৰা পুৰুষোত্তম দাস টেণ্ডন আৰু আন কাৰবাৰ কাৰবাৰ গ্ৰেপ্তাৰৰ খবৰ আহিল। তাৰ বাহিৰেও, এই সপ্তাহতে এটোৱাত আমাৰ প্ৰাদেশিক সম্মিলনৰ অধিবেশনৰ দিন ঠিক হৈ আছিল। গতিকেই মই এলাহাবাদলৈ যাম বুলি আৰু ছদিনৰ পিচত আকৌ বোম্বাইলৈ উভতি আহিম বুলি ঠিক কৰিলোঁ। বাহিৰত থাকোঁ যদি গান্ধীজীৰ লগত দেখা কৰিব পাৰিম আৰু কাৰ্য্যকৰী সমিতিতো যোগ-দান দিয়াটো হ'ব। কমলাক নৰিয়া-পাটীতে এৰি মই বোম্বাইৰপৰা যাত্ৰা কৰিলোঁ।

এলাহাবাদ আহি পোৱাৰ আগতেই চিওকী ষ্টেছনত মোৰ ওপৰত নতুন অধ্যাদেশ মতে এখন হুকুমনামা জাৰি কৰা হ'ল। এলাহাবাদ ষ্টেছনতো আকৌ সেই হুকুমনামাকে জাৰি কৰাৰ চেষ্টা চলিছিল। আমাৰ ঘৰত বাহিৰা মানুহ এজন সোমাবলৈ সেয়া তৃতীয়বাৰ চেষ্টা। এই আদেশপত্ৰত কোনো বিপদৰ ইঙ্গিত নাছিল। মোৰ ওপৰত হুকুম হ'ল যে মই এলাহাবাদ মিউনিচিপেলিটিৰ সীমাৰ বাহিৰ হৈ যাব নোৱাৰিম। কোনো সাধাৰণ সভা-সমিতি বা অনুষ্ঠানত যোগ দিব নোৱাৰিম. বক্তৃতা দিব নোৱাৰিম, বাতৰি-কাকত বা পুস্তিকাত একো লিখিব নোৱাৰিম, ইত্যাদি: মই দেখিলোঁ তাছান্দুক ছেৰোৱানী আৰু আন আন সহকৰ্ম্মীসকলৰ ওপৰতো তেনেকুৱা আদেশকে জাৰি কৰা হৈছে। পিচদিনা পুৱা মই জিলা মেজিষ্ট্ৰেটলৈ (তে'ৱেই আদেশ-পত্ৰত চহী কৰিছিল) হুকুমনামা পোৱা বুলি এখন চিঠি দিলোঁ আৰু তেওঁক জনাই দিলোঁ যে, মই কি কৰিম, নকৰিম, তেওঁৰ হুকুম মতে চলিবলৈ মই সাজু নহওঁ। মই সাধাৰণভাৱে কাম কৰি যাম আৰু ইতিমধ্যে বোম্বাইলৈ গৈ গান্ধীজীৰ লগত দেখা কৰিবই লাগিব আৰু সম্পাদক হিচাপে মই কাৰ্য্যকৰী সমিতিৰ সভাত যোগ দিবই লাগিব।

এটা নতুন সমস্যাই দেখা দিলে। সেই সপ্তাহত এটোৱাত আমাৰ প্ৰাদেশিক সম্মিলনৰ দিন ঠিক কৰা হৈ আছিল। গান্ধীজী আহি পোৱা দিনত যাতে চৰকাৰৰ

লগত কোনো সংঘৰ্ষ নঘটে এই কাৰণে মই সন্মিলন স্থগিত ৰখাৰ প্ৰস্তাৱ কৰিম বুলি ভাবিছিলোঁ। কিন্তু এলাহাবাদ পৈ পোৱাৰ আগতেই আমাৰ সভাপতি ছেৰোৱানীয়ে যুক্তপ্ৰদেশৰ চৰকাৰৰপৰা এটা টোকা পাইছিল তাত চৰকাৰে জানিব খুজিছে সন্মিলনত কৃষক সমস্যাৰ আলোচনা হ'বনে নহয়; আৰু যদিহে আলোচনা হয়, তেন্তে তাক চৰকাৰে বন্ধ কৰি দিব। যি বিষয়ৰ কাৰণে গোটেই প্ৰদেশতে উত্তেজনা, সেই কৃষক সমস্যাৰ আলোচনাই সন্মিলনৰ মুখ্য উদ্দেশ্য আছিল। সন্মিলন আহ্বান কৰি তাত সেই বিষয় আলোচনা নকৰাটো যুক্তিহীন আৰু নিজকে ফাঁকি দিয়াহে হ'ব। যি কোনো কাৰণতে নহওক আমাৰ সভাপতি বা আন কাৰো সন্মিলনৰ আলোচনাৰ সীমাৰেখা বন্ধাৰ অধিকাৰ নাছিল। চৰকাৰে ভয় নেদেখুৱালেও আমি সন্মিলন পিচুৱাৰ কথাই ভাবিছিলোঁ, কিন্তু তেনেকৈ ভয় দেখুৱাত ফল বেলেগ হে হ'ল।

আমাৰ মাজত বহুতেই এই অৱস্থা সহ্য কৰিব নোৱাৰিলে। চৰকাৰৰ নিৰ্দ্দেশ মতে চলাটো কোনো ফালৰপৰাই ভাল হ'ব যেন নেলাগিল। বহুত দিঘলীয়া আলোচনাৰ পাচত আমি আমাৰ সকলো গৰ্ব্ব-অহঙ্কাৰ গিলি পেলালোঁ—সন্মেলন পিচলৈ গ'ল। চৰকাৰৰ ফালৰপৰা আৰম্ভ হ'লেও আমি গান্ধীজী উভতি অহালৈকে কোনো ত্যাগ আৰু ক্ষতি স্বীকাৰ কৰি হ'লেও সংঘৰ্ষ যাতে নহয়, তাৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলোঁ। তেওঁ আহি গুৰি-বঠা ধৰিবলৈ টান পাব, তেনে এটা অৱস্থা সৃষ্টি কৰিবলৈ আমাৰ ইচ্ছা নাছিল। আমি প্ৰাদেশিক সন্মিলন পিচুৱাব খোজাতেঃ পুলিচ আৰু সৈন্যদল লৈ এটোৱাত বহুত খদম দমু কৰি দেখুৱালে, কোনো কোনো দুই এজন প্ৰতিনিধিক গ্ৰেপ্তাৰো কৰিলে, সৈন্যবিলাকে স্বদেশী প্ৰদৰ্শনীখনকো বন্ধ কৰি থ'লে।

২৬ ডিচেম্বৰৰ দিনা পুৱাতে মই আৰু ছেৰোৱানী বোম্বাইলৈ যাবৰ কাৰণে সাজু হ'লোঁ। যুক্তপ্ৰদেশৰ অৱস্থা জানিবৰ কাৰণে কাৰ্য্যকৰী সমিতিয়ে ছেৰোৱনীক মাতি পঠাইছিল। এলাহাবাদ চহৰ এৰি নেযাবৰ কাৰণে হুকুমনামা আমাৰ দুয়োজনৰ ওপৰতে জাৰি কৰা হৈছিল। আমাক যে এলাহাবাদৰ গাওঁ অঞ্চললৈ যাবলৈ নিদিয়ে আমি সহজে বুজিলোঁ। কিন্তু বোম্বাই চহৰলৈ গৈ আমি যে কৃষক আন্দোলন নকৰোঁগৈ সেইটোও সহজে বুজিব পৰা কথা আৰু অধ্যাদেশৰ উদ্দেশ্য যদি কৃষক আন্দোলনেই হ'লহেঁতেন, তেতিয়া হ'লে যুক্তপ্ৰদেশৰপৰা আমি আঁতৰ হ'ব খোজাত তেওঁলোক আনন্দিতেই হ'ব লাগিছিল। অধ্যাদেশ জাৰি হোৱাৰ পিচৰপৰাই আমি সংঘৰ্ষ এৰি আত্মৰক্ষাৰ নীতিকে অৱলম্বন কৰিছিলোঁ। ব্যক্তিগতভাৱে আদেশ অমান্যৰ দুই চাৰিটা দৃষ্টান্ত অৱশ্যে নোহোৱা নহয়। যুক্তপ্ৰদেশৰ কংগ্ৰেছ কমিটীয়ে চৰকাৰৰ লগত সংঘৰ্ষ নকৰিবলৈ বা স্থগিত ৰাখিবলৈ অন্ততঃ সেই সময়খিনিত চেষ্টা কৰিছিল যে সিও একেবাৰেই দেখা কথা। ছেৰোৱানীয়ে মৰে এইবিলাক বিষয়ে গান্ধীজী আৰু কাৰ্য্যকৰী সমিতিৰ লগত পৰামৰ্শ কৰিবৰ কাৰণেই বোম্বাইলৈ যাবলৈ যো-জা কৰিলোঁ; কাৰণ কোনেও নেজানিলে—আৰু আমি তো নেজানিলোঁৱেই তেওঁলোকে কি সিদ্ধান্ত ল'ব পাৰে।

এইবিলাক কথা ভাবি চিন্তি মই ভাবিছিলোঁ আমাক বোম্বাইলৈ যাবলৈ চাগে

অনুমতি দিব। অন্ততঃ অন্তৰীণৰ তথাকথিত আদেশ-অমান্য চৰকাৰে সহ্য কৰিব। কিন্তু তথাপি কথাটো বেলেগ বেলেগ যেন লাগিল।

ৰাতিপুৱা ৰেলত বহি বাতৰি-কাকতত পঢ়িবলৈ পালোঁ, সীমান্ত প্ৰদেশত নতুন অধ্যাদেশ জাৰি হৈছে আৰু আব্দুল গফুৰ খাঁ, ডাঃ খাঁ চাহেব প্ৰভৃতি গ্ৰেপ্তাৰ হৈছে। হঠাৎ আমাৰ ৰেল (বোম্বাই মেইল) ছৰাদৎ গঞ্জ নামে এটা অকণমান ষ্টেছনত ৰৈ গ'ল, গ্ৰেপ্তাৰ কৰিবৰ কাৰণে পুলিচ কৰ্ম্মচাৰীসকল আমাৰ খোটালীলৈ উঠি আহিল। ৰেলৰ লাইনৰ ওপৰত পুলিচৰ ক'লা গাড়ী ৰৈ আছিল। মই আৰু ছেৰোৱানী সেই বন্ধ ফাটোকিয়ালৰ গাড়ীত উঠি বহিলোঁ। আমাক লৈ গাড়ী নাইনি জেললৈ ছুটি মেলিলে। সেইদিনা পুৱা খৃষ্টমাছৰ উৎকাৰ মুষ্টিযুদ্ধৰ খেল আছিল। আমাক গ্ৰেপ্তাৰ কৰিবলৈ অহা ইংৰাজ পুলিচ চুপাৰিণ্টেণ্ডেণ্টক অতি বিষন্ন আৰু নিৰানন্দ দেখা পালোঁ। ভয় হয়, আমিয়েই বোধহয় তেওঁৰ খৃষ্টমাছৰ আনন্দকণ নষ্ট কৰিলোঁ।

আকৌ জেলখানা!

## গ্ৰেপ্তাৰ, অধ্যাদেশ, বাধা-নিষেধ

আমাক গ্ৰেপ্তাৰ কৰাৰ দুদিন পিচত গান্ধীজী বোম্বাইত নামিলহি। নামিয়েই তেওঁ সকলো খা-খবৰ পালে। বঙ্গদেশৰ অধ্যাদেশৰ কথা তেওঁ লণ্ডনত থাকোঁতেই শুনিছিল আৰু শুনি অতিপাত বিচলিত হৈ পৰিছিল। বোম্বাইত নামি বড়দিনৰ উপহাৰ বুলি জানিবা যুক্তপ্ৰদেশ আৰু সীমান্ত প্ৰদেশৰ অধ্যাদেশকে লাভ কৰিলে। আৰু শুনিলে, সেই দুখন প্ৰদেশৰ তেওঁৰ ঘনিষ্ঠ সহকৰ্ম্মীসকল গ্ৰেপ্তাৰ হ'ল। ভাগ্যচক্ৰ ঘূৰিছে; শান্তিৰ আৰু কোনো সম্ভাৱনা নাই। তথাপি শেষবাৰ চেষ্টা কৰিবৰ কাৰণে তেওঁ বৰলাট লৰ্ড উইলিংডনৰ লগত দেখা কৰিবলৈ বিচাৰিলে। নতুন দিল্লীৰপৰা জনোৱা হ'ল, কেইটামান সৰ্ত্তত দেখা কৰিবলৈ দিব পাৰে। তাৰ ভিতৰত এই সৰ্ত্ত আছিল যে তেওঁ বঙ্গদেশ, যুক্তপ্ৰদেশ আৰু সীমান্ত প্ৰদেশৰ নতুন অধ্যাদেশবিলাক আৰু তাৰ আনুষঙ্গিকভাৱে হোৱা গ্ৰেপ্তাৰৰ বিষয় আলোচনা কৰিব নোৱাৰিব। (মই মনৰপৰা লিখিছোঁ বৰলাটৰ উত্তৰৰ নকল মোৰ হাতত এতিয়া নাই)। যিহৰ কাৰণে গোটেই দেশ জ্বলি পকি আছে তাৰে যদি আলোচনা কৰিব নোৱাৰি, তেন্তে আৰু কি বিষয়ত গান্ধীজী আৰু কংগ্ৰেছৰ নেতাসকলে বৰলাটৰ লগত আলোচনা কৰিব পাৰিব ক'ব নোৱাৰি। ভালকৈয়ে বুজা গ'ল কোনো কথা নুশুনাকৈয়ে কংগ্ৰেছক ধ্বংস কৰিবলৈ ভাৰত চৰকাৰে শপত খাই লৈছে। কাৰ্য্যকৰী সমিতিৰ পক্ষে অহিংস অসহযোগ আন্দোলনৰ বাহিৰে আৰু গতি নেথাকিল। তেওঁলোকে প্ৰতি মুহূৰ্ত্তে গ্ৰেপ্তাৰৰ কাৰণে আশঙ্কা কৰি থাকিল আৰু জেললৈ যোৱাৰ আগতে দেশক কামৰ বিষয়ে নিৰ্দ্দেশ দি যাবৰ কাৰণে ব্যগ্ৰ হৈ থাকিল। তথাপি আপোচ-মীমাংসাৰ কাৰণে বাট মুকলি ৰাখি অহিংস অসহযোগৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। গান্ধীজীয়ে বৰলাটৰ লগত দেখা কৰিবৰ কাৰণে আৰু এবাৰ যত্ন কৰিলে। তেওঁ

দ্বিতীয়খন টেলিগ্ৰামত বিনা সৰ্ত্তে দেখা কৰিবলৈ দিবলৈ অনুৰোধ কৰিলে। উত্তৰত চৰকাৰে গান্ধীজীক আৰু কংগ্ৰেছ সভাপতিক গ্ৰেপ্তাৰ কৰিলে আৰু গোটেই দেশতে দমন-নীতি উগ্ৰ আৰু তীব্ৰ কৰি তুলিলে। স্পষ্ট হৈ ওলাই পৰিল যে, আন কোনোবাই সংঘৰ্ষ বিচাৰক বা নিবিচাৰক চৰকাৰ হলে সংঘৰ্ষৰ কাৰণে সদায় ব্যগ্ৰ আৰু সদায় সাজু।

আমি তেতিয়া ফাটেকত। অস্পষ্ট আৰু অসংলগ্নভাৱে আমি এই বাতৰি-বিলাক পাবলৈ ধৰিলোঁ। নৱবৰ্ষৰ কাৰণে আমাৰ বিচাৰ স্থগিত আছিল কাৰণে বিচৰাধীন ফাটেকিয়াল বুলি আমি দেখা-সাক্ষাতৰ বেচি সুবিধা পাইছিলোঁ। শুনিবলৈ পালোঁ, বৰলাটে দেখা কৰিব নে নকৰে তাকে লৈ তুমুল আলোচনা চলিছে, যেন বৰ্ত্তমান অৱস্থাত সিয়েই একমাত্ৰ জৰুৰী সমস্যা।

এই দেখা কৰাৰ প্ৰশ্নটো ওপৰলৈ উঠি বাকী সকলো প্ৰশ্ন তল পৰিবলৈ ধৰিলে। মানুহে ক'বলৈ ধৰিলে, লৰ্ড আৰবিন থকা হ'লে দেখা কৰাত ৰাজী হ'ল-হে'তেন আৰু তেওঁৰ লগত গান্ধীজীৰ দেখা-সাক্ষাত হোৱা হ'লে সন্তোষজনক মীমাংসাই হ'লহে'তেন। প্ৰকৃত সমস্যাবিলাকৰ প্ৰতি আওকাণ কৰি ভাৰতীয় বাতৰি-কাকত-বিলাকত অদ্ভুত ধৰণে উপৰুৱা আলোচনা হোৱা দেখি মই আচৰিত হ'লোঁ। ভাৰতীয় জাতীয়তাবাদ আৰু বৃটিছ সাম্ৰাজ্যবাদ, সদায় অহি-নকুল হৈ থকা এই শক্তি দুটাৰ অনিবাৰ্য্য সংঘৰ্ষৰ কাৰণ ফ'হিয়াই চালে কাৰবাৰ ব্যক্তিগত কাজিয়াৰ ওপৰত নিৰ্ভৰ কৰা বুলি ক'ব পাৰি নে বাৰু? দুটা ঐতিহাসিক শক্তিৰ বিৰোধ কেৱল হাঁহি আৰু শিষ্টাচাৰৰ বলেৰে নাইকিয়া কৰি দিব পাৰি নে? ভাৰতৰ জাতীয়বাদে নিজ ইচ্ছাৰে 'হাৰাকিৰি' (আত্মহত্যা) কৰিব বা গুৰুত্বপূৰ্ণ বিষয়ত বিদেশৰ আদেশ শিৰোধাৰ্য্য কৰি চলিব নোৱাৰে। সেই কাৰণে গান্ধীজীয়ে নিজৰ পথ বাছি ল'বলগীয়া হৈছিল আৰু ভাৰতৰ বৃটিছ ৰাজপ্ৰতিনিধিয়েও এই জাতীয়তাবাদৰ ৰণাহ্বানৰ বিপক্ষে থিয় দিবলৈ আৰু বৃটিছ স্বাৰ্থৰক্ষাৰ চেষ্টা কৰিবলৈ স্বকীয় পন্থা অৱলম্বন কৰিবলগীয়া হৈছিল—তেহেলৈ বি ভাইচৰয়েই আহক লাগিলে সেইটো কোনো কথা নহয়। লৰ্ড উইলিংডনে যি কৰিছে, লৰ্ড আৰবিনে তাকেই কৰিলেহে'তেন; কাৰণ দুয়ো জনেই বৃটিছ সাম্ৰাজ্যবাদৰ যন্ত্ৰ মাথোন আছিল আৰু তেওঁলোকে মাত্ৰ আগতেই ঠিক কৰি দিয়া মূলনীতিৰ অতি সামান্য ভাৱেহে অ'ত ত'ত লৰচৰ কৰিব পাৰে। দৰাচলতে লৰ্ড আৰবিনে পিচত গৈ বৃটিছ চৰকাৰৰ অংশবিশেষ হৈ ভাৰতৰ চৰকাৰে কি কাৰ্য্য-পন্থা অৱলম্বন কৰিছে নকৰিছে, সেই বিষয়ে নিজকে সংশ্লিষ্ট ৰাখিছিল। ভাৰতত অনুসৰণ কৰা বৃটিছ নীতিৰ কাৰণে কোনো বৰলাটক ব্যক্তিগত ভাৱে প্ৰশংসা বা নিন্দা কৰাৰ, মোৰ মনেৰে কোনো যুক্তি নাই। তাকে যি কৰে, তেওঁলোকে হয় একো নেজানে, নহয় ঘাই বিষয়বস্তুৰ ফালৰ পৰা কাটি যায়।

১৯৩২-ৰ ৪ জানুৱাৰী এটা মনত ৰাখিবলগীয়া দিন। সকলো তৰ্ক আৰু আলোচনাৰ অন্ত পৰিল। অতি পুৱাতে গান্ধীজী আৰু কংগ্ৰেছ-সভাপতি বল্লভভাই পেটেল গ্ৰেপ্তাৰ হ'ল। তেওঁলোকক বিনা বিচাৰে ৰাজবন্দী হিচাপে আটক কৰি ৰখা হ'ল। চাৰিটা নতুন অধ্যাদেশ জাৰি কৰি হাকিম আৰু পুলিচৰ হাতত সুদূৰপ্ৰসাৰী ক্ষমতা দিয়া হ'ল। ব্যক্তিস্বাধীনতা বুলি আৰু একো নেথাকিল। কৰ্তৃপক্ষই ইচ্ছা

কৰিবলৈ যাকে ইচ্ছা তাকে গ্ৰেপ্তাৰ আৰু যি কোনো বস্তু বাজেয়াপ্ত কৰিব পৰা হ'ল। গোটেই ভাৰতবৰ্ষখন যেন সামৰিক শক্তিৰ দ্বাৰা ঘেৰা হৈ আছে, তেনেকুৱা লগা হ'ল। ক'ত কেনেকৈ কি ব্যৱস্থা লোৱা হ'ল, তাৰ ভাৰ স্থানীয় বিষয়াৰ ওপৰতে দিয়া হ'ল।*

৪ জানুৱাৰীৰ দিনা নাইনি জেলৰ ভিতৰত যুক্তপ্ৰদেশৰ জৰুৰী ক্ষমতামূলক অধ্যাদেশ অনুসাৰে আমাৰ বিচাৰ হ'ল। ছেৰোৱানীৰ ছমাহ সশ্ৰম কাৰাদণ্ড আৰু ডেৰ শ টকা জৰিমনা হ'ল; মোৰ দুবছৰ সশ্ৰম কাৰাদণ্ড আৰু পাঁচ শ টকা জৰিমনা (অনাদায়ে আৰু ছ মাহ জেল) হ'ল। আমাৰ দুয়োৰে অপৰাধ একে, আমাৰ ওপৰত একে হুকুমনামা দি আমাক এলাহাবাদ নগৰত অন্তৰীণ থাকিবলৈ নিৰ্দেশ দিয়া হৈছিল। আমি দুয়ো একেলগে বোম্বাইলৈ যাত্ৰা কৰি একে ধৰণে আদেশ অমান্য কৰিছোঁ; আমাক একেলগে গ্ৰেপ্তাৰ কৰি একে ধাৰাতে বিচাৰ কৰা হ'ল, তথাপি দণ্ডবিধান ইমান বেলেগ। অৱশ্যে এটা পাৰ্থক্য আছিল—মই আদেশ অমান্য কৰি বোম্বাইলৈ যাম বুলি জিলা-হাকিমক আগতে চিঠি দি জনাইছিলোঁ, কিন্তু ছেৰোৱানীয়ে তেনেকৈ জনোৱা নাই। কিন্তু তেওঁ যে যাবই এইটো সকলোৰে জনা কথা, কাৰণ সেই খবৰটো বাতৰি-কাকতত প্ৰকাশ পাইছিল। দণ্ড বিধানৰ ঠিক পিচতেই ছেৰোৱানীয়ে যেতিয়া বিচাৰক হাকিমক সুধিলে দণ্ড বিধানৰ এই পাৰ্থক্য সাম্প্ৰদায়িক কাৰণত নে কি? তেতিয়া উপস্থিত সকলোৱেই কথাটোত আমোদ পালে আৰু বিচাৰকে সেমেনা-সেমেনি কৰিবলৈ ধৰিলে।

৪ জানুৱাৰী দিনটো সকলোৰে মনত থাকিব। সেইদিনা দেশৰ সকলো ঠাইতে বহুত ঘটনা ঘটিল। আমাৰ জেলৰপৰা অলপ দূৰতে এলাহাবাদ নগৰত বিশাল জনতাৰ লগত পুলিচ আৰু সৈন্যদলৰ মাজত সংঘৰ্ষ হ'ল, লাঠী চলোৱাত বহুতৰ আঘাত হ'ল, বহুত মৰিল। অহিংস অসহযোগৰ বন্দীসকল আহি জেলখানা ভৰাবলৈ লাগিল। প্ৰথমতে জিলাৰ ফাটেকবোৰ ভৰিল। তাৰ পিচত নাইনি আৰু আন আন চেন্ট্ৰেল জেলবিলাকলৈ ফাটেকিয়াল আহিবলৈ ধৰিলে। স্থানীয় জেলবিলাকত যেতিয়া ঠায়ে নটা হ'ল, তেতিয়া অস্থায়ী জেলখানা সজোৱা হ'ল।

নাইনিত আমাৰ সৰু বেৰেকটোলৈ বৰ বেচি মানুহ অহা নাই। মোৰ পুৰণি বন্ধু নৰ্ম্মদাপ্ৰসাদ, ৰণজিৎ পণ্ডিত আৰু মোৰ গিয়াতি মোহনলাল নেহৰু ইয়াত আছিল। এদিন হঠাৎ আমাৰ ৩নং বেৰেকত মোৰ লক্ষ্মদ্বীপৰ ডেকা বন্ধু বাৰ্ণাৰ্ড আলুবিহাৰ আহি ওলালহি। কেইদিন মানৰ আগতে মাত্ৰ তেওঁ বিলাতৰপৰা বেৰিষ্টাৰী পাচ কৰি আহিছে। মোৰ ভনীজনীয়ে হাক দিয়াতো তেওঁ সেই সময়ত উত্তেজিত হৈ কংগ্ৰেছৰ শোভাযাত্ৰাত যোগদান কৰিলে আৰু ফলত পুলিচৰ ক'লা গাড়ীত উঠি জেল পাইছেহি।

কংগ্ৰেছক বে-আইনী বুলি ঘোষণা কৰা হ'ল। কাৰ্য্যকৰী সমিতিকে ধৰি

* ভাৰত-সচিব ছাৰ ছেমুৱেল হোৰে ১৯৩২-ৰ ২৪ মাৰ্চত পাৰ্লিয়ামেণ্টত কৈছিল—আমি যিবিলাক অধ্যাদেশ অনুমোদন কৰিছোঁ, সি যে অতিপাত ভয়ঙ্কৰ আৰু কঠোৰ তাক আমি স্বীকাৰ কৰোঁ। ভাৰতীয় জীৱনৰ সকলো ধৰণৰ কামেই তাৰ অনুশাসনত পৰে।

প্ৰাদেশিক, জিলা, তালুক সকলো ৰকমৰ কংগ্ৰেছ প্ৰতিষ্ঠানকে বে-আইনী বুলি ঘোষণা কৰা হ'ল। তাৰ বাহিৰে কংগ্ৰেছত যোগাযোগ থকা বা কংগ্ৰেছৰ প্ৰতি সহানুভূতি থকা বা প্ৰগতিশীল হুতো কৃষক-সভা, প্ৰজা-সমিতি, যুৱক-সমিতি, ছাত্ৰসঙ্ঘ, প্ৰগতিশীল ৰাজনৈতিক অনুষ্ঠান, জাতীয় বিশ্ববিদ্যালয় আৰু স্কুল, হাস্পতাল, স্বদেশী ভাণ্ডাৰ, ব্যামাগাৰ, পুথি-ভৰাল কত যে বে-আইনী বুলি ঘোষণা কৰিলে তাৰ লেখ জোখ নাই। ইয়াৰ তালিকা দীঘলীয়া; প্ৰত্যেক প্ৰদেশতে এইদৰে বে-আইনী বুলি ঘোষণা কৰা প্ৰতিষ্ঠানৰ সংখ্যা কেইবা শও হ'ব। ভাৰতৰ কেইবা হেজাৰো প্ৰতিষ্ঠান বে-আইনী ঘোষিত হোৱাটো কংগ্ৰেছ আৰু জাতীয় আন্দোলনৰ পক্ষে গৌৰৱৰ কথা।

মোৰ পৰিবাৰ বোম্বাইত নৰিয়া-পাটীত পৰি আছে। অহিংস অসহযোগ আন্দোলনত যোগ দিব নোৱাৰি তেওঁ দুখ কৰিবলৈ ধৰিলে। আই আৰু ভনীজনীয়ে উৎসাহেৰে আন্দোলনত যোগ দিলে। সোনকালেই মোৰ ভনী দুজনীৰ প্ৰত্যেকৰ এবছৰকৈ ফাটেক হ'ল। জেলৰ নতুন আলহী সকলৰপৰা আৰু জেলত আমাক পঢ়িবলৈ দিয়া বাতৰি-কাকতৰপৰা আমি বাহিৰৰ অলপ অচৰপ খবৰ পাওঁ। আমি বাহিৰৰ ঘটনাৰ মাত্ৰ অনুমান আৰু কল্পনাহে কৰিছিলোঁ—কাৰণ বাতৰি-কাকত আৰু বাতৰি যোগানিয়াৰ প্ৰতিষ্ঠানৰ ওপৰত কঠোৰ নীতি অৱলম্বন কৰা হৈছিল; বহুত বহুত জৰিমনা আৰু সম্পত্তি বাজেয়াপ্ত কৰাৰ ভয় দেখুৱাই আন্দোলনৰ বাতৰি নিষিদ্ধ কৰা হৈছিল। কোনো কোনো প্ৰদেশত আন কি ফাটেকিয়াল বা ফাটেকৰ হুকুম হোৱা মানুহৰ নাম প্ৰকাশ থাকিলেও শাস্তি পাব লগা হৈছিল।

এইদৰে বাহিৰা বা-বাতৰিৰ লগত সম্বন্ধ নোহোৱাকৈ থাকি নাইনি জেলত বহি আমি ইটো সিটো কৰি সময় কটাইছিলোঁ। ঘঁতৰত সূতা কটা, লিখা-পঢ়া, কোনো কোনো বিষয়ত আলোচনা আদি চলিছিল; কিন্তু সকলো সময়তে এটা চিন্তা আছিল—ফাটেকৰ চাৰি বেৰৰ বাহিৰত কি ঘটিব লাগিছে। আমি আঁতৰ হৈ থাকিও আন্দোলনৰ লগত সাঙোৰ খাই আছিলোঁ। কেতিয়াবা আমি আশা কৰি অধৈৰ্য্য হৈ গৈছিলোঁ, কেতিয়াবা আকৌ ভুল-ত্ৰুটিৰ বাবে খঙত জ্বলি-পকি উঠিছিলোঁ। কেতিয়াবা কেতিয়াবা দুৰ্ব্বলতা আৰু নীচ ৰুচি দেখি আমনি পাইছিলোঁ। কেতিয়াবা অতি উদাসীন হৈ পৰিছিলোঁ আৰু ধীৰ স্থিৰ ভাৱে আলোচনা কৰি চাইছিলোঁ। এই বিশাল শক্তিৰ যুঁজ আৰু প্ৰকাণ্ড পিহন-যন্ত্ৰৰ মাজত ব্যক্তিগত ত্ৰুটি আৰু দুৰ্ব্বলতা অতি সামান্য কথা। আগন্তুক দিনবোৰৰ কথা আমি বিস্ময়েৰে ভাবোঁ—এই যুঁজ-বাগৰ, এই চিঞৰ-বাখৰ, এই উৎপতীয়া উছাহ-উদ্যম এই নিষ্ঠুৰ দমন-নীতি আৰু ছিগলগা কাপুৰুষালি—ইয়াৰ পৰিণাম কি? আমি ক'লৈ গৈ আছোঁ? আঁৰ কাপোৰৰ সিফালে আছে ভৱিষ্যৎ। ঢাকি থোৱা আছে ভৱিষ্যতক, কি বেয়া হৈছে? বৰ্ত্তমানৰ ওপৰতো অস্পষ্টতাৰ ঢাকনি। কিন্তু মই থিৰাংকৈ জ .না, কি বৰ্ত্তমান, কি ভৱিষ্যৎ যুঁজ-বাগৰ, দুখ, আত্মত্যাগ আমাৰ লগৰপৰা কেতিয়াও নুগুচে।

ভৈৰামত কালি পুনু বাজিব ৰণৰ শিঙা,
কাণ্ডাহৰ বুকু হ'ব ৰণৰ তেজেৰে ৰঙা—

হেক্‌টৰ আজান্ন বীৰ পদ্‌দ্মাৰ আহি থিয় দিব,
হেলেনৰ নীলা চকুযুৰি বেবন জলত জিলিকিব।
হয়তোবা ছাঁতে তেতিয়া মনকেই মামৰে ধৰিব,
নহলেবা ৰণ-পথাৰত জিক্‌মিক্‌ উজ্জ্বলি উঠিব;
অন্ধ আশা-নিৰাশাৰ অনিশ্চয়তাত
কল্পনাহে কৰি থাকোঁ মনত আমাৰ—
সমূলঞ্চে জীৱনৰ সৰ্ব্বস্ব ঢালিলোঁ
কি সম্ভাৰ আনিম মনলৈ তাৰ কথা একো নেজানিলোঁ।

—মেথ্‌যু আৰ্নল্ড্‌

## আত্মপ্ৰচাৰৰ খলকনি

১৯৩২ চনৰ প্ৰথম কেইমাহ বৃটিছ কৰ্তৃপক্ষৰ মাজত আত্মপ্ৰচাৰৰ খলকনি উঠিল। সৰু-ডাঙৰ সকলো শ্ৰেণীৰ বিষয়াই টেট্‌ ফালি ফালি চিঞৰিবলৈ ধৰিলে-তেওঁলোক কিমান শান্তিপ্ৰিয় আৰু ধাৰ্ম্মিক, আৰু কংগ্ৰেস কিমান পাপী, কিমান দন্দুৰা। তেওঁলোকে বিচাৰে গণতন্ত্ৰ আৰু কংগ্ৰেছে বিচাৰে ডিক্টেটৰশিপ কংগ্ৰেছৰ সভাপতিক জানো ডিক্টেটৰ নোবোলে? মহৎ উদ্দেশ্য সাধন কৰাৰ উৎসাহত গৈ তেওঁলোকে অধ্যাদেশ জাৰি কৰা, ব্যক্তি স্বাধীনতা হৰণ কৰা, বাতৰি-কাকত আৰু ছপা-কল দমন কৰা, বিনা বিচাৰে আটক কৰি থোৱা টকা-পইচা আৰু সা-সম্পত্তি বাজেয়াপ্ত কৰা আৰু দৈনন্দিন আৰু কত ঘটনা কৰিলে—এই সকলোবোৰ তুচ্ছ ঘটনা বুলি তেওঁলোকে সমূলি পাহৰি গল। ভাৰতত বৃটিছৰ শাসনপ্ৰণালীৰ যি মূলনীতি তাকো তেওঁলোকে পাহৰি গল। চৰকাৰৰ মন্ত্ৰীসকলকৰ (আমাৰ দেশৰে মানুহ) মুখৰ মাত ডাঙৰ হৈ আহিল! তেওঁলোকে কৈ ফুৰিবলৈ ধৰিলে, কংগ্ৰেছে হেনো যেতিয়া ফাটেকৰ ভিতৰত বহি বহি নিজৰ স্বাৰ্থ পূৰণৰ কথা ভাবিছে, তেওঁলোকে তেতিয়া অতি সামান্য কেই হেজাৰমান মাত্ৰ টকা লৈ ৰাইজৰ মঙ্গলৰ কাৰণে কঠোৰ পৰিশ্ৰম কৰিছে। তলতীয়া হাকিমসকলৰ আমাৰ ওপৰত গুৰু শাস্তি বিধান কৰিয়েই হেঁপাহ নপলায়, বায় দিওঁতে তেওঁলোকে আমাক বক্তৃতা শুনায়—কেতিয়াবা আকৌ কংগ্ৰেছ বা কংগ্ৰেছৰ লগত সম্পৰ্ক থকাসকলক নিন্দা কৰে। আন কি ছাৰ ছেমুৱেল হোৰেও ভাৰত সচিবৰ উচ্চ সম্মানজনক পদবীধাৰী হৈয়ো ঘোষণা কৰিছিল, কুকুৰে ভুকি থাকিলেও বোলে বাটৰুৱা দল গৈয়েই থাকিব। সেই সময়ত তেওঁ পাহৰি গৈছিল কুকুৰবিলাক যে তেতিয়া ফাটেকত, তাত যে বৰকৈ ভুকিব নোৱাৰে। বাহিৰত যিবিলাক আছিল সেইবিলাকৰো মুখৰ মাত ভালকৈ বন্ধ কৰা হৈছিল।

আটাইতকৈ আচৰিত কথা হ'ল যে কাণপুৰৰ সাম্প্ৰদায়িক মৰা-কটাৰ গোটেই অপবাদখিনি কংগ্ৰেছৰ কান্ধত জাপি দিয়া হ'ল। সেই পৈশাচিক মৰা-মৰি কাটা-কটিৰ ঘটনাবিলাক প্ৰচাৰ কৰি বাৰে বাৰে তেওঁলোকে ক'বলৈ ধৰিলে যে, সেইবিলাকৰ কাৰণে

কংগ্ৰেছেই দায়ী, কিন্তু প্ৰকৃততে কংগ্ৰেছে সেইবোৰ বন্ধ কৰিবলৈ যি যত্ন কৰিছিল, তাত মহত্ত্ব আৰু দয়াই প্ৰকাশ পাইছিল আৰু তাতেই এজন সৰ্ব্বশ্ৰেষ্ঠ সন্তান কংগ্ৰেছৰ বলি দিছিল, তাৰ কাৰণে কালপুৰত দুখ নকৰা মানুহ নাই। কৰাচী কংগ্ৰেছত মৰামাৰিৰ বাতৰি পোৱা মাত্ৰেই এখন তদন্ত কমিটী গঠন কৰা হৈছিল। এই কমিটীয়ে সকলো বিষয়ে খৰচি মাৰি অনুসন্ধান কৰে। কেইমাহমান পৰিশ্ৰম কৰাৰ পিচত তেওঁলোকৰ ডাঙৰ প্ৰতিবেদনখন প্ৰকাশ হয়। কিন্তু চৰকাৰে লৰালৰিকৈ ছপা হৈ ওলোৱা পুথিবিলাক হাত কৰি পেলালে। মোৰ ধাৰণা সেইবোৰ তেওঁলোকে নষ্ট কৰি পেলাইছে। কিন্তু তদন্তৰ প্ৰতিবেদনটো এইদৰে লুকুৱাই পেলায়ো তেওঁলোকৰ হেঁপাহ নপলাল। আমাৰ চৰকাৰী সমালোচক, আৰু বৃটিছ-পৰিচালিত বাতৰি-কাকতবিলাকে সময় সুবিধা বুজি বাৰে বাৰে কবলৈ ধৰিলে কংগ্ৰেছৰ কাৰ্য্যৰ ফলতেই বোলে মৰামাৰিবিলাক হৈ আছে।

অৱশ্যে এই ক্ষেত্ৰত আৰু আন আন ঠাইতো পৰিণামত সত্যৰেই জয় হ'ব। কিন্তু কেতিয়াবা কেতিয়াবা মিছাৰ ৰাজত্ব বহু দিন থাকে। "কাম শেষ হ'লে মিছা আপোনা-আপুনি ধ্বংস হ'ব। যেতিয়া কোনেও জয়-পৰাজয়ৰ কথা নভবা হব, তেতিয়াই মহান সত্যৰ জয় হ'ব।"

যুদ্ধৰ কাৰণে হোৱা মানসিক বিকাৰৰ এই বহিঃপ্ৰকাশ অতি স্বাভাৱিক। পৰিস্থিতি যেনেকুৱা তাত কোনেও সত্য আৰু সংযম আশা কৰিব নোৱাৰে, এয়ে মোৰ ধাৰণা। কিন্তু ইয়াৰ তীব্ৰতা আৰু প্ৰাচুৰ্য্য ইমান হ'ব বুলি কোনেও ভবা নাছিল আৰু আমাৰ কাৰণে ই বৰ আচৰিত আচৰিত লাগিল। ই ভাৰতীয় শাসক সম্প্ৰদায়ৰ মানসিক অৱস্থাৰ নিদৰ্শন। কিছু দিনৰ আগতে তেওঁলোকে কেনেকৈ নিজে দমাই ৰাখিছিল তাৰো প্ৰমাণ এতিয়া ওলাইছে। বোধহয় আমাৰ কোনো কথা বা কমৰ কাৰণে তেওঁলোকৰ খং উঠা নাই। সাম্ৰাজ্য হাতৰপৰা যায় বুলি ভয়তে তেওঁলোকৰ খং উঠিছে। যিসকল শাসকৰ নিজৰ শক্তিৰ ওপৰত বিশ্বাস আছে, তেওঁলোকে এনেকুৱা আচৰণ নকৰে। দুয়ো পক্ষৰ মাজত পাৰ্থক্যটো ফটফটীয়াকৈ ওলাই পৰিল। সিটো পক্ষত নিস্তব্ধতাৰ ৰাজত্ব। এই নিস্তব্ধতা নিজে ইচ্ছা কৰি সৃষ্টি কৰা বা সন্মানজনক সংযমৰপৰা হোৱা নহয়, এই নিস্তব্ধতা, ফাটেকৰ নিস্তব্ধতা, ভয়ৰ নিস্তব্ধতা আৰু সকলো প্ৰচাৰকাৰ্য্য বন্ধ কৰি সৃষ্টি কৰা নিস্তব্ধতা। এনেকৈ বলেৰে টেটুত চেপি নধৰা হ'লে অৱশ্যে মনৰ বিকাৰত কৰা চিঞৰ-বাখৰ বঢ়াই কোৱা আৰু গালি-শপনিত সিটো পক্ষকো কোনেও চেৰ পেলাব নোৱাৰিলেহেঁতেন। যি হওক প্ৰকাশৰ এটা মাত্ৰ পথ আছিল—সি হৈছে বেলেগ বেলেগ চহৰৰপৰা মাজে মাজে প্ৰকাশ পোৱা বে-আইনী বাতৰি-কাকতসমূহ।

বৃটিছৰ কথা মতে চলা ইংগ-ভাৰতীয় বাতৰি-কাকতবিলাক এই আত্মপ্ৰচাৰৰ খলকনিত ৰং মনেৰে যোগ দি নাচি-বাগি ফুৰিছিল। বহু দিন ধৰি তেওঁলোকে গোপনে মনৰ ভিতৰত যিবিলাক ভাব পুহি ৰাখিছিল এতিয়া সেইবিলাক ভাব-চিন্তা প্ৰকাশ পাবলৈ ধৰিলে। সাধাৰণ অৱস্থাত তেওঁলোকে নিজৰ মনোভাব সাৱধানে প্ৰকাশ কৰে; কাৰণ ইহঁতৰ সৰহভাগ পাঠকেই ভাৰতীয়। কিন্তু ভাৰতৰ এই বিপদৰ সময়ত সেই সংযম আৰু নেথাকিল; ইংৰাজেই হওক ভাৰতীয়েই হওক

সকলোৰে মনোভাৱ আমি বুজিব পাৰিলো। ইণ্ড-ভাৰতীয় বাতৰি-কাকত অৱশ্যে অতি কমেই আছে। লাহে লাহে সেইবোৰ লোপ পাবলৈ ধৰিছে। বাকীবিলাকৰ ভিতৰত কেইখনমান বাতৰি যোগানৰ ফালৰপৰাই হওক বা আঁহিৰে দেখাতে হওক অতি ওখ ধৰণৰ কাকত। তেওঁলোকে আন্তৰ্জাতিক বিষয়ত লিখা সম্পাদকীয় প্ৰবন্ধবিলাক ৰক্ষণশীল মনোবৃত্তিৰে লিখা হ'লেও, তাত যথেষ্ট পটুতা, জ্ঞানগৰ্ভতা আৰু মৰ্ম্মগ্ৰহণৰ ক্ষমতা থকাৰ প্ৰমাণ আছে। বাতৰি-কাকত হিচাপে এই কেইখন যে ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ, তাত সন্দেহ নাই। কিন্তু ভাৰতীয় ৰাজনৈতিক সমস্যা সম্পৰ্কে তেওঁলোকৰ আলোচনা বৰ তল খাপৰ আৰু অতি একপক্ষীয়া। সংকটৰ সময়ত তেওঁলোকৰ পক্ষপাতিতা মনোবিকাৰৰ কাৰণে ওলোৱা প্ৰবন্ধবিলাকৰপৰা তেওঁলোকৰ ৰুচি যে অতি নীচ ধৰণৰ তাক বুজি পোৱা যায়। তেওঁলোকে বিশ্বস্তভাৱে ভাৰত চৰকাৰৰ মনোভাৱ প্ৰচাৰ কৰে আৰু এই ধাৰাবাহিকভাৱে চলোৱা চৰকাৰী প্ৰচাৰকাৰ্য্যৰ মাজতো লোকক ক্ষুণ্ণ কৰাৰ ভাব দেখা যায়।

এইবিলাক ইণ্ড-ভাৰতীয় বাতৰি-কাকতৰ লগত তুলনা কৰিলে দেখা যায়. ভাৰতীয় বাতৰি-কাকতবিলাক অতি নিঃকিন। সিহঁতৰ আৰ্থিক অৱস্থাও ভাল নহয় আৰু কাকতৰ উন্নতিৰ কাৰণে গৰাকীসকলেও বৰ বেচি যত্ন নকৰে। অতি কষ্টে তেওঁলোকে দিনৰ পিচত দিন পাৰ কৰি দিয়ে আৰু দুৰ্ব্বলীয়া সম্পাদনা বিভাগৰ লোকসকলেও অতি কষ্টে দিন নিয়াৰ। এই বাতৰি-কাকতবিলাকৰ কাগজ আৰু ছপা আপচু, বহুত আপত্তিজনক বিজ্ঞাপন প্ৰায়েই প্ৰকাশিত হয়, ৰাজনীতি আৰু জাতীয় জীৱন সম্পৰ্কে তেওঁলোকৰ মনোভাৱ অতিপাত ভাবপ্ৰৱণতা আৰু উচ্ছ্বাসেৰে ভৰা। মোৰ বিশ্বাস ইয়াৰ এটা কাৰণ হৈছে যে আমি ভাবপ্ৰৱণ জাতি, আৰু আন এটা কাৰণ হৈছে বিদেশী ভাষাত (ইংৰাজী ভাষাত প্ৰচাৰিত বাতৰি-কাকতবিলাক) সৰলভাৱে আৰু বলিষ্ঠভাৱে লিখা সহজ নহয়। কিন্তু প্ৰকৃত কাৰণ হৈছে বহুদিনৰ পৰাধীনতা আৰু দমন-নীতিৰ প্ৰতিক্ৰিয়াৰপৰা নানা ধৰণৰ ভাবগতি গঢ় লৈ উঠে আৰু ভাব প্ৰকাশৰ প্ৰত্যেক পথেই উচ্ছ্বাসত জুৰুলি-জুপুৰি হৈ ওলায়।

ভাৰতীয় পৰিচালনত প্ৰকাশ হোৱা ইংৰাজী বাতৰি-কাকতৰ মাজত বোধহয় মাদ্ৰাজৰ "দি হিন্দু" কাকতেই বাতৰি-যোগান, ছপা আৰু কাগজৰ ফালৰপৰা সকলোতকৈ শ্ৰেষ্ঠ। 'হিন্দু' দেখিলেই মোৰ এগৰাকী বয়সীয়া অবিবাহিতা তিৰোতালৈ মনত পৰে—অতিপাত সংযত, অতিপাত মেধাৱী, এগৰাকী বয়সীয়া অবিবাহিতা মহিলা—যাৰ আগত এটা বেয়া কথা কলেই মনত আঘাত পাব। স্বচ্ছল অৱস্থাৰ বুৰ্জ্জোৱা কাকত এখন। অস্তিত্বৰ আন্ধাৰ কাল, জীৱন-যুদ্ধৰ নিৰ্ম্মম সংঘৰ্ষ, কৰ্কশ কোলাহলে ইয়াক চুকি নেপায়গৈ। মধ্যমপন্থী মনোভাৱেৰে চলোৱা আৰু কেইখনমান কাকতো সেই 'বয়সীয়া অবিবাহিতা মহিলা'ৰ দৰে চলে। কিন্তু সেইবিলাকে 'হিন্দু'ৰ দৰে বৈশিষ্ট্য লাভ কৰিব পৰা নাই। আৰু সকলো ফালৰপৰা বৈচিত্ৰ্যহীন।

আঘাত কৰিবৰ কাৰণে চৰকাৰ বহুত দিনৰ পৰাই সাজু হৈ আছিল আৰু প্ৰথম অৱস্থাতে যিমান পাৰি সিমান প্ৰচণ্ড আঘাত কৰাৰ ইচ্ছাই তেওঁলোকৰ আছিল। ১৯৩০ চনত নতুন নতুন অধ্যাদেশৰ দ্বাৰা ঘটনাৰ সোঁত বন্ধ কৰিবৰ কাৰণে তেওঁ-

লোকে যত্ন কৰিছিল। সেইবাৰ কংগ্ৰেছেই প্ৰথমতে আক্ৰমণ আৰম্ভ কৰিছিল। কিন্তু ১৯৩২-ৰ উপায় আছিল বেলেগ আৰু চৰকাৰেই সকলো প্ৰকাৰে প্ৰথমে আক্ৰমণ আৰম্ভ কৰি দিলে। বিভিন্ন সৰ্ব্বভাৰতীয় আৰু প্ৰাদেশিক অধ্যাদেশৰ সহায়েৰে বিমান ধৰণৰ পাৰি ক্ষমতা গ্ৰহণ আৰু দানৰ ব্যৱস্থা কৰা হ'ল। বহুতো সভা-সমিতি বে-আইনী হ'ল, ঘৰ-দুৱাৰ, সা-সম্পত্তি, মটৰ-গাড়ী, বেঙ্কৰ জমা টকা দখল লোৱা হ'ল আৰু ৰাজহুৱা সভা-সমিতি আৰু শোভাযাত্ৰা নিষিদ্ধ কৰা হ'ল। বাতৰি-কাকত আৰু ছপা-কল সম্পূৰ্ণই নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা কৰা হ'ল। সিপিনে এই সময়ত গান্ধীৰ অহিংস অসহযোগ আন্দোলন নকৰাকৈ থকাৰ ইচ্ছা। কাৰ্য্যকৰী সমিতিৰ প্ৰায় সকলো সদস্যৰে মনোভাৱো সেয়ে। মই আৰু দুই এজনে ভাবিছিলোঁ আমাৰ যিমানেই অনিচ্ছা থাকক, সংঘৰ্ষ আহিবই। গতিকে আগৰেপৰা সাজু হৈ থকাই ভাল। যুক্তপ্ৰদেশ আৰু সীমান্ত প্ৰদেশত মনোমালিন্য লাহে লাহে বাঢ়ি যোৱাৰ কাৰণে জনসাধাৰণে বুজিব পাৰিছিল যে, সংঘৰ্ষ আহি পাবলৈ আৰু বেচি দিন নাই। কিন্তু মুঠৰ ওপৰত মধ্যবিত্ত শ্ৰেণী আৰু শিক্ষিত সমাজে সংঘৰ্ষ যে আহিবই তাক নুই কৰিব নোৱাৰিছিল। সেয়ে হ'লেও, তেওঁলোকে সেই সময়ত সেই ধৰণে নেভাবিছিল। তেওঁলোকে আশা কৰিছিল, গান্ধীজী উভতি আহিলেই যি কোনো প্ৰকাৰে তেওঁ সংঘৰ্ষ বন্ধ কৰিবই। কিন্তু চিন্তাই যে ইচ্ছাৰ জনক সেইটো সঁচা কথা।

এইদৰেই ১৯৩২-ৰ প্ৰথম ছোৱা কালত চৰকাৰৰ ফালৰপৰাই আক্ৰমণ আৰম্ভ হ'ল আৰু কংগ্ৰেছে আত্মৰক্ষা কৰিবলৈ ধৰিলে। অধ্যাদেশ আৰু অহিংস অসহযোগ একেলগে অতি সোনকালে আহি পৰাত ঠায়ে ঠায়ে বহুতো কংগ্ৰেছ-নেতা অস্থিৰ হৈ পৰিল। তথাপি কংগ্ৰেছৰ আহ্বানত দেশে আচৰিত ধৰণে সঁহাৰি দিলে আৰু অহিংস আন্দোলনকাৰীৰ কোনো অভাৱ নেথাকিল। মোৰ বোধেৰে ১৯৩০-তকৈ ১৯৩২-তহে বৃটিছ চৰকাৰৰ বিপক্ষে দিয়া প্ৰতিৰোধ বেচি প্ৰবল আছিল। অৱশ্যে এটা কথা সঁচা—১৯৩০-ত প্ৰদৰ্শন আৰু প্ৰচাৰৰ কোব বৰ বেচি আছিল, বিশেষকৈ ডাঙৰ ডাঙৰ চহৰবিলাকত। ১৯৩২-ত যদিও জনসাধাৰণৰ সহনশীলতা বেচি যেন দেখা গৈছিল, তথাপি ১৯৩০-ৰ নিচিনা উৎসাহৰ প্ৰেৰণা তেওঁলোকৰ নাছিল। ঠেলিয়াই গতিয়াইহে কোনোবাই যেন যুদ্ধক্ষেত্ৰত থিয় কৰাই দিছিলগৈ। ১৯৩০ চনত ইয়াৰ যি গৌৰৱ আছিল দু'বছৰৰ ইফাল সিফালত সি বহুতখিনি মোলান পৰি গ'ল। চৰকাৰে তেওঁলোকৰ সকলো শক্তি লৈ কংগ্ৰেছৰ সন্মুখীন হ'ল। ভাৰত কাৰ্য্যতঃ সামৰিক আইনেৰেই চলোৱা হ'ল। কংগ্ৰেছে নিজৰ উদ্যমেৰে একোকে কৰিবলৈ সুযোগ বা স্বাধীনতা নোপোৱা হ'ল। প্ৰথম আঘাততে কংগ্ৰেছ দমি গ'ল। আগতে কংগ্ৰেছৰ প্ৰধান সমৰ্থক আছিল বুৰ্জোৱা সদস্যসকল। এতিয়া তেওঁ-লোকেই বেচিকৈ ভয় খালে। তেওঁলোকৰ ধনৰ মোনাত হাত পৰিল আৰু বুজা গ'ল—যি আন্দোলনত যোগ দিব বা তাক সহায় কৰিছে বুলি জনা যাব, তেওঁলোকে অকল যে স্বাধীনতাকে হেৰুৱাব সি নহয়, তেওঁলোকৰ সম্পত্তিও বাজেয়াপ্ত হোৱাৰ ভয় আছে। তাৰ কাৰণে যুক্তপ্ৰদেশত আমাৰ বৰ চিন্তা হোৱা নাই; কাৰণ ইয়াত কংগ্ৰেছপন্থী সকলেহেই দুখীয়া। কিন্তু বোম্বাই

আদি ভাগুৰ চহৰবিলাকত অৱস্থা আছিল আন ৰকমৰ। তাত ব্যৱসায়ী শ্ৰেণীৰ সৰ্ব্বনাশ আৰু বৃত্তিজীৱীসকলৰ ব্যাপক ধৰণে ক্ষতি হোৱাৰ আশঙ্কা। কেৱল ভয় দেখুৱাওঁতেই (দেখুওৱা হৈছেও কোনো কোনো ঠাইত) চহৰৰ ধনী আৰু যোগ্যৱান লোকসকলৰ অৱস্থা কাহিল হৈ পৰিল। মই পিচত শুনিছোঁ, এজন ধনী ব্যৱসায়ীক বোলে পুলিচে পাঁচ লাখ টকা জৰিমনা কৰিব আৰু দীঘলীয়াকৈ ফাটেকত থব বুলি ভয় দেখুৱাইছিল—সিপিনে আক' বৰগুনি দিয়াৰ বাহিৰে তেওঁ ৰাজনীতিৰ দুৱাৰ-দলিতো কেতিয়াও ভৰি দিয়া নাই। এই ধৰণৰ ভয় দেখুৱাটো সচৰাচৰ দেখি থকা ঘটনাতে পৰিণত হৈছিলগৈ। এইটো এনেয়ে উলিওৱা কথাও নহয়; কাৰণ পুলিচৰ হাতত তেতিয়া অসীম ক্ষমতা আৰু সদায় যি ধৰণে মুখেৰে ভয় দেখুৱা হয়, সেই ধৰণে কামৰো উদাহৰণ দেখা গৈছিল।

চৰকাৰে যি পন্থতি লৈছিল, তাত মোৰ মতেৰে কোনো কংগ্ৰেছকৰ্ম্মীৰে আপত্তি থকাৰ অধিকাৰ নাই। অৱশ্যে সম্পূৰ্ণ অহিংস আন্দোলনৰ বিৰুদ্ধে চৰকাৰে যি উৎপীড়ন আৰু হিংসামূলক কাম আৰম্ভ কৰিছিল, সভ্যতাৰ মানদণ্ডেৰে চালে নিশ্চয় সি আপত্তিজনক। আমি যদি বিপ্লব কৰিবৰ কাৰণে পোনপটীয়াকৈ সঙ্ঘৰ্ষৰ উপায় অৱলম্বন কৰোঁ, তেতিয়া যিমানেই অহিংসা নহওক লাগিলে আমি সকলো ধৰণৰ বাধাৰ কাৰণে সাজু থাকিবই লাগিব। বৈঠকখানাত বহি বিপ্লৱৰ খেল খেলিব নোৱাৰি; কিন্তু আমাৰ বহুতে এই দুয়োটাৰে সুবিধা বিচাৰে। যি মানুহে বিপ্লৱৰ পন্থতিতে নিজকে সাঙুৰিব খোজে, তেওঁ সকলো হেৰুৱাবৰ কাৰণে সাজু থাকিব লাগিব। ধনী আৰু সমৃদ্ধিশালী লোকসকল কেতিয়াবাহে বিপ্লৱী হয়; কোনোবা হ'লেও সেই মূৰ্খক বিষয়-বুদ্ধিসম্পন্ন লোকে তেওঁলোকৰ শ্ৰেণীৰ প্ৰতি বিশ্বাস-ঘাতক বুলি কয়।

অৱশ্যে জনসাধাৰণক দমন কৰিবলৈ বেলেগ পন্থতি লাগে। এওঁলোকৰ মটৰ গাড়ী, বেঙ্কৰ জমা টকা বা বাজেয়াপ্ত কৰিবলৈ কোনো সম্পত্তিয়েই নাই; অথচ এওঁ-লোকেই ভালকৈ চাবলৈ গ'লে, আন্দোলনৰ ভাৰ লৈছে। সকলো ফালৰপৰাই চৰকাৰৰ কঠোৰতাৰ আৰু এটা ফল দেখা গ'ল যে, এদল মানুহে হঠাৎ কামলৈ আগ-বাঢ়ি আহিল। অলপতে ওলোৱা কিতাপ এখনৰ ভাষাত এওঁলোকক 'গৱৰ্ণমেণ্ট-ৰিয়াল্স' অৰ্থাৎ চৰকাৰৰ পক্ষৰ মানুহ বুলিব পাৰি। কিছুমান মানুহে ভৱিষ্যতলৈ কি হ'ব তাৰ উমান নেপাই কংগ্ৰেছৰ ফালে ঢাল লৈছিল। কিন্তু চৰকাৰে সেইটো দেখিব নোৱাৰিলে। নিষ্ক্ৰিয় ৰাজভক্তি তেওঁলোকে নিবিচাৰে। চিপাহী বিদ্ৰোহত নাম কৰা ফ্ৰেডাৰিক গ্ৰুপাৰৰ ভাষাত চৰকাৰে সম্পূৰ্ণ ক্ৰিয়াশীল আৰু কাজে-কামে ৰাজভক্তৰ বাহিৰে আন ককো দেখিব নোৱাৰে। প্ৰজাই কেৱল নৈতিক বশ্যতা স্বীকাৰ কৰিলেই চৰকাৰে নেৰে। এবছৰ আগয়ে যেতিয়া উদাৰনৈতিক নেতাসকলে জাতীয় চৰকাৰত যোগ দিছিল, তেতিয়া সেই সকল পুৰণি সহকৰ্ম্মীক লক্ষ্য কৰি লয়েড্ জৰ্জ্জে কৈছিল, "যিসকলে পাৰিপাৰ্শ্বিক অৱস্থা চাই গাৰ বং সলায়, তেওঁ-লোক সেই সৰীসৃপবিলাকৰে নিচিনা। ভাৰতৰ নতুন পাৰিপাৰ্শ্বিক অৱস্থাত কোনো নিৰপেক্ষ বং সহ্য কৰা নহৈছিল আৰু আমাৰ দেশৰে কেইজনমানে চৰকাৰৰ মনোনীত ৰঙত ৰংৰঙীয়া হৈ নাচ-গান, ভোজ-ভাত আদিৰ ব্যৱস্থা কৰি

শাসকসকলৰ প্ৰতি মৰম চেনেহ দেখুৱাইছিল। অধ্যাদেশ, বহুত বাধা-নিষেধ, "কাৰ্ফিউ" আদিৰ ভয় তেওঁলোকৰ নাছিল। কাৰণ চৰকাৰীভাৱে ঘোষণা কৰিয়েই দিয়া হৈছিল যে, সেইবোৰ কেৱল অবাধ্য বিদ্ৰোহী—বিলাকৰ বাবেহে। ৰাজভক্ত-সকলৰ তাত ভয় কৰিবলগীয়া একো নাই। গতিকেই তেওঁলোকৰ চাৰিওফালে চলি থকা সংঘৰ্ষ আৰু সংঘাতবোৰ তেওঁলোকে নিৰ্ব্বিকাৰ হৈ চাই থাকিল। খ্ৰীষ্ট লিখা বিশ্বাসী ভেবাৰথীয়ানীৰ লগত বোধহয় তেওঁলোকৰ মত মিলিব। তাই কৈছিল—"এটা ভয়ৰ কাৰণৰপৰা মই সম্পূৰ্ণৰূপে মুক্ত। মোৰ ওপৰত বল প্ৰয়োগ কৰা অসম্ভৱ; কাৰণ মই সদায় সম্মত।"

চৰকাৰৰ মনত কেনেবাকৈ এটা ধাৰণা হ'ল যে, কংগ্ৰেছে তিৰোতাসকলক আন্দোলনত নমাই ফাটেক ভৰাইছে। কংগ্ৰেছে আশা কৰে যে তিৰোতাসকলৰ শাস্তি কম হ'ব আৰু তেওঁলোকে সদ্ব্যৱহাৰ পাব। অতি অদ্ভুত ধাৰণা, যেন মানুহে ইচ্ছা কৰি পৰিয়ালৰ তিৰোতাসকলক ফাটেকলৈ পঠায়। সাধাৰণতে তিৰোতাসকলে যেতিয়া আন্দোলনত যোগদান কৰে, তেতিয়া তেওঁলোকৰ পিতাক, ককায়েক, ভায়েক আৰু স্বামী আদিৰ ইচ্ছাৰ বিৰুদ্ধেই কৰে, অন্ততঃ তেওঁলোকে সম্পূৰ্ণ সহানুভূতি নেপায়। যি হওক, চৰকাৰে দীঘলীয়াকৈ ফাটেকত দি আৰু ফাটেকত বেয়া ব্যৱহাৰ কৰি তিৰোতাসকলক নিৰুৎসাহ কৰিবলৈ মনস্থ কৰিলে। মোৰ ভনীজনীৰ গ্ৰেপ্তাৰ আৰু কাৰাদণ্ডৰ পিচত পোন্ধৰ-ষোল বছৰীয়া কেইজনীমান ছোৱালীয়ে কি কৰিব লাগিব নেলাগিব ঠিক কৰিবলৈ গোট খাইছিল। তেওঁলোকৰ উৎসাহ আছিল, কিন্তু অভিজ্ঞতা নাছিল। তেওঁলোকে আলোচনা কৰি আছে, এনেতে দুৱাৰ বন্ধ থকা ঘৰটোৰ ভিতৰতে তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল। প্ৰত্যেকৰে দুবছৰকৈ সশ্ৰম কাৰাদণ্ডত হ'ল। ভাৰতত সদায় চলি থকা ই এটা অতি সাধাৰণ ঘটনা। সৰহভাগ ছোৱালী আৰু তিৰোতাই ফাটেকত অতি কষ্ট পাইছে, আন কি পুৰুষতকৈয়ো বেচিকৈহে নিৰ্য্যাতন ভোগ কৰিছে। মই বহুতো দুখ লগা ঘটনাৰ কথা শুনিছোঁ। বোম্বাই জেলত আন আন সত্যাগ্ৰহী মহিলা বন্দীৰ সৈতে মীৰাবেনে (মেডিলন্ স্লেড্) যি অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছে তাক পঢ়ি মই অতি আচৰিত হৈছোঁ।

যুক্তপ্ৰদেশত আমাৰ আন্দোলন গাঁও অঞ্চলতে কেন্দ্ৰীভূত হৈছিল। খেতিয়ক-সকলৰ প্ৰতিনিধি হিচাপে কংগ্ৰেছে লাহে লাহে হেঁচা দিয়াৰ ফলত সৰহকৈয়ে খাজনা ৰেহাই দিয়াৰ প্ৰতিশ্ৰুতি আছিল। অৱশ্যে আমি তাক উপযুক্ত হৈছে বুলি বিবেচনা কৰা নাই। আমাৰ গ্ৰেপ্তাৰৰ অলপ পিচতে আৰু খাজনা বেচি ৰেহাই দিয়া হৈছে বুলি ঘোষণা কৰা হ'ল। আচৰিত কথা এই যে, ঘোষণাটো কিছু আগতে কৰা হ'লে অৱস্থা বহুতো বেলেগেই হ'লহেঁতেন; তেতিয়া হ'লে আমাৰ কাৰণে পোনে পোনে তাক অগ্ৰাহ্য কৰাটো টানেই হ'লহেঁতেন। কিন্তু কংগ্ৰেছে যাতে এই খাজনা ৰেহাই হোৱাৰ কৃতিত্বখিনি পাব নোৱাৰে তাৰ প্ৰতি চৰকাৰৰ চকু-কাণ থিৰ আছিল। সেই কাৰণে একালে তেওঁলোকে কংগ্ৰেছক পিছি ৰাখিবলৈ সংকল্প কৰিলে, আনফালে খেতিয়কসকলৰ দুখৰ বাতৰি বন্ধ কৰি ৰাখিবলৈ যিমান পাৰে সিমান খাজনা ৰেহাই

দিবলৈ ধৰিলে। য'তেই কংগ্ৰেছৰ হে'চা অতি বেচি হৈছে, তাতেই তেওঁলোকে আটাইতকৈ বেচি নিৰিখত খাজনা ৰেহাই দিছে, ইও মন কৰিব লগা কথা!

এই খাজনা ৰেহাই দিয়াৰ পৰিমাণ বহুত বেচি হ'লেও ইয়াৰপৰা খেতিয়কৰ সমস্যাৰ সমাধান নহ'ল স'চা, কিন্তু অৱস্থা বহুতখিনি শান্ত হ'ল। খেতিয়কসকলৰ অহিংস আন্দোলন কৰাৰ বল কমি গ'ল আৰু আমাৰ সামূহিক আন্দোলনৰ ফালৰপৰা আমিও সাময়িকভাৱে দুৰ্ব্বল হৈ পৰিলোঁ। এই অন্দোলনত যুক্তপ্ৰদেশৰ হেজাৰ হেজাৰ মানুহৰ আলৈ-আথানি হ'ল, বহুতৰে লাও-লোটা লোৱা অৱস্থা হ'ল। কিন্তু এই আন্দোলনৰ হে'চাত লাখ লাখ খেতিয়কে বেচি নিৰিখত খাজনা ৰেহাই পাই (আইন অমান্য আন্দোলন আৰু সেই সম্পৰ্কে হোৱা ঘটনাৱলীৰ বাহিৰে) বহুতো আমনিৰপৰা হাত সাৰিল। সাময়িকভাৱে এবছৰৰ কাৰণে এই খাজনা ৰেহাই পোৱাটো খেতিয়কসকলৰ কাৰণে বৰ ডাঙৰ কথা একো নহয়, কিন্তু ইও যে সম্ভৱ হৈছিল খেতিয়কসকলৰ পক্ষৰপৰা যুক্তপ্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে কৰা নেৰানেপৰা চেষ্টাৰ ফলতহে—এই বিষয়ে মোৰ অলপো সন্দেহ নাই। সাধাৰণ খেতিয়কসকলে কিছু সময়ৰ কাৰণে ইয়াৰপৰা অলপ আচৰপ লাভ পালে, কিন্তু তেওঁলোকৰ ভিতৰত সাহসী নেতাসকলৰ গাত আন্দোলনৰ মাধমাৰটো পৰিল।

১৯৩১-ৰ ডিচেম্বৰত যেতিয়া যুক্তপ্ৰদেশত বিশেষ অধ্যাদেশ জাৰি কৰা হৈছিল, তাৰ লগত পৰিশিষ্ট যোগ কৰি এটা বিবৃতি দিয়া হৈছিল। এই বিবৃতি বা অধ্যাদেশৰ লগত প্ৰকাশ কৰা বিবৃতিবিলাকত প্ৰচাৰৰ সুবিধাৰ কাৰণে বহুতো অৰ্দ্ধসত্য আৰু অসত্যও আছিল। ইয়ো আত্মপ্ৰচাৰৰ কৌশলহে মাথোন আৰু আমাৰ পক্ষে তাৰ উত্তৰ দিয়া বা ভুলবিলাকৰ প্ৰতিবাদ কৰাৰ কোনো উপায় নাছিল। ছোৱালী সম্পৰ্কে এটা মিছা ঘটনা প্ৰচাৰৰ চেষ্টা কৰোঁতে তাক তেওঁ ঠিক গ্ৰেপ্তাৰ হোৱাৰ আগে আগেই প্ৰতিবাদ কৰিলে। চৰকাৰৰ বিবৃতি আৰু ত্ৰুটি স্বীকাৰ কৰি লিখা চিঠিবিলাক বৰ আমোদজনক। তাৰপৰা বুজা যায়, চৰকাৰ কিমান বিচলিত হৈছিল আৰু তেওঁলোকৰ মানসিক অস্থিৰতা কিমান বেচি স্পেইনৰ ৰজা বুৰ্বোঁ বংশৰ তৃতীয় চাৰ্লচে তেওঁৰ ৰাজ্যৰপৰা জেছুটসকলক নিৰ্ব্বাসন দিওঁতে যি ঘোষণাপত্ৰ প্ৰচাৰ কৰিছিল, এদিন তাকে পঢ়িবলৈ ধৰোঁতে ভাৰতত বৃটিছ চৰকাৰৰ ঘোষণাপত্ৰ অধ্যাদেশ আৰু তাৰ যুক্তিবিলাক বিশেষকৈ মনত পৰিল। ১৭৬৭ চনৰ ফেব্ৰুৱাৰী মাহত প্ৰকাশ কৰা সেই ঘোষণাপত্ৰত ৰজাই তেওঁৰ কাম যে অন্যায় হোৱা নাই, তাকে বুজাবলৈ কৈছিল—"প্ৰজাৰ মাজত যাতে আনুগত্য, শান্তি আৰু সুবিচাৰ থাকে, তাকে চোৱাটো মোৰ কৰ্ত্তব্যৰ ভিতৰত পৰে আৰু সেই সম্পৰ্কীয় কিছুমান গুৰুত্বৰ কাৰণতে মই এইখিনি কৰিবলগীয়া হৈছে, তাৰ উপৰিও আৰু কিছুমান কাৰণ আছে, যাৰ যুক্তি ৰাজ-হৃদয়ত বন্ধ হৈ আছে।"

ঠিক তেনেকৈয়ে অধ্যাদেশৰ প্ৰকৃত কাৰণসমূহ বৰলাটৰ হৃদয়ত বা তেওঁৰ পৰামৰ্শদাতাসকলৰ সাম্ৰাজ্যবাদী হৃদয়ত বন্ধ হৈ থাকিল। চৰকাৰীভাৱে যিবিলাক যুক্তি যোৰণা কৰ হ'ল তাৰপৰা ভাৰতত বৃটিছ চৰকাৰে লাহে লাহে নিকপুকেপীয়া কৰি অমা প্ৰচাৰ কাৰ্য্যৰ অভিনৱ কৌশলবিলাকৰ বিষয়ে বুজি পালোঁ। কেইমাহ-মান পিচত আমি জানিব পাৰিলোঁ আধা-চৰকৰীভাৱে বহুতো পুস্তিকা আৰু

জাননী গাওঁ অঞ্চলত প্ৰচাৰ কৰা হৈছে। সেইবিলাক আচাৰিত ধৰণেৰে মিছা বিষ্তিৰে ভৰা আৰু বিশেষকৈ কংগ্ৰেছৰ কাৰণেহে বোলে বস্তুৰ দাম কমি কমি খেতিয়কসকলৰ দুৰাৱস্থা হৈছে, সেই বুলি তাত লিখা হৈছিল। কংগ্ৰেছেই বোলে গোটেই জগততে বজাৰ তললৈ নমাই দিছে। কংগ্ৰেছৰ শক্তিৰ প্ৰতি কি অসামান্য শ্ৰদ্ধা তেওঁলোকে দেখুৱালে। কিন্তু কংগ্ৰেছৰ মৰ্য্যাদা নষ্ট কৰাৰ আশাত এই মিছা কথাবোৰ অক্লান্ত-ভাৱে বাৰে বাৰে তেওঁলোকে প্ৰচাৰ কৰিবলৈ ধৰিলে।

তথাপি যুক্তপ্ৰদেশৰ প্ৰধান প্ৰধান জিলাৰ খেতিয়কসকলক অহিংস অসহযোগ আন্দোলনৰ আহ্বানত (যাক তেওঁলোকে খাজনা ৰেহাইৰ আন্দোলনৰ লগত সামি-পুতাক পেলাইছিল) সন্দৰ্কৈ সঁহাৰি দিছিল। ই ১৯৩০-তকৈ বেচি ব্যাপক আৰু শৃঙ্খলাৱদ্ধ। ইয়াৰ ভিতৰত প্ৰসন্ন ভাব আৰু ৰং ৰহইছৰ অভাৱ নাছিল। ৰায়বৰেলি জিলাৰ বাকুলিয়া গাঁৱত পুলিচ দলৰ আক্ৰমণৰ বিষয়ে এটা হাঁহি উঠা গল্প শুনিছিলোঁ। বাকী খাজনা আদায় নোহোৱাত তেওঁলোকে বোলে কোৰোক দিবলৈ গৈছিল। গাঁৱৰ মানুহৰ অৱস্থা আনতকৈ ভাল আৰু তেওঁলোক বহুতখিনি তেজী ধৰণৰ। দেৱানী আদালতৰ বিষয়া আৰু পুলিচক আদৰ-সাদৰ কৰি আনি তেওঁ-লোকে ঘৰৰ দুৱাৰ মুকলি কৰি দিলে আৰু তেওঁলোকক যলৈকে ইচ্ছা তলৈকে সোমাবলৈ মাতি আনিলে। কিছুমান গৰু-গাই কোৰোক কৰা হ'ল। তাৰ পিচত গাৱঁৰ মানুহে তেওঁলোকক তামোল-ধঁপাত দি সম্মানেৰে বিদায় দিলে। তেওঁলোক বোলে লাজত তলমূকৈ গুচি গ'ল। কিন্তু এনে ধৰণৰ ঘটনা অতি বিৰল। অলপ দিনৰ পিচতেই ৰং-ৰহইছ বা দয়া-দাক্ষিণ্যৰ লেশমাত্ৰও চিন নোহোৱা হ'ল। বাকুলিয়া গাৱঁৰ বেচেৰাহঁতে তেওঁলোকৰ ৰং-ধেমালি ভালপোৱা আৰু আৰু কালৈকে কেৰেপ নকৰাৰ শাস্তি বাৰুকৈয়ে পালে।

এইবিলক জিলাত কেইমাহমান ধৰি প্ৰজাসকলে খাজনা দিয়া বন্ধ ৰাখিলে আৰু বোধহয় জহকালিৰ অৱসৰপৰাই খাজনা আদায় কৰা আৰম্ভ হ'ল। ইচ্ছা নেথাকিলেও চৰকাৰে বহুতো মানুহকে গ্ৰেপ্তাৰ কৰিবলগীয়া হ'ল। সাধাৰণতে বিশেষ কৰ্ম্মী বা গাৱঁৰ নেতাসকলক গ্ৰেপ্তাৰ কৰা হয়, বাদ বাকী সকলক বেত দি এৰি দিয়া হয়। ফাটেক দিয়া বা গুলী চলোৱাতকৈ, বেত দিয়াকে তেওঁলোকে বেচি ভাল নিয়ম বুলি ভাবিছিল। য'তে যতবাৰ ইচ্ছা ইয়াক প্ৰয়োগ কৰিব পাৰি আৰু দুৰ্গণবটীয়া গাৱঁৰপৰা ইয়াক বাহিৰত প্ৰচাৰ কৰাৰ সম্ভাৱনাও কম আছিল, ইয়াৰপৰা জেলত বন্দীৰ সংখ্যাও নেবাঢ়ে। অৱশ্যে লগে লগে উচ্ছেদ, কোৰোক, গৰু-গাই, সম্পত্তি আদিৰ নীলামো চলি আছে। অতি নামমাত্ৰ শুনিলে হাঁহি উঠা মূল্যতে খেতিয়কৰ সকলো সম্পত্তি বিক্ৰী হৈছিল আৰু খেতয়কসকলে দুখে-বেজাৰে অসহায়-ভাৱে তাকে চাই আছিল।

আন বহুতো ঘৰ-দুৱাৰৰ দৰে চৰকাৰে স্বৰাজ-ভৱনো দখল কৰিছিল। স্বৰাজ-ভৱনত থকা কংগ্ৰেছ হাস্পতালৰ বহুতো মূল্যৱান সা-সঁজুলি আদিও তেওঁলোকে দখল কৰিলে। কেইদিনমান হাস্পতালৰ কাম বন্ধ থাকিল; তাৰ পিচত ওচৰৰে বাগিচাৰ মুকলি ঠাইত চিকিৎসালয় পতা হ'ল। ইয়াৰ পিচত তাক

স্বৰাজ-ভৱনৰ লগতে থকা এটা ঘৰলৈ তুলি নিয়া হয়। সেই হাস্পতাল বা চিকিৎসালয় ইয়াতেই আঢ়ৈ বছৰ আছিল।

আমাৰ থকা ঘৰ আনন্দ-ভৱনো গৱৰ্ণৰে দখল কৰিব পাৰে বুলি ওলাল, কাৰণ মই আয়কৰৰ কিছু শকত সংখ্যাৰ টকাকে দিবলৈ অমান্তি হৈছিলোঁ। ১৯৩০ চনত দেউতাৰ যি আয় হোৱা বুলি ধৰিছিল, তাৰ ওপৰত লগোৱা টেক্স সেই বছৰ আইন-অমান্য আন্দোলনৰ কাৰণে তেখেতে দিব নোৱাৰিলে। ১৯৩১-ত দিল্লী-চুক্তিৰ পিচত আয়-কৰৰ কৰ্তৃপক্ষৰ লগত সেই বিষয়ে মোৰ তৰ্ক লাগিছিল; কিন্তু অৱশেষত মই আদায় দিম বুলিয়েই গাত লৈছিলোঁ। দিছিলোঁও সঁচাকৈয়ে এটা কিস্তি। তেতিয়াই অধ্যাদেশ আহি পৰিল আৰু ময়ো নিদিওঁ বুলিয়েই ঠিক কৰিলোঁ। খেতিয়কসকলৰ খাজনা, ভাৰা আদি নিদিবৰৈ কৈ মই নিজে আয়কৰ আদায় দিয়াটো বৰ ভুল হ'ব—ভুল কিয়, দুনীতিপূৰ্ণ হ'ব যেনেই লাগিল। আমাৰ ঘৰটো সেই কাৰণে বাজেয়াপ্ত কৰিব বুলিয়েই ধৰি ললোঁ। কথাটো মই অতিপাত বেয়া পাইছিলোঁ, কাৰণ তেতিয়া হ'লে আইক ঘৰৰপৰা উলিয়াই দিব লাগিব; আমাৰ কিতাপ-পত্ৰ, কাগজ-পাতি, সা-সৰঞ্জাম আৰু আন আন অস্থাৱৰ সম্পত্তি—যিবোৰৰ প্ৰতি মোৰ ব্যক্তিগত আসক্তি আছে আৰু যিবোৰত যথেষ্ট স্মৃতি-বিজড়িত হৈ আছে—সেইবিলাক অচিনাকি মানুহৰ হাতলৈ যাব, বা নষ্ট হৈ যাব; আমাৰ জাতীয় পতাকা নমাই তাৰ ঠাইত ইউনিয়ন ফ্লেগ তুলিব। কিন্তু তাৰ লগে লগে আমাৰ যে ঘৰটো হেৰুৱাব লাগিব তাৰ কাৰণে ভালেই লাগিল; ইয়াৰ ফলত মাটিৰ সম্পত্তিৰপৰা বঞ্চিত বহুতো খেতিয়কৰ লগত মই সমান হৈ যাম আৰু তেওঁলোকেও বল আৰু সান্ত্বনা লাভ কৰিব। আমাৰ আন্দোলনৰ ফালৰপৰা বিচাৰ কৰিলে সেইটো হোৱাই উচিত আছিল। কিন্তু চৰকাৰে আন ধৰণেহে থিৰাং কৰিলে। বোধহয় মোৰ প্ৰতি সুবিবেচনাৰ কাৰণে নহলেবা আন্দোলন গা-কৰি উঠিব বুলি ভয়তো একো নকৰিলে। বহুত দিনৰ পিচত মোৰ কেইটামান বেল কোম্পানীৰ অংশ তেওঁলোকে বিচাৰি উলিয়ালে আৰু তাৰ ওপৰত আয়-কৰ নিদিয়াৰ কাৰণে সেই অংশবিলাক বাজেয়াপ্ত কৰিলে।

এই সময়ৰ আৰু এটা কথাত মই বৰ দুখ পাইছিলোঁ। বহুতো মিউনিচি-পেলিটি আৰু আন আন প্ৰতিষ্ঠান আৰু বিশেষকৈ য'ত কংগ্ৰেছ সদস্যই সৰহ সংখ্যক বুলি জনা যায়, সেই কলিকতা কৰ্পৰেছনৰ ঘৰৰপৰাও জাতীয় পতাকা টানি নমোৱা হৈছিল। আদেশ নেমানিলে কঠোৰ ব্যৱস্থা অৱলম্বন কৰা হ'ব বুলি ভয় দেখুৱাই চৰকাৰ আৰু পুলিচে পতাকা আঁতৰাই পেলাইছিল। কঠোৰ ব্যৱস্থা মানে বোধহয় মিউনিচিপেলিটি দখল কৰি লোৱা নাইবা তাৰ সদস্যবিলাকক শাস্তি দিয়া। ন্যস্ত স্বাৰ্থ থাকিলে এনে ধৰণৰ ভীৰুতা স্বাভাৱিক আৰু তাকে নকৰিলে বোধহয় তেওঁ-লোকৰ গতি নাছিল। কিন্তু তথাপি মোৰ অন্তৰত বৰ আঘাত লাগিল। আমাৰ কাৰণে যি প্ৰিয়, যি মহান, তাৰেই প্ৰতীকত পৰিণত হৈছিল আমাৰ পতাকা আৰু সেই পতাকা আৰু সেই পতাকাৰ তলত থিয় হৈ আমি তাৰ মৰ্য্যাদা ৰক্ষা কৰিম বুলি শপত খাইছো। নিজ হাতে পতাকা নমোৱা বা আনক তাকে কৰিবলৈ আদেশ দিয়া মানে কেৱল মাত্ৰ শপত ভঙ্গ কৰাই নহয়, তাৰ মানে আত্মৰক্ষাৰ পৰাজয় স্বীকাৰ

কৰা, সত্যক অস্বীকাৰ কৰা, অধিক দৈহিক বলৰ আগত অসত্যক মানি লোৱা। যিবিলাকে এনেকৈ বশ মানিছে, তেওঁলোকে জাতীয় চৰিত্ৰৰ মেৰুদণ্ড বেঁকা কৰিছে আৰু তাৰ আত্ম-সন্মানত আঘাত কৰিছে।

তেওঁলোকে বীৰৰ নিচিনাকৈ আচৰণ কৰি জুইৰ ভিতৰলৈ সোমাই যাব—কোনেও এই আশা কৰা নাই। কোনেও সমুখৰ শাৰীলৈ আহি কাৰাবৰণ নকৰাৰ কাৰণে বা আন ধৰণে দুখ আৰু ক্ষতি স্বীকাৰ নকৰাৰ কাৰণে নিন্দা কৰাটো অন্যায় আৰু অসঙ্গত। প্ৰত্যেকৰে ব্যক্তিগত কৰ্ত্তব্য আৰু দায়িত্ব আছে; তাকে লৈ বিচাৰ কৰাৰ অধিকাৰ কাৰো নাই। কিন্তু পাচফালে বহি থকা এটা কথা, আৰু সত্যক—এজনে নিজে যিটো সত্য বুলি বিশ্বাস কৰে—তাক অস্বীকাৰ কৰাও আন কথা। জাতীয় স্বাৰ্থৰ পৰিপন্থী কোনো কাম কৰিবলৈ আদেশ আহিলে মিউনিচিপেলিটিৰ সদস্যসকলে পদত্যাগ কৰাৰ বাট মুকলি আছিল, কিন্তু তেওঁলোকে নিজ নিজ আসনত বহি থকাকে বুদ্ধিমানৰ কাম বুলি ভাবিলে।

> "কিন্তু মৌমাখিহঁতে ফুলৰ ওপৰত বহিবলৈ পালে গুণ্‌গুণ্ কৰিবলৈ এৰে। তেনেকৈয়ে নিজৰ আসনত বহি হুইপসকল নিস্তব্ধ হৈ ৰৈ গ'ল"—টমাচ মুৰ।

আকস্মিক সঙ্কটৰ দুৰ্ব্বল মুহূৰ্ত্তত হতভম্ব হৈ কোনোবাই যেতিয়া কিবা কাম কৰে, তেতিয়া তাৰ সমালোচনা কৰিলে বোধহয় অবিচাৰ কৰা হয়। অতি সাহসী মানুহেও ঘটনাৰ সময়ত স্নায়বিক দুৰ্ব্বলতাৰ ওচৰত হাৰ মানে, ইয়াৰ উদাহৰণ যোৱা মহাযুদ্ধত বহুতো দেখা গৈছে। তাৰ আগতে ১৯১২ চনত সেই স্মৰণীয় টাইটেনিক জাহাজ বুৰিবৰ সময়ত অনেক বিখ্যাত লোকে—যাক কাপুৰুষ বুলি ভবাটো ধাৰণাৰো অতীত—আন সকলোকে এৰি জাহাজৰ খালাচি আদিক ভেটী দি পলাই আত্মৰক্ষা কৰিছিল। আজি কেইদিনমানৰ আগতে মোৰো কেছল্ জাহাজত জুই লাগোঁতে অতি লাজ লগা ঘটনা ঘটিছিল। বিপদৰ সময়ত কোনে কি ধৰণে কাম কৰিব, তাক কোনেও জানিব নোৱাৰে. কাৰণ তেতিয়া যুক্তি আৰু সংযমতকৈ আদিম প্ৰবৃত্তিবিলাকে বেচি প্ৰতিপত্তি লাভ কৰে। গতিকে আমি দোষ দিয়া উচিত নহয়। কিন্তু সেই বুলি কেও যাতে সত্যপথৰপৰা পিছলি নপৰে তাৰ কাৰণে সাৱধান ল'ব নেলাগিব, সেইটো কথা নহয়। জাতীয় নাওখনিৰ গুৰি-বঠা যিজনে ধৰিব. তেওঁৰ যাতে হাত নকঁপে, প্ৰয়োজনৰ সময়ত সি যেন লৰচৰ কৰিব নোৱাৰা নহয়, সেই কাৰণে ভৱিষ্যতলৈ নিশ্চয় সাৱধান হৈ থাকিবই লাগিব। যুক্তি-তৰ্ক দেখুৱাই অক্ষমতাখিনিকে সমীচীন কাম বুলি প্ৰমাণ কৰিবলৈ যোৱাটো আৰু গৰ্হিত কাম। অক্ষমতাতকৈয়ো সেইটোহে সঁচাকৈয়ে বেচি লাজৰ কথা।

ফেৰ পাতি থকা দুটা শক্তিৰ ভিতৰত হোৱা সঙ্ঘৰ্ষ আৰু সঙ্ঘাতৰ জয়-পৰাজয় মনোবল আৰু স্নায়বিক বলৰ ওপৰত নিৰ্ভৰ কৰে। আন কি কটা-কটি কৰি তেজেৰে বাওলী হোৱা যুদ্ধতো সেই কথাই খাটে। মাৰ্শ্বেল ক'চে কৈছিল—"চৰম মুহূৰ্ত্তত যুদ্ধ জয় কৰে স্নায়বিক বলেহে।" মনোবল আৰু স্নায়বিক বলৰ আৱশ্যকতা অহিংস সঙ্ঘৰ্ষত আৰু বেচি। যি নিজৰ ব্যৱহাৰৰদ্বাৰা সেই মনোবলত আঘাত

কৰে আৰু জাতীয় স্নায়ৱিক শক্তিক জোকাৰি পেলায়, সি সজ উদ্দেশ্যৰ প্ৰবল ক্ষতি সাধন কৰে।

মাহৰ পিচত মাহ পাৰ হ'বলৈ ধৰিলে—ভাল বেয়া কত খবৰ পালোঁ। আমিও জেলৰ নীৰস, একেসুৰীয়া কামকাজত অভ্যস্ত হৈ উঠিলোঁ। ৬ এপ্ৰিলৰপৰা ১৩ এপ্ৰিললৈ জাতীয় সপ্তাহ আহিল। আমি জানিছিলোঁ এই সপ্তাহত বহুতো কিবাকিবি ঘটিব। ঘটিছিলো ভালেমান ঘটনা। তাৰ মাজত এটা ঘটনা আমাৰ মাজত প্ৰধান হৈ উঠিল। এলাহাবাদত আইৰ পৰিচালনাত ওলোৱা এটা শোভাযাত্ৰাত পুলিচে বাট ভেটি ধৰিলে আৰু পিচত তাৰ ওপৰত লাঠী চলালে। শোভাযাত্ৰা যেতিয়া ৰৈ গ'ল, এজনে আইৰ কাৰণে এখন চকী আনিলেগৈ। আলিবাটৰ ওপৰতে শোভা-যাত্ৰাৰ দলটোৰ সমুখত চকীখনতে আই বহিল। মোৰ সচিবকে আদি কৰি যি সকলে তেওঁৰ আলপৈচান ধৰি আছিল, তেওঁলোকক গ্ৰেপ্তাৰ কৰি অ'তৰোৱা হ'ল আৰু তাৰ পিচত পুলিচে লাঠী চালনা কৰিলে। খুন্দা খাই আই চকীৰপৰা পৰি গ'ল। সিহঁতে তেওঁৰ মূৰত বাৰে বাৰে বেতেৰে কোবাবলৈ ধৰিলে। মূৰ ফাটি তেজ ওলাল। তেওঁ অজ্ঞান হৈ আলিৰ দাঁতিতে পৰি ৰ'ল। ইপিনে সেইখিনি সময়তে আলিবাটৰপৰা শোভাযাত্ৰাকাৰী আৰু আন আন মানুহক খেদি আঁতৰাই দিয়া হ'ল। অলপ সময়ৰ পিচতে এজন পুলিচ বিষয়াই আইক দাঙি লৈ নিজৰ গাড়ীত তুলি 'আনন্দ-ভৱনত' থৈ গ'লহি।

সেই ৰাতি এলাহাবাদত মিছাকৈয়ে এটা কথা ওলাল—আইৰ বোলে মৃত্যু হৈছে। শুনি জনতাই খণ্ডতে দল বান্ধি শান্তি আৰু অহিংসাৰ কথা পাহৰি গৈ পুলিচক আক্ৰমণ কৰিলে। তাৰ পিচত গুলী চালনা হ'ল আৰু তাতে কেইজনমানৰ মৃত্যু ঘটিল। ঘটনাৰ কেইদিনমান পিচত মই এইবিলাক খবৰ (আমাক সাদিনীয়া বাতৰি-কাকত দিয়া হৈছিল) পালোঁ। মোৰ বুঢ়া নিশকতীয়া আই তেজত লুতুৰি-পুতুৰি হৈ ধূলি-মাকতিৰে ভৰা ৰাজ-আলিত পৰি আছে, এই কল্পনাই মোক বলিয়া কৰি তুলিলে। আচৰিত কথা, ক'ব নোৱাৰোঁ মই তাত থকা হ'লে কিজানি কি কৰিলোঁ-হেঁতেন। মোৰ অহিংসা কিমান অটুট থাকিলহেঁতেন চাগৈ? মোৰ আশঙ্কা হয়, সেই দৃশ্য দেখি দীঘলীয়া বাৰ বছৰৰ শিক্ষা আৰু অভিজ্ঞতা কিজানি পাহৰি গলোঁ-হেঁতেন; আৰু ইয়াৰ ব্যক্তিগতই হওক বা জাতীয়ই হওক, কি ফলাফল হ'লগৈহেঁতেন তাৰ কথা কমেই ভাবিলোঁহেঁতেন।

অলপ অলপকৈ আয়ে গা-টঙাই উঠিল। যেতিয়া পিচৰ মাহত তেওঁ বেৰিলী জেলত মোক দেখা কৰিবলৈ আহিল, তেতিয়া তেওঁৰ মূৰত পটি বন্ধা আছিল। কিন্তু আমাৰ স্বেচ্ছাসেৱিকা আৰু কৰ্মীসকলৰ লগত একেলগে লাঠী আৰু বেতৰ কোবৰ ভাগ লৈছিল বুলি তেওঁ অতি গৌৰৱ আৰু আনন্দ লাভ কৰিছিল। যি হওক, গা টঙালেও সেই বয়সত এই গুৰুতৰ আঘাতৰ বিষে-কোপে তেওঁৰ দেহ-যন্ত্ৰ বিকল কৰি তুলিছিল আৰু এবছৰৰ পিচতে তাৰপৰা অতি বিপজ্জনক ধৰণৰ লক্ষণে দেখা দিছিলগৈ।

## বৌৰিলী আৰু দেৰাদুন জেল

ছসপ্তাহৰ মূৰত মোক নাইনি জেলৰপৰা দেৰাদুন জেললৈ বদলি কৰিলে। মোৰ স্বাস্থ্য আকৌ বেয়া হ'ল। সদায় অলপ জ্বৰ হ'বলৈ ধৰিলে—বৰ অমনি লগা হ'ল। চাৰি মাহ বৌৰিলীত কটালোঁ। গৰম বৰ বেচি হোৱাত তাতকৈ অলপ বেচি শীতল হিমালয়ৰ নামনিৰ দেৰাদুন জেললৈ বদলি কৰিলে। ইয়াত মই মোৰ দুবছৰীয়া-ফাটেকৰ প্ৰায় শেহলৈকে অৰ্থাৎ একেৰাহে ছাৰে চৈধ্য মাহ আছিলোঁ। দেখা-শুনা, চিঠি-পত্ৰ আৰু আমাক বাছি দিয়া বাতৰি-কাকতৰপৰা অলপ অচৰপ খবৰ পাইছিলোঁ স'চা কিন্তু বাহিৰৰ ঘটনাৱলীৰ লগত মোৰ সম্বন্ধৰ সূতাডাল ছিগি গ'ল, কেৱল ঘাই ঘাই ঘটনাবিলাক মাত্ৰ জান-নেজানকৈ মনত আছে।

ফাটেকৰপৰা ওলাই, মোৰ ব্যক্তিগত আৰু সেই সময়ৰ ৰাজনৈতিক পৰিস্থিতি চাই কামত লাগি গ'লোঁ। কিন্তু পাঁচ মাহৰ কেইদিনমান বেচি স্বাধীনতা ভোগ কৰি আকৌ মই ফাটেকলৈ উভতি আহিব লগাত পৰিলোঁ। তেতিয়াৰপৰা ইয়াতে আছোঁ। এই দৰে তিনি বছৰৰ বেচিভাগ সময় ফাটেকতে গৈছে—ফলত ঘটনাৱলীৰ আঁত হেৰুৱাই পেলালোঁ। আৰু এই সময়ৰ ঘটনাৱলীক তন্ন তন্নকৈ জানিবলৈ মই বিশেষ সুবিধা নোপোৱা হ'লোঁ। যি বৈঠকত গান্ধীজীয়ে যোগ দিছিল, সেই দ্বিতীয় ঘূৰণীয়া মেজ-মেলৰ বৈঠক সম্বন্ধেও মোৰ ধাৰণা অতি স্পষ্ট। এই বিষয়ে তেওঁৰ লগত মোৰ কোনো কথা পাতিবলৈকে সুযোগ হোৱা নাই। তেওঁৰ সৈতেই হওক বা আন কাৰোবাৰ সৈতেই হওক, তাৰ পিচৰ ঘটনাবিলাক আলোচনা কৰিব পৰা নাই।

১৯৩২ আৰু ১৯৩৩—এই দুবছৰ আমাৰ জাতীয় আন্দোলনৰ গতি-গোত্ৰ আলোচনা কৰিবলৈ বিশেষ মই একো নেজানো। কিন্তু মই নাট-ঘৰ চিনি পাঁও: ইয়াৰ ছোঁ-ঘৰ আৰু ভাৱৰীয়াসকলো মোৰ চিনাকি। গতিকে মোৰ সহজাত বুদ্ধিৰ-পৰাই অতি অৰ্কাণ অৰ্কাণ ঘটনাৰো তথ্য মই ধৰিব পাৰোঁ। প্ৰথম চাৰি মাহ অহিংস অসহযোগ আন্দোলন যথেষ্ট প্ৰৱলভাৱেই চলিল; তাৰ পিচত সি ক্ৰমে ঢিলা হৈ আহিল। মাজে মাজে ক'ৰবাত স্থানীয় সংঘৰ্ষই দেখা দিলে। পোনপটীয়া সংঘৰ্ষ-মূলক আন্দোলন, বিপ্লৱৰ উচ্চ স্তৰত বেচি দিন থাকিব নোৱাৰে। ই স্থিতিশীল নহয়; সেই কাৰণে ওপৰলৈকো উঠিব, তললৈকো নামিব। অসহযোগ আন্দোলনৰ প্ৰথম উৎসাহ যেতিয়া শেষ হ'ল, তেতিয়া তাৰ তেজ লাহে লাহে কমি আহিবলৈ ধৰিলে। কিন্তু এই ধীৰ অৱস্থাতো ই বহু দিন চলিব পাৰে। বে-আইনী ঘোষিত হোৱাৰ পিচতো নিখিল ভাৰতীয় কংগ্ৰেছ প্ৰতিষ্ঠানে বহুখিনি সফলতাৰে কাম চলাবলৈ ধৰিলে। ইয়াৰ লগত প্ৰাদেশিক কৰ্ম্মীসকলৰ যোগ আছিল; কাম-কাজৰ নিৰ্দ্দেশ পঠোৱা, আন্দোলনৰ খবৰ-বাতৰি অনা-নিয়া কৰা আৰু কেতিয়াবা আৰ্থিক সাহায্যও দিয়া হৈছিল।

প্ৰাদেশিক প্ৰতিষ্ঠানবিলাকেও অলপ অচৰপ সাফল্যেৰে কাম চলাইছিল। যি কেই বছৰ মই জেলত আছিলো, আন আন প্ৰদেশৰ সেই সময়ৰ খবৰ মই বৰকৈ নেজানো, পিচে জেলৰপৰা ওলাই মই কাম-কাজৰ অলপ খা-খবৰ লৈছিলোঁ। যুক্তপ্ৰদেশৰ কংগ্ৰেছ কাৰ্য্যালয়ে নিয়মিতভাৱে ১৯৩২ চনত কাম চলাইছে আৰু

গান্ধীজীৰ পৰামৰ্শত কংগ্ৰেছৰ অস্থায়ী সভাপতিয়ে আইন-অমান্য আন্দোলন প্ৰথম স্থগিত ৰখাৰ নিৰ্দ্দেশ দিয়ালৈকে (১৯৩৩ চনৰ মাজ ভাগত) ই সদায় কাম চলাই গৈছে। এই সময়ছোৱাৰ ভিতৰত ই প্ৰত্যেক জিলাতে সদায় কামৰ নিৰ্দ্দেশ দিছে, ছপা বা লিথ্ কৰা ইস্তাহাৰ আদি নিয়মিতভাৱেই প্ৰকাশ কৰিছে, মাজে মাজে জিলাৰ কাম-কাজ পৰিদৰ্শন কৰিছে আৰু আমাৰ কৰ্ম্মীসকলক নিয়মমতে পাৰিশ্ৰমিক দিছে। অৱশ্যে ইয়াৰ সৰহ ভাগেই গোপনে কৰিবলগীয়া হৈছিল, কিন্তু প্ৰাদেশিক কমিটীৰ ভাৰপ্ৰাপ্ত সম্পাদকে সদায় প্ৰকাশ্যেই কাম কৰিছিল। আৰু তেওঁ গ্ৰেপ্তাৰ হ'লে আন এজনে তেওঁৰ ঠাই লৈছিল।

১৯৩১ আৰু ১৯৩২-ৰ অভিজ্ঞতাৰপৰা আমি দেখিছোঁ, গোটেই ভাৰতবৰ্ষতে গোপনভাৱে বাৰ্তাৰ আদান-প্ৰদান কৰা অতি সহজ। বাধাৰ মাজেদিও বিশেষ কষ্ট নকৰাকৈয়ে এই বিষয়ত আমি কৃতকাৰ্য্য হৈছিলোঁ। কিন্তু আমাৰ মাজৰ বহুতে ভাবিছিল যে, অহিংস অসহযোগ আন্দোলনৰ আদৰ্শৰ লগত এই গোপনতা খাপ নেখায়; এই কাৰণে জনসাধাৰণৰ মন ভাগি গৈছিল। ডাঙৰ প্ৰকাশ্য গণ-আন্দোলনৰ অতি সৰু অংশ হিচাপে ই ভালেখিনি কাৰ্য্যকৰী, কিন্তু ইয়াৰ এটা আশঙ্কাৰ ফালো আছে। বিশেষভাৱে যেতিয়া আন্দোলন চেঁচা পৰি আহে, তেতিয়া অলপ-অচৰপ গুপ্ত প্ৰচেষ্টাই গণ-আন্দোলনৰ ঠাই লয়। ১৯৩৩ চনৰ জুলাই মাহত গান্ধীজীয়ে সকলো ধৰণৰ গোপনতাই বেয়া বুলি ক'লে।

যুক্তপ্ৰদেশৰ বাহিৰেও গুজৰাট আৰু কৰ্ণাটকত কিছু দিনৰপৰা খাজনা-বন্ধ আন্দোলন চলিছিল। গুজৰাট আৰু কৰ্ণাটকত খেতিয়ক-জমিদাৰসকলে চৰকাৰক খাজনা দিবলৈ অমান্তি হোৱাত তেওঁলোকৰ অতিশয় হানি হৈছিল। সম্পত্তি আৰু মাটিৰপৰা বঞ্চিত হৈ দুখত পৰা খেতিয়কসকলক কংগ্ৰেছৰ পক্ষৰপৰা সাহায্য দিয়াৰ চেষ্টা হৈছিল সঁচা, কিন্তু প্ৰয়োজনৰ তুলনাত সি অতি সামান্য। যুক্তপ্ৰদেশৰ মাটি হেৰুওৱা প্ৰজাসকলক প্ৰাদেশিক কংগ্ৰেছে সাহায্য দিবলৈ কোনো যত্নই কৰা নাই। ইয়াত সমস্যা বহুতো কঠিন (খেতিয়ক জমিদাৰতকৈয়ো প্ৰজাসকলৰ সংখ্যা বহুত গুণে বেচি) আৰু অঞ্চলো বহুত বহল। প্ৰাদেশিক কংগ্ৰেছৰো সহায় কৰা ক্ষমতা অতিপাত সীমাবদ্ধ। এই আন্দোলনত যিবিলাক মানুহৰ ক্ষয়-ক্ষতি হৈছে, তেনেকুৱা হেজাৰ হেজাৰ মানুহক সহায় কৰাটো আমি বলে নোৱাৰা কথা। আধাপেটী হৈ সাহায্য ভিক্ষা কৰা খেতিয়কতকৈ আগতে কোৱা শ্ৰেণীটোক বেলেগাই চোৱাটোও অতি টান কথা। মাত্ৰ কেই হেজাৰমানক সাহায্য কৰিবলৈ গ'লেই বিব্ৰত হ'ব লগাত পৰিছিল আৰু মনোমালিন্যই দেখা দিছিল। সেই কাৰণে আমি প্ৰথমৰেপৰা ধন দি সহায় নকৰাকে ঠিক কৰিছিলোঁ আৰু সেই মতে মানুহক জনায়ো দিয়া হৈছিল। খেতিয়ক সকলেও আমাৰ উদ্দেশ্য আৰু মনোভাৱ সহানুভূতিৰেই গ্ৰহণ কৰিছিল। কোনো অভিযোগ নকৰিব, বা অসন্তোষ প্ৰকাশ নকৰি, তেওঁলোকে যে কিমানখিনি সহ্য কৰিছিল ভাবিলে আচৰিত হ'ব লাগে। অৱশ্যে ব্যক্তিগতভাৱে বিশেষকৈ ক্ষতিগ্ৰস্ত থকা কৰ্ম্মীসকলৰ ল'ৰা-তিৰোতাক অলপ অচৰপ সাহায্য দিবলৈ আমি চেষ্টা কৰিছোঁ। এই দুৰ্ভগীয়া দেশৰ দাৰিদ্ৰ্য ইমান বেচি যে, মাহে এটকাকৈ দি সহায় কৰিলেও মানুহে তাক ভগৱানে পঠোৱা বুলিহে ভাবে।

এই আন্দোলনৰ সময়ত যুক্তপ্ৰাদেশিক সমিতিয়ে (বে-আইনী প্ৰতিষ্ঠান) কৰ্ম্মী-সকলক নিয়মিতভাৱে নামমাত্ৰ পাৰিশ্ৰমিক দিছে আৰু তেওঁলোক ফাটেকত পৰিলে তেওঁলোকৰ পৰিয়ালবৰ্গক ভৰণ-পোষণ দিছে। ইয়াৰ কাৰণে যি খৰচ বহন কৰিব-লগীয়া হৈছে তাৰ অঙ্ক শকতেই। ইয়াৰ বাহিৰেও ছপাৰ খৰচ, পুস্তিকা আৰু জাননী লিখু কৰাৰ খৰচৰো অঙ্ক শকত। তাৰ উপৰি অহা-যোৱাৰ খৰচ আৰু দুখীয়া জিলাবিলাকলৈকো সাহায্য দিব লগা হৈছিল। তথাপি এটা শক্তিশালী সঙ্ঘ-বদ্ধ চৰকাৰৰ বিৰুদ্ধে গণ-আন্দোলন পৰিচালনা কৰিবলৈ গৈ যুক্তপ্ৰাদেশিক কমিটীয়ে ১৯৩২-ৰ জানুৱাৰীৰপৰা ১৯৩৩-ৰ আগষ্টলৈকে এই কুৰি মাহত মাত্ৰ ৬৩,০০০৲ অৰ্থাৎ মাহে ৩১৪০৲ টকা খৰচ কৰিছে। (এই হিচাপত অৱশ্যে বেচি টৰ্নকিয়াল আৰু যোগ্রবান এলাহাবাদ, আগ্ৰা, কাণপুৰ, লক্ষ্ণৌ জিলা কংগ্ৰেছ কমিটীৰ খৰচ ধৰা হোৱা নাই)। প্ৰদেশ হিচাপে ১৯৩২ আৰু ১৯৩৩-ত যুক্তপ্ৰদেশ আন্দোলনৰ সদায় আগ-শাৰীত আছিল আৰু মোৰ বোধেৰে ফলাফললৈ চালে খৰচ অতি কমেই হে হৈছে বুলিব পাৰি। আইন-অমান্য আন্দোলন নষ্ট কৰিবৰ কাৰণে প্ৰাদেশিক চৰকাৰে যি বিশেষ খৰচ কৰিছে তাৰ লগত এই সামান্য খৰচ তুলনা কৰিলে অনেক কথা জানিব পাৰি। মোৰ ধাৰণা (যদিও মই ভালকৈ নেজানো) আন কেইখনমান প্ৰধান কংগ্ৰেছ প্ৰদেশতো ইয়াতকৈ বহুত বেচি খৰচ হৈছিল। কংগ্ৰেছৰ চকুত ওচৰচুবুৰীয়া যুক্ত-প্ৰদেশৰ তুলনাত বেচি দুখীয়া হ'লেও বিহাৰে আমাৰ সঙ্ঘৰ্ষত বিশেষ কৃতিত্বেৰে কাম কৰিছিল।

যি হওক অহিংস অসহযোগ আন্দোলন ক্ৰমে ঢিলা হৈ আহিল, তথাপি ই কোনোমতে চলিবলৈ ধৰিলে। অৱশ্যে তাতো কৃতিত্বৰ অভাৱ নাছিল। কিন্তু সি গণ-আন্দোলনৰ প্ৰকৃতি হেৰুৱাই পেলালে। চৰকাৰৰ তীব্ৰ দমন-নীতিৰ বাহিৰেও ১৯৩২-ৰ ছেপ্টেম্বৰ মাহত আন্দোলনে এটা ডাঙৰ আঘাত পালে। গান্ধীজীয়ে হৰিজন সমস্যা লৈ এই প্ৰথমবাৰ সঁজোত ধৰিলে। ইয়াৰ ফলত জনসাধাৰণৰ মাজত আলোড়ন উঠিল; কিন্তু তেওঁলোকৰ ভাবধাৰা আনফালে ঢাল ল'লে। অৱশেষত ১৯৩৩-ৰ মে' মাহত আন্দোলন যেতিয়া স্থগিত ৰখা হ'ল, তেতিয়া কাৰ্য্যতঃ অহিংস অসহযোগ আন্দোলনৰ মৃত্যুৱেই ঘটিল। পিচত কামত নহা ফোপোলা মতবাদ হিচাপে ই কিছুকাল চলিছে মাত্ৰ। অৱশ্যে এটা কথা সঁচা—সেই ধৰণে স্থগিত নৰখা হ'লেও লাহে লাহে ইয়াৰ চিন নাইকিয়া হৈ গ'লহেঁতেন। দমন-নীতিৰ কঠোৰতা আৰু পীড়নত ভাৰতে মূৰ্চ্ছা যোৱাৰ অৱস্থা পাইছিলগৈ। কিছু কাললৈ জাতিৰ মানসিক শক্তি শেষ হৈ গৈছিল তাক আৰু জগাই তুলিব পৰা নগ'ল। ব্যক্তিগতভাৱে অহিংস অসহযোগ কৰিব পৰা লোক বহুতেই আছিল। কিন্তু তেওঁলোকে প্ৰায় কিছুমান কৃত্ৰিম পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত কাম কৰিছিল।

এটা মহান আন্দোলন ক্ৰমে ক্ৰমে অৱনতিৰ ফালে ঢাল লোৱাৰ খবৰ জেলত বহি বহি পোৱাটো আমাৰ পক্ষে আনন্দৰ কথা নাছিল। তথাপি আমাৰ ভিতৰত অতি কম মানুহেই হে দেখ্ দেখকৈ আন্দোলনৰপৰা কিবা এটা সুফল হ'ব বুলি আশা কৰিছিল। যদি জন-গণৰ জাগৰণ দমাব নোৱাৰা অৱস্থা পায়গৈ তেতিয়া অসাধাৰণ কিবা এটা ঘটিলেও ঘটিব পাৰে বুলি এটা আশা আছিল অৱশ্যে, কিন্তু তাৰ ওপৰত

বোঁচ নিৰ্ভৰ কৰিব নোৱাৰি। ই কেতিয়াবা উচ্চ স্তৰত আৰু কেতিয়াবা নিম্ন স্তৰত থাকিব, কেতিয়াবা আকৌ নিটাল মাৰি দীঘলীয়াকৈ চলি থাকিব আৰু ইয়াৰ মাজতেই জনসাধাৰণক শৃংখলাবদ্ধ, ঐক্যবদ্ধ কাৰ্য্যপ্ৰণালী আৰু সুস্পষ্ট মতবাদ শিকাই ল'ব লাগিব। আমি তেনেকৈয়ে ভাবিবলৈ ধৰিলোঁ। ১৯৩২-ৰ আগ-ছোৱাত কেতিয়াবা কেতিয়াবা মই অতি সোনকালতে কিবা এটা হৈ যাব বুলি ভয়েই খাইছিলোঁ, কাৰণ তাৰ ফলত আপোচ-মীমাংসা নকৰিলেই নহ'লহে'তেন আৰু চৰকাৰ পক্ষীয় আৰু সুবিধাবাদীসকলেই চল চাই চাপৰি বজালেহে'তেন। ১৯৩১-ৰ অভিজ্ঞতাত আমাৰ চকু মেল খাই গ'ল। জনসাধাৰণ যেতিয়া দৃঢ় হৈ থাকে আৰু তেওঁলোকৰ ধাৰণা স্পষ্ট থাকে, তেতিয়া সাফল্য আহিলেই তেওঁলোকে তাৰ সুবিধা গ্ৰহণ কৰিব পাৰে। সেয়ে নহ'লে জনসাধাৰণে যুদ্ধ কৰে, ত্যাগ কৰিবলৈ আগবাঢ়ি যায় আৰু চল পালেই আন সকলে মহা ৰংমনে বাহিৰ ওলাই তেওঁলোকে আৰ্জ্জ থোৱা সম্পদ হাত কৰে। এই ভয় সম্পূৰ্ণই আছিল, কংগ্ৰেছৰ মাজতো বহুতে লাগ-বান্ধ নোহোৱাকৈহে চিন্তা কৰিছিল। কি ধৰণৰ চৰকাৰ বা সমাজ আমি বিচাৰোঁ সেই সম্বন্ধে বহুতৰে স্পষ্ট ধাৰণা নাছিল। ভালেমান কংগ্ৰেছপন্থীয়েই বৰ্ত্তমান চৰকাৰৰ বিশেষ পৰিৱৰ্ত্তন নিবিচাৰে। কেৱল বৃটিছ বা বিদেশীৰ পৰিৱৰ্ত্তে স্বদেশী মাৰ্কা শাসক হ'লেই তেওঁলোকে যথেষ্ট বুলি ভাবে।

যিবিলাক তেনেই জাতে-পাতে চৰকাৰ পক্ষীয় সেইবিলাকক লৈ কোনো কথা নাছিল; কাৰণ তেওঁলোকৰ প্ৰথম আনুগত্য হ'ল ৰাষ্ট্ৰশক্তিৰ প্ৰতি তেহেলৈ যিয়েই নহওক সেই ৰাষ্ট্ৰশক্তি। আন কি মধ্যমপন্থী আৰু বৃটিছসহযোগীসকলেও চৰকাৰৰ মতবাদ সম্পূৰ্ণৰূপে গ্ৰহণ কৰিছিল। ফলত তেওঁলোকে কেতিয়াবা কেতিয়াবা সমালোচনা কৰিলেও তাৰ ওপৰত অতি কমেই গুৰুত্ব দিয়া হৈছিল। এওঁলোক সদায় সকলো ক্ষেত্ৰতে অতিপাত আইনৰ অনুগত, সকলোৰে জনা কথা। গতিকে এওঁলোকে কেতিয়াও অহিংস অসহযোগ আন্দোলন সমৰ্থন কৰিব নোৱাৰে। কিন্তু তেওঁলোকে আৰু এখোজ আগবাঢ়ি গৈ চৰকাৰৰ পক্ষৰ শাৰীত থিয় দিলেগৈ। সকলো ধৰণৰ ব্যক্তি স্বাধীনতা দমন কৰাৰ পূৰ্ণ উদ্যম চকুৰ আগতে চলিব লাগিছে আৰু তেওঁলোকে তাকে ভয়ে ভয়ে নীৰৱে চাই আছে। ই কেৱল চৰকাৰে আইন-অমান্য আন্দোলনৰ সম্মুখীন হৈ তাক দমন কৰাৰ প্ৰশ্নই নহয়; সকলো ৰকমৰ ৰাজনৈতিক কাৰ্য্যকে বন্ধ কৰি দিয়া হ'ল—অথচ ইয়াৰ বিৰুদ্ধে এটা শব্দও কোনেও উচ্চাৰণ নকৰিলে। সাধাৰণতে ব্যক্তিস্বাধীনতা ৰক্ষা কৰাত তৎপৰ যিসকল তেওঁলোক আন্দোলনৰ লগত সাঙোৰ খাই পৰিল আৰু চৰকাৰৰ অত্যাচাৰৰ আগত মূৰ নোদোঁৱাৰ শাস্তিও গ্ৰহণ কৰিলে। আনসকলে ভয় খাই হীনভাৱে বশ্যতা স্বীকাৰ কৰিলে; তেওঁলোকৰ মুখৰপৰা কোনো সমালোচনা ওলাই নপৰিল। কেতিয়াবা কোমলকৈ সমালোচনা কৰিলেও কত কাকুতি-মিনতি আৰু তাৰ লগত কংগ্ৰেছ আৰু আন্দোলন চলাওঁতাসকলক তীব্ৰ নিন্দা যে যোগ কৰি দিয়া হৈছিল, তাৰ অন্ত নাই।

পশ্চিমৰ দেশবিলাকত ব্যক্তিস্বাধীনতাৰ পক্ষে শক্তিশালী জনমত গঢ় লৈ উঠিছে। তাক কোনোবাই খৰ্ব্ব কৰিবলৈ বিচাৰিলেই, খণ্ডেৰে তাৰ প্ৰতিবাদ কৰা

হয়। (এতিয়া কিজানি সেইবোৰ অতীত বুৰঞ্জীৰ কথা) এনেকুৱা বহুতো মানুহ আছে, যি নিজে পোনে পোনে কোনো সঙ্ঘৰ্ষমূলক আন্দোলনত যোগ দিবলৈ নিবিচাৰে, অথচ বক্তৃতা দিয়াৰ আৰু লিখাৰ স্বাধীনতা, সঙ্ঘ আৰু সমিতি গঠন কৰাৰ, ব্যক্তি আৰু বাতৰি-কাকতৰ স্বাধীনতাৰ ওপৰত ৰাষ্ট্ৰই হস্তক্ষেপ কৰিবলৈ কৰা চেষ্টাৰ বিৰুদ্ধে একেৰাহে আন্দোলন চলাই থাকে। ভাৰতৰ উদাৰপন্থীসকলে বৃটিছ উদাৰপন্থীসকলৰ মত আৰু আদৰ্শ অনুকৰণ কৰি চলা বুলি দাবী কৰে (যদিও কেৱল নামটোৰ বাহিৰে এওঁলোকৰ মাজত আৰু কোনো সাদৃশ্য নাই)। এইবিলাক স্বাধীনতা খৰ্ব্ব কৰাৰ কাৰণে অন্ততঃ মুখেৰে হ'লেও তেওঁলোকে প্ৰতিবাদ কৰিব পাৰিলেহে'তেন কাৰণ তাৰপৰা তেওঁলোকৰো অসুবিধা হয়। কিন্তু তেওঁলোকে সেইবোৰ একোকে নকৰে। এওঁলোকে ভল্‌টেয়াৰৰ লগত একেলগে ক'ব নোৱাৰে—"তুমি যি কৈছা তাৰ লগত মোৰ মত সমুলি নিমিলে; কিন্তু তাক কোৱাৰ তোমাৰ যি অধিকাৰ নিজে মৰি হ'লেও তাক ৰক্ষা কৰিম।"

বোধহয় তাৰ কাৰণে তেওঁলোকক দোষ দিয়াটো উচিত নহ'ব; কাৰণ তেওঁলোকে কেতিয়াও নিজকে গণতন্ত্ৰ আৰু স্বাধীনতাৰ সমৰ্থক বুলি ঘোষণা কৰা নাই: তেওঁলোকে এনেকুৱা অৱস্থাৰ সম্মুখীন হৈছিল যে, জুখি-মাখি নোচোৱাকৈ এটা বাক্য ক'লেও তাৰপৰা বিপদত পৰিবলগীয়া হয়। ভাৰতত দমন-নীতিয়ে স্বাধীনতাৰ প্ৰাচীন উপাসক বৃটিছ উদাৰপন্থীসকল আৰু বৃটিছ বনুৱা দলৰ নতুন সমাজতন্ত্ৰী-সকলৰ ওপৰত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল, তাৰ আলোচনা কৰিলে এই ক্ষেত্ৰত বেচি ৰজিতা খাব। দুখৰ কথা হ'লেও, তেওঁলোকে যিমান পাৰে ধীৰে সুস্থিৰেই ভাৰতত দমন-নীতি প্ৰয়োগ কৰা চাই আছিল আৰু 'মাঞ্চেষ্টাৰ গাৰ্ডিয়ান'ৰ এজন চিঠি লিখকৰ ভাষাত "দমন নীতিৰ বৈজ্ঞানিক প্ৰয়োগ"ৰ সাফল্য দেখি সন্তোষ পাইছে। বৰ্ত্তমান গ্ৰেট বৃটেনৰ জাতীয় চৰকাৰে এখন ৰাজদ্ৰোহৰ বিল পাচ কৰোৱাৰ যো-জা কৰা দেখি তাৰ বহুতো আলোচনা হৈছে। বিশেষকৈ উদাৰপন্থী আৰু বনুৱা দলৰ সদস্যসকলে, আন আন কাৰণৰ লগত এই আপত্তিও প্ৰকাশ কৰিছে যে, ইয়াৰ ফলত বক্তৃতাৰ স্বাধীনতা খৰ্ব্ব হ'ব আৰু হাকিমসকলক খানাতালাচ কৰা পৰোৱানা জাৰি কৰিবলৈ ক্ষমতা দিয়া হ'ব। এইবিলাক সমালোচনা পঢ়িলে মোৰ মনত সহানুভূতিৰ উদ্ৰেক হয়, লগে লগে ভাৰতৰ কথাও মনলৈ আহে। ইয়াত এতিয়া যিবোৰ আইন প্ৰচলিত আছে, পাচ কৰিব খোজা বৃটিছ ৰাজদ্ৰোহ-বিলতকৈ সেইবোৰ শতগুণে বেয়া। যিসকল বৃটেইনবাসীয়ে এটা মহ দেখিও ভয় কৰে, তেওঁলোকে ভাৰতত অকণো মুখ বিকৃতি নকৰাকৈ উট একোটা গিলি থয় এইটো দেখিহে আচৰিত হওঁ। বৃটিছসকলৰ এটা অভ্যাস—যিহকে কৰিলে তেওঁলোকৰ বৈষয়িক স্বাৰ্থ ৰক্ষা পৰে, সেই হিচাপেই তেওঁলোকে তেওঁলোকৰ নৈতিক আদৰ্শ ঠিক কৰি লয়, যিহকে কৰিলে তেওঁলোকৰ সাম্ৰাজ্যবাদৰ অভিপ্ৰায় সিদ্ধি হয়, তাকে তেওঁলোকে সাধু নীতি বুলি গ্ৰহণ কৰে—দেখি মই আচৰিত হওঁ, প্ৰশংসাও কৰোঁ। গণতন্ত্ৰ আৰু স্বাধীনতাৰ ওপৰত আক্ৰমণ কৰা বুলি তেওঁলোকে সবল বিশ্বাস আৰু নৈতিক ক্ৰোধেৰে হিট্‌লাৰ আৰু মুছলিনীক বেয়া বুলি কৈছিল। আকৌ তেনেকুৱা সবল বিশ্বাসেৰেই তেওঁলোকে ভাৰতত স্বাধীনতা খৰ্ব্ব কৰাৰ ব্যৱস্থাবিলাক নিৰ্ব্বিকাৰভাৱে চাই থাকে। তাকে

অপৰিহাৰ্য্য বুলিও ভাওৰ নৈতিক যুক্তিবে 'বৃজাই দিয়ে। প্ৰকৃত নিৰপেক্ষ ভাৱে চালে তাৰ বাহিৰে তেওঁলোকৰ গতিও নাই।

ভাৰতত যেতিয়া চাৰিও ফালে জুই জ্বলিছে আৰু তাৰ ভিতৰত নৰ-নাৰীৰ পৰীক্ষা চলিছে, সিফালে সুদূৰ লণ্ডনত তেতিয়া বছা বছা লোকসকলে মিলি ভাৰতৰ কাৰণে শাসনতন্ত্ৰ ৰচনা কৰাত লাগিছে। ১৯৩২ চনত তৃতীয় ঘূৰণীয়া মেজ-মেলৰ বৈঠক আৰু বহুতো কমিটীৰ ব্যৱস্থা হ'ল, ব্যৱস্থা পৰিষদৰ বহুতো সদস্যই হ'ল সেই কমিটীবিলাকৰ সদস্য যাতে তেওঁলোকে কৰ্ত্তব্য পালন কৰাৰ লগে লগে ব্যক্তিগত আনন্দও উপলব্ধি কৰিব পাৰে। চৰকাৰী খৰচত এটা বিৰাট জনতা লণ্ডনলৈ গ'ল। পিচত ১৯৩৩ চনত ভাৰতীয় এছেম্বৰসকলৰ সৈতে যুটীয়া কমিটী এখন গঠিত হ'ল আৰু সাক্ষী হিচাপে তালৈ যোৱাসকলৰ যোৱা-অহাৰ খৰচ যোগালে পৰোপকাৰী চৰকাৰে। ভাৰতবৰ্ষক সেৱা কৰাৰ অদম্য স্পৃহাৰে আকৌ এবাৰ বহুত মানুহে সাত সাগৰ তেৰ নদী পাৰ হ'ল। তাৰ ভিতৰতে কিছুমানে বোলে যোৱা অহাৰ খৰচৰ টকা লৈ দাম-দৰো কৰিছিল।

ভাৰতৰ গণ-আন্দোলন দেখি ভয় খাই ন্যস্তস্বাৰ্থৰ প্ৰতিনিধিসকলে বৃটিছ সাম্ৰাজ্যবাদৰ ছত্ৰ-ছাঁয়াত লণ্ডনত গোট খোৱাটো একো আচৰিত কথা নহয়। কিন্তু মাতৃ-ভূমি জীৱন-মৰণৰ যুদ্ধ এখনত লিপ্ত হৈ থকা সময়ত এনেকুৱা কাম কৰাত আমাৰ জাতীয়তাবোধত বৰ আঘাত লাগিল। তথাপি এটা কাৰণত আমাৰ বহুতৰ মনতে ই শুভ লক্ষণ যেনেই লাগিছিল—আমি ভাবিলোঁ (এতিয়া দেখিছোঁ সেইটো ভুল) ইয়াৰপৰা ভাৰতৰ প্ৰগতিবাদীসকলৰ লগত প্ৰগতিবিৰোধীসকলৰ একেবাৰেই বিচ্ছেদ ঘটিল। এনেকৈ ফাটি যোৱাৰ ফলত জনসাধাৰণে ৰাজনৈতিক শিক্ষালাভ কৰিব আৰু সকলোৱেই ফটফটীয়াকৈ বুজিব পাৰিব যে কেৱল স্বাধীনতাৰদ্বাৰাহে আমি সামাজিক সমস্যাবিলাক সমাধান কৰিব পাৰোঁ আৰু জনসাধাৰণক গধুৰ বোজাৰ-পৰা মুক্ত কৰিব পাৰোঁ।

কিন্তু এই মানুহবিলাকে কেৱল তেওঁলোকৰ দৈনন্দিন জীৱন-যাত্ৰাতে নহয়, চিন্তা আৰু চৰিত্ৰৰ ফালৰপৰাও ভাৰতীয় জনসাধাৰণৰপৰা যে কিমান বেলেগ হৈ গৈছে, দেখিলে আচৰিত হ'বলগীয়া হয়। এওঁলোকৰ মাজত কোনো সংযোগসূত্ৰ নাই। ইমানখিনি ত্যাগ কৰা, ইমানখিনি দুখ-কষ্ট সহ্য কৰা কিহৰ অনুপ্ৰেৰণাত হৈছে তাক তেওঁলোকে বুজিব পৰা নাই। এইসকল মুখাফুটা ৰাজনৈতিক কৰ্ম্মীৰ কাৰণে এটা মাথো সত্য—বৃটিছ সাম্ৰাজ্যৰ শক্তি—যাৰ বিৰুদ্ধাচৰণ কৰি একো লাভ নাই গতিকে ভাল হওক, বেয়া হওক ইয়াক স্বীকাৰ কৰাই উচিত। কিন্তু এই কথা হ'লে তেওঁলোকৰ মনত কেতিয়াও নেখেলায় যে ৰাইজৰ সজ ইচ্ছা নহ'লে ভাৰতত কোনো সমস্যা সমাধান কৰা বা প্ৰকৃত জীৱন্ত শাসনতন্ত্ৰ এখন ৰচনা কৰা তেওঁলোকৰ পক্ষে অসম্ভৱ। মিঃ জে. এ. স্পেণ্ডাৰে সিদিনা প্ৰকাশ পোৱা তেওঁৰ "সমসাময়িক চমু-বুৰঞ্জী"ত লিখিছে কেনেকৈ নিয়মতান্ত্ৰিক সঙ্কটৰ অৱসান ঘটাবলৈ ১৯১০ চনৰ আইৰিছ জইণ্ট কনফাৰেন্সেত একো কৰিব নোৱাৰিলে। তেওঁ কৈছে যি শ্ৰেণীৰ মানুহে ঘৰত জুই লাগিলে বীমা কৰিবলৈ ওলায়, সেই ৰাজনৈতিক নেতাসকলেই বিপদৰ সময়ত শাসনতন্ত্ৰ ৰচনাৰ কাৰণে উঠি-পৰি লাগে। ১৯১০ চনৰ আয়াৰ-

লেণ্ডত কৈয়ো ১৯৩২-৩৩ চনৰ ভাৰতবৰ্ষত বেচি জ্বই লাগিছিল আৰু বাহিৰৰ জুই-শিখা নুমাই গৈছে যদিও ছাই-ভস্মৰ মাজত সোমাই থকা আঙঠাবিলাক বহুদিন থাকিব। ভাৰতৰ স্বাধীনতাৰ আকাঙ্কাৰ নিচিনাই সিহঁত তপত আৰু অতৃপ্ত হৈ আছে।

ভাৰতবৰ্ষৰ শাসকসকলৰ মাজত হিংসা প্ৰবৃত্তি আচাৰিতৰূপে বাঢ়ি গৈছে। অৱশ্যে ইয়াৰ ধাৰা পুৰণি আৰু এই দেশখন বৃটিছে ঘাইকৈ পুলিচ-ৰাষ্ট্ৰ হিচাপেই শাসন কৰি আহিছে। আন কি ছিভিলিয়ানসকলৰ নিজকে আটাইতকৈ ডাঙৰ বুলি ভবাৰ ধৰণটোও সামৰিক ধৰণেই-জানিবা নতুনকৈ জয় কৰা দেশ এখনত বলেৰে দখল-কাৰী সৈন্যদলৰ শত্ৰু শলা ভাবহে! বৰ্ত্তমান ব্যৱস্থাৰ বিৰুদ্ধে বেচি সঙ্ঘাতৰ সৃষ্টি হোৱাৰ কাৰণে সেই বৈৰীভাৱ বাঢ়িছে। বঙ্গদেশ আৰু আন ঠাইত দেখা দিয়া টেৰৰিজমৰ ফলত আমোলাতান্ত্ৰিকসকলে হিংসা কৰিবলৈ সুবিধা পায় আৰু তাৰপৰাই তেওঁলোকে নিজৰ কাৰ্য্যক যুক্তিসঙ্গত বুলি প্ৰমাণ কৰিব খোজে। বহুতো অধ্যাদেশ আৰু চৰকাৰী নীতিৰ শাসন আৰু পুলিচসকলৰ হাতত ইমান বেচি ক্ষমতা দিয়া হৈছে যে, কাৰ্য্যতঃ ভাৰতবৰ্ষখন পুলিচ-ৰাজ্যত পৰিণত হৈ গৈছে আৰু ইয়াক প্ৰতিৰোধ কৰাৰ ব্যৱস্থা নাই বুলিলেই হয়।

ভাৰতৰ প্ৰত্যেক প্ৰদেশেই তীব্ৰ দমন-নীতিৰ অগ্নি-পৰীক্ষাৰ অলপ-অচৰপ সন্মুখীন হৈছেই আৰু তাৰ মাজেদিয়েই আগবাঢ়ি গৈছে। কিন্তু বঙ্গদেশ আৰু সীমান্ত প্ৰদেশেই আটাইতকৈ কষ্ট ভোগ কৰিছে বেচি। সীমান্ত প্ৰদেশ সদায় সামৰিক কেন্দ্ৰ আৰু ইয়াৰ শাসন কাৰ্য্যও আধা-সামৰিক নিয়ম-প্ৰণালীত হয়। ইয়াৰ সামৰিক গুৰুত্ব বেচি থকাত লালকুৰ্ত্তা আন্দোলনত চৰকাৰ সম্পূৰ্ণই বিচলিত হৈ পৰিল। এই প্ৰদেশ 'শান্ত' কৰিবলৈ সৈন্যদলে কছৰৎ কৰিবলৈ ধৰিলে আৰু "দুৰ্দ্দান্ত গাঁওবিলাক" শাসন কৰিবলৈ ভাৰতৰ গাঁওবিলাকত বহুত বহুত সামূহিক জৰিমনা লগোৱাটো এটা সাধাৰণ কথা হৈ পৰিল। কেতিয়াবা কেতিয়াবা চহৰতো (বিশেষকৈ বঙ্গ দেশত) এনে জৰিমনা লগোৱা হৈছে। প্ৰায়ে পিউনিটিভ পুলিচ বহুৱা হৈছিল। আৰু পুলিচৰ হাতত যেতিয়া অপৰিমিত ক্ষমতা থাকে কিন্তু সংযমৰ ব্যৱস্থা নেথাকে, তেতিয়া অতিশাসন হোৱাটো অপৰিহাৰ্য্য। শান্তি আৰু শৃঙ্খলাৰ নামত খেলি-মেলি আৰু বে-আইনী বহুত ঘটনা ঘটাৰ কথা আমি জানো।

বঙ্গদেশত কোনো কোনো ঠাইত এটা আচৰিত দৃশ্য দেখিবলৈ পোৱা গ'ল। চৰকাৰে বঙ্গদেশৰ সকলো মানুহক (বা একেবাৰেই নিৰ্দ্দিষ্টকৈ ক'বলৈ গ'লে হিন্দু-সকলক) শত্ৰু বুলি ধৰি ল'লে আৰু বাৰৰপৰা পঁচিছ বছৰ বয়সলৈকে সকলো পুৰুষ-তিৰোতা, ল'ৰা-ছোৱালীয়েই লগত নিজৰ চিনাকি-কাকত ৰখাৰ নিয়ম হ'ল। বহিস্কাৰ, অন্তৰীণৰ আদেশ চলিল, সাজ-পাৰৰ ওপৰত নিয়ন্ত্ৰণ হ'ল, স্কুলবিলাক নিয়ন্ত্ৰণ বা বন্ধ কৰি দিয়া হ'ল, চাইকেলত উঠা নিষিদ্ধ হ'ল, পুলিচক ৰিপৰ্ট দি থাকিব-লগীয়া হ'ল, কাৰফিউ-আইন, সান্ধ্য-আইন, সামৰিক কুচ-কাৱাজ, পিউনিটিভ পুলিচ, সামূহিক জৰিমনা আৰু তাৰ বাহিৰেও দেখাৰ নিয়ম-কানুনৰ প্ৰৱৰ্ত্তন হ'ল। বহুঠাই জুৰি যেন সৈন্যদলে ঘেৰি আছে আৰু তাত থকা পুৰুষ-তিৰোতা প্ৰত্যেকেই কঠোৰ নজৰ-বন্দী হৈ যেন ছুটীৰ মঞ্জুৰী-পত্ৰ হাতত লৈ বৈ আছে। বৃটিছ চৰকাৰৰ

মতে এইবিলাক আচৰিত ব্যৱস্থা আৰু আইন-কানুন প্ৰৱৰ্ত্তনৰ প্ৰয়োজন আছিল নে নাই তাক বিচাৰ কৰাৰ অধিকাৰ অৱশ্যে মোৰ নাই। যদি ইয়াৰ প্ৰয়োজন নাছিল, তেন্তে বহু ঠাইৰ মানুহক অপমান কৰাৰ, অত্যাচাৰ কৰাৰ, গুৰুতৰ অপৰাধত গৱৰ্ণৰক নিশ্চয় দোষী থাৱৰ কৰা হ'ব। যদি তাৰ প্ৰয়োজন আছিল বুলি কোৱা হয়, তেন্তে ক'ব লাগিব নিশ্চয় ই ভাৰতৰ বৃটিছ শাসনৰ ব্যৰ্থতাৰ চূড়ান্ত প্ৰমাণ।

এই হিংসাৰ মনোভাৱ আমাৰ পিচে পিচে গৈ জেল পালেগৈ। জেলৰ মাজত শ্ৰেণী বিভাগ কৰা এটা ভুৱা মাথোন। যি সকলক উচ্চ শ্ৰেণীত থোৱা হ'ল তেওঁলোকৰ পক্ষে সিও এটা আপদ হ'ল। অতি কম মানুহকহে উচ্চ শ্ৰেণীত থোৱা হৈছিল আৰু বহুতো সূক্ষ্ম অনুভূতিপূৰ্ণ মানুহ এনেকুৱা অৱস্থাত পৰিল যে সি এটা মানসিক যন্ত্ৰণা হৈ উঠিল। চৰকাৰে ইচ্ছা কৰিয়েই ৰাজনৈতিক বন্দীসকলৰ অৱস্থা সাধাৰণ ফাটেকিয়ালতকৈয়ো কঠোৰ আৰু দুখজনক কৰি তুলিলে। জেল বিভাগৰ এজন ইন্সপেক্টৰ জেনেৰেলে গোটেই জেলসমূহতে এখন গুপ্ত ইস্তাহাৰৰ দ্বাৰা আইন-অমান্য আন্দোলনৰ বন্দীক 'কঠোৰ ব্যৱহাৰ' কৰাৰ আদেশ প্ৰচাৰ কৰিছিল।* জেলত বেত দিয়াটো সচৰাচৰ ঘটনা হৈ উঠিল। ১৯৩৩-ৰ ২৭ এপ্ৰিলৰ দিনা সহকাৰী ভাৰত-সচিৱ পাৰ্লিয়ামেণ্টত কৈছিল—"১৯৩২-ত আইন-অমান্য আন্দোলন সম্পৰ্কে কৰা অপৰাধত ৫০০ জনক বেত দিয়া হৈছে, ছাৰ ছেমুৱেল হোৰে জানে।" জেল-শৃঙ্খলা ভঙ্গ কৰা বুলি যিবিলাকক বেত্ৰদণ্ড দিয়া হৈছিল, সেই সংখ্যা ইয়াৰ ভিতৰত ধৰা হৈছে নে নাই ভালকৈ বুজিবৰ উপায় নাই। ১৯৩২ চনত আমি জেলত প্ৰায়েই বেত্ৰদণ্ডৰ খবৰ পাইছিলোঁ। এটা নে দুটা বেত্ৰদণ্ডৰ প্ৰতিবাদ হিচাপে আমি ১৯৩০-ৰ ডিচেম্বৰ মাহত তিনদিন লঘোন ব্ৰত ধৰা মোৰ মনত আছে। তেতিয়া মই এই পাশৱিক দণ্ডত বৰ বেজাৰ পাইছিলোঁ। এতিয়াও এনেকুৱা খবৰ পালে মই মৰ্ম্মান্তিক দুখ পাওঁ, কিন্তু তাৰ প্ৰতিবাদ কৰিবলৈ লঘোন ধৰাৰ কথা এতিয়া আৰু মনত নেখেলায়। কালক্ৰমত পাশৱিকতাৰ বিৰুদ্ধে অনুভূতিৰ তীব্ৰতাও কমি আহে। আন ব্যৱস্থাও বহুত দিন ধৰি চলি থাকিবলগীয়া হ'লে, তাতো মানুহৰ অভ্যাস হৈ যায়।

আমাৰ কৰ্ম্মীসকলক জেলখানাত তেলীশাল, যাঁত আদি টান কামবিলাকত লগোৱা হৈছিল। কাম-কাজ আৰু আন পৰিস্থিতি তেওঁলোকৰ কাৰণে এনে অসহ্য কৰি তোলা হৈছিল, যাতে তেওঁলোকে ক্ষমা-ভিক্ষা কৰি আৰু চৰকাৰৰ ওচৰত প্ৰতিশ্ৰুতি দি মুক্তি দিবলৈ কাকুতি-মিনতি কৰিবলৈ বাধ্য হয়। জেলৰ কৰ্ত্তৃপক্ষই এইটো তেওঁলোকৰ জয় বুলি ভাবে।

অত্যাচাৰ আৰু অপমানত যিসকল ক্ষুব্ধ হৈছিল তেনেকুৱা ল'ৰা আৰু ডেকাৰ ভাগ্যতেই এনেকুৱা টান কাম পৰিছিল। যিবিলাক ধুনীয়া ধুনীয়া, আত্মমৰ্য্যাদা-জ্ঞান

* এই ইস্তাহাৰ ১৯৩২-ৰ ৩০ জুনত প্ৰচাৰ কৰাহয়। ইয়াত আৰু লিখা আছিল "ইন্সপেক্টৰ জেনেৰল, জেলৰ চুপাৰিণ্টেণ্ডেণ্টসকল আৰু তলতীয়া বিষয়াসকলে এই ঘটনাটো বুজাই দিব খোজে যে, আইন-অমান্য সম্পৰ্কীয় ফাটেকিয়ালসকলৰ প্ৰতি পক্ষপাতিতা কৰি ভাল ব্যৱহাৰ কৰাৰ কোনো যুক্তিসঙ্গত কাৰণ নাই। এই শ্ৰেণীৰ ফাটেকিয়ালসকলক নিজ নিজ ঠাইত ৰাখি কঠোৰ ব্যৱস্থা অৱলম্বন কৰিব লাগিব।

থকা আৰু দুৰাকাঙ্ক্ষা কৰি দুঃসাহসিক কামলৈ আগবাঢ়ি যোৱা ল'ৰাই বৃটিছ স্কুল আৰু বিশ্ববিদ্যালয়ত প্ৰশংসা আৰু উৎসাহ পায়, এওঁলোক সেই শ্ৰেণীৰ। কিন্তু ভাৰতত তেওঁলোকৰ ডেকা কালৰ লগত থাপ খোৱা যি আদৰ্শবাদ আৰু গৰ্ব্ব, তাৰ কাৰণে তেওঁলোকে পায় বন্ধন, নিজান ফাটেক আৰু বেত্ৰদণ্ড!

আমাৰ নাৰীসকলে ফাটেকত যি কঠোৰ ব্যৱস্থা পাইছে, তাৰ কথা ভাবিলেও দুখ লাগে। তেওঁলোকৰ সৰহ ভাগেই মধ্যবিত্ত শ্ৰেণীৰ আৰু ঘৰৰ ভিতৰত থকাই তেওঁলোকৰ অভ্যাস। পুৰুষৰ সুবিধাৰ কাৰণে কৰা বহুতো সামাজিক প্ৰথাৰ অত্যাচাৰ আৰু অপমান এওঁলোকে সহ্য কৰে। স্বাধীনতাৰ আহ্বানত তেওঁলোকে দুটা অৰ্থ বিচাৰি পাইছিল—যি উদ্যম আৰু শক্তি লৈ তেওঁলোকে আন্দোলনত জাপ দিছিল, তাৰ গুৰিত যে ঘৰুৱা জীৱনৰ দাসত্বৰপৰা মুক্তি পোৱাৰো এটা অস্পষ্ট আকাঙ্ক্ষা আছিল, তাত সন্দেহ নাই। দুই চাৰি গৰাকীৰ বাহিৰে; সৰহ ভাগেই সাধাৰণ ফাটেকিয়ালৰ শ্ৰেণীত ধৰা হৈছিল। তেওঁলোকৰ লগৰীয়াবিলাক আছিল দুশ্চৰিত্ৰা আৰু পাৰিপাৰ্শ্বিক অৱস্থা আছিল অতি ভয় লগা। এবাৰ মই তিৰোতা সকলৰ কাৰণে ঠিক কৰি থোৱা বেৰেকৰ ওচৰতে আছিলোঁ। আমাৰ মাজত আছিল এখন বেৰ। সেই বেৰেকত কেইজনমান ৰাজনৈতিক ফাটেকিয়াল মহিলাসকলৰ লগত সাধাৰণ ফাটেকিয়ালো আছিল। এঘৰ মানুহৰ ঘৰত মই এবাৰ আলহী আছিলোঁ। মানুহ ঘৰে মোক তেওঁলোকৰ ঘৰত ঠাই দি বৰ আদৰ-সাদৰ কৰিছিল, সেই ঘৰৰে মহিলা এগৰাকী বেৰেকটোত আছিল। আমাৰ মাজত ওখ দেৱাল থকাতো, ফাটেকিয়াল মহিলাসকলক কুৎসিৎ ভাষাত ভয় দেখুওৱা আৰু গালি-শপনি পৰা মোৰ কাণত পৰিলহি। তাত থাকি আমাৰ বান্ধৱীসকলে যে কি সহ্য কৰিবলগীয়া হৈছিল ভাবিলেও মোৰ বুকু কঁপি উঠে।

দুবছৰৰ আগৰ ১৯৩০ চনৰ লগত তুলনাত ১৯৩২ আৰু ১৯৩৩-ত ৰাজনৈতিক বন্দীৰ প্ৰতি ব্যৱহাৰ যে বেচি বেয়া আছিল, তাত সন্দেহ নাই। ই কোনো কোনো বিষয়াৰ ব্যক্তিগত মনোভাৱৰ কাৰণে হোৱা বুলি ধৰিবৰ কাৰণ নাই। ৰাজনৈতিক বন্দীৰ কথা এৰি দিলেও, এই সময় ছোৱাত মানবোচিত যি কোনো কাম-কাজ, ভাব-চিন্তাৰ সদায় প্ৰতিকূলে যোৱা বুলি যুক্তপ্ৰদেশৰ বিষয়াসকলৰ এটা নাম হৈ গৈছিল। ইয়াত এটা মনত লগা দৃষ্টান্তৰ প্ৰমাণ মই বিশ্বস্তসূত্ৰে পাইছোঁ। এজন বিখ্যাত জেল-পৰিদৰ্শকে এবাৰ আমাক জেলত পৰিদৰ্শন কৰিবলৈ আহে। এওঁ এজন মাননীয় নাইট (ছাৰ), আমাৰ নিচিনা বিদ্ৰোহী বা বিদ্ৰোহীভাৱ প্ৰচৰাকাৰী নহয়। তেওঁক চৰকাৰে আনন্দেৰে সন্মানজনক উপাধিৰে বিভূষিত কৰিছে। তেওঁ আমাক ক'লে, কেইমাহমান আগতে তেওঁ বোলে জেল পৰিদৰ্শন কৰিবলৈ গৈ পৰিদৰ্শন বহীত মন্তব্য কৰোঁতে জেলৰ অধ্যক্ষক "মৰমিয়াল শৃঙ্খলাৰক্ষাকাৰী" বুলি বৰ্ণনা কৰিছিল। তাতে সেই অধ্যক্ষই তেওঁক কাকুতি-মিনতি কৰি ক'লে যে তেওঁৰ মানৱীয় গুণসমূহ উল্লেখ নকৰাই ভাল, কাৰণ কৰ্তৃপক্ষই সেইটো ভাল নেপায়। কিন্তু ছাৰ মহোদয়ে মানি ল'বলৈ টান পালে যে সেই বৰ্ণনাৰপৰা অধ্যক্ষৰ কিবা হানি হ'ব পাৰে। তেওঁ ইচ্ছামতে তেওঁৰ মন্তব্য লিখি থ'লে। ফলত কিছুদিন পিচতেই সেই কাৰধ্যক্ষক দুৰ্ণিৰটীয়া দুৰ্গম ঠাইলৈ বদলি কৰা হ'ল।

কেইজনমান কাৰাধ্যক্ষৰ পদোন্নতি হ'ল। তেওঁলোকে খিতাপো পালে; কাৰণ ভক্ষকৰ আৰু বিবেচনাহীন বুলি তেওঁলোকৰ নাম আছে। অবৈধ উপায়ে চাকৰি পোৱাৰ চেষ্টা কৰাটো জেলত ইমান বেচি যে, কোনোৱেই ইয়াৰপৰা মুক্ত নহয়। কিন্তু মোৰ নিজৰ আৰু বহুতো বন্ধু-বান্ধৱৰ অভিজ্ঞতা এই যে, যিসকল জেলৰ বিষয়াই নিজকে কঠোৰ শৃংখলাৰক্ষাকাৰী বুলি ডবা কোবাই ফুৰে তেওঁলোকেই এই বিষয়ত বেচি জগৰীয়া।

ভাগ্যে জেলত আৰু জেলৰ বাহিৰত মই যিবিলাকৰ সংস্পৰ্শত আহিব লগা হৈছে, তেওঁলোকৰ প্ৰত্যেকেই মোৰ প্ৰতি মৰমীয়াল আৰু সৌজন্যপূৰ্ণ ব্যৱহাৰ কৰিছিল। সি যিকি নহওক, এটা ঘটনাত মই আৰু মোৰ পৰিয়ালে বৰ দুখ পালোঁ। আই, কমলা আৰু মোৰ ছোৱালীজনী ইন্দিৰা, এলাহাবাদ জিলাৰ জেললৈ ভনী-জোঁৱাই ৰণজিৎ পণ্ডিতৰ লগত দেখা কৰিবলৈ গৈছিল। তেওঁলোকে কোনো জগৰ কৰা নাছিল, তথাপি কাৰাধ্যক্ষই তেওঁলোকক অপমান কৰি পঠাই দিলে। এই ঘটনাত মোৰ বৰ দুখ লাগিল আৰু ইয়াৰ ক্ষেত্ৰত প্ৰাদেশিক চৰকাৰৰ প্ৰতিক্ৰিয়া দেখি আৰু বেজাৰ পালোঁ। জেলৰ বিষয়াসকলে যাতে আইক আকৌ অপমান কৰাৰ সম্ভাৱনা নেথাকে তাৰ কাৰণে মই কাৰো লগত আৰু দেখা-শুনা নকৰোঁ বুলি মনস্থ কৰিলোঁ—দেৰাদুনৰ জেলত থকা প্ৰায় সাত মাহ কাল মই আৰু কাৰো লগত দেখা কৰা নাই।

## কাৰ্টৌকিয়ালৰ মনৰ গতি

বেৰিলী জিলা জেলৰপৰা আমি দুজন—মই আৰু গোবিন্দবল্লভ পন্থ দেৰাদুন জেললৈ বদলি হ'লোঁ। জনতাৰ চকুৰপৰা আঁতৰোৱাৰ নিবৰ কাৰণে আমাক বেৰিলী ষ্টেছনত গাড়ীত নুতুলি পঞ্চাছ মাইল দূৰৰ এটা ষ্টেছনলৈ গৈ গ'ল। ৰাতি মনে মনে আমাক মটৰ গাড়ীত তুলিলে। কেইবা মাহো বন্ধনত থাকি ৰাতিৰ ফিৰ্‌ফিৰীয়া বতাহত মটৰত ফুৰাৰ আনন্দকণ কিমান আপুৰুগীয়া!

বেৰিলী জেল এৰাৰ আগে আগে এটা সৰু ঘটনাই মোৰ অন্তৰ পৰশি গ'ল। কথাটো এতিয়াও মনত আছে। বেৰিলীৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট্—এজন ইংৰাজ ভদ্ৰলোক—তাত উপস্থিত আছিল। মই গাড়ীত উঠিবলৈ গৈছোঁ, এনে সময়তে অলপ লাজুকীয়াভাৱে এবোজা কাগজ মোৰ হাতত তুলি দি ক'লে ইয়াত কিছুমান পুৰণি সচিত্ৰ জাৰ্ম্মান আলোচনী আদি আছে। মই জাৰ্ম্মান ভাষা শিকিছোঁ বুলি ক'বৰাত শুনি তেওঁ এই কাগজখিনি লৈ আহিছিল। তেওঁৰ লগত আগেয়ে মোৰ কেতিয়াও দেখা হোৱা নাই। মই তেওঁৰ নামকে নেজানো। তথাপি তেওঁ যে মোলৈ মৰম কৰি অকণ ভাবিলে আৰু আপোনা-আপুনি মোৰ প্ৰতি এই ফেৰা-সৌজন্য দেখুৱালে—সি মোৰ অন্তৰ ছুই গ'ল। মোৰ অন্তঃকৰণ কৃতজ্ঞতাৰে ভৰি পৰিল।

সেই মাজনিশা দীঘলীয়া বাটটোৰেদি মটৰেৰে গৈ থাকোঁতে গাড়ীত বহি বহি মই ভাবি গৈছোঁ, ইংৰাজ আৰু ভাৰতবাসী, শাসক আৰু শাসিত, চৰকাৰী আৰু বে-চৰকাৰী, যিসকলে আদেশ দিয়ে আৰু যিসকলে আদেশ পালন কৰিবৰ লগা হয়,

তেওঁলোকৰ পৰস্পৰৰ সম্পৰ্কৰ বিষয়ে। এই দুই জাতিৰ মাজত কি যে বহুল ব্যৱধান, পৰস্পৰৰ প্ৰতি কিমান অবিশ্বাস, কিমান বিৰাগ। কিন্তু অবিশ্বাস আৰু বিৰাগতকৈয়ো ইজনে সিজনক চিনি নোপোৱাৰ কাৰণে উভয় পক্ষই লগ লাগিব খোজোঁতে ইজনৰ প্ৰতি সিজন শঙ্কাতে কোঁচ খাই থাকে। ইজনে সিজনক কৰ্কশ প্ৰকৃতিৰ আৰু মুখ শুকুৰা বিধৰ বুলি ভাবে। কাৰো মনত এনেকুৱা ভাব নহয় যে, বাহিৰত দেখা এই আচৰণৰ সিফালে শালীনতা আৰু দয়াও আছে। দেশৰ শাসক হিচাপে, তেওঁলোকৰ হাতত অনুগ্ৰহ কৰিবৰো অপৰ্য্যাপ্ত ক্ষমতা আছে। এই কাৰণে ইংৰাজসকলৰ চাৰিও ফালে চাকৰি বিচৰা, সুবিধা বিচৰা মানুহৰ গুণ-গুণনি শুনিবলৈ পোৱা যায় আৰু এনে ধৰণৰ আমনি লগা উদাহৰণবোৰ দেখি তেওঁ-লোকে ভাৰতৰ বিষয়ে বিৰূপ মত গঠন কৰে। ভাৰতবাসীৰ চকুত ইংৰাজ হৃদয়হীন যন্ত্ৰৰ দৰে এজন শাসক—যি সদায় তেওঁলোকৰ ন্যাস্ত স্বাৰ্থ ৰক্ষাৰ কাৰণে উগ্ৰ আৰু উদ্‌গ্ৰীৱ হৈ আছে। এজন শাসক বা সৈন্যদলৰ সৈনিকৰ আচৰণৰপৰা নিজৰ মানসিক আৱেগৰ প্ৰেৰণাত কৰা ব্যক্তিগত আচৰণৰ কিমান যে পাৰ্থক্য। সৈনিকসকল শৃঙ্খলাৰ মাজত থাকোঁতে থাকোঁতে নিজৰ মানৱীয় গুণবিলাক এৰি একোটা যন্ত্ৰত পৰিণত হয় আৰু তেওঁৰ একো অনিষ্ট নকৰা নিৰীহ, নিৰ্দ্দোষী মানুহকো গুলী কৰি মাৰে। সেই কাৰণে মই ভাবিলোঁ, যি পুলিচ বিষয়াই কোনো এজন মানুহৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰিবলৈ ঘেহোঁ-নেহোঁ কৰে তেৱেঁই হয়তো তাৰ পিচদিনা নিৰ্দ্দোষী মানুহৰ ওপৰত লাঠী চলাবলৈ হুকুম দিব। তেওঁ নিজকো এটা মানুহ বুলি নেভাবে আৰু যাৰ ওপৰত লাঠীচালনা বা গুলীচালনা কৰে সেই মানুহখিনিকো মানুহ বুলি গণনা নকৰে।

কোনো মানুহে যেতিয়া সিটো পক্ষক জনতা হিচাপে জ্ঞান কৰে তেতিয়াই মানবীয় সম্বন্ধৰ এৰাঁসুতাডাল ছিগি যায়। জনতা যে পুৰুষ, তিৰোতা, ল'ৰা-ছোৱালী সকলোৰে মিলিত মূৰ্ত্তি তাক আমি পাহৰি যাওঁ। আমি পাহৰি যাওঁ, এওঁলোকৰো যে ভালপোৱা আছে, ঘিণ-বিকাঙ্খিনা আছে, দুখ-বেজাৰ আছে। এজন সধাৰণ ইংৰাজে যদি সৰলভাৱে কথা কয়, তেন্তে তেওঁ নিশ্চয় স্বীকাৰ কৰিব যে, তেওঁ কেইজনমান ভদ্ৰ ভাৰতীয় মানুহকে চিনি পায়, কিন্তু তেওঁলোক নিয়মৰ ব্যক্তিক্ৰমহে: মুঠৰ ওপৰত ভাৰতীয় মানুহবিলাক বৰ আমনি লগা ইতৰ প্ৰাণী। তেনেকৈয়ে এজন সাধাৰণ ভাৰতীয়য়ো স্বীকাৰ কৰিব যে, তেওঁৰ চিনাকি কিছুমান ইংৰাজ লোক শ্ৰদ্ধাৰ উপযুক্ত; কিন্তু সেই কেইজনৰ বাহিৰে ইংৰাজবিলাক ক্ষমতাৰে বুকু ফুলাই থকা, পাশৱিক আৰু অতিপাত নিকৃষ্ট প্ৰকৃতিৰ। কি চকুৰে যে মানুহে বেলেগ জাতিৰ মানুহক চায়, ভাবিলে অচৰিত লাগে। যিসকলৰ লগত চা-চিনাকি আছে তেওঁলোকক বাদ দি বিসকল অতি কম চিনাকি যেন পায় বা যাৰ বিষয়ে একো নেজানে তেওঁলোকক লৈহে গোটেই জাতিটোৰ গুণ-দোষ বিচাৰ কৰে।

মই হ'লে ব্যক্তিগতভাৱে এই বিষয়ত বৰ ভাগ্যবান। মই সদায়েই নিজ দেশৰ মানুহেই হওক, ইংৰাজেই হওক উভয়ৰপৰাই ভদ্ৰ ব্যৱহাৰ পাই আহিছোঁ। যিসকল পুলিচ বিষয়াই মোক ফাটেকিয়াল হিচাপে পহৰা দি এঠাইৰপৰা আন ঠাইলৈ লৈ ফুৰাইছে, তেওঁলোকে আৰু লগতে জেলৰ বিষয়াসকলেও সদায় মোৰ

লগত ভাল ব্যৱহাৰেই কৰি আহিছে। এই মানৱীয় ব্যৱহাৰত, জেল-জীৱনৰ তিক্ততা, সংঘাত আৰু দুখৰ যন্ত্ৰণা অনেকখিনি কমি গৈছে। মোৰ নিজ দেশৰ মানুহে মোৰ লগত মৰমিয়াল ব্যৱহাৰ কৰে, তাত আচৰিত হ'বলগীয়া একো নাই; কিয়নো তেওঁলোকৰ ওচৰত অলপ-অচৰপ সুখ্যাতি বা জনপ্ৰিয়তা মোৰ আছে। আন কি ইংৰাজসকলেও মোক সাধাৰণতকৈ বেলেগ মানুহ বুলিয়েই বিবেচনা কৰে। ইয়াৰ কাৰণ, মোৰ মনেৰে মই ইংলণ্ডত শিক্ষা লাভ কৰিছিলোঁ, বিশেষকৈ ইংলণ্ডৰ স্কুলৰ মই ছাত্ৰ আছিলোঁ। এই কাৰণেই, মোৰ ৰাজনৈতিক কাৰ্য্যপ্ৰণালী যিমানেই বেয়া নহওক, মোক তেওঁলোকৰ সভ্যতাৰ সাঁচতে ঢলা বুলি বিবেচনা নকৰি নোৱাৰে। মোৰ আন আন লগৰীয়াসকলৰ লগত তুলনা কৰি মাজে-সময়ে মোক আনতকৈ বেচি মৰম-সাদৰ দেখুওৱাৰ কাৰণে মই আমনি আৰু লাজো পাইছোঁ।

এইবিলাক মৰম-সাদৰ, সুবিবেচনা থাকিলেও ফাটেক ফাটেকই। তাৰ নিৰানন্দ বা-বতাহে বহুত এনেকৈ হেঁচা মাৰি ধৰে, কেতিয়াবা অসহ্যই লাগি যায়। ইয়াৰ বা-বতাহ, হিংসা, নীচতা, অৰ্দ্ধসত্য, অসত্যেৰে ভৰা। কোনোবাই খেংখেঙাইছে, কোনোবাই শাও-শপনি দিছে—এনেকুৱা। কোনোবা যদি অলপমানো অনুভূতিপ্ৰৱণ হয়, তেন্তে তেওঁ সদায় উত্তেজিত অৱস্থাতে থাকিবলগীয়া হয়। অতি সৰু সৰু ঘটনাতো মানুহ বিচলিত হৈ পৰে। চিঠিত ক'ববাৰপৰা অহা এটা বেয়া খবৰে; বাতৰি-কাকতৰ কিবা এটা কথাই খং আৰু উদ্বিগ্নতাৰত অলপ সময়লৈ অভিভূত কৰি পেলায়। বাহিৰত সদায় কামৰ মাজেদি শান্তি পোৱা যায়, বেলেগ বেলেগ আমোদৰ বস্তু বা কাম-বনে শৰীৰ আৰু মনৰ ভিতৰত সমন্বয় আৰু ভাৰসাম্য ৰক্ষা কৰে। জেলত বহিঃ প্ৰকাশৰ বাট বন্ধ। মনৰ কামনা মনতে মাৰ নিয়াব লগা হয়, তাৰ ফলত মানুহৰ মনে কেৱল এটা দিকহে দেখে আৰু তাকো বিকৃত হিচাপে দেখে। জেলত অসুখ-বিসুখ হ'লে কথা আৰু টান হৈ পৰে।

তথাপি জেলৰ নিয়ম-কানুনত মই অভ্যস্ত হৈ উঠিছিলোঁ। শাৰীৰিক পৰিশ্ৰম আৰু বহুত সময়ত কিছু মানসিক পৰিশ্ৰম কৰি শৰীৰ আৰু মন ঠিক ৰাখোঁ। বাহিৰত ব্যায়াম আৰু পৰিশ্ৰমৰ যি প্ৰয়োজনেই থাকক নেথাকক জেলত সি অতি আৱশ্যক আৰু নহ'লে শৰীৰ ভাগি পৰাৰ সম্ভাৱনা পদে পদে। মই প্ৰত্যেক কামৰ সময় ঠিক কৰি লৈছিলোঁ আৰু সেই নিয়ম মতে চলিবলৈ চেষ্টা কৰিছিলোঁ। যিমান পাৰি সাধাৰণ অভ্যাসবিলাক ৰক্ষা কৰি চলিছিলোঁ। উদাহৰণস্বৰূপে নিতৌ ডাড়ি খুৰোৱাৰ কথা উল্লেখ কৰিব পাৰোঁ (মোক চেফ্টি ৰেজৰ দিছিল)। এই ক্ষুদ্ৰ কথাটো উল্লেখ কৰাৰ কাৰণ হ'ল, বহুতে সেইটো একেবাৰেই এৰি পেলায় আৰু আন আন কথাতো বৰ ঢিলা হৈ পৰে। গোটেই দিনটো কঠিন পৰিশ্ৰমৰ পিচত গধূলি আমাৰ অতিপাত ভাগৰ লাগে আৰু বৰ আৰামেৰে আমি শুই থাকোঁ।

এনেকৈ দিনৰ পিচত দিন, সপ্তাহৰ পিচত সপ্তাহ, মাহৰ পিচত মাহ পাৰ হৈ গৈছিল। কেতিয়াবা বা মাহটো শেষেই হ'ব নোখোজে। এনেকুৱা লাগিছিল যেন সময়ৰ গতি বন্ধ হয়েই গৈছে। সময়ে সময়ে বৰ আমনি লাগি যায়—সকলোৰে ওপৰত, সকলো বস্তুৰে ওপৰত খং উঠি যায়—জেলৰ মোৰ লগৰীয়া, জেলৰ বিষয়া, কিবা কাম কৰা বা নকৰাৰ কাৰণে বাহিৰৰ মানুহ এই সকলোৰে ওপৰত আৰু বৃটিছ

সাম্রাজ্যৰ ওপৰত (ই কিন্তু স্থায়ীভাৱে), সবাতোকৈ নিজৰ ওপৰতে আমনি লাগি উঠে। মোৰ মনটো এনেকুৱা লাগি যায় যে, ফাটেকিয়াল জীৱনৰ সকলো ৰকমৰ মনোভাৱেই মোক লম্ভেহি। ভাগ্যে জানিবা এনেবোৰ মানসিক অৱস্থাৰপৰা মই সহজে মুক্তি পাওঁ।

বাহিৰৰ আত্মীয়-স্বজনৰ লগত দেখা কৰাটো ফাটেকিয়ালৰ এটা মনত ৰাখিবলগীয়া দিন। সেই দিনটোলৈ মানুহে আশাপালি থাকে, বাটচাই থাকে আৰু কেতিয়া আহিব আহিবকৈ দিন লেখি থাকে। দেখা-সাক্ষাতৰ যি উত্তেজনা সি শেষ হৈ গলে, তাৰ প্রতিক্রিয়া হিচাপে পিচত একেবাৰেই নিমাত নিটাল শূন্য শূন্য ভাব অনুভৱ কৰা যায়। কেতিয়াবা যদি দেখা-সাক্ষাতৰ সুবিধা লাভ কৰিব নোৱাৰা হওঁ,—কোনো বেয়া খবৰ বা আন কিবা কাৰণত—তেতিয়া হ'লে পিচত বৰ ব্যাকুল হৈ পৰোঁ। দেখা-সাক্ষাতৰ সময়ত জেলৰ বিষয়াসকল উপস্থিত থাকেই, কিন্তু বেৰিলীত দুই তিনিবাৰ এজন গুপ্তচৰবিভাগৰ লোক কাগজ-পেন্সিল লৈ উপস্থিত থাকে আৰু আমাৰ কথা-বতৰা ব্যগ্রভাৱে লিখি যায়। এই কথাটোত মই বৰ আমনি পাইছিলোঁ। এনেকুৱা সাক্ষাতৰ কোনো অৰ্থই নোহোৱা হৈ যায়।

তাৰ পিচত এলাহাবাদ জেলত দেখা কৰোঁতে আই আৰু ভনীজনীয়ে জেলত আৰু কৰ্তৃপক্ষৰ হাতত যি ব্যৱহাৰ পালে, তাৰপৰা এই আপুৰুগীয়া দেখা-সাক্ষাতো বন্ধ কৰিবলগীয়া হ'ল। প্রায় সাত মাহ মই কাৰো লগত দেখা কৰা নাই। এই দিনাবিলাক কিমান যে নিৰানন্দভাৱে কাটিছে! আকৌ যেতিয়া মই দেখা-সাক্ষাত কৰিবলৈ মান্তি হলোঁ মোৰ সম্বন্ধীয় লোকসকল মোক দেখা কৰিবলৈ আহিল, তেতিয়া মই আনন্দত মতলীয়া হৈ পৰিলোঁ। মোৰ ভনীৰ ল'ৰা-ছোৱালী কেইটাও আহিছিল। তাইৰ সৰু ছোৱালীজনীয়ে আগৰ অভ্যাস মতে যেতিয়া মোৰ কানত উঠিবলৈ বিচাৰিলে, তেতিয়া মনৰ আৱেগ ৰক্ষা কৰা মোৰ পক্ষে টান হৈ পৰিল। বহুদিন ধৰি লগৰীয়া পাবলৈ আশাপালি থকি পাৰিবাৰিক জীৱনৰ এই মধু পৰশত মই অভিভূত হৈ পৰিলোঁ।

দেখা-সাক্ষাত বন্ধ হোৱাৰ পিচত পোন্ধৰ দিন বাহিৰৰপৰা আৰু ফাটেকৰপৰা (মোৰ দুই ভনী তেতিয়া ফাটেকত) যি চিঠিপত্র আহে তাৰ কাৰণে মই বাট চাই থাকোঁ। নিৰ্দ্দিষ্ট দিনত নেপালে বৰ চিন্তিত হৈ পৰোঁ। আকৌ চিঠি পালেও খোলোঁ নোখোলোঁ লাগে। মানুহে যেনেকৈ আনন্দ দিব পৰা বস্তু এটা লৈ লাৰি-চাৰি ঘূৰাই-পকাই চায়, ময়ো চিঠি লৈ লাৰি-চাৰি থাকোঁ। মনত ভয়—জানোচা জেলৰ একেসুৰীয়া আৰু শান্তিপূৰ্ণ জীৱনত চিঠি লিখা আৰু পোৱা দুয়োটাই আকস্মিক উত্তেজনাৰ সৃষ্টি কৰে। ইয়াৰপৰা এনেকুৱা এটা ভাবাৱেগৰ সৃষ্টি হয় যে, তাৰ ফলত দুই এদিনলৈ মনটো ক'ৰবাত উৰি ফুৰে আৰু দৈনন্দিন কাম-কাজত মন বহুৱাবলৈ টান হৈ পৰে।

নাইনি আৰু বেৰিলী জেলত মোৰ বহুতো লগৰীয়া আছিল। দেৰাদুন জেলত প্রথমে আমি তিনিজন—গোবিন্দবল্লভ পন্থ, কাশীপুৰৰ কুনোৱাৰ আনন্দ সিং আৰু মই। কিন্তু দুমাহৰ পিচত ছমহীয়া কাৰাদণ্ড শেষ হোৱাত পন্থজীয়ে মুক্তি লাভ কৰিলে। পিচত আৰু দুজন আহি আমাৰ লগত যোগ দিলে। ১৯৩৩-ৰ

জানুৱাৰীৰ প্ৰথম ভাগত মোৰ লগৰীয়া সকলো গুচি গ'ল, মই অকলশৰীয়া হৈ ৰলোঁ। আগষ্ট মাহৰ শেষত মোৰ মুক্তি নোহোৱালৈকে প্ৰায় আঠ মাহ মই দেৰাদুন জেলত প্ৰায় অকলশৰীয়া হিচাপেই কটাইছোঁ; কেই মিনিটমানৰ কাৰণে কোনো জেল-বিষয়াৰ বাহিৰে কথা কোৱাৰ সুযোগ অতি কমেইহে পাইছোঁ। বিশেষ অনুগ্ৰহ কৰিয়েই হ'ব পায়, বাহিৰৰপৰা নতুনকৈ ফুলা-ফুল অনাৰ সুযোগ অকণ মোক দিয়া হৈছিল। আৰু কেইখনমান ফটোও মোৰ ওচৰত ৰাখিবলৈ দিছিল। তাৰ কাৰণে মই বৰ আনন্দ পাইছিলোঁ। ফুল বা ফটোগ্ৰাফ জেলৰ ভিতৰত ৰাখিবলৈ দিয়া নহয়। কেইবাৰমান বাহিৰৰপৰা পঠোৱা ফুল দিয়া নাই। ছেলৰ বস্তু-বাহানি সজাই ৰাখিবলৈ দিয়া নহয়। মোৰ মনত আছে, মোৰ ওচৰৰ ছেলটোত মোৰ এজন লগৰীয়াই তেওঁৰ প্ৰসাধনৰ আহিলা-পাতিখিনি ধুনীয়াকৈ সজাই পৰাই ৰাখিছিল কাৰণে জেল চুপাৰিণ্টেণ্ডেণ্টে আপত্তি কৰিছিল। তেওঁক কোৱা হৈছিল, তেওঁ যেন ছেলটো মনোমোহা বিলাসগৃহ কৰি নোতোলে। বিলাসৰ আহিলা-পাতি আছিল এই—এডাল দাঁত-মজা ব্ৰাছ, টুথপেষ্ট, ফাউণ্টেন পেনৰ চিয়াঁহী, এবটল মূৰত ঘঁহা তেল, ফণি, ব্ৰাছ আৰু বোধহয় দুই এটা আন আন লাম লাকটি।

জেলত মানুহে অতি সৰু সৰু বস্তুও কিমান মূল্যৱান হ'ব পাৰে তাক অনুভৱ কৰে। জেলত মানুহৰ বস্তুৰ এনেয়ে অতি কম। তাতে ইচ্ছামতে সেই-বোৰ সলাব-পজৰাব নোৱাৰি; গতিকেই সকলোৱে ইমান সামান্য বস্তু এটাকো আটোম-টোকাৰিকৈ ৰাখে, যিবিলাক বাহিৰত মানুহে ফটা কাগজৰ পাচিতহে ঠাই দিয়ে। মানুহৰ ব্যক্তিগত সম্পত্তিৰ ধাৰণা ইমান প্ৰৱল যে, সম্পত্তি বুলিবলৈ একো নেথাকিলেও সম্পত্তিৰ ধাৰণাটো নাইকিয়া নহয়।

কেতিয়াবা মাজে মাজে জীৱনৰ সুখ স্বচ্ছন্দ্যৰ কাৰণে দৈহিক আকাঙ্ক্ষা জাগি উঠে—শৰীৰৰ আয়ম-আয়াস, মনোৰম পাৰিপাৰ্শ্বিকতা, বন্ধু-বান্ধৱৰ লগ সঙ্গ, মনোহৰ কথা-বাৰ্তা, ল'ৰাছোৱালীৰ লগত খেলাধুলা বাতৰি-কাকতৰ কিবা ছবি বা মন্তব্য এইবিলাকে পুৰণি দিনৰ স্মৃতি জগাই তোলে, যৌৱনৰ চিন্তা-ভাৱনা নোহোৱা দিনবিলাক মনলৈ ঘূৰাই আনে; ঘৰলৈ উৎভতিবৰ কাৰণে মন ব্যাকুল হৈ উঠে, গোটেই দিনটো অশান্তিতে যায়।

মই সদায় অলপ অলপ সূতা কাটিছিলোঁ। অতিপাত পৰিশ্ৰমৰ পিচত তাৰ-পৰা আৰাম, আজৰি আৰু তৃপ্তি পাইছিলোঁ। অৱশ্যে মই ঘাইকৈ পঢ়া-শুনা লৈয়েই থাকোঁ। পিচে বিচাৰিলেই যে সকলো পুথি পাওঁ সি নহয়, বাধা-নিষেধ আছিল আৰু পুথিবিলাকো বাছি-বাছিহে দিছিল। যাৰ ওপৰত পৰীক্ষাৰ ভাৰ আছিল, তেওঁ সেই কামৰ বৰ যোগ্য নাছিল। স্পেঙ্গলাৰৰ "পাশ্চাত্যৰ প্ৰভাৱ হ্ৰাস" (ডিক্লাইন্ অব্ ডি ৱেস্ট্) নামৰ পুথিখন বন্ধ কৰা হ'ল, কাৰণ নমটো বিপজ্জনক আৰু বিদ্ৰোহী ধৰণৰ। কিন্তু মোৰ অভিযোগ কৰিবলগীয়া একো নাই; কিয়নো মুঠৰ ওপৰত মই বহুতো ধৰণৰ ভাল ভাল কিতাপ ৰাখিব পাৰিলোঁহেঁতেন। এই ক্ষেত্ৰতো মোৰ প্ৰতি বেচি মৰম দেখুৱা হৈছিল। কাৰণ মোৰ লগৰ বহুত লগৰীয়াই ('এ' শ্ৰেণীৰ ফাৰ্টেকিয়াল) সাময়িক ঘটনা আদিৰ বিষয়ে লিখা কিতাপ-পত্ৰ পোৱাত বৰ বাধা পাবলৈ ধৰিলে। শুনিছোঁ কাশী জেলত যোলে ৰাজনৈতিক কথা একা

বুলি বৃটিছ চৰকাৰে প্ৰকাশ কৰা বগা-কাকত (হোৱাইট পেপাৰ) খনো আন কি দিয়া নহয়। কেৱল ধৰ্ম্ম সম্বন্ধীয় পুথি আৰু উপন্যাস আদি দিবলৈ শাসকসকলে অতি সন্তোষেৰে অনুমতি দিয়ে। ধৰ্ম্মৰ প্ৰতি বৃটিছ চৰকাৰৰ ইমান বেচি অনুৰাগ যে, তেওঁলোকে নিৰপেক্ষভাৱে সকলো মাৰ্কাৰে ধৰ্ম্মক সমানে উৎসাহ দিয়ে।

ভাৰতত সকলো ধৰণৰ সাধাৰণ ব্যক্তিস্বাধীনতা সঙ্কুচিত কৰাৰ সময়ত ফাটেকিয়ালৰ অধিকাৰৰ সম্পৰ্কে আলোচনা কৰাটো পুতিবলৈকে নোহোৱাকৈ থবি দিবলৈ ওলোৱা কথা। তথাপি বিষয়টোৰ গুৰুত্ব আছে। যেতিয়া কোনো আদালতে কাৰবাক ফাটেকত দিয়ে, তাৰ এয়ে অৰ্থ হ'ব নে কি যে, তাৰ দেহৰ লগত মনকো বন্দী কৰিব লাগিব? তাৰ দেহ বন্দী হ'লেও মনে স্বাধীনতা নেপাব কিয়? ভাৰতত যিসকলৰ হাতত জেল পৰিচালনাৰ ভাৰ আছে, তেওঁলোকে এই ধৰণৰ প্ৰশ্নত নিশ্চয় ভয় খাব; কাৰণ তেওঁলোকৰ নতুন আদৰ্শ আৰু ভাব গ্ৰহণ কৰা বা ধৈৰ্য্যেৰে ভাবিব পৰা ক্ষমতা বৰ কম। 'ছেন্সাৰ' কৰা সকলো সময়তে বেয়া কথা। ই পক্ষপাতিতা আৰু মূৰ্খামি মাত্ৰ। এই কাৰণেই ভাৰতত আমি বহুতো আধুনিক কিতাপপত্ৰ, প্ৰগতিমূলক সাময়িক কাকত আৰু বাতৰি-কাকত নেপাওঁ। নিষিদ্ধ আৰু বাজেয়াপ্ত কৰা পুথিৰ তালিকা বহুত ডাঙৰ হৈ পৰিছে আৰু ইয়াৰ লগত নিতৌ নতুন নতুন নাম যোগ হ'বই লাগিছে। তাৰ উপৰিও জেলত আৰু দ্বিতীয়বাৰ ছেন্সাৰৰ ব্যৱস্থা থকাৰ কাৰণে, যিবিলাক পুথি বা সাময়িক কাকত-পত্ৰ বাহিৰত কিনি পঢ়িলে জগৰ নেলাগে, জেলত তাক পোৱাৰ উপায় নাই।

কিছুমান কমিউনিষ্ট বাতৰি-কাকত বন্ধ কৰি দিয়াৰ অলপ দিন আগতে নিউ ইয়ৰ্কৰ বিখ্যাত ছিং ছিং জেলত এই প্ৰশ্ন উঠিছিল। আমেৰিকাৰ শাসক সম্প্ৰদায়ৰ মনত কমিউনিষ্ট-বিৰোধিতা অতি প্ৰবল; তথাপি জেল-কৰ্তৃপক্ষই ঠিক কৰিলে, ফাটেকিয়ালসকলে ইচ্ছা কৰিলে কমিউনিষ্ট বাতৰি-কাকত আৰু সাময়িক কাকত-পত্ৰৰ লগত যি কোনো ছপা পুথি পাব পাৰিব। ব্যঙ্গচিত্ৰই বৰ বেচি উত্তেজনাৰ সৃষ্টি কৰে বুলি তাক জেলৰ ওৱাৰ্ডেনে নিষেধ কৰি দিছিল।

এই দেশত জেলত মনৰ স্বাধীনতাৰ প্ৰশ্ন লৈ আলোচনা কৰা বহুখিনি নিষ্ফল, কিয়নো কাৰ্য্যতঃ সৰহ ভাগ ফাটেকিয়ালকে কোনো বাতৰি-কাকত বা লিখাৰ সঁজুলি দিয়া নহয়। ই একেবাৰেই নিষিদ্ধ—তাত 'ছেন্সাৰ'ৰ প্ৰশ্নই নাই। কেৱল এ' শ্ৰেণীৰ (বঙ্গদেশৰ প্ৰথম ডিভিজনৰ) ফাটেকিয়ালক লিখাৰ সঁজুলি আদি দিয়া হয়, কিন্তু কোনো ক্ষেত্ৰতে দৈনিক বাতৰি-কাকত দিয়া নহয়। চৰকাৰে অনুমোদন কৰা দৈনিক বাতৰি-কাকতহে দিব পাৰি। 'বি' বা 'ছি' শ্ৰেণীৰ ৰাজনৈতিক বা অৰাজনৈতিক কোনো ফাটেকিয়ালেই লিখাৰ সঁজুলি পাব পাৰে বুলি ভবা নহয়। প্ৰথমতে উল্লেখ কৰা ফাটেকিয়ালসকলে বিশেষ সুবিধা হিচাপে তাক পাব পাৰে, পিচে প্ৰায়েই তেওঁলোকক সেই সুবিধা দিয়া নহয়। কিন্তু লগে লগে এইটোও মনত ৰাখিব লাগিব যে, আন আন সভ্য দেশৰ সাধাৰণ ফাটেকিয়ালে পুথি আৰু বাতৰি-কাকত সম্পৰ্কে যি সুবিধা পায়, ইয়াত বিশেষ সুবিধা পোৱা 'এ' শ্ৰেণীৰ ফাটেকিয়ালেও তাক নেপায়।

এহেজাৰৰ ভিতৰৰ বাকী ৯৯৯ জনে একেলগে দুই তিনিখন পুথি পাব

নোৱাৰে। কোনোবাই লিখাৰপৰা বা কিতাপৰপৰা কিবা টুকি লোৱাটো অতি বিপদৰ কথা। ই এটা বিলাসিতা, কোনেও যেন সেইটো নকৰে। মনৰ বিকাশৰ বিষয়ে ইচ্ছা কৰি নিৰুৎসাহ কৰাৰ এই ব্যৱস্থা অতি আচৰিত আৰু স্পষ্ট। ফাটেকিয়ালক সংস্কাৰ কৰি তাক সৎ জীৱন যাপন কৰোৱাৰ উদ্দেশ্যৰ ফালৰপৰা চালে, প্ৰথমেই তাৰ মনৰ গতি সলনি কৰাৰ ব্যৱস্থা প্ৰয়োজনীয় আৰু তাক লেখা-পঢ়া শিকোৱা আৰু কিবা জীৱিকা উপাৰ্জ্জনৰ শিক্ষা দিয়াটোও আৱশ্যকীয়। কিন্তু ভাৰতৰ জেল-কৰ্তৃপক্ষই বোধহয় এই ফালৰপৰা কথাটো নেভাবে। যুক্তপ্ৰদেশত যে এই ধৰণৰ দিহা একো নাই বুলিলেও হয়। বৰ্ত্তমান জেলখানাত ল'ৰা আৰু ডেকা-সকলক লেখা-পঢ়া শিকোৱাৰ পদ্ধতিৰ প্ৰৱৰ্ত্তন হৈছে। কিন্তু অনুপযুক্ত লোকৰ হাতত ইয়াৰ ভাৰ দিয়াৰ ফলত ই সমুলি কাৰ্য্যকৰী হোৱা নাই। কেতিয়াবা এনেকুৱা কথাও কোৱা হয় যে ফাটেকিয়ালবিলাকে লেখা-পঢ়া শিকিব নোখোজে। কিন্তু মোৰ নিজৰ অভিজ্ঞতা ইয়াৰ সম্পূৰ্ণ বিপৰীত। মই এনে বহুতকে দেখিছোঁ, যিসকলে মোৰ ওচৰলৈ আহি লেখা-পঢ়া শিকিবলৈ বৰ হেঁপাহ কৰে। আমাৰ ওচৰলৈ যিবিলাক ফাটেকিয়াল আহে, আমি তেওঁলোকক পঢ়াওঁ আৰু তেওঁলোকেও শিকিবৰ কাৰণে নিয়ম মতে পৰিশ্ৰম কৰে। বহুত সময়ত আক' মাজ-নিশা মোৰ টোপনি ভাগি গৈছে, মই দেখি আচৰিত হৈছোঁ, তেওঁলোক দুই-এজন তেতিয়াও বহি পিচ দিনাৰ কাৰণে পাঠ আওৰাইছে।

মই বহুত ধৰণৰ পুথি পঢ়ি জেলত সময় কটাওঁ আৰু সাধাৰণতে গধুৰ ভাবৰ পুথি বেচিকৈ পঢ়োঁ। লঘু উপন্যাস পঢ়িলে মনটো ঢিলা হৈ যায় বুলি মই বেচি উপন্যাস নপঢ়িছিলোঁ। মাজে মাজে বৰ বেচিকৈ পঢ়োঁতে পঢ়োঁতে ভাগৰ লাগি যায়। তেতিয়া লেখাত লাগোঁ। মোৰ ছোৱালীজনীলৈ লিখা বুৰঞ্জীমূলক চিঠিবিলাক মই জেলত দুবছৰ ধৰি লিখিছোঁ; সি মোৰ মানসিক সুস্থতা ৰক্ষা কৰাত সহায় কৰিছে। লিখিবৰ সময়ত মই অতীত বুৰঞ্জীৰ মাজত বুৰ গৈ জেলৰ কথা পাহৰিয়েই থাকোঁ।

ভ্ৰমণ-কাহিনী পঢ়ি ভাল পাইছিলোঁ। হিৱেন চাং, মাৰ্কপ'ল, ইবন বটুটা আৰু আন আন পুৰণি ভ্ৰমণ-কাহিনী স্বেন হেডিনৰ দৰে আধুনিক ভ্ৰমণকাৰী আৰু মধ্য এছিয়াৰ মৰুভূমিয়েদি তেওঁৰ ভ্ৰমণ; আৰু তিব্বতত ভ্ৰমণ কৰি ফুৰা অদ্ভুত দুঃসাহসিক ৰবাৰিকৰ ভ্ৰমণ-কাহিনী পঢ়িছোঁ। ছবি থকা পুথিও ভাল লাগিছিল, পৰ্ব্বতৰ টিং, বাৰেওটি কাল বৰফে আগুৰি থকা পৰ্ব্বত, মৰুভূমি এই-বোৰৰ ছবি। জেলত থাকোঁতে মৰুভূমি আৰু সাগৰৰ বিশালতাৰ কাৰণে মন বলিয়া হৈ উঠে। মোৰ হাতত মণ্ট ব্লেংক, আল্পছ, আৰু হিমালয়ৰ কেইখনমান ধুনীয়া ধুনীয়া ছবিৰ পুথি আছিল। যেতিয়া মোৰ ছেল আৰু বেৰেকৰ তাপ ১১৫° ডিগ্ৰীত কৈয়ো বেচি, তেতিয়া বহীৰ পাত লুটিয়াই লুটিয়াই মই বৰফে ঢকা পৰ্ব্বতৰ ওপৰলৈ চাই থাকোঁ। ভূমণ্ডলৰ মেপ দেখিও বৰ আনন্দ লাগে। যিবিলাক ঠাই দেখিছোঁ, তাৰ পুৰণি স্মৃতি আৰু সপোনবোৰ মনত ভাঁহি উঠে. আকৌ যিবোৰ ঠাই চাবলৈ হাবিয়াস আছে. কিন্তু চাব পৰা নাই, তাৰ কথাও মনলৈ আহে। পুৰণি দিনৰ সোঁৱৰণি মনলৈ আহে—সৰু অকণমান বিন্দু এটাত মহা-

নগৰী এখন, ক'লা ৰেখা একোটাত পৰ্ব্বত, নীলা বঙেৰে বোলোৱা সাগৰ—এই সুন্দৰ পৃথিৱীৰ কিমান আকৰ্ষণ, য'ত সংঘাত আৰু সংঘৰ্ষৰ মাজেদি মানুহ জাতিৰ পৰিৱৰ্ত্তন হ'ব লাগিছে, সেই কঠিন কৰ্ম্মক্ষেত্ৰত থিয় দিয়াৰ আকাঙ্ক্ষাই যেন আমাক ডিঙিত খামোচ মাৰি ধৰে। বেজাৰ মনেৰে লৰালৰিকৈ ভূচিত্ৰাৱলী বন্ধ কৰি অতি চিনাকি বেৰখনৰ ফালে চাই পঠিয়াওঁ; জেলখানাত নিতৌ চলি থকা নীৰস কাৰ্য্যৰ কথা মনত পৰি যায়।

## ফাটেকত জীৱ-জন্তু

দেৰাদুন জেলৰ সৰু অকণমান ছে'ল এটাত ছাৰে চৈধ্য মাহ কটাইছোঁ। মই তাৰ এটা অবিচ্ছেদ্য অংশত পৰিণত হৈ গৈছোঁ। ইয়াৰ একোটা এধানমান অংশও মোৰ কিমান চিনাকি! চূণ-তেল দিয়া বেৰ, অসমান মজিয়া আৰু ওপৰ চাঙৰ প্ৰতিটো দাগ আৰু খাঁজ। ঘুণে ধৰা, উঁয়ে খোৱা, কেঁচি-বাটাম—এইবোৰ সৰু-সুৰা কথা মনত আছে। বাহিৰৰ অকণমান চোতালখনত কেই কোচামান ঘাঁহ আৰু কেই টুকুৰামান শিল মোৰ পুৰণি বন্ধু আছিল। মোৰ ছে'লত মই অকলে থকা নাছিলোঁ। বৰল আৰু কোঁদো কিছুমানও বাস কৰিছিল তাত। জেঠীবিলাক দিনত কেঁচি-বাটামৰ আঁৰত লুকাই থাকি গধূলি হ'লে চিকাৰ বিচাৰি ওলাই আহে। চিন্তাধাৰা আৰু আবেগসমূহে যদি চাৰিও কাষে থকা বস্তুবিলাকৰ ওপৰত সিহঁতৰ ভগা-ছিগা টুকুৰাবোৰ এৰি থৈ যাব পাৰে, তেন্তে তাৰেই সেই ছে'লটোৰ ভিতৰৰ বতাহখিনি নিশ্চয় ভৰি আছে আৰু সেই অকণমান ঠাই-ডোখৰৰ চাৰিও ফালে অ'ত ত'ত নিশ্চয় সিহঁত লাগি আছে।

আন আন জেলত মই দেৰাদুনতকৈ বহুত ভাল ছে'লত আছোঁ। কিন্তু ইয়াত এটা বৰ বহুমূলীয়া সুবিধা পাইছিলোঁ। জেলখন অতি সৰু কাৰণে জেলৰ দেৱালৰ বাহিৰে, কিন্তু জেল কম্পাউণ্ডৰ ভিতৰতে, এটা সৰু হাজোতত আমাক ৰখা হৈছিল। তাত ইমান কম ঠাই আছিল যে, তাৰ ভিতৰত ঘূৰি-পকি ফুৰিবই পৰা নহৈছিল আৰু সেই কাৰণে পুৱা-গধূলি জেলৰ দুৱাৰমুখত ইফালে সিফালে প্ৰায় এশ ফুটমান আমাক ফুৰিবলৈ দিছিল। আমি জেল কম্পাউণ্ডৰ ভিতৰতে আছিলোঁ কিন্তু হাজোতটো জেলৰ দেৱাল'ৰ বাহিৰত হোৱাৰ কাৰণে আমি বাহিৰৰ পৰ্ব্বতমালা, পথাৰবিলাক আৰু অলপ দূৰৈত থকা আলিবাটটো দেখা পাওঁ। এই বিশেষ সুবিধাটো অকল মোৰ কাৰণেই নাছিল। দেৰাদুনত থকা 'এ' আৰু 'বি' শ্ৰেণীৰ সকলোৰেই সেই সুবিধা ভোগ কৰিছিল। কম্পাউণ্ডৰ ভিতৰত, কিন্তু জেলৰ দেৱালৰ বাহিৰতে আৰু এটা সৰু ঘৰ আছিল। তাক ইউৰোপীয় হাজোত বোলা হৈছিল। ইয়াৰ চাৰিওকাষে কোনো দেৱাল নাছিল আৰু ছে'লৰ ভিতৰৰ পৰাই বাহিৰৰ পৰ্ব্বতমালা আৰু মানুহ অহা-যোৱা কৰা দেখা গৈছিল। ইউৰোপীয় ফাটেকিয়াল আৰু ইয়াত থকা আন আন বিলাককো পুৱা-গধূলি জেলৰ সমুখত ফুৰিবলৈ দিয়া হৈছিল।

যি ফাটেকিয়ালে ওখ দেৱালৰ ভিতৰত দীঘলীয়াকৈ থাকি পাইছে তেওঁহে অনুভৱ কৰিব পাৰে বাহিৰত ফুৰা-চকা আৰু খোলা দৃশ্য দেখিবলৈ পাই মনটো যে কিমান ভাল লাগে! বাহিৰত ফুৰিবলৈ মোৰ বৰ ভাল লাগিছিল। বাৰিষা যেতিয়া নেৰা-নেপেৰা বৰষুণ হয়, তেতিয়াও মই এই সুবিধা এৰা নাই। সৰু গাঁঠিলৈকে তল যোৱা পানীতে, মই ফুৰিছোঁ। আন ঠাইত হ'লেও মোৰ এই বাহিৰত ফুৰাটো ভালেই লাগিলহেঁতেন। কিন্তু অলপ দূৰৰ ওখ পৰ্ব্বতমালাৰ মনোহৰ সৌন্দৰ্য্য দেখা পোৱাৰ আনন্দই জেল-জীৱনৰ বহুত ভাগৰ কমাই দিয়ে। যেতিয়া বহুদিন ধৰি দেখা-সাক্ষাত বন্ধ আছিল আৰু কেইমাহমান মই অকলশৰে আছিলোঁ, তেতিয়া মোৰ সদায় ভাল লগা সেই হিমালয়ৰ ফালে চাই চাই সময় কটাবলৈ পোৱাটো কম সৌভাগ্যৰ কথা নাছিল। ছেলৰ ভিতৰৰপৰা মই পৰ্ব্বত দেখিবলৈ নেপাওঁ, কিন্তু মোৰ মনত সি স্পষ্টভাৱে জাগি উঠে। হিমালয়ৰ লগত মোৰ এই ওচৰ-ওচৰ ভাবটোৱে মোক মুগ্ধ কৰি তুলিছিল।

"আকাশৰ ওপৰেদি উৰি গল বিহংগম জাক,—
আৰু এটি মেঘৰ টুকুৰা
উটি-ভাঁহি গুচি গ'ল অকলে অকলে;
সিফালেদি দূৰ দিগন্তত
সগৰ্ব্বে থিয় দি আছে
ছিং টিং পৰ্ব্বত-শিখৰ
আৰু মই বহি আছো অকলশৰীয়া।
মই, আৰু দূৰৰ পৰ্ব্বত—
—আমাৰ মাজত ক'তো
বিৰক্তিৰ লেশমানো নাই।"

মোৰ ভয় হয় লি টাই গ'ৰ লগত একেলগে মই ক'ব নোৱাৰোঁ যে পৰ্ব্বত দেখি মোৰ কেতিয়াও আমনি লগা নাই। লাগিছিল স'চা, কিন্তু খন্তেকলৈহে। সাধাৰণতে পৰ্ব্বতৰ ওচৰত থাকি মই শান্তি পাওঁ। লাখ লাখ বছৰৰ জ্ঞানৰ গভীৰতাৰে, স্থিৰ আৰু অবিৰক্তভাৱে মোলৈ চাই সি যেন মোক তাচ্ছিল্য কৰে, মোৰ চঞ্চলতা আৰু উত্তেজনাৰ কাৰণে মোক উপহাস কৰে।

দেৰাদুনৰ বসন্তকাল মনোহৰ, তলৰ সমতলতকৈ ইয়াত বসন্ত বেচি দিন থাকে। জাৰকালি সকলো গছৰ পাত সৰি যায়, সিহ'তৰ জ'কাটো ওলাই পৰে। আন কি মই আচৰিত হৈ দেখিলোঁ, জেলৰ দুৱাৰমুখত থিয় হৈ চাৰি জোপা আঁহত গছো পাত চোত নাইকিয়া হৈ গৈছে। তাৰ পিচতে বসন্তৰ বতাহে সিহ'তৰ গাত আকৌ উম লগাই দি, সিহ'তৰ অন্তৰতম কোষলৈকে সঞ্চাৰ কৰে নৱ-জীৱনৰ চেতনা। হঠাৎ আঁহত আৰু আন আন গছত যেন এটা আনন্দৰ শিহৰণ বৈ গ'ল—যেন আঁৱ-কাপোৰৰ সিফালে থকা এটা গোপন আয়োজনৰ ৰহস্যৰ ইঙ্গিত আহিবলৈ ধৰিলে। সিহ'তৰ গোটেই গাতে অকণি অকণি সেউজীয়া ৰঙে ভুমুকি মাৰিছে। আচৰিত মানিলোঁ দেখি। কিমান যে আনন্দ লাগে, কিমান যে ভাল লাগে। চাওঁতে চাওঁতে লাখ লাখ নতুন পাতেৰে দেশ শোভিত হৈ পৰিল। ৰ'দৰ তিৰুবিৰণিত

জলমলাই সিহঁতে বতাহৰ লগত ধেমালি কৰিবলৈ ধৰিলে। নিচেই অকণমান কোঁহটোৰপৰা ইমান সোনকালে পাতলৈ পৰিৱৰ্ত্তন হোৱাটো কিমান ধুনীয়া।

ইয়াৰ আগতে মই মন কৰা নাছিলোঁ আমাৰ নতুন পাতবোৰ অলপ ৰঙচুৱা, মুগা বৰণীয়া—কাশ্মীৰৰ পৰ্ব্বতত শৰৎ কালত যি বৰণ দেখা যায়, তাৰ লগত যে ধুনীয়া সাদৃশ্য। কিন্তু অলপ দিনৰ ভিতৰতে সি সেউজীয়া হৈ পৰে।

বাৰিষাৰ কাৰণে হাবিয়াস কৰাটো স্বাভাৱিক। কাৰণ বাৰিষাৰ আগমনৰ লগে লগেই জহকালিৰ তাপ কমি আহে। কিন্তু ভাল বস্তুৰো অতি মাত্ৰা হ'লে মানুহে সহিব নোৱাৰা হয়। দেৰাদুনৰ ওপৰত জলদেৱতাৰ কৃপা অতি বেচি। বাৰিষা আৰম্ভ হোৱাৰ পাঁচ-ছ'সপ্তাহৰ ভিতৰতে ৫০/৬০ ইঞ্চি বৰষুণ পৰে। সৰু অকণমান ছেলৰ ভিতৰত বন্দী হৈ বহি থাকি বা ওপৰচাঙেদি পৰা পানী আৰু খিড়কীয়েদী অহা ছিটিকনিৰপৰা ৰক্ষা পৰিবলৈ চেষ্টা কৰি বৰ ভাল নেলাগে।

শৰৎ কালো মনোহৰ। বাৰিষাৰ বাহিৰে যেতিয়া জাৰকালি গাজি-গুমৰি বৰষুণ নামি আহে, হাড় কঁপোৱা চেঁচা বতাহ বলি থাকে, তেতিয়া এটা ধুনীয়া ঘৰ আৰু অলপ উমৰ কাৰণে মনটোৱে কান্দি উঠে। কেতিয়াবা কেতিয়াবা শিল-ধুমুহা হয়, মাৰ্ব্বল গুটিতকৈয়ো ডাঙৰ ডাঙৰ শিলগুটি টিং-ঘৰৰ ওপৰত পৰি ভয়ঙ্কৰ শব্দ কৰে, শুনি এনেকুৱাহে লাগে বুলিবা সৈন্যবিলাকে আহি আহি গুৰুম গুৰুমকৈ একেৰাহে গুলীহে বৰষিছে।

এটা দিনৰ কথা মোৰ বিশেষকৈ মনত আছে। ১৯৩২ চনৰ ডিচেম্বৰ। গোটেই দিন ধৰি নেৰা-নেপেৰা বৰষুণ আৰু মেঘৰ গাজনি। অসহ্য জাৰ। শাৰীৰিক অৱস্থাৰ ফালৰপৰা জেলত এইটোৱেই মোৰ আটাইতকৈ দুখৰ দিন। কিন্তু গধূলি সময়ত হঠাৎ আকাশ মুকলি হৈ গ'ল। যেতিয়া দেখিলোঁ অলপ দূৰৰ পৰ্ব্বতমালা বগা বৰফৰ চাদৰে ধুনীয়া হৈ উঠিছে, তেতিয়া মোৰ মনৰ সকলোখিনি দুখ মুহূৰ্ত্ততে আঁতৰি গ'ল। পিচদিনা বৰ দিন। আকাশ নিৰ্ম্মল, চাৰিওফালে মনোৰম, অলপ দূৰতে বৰফে ঢকা পৰ্ব্বতৰ কি মনোহৰ শোভা!

সাধাৰণ কাম-কাজ নাছিল কাৰণে আমি প্ৰকৃতিৰ পৰ্য্যবেক্ষক হৈ উঠিলোঁ। নানা ধৰণৰ জীৱজন্তু, কীট-পতঙ্গ যিয়েই চকুত পৰে, তাকে আমি অনুসন্ধিৎসাৰ চকুৰে চাবলৈ ধৰিলোঁ। মোৰ অনুসন্ধিৎসা যিমানেই বাঢ়ি আহিল, সিমানেই লক্ষ কৰিলোঁ ছেলত আৰু বাহিৰৰ সৰু চোতালখনত কত ধৰণৰ যে কীট-পতঙ্গই বাস কৰিছে। মই অনুভৱ কৰিলোঁ, যি মোৰ কাৰণে প্ৰাণহীন শূন্যময় যেন লাগিছিল সিয়ে জীৱনত প্ৰাচুৰ্য্যেৰে ভৰপূৰ। কোনোটোৱে বুকুৰে বগায়, কোনোটো মন্থৰ গতিৰে যায়। কোনোটোৱে বা উৰিয়েই ফুৰে। ইহঁতে মোক কোনো আহুকাল নকৰাকৈ স্বচ্ছন্দে জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিছে, ময়ো ইহঁতৰ বিঘিণি জন্মাবলৈ কোনো কাৰণ বিচাৰি নেপাওঁ। কিন্তু উৰহ, মহ আৰু কিছু পৰিমাণে মাখিৰ লগত মই অবিৰাম যুদ্ধ কৰিবলগীয়া হৈছে। বৰল আৰু কোঁদো ছেলৰ মাজত জাকে জাকে থাকে—মই সহ্য কৰি থাকোঁ। কিন্তু এদিন মোৰ অলপ খং উঠিছিল, এটা বৰলে অন্যমনস্কভাৱেই হ'বলা মোক কামুৰি দিলে। মই খং কৰি সিহঁতক পুলিয়ে পোখাই উখাৰিবলৈ যত্ন কৰিলোঁ। সিহঁতেও সিহঁতৰ অস্থায়ী বাঁহবিলাক ৰক্ষা

কৰিবৰ কাৰণে সাহসেৰে যুদ্ধ দিবলৈ ধৰিলে। তাৰ মাজত কিজানি সিহঁতৰ কর্ণা আছিল। গতিকেই মই যুদ্ধ নকৰিলোঁ। ঠিক কৰিলোঁ সিহঁতে যদি মোৰ একো বিঘিণি নঘটায় তেন্তে ময়ো সিহঁতক শান্তিত থাকিবলৈ দিম। এই ঘটনাৰ পিচত এ বছৰকাল মই বৰল, কোঁদোবিলাকক চাৰিউফালে লৈ বাস কৰিছোঁ। সিহঁতে কেতিয়াও মোক আক্ৰমণ কৰা নাই। আৰু আমি পৰস্পৰে পৰস্পৰক শ্ৰদ্ধা কৰি চলি আছোঁ।

বাদুলি মই ভাল নেপাইছিলোঁ। নেপালেও সিহঁতক সহি থাকিবলগীয়া হৈছিল। গধূলিৰ আকাশত সিহঁতে নিঃশব্দে উৰে। আন্ধাৰ হৈ অহা আকাশত সিহঁতক ছাঁৰ দৰে দেখা যায়। কিযে ভয়ানক প্ৰাণী, দেখিলে মোৰ গা জমজমাই উঠে। এনেকুৱা লাগে যেন সিহঁতে মোৰ মুখতে গা ঘঁহাই উৰি গ'ল। ক'ৰবাত গাতে খুন্দা মাৰি যায় বুলি গা শিয়ঁৰি উঠে। ওপৰেদি ডাঙৰ ডাঙৰ বাদুলি উৰি যায়।

বহুত সময় একেৰাহে পৰুৱাবোৰ আৰু উঁইবোৰ চাই থাকোঁ। গধূলি যেতিয়া জেঠীবিলাকে জাঁপিয়াই জাঁপিয়াই আহাৰ ধৰে আৰু হাঁহি উঠা ভংগীত নেজ লৰাই লৰাই ইটোৰে সিটোক খেদি ফুৰে, চাই বৰ ভাল লাগে। সাধাৰণতে সিহঁত কোঁদোৰ ওচৰলৈ নেযায়। কিন্তু জেঠীয়ে বৰ সাৱধানে সমুখ ফালৰপৰা কোঁদো ধৰা মই দুবাৰ দেখিছোঁ। সিহঁতে ইচ্ছা কৰিয়েই হুলৰ ফালটো এৰাই ফুৰে নে আপোনা-আপুনিহে তেনেকুৱা হয় মই ক'ব নোৱাৰোঁ।

ইয়াৰ বাহিৰেও ওচৰৰ গছত বহুত কেৰ্কেটুৱা থাকে। সিহঁতৰ বৰ সাহ। আমাৰ ওচৰলৈকে আহে সিহঁত। লক্ষ্ণৌ জেলত মই যেতিয়া অকণো মাত-বোল নোহোৱাকৈ পঢ়ি থাকোঁ, তেতিয়া এটা কেৰ্কেটুৱা মোৰ ভৰিয়েদি বগাই আঠুৰ ওপৰত বহি চাৰিও ফালে চায়। মোৰ স'তে যেতিয়া তাৰ চকুৱে চকুৱে পৰে তেতিয়াই বুজি পায় যে মই গছ বা সি ভবা আন তেনেকুৱা বস্তু নহয়। ভয়ত সি অলপ সময়লৈ কোঁচ-মোচ খাই যায়, কিন্তু পিচ মুহূৰ্ত্ততে জাঁপিয়াই পলাই ফাট মাৰে। কেৰ্কেটুৱাৰ সৰু পোৱালি একোটা কেতিয়াবা গছৰ পৰা পৰি যায়, তাৰ মাইকীজনী আহি তাক পকাই মেৰিয়াই বল এটাৰ নিচিনা কৰি লৈ নিৰাপদ ঠাইলৈ লৈ যায়। এবাৰ মোৰ এজন বন্ধুৱে কেৰ্কেটুৱাৰ হেৰোৱা পোৱালি তিনটা বুটলি আনি পোহ-পাল দিছিল। সিহঁত ইমান সৰু যে সিহঁতক খুউৱাটোৱেই এটা সমস্যা হৈ উঠিল। সি যিকি নহওক আমি কৌশলেৰে সমস্যাৰ সমাধান কৰিলোঁ। ফাউণ্টেন্ পেনৰ চিয়াঁহী ভৰোৱা কাঁচৰ নলীডালৰ মুখত তুলা ভৰাই আমি গাখীৰ খুওৱা বটল সাজি ল'লোঁ।

কেৱল আলমোড়াৰ পৰ্ব্বতীয়া জেলৰ বাহিৰে বাকী সকলো জেলতে মই অসংখ্য পাৰ দেখিলোঁ। হেজাৰ হেজাৰ পাৰই গধূলি আকাশ ছাটি পেলায়। কেতিয়াবা জেলৰ কৰ্ম্মচাৰীবিলাকে সেইবোৰ গুলী কৰি মাৰি খায়। সকলো ঠাইতে মইনা দেখাৰ পোৱা গৈছিল। দেৰাদুন জেলত মোৰ দুৱাৰৰ ওপৰত এযোৰ মইনাই বাঁহ সাজিছিল; মই সিহঁতক খাবলৈ দিওঁ। পিচত লাহে লাহে সিহঁতে ইমান পোহ মানিলেগৈ যে পুৱা-গধূলি মই খাবলৈ দিয়া পলম হ'লেই সিহঁতে মোৰ ওচৰতে বহি

কিচ্ কিচ্ কাচ্ কাচ্ কৰি আহাৰৰ দাবী কৰে। সিহঁতৰ ভাব-ভংগী দেখি আৰু সিহঁতে অধৈৰ্য্য হৈ কৰা চিঞৰ-বাখৰ শুনি মই বৰ আনন্দ পাইছিলোঁ।

নাইনি জেলত হেজাৰ-বিজাৰ ভাটৌ আছিল আৰু আমাৰ বেৰেকৰ দেৱালৰ ফাটত বহুতো বাস কৰিছিল। ইহঁতৰ পূৰ্ব্বৰাগ আৰু প্ৰেম কৰাৰ ভাব-ভংগী অতি মনত লগা দৃশ্য!! কেতিয়াবা কেতিয়াবা মাইকী ভাটৌৰ কাৰণে দুটা মতা ভাটৌৰ মাজত তুমুল যুদ্ধ লাগে। মাইকী ভাটৌজনীয়ে শান্তভাৱে বহি যুদ্ধৰ ফলাফল লক্ষ্য কৰি থাকে আৰু বিজয়ীৰ ডিঙিত বৰণ-মালা দিবলৈ সাজু হৈ থাকে।

দেৰাদুনত বহুত ধৰণৰ চৰাই আছিল। সিহঁতৰ গান আৰু মৌ-মাতত কেয়ো দিশ মুখৰিত হৈ উঠে আৰু সবাতোকৈ বহুত ওখত কুলিৰ দীঘলীয়া মাতে সকলোকে আনন্দ দিয়ে। বাৰিষাৰ ঠিক আগতে টিপ্-টিপলি চৰাই ওলায়হি আৰু গোটেই বাৰিষাটো থাকি যায়। অলপ দিনৰ ভিতৰতে মই ইয়াৰ নামৰ (ইংৰাজীত ব্ৰেইন্ ফিভাৰ বাৰ্ড) সাৰ্থকতা বুজি পালোঁ। দিনতেই হওক, ৰাতিয়েই হওক, ৰ'দেই হওক বা নেৰা-নেপেৰা বৰষুণেই হওক এই চৰাইটোৱে একেৰহীয়া সুৰতে মাতি থাকে। বেচি ভাগ চৰাই আমি দেখিবলৈ নেপাওঁ। কেৱল সিহঁতৰ মাতটোহে শুনো, কাৰণ আমাৰ সৰু চোতালখনত একো গছেই নাছিল। কিন্তু আকাশত ওখইদি ঈগল আৰু চিলনী লয়লাস গতিৰে উৰি যায় আৰু তাকে চাই আনন্দ পাওঁ। কেতিয়াবা সিহঁত কাঁড় অহাদি তললৈ নামি আহে, আকৌ বতাহতে ভৰ দি ওপৰলৈ উৰি যায়। কেতিয়াবা বনৰীয়া হাঁহৰ দল আমাৰ মূৰৰ ওপৰেদি উৰি যায়।

বেৰিলী জেলত ভালেমান বান্দৰ আছিল। সিহঁতৰ হাঁহি উঠা ভাৱ-ভংগী চাবলগীয়া। এটা ঘটনাৰ কথা মনত আছে। এটা বান্দৰ পোৱালি কেনেবাকৈ আমাৰ বেৰেকৰ মাজত ওলালহি; কিন্তু সি দেৱাল বগাই ওপৰলৈ উঠিব পৰা নাছিল। ওৱাৰ্ডাৰ, ছাৰ্জ্জন, ফাটেকিয়াল-অভাৰছিয়াৰ আৰু ফাটেকিয়াল সকলোৱে মিলি তাক ধৰি পেলালে আৰু তাৰ ডিঙিত এডাল ৰছি লগালে। সিফালে ওখ দেৱালৰ ওপৰত বহি তাৰ মাক-বাপেকে (বোধহয়) এইবিলাক লক্ষ্য কৰি কৰি খঙত একোনাই হৈছিল। হঠাৎ সিহঁতৰ মাজৰে এটা যথেষ্ট ডাঙৰ ধৰণৰ বান্দৰ তললৈ নামি আহিল আৰু বান্দৰ পোৱালিটো আগুৰি থকা মানুহবিলাকক আক্ৰমণ কৰিলে। এইটো অতি দুঃসাহসৰ কাম; কাৰণ ইহঁত আছিল সংখ্যাতো সৰহ আৰু সিপিনে ওৱাৰ্ডাৰ আৰু ফাটেকিয়াল-অভাৰছিয়াৰেও হাতত লাঠী লৈ ঘূৰাই আছিল। পৰিণামত হ'লে দুঃসাহসৰে জয় হ'ল। মানুহবিলাকে ভয়ত লাঠী-টাঙোন এৰি পলাই-পত্ৰং। বান্দৰ পোৱালিটোৱে মুক্তি পালে।

কেতিয়াবা কেতিয়াবা আমি অবাঞ্ছনীয় জীৱ-জন্তুও দেখিছিলোঁ। আমাৰ ছেলত সদায়, বিশেষকৈ বতাহ-ধুমুহাৰ পিচত বহুত বৃশ্চিক দেখা যায়। কেতিয়াবা মোৰ শোৱা-পাটীৰ ওপৰত, কেতিয়াবা আক' কিবা কিতাপ আনিবলৈ যাওঁতে দেখোঁ -তাৰ ওপৰতে এটা বৃশ্চিক বহি আছে। এনেকৈয়ে বহুতো মই নভবা নিচিন্তা ঠাইত প্ৰায়েই বৃশ্চিক দেখা পাওঁ; কিন্তু আচৰিত কথা কেতিয়াও মোক এটায়ো কামোৰা নাই। এবাৰ এটা ক'লা, দেখিলেই বিষাক্তযেন লগা বৃশ্চিক বটলৰ মাজত ৰাখি তাক মাখি খাবলৈ দিছিলোঁ। এদিন তাক সুতাৰে বান্ধি বেৰতে বান্ধি

থৈছিলোঁ। অকমান পিচতে দেখিলোঁ সি সূতাডাল কাটি পেলাইছে। তাক মুকলি হৈ যাবলৈ দিবলৈ মোৰ সমুলি ইচ্ছা নাছিল। গতিকে মই গোটেই ছে'ল বিচাৰি পাত পাত কৰিলোঁ, কিন্তু তাক আৰু দেখা নেপালোঁ। আমাৰ ছে'লত বা তাৰ ওচৰে পাজৰে তিনি চাৰিটা সাপো দেখিলোঁ। এবাৰৰ ঘটনা, বাতৰি-কাকতত ডাঙৰ ডাঙৰ শিতানত ছপাও হৈছিল। প্ৰকৃততে এই বৈচিত্ৰ্য মোৰ ভালেই লাগিছিল। জেল-জীৱন অতি নিৰস, ইয়াৰ একেসুৰীয়া জীৱনত যেই কোনো নতুনত্ব ওলালেই ভাল লাগে। কিন্তু সেই বুলি যে মই সাপ ভাল পাওঁ, বা সাপ ওলালে মোৰ ভাল লাগে, সেইটো নহয়; কিন্তু কিছুমান মানুহে সাপ দেখিলেই যেনেকৈ ভয়ত বিহ্বল হৈ পৰে; মই তেনেকৈ নপৰোঁ। সাপে খোঁটালে অৱশ্যে মোৰ ভয় লাগে আৰু কেতিয়াবা সাপ দেখিলে নিশ্চয় আত্ম-ৰক্ষাও কৰিম; কিন্তু তাক দেখি ঘিণ বা অতিপাত ভয়ত অভিভূত হৈ নপৰোঁ। বৰং তাতকৈ কেৰেলুৰাবোৰ দেখিলে মোৰ বৰ ভয় লাগে। ঠিক ভয় নহয়, এটা আপোনা-আপুনি লগা ঘিণ। কলিকতাৰ আলিপুৰ জেলত মাজনিশা কেতিয়াবা সাৰপাই উঠি গম পালোঁ মোৰ ভৰিয়েদি কিবা এটা বগাই ফুৰিছে। টিপ চাকিটো জ্বলাই দেখো শোবা-পাটীত কেৰেলুৰা এটা। স্বাভাবিক প্ৰবৃত্তিৰ তাড়নাত একেচাৰেই শোৱা-পাটীৰপৰা জাপ মাৰি উঠিলোঁ, কথমপি ছে'লৰ বেৰত খুন্দা মৰাগৈ নাই। পেভলোভে লিখা অনৈচ্ছিক ক্ৰিয়াৰ তাৎপৰ্য্য তেতিয়াহে সম্পূৰ্ণকৈ বুজি পালোঁ।

দেৰাদুনত মই এটা নতুন জন্তু দেখিলোঁ—অৰ্থাৎ মোৰ কাৰণে নতুন। মই জেলৰ দুৱাৰমুখতে কাৰাধ্যক্ষৰ লগত কথা পাতি আছোঁ, এনেতে চকুত পৰিল বাহিৰেদি এটা মানুহে অদ্ভুত জন্তু এটা লৈ আহিছে। কাৰাধ্যক্ষই মানুহটো মাতি পঠালে। দেখিলোঁ জেঠী আৰু ঘৰিয়ালৰ মাজৰে এটা জন্তু—দুফুটমান দীঘল, তাৰ নখ আছে আৰু ছালখন খাপ খাপ বাকলি থকা। এই আপচু জন্তুটো জীয়ায়েই আছিল। সি আচৰিত ধৰণে নিজৰ গাটো মেৰিয়াই মেৰিয়াই এটা গাঁথিৰ নিচিনা কৰি পেলাইছে আৰু তাৰ গিৰিহ'তে তাৰ মাজেদি এডাল মাৰি সুমুৱাই তাক আনন্দেৰে কাঢ়িয়াই লৈ গৈছে। সি কৈছিল, সেইটো বোলে এটা "ব"। কাৰাধ্যক্ষ-জনে তেতিয়া সুধিলে সেইটোৰে সি কি কৰিব। খোলা হাঁহি এটা মাৰি সি ক'লে তাৰে ভুজ্জি (এবিধ আজ্ঞা) বান্ধিব। মানুহটো হাবিত থাকে। পিচত এফ. ডব্লিউ চেম্পিয়নৰ পুথি "দি জাংগুলে ইন ছানলাইট্ এণ্ড শেবড" পঢ়ি পালোঁ এই জন্তুটোৱেই পেংগ'লিন।*

ফাটেকিয়ালে, বিশেষকৈ দীঘলীয়াকৈ ফাটেক খটা ফাটেকিয়ালে তেওঁলোকৰ ভাব-অনুভূতিয়ে বিচৰা বস্তু নোপোৱাৰ কাৰণে মানসিক লঘোন খাটি বৰ কষ্ট পায়। বহুত সময়ত তেওঁলোকে অনুভূতিৰ হে'পাহ পূৰ কৰিবলৈ জীৱ-জন্তু পোহে। সাধাৰণ ফাটেকিয়ালে সেইটো কৰিব নোৱাৰে। কিন্তু ফাটেকিয়াল-অভাৰীছিয়াৰ-সকলৰ স্বাধীনতা অলপ বেচি আৰু জেলৰ কৰ্ম্মচাৰীয়ে সাধাৰণতে তাত আপত্তি নকৰে। আটাইতকৈ বেচিকৈ পোহা জন্তু হৈছে কেৰ্কেটুৱা আৰু আচৰিত কথা,

* ইয়াক 'বন-ৰৌ' আৰু 'কেমতাই' বুলিও জনা যায়। (অনুবাদক)

লগতে নেউলো। জেলত কুকুৰ পুহিবলৈ নিদিয়ে কিন্তু মেকুৰীক হ'লে লাই দিয়ে। এবাৰ এটা সৰু মেকুৰী পোৱালিয়ে মোৰ লগত বন্ধুত্ব কৰিলে। তাৰ গিৰিহঁতজন আছিল জেলৰ এজন কৰ্ম্মচাৰী আৰু যেতিয়া তেওঁ তাৰপৰা বদলি হ'ল লগতে তেওঁ মেকুৰীটোও লৈ গ'ল। মই তাৰ লগ এৰিব লগা হ'লোঁ। জেলত কুকুৰ ৰাখিবলৈ দিয়া নহয় যদিও, দেৰাদুনত কেনেবাকৈ মই কেইটামান কুকুৰৰ লগত থাকিব-লগীয়া হ'লোঁ। জেল-কৰ্ম্মচাৰী এজনে মাইকী কুকুৰ এজনী আনিছিল। তাৰ পিচত তেওঁ বদলি হ'ল, কিন্তু কুকুৰজনী এৰি থৈ গ'ল। বেচেৰী গৃহহীন হৈ বাটে বাটে ঘূৰি ফুৰিবলৈ ধৰিলে। পুলৰ তলত তাই শুই থাকে, ওৱাৰ্ডাৰে পেলাই দিয়া খোৱা বস্তু খায়, আৰু প্ৰায়েই লঘোনে থাকি তাই জীৱন ধাৰণ কৰি থাকে। মই ঠিক জেলৰ বাহিৰত হাজোতত আছিলোঁ কাৰণে তাই মোৰ ওচৰলৈ মাজে মাজে খোৱা বস্তু ভিক্ষা কৰিবলৈ আহিছিল। মই নিয়মিতভাৱে তাইক খোৱা বস্তু দিবলৈ ধৰিলোঁ। অলপ দিনৰ ভিতৰতে তাই পুলৰ তলতে এপাল পোৱালি জন্ম দিলে। কেইটামান পোৱালি কোনোবাই লৈ গ'ল, তিনিটা ৰ'লগৈ। মই তিনিউটাকে খুৱাওঁ; এটা পোৱালিৰ এবাৰ বৰ টান বেমাৰ হ'ল। ইয়াক লৈ এবাৰ মই বৰ বিপাঙত পৰিছিলোঁ। মই তাৰ আল-পৈচান ধৰোঁ। কেইদিনমান ৰাতি দহ বাৰমান উঠি মই তাক চাবলগীয়া হৈছিল। বেচেৰী জী উঠিল। মোৰ ইমান আল-পৈচাল ধৰা বিফলে নগ'ল দেখি মোৰো আনন্দ লাগিল।

বাহিৰতকৈ জেলৰ ভিতৰতে মই বেচি জীৱ-জন্তুৰ লগত হলি গলি কৰিছোঁ। মই সদায় কুকুৰ ভাল পাওঁ। কেইটামান কুকুৰ মোৰ আছিলো। কিন্তু কামৰ হেঁচাত সিহঁতক মই ভালকৈ চাব পৰা নাই। জেলত কুকুৰ পাই মই কৃতজ্ঞ হ'লোঁ। ভাৰতীয় মানুহে সাধাৰণতে ঘৰত জন্তু পোহাটো বৰ ভাল নেপায়। আচৰিত কথা; জীৱৰ প্ৰতি অহিংস হ'ব লাগে বুলি তেওঁলোকৰ দৰ্শনে কয়, কিন্তু তথাপি তেওঁলোক সিহঁতৰ প্ৰতি অতি উদাসীন, নিষ্ঠুৰ। গৰুৱেই সকলোৰে প্ৰিয় জন্তু। সকলোৱে তাক শ্ৰদ্ধা কৰে, বহুত হিন্দুৱে পূজাও কৰে। তাকে লৈ মৰা-মৰি কটা-কটিও হয়। তথাপি তাৰ প্ৰতি তেওঁলোকৰ মৰম নাই। পূজা আৰু দয়া প্ৰায় একেলগে দেখা পোৱা নেযায়।

বেলেগ বেলেগ দেশে তেওঁলোকৰ জাতীয় চৰিত্ৰ বা আকাঙ্ক্ষাৰ প্ৰতীক স্বৰূপে বেলেগ বেলেগ পশুপক্ষী লৈছে। আমেৰিকাৰ যুক্তৰাষ্ট্ৰ আৰু জাৰ্ম্মানীৰ ঈগল, ইংলণ্ডৰ সিংহ আৰু বুল ডগ্, ফ্ৰান্সৰ যুঁজৰ কুকুৰা, পুৰণি ৰুছিয়াৰ ভালুক—এইবিলাক ইষ্টদেৱতাৰ নিচিনা প্ৰাণীয়ে জাতীয় চৰিত্ৰ গঠনত কিমান যে সহায় কৰিছে। ইহঁত প্ৰায় সকলোৱেই আক্ৰমণশীল, হিংস্ৰ আৰু চিকাৰী প্ৰাণী। এই-বিলাক আদৰ্শ চকুৰ আগত ৰাখি যিবিলাকে সচেতনভাৱে চৰিত্ৰ গঠন কৰে, তেওঁলোক যে হিংস্ৰ স্বভাৱৰ হ'ব আৰু গৰ্জ্জন কৰি আনৰ কান্ধত জপিয়াই পৰিব, তাত আচৰিত হ'বলগীয়া একো নাই। গৰু যিসকলৰ ইষ্টদেৱতা, সেই হিন্দুসকল যে নিৰীহ আৰু অহিংস হ'ব,—তাতেই নো আচৰিত হ'বলগীয়া কিটো আছে?

## সংঘৰ্ষ

বাহিৰত সংঘৰ্ষ চলি আছে। সাহসী মুনিহ-তিৰোতাসকলে শক্তিশালী আৰু শৃঙ্খলাবদ্ধ এটা চৰকাৰৰ আদেশ শান্তিপূৰ্ণ উপায়ে অগ্ৰাহ্য কৰিবলৈ ধৰিলে। কিন্তু তেওঁলোকে জানিছিল যে এতিয়াই হওক, অদূৰ ভৱিষ্যতেই হওক, উদ্দেশ্য সিদ্ধিৰ কোনো সম্ভাৱনা নাই। নেৰানেপেৰা দমন-নীতি ক্ৰমে বেচি কঠোৰ হৈ হৈ ভাৰতত বৃটিছ শাসনৰ স্বৰূপ নিঃসন্দেহে প্ৰমাণ কৰিবলৈ ধৰিলে। ইয়াৰ মাজত কোনো লুকঢাক নোহোৱা হৈ গ'ল, এয়েই আমাৰ সন্তোষ। বেয়নেটৰ জয় হ'ল, কিন্তু এজন বিখ্যাত যুঁজাৰুৱে কৈছিল "বেয়নেটেৰে সকলো কৰিব পাৰি, তাৰ ওপৰত বহিবহে নোৱাৰি।" নিজৰ আত্মাক বিক্ৰী কৰি মানসিক বেশ্যাবৃত্তি অৱলম্বন কৰাতকৈ এনেকৈ পৰৰ শাসনৰ অধীনত কষ্ট ভুগি থকাটোৱেই আমি ভাল যেন পালোঁ। আমি জেলখানাত দৈহিকভাৱে নিৰুপায় হৈয়ো অনুভৱ কৰিছিলোঁ, বাহিৰত থকা বহুততকৈ আমি বেচি সেৱা কৰিছোঁ। আমি দুৰ্ব্বল কাৰণেই নো আত্মৰক্ষাৰ কাৰণে ভাৰতৰ ভৱিষ্যতক বিসৰ্জ্জন দিবলগীয়া হ'ল নে? মানুহৰ বল-বীৰ্য্য শক্তি-ক্ষমতাৰ সীমা আছে। বহুতৰে শৰীৰ অকামিলা হৈ গৈছে, বহুতৰে মৃত্যু হৈছে বহুতেই আঁতৰ হৈ গুচি গৈছে, কোনো কোনোৱে আক' উদ্দেশ্যৰ প্ৰতি বিশ্বাস-ঘাতকতাও কৰিছে। কিন্তু বাধা দিলেও উদ্দেশ্য স্থিৰ থাকিলে—আদৰ্শ যদি ম্লান নহয়, আত্মা যদি ভয়হীন থাকে, তেন্তে ব্যৰ্থতা আহিবই নোৱাৰে। মূলনীতি ত্যাগ কৰা, নিজৰ অধিকাৰ এৰি দিয়া আৰু অন্যায়ৰ ওচৰত ঘৃণনীয়ভাৱে বশ্যতা স্বীকাৰ কৰাই প্ৰকৃত ব্যৰ্থতা। শত্ৰুৰ আঘাতৰপৰা হোৱা ঘাতকৈ নিজে কৰি লোৱা ঘা ভাল হওঁতে বেচি সময় লাগে।

আমাৰ নিজৰ দুৰ্ব্বলতা আৰু জগতখনৰ অন্যান গতি-মতি দেখি আমি কেতিয়াবা হতাশ হৈ পৰোঁ; তথাপি আমি যিখিনি কৰিছোঁ তাৰ কাৰণে গৰ্ব্বও অনুভৱ কৰোঁ। কাৰণ আমাৰ মানুহে সুন্দৰ কাম কৰিছে আৰু এই সাহসী সৈন্য-দলৰে এজন বুলি নিজকে ভাবিব পৰাটো নিশ্চয় গৌৰবৰ কথা।

আইন-অমান্য আন্দোলনৰ সেই কেইবছৰৰ ভিতৰত দুবাৰ কংগ্ৰেছৰ মুকলি অধিবেশন বহুৱাবলৈ যত্ন কৰা হৈছিল—এখন দিল্লীত, এখন কলিকতাত। বে-আইনী প্ৰতিষ্ঠান এখন সাধাৰণভাৱে আৰু শান্তিৰে বহিব নোৱাৰে, সি দেখা কথা, আৰু মুকলি অধিবেশন পাতিবলৈ যত্ন কৰাৰ অৰ্থ হৈছে পুলিচৰ লগত সংঘৰ্ষ। দবা-চলতে পুলিচে লাঠীৰেই সভাবিলাক ভংগ কৰাই দিছিল আৰু বহুসংখ্যক মানুহ গ্ৰেপ্তাৰ কৰিছিল। এই সভাবিলাকৰ সাধাৰণ কথা এইটোৱেই আছিল যে, ভাৰতৰ সকলো অংশৰেপৰা প্ৰতিনিধি হিচাপে হেজাৰে হেজাৰে মানুহ আহি ইয়াত যোগ দিছিলহি। এই দুয়ো খনতে যুক্তপ্ৰদেশে কামৰ আগ-ভাগ লৈছিল বুলি শুনি মোৰ বৰ ভাল লাগিছিল। ১৯৩৩ চনৰ মাৰ্চ্চৰ শেষত আমেও কলিকতা অধিবেশনলৈ যাবলৈ থিৰাং কৰিলে। পিচে পণ্ডিত মালবীয় আৰু আন আনসকলৰ লগতে কলিকতালৈ আহোঁতে বাটত আছানছ'লত মোক গ্ৰেপ্তাৰ কৰি কিছুদিন জেলত ৰাখিলে। দুৰ্ব্বল আৰু নবিয়া ভুগি থকা অৱস্থাৰেই আমে যি বল-শক্তি দেখুৱালে,

তাত মই স্তম্ভিত হৈ গলোঁ। জেল তেওঁৰ কাৰণে একো কথাই নাছিল; তাতকৈয়ো বেচি পৰীক্ষাৰ তেওঁ সন্মুখীন হৈছে। তেওঁৰ পুতেক, দুজনী জীয়েক, আৰু আন আন যিসকলক তেওঁ মৰম কৰিছিল—তেওঁলোক বহুদিন জেল খটা মানুহ। তেওঁৰ নিজান ঘৰটোয়ে বাতিৰ দুঃস্বপ্নৰ দৰে তেওঁক হেঁচা মাৰি ধৰিছিল।

আন্দোলনৰ চোক কমি আহিল। ই মৃদুভাৱে চলিবলৈ ধৰিলে, বহুত দিনৰ মূৰতহে কেতিয়াবা উত্তেজনা হয়। তাৰ বাহিৰে উমঘাম প্ৰায় নাইকিয়াই হৈ আহিল। মোৰ ভাবসমূহে অন্য দেশৰ ফালে গতি কৰিলে আৰু জেলত যিমানখিনি পাৰিলোঁ, অৰ্থসঙ্কটৰ খামোচত পৰি থকা পৃথিৱীৰ অৱস্থাৰ বিষয়ে লক্ষ্য কৰিবলৈ ধৰিলোঁ। সেই বিষয়ে যিমান পুথি পালোঁ পঢ়িলোঁ, আৰু যিমানেই পঢ়িলোঁ সিমানেই মোৰ আকৰ্ষণ বাঢ়িল। জগতৰ নাট-ঘৰত যি বৃহৎ নাটৰ অভিনয় হ'ব লাগিছে, ভাৰতৰ সমস্যা আৰু সংঘৰ্ষ তাৰেই এটা অংশ মাত্ৰ। এই সংঘৰ্ষৰ মাজত মোৰ সহানুভূতি কমিউনিষ্টসকলৰ প্ৰতিয়েই ক্ৰমে বাঢ়িবলৈ ধৰিলে।

বহুদিনৰপৰাই মই সমাজতন্ত্ৰবাদ আৰু কমিউনিজমৰ প্ৰতি আকৃষ্ট হৈছিলোঁ, ৰুছিয়াৰ প্ৰতিও মোৰ অনুৰাগ আছিল। ছোভিয়েট ৰুছিয়াৰ বহুত কথাই মোৰ ভাল নেলাগে—বিপৰীত মতবাদ নিষ্ঠুৰভাৱে দমন কৰা, সৰ্ব্বসাধাৰণক সৈন্যদলত যোগ দিবলৈ বাধ্য কৰা, তেওঁলোকৰ নীতিসমূহ কামত পৰিণত কৰোঁতে অনাৱশ্যকীয়-ভাৱে বল প্ৰয়োগ কৰা (মই দেখাত) আদি। ধনতান্ত্ৰিক জগততো পীড়নমূলক দমন-নীতি আৰু হিংসানীতিৰ অভাৱ নাই; আৰু মই আগতকৈয়ো স্পষ্টকৈ বুজিবলৈ ধৰিলোঁ যে আৰ্জ্জন আৰু সঞ্চয়ৰ ভেটিত প্ৰতিষ্ঠিত আমাৰ সমাজ আৰু ব্যক্তিগত সম্পত্তিৰ মূলত হৈছে হিংসানীতি। নহ'লে ইহঁত বেচি দিন টিকিব নোৱাৰে। সকলো ঠাইতে সৰহ ভাগ মানুহেই ভোকৰ ভয়ত কম সংখ্যক মানুহৰ ইচ্ছাৰ ওচৰত আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হৈছে—তাৰ মহিমা আৰু সুবিধা বহু ধৰণে বৃদ্ধি কৰিছে, তাত অকণমান ৰাজনৈতিক সুবিধাৰ মূল্য কিমান?

দুয়ো ফালেই হিংসানীতি আছে। কিন্তু ধনতান্ত্ৰিক ব্যৱস্থাৰ লগত হিংসানীতি এৰাব নোৱাৰাকৈ সাঙোৰ খাই থাকে। ৰুছিয়াৰ হিংসানীতি যিমানেই বেয়া নহওক, তাৰ লক্ষ্য আৰু ভিত্তি শান্তি আৰু সহযোগিতা, জনসাধাৰণৰ প্ৰকৃত স্বাধীনতা। ভুল-ভ্ৰান্তি ঠায়ে ঠায়ে কৰিছে যদিও ছোভিয়েট ৰুছিয়াই অসংখ্য বাধা অতিক্ৰম কৰিছে আৰু এটা নতুন সমাজ ব্যৱস্থাৰ ফালে বেগেৰে আগবাঢ়িছে। জগতৰ বাকী অংশই যেতিয়া অৰ্থনৈতিক সঙ্কটৰ মুঠিত লৰচৰ কৰিব নোৱাৰা হৈ পৰিছে আৰু বহুত ক্ষেত্ৰত পাচ পৰি গৈছে, ছোভিয়েট দেশত আমাৰ চকুৰ আগতে এখন বৃহৎ নতুন জগত গঢ় লৈ উঠিছে। আনবিলাক দেশে যেতিয়া মৃত অতীতৰ হাতৰ মুঠিত থৰ লাগি ৰৈ আছে, আৰু অতীত যুগৰ অলাগতিয়াল কিছুমান ভগ্নাৱশেষ ৰক্ষা কৰাত তেওঁলোকৰ শক্তি ক্ষয় কৰিছে, ৰুছিয়াই তেতিয়া মহান লেনিনক অনুসৰণ কৰি ভৱিষ্যতৰ প্ৰতি লক্ষ্য ৰাখিছে, আৰু কি হ'ব লাগিব তাৰ কাৰণে হে তেওঁলোকে চিন্তা নিয়োগ কৰিছে। বিশেষকৈ ছোভিয়েট শাসনত মধ্য এছিয়াৰ পাচ পৰা অঞ্চলবিলাক যেনেকৈ আগবাঢ়ি গৈছে তাৰ কথা পঢ়ি মই মুগ্ধ হৈছোঁ। দুই ফালে চাই সেই কাৰণে

মই ৰুছিয়াৰে পক্ষপাতী। এই আন্ধাৰ আৰু বিষাদময় জগতত ৰুছিয়াৰ অস্তিত্ব উজ্জ্বল আৰু আশাপ্ৰদ।

কমিউনিষ্ট ৰাষ্ট্ৰ স্থাপন কৰাত ছোভিয়েট ৰুছিয়াৰ পৰীক্ষামূলক কাৰ্য্য-বিলাকৰ সাফল্য বা ব্যৰ্থতাৰ গুৰুত্ব বহুত বেচি হ'লেও, সি কমিউনিষ্ট মতবাদ অভ্ৰান্ত বুলি প্ৰমাণ কৰাত একো সহায় নকৰে। বলছেভিকবিলাকে ভুল কৰিব পাৰে, জাতীয় বা আন্তৰ্জাতিক কাৰণত তেওঁলোক কৃতকাৰ্য্য হ'ব পাৰে, কিন্তু তথাপি কমিউনিষ্ট মতবাদ অভ্ৰান্তই থাকিব পাৰে। এই মতবাদেই দেখুৱাই দিছে যে, ৰুছিয়াত যি ঘটিছে, অন্ধভাৱে তাৰ অনুসৰণ কৰাত কোনো যুক্তি নাই। কাৰণ এখন দেশৰ ঐতিহাসিক বিৱৰ্ত্তনৰ স্তৰ আৰু তাৰ সাময়িক বিশেষ অৱস্থাৰ ওপৰতে তাৰ প্ৰয়োগ কৌশল নিৰ্ভৰ কৰে। ইয়াৰ বাহিৰে বলছেভিকসকলৰ সাফল্য আৰু ক'ৰবাত অগত্যা নোৱাৰি কৰা ভুলৰপৰা ভাৰতবৰ্ষ আৰু আন আন দেশে যথেষ্ট শিক্ষা লাভ কৰিব পাৰে। বোধহয় চাৰিউফালে শত্ৰুৰে ঘেৰি থকা বলছেভিকসকলে বাহিৰৰ আক্ৰমণৰ আশঙ্কাত অতি বেগেৰে আগবাঢ়িবলৈ যত্ন কৰিছিল। ধীৰ গতিৰে কাম কৰা হ'লে কিজানি তেওঁলোকে গাঁও অঞ্চলৰ বহুতো দুখ-দুৰ্গতি নাশ কৰিব পাৰিলেহেঁতেন। কিন্তু হ'লেও প্ৰশ্ন উঠিব যে, পৰিৱৰ্ত্তন লাহে লাহে হ'লে আমূল পৰিৱৰ্ত্তনৰ প্ৰকৃত ফল পোৱা গ'লহেঁতেন নে নগ'লহেঁতেন? কোনো গুৰুতৰ সমস্যা সমাধানৰ কাৰণে সমাজব্যৱস্থাৰ আমূল পৰিৱৰ্ত্তন কৰিবলগা হ'লে সংস্কাৰমূলক উপায়েৰে তাক সমাধান কৰিব নোৱাৰি। পিচত উন্নতি যিমানেই লাহে লাহে নহওক লাগিলে, প্ৰথম খোজ দিওঁতেই আগৰপৰা চলি থকা ব্যৱস্থা-বিলাক ভাঙি দিবই লাগিব; কিয়নো তাৰ প্ৰয়োজন শেষ হোৱাৰ পিচতো ভৱিষ্যত উন্নতিৰ পথত সি মহাভাৰ হৈ থাকে।

ভাৰতবৰ্ষৰ মাটি আৰু কল-কাৰখানা বিষয়ৰ সমস্যাবিলাকৰ লগতে দেশৰ আন প্ৰধান প্ৰধান সমস্যাবিলাকো একমাত্ৰ বৈপ্লৱিক কাৰ্য্যপদ্ধতিৰেই সমাধান কৰিব পৰা যাব। মিঃ লয়েড্ জৰ্জ্জে তেওঁৰ "মহাযুদ্ধৰ স্মৃতি"ত ঠিকেই কৈছে যে, "দুই জাপত গাঁত পাৰ হ'বৰ যত্ন কৰাৰ সমান মূৰ্খামি আৰু নাই।"

ৰুছিয়াৰ কথা বাদ দিও মাৰ্ক্সৰ মতবাদ আৰু দৰ্শনে মোৰ মনৰ বহুত এন্ধাৰ কোণ পোহৰাই তুলিছে। বুৰঞ্জীৰ এটা নতুন তাৎপৰ্য্য মই দেখিবলৈ পালোঁ। মাৰ্ক্সীয় বিশ্লেষণ প্ৰণালীয়ে ইয়াৰ ওপৰত এটা নতুন পোহৰ পেলালে। নজনাকৈয়ে হ'লেও ঐতিহাসিক বিৱৰণ এটা নিয়ম আৰু উদ্দেশ্যৰ মাজেদিয়েই প্ৰকাশ পাইছে। অতীত আৰু বৰ্ত্তমানত যিমানেই দুখ আৰু হানি-বিঘিনি নাথাকক মাজত বিপদৰ অন্তৰায় থাকিলেও, ভৱিষ্যৎ আশাৰে উজ্জ্বল। যুক্তিহীন মতবাদৰপৰা মুক্ত আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গী থকা কাৰণেই মই মাৰ্ক্সীয় মতবাদৰ প্ৰতি আকৃষ্ট হ'লোঁ। আৰু আন আন দেশৰ চৰকাৰী কমিউনিজমৰ মাজত কিছুমান যুক্তিহীন মতবাদ থকাটো সঁচা, আৰু প্ৰায়েই অধিবাসীসকলৰ প্ৰতি অত্যাচাৰী ব্যৱস্থাও লোৱা হয়। দুখৰ বিষয় অৱশ্যে। কিন্তু ইয়াক বুজিবলৈ টান নহয়। ছোভিয়েট দেশবিলাকত যেতিয়া অতি বেগেৰে ডাঙৰ ডাঙৰ পৰিৱৰ্ত্তনবিলাক হ'বলৈ ধৰিছে, তেতিয়া যি কোনো বিৰোধিতাকে প্ৰবল হ'বলৈ দিলে তাৰ ব্যৰ্থতা অতি শোচনীয় হ'ব পাৰিলেহেঁতেন।

পৃথিৱী জুৰি হোৱা সঙ্কট আৰু মন্দা বজাৰৰপৰা মাৰ্ক্সীয় বিশ্লেষণৰ যুক্তি-পূৰ্ণতাৰে প্ৰমাণ হয়। যেতিয়া আন আন মতবাদ আৰু পন্থতিয়ে আন্ধাৰত খেপিয়াই ফুৰিছে, তেতিয়া কেৱল মাত্ৰ মাৰ্ক্সীয় মতবাদেই ইয়াক কম-বেছি সন্তোষ-জনকভাৱে ব্যাখ্যা কৰি প্ৰকৃত সমাধানৰ বাট দেখুৱাইছে।

এই বিশ্বাস যিমানেই মোৰ মনত শিপাবলৈ ধৰিলে, সিমানেই মই নতুন উত্তেজনাত চঞ্চল হৈ উঠিলোঁ। আইন-অমান্য আন্দোলনৰ অকৃতকাৰ্য্যতাৰপৰা মনটো যিমান সেমেকা হৈ গৈছিল তাৰপৰা কিছু সকাহ পালোঁ। জগতখনে জানো বাঞ্ছিত পৰিণতিৰ ফালে বেগাই আগবাঢ়ি যোৱা নাই? বাটত দুৰ্ঘোৰ বিপদ আছে—যুদ্ধ হ'ব পাৰে, খণ্ডপ্ৰলয় হ'ব পাৰে, কিন্তু তথাপি আমি গৈ আছোঁ। হাত সাৱটি বহি থকা নাই। আমাৰ জাতীয় সংঘৰ্ষ, আমাৰ দীঘলীয়া ভ্ৰমণৰ এটা বিশেষ অৱস্থা মাত্ৰ। দমন-নীতি আৰু কষ্টভোগৰো পৰিণতি ভালেই হ'ব কাৰণ ই আমাৰ জন-সাধাৰণক ভৱিষ্যত সংঘৰ্ষৰ কাৰণে সাজু কৰি দি নতুন চিন্তাধাৰাই জগতত যি আলোড়ন তুলিছে, সেই বিষয়ে তেওঁলোককো ভাবিবলৈ বাধ্য কৰিব। আমাৰ মাজৰ দুৰ্ব্বলচিতীয়া মানুহবিলাক আঁতৰি গ'লে আমিও বেছি শৃঙ্খলাবদ্ধ আৰু বেছি শক্তিশালী হ'ম। সময় আমাৰ অনুকূল।

গতিকে ৰুছিয়া, জাৰ্ম্মানী, ইংলণ্ড, আমেৰিকা, জাপান, চীন, ফ্ৰান্স, স্পেইন, ইটালি আৰু মধ্য এছিয়াত কি ঘটিব লাগিছে, সেই বিষয়ে মই অতি সাৱধানে লক্ষ্য কৰিবলৈ ধৰিলোঁ আৰু সমসাময়িক ঘটনাৰ জালৰ মেৰপাকত কি আছে, তাকো বুজিবলৈ যত্ন কৰিলোঁ। প্ৰত্যেক দেশে নিজ নিজ ভাৱে বতাহ ধুমুহাৰ মাজেদিও কেনেকৈ নাও বাই যাবলৈ গাত বল বান্ধিছে, মই কৌতূহলেৰে লক্ষ্য কৰিবলৈ ধৰিলোঁ। ৰাজনৈতিক আৰু অৰ্থনৈতিক কষ্ট দূৰ কৰা আৰু নিৰস্ত্ৰীকৰণ সমস্যাৰ সমাধান কৰা কাৰণে নানা আন্তৰ্জাতিক সন্মিলন আহ্বান কৰা হ'ল। কিন্তু সকলোৱেই ব্যৰ্থ হ'ল। এই ব্যৰ্থতাই মোক আমাৰ দেশৰ সৰু হ'লেও আহুকলীয়া সাম্প্ৰদায়িক সমস্যাৰ কথা মনত পেলাই দিলে। জগতত সৎ ইচ্ছাৰ অভাৱ নেথাকিলেও সমস্যাৰ সমাধান নহ'ল; যদিও সৰহ ভাগ মানুহৰেই বিশ্বাস যে, সমাধানৰ চেষ্টা ব্যৰ্থ হ'লে গোটেই জগত জুৰি এটা বিৰাট বিপদৰ ধুমুহা আহিব পাৰে। তথাপি ইউৰোপ আৰু আমেৰিকাৰ নমাজৰুৱা ৰাজনৈতিক নেতা-সকল একগোট হ'ব পৰা নাই। যেনেকৈয়ে নহওক, তেওঁলোকে ভুল পথেদি মীমাংসাৰ চেষ্টা কৰিছে। ইয়াৰ লগত জড়িত প্ৰকাসকলৰ শুদ্ধ পথ লোৱাৰ সাহ নাই।

পৃথিৱীৰ আহুকাল আৰু সংঘৰ্ষৰ বিষয়ে ভাবোঁতে মই নিজৰ ব্যক্তিগত আৰু জাতীয় আহুকাল কিছু দূৰ পাহৰিয়েই গৈছিলোঁ। পৃথিৱীৰ ইতিহাসৰ এই বিৰাট বিপ্লৱৰ মাজত ময়ো যে আছোঁ, এই চিন্তাত মাজে মাজে উৎফুল্ল হৈ উঠোঁ। যি বিৰাট পৰিৱৰ্ত্তন আহিব লাগিছে, কিজানিবা ময়ো জগতত মোৰ এই ঘৰৰ-এচুকত তাৰ মাজৰ সৰু-সুৰা কিবা এটা কৰিব পাৰোঁ। কেতিয়াবা আকৌ গোটেই জগতৰ সংঘাত আৰু হিংসানীতিৰ বা বতাহত মোৰ অতিপাত ভাগৰ লাগি যায়। তাতকৈয়ো বেয়া লগা কথা হৈছে, কিছুমান বুদ্ধিমান মানুহেও অধঃপতন আৰু দালৰ দেখি দেখি অজান্ত

হৈ উঠিছে আৰু তেওঁলোকৰ অন্তৰ ইমান কৰ্কশ আৰু অমানুষিকতা দেখি তেওঁলোকৰ সমূলি খণ্ডেই নুঠা হৈ গৈছে। নৈতিক বা-বতাহ চেপা মাৰি ধৰি অযথা হাই-উৰুমি আৰু সঙ্ঘবদ্ধ অশিষ্টতাই মূৰ দাঙি উঠিছে, অথচ ন্যায়পৰায়ণ মানুহে এটা মাতো নেমাতে। হিটলাৰৰ জয় আৰু তাৰ পিচত "খাঁকী" ভীতিৰ ৰাজত্ব দেখি মনত বৰ আঘাত পাইছোঁ যদিও, ই দুদিনীয়া কথা বুলি মনকে সান্ত্বনা দিলোঁ। এনেকুৱা লাগিছে, মানুহৰ সকলো চেষ্টা যেন বিফল হৈ গৈছে। অন্ধ আবেগৰ-দ্বাৰা যন্ত্ৰ চলিছে, ইয়াৰ সৰু এটা চকাৰ দাঁতে কি কৰিব পাৰে?

তথাপি কমিউনিষ্ট দৰ্শনে দিয়া জীৱনৰ ব্যাখ্যাৰ মাজত যন্ত্ৰণা আৰু আশা পালোঁ। ভাৰতত ইয়াক কেনেকৈ প্ৰয়োগ কৰা যায়? আমি এতিয়াও ৰাজনৈতিক স্বাধীনতাৰ সমস্যা সমাধান কৰিব পৰা নাই, এতিয়াও জাতীয়তাৰ ভাবেৰেই আমাৰ অন্তৰ ভৰি আছে। আমি এতিয়াই অৰ্থনৈতিক স্বাধীনতা লাভৰ কাৰণে চেষ্টা কৰিম, নে ব্যৱধান বিমানেই কম নহওক, এটাৰ পিচত এটাকৈ গ্ৰহণ কৰা ভাল হ'ব? জগতৰ তথা ভাৰতৰ ঘটনাসমূহে সামাজিক সমস্যাবিলাক সমুখলৈ ঠেলি দিছে। ৰাজনৈতিক স্বাধীনতাক কিজানি ইয়াৰপৰা বেলেগ কৰিব পৰা নহবইহে হবলা।

ভাৰতত বৃটিছ চৰকাৰৰ নীতিৰ ফলত সামাজিক প্ৰগতিবিৰোধী শ্ৰেণীবিলাকে স্বাধীনতাৰ বিৰোধী হৈ থিয় দিছে। দিবই, আৰু ময়ো ভাৰতত বেলেগ বেলেগ শ্ৰেণী আৰু দলবিলাকৰ সীমাৰেখা স্পষ্ট হৈ যোৱাটোকেহে ভাল পাওঁ। কিন্তু তাকে জানো সকলোৱে অনুভৱ কৰিছে? মই দেখাত বহুতে নকৰে। ডাঙৰ ডাঙৰ চহৰত এমুঠিমান গোড়া কমিউনিষ্ট আছে; তেওঁলোক জাতীয় আন্দোলনৰ বিৰুদ্ধবাদী আৰু চোকা সমালোচক। বিশেষকৈ বোম্বাইত আৰু অলপ-অচৰপ কলিকতাতো, সঙ্ঘবদ্ধ শ্ৰমিক আন্দোলনো কিবা ঢিলা ধৰণৰ সমাজতান্ত্ৰিক পদ্ধতিতহে চলে, কিন্তু সিয়ো থান-বান হৈ সেমেকা হৈ পৰিছে। শিক্ষিতসকলৰ মাজত, আন কি বুদ্ধিমান চৰকাৰী কৰ্ম্মচাৰীসকলৰ মাজতো জান-নেজানকৈ সমাজতান্ত্ৰিক ভাব আৰু কমিউনিজমে পোখা মেলিছে। কংগ্ৰেছৰ ডেকা-গাভৰুসকলে আগেয়ে পঢ়িছিল ব্ৰাইছৰ গণতন্ত্ৰ, কীথ আৰু মেৎছিনি, কিন্তু এতিয়া ওচৰত পালে সমাজতন্ত্ৰবাদ, কমিউনিজম্ আৰু ৰুছিয়া সম্পৰ্কীয় পুথিহে পঢ়ে। জনসাধাৰণৰ দৃষ্টি এইবিলাক নতুন ভাবৰ প্ৰতি আকৃষ্ট কৰাত মীৰাট ষড়যন্ত্ৰৰ মকৰ্দ্দমাই বহুত সহায় কৰিছে আৰু জগতৰ বৰ্ত্তমান সঙ্কটৰ ফলত তাৰ প্ৰতি মনোযোগ বেচি একাণপতীয়া হৈছে। অনুসন্ধানৰ হেঁপাহ, প্ৰশ্ন আৰু কৌতূহল আৰু বৰ্ত্তমানৰ প্ৰতিষ্ঠানবিলাকৰ ওপৰত সন্দেহ সকলো ঠাইতে দেখিবলৈ পোৱা যায়। মনৰ বতাহ কোন ফালে বৈছে বুজা গৈছে, পিচে সেই বতাহ এতিয়াও ধীৰ—অনিশ্চিত আৰু আত্মচেতনাহীন। কোনো কোনোৱে ফেছিষ্ট চিন্তাধাৰাৰ বিষয়েও ভবা-চিন্তা কৰে। স্পষ্ট আৰু নিশ্চিত মতবাদৰ এতিযাও অভাৱ। জাতীয়তাবাদেই চিন্তাজগতত আটাইতকৈ প্ৰবল ধাৰা।

যেতিয়ালৈকে কিছু ৰাজনৈতিক স্বাধীনতা পোৱা নেযায়, তেতিয়ালৈকে জাতীয়তাবাদেই অনুপ্ৰেৰণাৰ ঘাই বিষয় হৈ থাকিব যে তাত মোৰ কোনো সন্দেহ নাই। এই কাৰণে অতীত আৰু বৰ্ত্তমানত কংগ্ৰেছেই (কোনো কোনো বনুৱা সঙ্ঘৰ

বাহিৰে) ভাৰতত আটাইতকৈ প্ৰগতিশীল আৰু তুলনাত বহুত গুণে শক্তিশালী প্ৰতিষ্ঠান। যোৱা তেৰ বছৰত গান্ধীজীৰ নেতৃত্বত ই জনসাধাৰণৰ মাজত অপূৰ্ব্ব জাগৰণ তুলিছে আৰু ইয়াৰ ভিতৰত বুৰ্জোৱা মতবাদ আছে যদিও, এই বৈপ্লৱিক উদ্দেশ্য সাধনত সহায় কৰিছে। ইয়াৰ আৱশ্যকতা এতিয়াও শেষ হোৱা নাই, আৰু যিমান দিন সমাজতান্ত্ৰিক অনুপ্ৰেৰণাই জাতীয়বাদৰ ঠাই নলয়, তেতিয়ালৈকে ই থাকিব। গতিকে মতবাদ আৰু কাৰ্য্যপদ্ধতিৰ ফলাফলৰপৰা ভৱিষ্যত উন্নতি আৰু অগ্ৰগতি বহু পৰিমাণে কংগ্ৰেছৰ লগত সাঙোৰ খাই থাকিব। অৱশ্যে আন উপায়ে যে ব্যৱহাৰ কৰা নহ'ব, সি নহয়।

এইবিলাক কাৰণতে, কংগ্ৰেছ এৰাৰ অৰ্থ মোৰ মনত, জাতীয় জীৱনৰ যি প্ৰধান অভিব্যক্তি তাৰপৰা আঁতৰি থকা, যি শক্তিশালী অস্ত্ৰ আমাৰ হাতত পাইছোঁ তাৰ চোক কমোৱা আৰু বোধহয় নিষ্ফল বীৰত্ব প্ৰকাশ কৰি শক্তিৰ অপব্যয় কৰা। তথাপি বৰ্ত্তমানে কংগ্ৰেছ যি দৰে গঠিত তাৰপৰা কিবা আমূল পৰিৱৰ্ত্তনমূলক সামাজিক সিদ্ধান্ত গ্ৰহণ কৰা সম্ভৱপৰ হ'ব নে? যদি সেই ধৰণৰ কিবা প্ৰস্তাৱ ইয়াত দাঙি ধৰা হয়, তেন্তে ই দুটা বা তাতোকৈ বেছি ভাগতে ভাগ হৈ যাব, অন্ততঃ বহুতো মানুহ ইয়াৰপৰা ওলাই যাব। অৱশ্যে যদি স্পষ্ট মতবাদৰ ভেটিত কংগ্ৰেছৰ ভিতৰত কোনো সংখ্যাগৰিষ্ঠ বা সংখ্যালঘিষ্ঠ শক্তিশালী আৰু সঙ্ঘবদ্ধ দলে সমাজৰ আমূল পৰিৱৰ্ত্তন সাধন কৰিবলৈ কিবা কাৰ্য্যপদ্ধতি গ্ৰহণ কৰে সি অবাঞ্ছনীয় কেতিয়াও হ'ব নোৱাৰে।

কিন্তু বৰ্ত্তমানে কংগ্ৰেছৰ অৰ্থই হৈছে গান্ধীজী। তেওঁ নো কি কৰিব? কেতিয়াবা কেতিয়াবা মতবাদৰ ফালৰপৰা আচৰিত ধৰণে পাচ পৰা, সিফালে আকৌ আধুনিক ভাৰতত তেওঁ সকলোতকৈ শ্ৰেষ্ঠ বৈপ্লৱিক। তেওঁৰ ব্যক্তিত্ব অসাধাৰণ, সাধাৰণ মানদণ্ডেৰে তেওঁক বিচাৰ কৰিব নোৱাৰি। ন্যায় শাস্ত্ৰৰ সাধাৰণ সূত্ৰও তেওঁৰ গাত নেখাটে। কিন্তু ভিতৰি তেওঁ বৈপ্লৱিক, আৰু ভাৰতৰ স্বাধীনতা লাভ নোহোৱালৈকে তেওঁ অক্লান্ত পৰিশ্ৰম কৰিব। এই চেষ্টাত গণশক্তি বেছি সজাগ হ'ব আৰু তেওঁ নিজেও লাহে লাহে সমাজতান্ত্ৰিক লক্ষ্যৰ ফালে আগবাঢ়ি যাব বুলি মই আশা কৰোঁ।

ভাৰতীয় আৰু আন দেশীয় গোড়া কমিউনিষ্টসকলে বহু বছৰ ধৰি গান্ধীজী আৰু কংগ্ৰেছৰ প্ৰতি চোকা আক্ৰমণ চলাই আহিছে। কংগ্ৰেছৰ নেতাসকলৰ উদ্দেশ্যৰ ওপৰত সকলো ধৰণৰ হীন অভিসন্ধি তেওঁলোকে আৰোপ কৰি আহিছে। কংগ্ৰেছৰ মতবাদ সম্পৰ্কে তেওঁলোকে কৰা সমালোচনাৰ কোনো কোনো ঠাইত যোগ্যতাৰে চিনাকি পোৱা যায়। আৰু পৰৱৰ্তী ঘটনাবিলাকৰপৰা, তাত যে যুক্তি আছে, তাৰ প্ৰমাণো পোৱা গৈছে। সাধাৰণ ভাৰতীয় অৱস্থা সম্পৰ্কে প্ৰথমতে কমিউনিষ্টসকলে যি বিশ্লেষণ কৰিছিল সি আচৰিত ধৰণে সত্যত পৰিণত হৈছিল। কিন্তু যেতিয়াই তেওঁলোকে মূল-নীতি এৰি খুঁটি-নাটিলৈ যায়গৈ আৰু বিশেষকৈ যেতিয়া তেওঁ-লোকে কংগ্ৰেছৰ ভূমিকাৰ বিষয় সমালোচনা কৰে, তেতিয়াই তেওঁলোকে অবান্তৰ বকে। ভাৰতীয় কমিউনিষ্টসকলে কমিনিজমৰ বিষয়ে এটা সঠিক জ্ঞান বিস্তাৰ কৰি মানুহক সেই মতবাদলৈ যোৰধুৱাই নিবলৈ যত্ন কৰাৰ সলনি লোকক

গালি পৰাতহে বেচি মনোযোগ দিয়ে। ভাৰতত কমিউনিষ্টসকলৰ সংখ্যা বা প্ৰভাৱ কম হোৱাৰ ইয়ো এটা কাৰণ। তেওঁলোকৰ কামৰ প্ৰতিক্ৰিয়া এতিয়া তেওঁলোকৰ ওপৰতে হৈছে আৰু তাৰপৰা তেওঁলোকৰে বেচি অনিষ্ট হৈছে। তেওঁলোকৰ বহুতৰে বনুৱা অঞ্চলত কাম কৰাৰ অভ্যাস আছে। এই অঞ্চলবিলাকত দুই এটা ধ্বনি আওৰায়েই বনুৱাসকলক হাতলৈ আনিব পাৰি। কিন্তু বুদ্ধিমান মানুহৰ কাৰণে কেৱল ধ্বনিয়েই যথেষ্ট নহয় আৰু তেওঁলোকে বুজি উঠা নাই যে আজিৰ ভাৰতত মধ্যবিত্ত শ্ৰেণীৰ বুদ্ধিজীৱীসকলেই প্ৰবলতম বৈপ্লৱিক শক্তি। গোড়া কমিউনিষ্টসকল থকাতো বহুতো বুদ্ধিজীৱীয়েই কমিউনিষ্টৰ প্ৰতি আকৃষ্ট হৈছে। হ'লেও তেওঁলোকৰ মাজত যথেষ্ট ব্যৱধান আছে।

কমিউনিষ্টসকলৰ মতে কংগ্ৰেছৰ উদ্দেশ্য হ'ল ভাৰতীয় ধনিক সম্প্ৰদায় আৰু জমিদাৰসকলৰ স্বাৰ্থ পূৰণৰ কাৰণে চৰকাৰৰ ওপৰত জনসাধাৰণৰ হেঁচা দিয়া। কংগ্ৰেছৰ কাম হ'ল "খেতিয়ক, কাৰখানাৰ বনুৱা আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ ৰাজনৈতিক, অৰ্থনৈতিক অসন্তোষক বোম্বাই, আহমদাবাদ আৰু কলিকতাৰ ধনীসকলে পাচ ফালে থাকি কংগ্ৰেছৰ কাৰ্যকৰী সমিতিক গণ-আন্দোলন পৰিচালনা কৰিবলৈ আদেশ দিয়ে আৰু তাৰ পিচত যেতিয়া ই গৈ অতি বেচি বহল আৰু বিপদসঙ্কুল অৱস্থা পায়, তেতিয়া তাক প্ৰত্যাহাৰ কৰে, বা তাৰপৰা ফালৰি কাটি গুচি যায়। তাৰ উপৰি বৃটিছবিলাক গুচি যোৱাটো বোলে কংগ্ৰেছে নিবিচাৰে, কাৰণ খাবলৈ নোপাৱা জনসাধাৰণক দমন কৰা, শুহি শুহি খোৱাৰ সুবিধাৰ কাৰণে বোলে তেওঁলোকক বৃটিছক লাগে আৰু ভাৰতৰ মধ্যবিত্ত শ্ৰেণীৰ মানুহে নিজকে বোলে তাৰ কাৰণে অপাৰগ বুলি ভাবে।

কৰ্ম্মক্ষম কমিউনিষ্টসকলে যে এনেকুৱা নোহোৱা-নোপজা কথাত বিশ্বাস কৰে ই অতি আচৰিত কথা আৰু এনে ধৰণৰ বিশ্বাসৰ কাৰণেই তেওঁলোকে ভাৰতবৰ্ষত একো কৰিব পৰা নাই আৰু তাত আচৰিত হ'বলগীয়াও একো নাই। তেওঁলোকৰ আচল ভুল হ'ল—তেওঁলোকে ভাৰতৰ জাতীয় আন্দোলনক ইউৰোপীয় শ্ৰমিক আন্দোলনৰ মানদণ্ডেৰে বিচাৰ কৰে। তাত শ্ৰমিক আন্দোলনৰ প্ৰতি শ্ৰমিক নেতাসকলৰ বিশ্বাসঘাতকতাৰ উদাহৰণ দেখি দেখি ভাৰততো সেই পটন্তৰেই খাটিব বুলি ভাবে। দেখা কথা, ভাৰতৰ জাতীয় আন্দোলন বনুৱা বা সাধাৰণ মানুহৰ (প্ৰলিটেৰিয়েট) আন্দোলন নহয়। ই যে বুৰ্জোৱা আন্দোলন, নামেই তাৰ প্ৰমাণ আৰু এতিয়ালৈকে ইয়াৰ লক্ষ্য সমাজ-ব্যৱস্থাৰ পৰিৱৰ্ত্তন নহয়, ৰাজনৈতিক স্বাধীনতাহে। এই লক্ষ্য যথেষ্ট ব্যাপক নহয় বুলি সমালোচনা কৰিব পাৰি আৰু জাতীয়তাকে পুৰণি মতবাদ বুলি বেয়া বুলিবও পাৰি। কিন্তু আন্দোলনৰ মৌলিক ভিত্তি স্বীকাৰ কৰি লৈ তেওঁলোকে ভূমিব্যৱস্থা বা ধনতন্ত্ৰবাদৰ ব্যৱস্থা ওফৰাবলৈ চেষ্টা নকৰে কাৰণেই তেওঁলোকে জনসাধাৰণৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছে বুলি কোৱাটো তেনেই যুক্তিহীন কথা। তাকে কৰিছো বুলিও তেওঁলোকে কেতিয়াও দাবী কৰা নাই। কংগ্ৰেছৰ কিছুমান মানুহে (এওঁলোকৰ সংখ্যা ক্ৰমে বাঢ়ি আহিছে) ভূমিৰ ব্যৱস্থা; ধনতান্ত্ৰিক ব্যৱস্থা সলনি কৰিবলৈ বিচাৰে, কিন্তু কংগ্ৰেছৰ নামত তেনেকৈ কৰণও নোৱাৰে।

সʼচা কথা, জাতীয় আন্দোলনে বৃটিছ আৰু আন আন বিদেশী বস্তু বয়কট কৰাব কাৰণে আৰু স্বদেশীক ঠেলি আগবঢ়াই দিয়াৰ কাৰণে ভাৰতৰ ধনতান্ত্রিক শ্রেণীসমূহে (ডাঙৰ ডাঙৰ জমিদাব আৰু তালুকদাবসকলক বাদ দি) বহুত লাভ কৰিছে। সেইটো হʼবই, কাৰণ প্রত্যেক জাতীয় আন্দোলনেই কুটীৰ-শিল্পক উৎসাহ দিয়ে, বিদেশী বৰ্জ্জন প্রচাৰ কৰে। দৰাচলতে যেতিয়া আইন-অমান্য আন্দোলন চলি আছে আৰ আমি বিলাতী বৰ্জ্জন কৰিব লাগে বুলি আন্দোলন চলাইছোঁ, তেতিয়া বোম্বাইৰ কাপোৰৰ মালিক সকলোৱেই লাংকেশ্বেয়াৰৰ লগত চুক্তি কৰাৰ দুঃসাহস দেখুৱাইছিল। কংগ্রেছৰ মানত ই জাতীয় উদ্দেশ্যৰ প্রতি জঘন্য বিশ্বাস-ঘাতকতা আৰু সেই কথা স্পষ্ট কৈ দিয়াই হৈছিল। আমি যেতিয়া সৰহ ভাগেই জেলত, তেতিয়া বোম্বাইৰ কলৰ গিবিহʼতসকলৰ প্রতিনিধিয়ে ব্যৱস্থা পৰিষদৰ কংগ্রেছ আৰু চৰমপন্থীসকলক বাবে বাবে নিন্দা কৰিছিল।

যোৱা কেই বছৰত ভাৰতবৰ্ষত ধনী সম্প্রদায়ে যি কৰিছে, সি এটা কেলেঙ্কাৰী, সন্দেহ নাই। আন কি কংগ্রেছ আৰু জাতীয়তাবাদৰ চকুতো সি গৰ্হিত। অটোৱা চুক্তিৰপৰা কিছু দিনব কাৰণে কেইটামান মানুহৰ লাভ হৈছে সʼচা, কিন্তু মূঠৰ ওপৰত ইয়াৰপৰা শিল্প-বাণিজ্যৰ ক্ষতিয়েই বেচি হৈছে আৰু ইয়াক বৃটিছ মূলধন আৰু বাণিজ্যৰ পাচতে ঠাই দিয়া হৈছে। ভাৰতীয় জনসাধাৰণৰ কাৰণে অনিষ্টকৰ কথা। সংঘৰ্ষ চলি থকা সময়ত যেতিয়া হেজাৰ হেজাৰ মানুহ জেললৈ গʼল, তেতিয়াহে এই চুক্তিৰ কথা-বতৰা চলিছিল। ফলত প্রত্যেকখন ঔপনিৱেশিক ৰাষ্ট্রই ইংলণ্ডৰপৰা নিজৰ কাৰণে অতি লাভৱান সৰ্ত্তসমূহ আদায় কৰি লৈছে আৰু ভাৰতবৰ্ষই কেৱল সুবিধা পাইছিল ইংলণ্ডক দান কৰাৰ। যোৱা কেইবছৰ ধনৰ মোনা শকত কৰিবলৈ বিচাৰি ফুৰাসকলে ভাৰতবৰ্ষৰ সৰ্ব্বনাশ কৰি সোণ-ৰূপৰ অবৈধ ব্যৱসায় চলাইছে।

ডাঙৰ ডাঙৰ জমিদাব আৰু তালুকদাবসকলে ঘূৰণীয়া মেজ-মেলৰ বৈঠকত সম্পূৰ্ণৰূপে কংগ্রেছৰ বিৰুদ্ধাচৰণ কৰিছে আৰু আইন-অমান্য আন্দোলনৰ সময়ত তেওঁলোকে নিজকে প্রকাশ্যভাৱে চৰকাৰৰ পক্ষীয় বুলি ঘোষণা কৰি আমাক আক্রমণ কৰিছে। ইহʼতৰ সহায়ত বেলেগ বেলেগ প্রদেশত চৰকাৰে বহুত ধৰণৰ অধ্যাদেশ আইন-সভাবিলাকত গৃহীত কৰাই লৈছে। যুক্তপ্রদেশৰ ব্যৱস্থাপক সভাত সৰহ ভাগ জমিদাৰ সদস্যই আইন-অমান্য আন্দোলনৰ বন্দীসকলক মুক্তি দিয়া প্রস্তাৱৰ বিৰুদ্ধে ভোট দিছিল।

জনসাধাৰণৰ হেʼচাত ১৯২১ আৰু ১৯৩০-ত গান্ধীজীয়ে আক্রমণমূলক আন্দোলন কৰিবলৈ বাধ্য হৈছিল বুলি ভবাটো সম্পূৰ্ণ ভুল। অৱশ্যে জনসাধাৰণৰ মাজত আলোড়ন আছিল, কিন্তু দুয়ো বাৰতে গান্ধীজীয়েহে তাৰ গতিবেগ আনি দিয়ে। ১৯২১ চনত গান্ধীজীয়ে কংগ্রেছ প্রায় অকলেই চলাইছিল আৰু নি নি অসহযোগ আন্দোলনত নমাই দিছিলগৈ। ১৯৩০-ৰ আন্দোলনত তেওঁ যদি কেনেবাকৈ অলপো বাধা দিলেহেʼতেন, তেন্তে কোনো আক্রমণমূলক কাৰ্য্যকৰী প্রত্যক্ষ সংগ্রামেই সম্ভৱ নহলহেʼতেন।

মূৰ্খৰ দৰে কোনো খা-খবৰ নোলোৱাকৈ কিছুমান ব্যক্তিগত সমালোচনা কৰাটো

দুৰ্ভাগ্যৰ কথা; কাৰণ তেনে সমালোচনাই প্ৰকৃত সমস্যাবিলাকৰপৰা মনটো আঁতৰাই নিয়ে। গান্ধীজীৰ সৎ অভিপ্ৰায়ক আক্ৰমণ কৰাৰ অৰ্থ নিজকে আৰু নিজৰ স্বাৰ্থকে আঘাত কৰা; কাৰণ ভাৰতৰ লাখ লাখ মানুহৰ কাৰণে তেওঁ সত্যৰ প্ৰতীক, আৰু যেয়ে তেওঁক সঁচাকৈয়ে চিনি পায় সেয়ে উপলব্ধি কৰে, কি ঐকান্তিক আগ্ৰহ আৰু প্ৰবল নিষ্ঠাৰে তেওঁ সদায় ন্যায়ৰ পন্থা অৱলম্বন কৰিবলৈ যত্ন কৰি আহিছে।

ভাৰতীয় কমিউনিষ্টসকলে ডাঙৰ ডাঙৰ চহৰৰ কাৰখানাৰ বনুৱাসকলৰ মাজত ফুৰা-চকা কৰিছে। গাঁও অঞ্চলৰ বিষয়ে তেওঁলোকৰ অতি কম জ্ঞান আছে আৰু তেওঁলোকে কমেই তেওঁলোকৰ সংস্পৰ্শত আহিছে। কাৰখানাৰ বনুৱাসকলৰ এটা গুৰুত্ব আছে, আগলৈ সি আৰু বাঢ়িব। কিন্তু তেওঁলোকৰ স্থান খেতিয়কসকলৰ পাচতহে; কাৰণ ভাৰতৰ প্ৰধান সমস্যাই হ'ল খেতিয়কৰ সমস্যা। সিপিনে কংগ্ৰেছ-কৰ্ম্মীসকলে গাঁও অঞ্চলতে বিয়পি আছে আৰু স্বাভাৱিকভাৱেই কংগ্ৰেছ এটা বৃহৎ কৃষক প্ৰতিষ্ঠানত পৰিণত হ'ব। বৰ্ত্তমানৰ উদ্দেশ্যৰ সিদ্ধি হ'লেই খেতিয়কসকল সাধাৰণতে আৰু বৈপ্লৱিক হৈ নেথাকে আৰু আগলৈ কেতিয়াবা ভাৰততো নগৰ বনাম গাঁও, কাৰখানাৰ-বনুৱা বনাম খেতিয়ক সমস্যাই দেখা দিব।

বহুতো কংগ্ৰেছ-নেতা আৰু কৰ্ম্মীকে ঘনিষ্ঠভাৱে লগ-ভাগ পোৱাৰ মোৰ সুযোগ হৈছে আৰু ইয়াতকৈ বেচি ভাল মানুহৰ সংগ লাভ কৰাৰ কাৰণে মোৰ মনত কোনো আকাঙ্ক্ষা নাই। তথাপি এওঁলোকৰ লগত বহুতো মূল বিষয়ত মোৰ মত মিলা নাই। যি মোৰ কাৰণে দেখ্ দেখ্ কথা, তাকো এওঁলোকে বুজিব বা অনুভৱ কৰিব নোৱাৰা দেখি মোৰ বৰ দুখ লাগিছে। ই বুদ্ধিৰ অভাৱৰ কাৰণে নহয়। আমি যে বেলেগ বেলেগ মতবাদ অনুসৰণ কৰিছোঁ তাৰ কাৰণেহে। এই সীমাৰেখা হঠাৎ অতিক্ৰম কৰা বৰ টান। প্ৰত্যেকে নিজে গঠন কৰি লোৱা দাৰ্শনিক ভেটি বেলেগ আৰু তাৰ মাজত আমি নিজে নজনাকৈ আগবাঢ়ি গৈ থাকোঁ। আনক দোষ দি লাভ নাই। জীৱন আৰু তাৰ সমস্যাবিলাকক সাম্ৰাজ্যবাদে এটা বিশেষ মনস্তাত্ত্বিক দৃষ্টিভংগীৰে চায়। ই অকল ন্যায় শাস্ত্ৰৰ চাৰি সীমাৰ ভিতৰতে আৱদ্ধ নেথাকে। তেনেকৈ আকৌ বংশ-পৰম্পৰা লালন-পালন, অতীতৰ অদৃষ্ট প্ৰভাৱ আৰু আমাৰ বৰ্ত্তমান পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত ভিত্তি কৰি আনবিলাক দৃষ্টিভংগীয়ে গঢ় লৈছে। মাত্ৰ জীৱনৰ তিতা অভিজ্ঞতাই আমাক নতুন নতুন বাটেদি চলাই লৈ যায় আৰু বেচি কঠোৰ অভিজ্ঞতাৰ মাজেদি বেলেগ চিন্তাধাৰাত পেলাই দিয়ে। আমি বোধহয় এই বিৱৰ্ত্তনক অলপ সহায় কৰি দিব পাৰোঁ। আৰু বোধহয় "নিয়তিৰ-পৰা আঁতৰি ফুৰিবলৈ মানুহে যি পথ বাছি লয়, নিয়তি সেই পথেদিয়েই তাৰ আগত ওলায়হি।"

## ধৰ্ম্ম কি ?

১৯৩২ চনৰ ছেপ্টেম্বৰ মাহৰ মাজ-ভাগত হোৱা এটা বজ্ৰাঘাতত আমাৰ শান্তিপূৰ্ণ একেসুৰীয়া জেল-জীৱনৰ খেলিমেলি লাগি গ'ল। মিঃ ৰামজে মেকডোনাল্ডে দিয়া সাম্প্ৰদায়িক ভাগ-বাটোৱাৰাত অনুন্নত সম্প্ৰদায়ক দিয়া সুকীয়া

নিৰ্ব্বাচন পন্ধতিৰ প্ৰতিবাদত গান্ধীজীয়ে "আমৰণ লঘোন" ব্ৰত ধৰাৰ বাতৰি আহিল। মানুহক উচপ খুৱাই দিয়াৰ কি যে অদ্ভুত ক্ষমতা তেওঁৰ। হঠাৎ বহুত চিন্তাই আহি মোক আগুৰি ধৰিলে। মনৰ মাজত নানা সম্ভাৱনা আৰু আশংকা ভাঁহি উঠিল। মনৰ স্থিৰতা তেনেই হেৰুৱাই পেলালোঁ। আন্ধাৰৰ মাজত কোনো পোহৰ নেদেখাকৈ মই ছ দিন কটালোঁ। গান্ধীজীৰ কাৰ্য্য-পৰিণতি সম্পৰ্কে চিন্তা কৰি মনটো সেমেকি গ'ল। ব্যক্তিগত আকৰ্ষণো আছিল প্ৰৱল আৰু হয়তো তেওঁৰ লগত আকৌ দেখা নহ'বও পাৰে বুলি মোৰ বৰ বেজাৰ লাগিল। ইংলণ্ডলৈ যাত্ৰা কৰোতে জাহাজৰ ওপৰত তেওঁক শেষবাৰ দেখা আজি এবছৰ হ'ল। সেয়ে তেনেহলে একেবাৰেই শেষ দেখাত পৰিণত হ'ব নে কি?

নিৰ্ব্বাচনৰ দৰে সৰু এটা বিষয় লৈ তেওঁ চৰম আত্মোৎসৰ্গ কৰিবলৈ ওলোৱা দেখি তেওঁৰ ওপৰত মোৰ অলপ বিৰক্তিও আহিল। আমাৰ স্বাধীনতা আন্দোলনৰ পৰিণাম কি হ'ব? অন্ততঃ কিছু দিনৰ কাৰণে হ'লেও ডাঙৰ ডাঙৰ সমস্যাবিলাক তল পৰি নেযাব নে? যদি তেওঁৰ সমুখৰ উদ্দেশ্য সফল হয়, যদি অনুন্নত শ্ৰেণী-বিলাকৰ যুক্ত নিৰ্ব্বাচনৰ অধিকাৰ মানি লোৱা হয়, তেন্তে তাৰ ফলত, বহুতেই কিছু লাভ হ'ল বুলি বহি যাবৰ আশংকা নাইনে? তেওঁৰ এই কামৰ ফলত জানো সাম্প্ৰদায়িক ভাগ বাটোৱাৰা আৰু চৰকাৰৰ পৰিকল্পিত শাসনতন্ত্ৰ মানি লোৱা নহ'ব: ইয়াৰ লগত অসহযোগ আৰু আইন-অমান্য আন্দোলনৰ কি সম্বন্ধ আছে? ইমান-খিনি ত্যাগ স্বীকাৰ কৰি ইমান সাহসিক প্ৰচেষ্টাৰ পিচত আমাৰ আন্দোলন এতিয়া গৈ থৈ এটা তুচ্ছ সামান্য কথাতে শেষ হ'বগৈ নে?

ৰাজনৈতিক প্ৰশ্ন এটাক ভাবপ্ৰৱণতাৰে সমাধান কৰিবলৈ যোৱা আৰু সেই সম্পৰ্কত প্ৰায়ে ভগৱানৰ নাম লোৱাটোত মোৰ বৰ খং উঠিল। তেওঁ আন কি ইয়াকো ক'ব খোজে যে লঘোন আৰম্ভ দিন পৰ্য্যন্তও বোলে ভগৱানেই ঠিক কৰি দিছে। কি ভয়ংকৰ দৃষ্টান্ত এটা যে তেওঁ মানুহৰ আগত দাঙি ধৰিব খুজিছে।

বাপুৰ যদি মৃত্যু হয়! ভাৰতবৰ্ষৰ ৰূপ তেতিয়া কি ধৰণৰ হ'ব? ভাৰতৰ ৰাজনীতিৰ ধাৰাই বা হ'ব কি ধৰণৰ? এই চিন্তাত মোৰ অন্তৰ নিৰাশাৰে ভৰি পৰিল।

যি এইদৰে তল-ওপৰখন লগাই পেলালে, তেওঁৰ কাৰণে মৰমো লাগিল, খঙো উঠিল, হতাশো হৈ পৰিলোঁ আৰু ভাবি ভাবি একো পাৰ নেপালোঁ; মগজটো খেলিমেলি লাগি পৰিল। কি কৰিব লাগে তাকো ক'ব নোৱাৰা হৈ গ'লো। সকলোকে খং কৰা হ'লোঁ, সকলোৰে ওপৰত আমনি পোৱা হ'লোঁ, বিশেষকৈ নিজৰ ওপৰত।

তাৰ পিচত মোৰ এটা আচৰিত ঘটনা হ'ল। ভাবাৱেগ লৈ একেবাৰেই চৰম অৱস্থা পোৱাৰ পিচত মনটো কিন্তু শান্ত হ'ল। মই দেখিলোঁ ভৱিষ্যৎ সিমান আন্ধাৰ নহয়। বিপদৰ মুহূৰ্ত্তত নিৰ্ভুলভাৱে কাম কৰাৰ ক্ষমতা বাপুৰ আছে। যদিও মোৰ দৃষ্টিকোণৰপৰা যুক্তিপূৰ্ণ বুলি কোৱাটো অসম্ভৱ, তথাপি তেওঁৰ কাৰ্য্যৰপৰা এনে ফল হ'বগৈ পাৰে যি সেই নিৰ্দ্দিষ্ট ঠেক সীমাৰ মাজত আৱদ্ধ নেথাকি আমাৰ জাতীয় আন্দোলনৰ বহল ক্ষেত্ৰতো মূল্যৱান হৈ পৰিব। বাপুৰ মৃত্যু হলেও, জাতীয় আন্দোলন চলিয়েই থাকিব। গতিবেগ যিয়েই নহওক, সাজু থাকিবই লাগিব।

গান্ধীজীৰ মৃত্যু হ'লেও অচল-অটল হৈ থাকিম বুলি মন স্থিৰ কৰি মই শান্ত হ'লো আৰু অৱস্থাৰ সন্মুখীন হ'বলৈ সাজু হ'লোঁ।

তাৰ পিচত গোটেই দেশতে তল-ওপৰ লগাৰ বতৰা আহিল। গোটেই হিন্দু সমাজ যেন যাদু-মন্ত্ৰত জাগি উঠিল। মনত ভাব হ'ল যেন অস্পৃশ্যতাৰ অন্তিম কাল উপস্থিত। মই ভাবিবলৈ ধৰিলোঁ--যাৰৱেডা জেলৰ সেই ক্ষীণ মানুহটি কি আচৰিত যাদুকৰ। কি নিপুণভাৱে বছীডাল টানি তেওঁ মানুহৰ অন্তৰ অভিভূত কৰিব জানে।

তেওঁৰপৰা এখন টেলিগ্ৰাম পালোঁ। মোৰ ফাটেক হোৱাৰ পিচত তেওঁৰপৰা এই প্ৰথম খবৰ আহিল। টেলিগ্ৰামত তেওঁ লিখিছে—

"এই কেইদিন মানসিক যন্ত্ৰণাৰ ভিতৰতো তুমি মোৰ মানস চকুৰ আগত আছা। তোমাৰ মতামত জানিবলৈ বৰ ব্যগ্ৰ হৈ আছোঁ। তোমাৰ মতামতত মই কিমান মূল্য দিওঁ তুমি জনাই। ইন্দু (আৰু) স্বৰূপৰ ল'ৰা--ছোৱালী কেইটাক লগ পাইছোঁ। ইন্দু সুখেই থকা যেন পাইছোঁ। তাইৰ গাত মঙহো ধৰিছে। ভালে আছোঁ। টেলিগ্ৰামেৰে উত্তৰ জনাবা। মৰম (লবা)।"

অসাধাৰণ স'চাকৈয়ে! কিন্তু এয়ে তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য। লঘোনৰ কষ্ট আৰু আন বহু কামৰ মাজতো তেওঁ মোৰ ছোৱালীজনী আৰু ভাগিন-ভাগিনী কেইটিৰ লগত দেখা হোৱাৰ কথা উল্লেখ কৰিছে, আন কি ইন্দিৰাৰ গাত যে অলপ মঙহ ধৰিছে তাকো উনুকিয়াবলৈ পাহৰা নাই। (মোৰ ভনীও তেতিয়া জেলত, এই ল'ৰা-ছোৱালী কেইটিয়ে তেতিয়া পুনাৰ স্কুলত পঢ়ে) জীৱনৰ সৰু-সুৰা ঘটনা-বিলাকো তেওঁ নেপাহৰে। কিমান ভাল লাগে!

নিৰ্ব্বাচন প্ৰথা সম্পৰ্কে হোৱা আলোচনাৰ সম্পৰ্কে মীমাংসা হৈ গৈছে বুলিও খবৰ আহিল। জেলৰ ছুপাৰিণ্টেণ্ডেণ্টে মোক গান্ধীজীৰ টেলিগ্ৰামৰ উত্তৰ দিবলৈ অনুমতি দি সৌজন্য প্ৰকাশ কৰিলে। এই টেলিগ্ৰামখন পঠালোঁ—

"আপোনাৰ টেলিগ্ৰাম পাই আৰু আপোচ-মীমাংসা হৈছে বুলি মুঠতে জানি সকাহ আৰু বৰং পাইছোঁ। আপোনাৰ স'জোত ধৰাৰ সঙ্কল্পৰ কথা শুনি মৰ্ম্মাহত হৈছিলোঁ, মনটো খেলি-মেলি লাগি গৈছিল। কিন্তু অৱশেষত আশাই জয়ী হ'ল। আকৌ শান্তি ঘূৰাই পালোঁ। নিষ্পেষিত পদদলিত জাতিৰ পক্ষে কোনো ত্যাগেই ডাঙৰ নহয়। আটাইতকৈ নিম্নতম জনে স্বাধীনতা পাইছে নে নাই সেইটো চাইহে স্বাধীনতা জুখি চাব লাগিব; কিন্তু আন সমস্যাই আহি ক'ৰবাত আমাৰ একমাত্ৰ লক্ষ্যক অস্পষ্ট কৰি তোলে বুলি ভয় খাইছোঁ। ধৰ্ম্মৰ দৃষ্টিভঙ্গীৰপৰা দেখোন মই বিচাৰ কৰিব নোৱাৰোঁ। আপুনি দেখুৱা পথৰ সুবিধা আনে লয় বুলিও ভয় লাগে। কিন্তু যাদুকৰক আৰু কি উপদেশ দিম? শ্ৰদ্ধা (গ্ৰহণ কৰিব)"।

পুনাত বহুত মানুহ একেলগ হৈ এখন 'চুক্তি-পত্ৰত' চহী কৰিলে। বৃটিছ প্ৰধানমন্ত্ৰীয়ে অস্বাভাৱিকভাৱে সোনকালে তাক মানি ল'লে আৰু সেই অনুসাৰী তেওঁৰ ভাগ বাটোৱাৰাত কিছু সাল-সলনি কৰিলে। লঘোন ভাগিল। এই ধৰণৰ

চুক্তি আৰু আপোচ মই সমূলি ভাল নেপাওঁ, কিন্তু চুক্তিব বিষয় যিয়ে নহওক, চুক্তিটো হলে মই আদৰেৰে গ্ৰহণ কৰিলোঁ।

উত্তেজনা গ'ল, আমি আকৌ জেলৰ দৈনন্দিন কাম-কাজত লাগি গ'লোঁ। হৰিজন আন্দোলন আৰু গান্ধীজীৰ কাম-কাজৰ খবৰ আহিল। কথাটো মোৰ বৰ ভাল নেলাগিল। দুৰ্ভগীয়া নিৰ্য্যাতিত শ্ৰেণীৰ উন্নতি সাধন আৰু অস্পৃশ্যতা বৰ্জ্জন আন্দোলনত অপূৰ্ব্ব শক্তি সঞ্চাৰিত হ'ল, সন্দেহ নাই—কিন্তু ই চুক্তিৰ ফল নহয়, দেশজোৰা উৎসাহৰ ফল। ইয়াক সাদৰেৰে গ্ৰহণ কৰাই উচিত। কিন্তু আইন-অমান্য আন্দোলনৰ যে অনিষ্ট হ'ল, সিও ঠিক। দেশৰ মনোযোগ আনফালে গুচি গ'ল আৰু বহুতো কংগ্ৰেছ-কৰ্ম্মীয়ে হৰিজন আন্দোলনত যোগ দিলে। বোধহয়, এইবিলাক মানুহে নিৰাপদে কাম কৰিবৰ কাৰণে ছল বিচাৰি ফুৰিছিল, যাতে ফাটেকবপৰা বা তাতোকৈ বেয়া শাস্তি বেতৰ কোব খোৱা আৰু সম্পত্তি বাজেয়াপ্ত হোৱাৰ ভয় নেথাকে। স্বাভাৱিক কথা। হেজাৰ হেজাৰ কৰ্ম্মী প্ৰত্যেকেই সদায় অতিপাত দুখ-কষ্ট ভোগ কৰিবলৈ আৰু মাটি-ভেটি উচ্ছন্ন যোৱাবলৈ সাজু থাকিব, এইটো আশা কৰা ভুল। তথাপি আমাৰ এই বিৰাট আইন-অমান্য আন্দোলন ক্ৰমে নিশকতীয়া হৈ অহা দেখি মনটো বৰ বেয়া লাগে। সি যি কি নহওক, আন্দোলন চলিবলৈ ধৰিলে আৰু মাজে মাজে ১৯৩৩-ৰ মাৰ্চ্চ-এপ্ৰিলৰ কলিকতা কংগ্ৰেছৰ নিচিনা প্ৰদৰ্শনমূলক আন্দোলনো হ'ল। গান্ধীজী তেতিয়া যাৰৱেডা জেলত। তেওঁক হৰিজন আন্দোলন সম্পৰ্কে নিৰ্দ্দেশ দিবলৈ আৰু মানুহৰ লগত দেখা-সাক্ষাত কৰিবলৈ সুযোগ সুবিধা দিয়া হৈছিল। যি হওক তেওঁ জেলত থকাৰ কাৰণে হোৱা দেশৰ বেজাৰ বহুতখিনি ইয়াৰ কাৰণেও শাম কাটিল। এইবোৰ দেখি-শুনি মোৰ বৰ বেজাৰ লাগিল।

কেইমাহমানৰ পিচত ১৯৩৩-ৰ মে' মাহত গান্ধীজীয়ে তেওঁৰ একৈছদিনীয়া লঘোন ব্ৰত আৰম্ভ কৰিলে। প্ৰথম খবৰ পায়েই মই আকৌ মৰ্ম্মাহত হ'লোঁ। কিন্তু ইয়াৰ কাৰণে মই নিজকে সাজু কৰিয়েই ৰাখিছিলোঁ আৰু অপৰিহাৰ্য্য ঘটনা বুলি ভাবি তাক গ্ৰহণ কৰিলোঁ। মোৰ কাৰণে এই ধৰণৰ লঘোন বুজিব নোৱাৰা কথা। সঙ্কল্প গ্ৰহণ কৰাৰ আগতে মোৰ মত বিচৰা হ'লে মই নিশ্চয় দৃঢ়ভাৱেই ইয়াৰ বিৰুদ্ধে মত দিলোঁহেঁতেন। গান্ধীজীৰ কথাৰ মূল্য কি মই জানো, তেওঁক প্ৰতিজ্ঞা এৰিবলৈ কোৱাটো মোৰ পক্ষে বৰ অন্যায় বোধ হ'ল। এই ধৰণৰ ব্যক্তিগত কথাৰ গুৰুত্ব তেওঁৰ ওচৰত বৰ বেচি। গতিকে দুখেৰে হ'লেও মই সহ্য কৰি গ'লোঁ।

লঘোন আৰম্ভ কৰাৰ আগতে তেওঁৰ নিজস্ব ভঙ্গীত মোলৈ এখন চিঠি লিখিলে। চিঠিখন পাই মই অভিভূত হৈ গ'লোঁ। তেওঁ মোৰ উত্তৰ বিচাৰিছিল কাৰণে এইদৰে টেলিগ্ৰাম কৰিলোঁ।—

> "আপোনাৰ চিঠি পালোঁ। যিটো বিষয় মই বুজি নেপাওঁ, সেই সম্পৰ্কে কি কম? মই যেন কোনোবা অজান দেশত হেৰাই গৈছোঁ, য'ত আপুনিয়েই একমাত্ৰ চিনাকি ঠাই এন্ধাৰে-মুধাৰে মই বাট বিচাৰি খপুজেপাই ফুৰিছোঁ—কিন্তু উজটিহে খাইছোঁ। যিয়েই নহওক মোৰ শ্ৰদ্ধা আৰু ভাব-চিন্তা আপোনাৰ কাৰণেই থাকিব।"

এফালে তেওঁৰ কামো ভাল পোৱা নাই, আনফালে আকৌ তেওঁৰ মনত আঘাত দিবলৈকো ইচ্ছা নাই—এই দুটা সংঘাতৰ বিপক্ষে মই যুদ্ধ দিলোঁ। যি হওক তেওঁক যেন মই বৰ আনন্দ দিব নোৱাৰিলোঁ—তেনেকুৱা লাগিল; আৰু এতিয়া তেওঁ ভয়ানক পৰীক্ষাৰ সন্মুখীন হ'বলৈ ধৰিছে, সি তেওঁৰ আন কি মৃত্যু পৰ্য্যন্ত ঘটাব পাৰে। গতিকে এতিয়া তেওঁক যিমান পাৰি সিমান সন্তোষ দিয়াই কৰ্ত্তব্য। জীয়াই থাকিবলৈ তেওঁ প্ৰাণপণে চেষ্টা কৰিব লাগিব, সৰু-সুৰা একোটা কথায়ো ডাঙৰ মানসিক পৰিৱৰ্ত্তন সাধিব পাৰে। আৰু ভাবিলোঁ যে যিয়েই নঘটক লাগিলে দুৰ্ভাগ্যক্ৰমে তেওঁৰ মৃত্যু হ'লেও আমি দৃঢ় অন্তৰেৰে তাক সহ্য কৰি যাম। গতিকে তেওঁলৈ মই আৰু এখন টেলিগ্ৰাম কৰিলোঁ।—

"আপনি এতিয়া মহা পৰীক্ষাত নামিছে। মই আকৌ আপোনাৰ প্ৰতি প্ৰেম আৰু অভিনন্দন জনাইছোঁ। মই এতিয়া ফটফটীয়াকৈ বুজিছোঁ—যিয়েই নহওক তাৰপৰা মঙ্গলেই হ'ব আৰু আপোনাৰ জয় সুনিশ্চিত।"

নিৰ্দ্দিষ্ট দিনত লঘোন আৰম্ভ হ'ল। প্ৰথম দিনাই তেওঁক জেলৰপৰা এৰি দিলে আৰু তেওঁৰ পৰামৰ্শ মতেই আইন-অমান্য আন্দোলন ছ সপ্তাহৰ কাৰণে স্থগিত ৰখা হ'ল।

আকৌ দেখিলোঁ, লঘোনৰ সময়ত ভাবাবেগত দেশ তল-ওপৰ লাগি গ'ল; ক্ৰমে মোৰ মনত বেচিকৈ প্ৰশ্ন হ'বলৈ ধৰিলে -ৰাজনীতিৰ এইটো প্ৰকৃত পথ হয় নে নহয়। ই তেনেই ধৰ্ম্মপ্ৰৱণতা আৰু ইয়াৰ আগত স্পষ্টভাৱে চিন্তা কৰিব পৰাৰ কোনো আশা নাই। গোটেই ভাৰতে বা ভাৰতৰ বেচি খিনিয়েই শ্ৰদ্ধাৰে মহাত্মালৈ চাই ৰল আৰু ইটোৰ পিচত সিটো অলৌকিক কাৰ্য্যেৰে অস্পৃশ্যতা দূৰ কৰিব, স্বাধীনতা দিব বুলি আশা পালি নিজে হাত সাৰটি বহি থাকিল। গান্ধীজীয়ে আনক চিন্তা কৰিবলৈ উদগনি নিদিয়ে; তেওঁ কেৱল পবিত্ৰতা আৰু ত্যাগৰ ওপৰত ভৰ দিয়ে। তেওঁৰ প্ৰতি প্ৰবল ভাবাবেগৰ আকৰ্ষণ থাকিলেও, মই অনুভৱ কৰিলোঁ মোৰ চিন্তাধাৰা যেন তেওঁৰপৰা বহু দূৰলৈ গুচি গৈছে। বেচি ভাগ সময়ত ৰাজ-নীতিৰ ক্ষেত্ৰত এটা নিৰ্ভুল সহজাত প্ৰবৃত্তিয়ে তেওঁক চলাই লৈ গৈছিল। কামৰ প্ৰতি তেওঁৰ অদম্য উৎসাহ আছে, কিন্তু জাতিটোক শিকাই তুলিবলৈ বিশ্বাসৰ পথটো ঠিক পথ নে? কিছু দিনৰ কাৰণে হয়তো তাৰপৰা লাভ হ'ব পাৰে, কিন্তু শেহত?

বৰ্ত্তমানৰ সমাজব্যৱস্থা হিংসা আৰু সংঘৰ্ষৰ ওপৰত প্ৰতিষ্ঠিত। এই সমাজব্যৱস্থাক তেওঁ কেনেকৈ গ্ৰহণ কৰিছে মই বুজিব নোৱাৰিলোঁ। মোৰ ভিতৰতো সংঘৰ্ষ চলি আছিল আৰু ময়ো দুফালে দুটা বিপৰীত আনুগত্যৰ টনা-আঁজোৰাত ভাগি-ছিগি যাবলৈ ধৰিলোঁ। বাধ্য হৈ জেলত আশ্ৰয় লোৱাৰ সম্ভাৱনা নাইকিয়া হ'লে বিপদৰ সন্মুখীন হ'ব লাগিব যে সেইটো ভালকৈ বুজিছোঁ। মোৰ নিজকে কোনো লগ-সঙ্গ নোহোৱা, ঘৰ-দুৱাৰ নোহোৱা যেন লাগিল আৰু যি ভাৰতবৰ্ষক মই ভাল পাই আহিছোঁ, যাৰ কাৰণে মই ইমান কষ্ট সহ্য কৰিছোঁ, সেই ভাৰতবৰ্ষৰ কথা ভাবিলে কিবা আচাৰিত দেশ এখন যেন লাগে, মূৰ ঘূৰাই যোৱা যেন লাগে। মোৰ দেশবাসীৰ চিন্তা আৰু আৱেগৰ মাজত মই যে সোমাব পৰা নাই, সি মোৰ

দোষ নে কি? আন কি মোৰ লগত ঘনিষ্ঠভাৱে থকা লগৰীয়াসকলৰ লগতো মই এটা ব্যৱধান অনুভৱ কৰোঁ। দুখৰ বিষয়, সেই ব্যৱধান পাৰ হ'ব নোৱাৰি মই নিজৰ মাজতে কোঁচ-মোচ খাই সোমাই পৰোঁ। পুৰণি জগতে তাৰ পুৰণি মতবাদ, পুৰণি আশা-আকাঙ্ক্ষাকে লৈ যেন তেওঁলোকক আগুৰি আছে। নতুন জগত এতিয়াও বহু দূৰৈত।

"দুখন জগতৰ ভিতৰত ভ্ৰমি ফুৰিছে, এখন মৃত, সিখনৰ জন্মলাভ কৰাৰ শক্তি নাই। তাৰ মাজত এতিয়া মূৰটো থ'ব ক'ত?"

আন হওক নহওক, ভাৰতবৰ্ষক ধৰ্ম্মৰ দেশ বুলি ধৰা হয়। হিন্দু, মুছলমান, শিখ—প্ৰত্যেকেই নিজৰ নিজৰ ধৰ্ম্মবিশ্বাসৰ গৰ্ব্ব কৰে আৰু পৰস্পৰে মূৰ ফলাফলি কৰি তাকে প্ৰমাণ কৰে। ধৰ্ম্ম বুলিলে যি দেখা যায়, অন্ততঃ প্ৰণালীবদ্ধ যি ধৰ্ম্ম ভাৰত আৰু আন আন দেশত দেখিবলৈ পোৱা যায়, সি মোৰ মনত বিভীষিকাৰ সৃষ্টি কৰে। মই প্ৰায়েই তাৰ নিন্দা কৰি আহিছোঁ আৰু তাক সমূলঞ্চে উঘালি পেলাবৰ মোৰ ইচ্ছা হয়। ই সদায় অন্ধবিশ্বাস আৰু প্ৰতিক্ৰিয়াশীলতা, যুক্তিহীন মতবাদ আৰু গোঁড়ামি, কু-সংস্কাৰ আৰু শোষণ আৰু ন্যস্ত স্বাৰ্থক লাই দিয়ে। তথাপি মই জানো, ইয়াৰ মাজত তাৰ বাহিৰেও কিবা বস্তু আছে, যি মানৱ মনৰ গভীৰ আৱেগক তৃপ্তি দিব পাৰে। সেয়ে নহ'লে কৰপৰা ই সেই বিপুল শক্তি পালে যি লাখ লাখ আকুল মানৱক শান্তি আৰু সান্ত্বনা দিছে? সেই শান্তি বাৰু কেৱল অন্ধবিশ্বাসৰ আশ্ৰয়স্থলেই নে, যত কোনো প্ৰশ্নৰ জাউৰি নাই, যত মুকলি সাগৰৰ ধুমুহাৰপৰা সাৰি আহি বন্দৰৰ শান্তি পোৱা যায়, নে আন কিবা? কোনো কোনো ক্ষেত্ৰত ই নিশ্চয় তাতোকৈ বেছি।

কিন্তু আগতে যিয়েই নেথাকক লাগিলে, প্ৰণালীবদ্ধ ধৰ্ম্ম আজি বহুত দূৰ অন্তঃসাৰশূন্য ফোঁপোলা। মিঃ জি. কে চেষ্টাৰটনে ধৰ্ম্মক (নিজৰটোৰ বাহিৰে আন ধৰ্ম্মক) প্ৰস্তৰীভূত জীৱৰ লগত তুলনা কৰিছে যিটো মাত্ৰ দেখাত হে জীৱ হৈ আছে, কিন্তু জীয়াই থাকোঁতে তাৰ ভিতৰত থকা জৈৱিক অংগ-প্ৰত্যংগ সকলো আঁতৰি গৈছে—আৰু সম্পূৰ্ণ বেলেগ উপাদানেৰে তাক এতিয়া ভৰাই থোৱা হৈছে। য'ত মূল্যৱান কিবা এটা আছেও, তাক আন কিবা অনিষ্টকাৰী উপাদানে ঢাকি পেলাইছে।

প্ৰাচ্য আৰু পাশ্চাত্য ধৰ্ম্মবো এতিয়া সেইটোবেই হৈছে যেন পাওঁ। এনেকুৱা ধৰ্ম্মৰ বোধহয় আটাইতকৈ উৎকৃষ্ট দৃষ্টান্ত হ'ল ইংলণ্ডনৰ গীৰ্জ্জা অনুষ্ঠান—যাক প্ৰকৃত অৰ্থত কেতিয়াও ধৰ্ম্ম বুলিব নোৱাৰি। সকলো প্ৰণালীবদ্ধ প্ৰটেষ্টেণ্ট ধৰ্ম্মৰ ক্ষেত্ৰতে বোধহয় সেইটো খাটে, কিন্তু ইংলণ্ডৰ গীৰ্জ্জা অনুষ্ঠান বোধহয় আৰু একোৰ চৰা, কাৰণ বহুদিন ধৰি ই এটা ৰাষ্ট্ৰীয় ৰাজনৈতিক বিভাগ হৈ আছে।*

---

* ভাৰতত ইংলণ্ডনৰ গীৰ্জ্জা অনুষ্ঠানৰ লগত চৰকাৰৰ পাৰ্থক্য বুজিবৰ উপায় নাই। চৰকাৰী বেতনভোগী (ভাৰতৰ ৰাজস্বৰপৰা) পাদ্ৰী পুৰোহিতসকলে ওপৰ থাপৰ বিষয়াসকলৰ দৰেই সাম্ৰাজ্যৰ শক্তিৰ প্ৰতীক। মুঠৰ ওপৰত ভাৰতৰ

এই সম্প্ৰদায়ৰ মাজত বহুতো উন্নত চৰিত্ৰৰ মানুহ আছে, সন্দেহ নাই, কিন্তু এই গীৰ্জ্জাই যেনেকৈ বৃটিছ সাম্ৰাজ্যবাদৰ উদ্দেশ্য সাধন কৰিছে আৰু বৃটিছ সাম্ৰাজ্যবাদ আৰু ধনতন্ত্ৰৰ ওপৰত নৈতিক আৰু খৃষ্টান ঢাকনি এখন পেলাই দিছে দেখিলে বিচুৰ্ত্তি খাব লাগে। এছিয়া আৰু আফ্ৰিকাত বৃটিছ লুণ্ঠন-নীতিক ই উচ্চতম নৈতিক আদৰ্শৰ ফালৰপৰা সমৰ্থন কৰিবলৈ চেষ্টা কৰিছে আৰু বৃটিছে সদায় ন্যায়পূৰ্ণ কামেই কৰিছে, এই ধাৰণা জন্মাই দিছে। গীৰ্জ্জাই নিজকে এই ধৰণৰ ভুৱা দি থোৱা ন্যায়পতায়ণ মনোভাৱৰ সৃষ্টি কৰিছে, নে তাৰ কাৰণেহে এই গীৰ্জ্জাৰ সম্ভৱ হৈছে, সেইটো মই ক'ব নোৱাৰোঁ। ইউৰোপৰ অলপ নামনাচ জাতি-সমূহ আৰু আমেৰিকাই প্ৰায়েই ইংলণ্ডক ভণ্ডামিৰ অপবাদ দিয়ে। "বিশ্বাসঘাতক এলবিয়ন" বুলি ইতিকিং কৰাটো বহু দিনৰপৰা চলি আহিছে; কিন্তু কিজানি বৃটিছৰ কৃতকাৰ্য্যতা দেখি ঈৰ্ষাতহে তেনেকৈ ইতিকিং কৰা হৈছিল; আন কোনো সাম্ৰাজ্যবাদী শক্তিয়েও ইংলণ্ডৰ গালৈ পানী ছটিয়াব নোৱাৰে, কাৰণ তেওঁলোকৰ নিজৰ গা-ই পেনপেনীয়া। এতেকে জানি শুনি ভণ্ডামি কৰি বৃটিছৰ দৰে কোনো জাতিয়েই অগাধ সঞ্চিত শক্তি লাভ কৰিব পৰা নাই আৰু তাকে বৃটিছে বাৰে বাৰে দেখুৱাই আহিছে। য'ত তেওঁলোকৰ স্বাৰ্থৰ সম্পৰ্ক আছে, তাতে তেওঁলোকে লোৱা ধৰ্ম্মই তেওঁলোকৰ নৈতিক অনুভূতি প্ৰৱণতা হ্ৰাস কৰাত সহায় কৰিছে। বৃটিছে যি কৰিছে, আন আন দেশৰ মানুহ বা জাতিয়ে তাতকৈ বেচি বেয়া ব্যৱহাৰ কৰিছে। কিন্তু তেওঁলোকে বৃটিছৰ দৰে নিজৰ লাভৰ চেষ্টাক পুণ্য কাম বুলি অনুভৱ কৰিব পৰা নাই। আমি সকলোৱেই লোকৰ চকুত ধূলি কণাটোও দেখুৱাই দিব পাৰোঁ, কিন্তু নিজৰ চকুৰ হ'লে বাতাম এডালো দেখা নেপাওঁ। (লোকৰ

ৰাজনীতিত তেওঁলোক ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়ামূলক শক্তি আৰু সাধাৰণতে সকলো ধৰণৰ উন্নতি আৰু সংস্কাৰৰ পৰিপন্থী। থুলমূলকৈ পাদ্ৰীসকলে ভাৰতৰ অতীত বুৰঞ্জী সংস্কৃতি সম্পৰ্কে একো নেজানে আৰু ই কি আছিল, বৰ্ত্তমানে কি তাক জানিবৰ কাৰণে তেওঁলোকে বিন্দু মাত্ৰও যত্ন নকৰে। তেওঁলোকে হিন্দুসকলৰ পাপ আৰু দোষ দেখুৱাতে ব্যস্ত। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো আছে। চাৰ্লি এণ্ড্ৰুজে ভাৰতৰ এজন অকৃত্ৰিম বন্ধু, তেওঁৰ অসীম প্ৰেম আৰু সেৱাৰ হে'পাহে সদায় মনত আনন্দ দিয়ে। পুণাৰ খৃষ্টসেৱা সংঘতো কেইজনমান উচ্চ মনৰ ইংৰাজ আছে, তেওঁলোকৰ ধৰ্ম্মসেৱা নেতৃত্বৰ লালসাত কৰা নহয়, তেওঁলোকে নিস্বাৰ্থভাৱে উচ্চ প্ৰবৃত্তি লৈ ভাৰতবাসীৰ সেৱা কৰিছে। আৰু বহুত মিছনেৰী ভাৰতৰ স্মৃতি-পটত জিলিকি আছে।

কেণ্টাৰবেৰীৰ আৰ্চ্চ বিশপে ১৯৩৪-ৰ ডিচেম্বৰত লৰ্ড সভাত বক্তৃতা দিওঁতে ১৯১৯-ৰ মণ্টেগু চেমছফৰ্ড শাসন সংস্কাৰৰ ভূমিকাৰ উল্লেখ কৰি কৈছিল—বহুত সময়ত তেওঁৰ এনেকুৱা ভাব হৈছিল যে, সেই মহান ঘোষণা আগ-পিচ নোচোৱাকৈ লৰালৰিকৈ কৰা হৈছিল আৰু যুদ্ধৰ পিচত উদাৰতা প্ৰকাশ কৰিবলৈ অধৈৰ্য্য হৈ যদিও সেই ঘোষণা কৰা হৈছিল, যি লক্ষ্য ঠিক কৰি লোৱা হৈছে, তাক আৰু প্ৰত্যাহাৰ কৰিব নোৱাৰি। ইংলণ্ডৰ গীৰ্জ্জাৰ মুখিয়ালজনৰ ভাৰতৰ ৰাজনীতিৰ সম্পৰ্কে মনোবৃত্তি ইমান অতিশয় ৰক্ষণশীল ধৰণৰ যে ই এটা বিশেষ মন কৰিবলগীয়া বিষয় হৈ পৰিছে। যিটো ভাৰতীয় জনমতে অসম্পূৰ্ণ বুলি ভাবিছিল আৰু যাৰ ফলত অসহযোগ আন্দোলন আদি হৈছিল তাক আৰ্চ্চ বিশপে "অধৈৰ্য্যপ্ৰসূত আৰু উদাৰ" বুলি ভাবিলে। ইংৰাজ শাসকৰ দৃষ্টি কোণৰপৰা ই এটা সুবিধাজনক সূত্ৰ আৰু তেওঁলোকে এই উদাৰতা প্ৰকাশ কৰি নিজেই সন্তোষ লাভ কৰিছে।

অকণমান দোষ এটাও দেখোঁ, নিজৰ হ'লে ডাঙৰ দোষো নেদেখোঁ) কিন্তু এই ক্ষেত্ৰতো বৃটিছক চেৰ পেলাব নোৱাৰি।*

প্ৰটেষ্টান্ট মতবাদে নিজকে নতুন অৱস্থাৰ উপযোগী কৰিবৰ কাৰণে পুৰণি আৰু নতুন দুয়োটাৰ ভালখিনি গ্ৰহণ কৰিবলৈ যত্ন কৰিছিল। পাৰ্থিৱ বিষয়ত ই আচৰিতভাৱে সফল হৈছে, কিন্তু ধৰ্ম্মৰ ফালৰপৰা ই ব্যৰ্থ হৈছে। প্ৰণালীবদ্ধ ধৰ্ম্মমত হিচাপে ই দুই নাও দুই ভৰি হৈ লাহে লাহে ধৰ্ম্মৰ সলনি ভাবপ্ৰৱণতা আৰু বৃহৎ ব্যৱসায়ী প্ৰতিষ্ঠান হৈ পৰিছে। ৰোমান কেথলিক ধৰ্ম্মই এই দুৰ্ভাগ্যৰ-পৰা নিজকে ৰক্ষা কৰিছে আৰু পুৰণি মাটিৰ ওপৰতে দৃঢ়ভাৱে থিয় দি আছে আৰু যিমান দিন এই ভিত্তি থাকিব, সিমান দিন ইয়াৰ বিনাশ হ'ব নোৱাৰে। বৰ্ত্তমান পাশ্চাত্য দেশত ইয়েই হে একমাত্ৰ (ঠেক অৰ্থত) জীৱন্ত ধৰ্ম্ম। এজন ৰোমান কেথলিক বন্ধুৱে জেলত মোৰ ওচৰলৈ কেথলিক মত আৰু প'পৰ ধৰ্ম্ম সম্পৰ্কীয় চিঠি-পত্ৰবিলাকৰ বিষয়ে লিখা কিছুমান পুথি পঠাইছিল। মই সেই-বিলাক হে'পাহেৰে পঢ়িছোঁ। পঢ়ি পঢ়ি মই বুজিব পাৰিলোঁ, বহুত মানুহেই কিয় এই ধৰ্ম্মৰ প্ৰতি অনুৰক্ত। ইছলাম আৰু জনসাধাৰণৰ মাজত প্ৰচলিত হিন্দু ধৰ্ম্মৰ দৰেই ই সংশয় আৰু মানসিক দ্বন্দ্বৰপৰা মুক্ত কৰি মানুহক ভৱিষ্যৎ জীৱনৰ নিশ্চিত প্ৰতিশ্ৰুতি দিয়ে—এই জীৱনত যিটো ভাগ্যত নঘটিল, পৰজন্মত তাক পোৱা যাব।

মোৰ ভয় হয়, এই ধৰণৰ নিৰাপদ বন্দৰত আশ্ৰয় লোৱা মোৰ পক্ষে অসম্ভৱ। মোক লাগে পাৰহীন বিশাল সাগৰখন, ঢৌৱে খলক লগাই থকা, ধুমুহাই তোলপাৰ লগাই থকা সাগৰখন। মৃত্যুৰ পিচত কি হয়গৈ সেই পাৰলৌকিক জীৱন সম্পৰ্কে মোৰ কোনো আগ্ৰহ নাই। এই জীৱনৰ সমস্যাবিলাকেই মোৰ মনটো পৰিপূৰ্ণ কৰি ৰাখিবৰ কাৰণে যথেষ্ট। চীনৰ মূলতঃ নৈতিক অথচ ধাৰ্ম্মিকতাহীন বা ধৰ্ম্ম সম্পৰ্কীয় সংশয়বাদৰ গোন্ধ থকা যি আধ্যাত্মিক মতবাদ তাৰ প্ৰতি মোৰ আকৰ্ষণ আছে, কিন্তু তাক জীৱন্তভাৱে প্ৰয়োগ কৰিবলৈ মোৰ ইচ্ছা নাই। মানিবলগীয়া পথ, জীৱনৰ ধাৰা যিটোক 'টাও' বুলি কোৱা হয় তাৰ প্ৰতি মোৰ ধাউতি আছে, জীৱনটো বুজিব লাগিব তাক ত্যাগ কৰি নহয়, গ্ৰহণ কৰিহে আৰু তাক প্ৰতিষ্ঠা আৰু উন্নত কৰিব লাগিব। কিন্তু সাধাৰণতে ধৰ্ম্মৰ দৃষ্টিভংগীৰ ইহজগতৰ লগত সম্পৰ্ক নেথাকে। মোৰ মনেৰে ইয়াক সুস্পষ্ট চিন্তাৰ শত্ৰু যেনেই লাগে; যুক্তিৰে বিচাৰ নকৰাকৈ কিছুমান অপৰিৱৰ্ত্তনীয় আৰু সুনিৰ্দ্দিষ্ট মত আৰু ধাৰণা স্বীকাৰ কৰি লোৱা আৰু সেই অনুযায়ী ভাবাৱেগ, মন আৰু ইন্দ্ৰিয় নিয়ন্ত্ৰণ কৰাৰ ওপৰতে

---

* ইংলণ্ডৰ গীৰ্জ্জাই কেনেকৈ আওপকীয়াকৈ ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰে তাৰ এটা দৃষ্টান্ত বৰ্ত্তমান মোৰ হাতত আছে। ১৯৩৪-ৰ ৭ নৱেম্বৰত কাগজবলৈ মতা যুক্তপ্ৰদেশৰ খৃষ্ট-সম্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি মিঃ ই. ডি. ডেভিডে কৈছে—"খৃষ্টান হিচাপে আমি ৰজাৰ প্ৰতি অনুগত থকাটো ধৰ্ম্মৰ ফালৰপৰা বাধ্য, কাৰণ তেওঁ আমাৰ ধৰ্ম্মৰ ৰক্ষক।" ইয়াৰ মাত্ৰ এইটোৱেই অৰ্থ হ'ব পাৰে ভাৰতত বৃটিছ সাম্ৰাজ্যবাদক সমৰ্থন কৰিবই লাগিব। তাৰ উপৰিও মিঃ ডেভিডে ছিভিল ছাৰ্ভিছ, পুলিচ প্ৰচাৰিত শাসনতন্ত্ৰ সম্পৰ্কে ইংলণ্ডৰ অতিপাতি ৰক্ষণশীলসকলৰ মতৰ লগত সহানুভূতি প্ৰকাশ কৰিছে। তেওঁলোকৰ মতে সেয়ে নেথাকিলে ভাৰতত খৃষ্টান মিছনবিলাকৰ বিপদ ঘটিব।

ইয়াক প্ৰতিষ্ঠা কৰা হৈছে। মই যিটো আত্মিক বা আধ্যাত্মিক বিষয় বুলি ভাবোঁ, ই তাৰপৰা বহুত দূৰত আৰু ই ইচ্ছা কৰিয়েই বাস্তৱক নেমানিবলৈ আৰু বাস্তৱৰ-পৰা আঁতৰি ফুৰিবলৈ বিচাৰে; মনত ভয়, জানোচা আগৰেপৰা নিৰ্দ্দিষ্ট হৈ থকা ধাৰণাৰপৰা বাস্তৱটো একেবাৰেই বেলেগ ৰূপতে দেখা দিয়ে বা! ই ঠেক দৃষ্টি-ভঙ্গী। লোকৰ মত সহিব নোৱাৰে, ই নিজকেহে জানে, আপোনপেটীয়া আৰু স্বাৰ্থপৰ আৰু সুবিধাবাদীবিলাকে সহজেই ইয়াক স্বাৰ্থসিদ্ধিৰ কামত লগাব পাৰে।

মই কোৱা নাই যে, ধাৰ্ম্মিকসকলৰ মাজত উচ্চতম আধ্যাত্মিক বা নৈতিক জীৱন নাছিল বা এতিয়া নাই। কিন্তু ইয়াৰ অৰ্থ হৈছে পৰলোকৰ জোখেৰে নুজুখি যদি ইহজগতৰ জোখেৰে নীতি আৰু আধ্যাত্মিকতাৰ জোখ লোৱা হয় তেতিয়া হ'লে ধৰ্ম্ম-প্ৰৱণতাই জাতিৰ নৈতিক আৰু আধ্যাত্মিক উন্নতিত সহায় নকৰে, বৰং বাধাহে দিয়ে। ধৰ্ম্ম সাধাৰণতে ঈশ্বৰ বা পৰমাত্মাৰ লগত মিলিত হ'বৰ কাৰণে অনুসন্ধান আৰু ধাৰ্ম্মিক মানুহে সমাজৰ কল্যাণতকৈ নিজৰ মুক্তি লৈয়েই বেঁচ ব্যস্ত থাকে। নৈতিক আদৰ্শৰ লগত সামাজিক প্ৰয়োজনৰ কোনো সম্পৰ্ক নাই। ই উচ্চ স্তৰৰ দাৰ্শনিক পাপবাদৰ ওপৰত প্ৰতিষ্ঠিত। এই কাৰণেই প্ৰণালীবদ্ধ আনুষ্ঠানিক ধৰ্ম্ম স্বাভাৱিকতে ন্যস্ত স্বাৰ্থত পৰেগৈ আৰু সকলো ধৰণৰ পৰিবৰ্ত্তন আৰু উন্নতিৰ বিৰোধী শক্তি ৰূপে কাৰ্য্য কৰি থাকে।

খৃষ্টান গীৰ্জ্জাই প্ৰতিষ্ঠাৰ প্ৰথম ছোৱা ক্ৰীতদাসবিলাকৰ সামাজিক উন্নতিৰ কাৰণে কোনো যত্নই কৰা নাই, সকলোৱে জানে। অৰ্থনৈতিক অৱস্থাৰ কাৰণে মধ্য যুগত ইউৰোপত ক্ৰীতদাসবিলাক জমিদাৰৰ ভূমি-দাসত পৰিণত হৈছিল। দুশ বছৰ আগতো (১৭২৭ চনত) গীৰ্জ্জাৰ মনোভাৱ কি আছিল তাৰ উজ্জ্বল দৃষ্টান্ত দক্ষিণ আমেৰিকাৰ ঔপনিবেশিক ক্ৰীতদাসৰ গিৰিহঁতসকললৈ লণ্ডনত বিশ্বপে লিখা এখন চিঠিৰপৰা স্পষ্ট ভাৱে বুজিব পাৰি।*

বিশ্বপে লিখিছিল—"খৃষ্টধৰ্ম্ম আৰু গস্পেলবিলাকে লৌকিক সম্পত্তি আৰু লৌকিক সম্বন্ধৰ ওপৰত প্ৰতিষ্ঠিত কৰ্ত্তব্যৰ সাল-সলনি কৰিবলৈ নিবিচাৰে, এইবিলাক বিষয়ত প্ৰত্যেক মানুহেই নিজ নিজ ৰাষ্ট্ৰ ব্যৱস্থাৰ নিয়মৰ অধীন। খৃষ্টান ধৰ্ম্মই যি স্বাধীনতাৰ কথা কয়, সেই স্বাধীনতাৰ অৰ্থ হৈছে পাপ আৰু অসৎ শক্তিৰ কবলৰপৰা মুক্তি; কাম, ক্ৰোধ, লোভ আদি ইন্দ্ৰিয়বিলাকৰপৰা মুক্তি; কিন্তু তাৰ বাহ্যিক অৱস্থা যিয়েই নহওক—দাসেই হওক বা স্বাধীনেই হওক, ধৰ্ম্মান্তৰিত হৈ খৃষ্টান হ'লেও তাৰ কোনো পৰিবৰ্ত্তন নহয়।"

কোনো প্ৰণালীবদ্ধ ধৰ্ম্মই আজি-কালি ইমান মুকলিভাৱে মত প্ৰকাশ নকৰে, কিন্তু মূলতঃ সম্পত্তি আৰু প্ৰচলিত সমাজ-ব্যৱস্থা সম্পৰ্কে ইয়াৰ ধাৰণা আগৰ নিচিনাই আছে।

অকল শব্দেৰেই মনোভাৱ সম্পূৰ্ণ ৰূপে প্ৰকাশ কৰিব নোৱাৰি বুলি সকলোৱে জনা কথা আৰু একেখিনি কথাৰে বেলেগ বেলেগ অৰ্থ কৰিব পাৰি। কিন্তু

*এই চিঠি বেণহৰ্ষ্ট নেবুৰৰ "মৰেল মেন এণ্ড্ ইম্‌মৰেল ছোছাইটি" নামৰ সুখপাঠ্য আৰু জ্ঞানোদ্দীপক পুথিৰ (১৭৮৫ খৃঃ) পৰা তুলি দিয়া হৈছে।

"ৰিলিজ্যন্" শব্দটোক বা আন আন ভাষাত ব্যৱহাৰ হোৱা ইয়াৰ প্ৰতিশব্দবিলাকক যিমান বেলেগ বেলেগ ধৰণে ব্যাখ্যা কৰা হৈছে, বোধহয় আৰু আন কোনো শব্দৰে ইমান বেলেগ ধৰণে ব্যাখ্যা হোৱা নাই। 'ধৰ্ম্ম' শব্দটো শুনিলে বা পঢ়িলে মনত যিবোৰ ভাবৰ উদয় হয়, কিজানি কোনো দুজন মানুহৰ ভিতৰত সেই ধাৰণা একে নহ'ব। এইবিলাক ধাৰণা আৰু মূৰ্ত্তিৰ মাজত, আচাৰ, অনুষ্ঠান, ধৰ্ম্মপুথি, মানুহৰ সমাগম, কিছুমান স্বতঃসিদ্ধ মতবাদ, নৈতিক ধাৰণা, ভক্তি, প্ৰেম, ভয়, ঘিণ, দয়া, উদাৰতা, ত্যাগ স্বীকাৰ, কঠোৰ তপস্যা, লঘোন, ভোজ, প্ৰাৰ্থনা, পুৰাণ ইতিহাস, বিয়া, মৃত্যু, পৰলোক, মৰা-মৰি কটা-কটি—কত কি আছে। এইবিলাক বেলেগ বেলেগ মিহলি ভাবমূৰ্ত্তি আৰু ব্যাখ্যাৰ কথা বাদ দিও ধৰ্ম্মৰ মাজত এনেকুৱা এটা তীব্ৰ ভাবাৱেগৰ প্ৰতিক্ৰিয়া আছে, যাৰ ফলত নিৰপেক্ষভাৱে কোনো বিষয়ে বিচাৰ কৰা অসম্ভৱ। ধৰ্ম্ম শব্দই তাৰ মূল অৰ্থ (যদি কিবা আছিলে) হেৰুৱাই পেলাইছে। এতিয়া ইয়াৰদ্বাৰা কেৱল মনৰ খেলিমেলি ভাবৰ সৃষ্টি হয় আৰু প্ৰায়েই পৰস্পৰ সম্পূৰ্ণ বিপৰীত ব্যাখ্যা লৈ তৰ্ক আৰু আলোচনা হয়। এই শব্দটো একেবাৰেই এৰি দি ঠেক অৰ্থত ব্যৱহাৰ কৰিব পৰা কিবা শব্দ ব্যৱহাৰ কৰিব পাৰিলে ভাল আছিল, যেনে—আস্তিক্যবাদ, দৰ্শন, নীতি, লোকব্যৱহাৰ, আধ্যাত্মিকতা, তত্ত্ববিজ্ঞান, কৰ্ত্তব্য, পৰ্ব্ব-উৎসৱ ইত্যাদি। এইবিলাক শব্দৰ মাজতো অস্পষ্টতা আছে স'চা। হ'লেও এইবিলাক শব্দৰ অৰ্থ সীমাবদ্ধ। "ধৰ্ম্ম"ৰ দৰে ব্যাপক নহয়। এইবিলাক শব্দৰ প্ৰধান সুবিধা হৈছে এই যে, ইহঁতক ধৰ্ম্ম শব্দৰ দৰে ভাবাৱেগ আৰু অনুমানে ঢাকি ৰাখিব নোৱাৰে।

তেনেহলে ধৰ্ম্ম কি (অসুবিধা হ'লেও এই শব্দটোকে ব্যৱহাৰ কৰিব লগাত পৰিছে)? বোধহয় ই মানুহৰ অন্তঃপ্ৰকৃতিৰ পৰিপুষ্টি সাধন কৰা আৰু তাৰ আত্মচেতনাক বিকশিত কৰি কল্যাণৰ পথত অগ্ৰসৰ কৰাকে বুজায়। এই কল্যাণৰ পথ কি সিও তৰ্কৰ বিষয়। কিন্তু মই যিমানখিনি বুজিছোঁ এই অন্তঃপ্ৰকৃতিৰ বিকাশকে ধৰ্ম্মই বিশেষ গুৰুত্ব দিয়ে, বাহিৰৰ পৰিৱৰ্ত্তন তাৰেই বাহ্যিক বিকাশ মাত্ৰ। অন্তঃপ্ৰকৃতিৰ এই বিকাশে বাহিৰৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰতো প্ৰৱল প্ৰভাৱ বিস্তাৰ কৰে সিয়ো দেখ্ দেখ্ কথা। আধুনিক পাশ্চাত্য যন্ত্ৰ-বিজ্ঞানৰ ফলত বাহ্য উন্নতিয়ে আত্মাৰ উন্নতি চেৰাই বহুদূৰ আগবাঢ়ি গৈছে, ই অতি পুৰণি কথা। কিন্তু ইয়াৰপৰা প্ৰমাণ নহয় যে (প্ৰাচ্য দেশত বহুতে এইদৰে ভাবে), যিহেতু আমাৰ বাহ্যিক উন্নতি লাহে লাহে হৈছে, সেই কাৰণে আমাৰ আত্মাৰ উন্নতি বহুত বেচি। এই ধৰণৰ ভুল ধাৰণাৰে আমি সান্ত্বনা লাভ কৰাৰ চেষ্টা কৰোঁ আৰু নিজৰ হীনতাবোৰ ঢাকিবলৈ বিচাৰোঁ। প্ৰতিকূল পৰিস্থিতি অতিক্ৰম কৰি কোনো কোনোৱে হয়তো আত্মাৰ উন্নতি সাধন কৰিব পাৰে কিন্তু বহুত মানুহ বা জাতিৰ কাৰণে কিছুদূৰ বাহ্যিক উন্নতি নহ'লে মানসিক উন্নতি সম্ভৱপৰ নহয়। যি মানুহ আৰ্থিক পৰিস্থিতিৰ দাস, জীৱন-যুদ্ধৰ মাজতে যাৰ শক্তি আবদ্ধ আৰু অৱৰুদ্ধ হৈ থাকে, তাৰ পক্ষে উচ্চ স্তৰৰ আত্মোন্নতি সাধন কৰা প্ৰায় অসম্ভৱ। পদদলিত আৰু শোষিত শ্ৰেণীৰ কেতিয়াও মানসিক উৎকৰ্ষ লাভ কৰিব নোৱাৰে। যি জাতিৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাধীনতা নাই, যাৰ গতি সীমাবদ্ধ, সঙ্কুচিত, বিদেশী শোষিত,

তেওঁলোকে কেতিয়াও আত্মোন্নতি সাধিব নোৱাৰে। গতিকে আত্মোন্নতি সাধিবৰ হ'লেও স্বাধীনতা আৰু অনুকূল পাৰিপাৰ্শ্বিক অৱস্থাৰ প্ৰয়োজন। বাহ্যিক স্বাধীনতা লাভ আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিৱৰ্ত্তনৰ চেষ্টাৰ কাৰণে এনে উপায় অৱলম্বন কৰিব লাগে, যাৰপৰা উদ্দেশ্য বা লক্ষ্য অটুট থাকে। মোৰ মনেৰে গান্ধীজীয়ে কয়, উদ্দেশ্যতকৈ উপায়ৰ গুৰুত্ব বহুত বেচি, আৰু কয় বোধহয় এনেকুৱা ধাৰণাৰপৰাই। কিন্তু উপায় এনেকুৱা হোৱা উচিত, যি আমাক শেষলৈকে লৈ যায়গৈ, নহ'লে মিছায়ে শক্তি খৰচ কৰা হ'ব আৰু আন কি ভিতৰে বাহিৰে আগতকৈয়ো বেচি অধঃপতনহে হ'ব পাৰে।

গান্ধীয়ে ক'ৰবাত লিখিছে—"ধৰ্ম্ম নহ'লে কোনো জীয়াই থাকিব নোৱাৰে এনেকুৱা বহুত আছে যি অহঙ্কাৰ কৰি ঘোষণা কৰে যে ধৰ্ম্মৰ লগত তেওঁলোকৰ কোনো সম্বন্ধ নাই। যদি কোনোবাই কয় তেওঁ উশাহ-নিশাহ লয়, অথচ তাৰ নাক নাই, এইটো সেই ধৰণৰে কথা।" আন এঠাইত তেওঁ কৈছে—"সত্যৰ প্ৰতি মোৰ অনুৰাগেই মোক ৰাজনীতিলৈ টানি আনিছে। যিসকলে কয় 'ৰাজনীতিৰ লগত ধৰ্ম্মৰ কোনো সম্বন্ধ নাই,' তেওঁলোকক মই নিশঙ্কোচে বিনয়েৰে কম তেওঁলোকে ধৰ্ম্ম কি তাক নুবুজে।" বোধহয় এইবুলি কোৱা হ'লেহে বেচি সত্য হলহেঁতেন যে যি মানুহে জীৱন আৰু ৰাজনীতিৰপৰা ধৰ্ম্মক বেলেগকৈ ৰাখিব খোজে তেওঁলোকে "ধৰ্ম্ম" বুলিলে যি বুজে সি তেওঁৰ ধাৰণাতকৈ বেলেগ। এনেকৈ একে শব্দকে সম্পূৰ্ণ বেলেগ বেলেগ অৰ্থত প্ৰয়োগ কৰিলে পৰস্পৰৰ মাজত বুজা-বুজি হোৱাটো বেচি টান হৈ পৰে।

অধ্যাপক জন ডিৱিয়ে ধৰ্ম্মৰ যি অতি আধুনিক সংজ্ঞা নিৰ্দ্দেশ কৰিছে, ধাৰ্ম্মিকসকল নিশ্চয় তাৰ লগত একমত নহ'ব। তেওঁৰ মতে "যিয়েই জগতত খণ্ড খণ্ড আৰু গতিশীল ঘটনা-প্ৰৱাহক এটা অবিকৃত দৃষ্টিক্ষেত্ৰৰ ভূমি দিব পাৰে, সিয়েই ধৰ্ম্ম।" বা "কোনো আদৰ্শ চৰিতাৰ্থ কৰিবৰ কাৰণে সকলো ধৰণৰ বাধা-বিঘিণিৰ বিৰুদ্ধে কাম কৰা, কোনোবাই ভয় খুৱালেও বা তেওঁৰ ব্যক্তিগত ক্ষতি হ'লেও তাৰ সাৰ্ব্বজনীন আৰু অক্ষয় মূল্যৰ ওপৰত আস্থা ৰখাই ধৰ্ম্মৰ লক্ষণ।" এয়ে যদি ধৰ্ম্ম হয়, তেতিয়া নিশ্চয় কোনেও অকণো আপত্তি নকৰে।

ৰোমাঁৰোলাই ধৰ্ম্মৰ যি বহল অৰ্থ কৰিছে দেখি কিজানি আনুষ্ঠানিক গোঁড়া ধৰ্ম্মাৱলম্বীসকলে ভয়েই খাব। তেওঁ শ্ৰীশ্ৰীৰামকৃষ্ণৰ জীৱনীত লিখিছে—

"...এনেকুৱা বহুত আছে যিসকল—সকলো ধৰ্ম্মবিশ্বাসৰপৰা মুক্ত বা নিজকে মুক্ত বুলি ভাবে। কিন্তু তেওঁলোক সমাজতন্ত্ৰবাদ, সাম্যবাদ, মানৱতাবাদ, জাতীয়তাবাদ, আন কি যুক্তিবাদ বুলি কয় যদিও প্ৰকৃততে এটা অতি-যৌক্তিক চেতনাৰ মাজত বুৰ গৈ থাকে। বিষয়-বস্তুৰপৰা নহয়, চিন্তাৰ প্ৰকৃতি দেখিয়েই আমি তাৰ উৎপত্তি-স্থল নিৰ্ণয় কৰোঁ আৰু ই ধৰ্ম্ম ভাবৰপৰা সৃষ্টি হৈছে নে নাই তাক বিচাৰ কৰোঁ। যদি দেখা যায় যে ই সৰ্ব্বস্ব পণ কৰি নিৰ্ভীক ভাবে সত্যৰ অন্বেষণ কৰিছে, একান্ত মনে অকৃত্ৰিম বিশ্বাসেৰে যি কোনো আত্মত্যাগ কৰিবলৈ সাজু আছে, মই তাকে ধৰ্ম্ম বোলোঁ। কিয়নো মানুহৰ ওপৰত আগৰপৰাই নিৰ্দ্দিষ্ট এটা দৃঢ়বিশ্বাস ইয়াত আছে, যি প্ৰচলিত সমাজ-জীৱন আন কি মানৱৰ সমূহীয়া জীৱনতকৈয়ো উন্নত,

আন কি সংশয়বাদো যেতিয়া আপোনা-আপুনি অটল চৰিত্ৰৰপৰা ওলাই আহে, সি তেতিয়া দুৰ্ব্বলতাৰ নহয়, শক্তিৰেই চিনাকি দিয়ে। তেতিয়া সি ধৰ্ম্মপ্ৰাণ আত্মাৰ মহান সৈন্যদলৰ লগত সমানে খোজ মিলাই আগবাঢ়ে।"

ৰোমাঁ ৰোলাঁই যিবিলাক নিয়ম আৰু পণৰ কথা উনুকিয়াইছে মই সেইবিলাক পূৰণ কৰিব পাৰিম বুলি ভৰসা ৰখা নাই, কিন্তু সেই সৰ্ত্তত ময়ো সেই মহান সৈন্য-দলৰ এজন দূত হ'বলৈ সাজু আছোঁ।

## বৃটিছ চৰকাৰৰ দূতৰপীয়া নীতি

প্ৰথমে যাৰৱেডা জেলৰপৰা, পিচত বাহিৰৰপৰা, গান্ধীজীৰ নিৰ্দ্দেশত হৰিজন আন্দোলন চলিবলৈ ধৰিলে। মন্দিৰ-প্ৰৱেশৰ বাধা অ'তৰাবৰ কাৰণে তীব্ৰ আন্দোলন চলিবলৈ ধৰিলে; সেই মৰ্ম্মে ব্যৱস্থা-পৰিষদত এখন আইনৰ পাণ্ডুলিপিও দাঙি ধৰা হ'ল। এই সময়ত এটা আচৰিত দৃশ্য দেখা গ'ল, কংগ্ৰেছৰ এজন প্ৰধান নেতাই দিল্লীত ঘৰে ঘৰে ফুৰি ব্যৱস্থা-পৰিষদৰ সদস্যসকলৰ লগত দেখা কৰিবলৈ ধৰিলে আৰু মন্দিৰ-প্ৰৱেশ বিলৰ সপক্ষে ভোট দিবৰ কাৰণে অনুৰোধ কৰি ফুৰিবলৈ ধৰিলে। গান্ধীয়ে নিজেও তেওঁৰ হাততে সদস্যসকললৈ অনুৰোধ কৰি এখন চিঠি লিখিলে। ইফালে কিন্তু আইন-অমান্য আন্দোলন চলিছে, আমাৰ মানুহ জেলত পৰিছে, আৰু কংগ্ৰেছে ব্যৱস্থা-পৰিষদ বয়কট কৰিছে, কংগ্ৰেছপক্ষীয় সদস্যসকলে পৰিষদ এৰি থৈ গুচি আহিছে। বাকী যি কেইজন অপদাৰ্থ বৈ গ'ল, আৰু যিসকলে আহি শূন্য ঠাই পূৰণ কৰিলে, তেওঁলোকে কংগ্ৰেছৰ বিৰোধিতা আৰু চৰকাৰক সমৰ্থন কৰি সেই দুৰ্দ্দিনৰ দিনত নাম কৰিলে। সৰহভাগ সদস্যই অধ্যাদেশৰ কিছুমান অসাধাৰণ ধাৰা নিগাজী কৰি দমননীতিমূলক আইন প্ৰণয়ন আৰু পাছ কৰোৱাত চৰকাৰক সাহায্য কৰিলে। তেওঁলোকে অটোৱা চুক্তি নিঃশব্দে গিলি পেলালে। দিল্লী, ছিমলা আৰু লণ্ডনত ডাঙৰ ডাঙৰ মানুহৰ লগত খোৱা-পিয়া কৰি আৰু আনন্দ অনুষ্ঠানত যোগ দি ভাৰতত বৃটিছ-শাসনৰ গুণ-গান কৰিবলৈ ধৰিলে আৰু ভাৰতৰ দূতৰপীয়া নীতিৰ সাফল্যৰ কাৰণে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

এই অৱস্থাত গান্ধীজীৰ আবেদন, আৰু কেই সপ্তাহমান আগতো যি কংগ্ৰেছৰ অস্থায়ী খালি ঠাই পূৰোৱা সভাপতি আছিল, সেই ৰাজগোপালাচাৰীৰ কৰ্ম্ম-তৎপৰতাত মই অতি আচৰিত হ'লোঁ। ইয়াৰপৰা আইন-অমান্য আন্দোলনৰ নিশ্চয় ক্ষতি হ'ল—কিন্তু মই ইয়াৰ নৈতিক ফালটোৰ বিষয়ে ভাবি চাই মনত বৰ দুখ পালোঁ। গান্ধীজী আৰু যি কোনো কংগ্ৰেছ-নেতাৰ এই ধৰণৰ আচৰণ মোৰ মনত বৰ নৈতিকতা-হীন আৰু যিসকল ফাটেকত আছে বা যিসকলে সংগ্ৰাম চলাইছে, তেওঁলোকৰ প্ৰতি ইয়াৰদ্বাৰা বিশ্বাসভঙ্গ কৰা যেন লাগিল। কিন্তু মই জানো, গান্ধীজীৰ বিচাৰ-ধাৰা বেলেগ।

• মন্দিৰ-প্ৰৱেশ বিলৰ প্ৰতি চৰকাৰৰ মনোভাব সেই সময়ৰ আৰু তাৰ পিচৰ ঘটনাৱলীক পৰা আচৰিত ধৰণে ওলাই পৰিল। তেওঁলোকে বিলৰ সমৰ্থকসকলৰ

বাটত যিমান পাৰে বাধা সৃষ্টি কৰিবলৈ ধৰিলে আৰু বিলখন স্থগিত ৰাখিলে। চৰকাৰে বাধা দিয়া সকলক উৎসাহ দিবলৈ ধৰিলে, অৱশেষত তেওঁলোকেও প্ৰকাশ্য-ভাৱে বিৰোধিতা কৰি বিলখনৰ মৃত্যু ঘটালে। ভাৰতত সমাজ-সংস্কাৰমূলক প্ৰচেষ্টাৰ প্ৰতি তেওঁলোকৰ মনোভাৱ কম-বেছি এনেকুৱাই। ধৰ্ম্ম সম্বন্ধে নিৰপেক্ষতাৰ ছলেৰে চৰকাৰে সামাজিক উন্নতিত বাধা দিয়ে। পিছে নকলেও হ'ব, ইয়াৰপৰা আমাৰ সামাজিক দোষবিলাকৰ সমালোচনা কৰিবলৈ বা আনক তেনেকুৱা সমালোচনাত উৎসাহ দিবলৈ সিহঁতে টান নেপায়। কেনেবাকৈ হঠাৎ কিবা সুযোগত বাল্যবিবাহ-নিষেধ বা সাৰদা বিল আইনত পৰিণত হৈছিল। কিন্তু এই দুৰ্ভগীয়া আইনৰ পিচত বুৰঞ্জীয়ে দেখুৱাই দিলে তাক প্ৰয়োগ কৰাত চৰকাৰ কিমান অনিচ্ছুক। যি চৰকাৰে ৰাতিটোৰ ভিতৰতে অধ্যাদেশ সৃষ্টি কৰিব পাৰে, নতুন নতুন অপৰাধ সৃষ্টি কৰিব পাৰে, কাৰবাৰ দোষ কাৰবাৰ গাত লেটিয়াই শাস্তি দিব পাৰে, সিহঁতে নিজে সৃষ্টি কৰা অপৰাধৰ কাৰণে হেজাৰ হেজাৰ মানুহক ফাটেকলৈ পঠাব পাৰে, সেই চৰকাৰেই আক' সাৰদা আইনৰ নিচিনা বিধিসম্মত আইন এখন প্ৰয়োগ কৰিবলৈ ভয়ত-কোঁচ-মোচ খাই পৰিল। এই আইনৰ প্ৰথম ফল হ'ল এই যে, যিটো নিবাৰণ কৰা ইয়াৰ উদ্দেশ্য, মানুহে তাকেই কৰিবলৈ ধৰিলে; অৰ্থাৎ বাল্যবিবাহৰ উজান উঠিল। আইন পাছ হোৱাৰ ছমাহৰ পিচত ই বলবৎ হোৱাৰ ব্যৱস্থা কৰি যি মূৰ্খামি কৰিলে তাৰ কাৰণেই ই দায়ী। তাৰ পিচত দেখা গ'ল, এই আইন এটা ভুৱা মাত্ৰ; অতি সহজেই ইয়াক অগ্ৰাহ্য কৰিব পাৰি, চৰকাৰে একোকে নকৰে। চৰকাৰীভাৱে প্ৰচাৰ-কাৰ্য্যৰ কোনো ব্যৱস্থাও কৰা হোৱা নাই—গাঁও অঞ্চলৰ মানুহে এই আইন নো কি নেজানেই। তেওঁলোকে হিন্দু আৰু মুছলমান প্ৰচাৰকসকলৰপৰা এটা বিকৃত বিৱৰণ শুনিছে মাথোন; আৰু সেই প্ৰচাৰকসকলেও আইনৰ ধাৰাবিলাক নেজানে।

ভাৰতৰ সামাজিক অন্যায়বিলাকৰ প্ৰতি বৃটিছ চৰকাৰৰ আচৰিত সহ্যগুণৰ কাৰণ যে সেইবিলাকৰ প্ৰতি পক্ষপাতিতা নহয়, সেইটো দেখা কথা। পিচে, সেইবোৰ দূৰ কৰিবৰ কাৰণে তেওঁলোকৰ কোনো আগ্ৰহ নাই যে সিও সঁচা, কাৰণ তেনেবোৰ অন্যায়ৰ ফলত ভাৰতত তেওঁলোকৰ শাসন-কাৰ্য্য বা তাৰ ধন-সম্পদৰ সদ্ব্যৱহাৰ কৰাতো কোনো বিঘিণি নঘটে। সমাজ-সংস্কাৰৰ প্ৰস্তাৱৰ ফলত বহুত ধৰণৰ মানুহে আমনি পোৱাৰ সম্ভাৱনা আছে; ৰাজনীতি ক্ষেত্ৰত খং-আমনিৰ অভাৱ নাই; তাৰ উপৰি আৰু আমনি আৰু দুশ্চিন্তা বৃটিছ চৰকাৰে টেটুত লগাই ল'ব নোখোজে। কিন্তু সমাজ-সংস্কাৰকৰ চকুত কালক্ৰমে এই অৱস্থা আৰু শোচনীয় হৈ উঠিছে, বৃটিছসকলে লাহে লাহে সেই অন্যায়সমূহৰ মৌন ৰক্ষক হৈ উঠিছে। ভাৰতত প্ৰগতিবিৰোধী মানুহৰ লগত বেছি ঘনিষ্ঠতা কৰাৰ কাৰণেই সেইটো হ'বলৈ পাইছে। তেওঁলোকৰ শাসনৰ প্ৰতি বিৰোধিতা কৰাৰ ফলত তেওঁলোকে অতি আচৰিত বন্ধু-বান্ধৱসকলৰ লগত লগ লাগিছে আৰু বৰ্ত্তমানে ভাৰতত বৃটিছ শাসকৰ সমৰ্থক হৈ পৰিছে অতিপাত সাম্প্ৰদায়িকতাবাদী ধৰ্ম্মপ্ৰৱণ প্ৰতিক্ৰিয়াশীল আৰু সংস্কাৰ-বিৰোধীসকল। মুছলমান প্ৰতিষ্ঠানবিলাকৰ ৰাজনীতি, অৰ্থনীতি আৰু সমাজ সকলো ফালৰপৰাই অতি কুৎসিতভাৱে প্ৰগতিবিৰোধী। হিন্দু মহাসভা তেওঁলোকৰ প্ৰতিদ্বন্দ্বী; কিন্তু পিচলৈ দোঁহাৰ প্ৰতিযোগিতাত সনাতনীসকলে তেওঁলোকক

হৈ ৰৈছে। এই সনাতনীসকল হৈছে আটাইতকৈ বেছি ধৰ্ম্মান্ধ। তেওঁলোকে এই ধৰ্ম্মান্ধ সংস্কাৰ বিৰোধিতা উৎসাহেৰে ঘোষনা কৰি বৃটিছ শাসনৰ প্ৰতি আনুগত্য তাৰ লগতে মিলাই লৈছে।

যদি চৰকাৰ নীৰৱে থাকি সাৰদা আইনক জনপ্ৰিয় কৰিবলৈ বা তাৰ প্ৰয়োগ কৰিবলৈ যত্ন নকৰে, তেন্তে কংগ্ৰেছ আৰু আন আন বে-চৰকাৰী প্ৰতিষ্ঠানবিলাকে তাৰ অনুকূলে প্ৰচাৰ-কাৰ্য্য নকৰে, কিয়? ইংৰাজ আৰু আন আন বিদেশী সমালোচকে এই প্ৰশ্ন তোলে। কংগ্ৰেছৰ পক্ষে এই কথা ক'ব পাৰি যে ই যোৱা পোন্ধৰ বছৰ ধৰি বিশেষকৈ ১৯৩০ চনৰপৰা বৃটিছ শাসকসকলৰ লগত অতি তীব্ৰ জীৱন-মৰণ সংঘৰ্ষত লিপ্ত হৈ আছে। আন আন প্ৰতিষ্ঠানৰ কোনো শক্তিও নাই জন-সাধাৰণৰ লগত যোগো নাই। জনসাধাৰণৰ ওপৰত প্ৰভাৱ থকা আদৰ্শবাদী আৰু চৰিত্ৰবান লোকে কংগ্ৰেছত যোগ দিছে আৰু তেওঁলোক সৰহ ভাগ সময়েই বৃটিছ-জেলত থাকিবলগীয়া হয়।

আন আন প্ৰতিষ্ঠানে জনসাধাৰণৰ সংস্পৰ্শত আহিবলৈ ভয় কৰা বিশেষ লোকৰ হতুৱাই প্ৰস্তাৱ পাছ কৰোৱাতকৈ বেছি একো নকৰে। তেওঁলোক অতিপাত ভদ্ৰ মানুহৰ নিচিনা, বা নিখিল ভাৰত মহিলা সম্মিলনৰ माननীয়া মহিলাসকলৰ দৰে তেওঁলোকে কাম কৰে—আক্ৰমণশীল প্ৰচাৰ-কাৰ্য্য কৰিবলৈ তেওঁলোকৰ সাহস নাই। ইয়াৰ বাহিৰে অধ্যাদেশ আৰু সেই ধৰণৰ আইনৰদ্বাৰা সাধাৰণ কাৰ্য্য-প্ৰণালী প্ৰৱল-ভাৱে দমন কৰাৰ যি ব্যৱস্থা আছে, তাতো তেওঁলোকে লৰ-চৰ কৰিব নোৱাৰা হৈছে। সামৰিক-আইনে বৈপ্লৱিক কাৰ্য্য-পদ্ধতি ধ্বংস কৰিব পাৰে; কিন্তু লগে লগে সি সভ্যতা আৰু তাৰ লগৰ কাৰ্য্য-প্ৰণালীতো বাধা-জন্মায়।

কিন্তু কংগ্ৰেছ আৰু আন আন প্ৰতিষ্ঠানবিলাকে যে সমাজ-সংস্কাৰমূলক কাম কৰিব নোৱাৰে, তাৰ কাৰণ আৰু গভীৰ। জাতীয়তাবাদস্বৰূপ বেমাৰত আমি ভুগিছোঁ, আৰু তাৰ প্ৰতিয়েই আমাৰ মনোযোগ সদায় থাকে আৰু স্বাধীনতা নেপাওঁমানে থাকিবও। বাৰ্নাৰ্ড শ'ই কৈছিল—"বিজিত জাতিয়ে কেন্সাৰ ৰোগত ভোগা মানুহৰ দৰে আন একো কৰিব নোৱাৰে। কোনো জাতিৰ পক্ষে জাতীয় আন্দোলন কৰিবলগীয়া হোৱাতকৈ ডাঙৰ অভিশাপ একো নাই। স্বাভাৱিক কাম-কাজ বলেৰে হে'চা মাৰি ধৰিলে যি হয়, ই ঠিক সেই তীব্ৰ যন্ত্ৰণাৰ বাহ্যিক লক্ষণ। বিজিত জাতিৰ হেৰোৱা স্বাধীনতা আকৌ লাভ কৰি জাতীয় আন্দোলনৰ কেনেকৈ হাত সাৰিব, তাৰ বাবে যত্ন কৰি থাকোঁতেই যায়—সিহ'তে জগতৰ অগ্ৰগতিত নিজৰ স্থান হেৰুৱাই পেলায়।"

আগতে যি দেখা গৈছে, তাৰপৰা আমি ইয়াকে বুজিছোঁ যে, নিৰ্ব্বাচিত মন্ত্ৰীসকলৰ হাতত কিছুমান হস্তান্তৰিত বিভাগ থাকিলেও আমাৰ পক্ষে সমাজ-সংস্কাৰমূলক কাৰ্য্য অতি কমেই সম্ভৱ। চৰকাৰৰ যি বিৰাট এলাহ সি সদায় ৰক্ষণশীলসকলকে সহায় কৰে আৰু আগেয়ে কেই পুৰুষমান ধৰি বৃটিছ চৰকাৰে নিজে আগবাঢ়ি কাম কৰাৰ ধাউতি একেবাৰে নোহোৱা কৰি পেলাইছে আৰু কণ্টত পেলাই বা বাপেকিৰ শাসনৰ কাম কৰাৰ নীতি লৈ শাসন কৰিছে—এই বুলি তেওঁলোকেই কয়। বহলভাৱে কোনো বে-চৰকাৰী সম্বন্ধ উদ্যম তেওঁলোকে ভাল

নেপায় আৰু তাৰ কিবা গুপ্ত উদ্দেশ্য আছে বুলি সন্দেহ কৰে। কৰ্ম্মীসকলে যথেষ্ট সাৱধানে কাম কৰোঁতেও, হৰিজন আন্দোলনতো শাসকসকলৰ লগত সংঘৰ্ষ হৈছে। মোৰ দৃঢ় বিশ্বাস কংগ্ৰেছে আৰু যদি বেচি চাবোন ব্যৱহাৰ কৰিবৰ কাৰণে দেশজোৰা আন্দোলনত নামিলহেঁতেন, তেতিয়াও বহুত ক্ষেত্ৰত চৰকাৰৰ লগত সংঘৰ্ষ হ'লহেঁতেন।

মোৰ মতেৰে ৰাষ্ট্ৰই দায়িত্ব গ্ৰহণ কৰিলে জনসাধাৰণক সমাজ-সংস্কাৰৰ কামত লগাবলৈ বেচি টান নহয়। কিন্তু বিদেশী শাসকে সদায় সন্দেহ লৈয়ে থাকে। জনসাধাৰণক জগাই তোলাত তেওঁলোক বেচি দূৰ আগবাঢ়িব নোৱাৰে; যদি বিদেশী শাসকসকলক অঁতৰাই অৰ্থনৈতিক উন্নতিত প্ৰাধান্য দিয়া হয়, তেতিয়া হ'লে উৎসাহী আৰু শক্তিশালী শাসন পদ্ধতিৰে সহজেই স্থায়ী আৰু ব্যাপক সমাজ-সংস্কাৰৰ ব্যৱস্থা হাতত ল'ব পাৰি।

যি নহওক, জেলত আমি সমাজ-সংস্কাৰ, সাৰদা আইন বা হৰিজন আন্দোলন লৈ মূৰ নঘমাওঁ। কিন্তু হৰিজন আন্দোলনৰ লগত মই হ'লে অলপ আমনি পাইছিলোঁ, কিয়নো ই আইন-অমান্য আন্দোলনৰ বাটত বাধা স্বৰূপে থিয় দিছিল। ১৯৩৩-ৰ মে' মাহৰ আগ-ছোৱাত ছসপ্তাহৰ কাৰণে আইন-অমান্য আন্দোলন স্থগিত ৰখা হৈছিল আৰু আমি তাৰ পিচত কি ঘটনা ঘটে চাবলৈ উচ্-পিচাই থাকিলোঁ। এই স্থগিত ৰখাটোৱেই আন্দোলনৰ কাল হ'ল! কিয়নো জাতীয় সংঘৰ্ষ লৈ নিগনিৰ লগত মেকুৰীয়ে কৰা খেল খেলিব নোৱাৰি। কোনেও ইচ্ছা কৰি ইয়াক বন্ধ কৰিব বা চলাই দিব নোৱাৰে। আন কি স্থগিত ৰখাৰ আগতেই এই আন্দোলনৰ পৰিচালনা বৰ দুৰ্ব্বল আৰু অকৰ্ম্মণ্য হৈ পৰিল। সৰু-সুৰা সভা দুই এখন বহে আৰু এনেকুৱা গুজব কিছুমান ৰটনা হয়, যিবিলাকে আন্দোলনৰ যথেষ্ট ক্ষতি কৰে। কংগ্ৰেছৰ কেইজনমান খালি-ঠাই-পূৰণ-কৰা সভাপতি শ্ৰদ্ধাৰ পাত্ৰ সন্দেহ নাই, কিন্তু দেখ্ দেখকৈ যুঁজ কৰা আন্দোলনৰ সেনাপতি-পদত তেওঁলোকক নিযুক্ত কৰি তেওঁলোকৰ প্ৰতি নিষ্ঠুৰ আচৰণ কৰাহে হৈছিল। তেওঁলোকৰ যে ভাগৰ লাগি গৈছে গৈ এনেকুৱা চিনো যথেষ্ট পোৱা গৈছে। তেওঁলোকে এই আহুকলীয়া অৱস্থাৰ হাত সাৰিবলৈকো ইচ্ছা নকৰা নহয়। ওপৰ খাপৰ এই হোঁহকা-পিছলা, কি কৰোঁ, কি নকৰোঁ ভাবৰ কাৰণে অসন্তোষ বিয়পি পৰিল; কিন্তু কংগ্ৰেছ প্ৰতিষ্ঠানবিলাক বে-আইনী কাৰণে তাক যথেষ্ট ৰকমে প্ৰকাশ কৰিব নোৱাৰিলে।

ইয়াৰ পিচত গান্ধীজীৰ একৈছ দিন লঘোন আৰু ফাটেকৰপৰা মুক্তি। ছসপ্তাহৰ কাৰণে আইন-অমান্য আন্দোলন স্থগিত থাকিল। লঘোন শেষ হ'ল, গান্ধীজীয়ে লাহে লাহে গা টঙালে। জুন মাহৰ মাজ ভাগত আন্দোলন স্থগিত ৰখাৰ মিয়াদ আৰু ছসপ্তাহ বঢ়াই দিয়া হ'ল। ইতিমধ্যে চৰকাৰে কোনো ফালৰ-পৰাই দমন-নীতি ঢিলা কৰি দিয়া নাই। আন্দামানত ৰাজনৈতিক বন্দীসকলে (বঙ্গদেশত হিংসামূলক অপৰাধৰ কাৰণে দণ্ড পোৱা মানুহ তালৈ পঠাই দিয়া হৈছিল) বেয়া ব্যৱহাৰৰ প্ৰতিবাদত লঘোন আৰম্ভ কৰিলে। তাৰ মাজত দুজন নে এজনৰ মৃত্যু হ'ল—তেওঁলোকে সঁজোত ধৰি মৃত্যুবৰণ কৰিলে। বহুতেই মৃত্যুলৈ বাট চাই থাকিল। আন্দামানৰ কথা লৈ যিসকলে ৰাজহুৱা সভাত বক্তৃতা

দিছিল, তেওঁলোকক ধৰি নি ফাটেকত দিলে। আমি যে কেৱল সহিয়েই থাকিম, সেইটো নহয়, প্ৰতিবাদো কৰিব নোৱাৰিম। আন কি প্ৰতিবাদ কৰিববলৈ আন উপায় নেপাই অনশনৰ ভয়লগা দুখ-কষ্টখিনিও গা পাতি লৈ যদি মৃত্যুৰ মুখত পৰোঁ, তথাপি নহ'ব।

কেইদিনমান পিচত, ১৯৩৩-ৰ ছেপ্টেম্বৰ মাহত (তেতিয়া মই জেলৰ বাহিৰত) এখন আৱেদন পত্ৰ প্ৰচাৰ কৰা হৈছিল। তাত ৰবীন্দ্ৰনাথ ঠাকুৰ, ছি-এফ এণ্ড্ৰুজ আৰু কংগ্ৰেছৰ লগত সংশ্লিষ্ট নথকা বহুত বিশিষ্ট লোকৰে চহী আছিল। আন্দামানৰ বন্দীসকলৰ প্ৰতি আৰু বেচি মানৱীয় ব্যৱহাৰ আৰু তেওঁলোকক ভাৰতীয় জেললৈ বদলি কৰিববলৈ অনুৰোধ কৰি তাত লিখা হৈছিল। ভাৰত চৰকাৰৰ স্বৰাষ্ট্ৰ সচিবে এই আৱেদনৰ প্ৰতি অসন্তোষ প্ৰকাশ কৰি আৰু বন্দী-সকলৰ প্ৰতি সহানুভূতি দেখুৱাই চহী কৰাসকলৰ চোকা সমালোচনা কৰিলে। পিচত মোৰ যিমানদূৰ মনত পৰে, এই ধৰণৰ সহানুভূতি প্ৰকাশ কৰাটো বঙ্গদেশত অপৰাধ বুলি ধৰা হৈছিল।

আইন-অমান্য আন্দোলন স্থগিত ৰখাৰ দ্বিতীয় ছসপ্তাহ শেষ হোৱাৰ আগতেই দেৰাদুন জেলত আমি বতৰা পালোঁ, গান্ধীজীয়ে আকৌ ঘৰুৱা বৈঠক আহ্বান কৰিছে। দুই-তিন শ মানহ গোট খালে আৰু গান্ধীজীৰ নিৰ্দ্দেশত সাৰ্ব্বজনীন-ভাৱে আইন-অমান্য আন্দোলন স্থগিত ৰাখি ব্যক্তিগত আইন-অমান্যৰ অনুমতি দিয়া হ'ল আৰু সকলো ধৰণৰ গোপন উপায় নিষিদ্ধ কৰা হ'ল। এই সিদ্ধান্তই কিবা যে নতুন আশাৰ সঞ্চাৰ কৰিলে সি নহয়, তথাপি মই এই বিষয়ে একো আপত্তি নকৰিলোঁ। সাৰ্ব্বজনীন আইন-অমান্য স্থগিত ৰখাৰ অৰ্থ বাস্তৱ অৱস্থাক স্বীকাৰ কৰি লৈ তাকে চলি থাকিবলৈ দিয়া, কাৰণ দৰাচলতে আইন-অমান্য আন্দোলন তেতিয়া জনসাধাৰণৰ আন্দোলন নাছিল। আমি যে কিবা কৰি আছোঁ, তাকে দেখুৱাবলৈ গোপনে কাম কৰাটো এটা ভুৱাহে মাত্ৰ। ইয়াৰপৰা আমাৰ আন্দোলনৰ দুৰ্ব্বলতাহে প্ৰকাশ পাইছিল।

পুণাৰ আলোচনাত আমাৰ বৰ্ত্তমান অৱস্থা আৰু আমাৰ লক্ষ্যৰ বিষয়ে আলোচনা নোহোৱাত মই আচৰিত হ'লো। মনত বেয়াও লাগিল। প্ৰায় দুবছৰ তীব্ৰ সংঘৰ্ষ আৰু দমন-নীতিৰ পিচত কংগ্ৰেছপন্থীসকল একে লগ লাগিছে, এই সময় খিনিৰ ভিতৰতে ভাৰতত আৰু বৃহত্তৰ জগতত ক'ত কি যে ঘটিছে; শাসনতন্ত্ৰ সংস্কাৰত বৃটিছ চৰকাৰৰ প্ৰস্তাৱ থকা "হোৱাইট পেপাৰ"খনো প্ৰকাশ হৈছে। এই সময়ত বলেৰে আমাৰ মুখ বন্ধ কৰি ৰখা হৈছিল; আনফালে মূল বিষয়বিলাক অস্পষ্ট কৰি তুলিবৰ কাৰণে বিকৃত প্ৰচাৰকাৰ্য্য অনবৰত চলিছিল। চৰকাৰৰ সমৰ্থকসকলে যে কৈছেই, উদাৰপন্থী আৰু আন আন বহুতেও প্ৰায়েই ক'বলৈ ধৰিছে বোলে কংগ্ৰেছে স্বাধীনতা লাভৰ উদ্দেশ্য পৰিত্যাগ কৰিছে। মোৰ মতে অন্ততঃ আমাৰ ৰাজনৈতিক উদ্দেশ্যৰ ওপৰত বেচি গুৰুত্ব দি তাক আকৌ স্পষ্ট-ভাৱে প্ৰকাশ কৰা উচিত আছিল আৰু সম্ভৱ হ'লে তাৰ লগত সামাজিক আৰু অৰ্থনৈতিক উদ্দেশ্যবিলাকে প্ৰকাশ কৰিব লাগিছিল। কিন্তু তাৰ সলনি আইন-অমান্য ব্যক্তিগতভাৱে হ'ব, গুপ্তভাৱে হ'ব নে প্ৰকাশ্যভাৱেই হ'ব—তাতে সমালোচনা

আৰম্ভ থাকিল। চৰকাৰ লগত শান্তি স্থাপনৰ অদ্ভুত প্ৰস্তাৱো তাত উঠিছিল। মোৰ যিখিনি মনত পৰে, গান্ধীজীয়ে বৰলাটৰ লগত দেখা কৰিবলৈ অনুমতি বিচাৰি টেলিগ্ৰাম কৰিলে, বৰলাটে উত্তৰ দিলে, "নহ'ব"। আকৌ গান্ধীয়ে তাৰ পিচতো দ্বিতীয়বাৰ টেলিগ্ৰাম কৰি "সন্মানজনক শান্তি সম্পৰ্কে" অলপ উল্লেখ কৰিলে। যেতিয়া চৰকাৰে বিজয়-গৰ্ব্বে জাতিটোক সকলো প্ৰকাৰে হেঁচা মাৰি ধৰিবলৈ চেষ্টা কৰিছে, যেতিয়া মানুহে আন্দামানত সঁজোত ধৰি প্ৰাণত্যাগ কৰিছে, তেতিয়া সেই শান্তি আৰু ক'ৰপৰা আহিব? কিন্তু মই জানো সদায় শান্তিৰ কাৰণে সাজু থকাই গান্ধীজীৰ স্বভাৱ।

দমন-নীতি পূৰ্ণ বেগে চলিবলৈ ধৰিলে। জনসাধাৰণৰ স্বাধীন কাৰ্য্য বন্ধ কৰিবৰ কাৰণে ৰচনা কৰা বিশেষ আইনবিলাক কাৰ্য্যকৰী হৈয়েই থাকিল। আন কি ১৯৩৩-ৰ ফেব্ৰুৱাৰী মাহত মোৰ দেউতাৰ বছৰেকীয়া সোঁৱৰণী-সভা অ-কংগ্ৰেছী লোকেই আহ্বান কৰিছিল আৰু ছাৰ তেজবাহাদুৰ ছাপ্ৰুৰ নিচিনা এজন বিশিষ্ট মধ্যম-পন্থী নেতাই ইয়াৰ সভাপতি হ'ব বুলি ঘোষণা কৰা হৈছিল, তথাপি পুলিচে সভা বন্ধ কৰি দিলে আৰু ভৱিষ্যতলৈ কি ধৰণৰ অনুগ্ৰহ পোৱা হ'ব তাকো কল্পনা কৰি ল'বৰ কাৰণে আমাক "হোৱাইট পেপাৰ" উপহাৰ দিলে।

সেইখনো কম দলিল নহয়, পঢ়িবলৈ ধৰিলেই উশাহ-নিশাহ বন্ধ হৈ আহে। ভাৰতক এখন গৌৰৱময় ৰাষ্ট্ৰত পৰিণত কৰা হ'ব, আৰু সেই যুক্তৰাষ্ট্ৰত দেশীয় ৰাজ্যৰ সামন্ত প্ৰতিনিধিসকল আহি দম-দমনি মাৰিবহি। কিন্তু দেশীয় ৰাজ্যবিলাকৰ ওপৰত বাহিৰপৰা কোনো হস্তক্ষেপ সহ্য কৰা নহ'ব, তাত বিশুদ্ধ স্বেচ্ছাতন্ত্ৰ চলি থাকিব। সাম্ৰাজ্যবাদৰ প্ৰকৃত শিকলি-ধাৰৰ শিকলিয়ে—আমাক সদায় লণ্ডন নগৰীৰ লগত বান্ধি ৰাখিব আৰু বেঙ্ক অৱ ইংলণ্ডই ৰিজাৰ্ভ বেঙ্কৰ যোগেদি আমাৰ মুদ্ৰা-নীতি আৰু বিনিময় হাৰ নিয়ন্ত্ৰণ কৰিব। সকলো ধৰণৰ ন্যস্তস্বাৰ্থ ৰক্ষাৰ দুৰ্ভেদ্য ব্যৱস্থা থাকিব আৰু লগতে নতুন নতুন ন্যস্তস্বাৰ্থও তাৰ লগত যোগ হ'ব। এই ন্যস্তস্বাৰ্থৰ সুবিধাৰ কাৰণে আমাৰ ৰাজহ টেটুলৈকে বন্ধক থাকিব। মহান আৰু আমাৰ অতি আদৰৰ ইম্পিৰিয়েল ছাৰ্ভিছৰ গাত অকণো ছাট নপৰিব। সি আমাৰ আয়ত্তৰ বাহিৰত থাকি আমাক স্বায়ত্ত শাসনৰ শিক্ষা দি থাকিব। প্ৰাদেশিক স্বায়ত্ত শাসন দিয়া হ'ব হয় কিন্তু দয়ালু আৰু সৰ্ব্বশক্তিমান গৰ্ৱণৰে ডিক্টেটৰ ৰূপে আমাক শান্ত ৰাখিব। সকলোৰে ওপৰত থাকিব সৰ্ব্বশ্ৰেষ্ঠ মহা ডিক্টেটৰ বৰলাট। যি ইচ্ছা তাকে কৰিবৰ কাৰণে তেওঁৰ হাতত সকলো ক্ষমতা থাকিব আৰু ইচ্ছামতে তেওঁ যিহকে তিহকে বাধাও কৰিব পাৰিব। ঔপনিৱেশিক চৰকাৰ সৃষ্টিৰ কাৰণে বৃটিছ শাসক সম্প্ৰদায়ৰ সৃষ্টিৰ ক্ষমতাই ইমান অদ্ভুতভাৱে কেতিয়াও গা দেখা দিয়া নাই আৰু হিটলাৰ আৰু মুছলিনিয়ে প্ৰশংসাৰ চকুৰে ভাৰতৰ বৰলাটৰ ফালে চাই নিশ্চয় ঈৰ্ষা অনুভৱ কৰিব।

ভাৰতৰ হাত-ভৰি কট্‌কটীয়াকৈ বান্ধিবৰ কাৰণে শাসনতন্ত্ৰ ৰচনা কৰাৰ পিচত "বিশেষ দায়িত্ব" আৰু ৰক্ষা-কৱচৰ কিছুমান অতিৰিক্ত ধাৰা যোগ কৰি দিয়া হ'ল যাতে এই দুৰ্ভগীয়া বন্দী দেশে এখোজ লৰ-চৰ কৰিব নোৱাৰে। নেভিল [illegible]ৰাৰ-

লেইনে কোৱাৰ দৰে—“মানুহৰ বুদ্ধিৰে যিমান ধৰণৰ পাৰি ৰক্ষা-কৱচৰ উদ্ভাৱন কৰি সেই ৰক্ষা-কৱচেৰে প্রস্তাৱবিলাক ভালকৈ ৰক্ষা কৰিবলৈ তেওঁলোকে পাৰে-মানে যত্ন কৰিছে।”

তাৰ পিচত আমাক আৰু শুনাই দিয়া হ'ল যে এই অনুগ্ৰহৰ দাম হিচাপে বহুত টকা দিব লাগিব—প্ৰথমে একেলগে কেইকোটিমান টকা; পিচত বছৰেকীয়া কিস্তি। উপযুক্ত মূল্য নিদিলে আমি স্বৰাজৰ আশীৰ্ব্বাদ পাব নোৱাৰোঁ। আমি অতিপাত ভুল ধাৰণাৰ কাৰণে ভাবোঁ যে ভাৰত দুখীয়া, বোজা অতি গধুৰ হৈ পৰিছে, ভাৰ কমাবৰ কাৰণে আমি স্বাধীনতা লাভ কৰিবলৈ আশা কৰোঁ। এই কাৰণেই জনসাধাৰণে স্বাধীনতা লাভৰ বাবে আগ্ৰহ কৰে। কিন্তু এতিয়া বুজা গল সেই বোজা আৰু গধুৰ হৈহে উঠিব।

ভাৰতীয় সমস্যাৰ এই হাঁহি উঠা সমাধান বৃটিছসকলে যথেষ্ট দয়া কৰিহে দিছিল আৰু আমাক দেখুৱাই দিছিল আমাৰ শাসকসকল কিমান উদাৰ! ইয়াৰ আগতে আৰু কোনো সাম্ৰাজ্যবাদী শক্তিয়ে পৰাধীন জাতিক ইমানখিনি ক্ষমতা আৰু সুযোগ দিয়া নাই। ইমানখিনি উদাৰতা দিয়া দেখি কিছুমানে ভয় খাই প্ৰতিবাদ কৰিবলৈ ধৰিলে। তেওঁলোকৰ লগত, সেই উদাৰ দাতাসকলৰ ইংলণ্ডত তুমুল তৰ্ক চলিবলৈ ধৰিলে। তিনিখন ঘূৰণীয়া মেজ-মেলৰ বৈঠক, অসংখ্য কমিটী আৰু পৰামৰ্শ-সভা তিনি বছৰ জুৰি অনেক গণ্য-মান্য লোক ভাৰত আৰু ইংলণ্ডৰ ভিতৰত অহা যোৱা কৰাৰ ফল হ'লগৈ এইটো।

কিন্তু বিলাতগমন পৰ্ব্ব এতিয়াও শেষ হোৱা নাই। বৃটিছ পাৰ্লিয়ামেণ্টে নিযুক্ত কৰা “জইণ্ট ছিলেক্ট কমিটী”য়ে ‘হোৱাইট পেপাৰ’ লৈ বিচাৰ কৰিবলৈ বহিল, কেইজনমান ভাৰতীয় লোক সাক্ষী বা এছেছৰ হিচাপে গ'ল। লণ্ডনত আৰু কিছুমান কমিটী বহিল। বিনা খৰচত অহা-যোৱা আৰু বিলাতত থকাৰ লোভত যি কোনো প্ৰকাৰ সদস্য পদৰ কাৰণে নিজৰ মৰ্য্যাদা হানি কৰিও মানুহে তলে তলে কটা-আঁজোৰা কৰিবলৈ ধৰিলে। ‘হোৱাইট পেপাৰ'ৰ শিলৰ দৰে কঠিন ধাৰাবিলাক দেখিও বীৰসকলে ভয় নেখালে। সাগৰেদি বা বিমানেদি যোৱাৰ বিপদ-বিঘিণি আছে। লণ্ডনত গৈ থকাও বিপদৰ কথা। কিন্তু তেওঁলোকে সেইবোৰ কোনো কথাই নহয় বুলি ভাবিলে। বক্তৃতা দিয়াত তেওঁলোক পাৰ্গত, কথা-বতৰা চোৱা-চিন্তাতো পাৰ্গত—এই গোটেইখিনি পাৰ্গতালি লৈ তেওঁলোকে ‘হোৱাইট পেপাৰ'ৰ ধাৰাবিলাক পৰিবৰ্ত্তন কৰাৰ চেষ্টাত লাগি গ'ল। তেওঁলোকে জানিছিল আৰু কৈছিল যে ফল লাভৰ কোনো আশাই নাই। সেইবুলি তেওঁলোক পাঁচ-হোঁহকা লোক নহয়, তেওঁলোকৰ যি ক'বলগীয়া আছে, সেইখিনি তেওঁলোকে কৈহে এৰিব, তেহেলৈ শুনিবলৈ কোনোবা থওক বা নথওক। এওঁলোকৰ ভিতৰৰে বৃটিছ সহযোগী দলৰ এজন নেতা, সকলো গুচি যোৱাৰ পিচতো লণ্ডনত বৈ গ'ল। ইংলণ্ডৰ নেতৃস্থানীয় লোকসকলৰ লগত বাৰে বাৰে তেওঁ সাক্ষাৎ কৰিবলৈ ধৰিলে; বহুতো ‘ডিনাৰ’ খালে আৰু সেই সুযোগতে তেওঁ বিচৰা ৰাজনৈতিক পৰিবৰ্ত্তনৰ বিষয়ে তেওঁলোকক বুজাবলৈ যত্ন কৰিবলৈ ধৰিলে। তেওঁ স্বদেশলৈ উভতি আহি আশা পালি বৈ থকা ভাৰতবাসীক শুনালে যে তেওঁৰ গাত মাৰাঠীৰ ধৈৰ্য্য আৰু

অধ্যৱসায় আছে যেতিয়া তেওঁ কৰ্ত্তব্য পালনত বিমুখ হোৱা নাই। লণ্ডনত থাকি অৱশেষত তেওঁৰ ক'বলগীয়াখিনি কৈহে আহিছে।

দেউতাই প্ৰায়েই এটা আপত্তি কৰা মনত আছে, তেওঁৰ বন্ধুসকলে বোলে ৰসিকতা কৰিব নেজানে। ধেমালি কৰিবলৈ যাওঁতে তেওঁ বহুত সময়ত হেনো বিপদত পৰিব লগা হৈছিল। কাৰণ তেওঁলোকে তেওঁৰ ৰসিকতা বুজি নেপাইছিল। পিচত তেওঁ গৈ বুজাই বৰাই তেওঁলোকক শান্ত কৰিহে ৰক্ষা পাইছিল! মহা আপদৰ কথা! ৰণ-বলিয়া মাৰাঠীসকলৰ অতীত বীৰত্বই অকল নহয়, আমাৰ জনসাধাৰণৰ সংগ্ৰামত লগোৱা বৰ্ত্তমান বীৰত্বৰ কথাও মই ভাবোঁ। ভাগিলেও ভিৰ নোখোৱা সেই মহান আৰু দুৰ্দ্দমনীয় তিলকৰ কথাও সততে মনলৈ আহে।

উদাৰপন্থীসকলেও 'হোৱাইট পেপাৰ' একেবাৰেই বেয়া বুলিলে। ভাৰতত দিনৰ পিচত দিন ধৰি যি দমন-নীতি চলিছিল, তাকো তেওঁলোকে ভাল বুলি নেভাবিছিল, কেতিয়াবা তাৰ প্ৰতিবাদো তেওঁলোকে কৰিছিল, কিন্তু তাৰ লগতে কংগ্ৰেছ আৰু তাৰ কাৰ্য্যপদ্ধতিৰ নিন্দা কৰিবলৈকো নেপাহৰিছিল। তেওঁলোকে কেতিয়াবা কেতিয়াবা কোনো কোনো কংগ্ৰেছনেতাক জেলৰপৰা মুকলি কৰি দিবৰ কাৰণে চৰকাৰক পৰামৰ্শ দিয়ে—তেওঁলোকৰ চিনাকি মানুহৰ স্বাৰ্থৰ ফালৰপৰাই ভবাটো তেওঁলোকৰ অভ্যাস। উদাৰপন্থী আৰু বৃটিছসহযোগীসকলে যুক্তি দেখুৱাইছিল যে, অমুক-তমুকক এৰি দিলে বৰ্ত্তমান জনসাধাৰণৰ শান্তি ভংগ হোৱাৰ ভয় নাই। যদি সেই মানুহজন ভালমতে নচলে, তেতিয়া চৰকাৰৰ পক্ষে তেওঁক আকৌ গ্ৰেপ্তাৰ কৰাৰ বাট মুকলিয়েই থাকিব আৰু তেতিয়া চৰকাৰৰ কাৰ্য্য যে যুক্তিপূৰ্ণ আছিল তাৰ আৰু বেচি প্ৰমাণ ওলাব। এইবিলাক যুক্তি দেখুৱাই ইংলণ্ডত কোনো কোনোৱে অতিপাত মৰমিয়াল হৈ কাৰ্য্যকৰী সমিতিৰ কেই জনমান সদস্য বা বিশেষ কোনো মানুহৰ মুক্তিৰ কাৰণে আৱেদন কৰিবলৈ ধৰিলে। আমি যেতিয়া জেলত, তেতিয়া যিসকল ভদ্ৰলোকে আমাৰ কথা ভাবিছে, তেওঁলোকৰ প্ৰতি আমি কৃতজ্ঞতা প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰোঁ। পিচে কেতিয়াবা কেতিয়াবা মনত ভাব হয় এইসকল মৰমিয়াল বন্ধুৱে আমাৰ কথা এৰি দিলেই ভাল হ'লহে'তেন। তেওঁলোকৰ সাধু উদ্দেশ্যত আমি অকণো সন্দেহ নকৰোঁ; কিন্তু তেওঁলোকে যে সম্পূৰ্ণৰূপে বৃটিছ চৰকাৰৰ মতবাদ গ্ৰহণ কৰিছে সেইটো দেখা কথা আৰু তেওঁলোকৰ আৰু আমাৰ মাজত ব্যৱধান বহুত বেচি।

উদাৰপন্থীসকলেও ভাৰতৰ এইবিলাক ঘটনা বৰ সুবিধাজনক যেন নেপালে, তেওঁলোকে অশান্তি বোধ কৰিলে; কিন্তু কৰিলেও তেওঁলোকে এতিয়া কৰে কি? চৰকাৰৰ বিৰুদ্ধে কোনো কাৰ্য্যকৰী পন্থা লোৱাটো তেওঁলোকৰ ধাৰণাৰ অতীত। কেৱল নিজৰ বেলেগ সত্তা ৰক্ষা কৰিবৰ কাৰণে তেওঁলোকে জনসাধাৰণ বা দেশকৰ্ম্মীসকলৰ ওচৰৰপৰা বহুত দূৰলৈ গুচি গৈছিল আৰু উটি-ভাঁহি তেওঁলোকে এনেকুৱা ঠাই পালেগৈ য'ত তেওঁলোকৰ মতবাদ চৰকাৰৰ মতবাদৰ লগত বেলেগ বুলি ভবাই টান। সংখ্যাত তেওঁলোকৰ প্ৰভাৱ-প্ৰতিপত্তি নাই। গতিকে তেওঁলোকে গণ-আন্দোলনৰ কোনো বিশেষ পৰিৱৰ্ত্তন ঘটাব নোৱাৰে। কিন্তু তেওঁলোকৰ মাজত কেইজনমান বিখ্যাত আৰু জনাজাত মানুহ আছে, যিসকল ব্যক্তিগতভাৱে শ্ৰদ্ধাৰ

পাত্ৰ। এইসকল নেতাই আৰু গোটেই উদাৰপন্থী আৰু বৃটিছ সহযোগীসকলে বিপদৰ সময়ত চৰকাৰী নীতি সমৰ্থন কৰি বৃটিছ চৰকাৰৰ যথেষ্ট সেৱা কৰিছিল। কাৰ্য্যকৰী সমালোচনা নোহোৱাত আৰু উধাৰপন্থী দল নিমাতে থাকি অনুমোদন কৰাৰ ফলত চৰকাৰে বল প্ৰয়োগ কৰিছিল আৰু অৰাজকতা চলাবলৈ চল পাইছিল। এনেকৈয়ে যি সময়ত চৰকাৰে নিজেই দমন-নীতি যুক্তিপূৰ্ণ হৈছে বুলি প্ৰমাণ কৰিবলৈ উঠি-পৰি লাগিছিল, সেই সময়ত উদাৰপন্থী আৰু বৃটিছ সহযোগীসকলে নোহোৱা-নোপজা এটা চোকা দমন-নীতিৰ প্ৰতি নৈতিক সমৰ্থন জনাইছিল।

উদাৰপন্থী নেতাসকলে ক'বলৈ ধৰিলে, "হোৱাইট পেপাৰ" বেয়া—অতিপাত বেয়া। কিন্তু কি কৰা হ'ব? ১৯৩৩-ৰ এপ্ৰিল মাহত কলিকতাত মধ্যমপন্থীসকলৰ বৈঠক বহিল। উদাৰপন্থী নেতাসকলৰ ঘাই মুখপাত্ৰ শ্ৰীশ্ৰীনিবাস শাস্ত্ৰীয়ে ক'লে যে, শাসনতন্ত্ৰৰ পৰিৱৰ্ত্তন যিমান অসন্তোষজনকেই নহওক লাগিলে তেওঁলোকে তাকে লৈয়েই কাম কৰা উচিত। তেওঁ ক'লে "এতিয়া থিয় হৈ থাকি ঘটনাৰ গতি নিৰীক্ষণ কৰি থকা সময় নহয়।" তেওঁৰ মতে কেৱল এটা কাম কৰিব পাৰি, সেইটো হৈছে যিখিনি দিয়া হৈছে, তাকে লৈ কাম কৰা। সেয়ে নহ'লে অকৰ্ম্মণ্য হৈ বহি থাকিবলগীয়া হয়। তেওঁ আৰু কৈছিল–"আমাৰ যদি বুদ্ধি, অভিজ্ঞতা, আত্মসংযম, লোকক বুজাই কাম কৰি ল'বৰ ক্ষমতা, শান্ত স্বভাৱ আৰু প্ৰকৃত যোগ্যতা - এইবিলাক গুণ থাকে, তেন্তে পূৰ্ণোদ্যমে সেইবিলাক দেখুওৱাৰ এতিয়া সময় আহিছে।" কলিকতাৰ 'ষ্টেট্‌ছমেন' কাকতে এই আৱেগপূৰ্ণ আবেদনৰ বিষয়ে মন্তব্য কৰিলে, "সি বোলে চিক্‌মিকাই থকা বাণী" (শ্বাইনিং ৱাৰ্ডচ্‌)।

শ্ৰীশাস্ত্ৰীয়ে সদায় আৱেগপূৰ্ণ বক্তৃতা দিয়ে। বক্তৃতা দিবৰ কাৰণে উপযুক্ত শব্দ বিচাৰি লোৱাত আৰু ঝঙ্কাৰপূৰ্ণভাৱে তাক ব্যৱহাৰ কৰাত তেওঁৰ বৰ ৰাপ। কিন্তু তেওঁৰ উৎসাহ অতি বেছি হ'লে তেওঁ নিজকে পাহৰি পেলায় আৰু তেতিয়া নিজে সাজি লোৱা শব্দ-গাঁথনিৰ যাদু-মন্ত্ৰ আনৰ ওপৰত আন কি তেওঁৰ নিজৰ ওপৰতে খটাব নোৱাৰা হয়। আইন-অমান্য আন্দোলন চলি থকা সময়ত কলিকতাত ১৯৩৩-ৰ এপ্ৰিল মাহত দিয়া এই আবেদন বিশেষভাৱে আলোচনা কৰি চাব পাৰি। মূল নীতি বা উদ্দেশ্য বাদ দিও দুটা বিষয়ে তাক আলোচনা কৰিবলগীয়া আছে। প্ৰথম যি ঘটনাই নহওক, বৃটিছ চৰকাৰে আমাক যিমানেই অপমান, অত্যাচাৰ, আৰু পৰাজয় আৰু শোষণ নকৰক লাগিলে, আমি তাক মানি ল'বই লাগিব। আমি এটা নিৰ্দ্দিষ্ট সীমা অতিক্ৰম কৰা উচিত নহ'ব, কিন্তু সেই সীমাৰেখা কেতিয়াও আঁকিব নোৱাৰি। পোক-পৰুৱা এটায়ো এনে অৱস্থাত লৰ-চৰ কৰে, কিন্তু শ্ৰীশাস্ত্ৰীৰ উপদেশ মতে ভাৰতবাসীয়ে সেইখিনি কৰাও উচিত নহ'ব। তেওঁৰ মতে আন পথ নাই। ইয়াৰ অৰ্থ এই যে তেওঁ নিজৰ ফালৰপৰা বৃটিছ চৰকাৰৰ সিদ্ধান্তবিলাক গ্ৰহণ কৰা আৰু তাৰ প্ৰতি আনুগত্য প্ৰকাশ কৰাই ধৰ্ম্ম (সেই দুৰ্ভগীয়া শব্দটো যদি ব্যৱহাৰ কৰিব পাৰোঁ)। আমি বিচাৰোঁ নিবিচাৰোঁ সকলোৱে মিলি অদৃষ্ট, নিয়তি বা 'কিস্মট'ক গ্ৰহণ কৰিবলৈ বাধ্য।

• এইটোও মন কৰিবলগীয়া কথা যে তেওঁ কোনো নিশ্চিত আৰু চিনাকি পৰিস্থিতি সম্পৰ্কে উপদেশ দিয়া নাই। শেহত যে ভাল একো নহ'বগৈ, সেই

সম্পৰ্কে সকলোৰে থূলমূল ধাৰণা থাকিলেও শাসনতন্ত্ৰৰ 'সাল-সলনি' তেতিয়াও গঠন কৰা হৈয়ে আছিল। তেওঁ যদি ক'লেহেঁতেন বোলে 'হোৱাইট পেপাৰ'ৰ প্ৰস্তাৱবিলাক বেয়া হ'লেও সকলো ফালৰপৰা বিবেচনা কৰি মই কৈছোঁ সেইবিলাক আইনত পৰিণত হ'লে, তাকে লৈ কাম কৰা উচিত, তেতিয়াও তেওঁৰ উপদেশ ভালেই হওক, বেয়াই হওক অন্ততঃ তাৰ লগত বাস্তৱ পৰিস্থিতিৰ সংশ্ৰৱ থাকিলহেঁতেন। কিন্তু শ্ৰীশাস্ত্ৰীয়ে আৰু এখোপ ওপৰলৈ গৈ ক'লে—শাসনতান্ত্ৰিক পৰিৱৰ্ত্তন, যিমানেই অসন্তোষজনক নহওক লাগিলে, তেওঁৰ উপদেশ একেই থাকিব। জাতিৰ অতি মৰ্ম্মান্তিক বিষয় লৈয়ো তেওঁ শুদা কাগজত চহী দি বৃটিছ চৰকাৰৰ হাতত দিবলৈ সাজু হৈ থাকে। কোনো মানুহ বা দলে আগলৈ কি হ'ব নজনাকৈয়ে যিহকে তিহকে এটা মানি লোৱা ভাব কেনেকৈ যে দেখুৱব পাৰে, মই বুজি নেপাওঁ। কি জানিবা এওঁলোকৰ কোনো নীতি বা নৈতিক বা ৰাজনৈতিক মানদণ্ড নাই। এওঁলোকৰ মূলমন্ত্ৰ আৰু কৰ্ম্মনীতি হ'ল শাসকসকলৰ হুকুম বা আদেশ অকণো নোচোৱা নিচিন্তাকৈ অনুগতভাৱে মানি লোৱা।

দ্বিতীয় বিষয়টো হ'ল কৰ্ম্ম-কৌশলৰ কথা। নতুন শাসন-সংস্কাৰ আইনত পৰিণত হোৱাৰ দীঘলীয়া বাটত 'হোৱাইট পেপাৰ' এখন জিৰণিৰ ঠাই। চৰকাৰৰ ফালৰপৰা এই জিৰণিৰ ঠাই কণৰ আৱশ্যক আছে—কিন্তু ইয়াৰ পিচৰখিনি বাটত আৰু এনেকুৱা বহুত অৱস্থা আছে যিবিলাক পিচত গৈ ভালো হ'ব পাৰে, বেয়াও হ'ব পাৰে। বেলেগ বেলেগ স্বাৰ্থৰ ফালৰপৰা বৃটিছ চৰকাৰ তথা পাৰ্লামেণ্টৰ ওপৰত হেঁচা দিয়াৰ ওপৰতে ই নিৰ্ভৰ কৰে। এই টনাটনিত ভাৰতীয় উদাৰপন্থী-সকলক হাত কৰিবৰ কাৰণে চৰকাৰে প্ৰস্তাৱবিলাক আৰু বেচি উদাৰ কৰিব পাৰিলে-হেঁতেন—বা অন্ততঃ অধিকাৰ খৰ্ব্ব কৰাৰপৰা বিৰত থাকিব পাৰিলহেঁতেন বুলি অনুমান কৰিব পাৰি। কিন্তু গ্ৰহণ কৰা হ'ব নে নহয়, নতুন শাসনতন্ত্ৰ লৈ কাম কৰা হ'ব নে নহয়, এই প্ৰশ্ন উঠাৰ বহুত আগতেই শ্ৰীশাস্ত্ৰীৰ স্পষ্ট ঘোষণাৰপৰা বৃটিছ চৰকাৰে ভালকৈ বুজিলে যে, তেওঁলোকে ভাৰতীয় উদাৰপন্থীসকলক সম্পূৰ্ণৰূপে আওকাণ কৰিব পাৰে। এওঁলোকক হাত কৰাৰ কোনো কথাই নুঠে। এওঁলোকক ঠেলি বগৰাই দিলেও এওঁলোকে চৰকাৰক নেৰে। কলিকতাত শ্ৰীশাস্ত্ৰীৰ বক্তৃতা যিমান পাৰি উদাৰনৈতিক দৃষ্টিৰে বিবেচনা কৰি মোৰ ভাব হ'ল কৰ্ম্মকৌশল হিচাপেও ই অতি বেয়া আৰু উদাৰপন্থীসকলৰ উদ্দেশ্যও ইয়াৰ দ্বাৰা ব্যাহত হৈছে।

শ্ৰীশাস্ত্ৰীৰ বক্তৃতাৰ ওপৰত ইমানখিনি লিখিবলৈ আগবঢ়াৰ কাৰণ এইটো নহয় যে, সেই বক্তৃতা বা কলিকতাৰ সেই উদাৰপন্থী বৈঠকৰ কিবা বৰ ডাঙৰ গুৰুত্ব আছে; উদাৰপন্থী নেতাসকলৰ মনস্তত্ত্ব আৰু মানসিক অৱস্থা বুজিবৰ কাৰণে আগ্ৰহ কৰিয়েইহে তাক আলোচনা কৰিলোঁ। এওঁলোক যোগ্য আৰু শ্ৰদ্ধাভাজন লোক। তথাপি সংসাৰৰ সকলো সদিচ্ছা লৈয়ো তেওঁলোকে কিয় তেনেকুৱা কাম কৰে, মই বুজিবলৈ একেবাৰেই অক্ষম। জেলত শ্ৰীশাস্ত্ৰীৰ আৰু এটা বক্তৃতা পঢ়িছিলোঁ। সেই বক্তৃতাৰ কথাও মই ভাবিবলৈ বাধ্য হ'লোঁ। ১৯৩৩-ৰ জুন মাহত পুণাত তেওঁ "ছাৰ্ভেণ্টছ অৱ্ ইণ্ডিয়া, ছোইটি"ত (তেওঁ তাৰ সভাপতি) এটা বক্তৃতা দিছিল। বাতৰিৰ মতে বৃটিছসকল হঠাৎ ভাৰতৰপৰা গুচি গ'লে ভাৰতৰ কি বিপদ হ'ব, তালৈ

তেওঁ আঙুলিয়াই দিছিল—ৰাজনৈতিক আন্দোলনত অতিপাত ঘৃণা, উৎপীড়ন, এদলে আন এদলৰ ওপৰত কৰা অত্যাচাৰৰ বোলে কোব চৰিব। সিপিনে বৃটিছ ৰাজনৈতিক জীৱনত সহনশীলতা এটা ডাঙৰ গুণ। গতিকে যিমানেই বৃটিছৰ লগত সহযোগিতাৰে ভাৰতৰ ভৱিষ্যত নিৰ্ম্মাণ কৰা হ'ব, তেওঁৰ মতে সিমানেই ইয়াতো সহনশীলতাই বিৰাজ কৰিব বুলি আশা কৰিব পাৰি। জেলত থাকোঁতে মই 'ষ্টেট্‌ছমেন' কাকতত প্ৰকাশ হোৱা শ্ৰীশাস্ত্ৰীৰ বক্তৃতাৰ সাৰাংশৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হৈছে। 'ষ্টেটছমেনে' মন্তব্য কৰিছে, "ই অতি সুন্দৰ নীতি। আমি দেখিছোঁ ডক্টৰ মুঞ্জেয়ো সেই মৰ্ম্মেই বক্তৃতা দিছে।" শ্ৰীশাস্ত্ৰীয়ে বোলে ৰুছিয়া, ইটালি, আৰু জাৰ্ম্মানীত স্বাধীনতা খৰ্ব্ব কৰা আৰু তাত চলি থকা অমানুষিক আৰু বৰ্ব্বোচিত কাৰ্যবিলাকৰ কথাও উল্লেখ কৰিছিল।

এইখিনি পঢ়ি মোৰ প্ৰথমেই মনত পৰিল, ভাৰত আৰু বৃটেইন সম্পৰ্কে শ্ৰীশাস্ত্ৰীৰ দৃষ্টিভঙ্গীৰ লগত বৃটিছ ৰক্ষণশীল দলৰ কি আচৰিত মিল! সৰুসুৰা কথাত কিবা অমিল থাকিলেও মূল মতবাদ একেই। নিজৰ বিশ্বাসৰ ওপৰত আঘাত নকৰাকৈয়ে মিঃ উইনষ্টন চাৰ্চ্চিলে ঠিক এই ভাষাতে বক্তৃতা দিব পাৰিলেহেঁতেন। তথাপি বোলে শ্ৰীশাস্ত্ৰী উদাৰপন্থীসকলৰ মাজতো বাওঁপন্থী আৰু তেওঁলোকৰ এজন সুযোগ্য নেতা।

মোৰ ভয় হয়, জগতৰ ঘটনা-প্ৰবাহ সম্পৰ্কে বিশেষকৈ ভাৰত আৰু বৃটেইন সম্পৰ্কে শ্ৰীশাস্ত্ৰীৰ বুৰঞ্জীৰ ব্যাখ্যা আৰু তেওঁৰ মতবাদ মই মানি লবলৈ সম্পূৰ্ণ অক্ষম। বোধহয় ইংৰাজৰ বাহিৰে আন কোনো বিদেশীয়েও তাক মানি নলব আৰু প্ৰগতিশীল মতবাদী বহুত ইংৰাজেও বেলেগ মত অৱলম্বন কৰিব। বৃটিছ শাসক সম্প্ৰদায়ৰ ৰঙীন বিতচকু পিন্ধি জগৎ আৰু স্বদেশক চোৱাৰ অতি অদ্ভুত ক্ষমতা তেওঁ অৰ্জ্জন কৰিছে। তথাপি ই অতি আচৰিত কথা যে যোৱা ওঠৰ মাহ ধৰি ভাৰতত দিনৰ পিচত দিন যি ঘটিছিল আৰু তেওঁৰ বক্তৃতাৰ সময়তো যি ঘটি আছিল তেওঁ বক্তৃতাত তাক ঘুণাক্ষৰেও উল্লেখ কৰা নাই। তেওঁ ৰুছিয়া, জাৰ্ম্মানী, ইটালিৰ কথা কৈছে, কিন্তু তেওঁৰ স্বদেশত চলি থকা দমন-নীতি আৰু সকলো ধৰণৰ স্বাধীনতা বিলোপ কৰাৰ ব্যৱস্থাৰ বিষয় একো কোৱা নাই। সীমান্ত প্ৰদেশ আৰু বঙ্গদেশৰ ভয়াবহ ঘটনাবিলাকৰ বিষয়ে তেওঁ নেজানিবও পাৰে তাকে সিদিনা কংগ্ৰেছ সভাপতিৰ অভিভাষণত ৰাজেন্দ্ৰবাবুৱে 'বঙ্গৰ ওপৰত বলাৎকাৰ' বুলি কৈছে কাৰণ সংবাদ-নিয়ন্ত্ৰণ আৰু আৰু সাৱধানে গোপন কৰি ৰখাৰ কাৰণে বহুত ঘটনাই প্ৰকাশ হোৱা নাই। কিন্তু, ভাৰতৰ মৰ্ম্মবেদনা, প্ৰৱল প্ৰতিপক্ষৰ লগত তেওঁৰ জাতিয়ে স্বাধীনতাৰ কাৰণে যি জীৱন-মৰণ সংঘৰ্ষত নামিছে, তাকো তেওঁ পাহৰি গ'ল নে? বহুত ঠাই জুৰি পুলিচৰাজ প্ৰতিষ্ঠা–প্ৰায় সামৰিক আইনৰ ওচৰা-উচৰি অৱস্থা, অনশন, ধৰ্ম্মঘট, কাৰাগাৰৰ কষ্ট—এইবিলাক কেনেকুৱা তেওঁ নাজানে নে কি? যি সহনশীলতা আৰু স্বাধীনতাৰ কাৰণে তেওঁ বৃটেইনক প্ৰশংসা কৰি তৎ পোৱা নাই, সেই বৃটেইনে যে ভাৰতত তাৰ মেৰুদণ্ড ভাঙি দিছে তাক তেওঁ বুজি পোৱা নাইনে?

তেওঁ কংগ্ৰেছৰ লগত একমত হওক নহওক, একো কথা নাই। কংগ্ৰেছৰ নীতি

সমালোচনা বা নিন্দা কৰাৰ অধিকাৰ তেওঁৰ নিশ্চয় আছে; কিন্তু এজন ভাৰতীয় হিচাপে, স্বাধীনতা প্ৰেমিক হিচাপে, আত্ম-মৰ্য্যাদাৰ জ্ঞান থকা লোক হিচাপে তেওঁৰে দেশৰ নৰ-নাৰীসকলৰ আচৰিত সাহস আৰু আত্মত্যাগে তেওঁৰ মনত কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে? আমাৰ শাসকসকলে যেতিয়া ভাৰতৰ বুকুত কুঠাৰাঘাত কৰিছিল, তেতিয়া তেওঁ কোনো দুখ পোৱা নাছিলনে? তেওঁৰ অন্তৰ ভাগি যোৱা নাছিলনে? অহংকাৰী সাম্ৰাজ্যবাদীৰ বাহুবলৰ ওচৰত যিসকলে মূৰ নোদোঁৱাও বুলি নোদোঁৱালে, বৰং শাৰীৰিক উৎপীড়ন সহ্য কৰি থাকিল, চকুৰ আগতে ঘৰ ভাগি যোৱা, নিজৰ আত্মীয় স্বজনে জীয়াতু ভোগা চাই থাকিল, সেই হেজাৰ হেজাৰ মানুহ তেওঁৰ কাৰণে একো নহয়নে? আমি জেলত আৰু জেলৰ বাহিৰতো লোকক দেখুৱাই হাঁহিছোঁ, কিন্তু আমাৰ সেই হাঁহি প্ৰায়েই চকুপানীত তিতি থকা হাঁহি আৰু কান্দোনৰে এটা ৰূপান্তৰ মাথোন।

সাহসী আৰু উদাৰ ইংৰাজ মিঃ ভেৰিয়াৰ এলুইনে তেওঁৰ প্ৰতিক্ৰিয়াৰ বিষয়ে আমাক কৈছে। ১৯৩০ চনত তেওঁ লিখিছে "সমগ্ৰ জাতিটোৱে মানসিক দাসত্বৰ বান্ধোন ছিঙি দলিয়াই পেলাই নিৰ্ভীকভাৱে আত্মমৰ্য্যাদা ৰক্ষা কৰিছে; দেখিলে বিস্ময় মানিব লাগে।" তেওঁ আকৌ কৈছে "সত্যাগ্ৰহ আন্দোলনত কংগ্ৰেছৰ প্ৰায় সকলো স্বেচ্ছাসেবকে যি আচৰিত শৃংখলা দেখুৱাইছে, এজন প্ৰাদেশিক গৱৰ্ণৰেও আন কি উদাৰভাৱে তাক স্বীকাৰ কৰিছে "

শ্ৰীশ্ৰীনিবাস শাস্ত্ৰী সহানুভূতিশীল আৰু যোগ্য লোক, দেশবাসীয়ে তেওঁক শ্ৰদ্ধা কৰে, সংঘৰ্ষৰ সময়ত দেশবাসীৰ কাৰণে যে তেওঁৰ ভিতৰতো তেনে ধৰণৰ প্ৰতিক্ৰিয়া নহ'ব, তেওঁৰ অন্তৰতো তেনে ধৰণৰ সমবেদনা নুপজিব, বিশ্বাস নহয়। চৰকাৰে সকলো ব্যক্তি-স্বাধীনতা হেঁচি ধৰা আৰু সকলো ধৰণৰ ৰাজহুৱা কাম-কাজ বন্ধ কৰাৰ বিপক্ষে তেওঁ প্ৰবল মত প্ৰকাশ কৰিব বুলি সকলোৱে আশা কৰিছিল। বহুতে আৰু আশা কৰিছিল তেওঁ আৰু তেওঁৰ লগৰীয়া কৰ্ম্মীসকলে পীড়িত অঞ্চলত সীমান্ত প্ৰদেশ আৰু বংগদেশত গৈ নিজ চকুৰে সকলো চাই আহিব - কংগ্ৰেছ বা আইন-অমান্য আন্দোলনক সহায় কৰিবৰ কাৰণে নহয়, পুলিচ আৰু চৰকাৰী কৰ্ম্মচাৰীসকলৰ অত্যাচাৰৰ ঘটনাসমূহ প্ৰচাৰ কৰি তাক ৰোধ কৰাৰ কাৰণে। আন আন দেশৰ স্বাধীনতা আৰু ব্যক্তিস্বাধীনতা ভাল পোৱা লোকসকলে সাধাৰণতে তাকেই কৰে। কিন্তু তাকে নকৰি, শাসকসকলে যেতিয়া ভাৰতৰ নৰ-নাৰীৰ বুকুত গচকি গৈছে আৰু আন কি অতি সাধাৰণ ব্যক্তিস্বাধীনতাও নাইকিয়া কৰি পেলাইছে, তেতিয়া অন্ততঃ আচলতে কি ঘটিব লাগিছে তাক জানিবলৈ চেষ্টা নকৰি, তেওঁ বৃটিছক সহনশীলতা আৰু স্বাধীনতাৰ প্ৰমাণ-পত্ৰ দিবলৈহে ভাল পালে- আৰু তাকো এনে এটা সময়ত, যেতিয়া বৃটিছ শাসিত ভাৰতত এই দুটা গুণ দূৰবত লাগিলেও পোৱা নগৈছিল। শাসকসকলক তেওঁ নৈতিক সমৰ্থন দিছিল আৰু তেওঁলোকৰ দমন-নীতিক আৰু বেচি উদগণি দিছিল।

মোৰ দৃঢ় বিশ্বাস, তেওঁ সেইটো কৰিবলৈ বিচৰা নাছিল, বা তেওঁ নিজে খি কৰিছে, তাৰ ফলাফল কি হ'ব জানি সেইদৰে কৰা নাছিল। কিন্তু তেওঁৰ বক্তৃতাৰ

ফলাফল যে সেইটোৱেই হ'বগৈ তাত সন্দেহ নাই। তেন্তেনো কিয় বাৰু তেনেকৈ ভাবে আৰু কামবোৰ কৰে ?

মই এই প্ৰশ্নৰ কোনো সজ উত্তৰ বিচাৰি পোৱা নাই, বৰং দেখিছোঁ উদাৰপন্থীসকল তেওঁলোকৰ স্বদেশবাসীৰপৰা বেলেগ হৈ পৰিছে আৰু আধুনিক চিন্তাধাৰাৰ লগত সকলো সম্পৰ্ক ছিঙি পেলাইছে। তেওঁবিলাকে যিবিলাকে জপা-পুৰণি পুথি পঢ়ে, সেইবিলাকে তেওঁলোকৰ চকুৰপৰা ভাৰতৰ জনসাধাৰণক ঢাকি ৰাখে আৰু কিবা নিজকে চাই নিজে মুগ্ধ হৈ থকাৰ অৱস্থা সৃষ্টি কৰে। আমি ফাটেকত পৰোঁ, ছেলৰ মাজত আমাৰ শৰীৰ আৱদ্ধ হৈ থাকে কিন্তু আমাৰ মন থাকে মুক্ত, আত্মা ভয়হীন। কিন্তু তেওঁলোকে নিজৰ ধাৰণামতে মনৰ কাৰাগাৰ ৰচনা কৰি তাতে ঘূৰি-পকি ফুৰে, তাৰপৰা বাহিৰ ওলাবলৈ বাট বিচাৰি নেপায়। তেওঁলোকে সংসাৰত যি আছে, যি ঘটিছে তাকে ভাল বুলি পূজা কৰি থাকে, কিন্তু যেতিয়া পৰিবৰ্ত্তনশীল জগতে পুৰণি-অৱস্থা সলাই নতুন অৱস্থা পায়, তেতিয়া তেওঁলোকে নিজকে গুৰি-বঠা নোহোৱা, চুম্বক নোহোৱা অৱস্থাৰ নাৱিক যেন পায়, মন আৰু শৰীৰ যেন দুয়োটাৰে নিঠৰুৱা কোনো আদৰ্শ নোহোৱা, নৈতিকতা নোহোৱা অৱস্থা। আমাৰ কিন্তু এটা কথা—হয় আগলৈ গৈ থাকিম, নহয় ঠেলা খাই পৰি যাম। গতিশীল জগতত আমি স্থিৰ হৈ থাকিব নোৱাৰোঁ। পৰিবৰ্ত্তন আৰু গতিশীলতাৰ ভয়ত উদাৰপন্থীসকলে তেওঁলোকৰ চাৰিওফালে চলি থকা ধুমুহাত ত্ৰস্ত হৈ থাকে। তেওঁলোকৰ হাত-ভৰিত বল নাই, আগলৈ যাব নোৱাৰে। সেই কাৰণে তেওঁলোকে ইফালৰ গতাঁত সিফালে পৰে, সিফালৰ গতাঁত ইফালে পৰে, আগত খেৰকুটা এডাল পালে তাতে খামুচি ধৰে। ভাৰতীয় ৰাজনীতিৰ নাটঘৰত তেওঁলোক জানিবা হেমলেট্—চিন্তা-জৰ্জ্জৰিত, জীৰ্ণ-শীৰ্ণ বদন, সদা সন্দেহবাদী সংশয়াকুল আৰু মানসিক স্থিৰতাহীন।

"সময়ৰ ঠেৰু ছিগি গৈছে। কি দুৰ্ভাবনা!
তাকে পোনাবলৈ আক' মোৰ জন্ম।"

সাদিনীয়া কাকত "ছাৰ্ভেণ্ট অৱ ইণ্ডিয়া"ই আইন-অমান্য আন্দোলনৰ শেষৰ ফালে কংগ্ৰেছৰ লোকসকলক এইবুলি দোষাৰোপ কৰিছিল যে, তেওঁলোকে ফাটেকলৈ যাবলৈকো নিপাতী, গৈয়েই আকৌ ওলাই আহিবলৈকো নিপাতী। খঙেৰে তেওঁলোকে লিখিছিল সেইটোৱেই হেনো কংগ্ৰেছৰ একমাত্ৰ নীতি। ইয়াৰ পৰিৱৰ্ত্তে আমি দেখাত উদাৰপন্থীসকলৰ নীতি হ'ল বৃটিছ মন্ত্ৰীসকলক ইংলণ্ডত লগ ধৰিবলৈ সজাতী দল পঠোৱা, নহ'লেবা ইংলণ্ডলৈ গৈ শাসনতন্ত্ৰ পৰিৱৰ্ত্তনৰ কাৰণে কাকুতি-মিনতি কৰা।

অৱশ্যে কিছু পৰিমাণে এই কথা সঁচা যে তেতিয়া ঘাইকৈ কংগ্ৰেছৰ এই কামৰ নীতি আছিল অধ্যাদেশবিধি আৰু আন আন দমননীতিমূলক ব্যৱস্থাবিলাক অমান্য কৰা। তাৰ ফলত কাৰাদণ্ড হৈছিল। ইয়ো অৱশ্যে সঁচা যে, কংগ্ৰেছ আৰু গোটেই জাতিটো দীঘলীয়া সংঘৰ্ষত ভাগৰি পৰিছিল আৰু চৰকাৰৰ ওপৰত তেওঁলোকে লাভজনকভাৱে হেঁচা দিব নোৱাৰিছিল। কিন্তু তথাপি তাৰ এটা বাস্তৱ আৰু নৈতিক মূল্যও আছিল।

ভাৰতবৰ্ষই যি নওঠা দমন-নীতি সহি থাকিবলগীয়া হৈছিল, শাসকসকলৰ পক্ষে সি এটা খৰচী ব্যৱস্থা হৈ পৰিছিল। আন কি তেওঁলোকৰ কাৰণেও ই বৰ দুখজনক মানসিক অস্থিৰতাৰ সৃষ্টি কৰিছে আৰু তেওঁলোকে জানিছে যে ই শেহত তেওঁলোকৰ ভোট দুৰ্ব্বল কৰি পেলাবগৈ। ইয়াৰ ফলত নিৰ্য্যাতিত লোকসকলৰ আৰু জগতৰ আগত তেওঁলোকৰ শাসনৰ প্ৰকৃত স্বৰূপ প্ৰকাশ পাব। তেওঁলোকে লোহাৰ মুঠি লুকুৱাবলৈ ভেলভেটৰ হাতমোজা পিন্ধে। ভালকৈ ফঁহিয়াই চালে দেখা যাব, ফলাফলৰ প্ৰতি কেৰেপ নকৰি জনসাধাৰণে যেতিয়া চৰকাৰৰ ইচ্ছাৰ ওচৰত মূৰ নোদোঁৱায়, তেতিয়া তেওঁলোকক নিয়ন্ত্ৰণ কৰাৰ চেষ্টা চৰকাৰৰ পক্ষে বিপজ্জনক আৰু অনিষ্টকাৰকো। গতিকেই দমন-নীতিমূলক ব্যৱস্থাৰ বিৰুদ্ধে মুকলিভাৱে কৰা সাময়িক আৰু স্থানীয় বিৰোধিতাৰো মূল্য আছে। ইয়াৰপৰা জনসাধাৰণৰ মাজত দৃঢ়তা জাগি উঠে আৰু চৰকাৰৰ মনৰ শক্তি দুৰ্ব্বল হৈ পৰে।

নৈতিক ফালৰপৰা ইয়াৰ গুৰুত্ব অতি বেচি। থুৰ'ই এটা স্মৰণীয় অধ্যায়ত কৈছে, "নৰ-নাৰীসকল যেতিয়া অন্যায়ভাৱে জেললৈ যাবলগীয়া হয়, তেতিয়া ন্যায়-পৰায়ণ প্ৰত্যেক নৰ-নাৰীৰ স্থানো সেই জেলতেই।" এই উপদেশ উদাৰপন্থী আৰু আন আন বহুতেই শুনিবলৈ বেয়া পাব। কিন্তু বৰ্ত্তমান অৱস্থাৰ মাজত যে নৈতিক জীৱন অসহ্য আমি বহুতেই তাক অনুভৱ কৰিছিলোঁ।

আইন-অমান্য আন্দোলনৰ কথা এৰি দিলেও আমাৰ নগৰীয়া বহুত কৰ্ম্মী সদায় জেলত থাকে আৰু ৰাষ্ট্ৰৰ দমন-নীতিৰ অস্ত্ৰই অনবৰত আমাকো কষ্ট দিছিল আৰু জনসাধাৰণকো শুহি শুহি খোৱাত সহায় কৰিছিল। আমাক যেন লোৱে সন্দেহৰ চকুৰেই চায়, নিজৰ দেশতে আমি তেনে এটা ভাব লৈ ফুৰিব লগা হয়। চোৰাংচোৱা ছাঁৰ দৰে পাচে পাচে ঘূৰে, আমাৰ প্ৰত্যেকটো কথা অতি যত্নে টুকি লোৱা হয়, জানোচা আমি সৰ্ব্বব্যাপী 'বিদ্ৰোহ' কৰোঁ, আইন ভংগ কৰি পেলাওঁ। আমাৰ চিঠি-পত্ৰ খুলি চোৱা হয়, নিষেধাজ্ঞা আৰু গ্ৰেপ্তাৰৰ সম্ভাৱনা সদায় থাকে। আমি বাছি লব লাগিব—হয় ৰাষ্ট্ৰ শক্তিৰ ওচৰত আমি হীন আনুগত্য স্বীকাৰ কৰোঁ, বা আত্মিক অধঃপতন হ'বলৈ এৰি দিওঁ, বা আমাৰ হাতত যি শক্তি আছে তাক অস্বীকাৰ কৰোঁ, যাক আমি হীন বুলি জানো তাক স্বীকাৰ কৰি নৈতিক বেশ্যাবৃত্তি গ্ৰহণ কৰোঁ নহ'লেবা, ফলাফল সম্পৰ্কে কেৰেপ নকৰি ইয়াৰ প্ৰতিশোধ লওঁ। কোনেও ইচ্ছা কৰি জেললৈ নেযায় বা বিপদ চপাই নলয়। কিন্তু সময়ে সময়ে বহুত কিবা-কিবিৰ পৰিৱৰ্ত্তেই জেললৈ যাবলৈ বাঞ্ছা কৰে। বাৰ্ণাৰ্ড শ্বই কোৱাৰদৰে—"যিটো তুমি হীন বুলি জানা, আনৰ প্ৰভাৱত আহি সেই উদ্দেশ্যতে নামিব লগা হোৱাৰ দৰে দুখৰ কথা জীৱনত আৰু একো নাই। আন শোচনীয় বিষয়ত, হয় দুৰ্ভাগ্য নহয় মৃত্যু; কিন্তু একমাত্ৰ ইয়েই দুখ, দাসত্ব মৰ্ত্ত্যৰ নৰক।"

## দীঘলীয়া কাৰাদণ্ডৰ সামৰণি

ফাটেকৰপৰা মুক্তি পাবলৈ আৰু সৰহ দিন নাই। "সজ ব্যৱহাৰৰ কাৰণে" সাধাৰণ নিয়ম মতে মোৰ অলপ দণ্ড ৰেহাই হৈছিল; অৰ্থাৎ বছৰৰ ভিতৰতে ছাৰে তিনি মাহ কম হৈছিল। মোৰ মনৰ শান্তি বা জেলত থাকিলে স্বাভাৱিকতে যি

নিস্তেজ অৱসাদপূৰ্ণ ভাব দেখা যায়, সি জেলৰপৰা মুক্তি পোৱাৰ সম্ভাৱনাত জোকাৰ খাই উঠিল। মই উত্তেজনা বোধ কৰিবলৈ ধৰিলোঁ। বাহিৰত গৈ মই কি কৰিম? অতি কঠিন প্ৰশ্ন। উত্তৰ দিবলৈ গৈ মই কেৰোঁ-ঘেহোঁ কৰিবলৈ ধৰিলোঁ, এই প্ৰশ্নই মোৰ মুক্তিৰ আনন্দ-ফেৰা আঁতৰাই নিলে। কিন্তু ইয়ো এটা সাময়িক মনৰ বিকাৰ, মোৰ বলেৰে হেঁচি ৰখা শক্তি মূৰ দাঙি উঠিল। মই বাহিৰলৈ যাবলৈ বিয়াকুল হৈ উঠিলোঁ।

১৯৩৩-ৰ জুলাই মাহৰ শেহ ছোৱাত এটা বৰ দুখৰ খবৰ পাই মোৰ মনত বৰ দুশ্চিন্তা হ'ল—যতীন্দ্ৰমোহন সেনগুপ্তৰ বোলে হঠাৎ মৃত্যু হৈছে। কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিত যে আমি বহু বছৰ ধৰি একেলগে কাম কৰিছিলোঁৱেই তাৰ উপৰি মোৰ কেম্‌ব্ৰিজৰ ছাত্ৰ-জীৱনৰ আদি কাল ছোৱাতো মই তেওঁৰ সংশ্ৰৱত আছিলোঁ। কেম্‌ব্ৰিজতে আমাৰ প্ৰথম দেখাদেখি হৈছিল। মই প্ৰথম গৈছোঁ আৰু তেওঁ সেই বছৰ ডিগ্ৰী লৈছে।

অন্তৰীণত আৱদ্ধ থকা অৱস্থাত সেনগুপ্তৰ মৃত্যু হৈছে। ১৯৩২ চনৰ আগছোৱাত ইউৰোপৰপৰা উভতি অহাৰ পিচত বোম্বাইত জাহাজৰ ওপৰতে তেওঁক গ্ৰেপ্তাৰ কৰি ৰাজবন্দী কৰা হয়। তাৰ পিচৰপৰাই তেওঁ বন্দী বা অন্তৰীণ অৱস্থাত আবদ্ধ আছিল আৰু তাৰপৰাই তেওঁৰ স্বাস্থ্য ভংগ হয়। চৰকাৰে তেওঁক বহুত ধৰণৰ সুবিধা দিছিল, তথাপি তেওঁৰ ৰোগৰ কোনো উপশম নহ'ল। কলিকতাত তেওঁৰ শৱ-সৎকাৰৰ সময়ত তেওঁক শ্ৰদ্ধা জনাবলৈ বিৰাট জনতাৰ সমাগম হৈছিল। এনেকুৱা লাগিছিল, বঙ্গৰ অন্তৰৰ বহু দিনৰ ৰুদ্ধ বেদনাই খন্তেকৰ কাৰণে হ'লেও যেন প্ৰকাশৰ বাট বিচাৰি পাইছে।

সেনগুপ্তও গ'ল। আৰু এজন ৰাজবন্দী সুভাষচন্দ্ৰ বসুও কেইবা বছৰো অন্তৰীণ হৈ থকাত তেওঁৰো স্বাস্থ্যৰ অৱনতি হৈছে। অৱশেষত চৰকাৰে তেওঁক চিকিৎসাৰ কাৰণে ইউৰোপলৈ যাবলৈ অনুমতি দিলে। সুপ্ৰসিদ্ধ নেতা বিঠলভাই পেটেল ইউৰোপত অসুস্থ অৱস্থাত। আৰু কত জনৰ যে জেল-জীৱনৰ শাৰীৰিক দুখ আৰু বাহিৰৰ অক্লান্ত পৰিশ্ৰমত স্বাস্থ্য ভাগি পৰিছে! মৃত্যু হৈছে!! বাহিৰত দেখাত একে থাকিলেও অস্বাভাৱিক জীৱন যাপন কৰাৰ কাৰণে কত জনৰ মনত অতিপাত খেলি-মেলি অৱস্থা হৈ গৈছে নানা ধৰণৰ বিকৃতিয়ে মনত দেখা দিছে।

গোটেই দেশেই যি ভয়ঙ্কৰ দুখ নীৰৱে সহিব লাগিছে, সেনগুপ্তৰ মৃত্যুত সি স্পষ্টভাৱে মনত পৰিল। মোৰ যেন দেহ-মন দুয়োটা অৱসন্ন হৈ পৰিল। কিহৰ কাৰণে এইবোৰ? ক'ত ইয়াৰ পৰিণতি?

স্বাস্থ্য বিষয়ত মই ভাগ্যৱান। কংগ্ৰেছৰ কামৰ কষ্ট আৰু অনিয়মিত জীৱন যাপন কৰিব লগা হোৱাতো মোৰ স্বাস্থ্য মূঠতে ভালেই আছিল। ইয়াৰ কাৰণ, দেউতাৰপৰা মই সুগঠিত দেহ লাভ কৰিছিলোঁ। মই শৰীৰৰ প্ৰতি যত্নও লৈছিলোঁ। ৰোগ, দুৰ্ব্বল শৰীৰ আৰু অতিপাত মেদ, এই তিনিওটাকে মই দেখিব নোৱাৰিছিলোঁ। নিয়মিত ব্যায়াম, মুকলি বতাহ আৰু সবল আহাৰ এই তিনি উপায়ে মই সেইবিলাকৰপৰা হাত সাৰি আছিলোঁ। মোৰ নিজৰ অভিজ্ঞতা এই যে, মধ্যবিত্ত শ্ৰেণীৰ মানুহে প্ৰয়োজনতকৈ বেচি গুৰুপাকী খাদ্য খাই প্ৰায়েই বেমাৰ ভোগে।

(অপব্যয় কৰিব পৰাকৈ যাৰ টকা আছে, তাৰ গাতেই এইটো খাটে।) অতি মৰমিয়াল মাকে অতিৰিক্ত মিঠা আৰু খাবলৈ ভাল লগা আহাৰেৰে অতিভোজন কৰাই সৰু কালেপৰাই ল'ৰা-ছোৱালীৰ শৰীৰত বদ্‌হজমৰ ভেটি গঢ়ে। আমাৰ দেশত ল'ৰা-ছোৱালীক বৰ বেছিকৈ কাণি-কাপোৰেৰে নুৰিয়াই-ঘুৰিয়াই ৰখা হয়। ভাৰতত ইংৰাজসকলেও অতিভোজন কৰে; পিছে তেওঁলোকৰ আহাৰত ঘি'উ-মছলা কম থাকে। বোধহয় এপুৰুষ আগৰ ইংৰাজতকৈ তেওঁলোক কিছু উন্নত হৈছে, কাৰণ আগৰ লোকসকলে অতিপাত গৰম বস্তু আৰু উৎপতীয়াকৈ খোৱা-পিয়া কৰিছিল।

খোৱাৰ বিষয়ত মোৰ বিশেষ ৰাপ বুলিবলৈ একোতে নাই; কেৱল অতি-ভোজন আৰু গুৰুপাক আহাৰ মই বাদ দি ফুৰোঁ। আন আন কাশ্মীৰী ব্ৰাহ্মণ-সকলৰ দৰেই আমাৰ পৰিয়ালতো মাংস ভোজন নিষিদ্ধ নহয়, সৰু কালৰেপৰাই মোৰ মাংস ভোজনৰ অভ্যাস। পিছে মাংস মোৰ বৰ প্ৰিয় খাদ্য নহয়। ১৯৩০ চনত অসহযোগ আন্দোলন আৰম্ভ হোৱাৰেপৰা মই মাংস খোৱা বাদ দি নিৰামুহীয়া হৈছিলোঁ। ইউৰোপলৈ গৈ অৱশ্যে মাংস খাইছোঁ। ভাৰতলৈ উভতি আহি আকৌ নিৰামিষ ভোজন আৰম্ভ কৰিছোঁ আৰু এতিয়ালৈকে প্ৰায় তেনেকৈয়ে চলিছোঁ। মাংস ভোজন মোৰ শৰীৰত সহ্য হয়, কিন্তু মাংস খোৱাটো কুৰুচিৰ চিন বুলিয়েই মই তাক ভাল নেপাইছিলোঁ।

১৯৩২-ত এবাৰ মোৰ স্বাস্থ্য বেয়া হৈছিল। কেইমাহমান সদায় সদায় অলপ জ্বৰ উঠিছিল। তাৰ কাৰণে মোৰ স্বাস্থ্যৰ গৰ্ব্ব ক্ষুণ্ণ হোৱাত মই আমান পাইছিলোঁ। ইমান দিন যি জীৱন আৰু শক্তিৰ প্ৰাচুৰ্য্য মই অনুভৱ কৰিছিলোঁ, এই প্ৰথম তাৰ ওপৰত সন্দেহৰ ছাঁ পৰিল। ক্ৰমে ক্ৰমে হোৱা স্বাস্থ্যৰ অৱনতি আৰু জৰাজীৰ্ণ অৱস্থাৰ বিভীষিকা চকুৰ আগত দেখি ভয় খালোঁ। মই যে মৃত্যুৰ ভয়ত অস্থিৰ হৈছিলোঁ সি নহয়, কিন্তু লাহে লাহে শাৰীৰিক আৰু মানসিক বল ক্ষয় হৈ যোৱাটো বেলেগ কথা। সি যি কি নহওক মোৰ ভয় অলপ অতিৰঞ্জিতই আছিল। সেই অসুস্থতা জয় কৰি মই শৰীৰটোক আয়ত্তৰ ভিতৰলৈ আনিলোঁ। জাৰকালি বহুত পৰ ৰ'দত থাকি মই সুস্থ বোধ কৰিবলৈ ধৰিলোঁ। মোৰ জেলৰ লগৰীয়া-সকলে যেতিয়া কোট পিন্ধি কাপোৰ গাত লৈ জাৰত কঁপি থাকে মই তেতিয়া মহানন্দে উদং গাৰে ৰ'দ পুৱাওঁ।

ব্যায়ামৰ ভিতৰত শিৰ শাসন কৰি মই বেছি ভাল পাওঁ—ই দুই হাতৰ আঙুলি জোৰা লগাই মাটিত হাত লুটিয়াই থৈ তাতে মূৰৰ গলধনৰ ফালটো ধৰি, মাটিত কিলাকুটিৰে ভেজাদি ওপৰলৈ ভৰি আৰু তললৈ মূৰ কৰি কৰা ব্যায়াম। শৰীৰৰ ফালৰপৰা মোৰ শিৰ শাসন বৰ ভাল লাগে, আৰু ভাল লাগে এই কাৰণেই যে ইয়াৰপৰা মোৰ মনটোও ভালে থাকে। অলপ হাঁহি উঠা ধৰণৰ এই ভংগীত মোৰ মনৰ অৱস্থা ভাল হয় আৰু জীৱনৰ খেলিমেলিবোৰ সহিবলৈ শক্তি পাওঁ।

মোৰ সাধাৰণ স্বাস্থ্য ভালেই। সুস্থ দেহৰপৰা হোৱা আনন্দেৰেই মই জেল-জীৱনত অপৰিহাৰ্য্য অৱসাদখিনি অতিক্ৰম কৰি যাব পাৰিছোঁ। তাৰপৰাই জেলৰ ভিতৰতে হওক, বাহিৰতে হওক, সদায় সলনি হৈ থকা অৱস্থাৰ মাজতো নিজকে

উপযোগী কৰি লৈছোঁ। মই জীৱনত বহুত আঘাত পাইছোঁ, আঘাতৰ মুহূৰ্ত্তত এনেকুৱা লাগে মই যেন লুটিখাই পৰি যাম। কিন্তু বিস্ময়েৰে মই লক্ষ্য কৰিছোঁ—ভবিব নোৱাৰা কম সময়ৰ ভিতৰতে মই নিজকে চম্ভালি লৈছোঁ। মোৰ যে স্বভাৱ শান্ত আৰু সংযত তাৰ এটা প্ৰমাণ হৈছে যে, বেয়া ধৰণৰ মূৰৰ কামোৰ বা টোপনি-নহা ৰোগ মোৰ কেতিয়াও হোৱা নাই। আধুনিক সভ্যতাৰ সাধাৰণ ব্যাধিবিলাকো মোৰ নাই, আন কি অতিৰিক্ত লেখা-পঢ়া কৰাতো মোৰ দৃষ্টিশক্তি বেয়া নহয়, বিশেষকৈ জেলত কম পোহৰত লেখা-পঢ়া কৰাতো মোৰ দৃষ্টিশক্তি বেয়া হোৱা নাই। এজন চকু বিশেষজ্ঞই যোৱা বছৰ মোৰ উৎকৃষ্ট দৃষ্টিশক্তি দেখি মুগ্ধ হৈছিল। আঠ বছৰ আগতে তেওঁ ভৱিষ্যদ্বাণী কৰিছিল মই বোলে দুই-এবছৰৰ ভিতৰতে চছমা লব লাগিব। তেওঁ অতিপাত ভুল কৰিছে, কাৰণ মই এতিয়াও চছমা নোহোৱাকৈয়ে কাম চলাই আছোঁ। এইবিলাক ঘটনাই যদিও মোৰ শান্তি আৰু সংযমৰ চিনাকি দিয়ে তথাপি কৈ থওঁ, যি মানুহৰ সদায় মগজু ধীৰ আৰু সকলো অৱস্থাতে সংযত, সেইবিলাককৈ মোৰ বৰ ভয় লাগে।

মই যেতিয়া জেলৰপৰা মুক্তি পাবৰ কাৰণে বৈ আছোঁ, তেতিয়া বাহিৰত আইন-অমান্য আন্দোলনৰ নতুন পৰ্য্যায় আৰম্ভ হৈছে। গান্ধীজী এই আন্দোলনৰ আগ-শাৰীলৈ আহিবলৈ সাজু হ'ল আৰু কৰ্ত্তৃপক্ষক জনালে যে, তেওঁ পহিলা আগষ্টৰপৰা গুজৰাটৰ খেতিয়কসকলৰ মাজত আইন-অমান্য আন্দোলন প্ৰচাৰ কৰিবলৈ যাব। তেওঁক তৎক্ষণাৎ গ্ৰেপ্তাৰ কৰা হ'ল। তেওঁৰ এবছৰ ফাটেক হ'ল আৰু আৰু যাৰৱেডা জেললৈ তেওঁ উভতি গ'ল। তেওঁৰ ফাটেক হোৱাত মই আনন্দ পালোঁ। কিন্তু সোনকালেই নতুন সমস্যাই দেখা দিলে। গান্ধীজীয়ে ফাটেকৰ পৰা আগৰ দৰেই হৰিজন আন্দোলন চলাবলৈ সুবিধা লাগে বুলি দাবী কৰিলে, চৰকাৰে কিন্তু নেমানিলে। হঠাৎ আমি শুনিলোঁ, এই কথা লৈ তেওঁ লঘোন ব্ৰত আৰম্ভ কৰিলে। সামান্য কথা এটা লৈ এনেকুৱা বিপজ্জনক কাম কৰিবলৈ যোৱাটো না-ভূত না-শ্ৰুত কথা যেন লাগে। চৰকাৰৰ লগত তৰ্ক-যুক্তিত তেওঁ ভুল নকৰিবও পাৰে, কিন্তু তেওঁৰ সিদ্ধান্ত যুক্তিপূৰ্ণ হৈছে বুলি উপলব্ধি কৰা মোৰ পক্ষে টান হ'ল। আমাৰ কৰিবলৈ একোৱেই নাই, নিৰুপায় হৈ ঘটনাৰ প্ৰতি লক্ষ্য কৰি থাকিলোঁ।

এসপ্তাহ লঘোনৰ পিচতেই তেওঁৰ অৱস্থা বৰ বেয়া হ'ল। তেওঁক হস্পিটাললৈ নিয়া হ'ল, কিন্তু বন্দী অৱস্থাতো চৰকাৰে হৰিজন আন্দোলন পৰিচালনাৰ কাৰণে সুবিধা দিবলৈ মান্তি নহ'ল। তেওঁ জীৱনৰ আশা এৰি দিলে (আগৰ বাৰ লঘোন ধৰোঁতে এই আশা আছিল) আৰু ক্ৰমে নিজকে মৰণ-পথলৈ আগুৱাই নিবলৈ ধৰিলে। শেষ সময় উপস্থিত যেন লাগি আহিল। তেওঁ সকলোৰেপৰা বিদায় ল'লে আৰু তেওঁ ব্যক্তিগত ব্যৱহাৰৰ যি কেইটা বস্তু আছিল, সিয়ো নাৰ্চ আৰু আন আনবিলাকৰ মাজত বাঁটি দিলে। কিন্তু চৰকাৰৰ এই অভিপ্ৰায় নাছিল যে তেওঁলোকৰ হাততে তেওঁৰ প্ৰাণ যাওক। সেইদিনা আবেলিয়েই তেওঁক মুক্তি দিয়া হ'ল। অলপৰ কাৰণেই তেওঁ সেই বাৰলৈ ৰক্ষা পৰিল। বোধহয় আৰু এদিন গ'লেই সময় অতীত হৈ গ'লহেঁতেন, ই বোধহয় ছি. এফ.

এণ্ড্ৰুজৰ চেষ্টাৰ ফল। গান্ধীজীয়ে বাধা দিয়াতো তেওঁ লৰালৰিকৈ ভাৰতলৈ উভতিছিল।

ইতিমধ্যে মই দেৰাদুন জেলৰপৰা আন আন জেলত দেড় বছৰ কটাই আকৌ ১৩ আগষ্টত নাইনি জেললৈ উভতি আহিলোঁ, তেতিয়াই অসুখৰ কাৰণে আইক হস্পিটাললৈ লৈ যোৱা বুলি খবৰ আহিল। আইৰ অৱস্থা সংকটাপন্ন বুলি ১৯৩৩-ৰ ৩০ আগষ্টৰ দিনা মই মুক্তি পালোঁ। সাধাৰণভাৱে মই পুৰাপুৰি ফাটেক হোৱা গোটেই সময়খিনি থাকিবলগীয়া হ'লে ১২ ছেপ্টেম্বৰত মুক্তি পালোঁ-হেঁতেন। প্ৰাদেশিক চৰকাৰে মোক আৰু তেৰদিন ফাটেকৰ কাল কমাই দিলে।

## গান্ধীজীৰ লগত দেখা-সাক্ষাৎ

ফাটেকৰপৰা মুক্তি পোৱাৰ পিচতেই মই লক্ষ্ণৌত আইৰ নৰিয়া-পাটীৰ ওচৰ পালোঁগৈ আৰু তেওঁৰ লগত কেইদিনমান থাকিলোঁ। বহু দিনৰ পিচত জেলৰপৰা ওলাই অনুভৱ কৰিলোঁ পাৰিপাৰ্শ্বিক অৱস্থাৰপৰা মই একেবাৰেই বিচ্ছিন্ন হৈ পৰিছোঁ। সকলোৰে মনৰ ভাব যেনেকুৱা হয়, তেনেকৈয়ে ময়ো আচৰিত হৈ অনুভৱ কৰিলো যে মই ফাটেকত লৰ-চৰ নকৰাকৈ সোমাই থাকোঁতেও জগৎ চলি আছিল, কত যে পৰিৱৰ্ত্তন হ'ল। ল'ৰা-ছোৱালীবিলাক ডাঙৰ হ'ল, জনম-মৰণ, বিয়া-বাৰু, মৰম-চেনেহ, কাজিয়া-পেচাল, খেল-ধেমালি, কাম-কাজ, সুখ-দুখৰ আৱৰ্ত্তন চলিয়েই আছিল। জীৱনৰ নতুন আকৰ্ষণ, আলোচনা-বিলোচনাৰ নতুন বিষয়, যি দেখো শুনো সকলো অলপ নভৱা-নিচিন্তা, বিস্ময়কৰ—মোক পাচ পেলাই থৈ জীৱন যেন আগবাঢ়ি গৈছে। ই বৰ সুখৰ অনুভূতি নহয়। অলপ দিনৰ ভিতৰতেই পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ খুৱাই ল'লোঁ, কিন্তু কোনো উৎসাহ বোধ নকৰিলোঁ। মই বুজিলোঁ কেইদিনমানৰ কাৰণে জেলৰপৰা মুকলি হৈছোঁ মাথোন, সোনকালেই কিজানি আকৌ উভতি যাব লাগিব। যিটো সোনকালেই এৰি যাব লাগিব তাৰ লগত খাপ খুৱাই লবলৈ চেষ্টা কৰি কি হ'ব?

ৰাজনীতিৰ ফালৰপৰা ভাৰত তেতিয়া আগৰ সময়ৰ তুলনাত কিছু শান্ত। আন্দোলন আৰু সেই সম্পৰ্কীয় কাজ-কাম চৰকাৰে সংযত আৰু দমন কৰি পেলাইছে। কেঁতিয়াবাহে কাৰবাক গ্ৰেপ্তাৰ কৰা হয়। কিন্তু ভাৰতৰ এই নিস্তব্ধতাৰ মাজত বহুত ইংগিত আছিল। বহু দিনৰ চোকা-দমন-নীতিৰ ফলত ভাগৰি পৰাৰ কাৰণে এই নিস্তব্ধতাৰ অমঙ্গলীয়া ঢৌৰ আগ-জাননী আছে। এই নিস্তব্ধতা মুখৰ; যি সকলে দমন কৰে, তেওঁলোকে তাক বুজি নেপায়। বাহিৰৰ দেখাত সকলোখিনি আজলমঠালি দমন কৰা হৈছে। চোৰাংচোৱাৰ বিৰাট বাহিনী গোটেই দেশতে যেন বিয়পি পৰিছে। সকলো ঠাইতে মানুহৰ মাজত মনোবল নাইকিয়া হৈছে, ভয়ৰ ব্যাপক ৰাজত্ব চলিছে। যি কোনো ৰাজনৈতিক কাৰ্য্য-কলাপ, বিশেষকৈ গাঁও-ভুঁইত, তৎক্ষণাৎ দমন কৰা হৈছিল। প্ৰাদেশিক চৰকাৰসমূহে কংগ্ৰেছপন্থী লোকসকলে থকা মিউনিচিপেলিটি আদিৰ ওপৰত অতিপাত হেঁচা দিবলৈ ধৰিলে; যদি দুষ্ট

কংগ্ৰেছপন্থীসকলক কামৰপৰা খেদোৱা নহয়, তেতিয়া হ'লে চৰকাৰী সাহায্য বন্ধ কৰি দিয়া হ'ব বুলি ভয় দেখুৱাও হৈছিল। এই ধৰণৰ বল প্ৰয়োগ আটাইতকৈ জল্ জল্ পট্ পট্ উদাহৰণ হ'ল কলিকতা কৰ্পৰেশ্যন। শেহত বঙ্গ চৰকাৰে আইন কৰি কলিকতা কৰ্পৰেশ্যনত ৰাজনৈতিক অপৰাধত দণ্ডিত লোকক চাকৰি দিয়া বন্ধ কৰি দিলে।

জৰ্ম্মানীত নাজীদলৰ অত্যাচাৰৰ বিৱৰণে ভাৰতীয় বৃটিছ কৰ্ম্মচাৰীসকল আৰু বৃটিছ বাতৰি-কাকতসমূহৰ ওপৰত এটা আচৰিত ধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। তেওঁলোকে ভাৰতত যি কৰিছে তাৰ মাজত যেন বৈধতা আৰু যুক্তি বিচাৰি পালে। বুকু ফিন্দাই তেওঁলোকে আমাক শুনাবলৈ ধৰিলে---নাজীসকলৰ হাতত পৰিলে আমাৰ দুৰ্গতি আৰু কিমান বেচি হ'লহেঁতেন। নাজীসকলে নতুন নীতি, নতুন ব্যৱস্থা প্ৰৱৰ্ত্তন কৰিছে; তেওঁলোকৰ লগত ফেৰ মৰা সহজ নহয়। হ'ব পাৰে কিজানি তেওঁলোকৰ হাতত পৰিলে আমাৰ দুৰ্গতি আৰু বেচি হ'লহেঁতেন' কিন্তু যোৱা পাঁচ বছৰত ভাৰতৰ বহু অংশত যি ঘটিছে তাৰ সকলো বিৱৰণ মোৰ হাতত নাই কাৰণে তাৰ তুলনামূলক বিচাৰ কৰা টান। সোঁ হাতে যি দান কৰিবা, বাওঁ হাতে যেন তাক নেজানে—ভাৰতত বৃটিছ চৰকাৰে সেই নীতি বিশ্বাস কৰে। গতিকেই নিৰপেক্ষ তদন্তৰ প্ৰস্তাৱত তেওঁলোকে কাণ নিদিলে, যদিও এই ধৰণৰ তদন্তত শাসকসকলৰ নিৰ্দ্দোষিতা প্ৰমাণ কৰাৰ চেষ্টাই বেচি দেখা যায়। মোৰ মতে সাধাৰণ ইংৰাজসকলে বৰ্ব্বৰ অত্যাচাৰক ঘিণ কৰে, সঁচা। নাজীসকলৰ দৰে ইংৰাজসকলে প্ৰকাশ্যে অহঙ্কাৰ কৰি "ব্ৰুটালিটাৎ" (বা তাৰ ইংৰাজী প্ৰতিশব্দ) ধ্বনি বুলি গোটেইখনতে তাল-ফাল লগাই ফুৰিব, সেইটো মই কল্পনাও কৰিব নোৱাৰোঁ। কেতিয়াবা তাকে কৰিলেও তাৰ কাৰণে মনে মনে তেওঁলোকে লাজো পায়। আমি ইংৰাজেই হওঁ, জৰ্ম্মান বা ভাৰতীয়ই হওঁ, আমাৰ সুসভ্য ব্যৱহাৰৰ ওপৰৰ ঢাকনিখন ইমান পাতল যে, যেতিয়া প্ৰবৃত্তিৰ উৎপাত বৰ বেচি হয়, তেতিয়া সি মোহাৰ খাই এৰাই যায় আৰু তাৰ তলত যি ওলাই পৰে, সি দেখাত বৰ ভাল নহয়। মহাযুদ্ধই মানৱ জাতিক ভয়াবহ বৰ্ব্বৰতাৰ মাজত পেলাই দিছিল, আৰু যুদ্ধ ভগাত সন্ধিৰ পিচত আমি দেখিছোঁ জাৰ্ম্মানীক খাবলৈ নিদি পিহি মাৰিবৰ কাৰণে কেউফালে বাট ভেটি ধৰাৰ চেষ্টা। ইংৰাজ লেখকৰ মতে "কোনো জাতিয়ে ইমান ডাঙৰ হৃদয়হীন অমানুষিক বৰ্ব্বৰতা আৰু পাশৱিক নিষ্ঠুৰতা দেখুওৱা নাই।" ১৮৫৭-৫৮ চনৰ কথা ভাৰতবৰ্ষই পাহৰিব যোৱা নাই। যেতিয়াই আমাৰ স্বাৰ্থত হাত পৰাৰ উপক্ৰম হয়, তেতিয়াই আমি সুশিক্ষা আৰু সভ্য ব্যৱহাৰ পাহৰি যাওঁ। তেতিয়া অসত্যৰ নাম হয় "প্ৰচাৰকাৰ্য্য", বৰ্ব্বৰতাৰ নাম হয় "বৈজ্ঞানিক দমন-নীতি" আৰু "আইন আৰু শৃঙ্খলা ৰক্ষা"।

ই কোনো বিশেষ জাতি বা মানুহৰ দোষ নহয়। ৰণত পৰিলে সকলোৱেই বলিয়া হয়। বলিয়া হয়, অকণমানহে হীন-ডোঁঢ় হ'লে হ'ব পাৰে। ভাৰতবৰ্ষৰ নিচিনা বিদেশীৰ তলত থকা প্ৰত্যেক দেশতে শাসকসকলৰ প্ৰতি এটা বৈৰীভাৱ সদায় থাকে, সময়ে সময়ে সি প্ৰকাশ পায় আৰু বিপদজনক হৈ উঠে। এনেকৈ বিৰোধিতাৰ ভাব লৈ থকাৰপৰাই শাসক সম্প্ৰদায়ৰ চৰিত্ৰত সামৰিক সদ্‌গুণ আৰু

পাপ প্ৰকৃতি দুয়োটাই জাগি উঠে। কিন্তু ভাৰতত আমি অলপ অচৰপ এই সামৰিক মনোভাৱ (বা তাৰ অভাৱ) সহি আহিছোঁ। সাম্ৰাজ্যৰ এয়েই পৰিণাম। সি দুয়ো পক্ষকে তললৈ নমায়। ভাৰতবাসীৰ অধঃপতন সকলোতে দেখা গৈছেই। সি পক্ষৰ অধঃপতন অতি সূক্ষ্ম, কিন্তু সঙ্কটৰ সময়ত সিয়ো ভালকৈয়ে ধৰা পৰি যায়। ইয়াৰ বাহিৰেও তৃতীয় এটা দল আছে, যাৰ ভিতৰত দুয়োবিধ অধঃপতনকে দেখিবলৈ পোৱা যায়।

জেলত বহি ওপৰ খাপৰ চৰকাৰী বিষয়াসকলৰ বক্তৃতা, ব্যৱস্থা পৰিষদ আৰু প্ৰাদেশিক ব্যৱস্থাপক সভাত উঠা প্ৰশ্নৰ তেওঁলোকৰ উত্তৰ আৰু চৰকাৰৰ বিবৃতি-বিলাক পঢ়িবলৈ বহুত সময় পাইছিলোঁ। মই লক্ষ্য কৰিছোঁ যোৱা তিনি বছৰে তেওঁলোকৰ বহুত পৰিৱৰ্ত্তন হৈছে আৰু সি লাহে লাহে চকুত পৰি আহিছে তেওঁলোকৰ মাজত ভয় দেখওৱাৰ ভাব প্ৰবল হৈ আহিছে আৰু ছাৰ্জ্জেণ্ট মেজৰে যি ভংগীৰে সৈন্যসকলক সম্বোধন কৰে, তেওঁলোকেও লাহে লাহে সেইটো শিকি লৈছে। ১৯৩৩-ৰ নবেম্বৰ নে ডিচেম্বৰত বংগদেশৰ মেদিনীপুৰ ডিভিজনৰ (বোধহয়) কমিছনাৰৰ বক্তৃতাই ইয়াৰ উত্তম দৃষ্টান্ত। এই বক্তৃতাৰ প্ৰত্যেকটো কথাই যেন "বিজিতৰ প্ৰতি অকণো পুতৌ নেদেখুৱাই জয়ৰ সম্পূৰ্ণ ফল আদায় কৰাৰ দৃঢ় সঙ্কল্প"ৰ মনোবৃত্তিৰে ৰচিত। বে-চৰকাৰী ইংৰাজসকলে, বিশেষকৈ বংগদেশত, চৰকাৰে দেখুওৱা আহিংতকৈয়ো বেচি আগ বাঢ়িছিল—তেওঁলোকৰ বক্তৃতা আৰু কাৰ্য্যত ফেছিষ্ট মনোভাৱ দেখা গৈছিল।

বৰ্ত্তমান সিন্ধুপ্ৰদেশত এজন প্ৰাণদণ্ডেৰে দণ্ডিত অপৰাধীক মুকলি ঠাইত ফাঁচী-কাঠত ওলোমোৱাটো বৰ্ব্বৰতাৰ এটা উদাহৰণ। সিন্ধু প্ৰদেশত অপৰাধীৰ সংখ্যা বাঢ়িছে; গতিকে আনক সাৱধান কৰিবৰ কাৰণে কৰ্ত্তৃপক্ষই প্ৰকাশ্যে প্ৰাণদণ্ড দিয়াৰ ব্যৱস্থা কৰিলে। এই পৈশাচিক দৃশ্য চাবলৈ জনসাধাৰণকসকলো সুবিধা দিয়া হৈছিল। শুনা যায় কেইবা হেজাৰো মানুহ বোলে তাত গোট খাইছিল।

জেলৰপৰা ওলাই ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থা চাই-চিন্তি যি বুজিলোঁ, তাৰপৰা মনত উৎসাহ পাবলগীয়া একো নাছিল। মোৰ বহুতো সহ-কৰ্ম্মী তেতিয়াও জেলত। নতুন নতুন গ্ৰেপ্তাৰো চলিছিল। সকলো অধ্যাদেশীয় আইনৰ প্ৰয়োগৰ চলিছিল। সংবাদ বিবাচনৰ (ছেন্সৰৰ) প্ৰতাপত বাতৰি-কাকতৰ টেটুত চেপা পৰিছিল। আমাৰ চিঠিপত্ৰৰ খেলি-মেলি অৱস্থা। মোৰ সহকৰ্ম্মী ৰফি আহমদ কিডোৱাইৰ চিঠিপত্ৰ পত্ৰবিবাচকে যি ইচ্ছা তাকে কৰিবলৈ লোৱাত তেওঁৰ বিৰক্ত হৈ উঠিল। চিঠিপত্ৰ বন্ধ কৰি থোৱা হয়, কেতিয়াবা আহোঁতে পলম হয়, কেতিয়াবা হেৰায়। এই অৱস্থাত তেওঁ দেখা সাক্ষাৎ, নিমন্ত্ৰণ, কাম-কাজ আদিত নিৰ্দ্দিষ্ট সময় মতে চলিব নোৱাৰাত পৰিল। পত্ৰ বিবাচকে যাতে অলপ ততাতৈয়াকৈ কামবোৰ কৰে, তাৰ কাৰণে তেওঁ চিঠি লিখিবলৈ মনস্থ কৰিলে; কিন্তু লিখে কালৈ এতিয়া? পত্ৰবিবাচক কোনো প্ৰশাসক বা নিৰ্দ্দিষ্ট কৰ্ম্মচাৰী নহয়। হয়তো কি জানিবা এজন চোৰাংচোৱা বিভাগৰ কৰ্ম্মচাৰীয়ে গুপুতে এই কাম কৰে, আৰু তেওঁৰ হয়তো অস্তিত্ব আৰু কাৰ্য্যপ্ৰণালী বাহিৰত ক'বই নোৱাৰি। ৰফি আহমদে এই সমস্যা সমাধান কৰিলে। তেওঁ পত্ৰবিবাচকৰ ওচৰলৈ এখন চিঠি লিখি খামৰ ওপৰত

নিজৰ ঠিকনাটোকে লিখি দিলে। চিঠিখন যে ঠিক মানুহৰ হাতত পৰিছিলগৈ সন্দেহ নাই। তেতিয়াৰপৰাই ৰফি আহমদে কিছু নিয়ম মতে চিঠিপত্ৰ পাবলৈ ধৰিলে।

জেললৈ উভতি যোৱাৰ ইচ্ছা মোৰ নাছিল। মোৰ পক্ষে যথেষ্ট হৈছে। কিন্তু গোটেই ৰাজনৈতিক ক্ষেত্ৰৰপৰাই আঁতৰ নহ'লে ইয়াৰ হাতৰপৰা সৰাৰ উপায় নাই। তেনে ইচ্ছা মোৰ নাছিল। গতিকে মই অনুভৱ কৰিছিলোঁ যে চৰকাৰৰ লগত সংঘৰ্ষ অনিবাৰ্য্য। যি কোনো মুহূৰ্ত্ততে কিবা কৰিব লাগে কা নেলাগে বুলি মোৰ ওপৰত আদেশ জাৰি হ'ব। কোনো নিৰ্দ্ধাৰিত নিয়মত বলেৰে কাম কৰিবলৈ বাধ্য কৰাৰ বিৰুদ্ধে মোৰ গোটেই স্বভাৱটোৱেই বিদ্ৰোহ কৰিব। ভাৰতীয় জনসাধাৰণক ভয় দেখুৱাই দমাবৰ চেষ্টা কৰিছিল। মোৰ কোনো উপায় নাই। বহুল ক্ষেত্ৰত মোৰ কৰিবলৈ একো নাই, কিন্তু আন কৰিব নোৱাৰিলেও অন্ততঃ ভয়ত মূৰ দোঁৱাই বশ্যতা স্বীকাৰ নকৰোঁ বুলিব পাৰোঁ।

জেললৈ যোৱাৰ আগতে কিছুমান কাম শেষ কৰিম বুলি ঠিক কৰিলোঁ। প্ৰথমতে নৰিয়া পৰি থকা আইক লৈ বৰ অসুবিধাত পৰিলোঁ। অতি লাহে লাহে তেওঁ গা টঙাবলৈ ধৰিলে। ইমান লাহে লাহে যে এবছৰ তেওঁ নৰিয়া পাটীতে পৰি থাকিল। গান্ধীজীক দেখা কৰিবৰ কাৰণে মোৰ মনটো বলিয়া হৈ উঠিল। একেবাৰেই শেহৰ বাৰ লখ্নৌৰ পাচত আকৌ লাহে লাহে তেওঁ গা টঙাইছিল। দুবছৰৰ বেচি তেওঁৰ লগত মোৰ দেখাদেখি হোৱা নাই। ভাৰতৰ আন আন প্ৰদেশৰ সহকৰ্ম্মীসকলক লগ পাবলৈকো মোৰ বৰ হেঁপাহ জন্মিছিল। ভাৰতৰ বৰ্ত্তমান ৰাজনৈতিক অৱস্থাৰ বাহিৰেও জগতৰ অৱস্থাৰ বিষয়ে, মোৰ মনৰ ভিতৰৰ ভাৱ-ৰাশিৰ বিষয়ে যিমান দূৰ পাৰি আলোচনা কৰিবৰ মন গ'ল। মই তেতিয়া ভাবি-ছিলোঁ জগৎখন অতি বেগেৰে ৰাজনৈতিক আৰু অৰ্থনৈতিক খণ্ড-প্ৰলয়ৰ ফালে আগবাঢ়ি গৈছে। তাৰ ফালে চকু ৰাখিয়েই আমাৰ জাতীয় কৰ্ম্মপদ্ধতি নিৰ্দ্দিষ্ট কৰি লব লাগিব। মোৰ পৰিয়ালৰ কথা-বতৰালৈকো মই অলপ চকু দিবলগীয়াত পৰিল। ইমান দিনে সেইবিলাক বিষয়ত মই অকণো মন-কাণ দিয়া নাই; আন কি দেউতা ঢুকোৱাৰ পিচত তেখেতৰ কাগজপত্ৰবিলাকো চাবলৈ আজৰি পোৱা নাই। আমি আমাৰ খৰচ বহুত কমাই পেলাইছিলোঁ, যদিও যিখিনি নহ'লে নহয় তাকো জোৰাব নোৱাৰা অৱস্থা। কিন্তু আমাৰ বৰ্ত্তমান ঘৰত থাকি খৰচ আৰু কমোৱা টান। আমাৰ আৰু মটৰ-গাড়ী নাছিল; কাৰণ তাৰ খৰচ যোগোৱা আমাৰ পক্ষে অসাধ্য হৈ পৰিছিল। দ্বিতীয়তে যি কোনো সময়তে চৰকাৰে তাক বাজেয়াপ্ত কৰিব পাৰে। এই টকা-পইচাৰ নাটনিৰ মাজতো সাহায্য ভিক্ষা বিচাৰি লিখা শ শ চিঠি পাইছিলোঁ (পত্ৰ বিবাচকে সেইবোৰ বন্ধ কৰি নথয়)। দেশত বিশেষকৈ দক্ষিণ ভাৰতত এটা প্ৰচলিত আৰু বৰ ডাঙৰ ভুল ধাৰণা আছে যে, মোৰ টকাৰ অভাৱ নাই।

মই জেলৰপৰা ওলোৱাৰ পিচতেই মোৰ সৰু ভনী কৃষ্ণাৰ বিয়াৰ ঠিক হ'ল, আৰু মোক জেললৈ নিয়াৰ আগেয়েই তাইৰ বিয়াখন শেষ কৰি যাবৰ কাৰণে ব্যগ্ৰ হৈ পৰিলোঁ। কৃষ্ণায়ো এবছৰ জেল খটাৰ পিচত কেইমাহ মানৰ আগতে মুক্তি পাইছিল।

আইৰ গা অলপ ভাল হ'লত মই গান্ধীজীক দেখা কৰিবৰ কাৰণে পুণালৈ

যাত্ৰা কৰিলোঁ। তেওঁৰ লগত সাক্ষাৎ কৰি বৰ ভাল লাগিল। তেতিয়া তেওঁ দুৰ্ব্বল হ'লেও লাহে লাহে ভাল হৈ আহিছে। আমাৰ ভিতৰত বহুত কথা-বতৰা হ'ল। তেওঁৰ লগত মোৰ ৰাজনীতি অৰ্থনীতি আৰু জীৱন সম্পৰ্কে দৃষ্টিভংগী বহুতখিনি বেলেগ। কিন্তু তেওঁ উদাৰভাৱে মোৰ বক্তব্য যিমান পাৰে অনুমোদন কৰিবলৈ চেষ্টা কৰিলে। তাৰ কাৰণে মই কৃতজ্ঞ হ'লোঁ। পিচত প্ৰকাশ হোৱা আমাৰ চিঠিপত্ৰত যিবিলাক সমস্যা তেতিয়া মোৰ মনত খেলাইছিল, সেইবিলাক আলোচনা কৰিছিলোঁ; ভাষা একেবাৰেই স্পষ্ট নহ'লেও আমাৰ মতভেদ স্পষ্টই বুজা গৈছিল। ন্যস্ত স্বাৰ্থ লোপ কৰিব লাগে বুলি গান্ধীজীয়েও ঘোষণা কৰা দেখি মই ৰং পালোঁ। পিচে তেওঁ মানুহক বাধ্য কৰাতকৈ বুজাই বঢ়াই নিজ মতলৈ অনাৰ ওপৰত বেচি গুৰুত্ব দিলে। নিজ মতলৈ অনাৰ তেওঁৰ প্ৰণালীবিলাক মোৰ মনেৰে সৌজন্য আৰু সুবিবেচনাৰে বাধ্য কৰাতকৈ বৰ বেচি বেলেগ নহয়। আগৰ নিচিনাকৈ তেতিয়াও তেওঁৰ সম্বন্ধে মোৰ এই ধাৰণা আছিল যে, মতবাদ লৈ আলোচনা কৰিবলৈ তেওঁ মন নকৰিলেও ঘটনাৰ যুক্তিযুক্ততাই তেওঁক এখোজ দোখোজকৈ আমূল সামাজিক পৰিৱৰ্ত্তনৰ অপৰিহাৰ্য্য প্ৰয়োজনৰ ফাললৈ টানি লৈ যাব। তেওঁ এটা অসাধাৰণ বিস্ময়, মিঃ ডেৰিয়াৰ এলুইনৰ ভাষাত মধ্যযুগীয় কেথলিক সন্ন্যাসীসকলৰ নিচিনা এই মানুহজন, ভাৰতীয় খেতিয়ক সম্প্ৰদায়ৰ লগত প্ৰাণৰ সম্বন্ধ থকা এজন পাকৈত জননায়ক। সংকটৰ মুহূৰ্ত্তত তেওঁ কোনফালে ঢাল খাব সেইটো অনুমান কৰা টান, কিন্তু তেওঁ যি ফালেই নেযাওক, বেলেগ কিবা এটা খাটিবই। মোৰ মনেৰে তেওঁ ভুল বাটেদি গ'লেও সেই বাট হ'ব পোন। তেওঁৰ লগত লগ লাগি কাম কৰিবলৈ সকলো সময়তে ভাল, কিন্তু আৱশ্যক হ'লে বেলেগ বাটেদি চলিবৰ কাৰণেও সাজু থাকিব লাগিব।

তেতিয়া ভাবিলোঁ—এতিয়াই অথন সেই প্ৰশ্ন উঠা নাই। আমি তেতিয়া জাতীয় আন্দোলনৰ মাজতে আছোঁ আৰু ব্যক্তিগত বিষয়ত সীমাবন্ধ হ'লেও আইন-অমান্য আন্দোলন তেতিয়াও কংগ্ৰেছৰ মতবাদ মতেই চলি আছে। এই পৰিস্থিতিৰ মাজতেই আমি জনসাধাৰণৰ, বিশেষকৈ ৰাজনীতিত ঘঁহনি খোৱা কংগ্ৰেছকৰ্ম্মীৰ মাজত সমাজতান্ত্ৰিক মতবাদ প্ৰচাৰ কৰিব লাগিব আৰু যেতিয়া আকৌ কাৰ্য্যপন্ধতি ঘোষণা কৰাৰ সময় আহিব, তেতিয়া আমি আৰু বহু দূৰ আগবাঢ়িব পাৰিম। ইতিমধ্যে কংগ্ৰেছ বে-আইনী প্ৰতিষ্ঠান হৈয়েই আছে আৰু বৃটিছ চৰকাৰে তাক ধ্বংস কৰিবলৈ যত্ন কৰি আছে। আমি এই আক্ৰমণৰ সম্মুখীন হ'ব লাগিব।

গান্ধীজী নিজক লৈয়েই বিষম সমস্যাত পৰিল। তেওঁ নিজকে কি কৰিব? তেওঁ এখন জটিল জালৰ মেৰপাকত সোমাই পৰিছে। যদি আকৌ তেওঁ জেললৈ যায়, তেন্তে আকৌ তেওঁৰ হৰিজন কাৰ্য্যৰ সুবিধাৰ কথা উঠিব, চৰকাৰ মান্তি নহ'ব, ফলত আকৌ লঘোন। আকৌ আগৰ কথাই তেনেহলে? এই এন্দুৰ-মেকুৰী খেমালিৰ মাজলৈ যাবলৈ তেওঁ মান্তি নহ'ল; এই সুবিধাৰ কাৰণে তেওঁ যদি আকৌ লঘোন-ব্ৰত ধৰিব লগা হয়, তেতিয়া হ'লে তেওঁক মুক্তি দিয়াৰ পিচতো লঘোন এৰি নিদিয়ে। তাৰ অৰ্থ লঘোনতে মৃত্যু।

তেওঁ ল'ব পৰা দ্বিতীয় পথ আছিল ফাটেক হোৱা এবছৰ কাল (তেতিয়াও

ছাৰে দহমাহ বাকী) আকৌ ফাটেকলৈ নোযোৱাকৈ থাকি হৰিজন আন্দোলন চলাই থকা। লগে লগে তেওঁ কংগ্ৰেছকৰ্ম্মীসকলৰ লগত লগ লাগিব আৰু আৱশ্যক মতে উপদেশ, পৰামৰ্শ আদি দিব।

তেওঁ মোক তৃতীয় উপায়ৰ কথা উনুকিয়াই ক'লে অলপ দিনৰ কাৰণে তেওঁ বোলে কংগ্ৰেছৰপৰা আঁতৰি থাকিব আৰু কংগ্ৰেছক তেওঁৰ ভাষাত "ডেকাদল"ৰ হাতত গতাই দিব।

প্ৰথম উপায়ৰ শেষ ফল যেতিয়া অনশনত মৃত্যু তেতিয়া আৰু মোৰ পক্ষে সেই পৰামৰ্শ দিয়া অসম্ভৱ। যেতিয়ালৈকে কংগ্ৰেছ বে-আইনী প্ৰতিষ্ঠান হৈ থাকিব, তেতিয়ালৈকে তৃতীয় উপায়ো অবাঞ্ছনীয় যেন লাগিল। ইয়াৰ ফলত অনতি-পলমে আইন-অমান্য আন্দোলন ত্যাগ কৰা আৰু যি কামৰপৰা প্ৰত্যক্ষ সংঘৰ্ষ আহি পৰিব পাৰে, তেনে কামবপৰা দূৰত থাকি ন্যায়সংগত নিয়মতান্ত্ৰিক পথলৈ ঘূৰি অহা, নহ'লে বা, বে-আইনী হৈ থকা, অসহায় কংগ্ৰেছক গান্ধীজীয়ে পৰিত্যাগ কৰিলে চৰকাৰে তাৰ ওপৰত বেচি অত্যাচাৰ কৰিব। যি বে-আইনী প্ৰতিষ্ঠানৰ কাৰ্য্যপদ্ধতি নিৰ্দ্ধাৰণ কৰাৰ কাৰণে একেলগে গোটখাই আলোচনা কৰা সম্ভৱপৰ নহয়, তাৰ ভাৰ গ্ৰহণ কৰিবলৈ কোনো দলেই আগবাঢ়ি নাহে। এনেকৈ এৰোঁতে এৰোঁতে আমি তেওঁ আঙুলিওৱা দ্বিতীয় পথৰ কথাৰ আলোচনাত নামিলোঁ। আমাৰ প্ৰায় সকলোৰে সেইটো ভাল নেলাগিল। কাৰণ ইয়াৰপৰা আমাৰ আইন-অমান্য আন্দোলনৰ যি অকণ বৈছেগৈ সিও ভাগি পৰিব। নেতাই নিজেই যদি যুদ্ধৰপৰা আঁতৰি থিয় দিয়ে, তেতিয়া হ'লে উৎসাহী কংগ্ৰেছকৰ্ম্মীসকলে যে জুইত জাপ দি পৰিব, তেনে আশা কৰিব নোৱাৰি। কিন্তু এই জটিল অৱস্থাৰপৰা বাহিৰ হ'বলৈ আন পথো নাছিল, গতিকে গান্ধীজীয়ে তেওঁৰ সেই অভিপ্ৰায় ঘোষণা কৰিলে।

আমাৰ যুক্তি আৰু কাৰণ বেলেগ যদিও, মই আৰু গান্ধীজী একমত হৈ ঠিক কৰিলোঁ আইন-অমান্য আন্দোলন বন্ধ কৰাৰ সময় এতিয়াও অহা নাই আৰু মৃদু-ভাৱে হ'লেও আমি তাক চলাই থাকিব লাগিব। আন আন বিষয়ত মই সমাজতান্ত্ৰিক মতবাদ আৰু জগতৰ বৰ্ত্তমান অৱস্থাৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ ধৰিলোঁ।

উভতি আহোঁতে বাটত বোম্বাইত কেইদিনমান থাকিলোঁ। সৌভাগ্যবশতঃ ইয়াত উদয়শঙ্কৰ থকা কাৰণে মই তেওঁৰ নাচ দেখিবলৈ পালোঁ। অপ্ৰত্যাশিতভাৱে পোৱা এই আনন্দকণ মই উপভোগ কৰিলোঁ। নাটক, চিনেমা, গীত-মাত, কথাছবি, ৰেডিঅ' আদি বহু বছৰ ধৰি মোৰ আয়ত্তৰ বাহিৰত। আন কি কেতিয়াবা অলপ সময়ৰ কাৰণে মুক্তি পালেও সেইখিনি সময়ত ইমান ব্যস্ত থাকোঁ যে তাৰ কাৰণে সময়েই নহয়গৈ। মই এবাৰ মাত্ৰ কথা-ছবি দেখিছোঁ; বিখ্যাত ছিনেমা অভিনেতা-অভিনেত্ৰীসকলৰ নামবিলাক মোৰ কাৰণে কেৱল নাম হিচাপেই চিনাকি। নাটকৰ কথা মোৰ বিশেষকৈ মনত পৰে। বিদেশত নতুন নাটকৰ অভিনয়ৰ বিৱৰণ পঢ়ি মোৰ হিংসা লাগে। লণ্ডনৰ বাহিৰত থাকিলেও উত্তৰ-ভাৰতত ভাল অভিনয় দেখাৰ কোনো সুযোগ নাইছিল। মোৰ বিশ্বাস বঙলা, গুজৰাটী আৰু মাৰাঠী নাটকৰ বহু উন্নতি

হৈছে, কিন্তু হিন্দুস্থানী নাট-ঘৰৰ তেনেকুৱা উন্নতি হোৱা নাই। সি (পিচত উন্নতি হৈছে নে নাই নেজানো) অতিপাত তল শ্ৰেণীৰ আৰু কলানৈপুণ্য তাত একেবাৰেই নাই। মই শুনিছোঁ ভাৰতীয় ছায়াচিত্ৰ বা নিমাত বায়স্কোপবিলাকে তল শ্ৰেণীৰ ৰুচিৰ চিনাকি দিয়ে। সেইবিলাক সাধাৰণতে অপেৰা বা ভাৰতৰ পুৰাণ আৰু পুৰণি ইতিহাসৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা নাটক।

মোৰ মনেৰে সেইবিলাকে চহৰবাসীসকলৰ খাদ্যৰ ৰুচিৰ যোগান ধৰে। তল খাপৰ আৰু দেখিলে থং উঠা ছবিৰ লগত আমাৰ মানুহবিলাক নিজৰ অজ্ঞাতেই কলা বিষয়ত কি গভীৰভাৱে নিপুণ আৰু ৰসগ্ৰাহী। কিন্তু মধ্যবিত্ত শ্ৰেণীৰ লোকসকল এনেকুৱা নহয়, তেওঁলোকে জাতৰ বাহিৰত থাকি পূৰ্ব্বাপৰ চলি অহা যি সৌন্দৰ্য্য আৰু ৰসৰ জ্ঞান তাক হেৰুৱাই পেলাইছে। তেওঁলোকৰ ঘৰে ঘৰে জাৰ্ম্মানী আৰু অষ্ট্ৰিয়াৰ সস্তীয়া ছপা কৰা ছবি, বৰ বেচি তেওঁলোকৰ পৰিৱধি ৰবিবৰ্ম্মালৈকে, তেওঁলোকে ভাল পোৱা বাদ্যযন্ত্ৰ হৈছে, হাৰমনিয়ম, (মই এই আশাতে জীয়াই থাকিম যে, স্বৰাজ চৰকাৰৰ এটা প্ৰথম কাম হ'ব—এই ভয়াবহ যন্ত্ৰটো বন্ধ কৰা)। লক্ষ্ণৌ আৰু আন ঠাইত ডাঙৰ ডাঙৰ তালুকদাৰসকলৰ ঘৰত সামঞ্জস্যৰ অভাৱ আৰু কলানৈপুণ্যৰ ব্যভিচাৰ যিমানদৰে দেখা যায় আন ঠাইত তেনেকুৱা হৈছেনে নাই সন্দেহ। তেওঁলোকৰ খৰচ কৰিব পৰাকৈ পইচা আছে, লোকৰ দেখুৱাবলৈ ধাউতি আছে আৰু দেখুৱায়ো। যিসকলে তেওঁলোকক দেখা কৰিবলৈ আহে সেই-সকলে তেওঁলোকৰ ইচ্ছা পুৰণ কৰিবলৈ গৈ মনত কষ্টহে পায়।

প্ৰখ্যাত ঠাকুৰ পৰিবাৰৰ প্ৰভাৱৰ ফলত সুকুমাৰ কলাৰ এটা জাগৰণ হৈছে আৰু তাৰ প্ৰভাৱ গোটেই ভাৰতবৰ্ষতে বিয়পি পৰিছেই। কিন্তু যেতিয়া দেশৰ সকলো মানুহৰে অন্তৰায়, বাধা-নিষেধ, দমন আৰু ভয়ঙ্কৰ ৰাজত্ব তেতিয়া আৰু কি সুকুমাৰ কলাৰ বহুল উন্নতি আৰু প্ৰসাৰ হ'ব?

বোম্বাইত বহুতো সহকৰ্ম্মীৰ লগত সাক্ষাৎ হ'ল, তাৰ ভিতৰত বহুতেই জেলৰপৰা ওলোৱা সৰহ দিন হোৱা নাই। সমাজতন্ত্ৰবাদী দল তাত যথেষ্ট শক্তি-শালী, কংগ্ৰেছৰ ওপৰ খাপৰ নেতাসকলৰ মাজত কিছু দিনৰপৰা ঘটি থকা ঘটনা-বিলাক দেখি, তেওঁলোকৰ বৰ থং। ৰাজনৈতিক ক্ষেত্ৰত গান্ধীজীৰ দাৰ্শনিক দৃষ্টিভঙ্গীৰ চোকা সমালোচনা চলিছে। এইবিলাক সমালোচনা মোৰ লগতো মিলে। কিন্তু হ'লেও আমি যি অৱস্থাত চলিছোঁ তাৰ ওপৰত আমাৰ কোনো হাত নাই; ইয়াৰ মাজতেই কাম চলাব লাগিব। আইন-অমান্য আন্দোলন এৰি দিলেই যে আমি-বোৰ হাই পাম, এনেকুৱা সম্ভাৱনা নাই। চৰকাৰে আক্ৰমণ চলায়েই থাকিব আৰু কিবা কাম কৰিবলৈ গ'লেই জেলৰপৰা হাত সাৰিবৰ উপায় নাই। আমাৰ জাতীয় আন্দোলন এতিয়া এনেকুৱা অৱস্থাত পৰিছেহি যে, হয় চৰকাৰে ইয়াক গৰকি পেলাব, নহয় বৃটিছ চৰকাৰক তাৰ ইচ্ছামতে কাম কৰিবলৈ বাধ্য কৰিব। ইয়াৰ অৰ্থ এই যে ই এতিয়া এনেকুৱা এটা অৱস্থাত পৰিছেহি য'ত বে-আইনী ঘোষিত হোৱাৰ সম্ভাৱনা সদায় থাকেই আৰু আইন-অমান্য বন্ধ কৰিলেও এই আন্দোলন আৰু পিচুৱাই যাব নোৱাৰে। আইন-অমান্য আন্দোলন চলাই যোৱাৰ মূল্য কাৰ্য্যতঃ বেচি নহ'লেও, নৈতিক আত্মৰক্ষাৰ ফালৰপৰা ইয়াৰ এটা মূল্য আছে। সঙ্ঘৰ্ষ চলিবৰ

সময়ত নতুন ভাব প্ৰচাৰ কৰা সহজ। কিন্তু সময়ৰ কাৰণে সংঘৰ্ষ বন্ধ ৰাখিলেই সকলোৱেই যেনি তেনি আঁতৰি যাব। সংঘৰ্ষৰ সলনি এটা মাত্ৰ পথ—আপোচৰ মনোভাব লৈ বৃটিছ কৰ্ত্তৃপক্ষৰ সম্মুখীন হোৱা আৰু আইন সভাত নিয়মতান্ত্ৰিক কাৰ্য্যত হাত দিয়া।

ই অতি সংকটৰ অৱস্থা। হঠাৎ মন স্থিৰ কৰা সহজ নহয়। মই সহকৰ্ম্মী-সকলৰ মানসিক দ্বন্দ্ব-সংঘাত উপলব্ধি কৰিলোঁ। নকৰিবলৈ, মোৰ নিজৰ মনতো এটা আলোড়ন চলিছিল। কিন্তু মই ইয়াতো দেখিছোঁ, ভাৰতৰ আন ঠাইতো দেখিছোঁ কোনো কোনোৱে উচ্চ ধৰণৰ সমাজতান্ত্ৰিক মতবাদৰ আলম লৈ কৰ্ম্মহীন এলাহক মাত্ৰ লাই দিছে। যিসকলে সংঘৰ্ষৰ ধূলি-মাকমিত লেতি লৈ বিঘিনিসংকুল দায়িত্ব কান্ধত লৈছে, তেওঁলোকক যেতিয়া প্ৰায় একোকে নকৰা মানুহে দূৰৈৰেপৰা প্ৰগতি-বিৰোধী বুলি সমালোচনা কৰে, তেতিয়া সি বিৰক্তিজনক হয়, সন্দেহ নাই। এই-বিলাক বৈঠকখানা-বিলাসী সমাজতান্ত্ৰিকৰ আক্ৰোশ, "প্ৰধান প্ৰগতিবিৰোধী" গান্ধীজীৰ ওপৰতে আটাইতকৈ বেচি। ন্যায়শাস্ত্ৰৰ ফালৰপৰা এওঁলোকৰ যুক্তি-তৰ্ক নিপুণ আৰু নিখুঁত, সন্দেহ নাই। তথাপি বাস্তৱ ঘটনা হৈছে এই যে, এই 'প্ৰগতিবিৰোধী' মানুহজনে ভাৰতবৰ্ষক জানে, বুজে আৰু তেৱেঁই কৃষক-ভাৰতৰ প্ৰতীক। এওঁ ভাৰতবৰ্ষত যি প্ৰচণ্ড আলোড়নৰ সৃষ্টি কৰিছে, কোনো তথাকথিত বিপ্লৱীয়ে সিমানখিনি কৰিব পৰা নাই। আন কি, তেওঁৰ আধুনিক হৰিজন আন্দোলন লাহে লাহে চলিলেও অনিবাৰ্য্য গতিতে গোড়া হিন্দুতাৰ ভেটি কঁপাই তুলিছে। যদিও তেওঁ নিজা ধৰণেই এনেভাৱে শক্তি সঞ্চাৰ কৰে, যে সি পানীৰ ঢৌৰ নিচিনাকৈ চাৰিও ফালে বিয়পি পৰি লাখ লাখ মানুহৰ মনত থলক লগাই তোলে। প্ৰগতিবিৰোধীয়েই হওক, বিপ্লৱীয়েই হওক, তেওঁ ভাৰতৰ ৰূপ সলাই দিছে। ভীত, অধঃপতিত জনসাধাৰণৰ মাজত গৰ্ব্ব আৰু চৰিত্ৰবল সঞ্চাৰ কৰিছে, তেওঁলোকৰ শক্তি আৰু চেতনাক উজ্জ্বল কৰি তুলিছে। উদ্দেশ্য আৰু সেই সম্পৰ্কীয় দাৰ্শনিক তত্ত্বৰ কথা বাদ দিয়ো তেওঁ ভাৰতবৰ্ষ আৰু জগতক অহিংস অসহযোগ আৰু আইন-অমান্য আন্দোলনৰ উপায় দেখুৱাই দিলে আৰু ই যে ভাৰতৰ বিশেষ অৱস্থাত গ্ৰহণ কৰিবৰ কাৰণে সম্পূৰ্ণ উপযুক্ত, তাত অকণো সন্দেহ নাই।

মোৰ মতে সদায় সজ সমালোচনাত উদগনি দিয়া উচিত আৰু আমাৰ সমস্যা-বিলাকৰ বিমান দূৰ পাৰি প্ৰকাশ্য আলোচনা কৰা উচিত। গান্ধীজীৰ ওপৰত নিৰ্ভৰ কৰা আৰু সিদ্ধান্তৰ কাৰণে তেওঁৰ হাতলৈ মুখলৈ চোৱাৰ ভাব সদায় দেখা যায়। ই অতি ভুল কথা। অন্ধ আনুগত্যেৰে নহয়, যুক্তিযুক্তভাৱে উদ্দেশ্য আৰু উপায় স্থিৰ কৰি আৰু সেই ভিত্তিত সহযোগিতা কৰি আৰু শৃংখলাবদ্ধ কাৰ্য্যেৰে জাতি আগবাঢ়িব পাৰে। যেয়ে যিমানেই ডাঙৰ নহওক লাগিলে, কোনো সমালোচনাৰ অতীত নহয়। কিন্তু যেতিয়া সমালোচনাৰ অৰ্থ কামৰপৰা আঁতৰি থকাৰ ছল মাত্ৰ হৈ পৰে, তেতিয়া সি অন্যায়ত পৰেগৈ। সমাজতন্ত্ৰীসকলে এই ধৰণৰ কাম কৰিলে জনসাধাৰণৰ বিৰাগ হৈ থাব লাগিব; কাৰণ মানুহে কাম দেখিহে ভাল বেয়া বিচাৰ কৰে। তেনিলে কৈছে—"জীৱনৰ কোমল স্পন্দনত বিভোৰ হৈ যি সমুখত আছি

পৰা কঠিন কৰ্ত্তব্য অস্বীকাৰ কৰে, সেয়ে সুবিধাবাদী।” তত্ত্বৰ ফালৰপৰা ইয়াৰ অৰ্থ হয়গৈ বাস্তৱ জীৱনৰ বিকাশ আৰু পৰিপুষ্টিৰ ভেটিত প্ৰতিষ্ঠা কৰিব নোৱাৰা কোমল সপোনত ভোল গৈ বাস্তৱৰপৰা আঁতৰি যোৱা।

কল-কাৰখানাৰ বনুৱাৰ বিষয়ে ৰচিত সাহিত্যৰ জীপতে ভাৰতৰ চছিয়েলিষ্ট আৰু কমিউনিষ্টসকল জীয়াই থাকে। বোম্বাই বা কলিকতাৰ ওচৰ-পাজৰৰ দৰে কিছুমান ঠাইত সৰহ সংখ্যক কল-কাৰখানাৰ বনুৱা থাকে, কিন্তু ভাৰতৰ বাকী অঞ্চল খেতিয়ক-প্ৰধান। গতিকে কল-কাৰখানাৰ বনুৱাৰ ক্ষেত্ৰত ভবাৰ দৰে ভাবি ভাৰতৰ সমস্যা সমাধান কৰিব নোৱাৰি। জাতীয়তা আৰু গাঁৱৰ আৰ্থিক অৱস্থা—এই দুটাই ঘাই সমস্যা; ইউৰোপীয় সমাজতন্ত্ৰবাদত কেতিয়াবা ইয়াৰ আলোচনা দেখা যায়। মহাযুদ্ধৰ পিচৰ ৰুছিয়াৰ লগত ভাৰতৰ বহুত সাদৃশ্য থাকিলেও, তাত যি নোহোৱা-নোপজা আৰু ভাবিব নোৱাৰা ঘটনা ঘটিছে, আন ঠাইত আকৌ তেনেকুৱা ঘটনা ঘটিব পাৰে বুলি ভবাটো মূৰ্খামি মাত্ৰ। মই বিশ্বাস কৰোঁ কমিউনিজমৰ দৰ্শনে আমাক প্ৰত্যেক দেশৰে বৰ্ত্তমান অৱস্থা বুজাত সহায় কৰে আৰু তাৰ উপৰি ভৱিষ্যত উন্নতিৰ পথো দেখুৱাই দিয়ে। কিন্তু ঘটনা আৰু অৱস্থা ভালকৈ লক্ষ্য কৰি তাক চকু মুদি খটুওৱাটো তাৰ প্ৰতি অবিচাৰ আৰু বল প্ৰয়োগ কৰাহে হয়।

জীৱন এটা জটিল বিষয়। জীৱনৰ মাজত স্ববিৰোধিতা আৰু সংঘাতবোৰ দেখি কেতিয়াবা কেতিয়াবা হতাশ হ'বলগীয়া হয়। মানুহৰ ভিতৰত যে মতভেদ হ'ব তাত বিচিত্ৰতা একো নাই; আন কি সহকৰ্ম্মীসকলেও সমস্যা সমাধান কৰিবলৈ গৈ বেলেগ বেলেগ মতত উপনীত হয়গৈ। কিন্তু যি নিজৰ দুৰ্ব্বলতা ঢাকিবৰ কাৰণে ডাঙৰ ডাঙৰ ধ্বনি আওৰায় আৰু ডাঙৰ ডাঙৰ নীতিৰ কথা কয়, সেই মানুহক সন্দেহ কৰা উচিত। যি মানুহে ফাটেকৰপৰা মুক্তি পাবৰ কাৰণে চৰকাৰৰ ওচৰত প্ৰতিশ্ৰুতি বা মচুলুকা দিয়ে, আৰু আন আন সন্দেহজনক আচৰণ কৰে, আৰু আনক সমালোচনা কৰাৰ মৰসাহ কৰে, তেওঁ যি পথ বা মত সমৰ্থন কৰে, তাৰেইহে ক্ষতি হয়।

বোম্বাই সকলো জাতিৰ মানুহৰে ভৰা ডাঙৰ নগৰ। ইয়াত নানা ধৰণৰ মানুহৰ বেলেগ বেলেগ মতি-গতি দেখা যায়। সি যি নহওক, এজন প্ৰাচীন নাগৰিক তেওঁৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, আৰু ধৰ্ম্ম সম্পৰ্কীয় মতবাদৰ উদাৰতাৰ কাৰণে বিশেষ জনাজাত। সমাজনেতা হিচাপে তেওঁ সমাজতান্ত্ৰিক; ৰাজনীতি ক্ষেত্ৰত সাধাৰণতে গণতন্ত্ৰী বুলি নিজকে চিনাকি দিয়ে। তেওঁ হিন্দুসভাৰ অতি প্ৰিয়, আৰু ধৰ্ম্ম আৰু সমাজৰ প্ৰাচীন আচাৰ অনুষ্ঠান ৰক্ষা কৰাত দৃঢ়প্ৰতিজ্ঞ. আইনৰ কথাত হস্তক্ষেপ কৰাত তেওঁৰ মত নাই। নিৰ্ব্বাচনৰ সময়ত তেওঁ প্ৰাচীন প্ৰাৰ্থী। ইমান বহুমুখী আৰু বেলেগ বেলেগ কামত লিপ্ত থাকিও তেওঁৰ শক্তিৰ শেষ নাই। বাকী থকা শক্তিখিনি তেওঁ কংগ্ৰেছৰ সমালোচনা আৰু গান্ধীজীৰ “প্ৰগতিবিৰোধী” বুলি নিন্দা কৰাত লগায়। কেইজনমান লগৰীয়াৰ লগত লগ লাগি এওঁ কংগ্ৰেছ গণতন্ত্ৰী দল গঠন কৰিছে। কিন্তু গণতন্ত্ৰৰ লগত আচলতে সেই দলৰ কোনো সম্বন্ধ নাই আৰু কংগ্ৰেছৰ লগতো তাৰ সম্বন্ধ বিশেষ নাই—মাত্ৰ সেই মহান প্ৰতিষ্ঠানটোক ই আক্ৰমণ কৰে, সিমানেই। নতুন ৰাজ্য জয় কৰাৰ

অভিপ্ৰায়েৰে বাহিৰ হৈ তেওঁ বনুৱাৰ প্ৰতিনিধি স্বৰূপে জেনেভাত বনুৱা সন্মিলনত যোগ দিছিল, তেওঁৰ কাম-কাজ দেখি এনেকুৱা লাগে, তেওঁ যেন ইংৰাজৰ নমুনাৰে। ভাৰতক জাতীয় চৰকাৰৰ. প্ৰধানমন্ত্ৰীৰ পদৰ কাৰণে নিজকে সাজু কৰি তুলিবলৈ ওলাইছে।

ইমানবিলাক বেলেগ বেলেগ দৃষ্টিভংগী আৰু কাৰ্য্যশক্তি লাভ কৰাৰ দুৰ্লভ সৌভাগ্য অতি কম মানুহৰ হে থাকে। তথাপি কংগ্ৰেছৰ সমালোচকসকলৰ অনেকেই অ'বপৰা ত'লৈ ঘূৰি ফুৰিছে, যিহকে তিহকে খেপিয়াই ফুৰিছে। এওঁলোকৰ কেইজনমানে আকৌ নিজকে সমাজতন্ত্ৰী বুলি কয়। এওঁলোকে সমাজতন্ত্ৰবাদকহে কলংকিত কৰে।

## উদাৰনৈতিক দৃষ্টিভংগী

গান্ধীজীৰ লগত দেখা কৰিবৰ কাৰণে পুণাত থাকোঁতে এদিন গধূলি তেওঁৰ লগত "ছাৰ্ভেণ্টচ্‌ অব ইণ্ডিয়া ছোছাইটি"ৰ ঘৰলৈ গৈছিলোঁ। সমিতিৰ কেইজনমান সদস্যই ৰাজনৈতিক বিষয়ত তেওঁক প্ৰশ্ন কৰাত লাগিল আৰু তেওঁ উত্তৰ দিবলৈ ধৰিলে। এই ধৰণে এঘণ্টাৰো বেচি সময় পাৰ হৈ গ'ল। সমিতিৰ সভাপতি শ্ৰীশ্ৰীনিবাস শাস্ত্ৰী তাত উপস্থিত নাছিল আৰু আন আন সদস্যসকলতকৈ বহুগুণে যোগ্য পণ্ডিত হৃদয়নাথ কুঞ্জৰুও নাছিল। তথাপি কেইজনমান প্ৰবীণ সদস্য তাত আছিল। আমি কেইজনমান মাত্ৰ এইখিনি সময়ত আছিলোঁ। অতি তুচ্ছ ঘটনা লৈ প্ৰশ্নব জাউৰি শুনি বিচুৰ্ত্তি খালোঁ। গান্ধীজীৰ সেই বৰলাটৰ লগত সাক্ষাত প্ৰাৰ্থনা আৰু বৰলাটৰ সন্মতি, সৰহ ভাগ প্ৰশ্নই সেই পুৰণি বিষয়ৰ ওপৰতে হ'ল। বহু সমস্যাৰ ধামখুমীয়াত পৰি থকা এই জগতখন, আৰু যেতিয়া তেওঁলোকৰ দেশখন স্বাধীনতাৰ কাৰণে কঠিন যুজত নামিছে, যেতিয়া শ শ অনুষ্ঠান বে-আইনী ঘোষিত হৈছে, তেতিয়া তেওঁলোকে তাৰ বাহিৰে আলোচনাৰ আৰু কোনো বিষয় বিচাৰি নোপালনে বাৰু? খেতিয়কৰ দুৰ্দ্দশা, বেপাৰ-বাণিজ্যৰ অৱস্থা ভাল নহয় কাৰণে চাৰিউফালে নিবনুৱা সমস্যাৰ সৃষ্টি হৈছে। বঙ্গদেশ, সীমান্ত আৰু ভাৰতৰ আন আন অংশত ভয়াবহ ঘটনা ঘটিছে। স্বাধীন চিন্তা, বক্তৃতা, লেখা আৰু সভা-সমিতিৰ স্বাধীনতা হৰণ কৰা হৈছে, এনেকুৱাই আৰু কত জাতীয় আৰু আন্তৰ্জাতিক সমস্যা আছে; কিন্তু তেওঁলোকৰ প্ৰশ্নবোৰ তুচ্ছ ঘটনাৰ মাজতে সীমাবদ্ধ হৈ থাকিল। গান্ধীজী আগবাঢ়িলে বৰলাট বা ভাৰত চৰকাৰে কি কৰিব সেই সম্ভাৱনা লৈয়েই তেওঁলোক ব্যস্ত।

মোৰ মনত এনেকুৱা লাগিল মই যেন এটা মন্দিৰতহে সোমাইছোঁ। ইয়াত থকা লোকসকলে গোটেই বহিৰ্জ্জগতৰ লগত যেন সংযোগসূত্ৰ ছিঙি দিছে। তথাপি আমাৰ এই বন্ধুসকল ৰাজনৈতিক কৰ্ম্মী আৰু যোগ্য লোক। এওঁলোকে বহুত ত্যাগ কৰিছে আৰু জনসেৱা ব্ৰত লৈ ভালেমান দিন কাম কৰিছে। আন আন কেইজনমানৰ লগত লগ লাগি এওঁলোকেই উদাৰপন্থী দলৰ স্বৰূপ হৈছে। এই দলৰ

আন আন লোকসকলে কোনো নির্দ্দিষ্ট মতামতৰ ধাৰ খাই থোৱা নাই। মাজে মাজে ৰাজনৈতিক বিষয়ত যোগ দি কিছু সময়ৰ কাৰণে গাত উম পায় মাত্র। এই শ্রেণীৰ মধ্যমপন্থীসকলৰ অনেকৰে, বিশেষকৈ মাদ্রাজ আৰু বোম্বাইত, চৰকাৰী কর্ম্মচাৰী-সকলৰ লগত পার্থক্য বুজাই টান।

কোন দেশৰ ৰাজনৈতিক উন্নতি কিমান হৈছে সেই দেশৰ কাৰণে সেয়েই ঘাই প্রশ্ন; সেই দেশৰ ব্যর্থতাৰ যদি কিবা কাৰণ থাকে, তেন্তে সি এইটোৱেই যে সেই দেশে নিজৰ ওচৰৰ্ত্ত প্রকৃত প্রশ্ন সোধা নাই। আমি সম্প্রদায় হিচাপে আসন ভগোৱা লৈয়ো সময় আৰু শক্তি নষ্ট কৰিছোঁ; সাম্প্রদায়িক ভাগ-বটোৱা লৈ স্বতন্ত্র দল গঠন কৰিছোঁ—আৰু অনাহক তর্কযুদ্ধ চলাইছোঁ, অথচ ঘাই সমস্যাবিলাকৰ প্রতি আমি মনোযোগ দিয়া নাই। আমি যে ৰাজনৈতিক ক্ষেত্রত পাচ পৰি আছোঁ, ই তাৰেই প্রমাণ। ঠিক এই ধৰণেই "ছাৰ্ভেণ্ট অৱ ইণ্ডিয়া ছোছাইটি"ৰ সদস্যসকলে গান্ধীজীক যিবিলাক প্রশ্ন কৰিলে, তাৰ মাজেদি সেই সমিতি আৰু উদাৰপন্থী দলৰ অদ্ভুত মানসিক অৱস্থা প্রকাশ পালে। এনেকুৱা ভাব হ'বলৈ ধৰিলে, তেওঁলোকৰ যেন ৰাজনৈতিক বা অর্থনৈতিক নীতি নাই, কোনো উদাৰ দৃষ্টিভঙ্গী নাই, তেওঁলোকৰ ৰাজনীতি যেন বৈঠকখানা বা দৰকাৰী ধৰণৰ—ওখ থাপৰ ৰাজকর্ম্মচাৰীসকলে কি কৰিব বা কি নকৰিব একমাত্র প্রশ্ন সিয়েইহে।

"লিবাৰেল পার্টি" বা উদাৰপন্থী দল—এই নাম শুনি বহুতৰে ভুল ধাৰণা হ'ব পাৰে। আন ঠাইত, বিশেষকৈ ইংলণ্ডত এই নামৰ এটা সার্থকতা আছে। তাত তাৰ এটা নিশ্চিত অর্থনৈতিক উদ্দেশ্য—স্বাধীন বাণিজ্য আৰু বেহা-বেপাৰত হস্তক্ষেপ নকৰা আদি নীতি আৰু ব্যক্তি-স্বাধীনতা আৰু আন আন কিছুমান স্বাধীনতা সম্পর্কীয় মতবাদ বুজায়। ইংলণ্ডৰ উদাৰপন্থী দলৰ আগৰপৰা চলি অহা নীতি অর্থনৈতিক ভেটিৰ ওপৰত গঢ় লোৱা। বেপাৰ-বাণিজ্যৰ স্বাধীনতা ৰক্ষা আৰু ৰজাৰ একচেটিয়া অধিকাৰ আৰু ইচ্ছামতে টেক্স ধার্য্য কৰা ব্যৱস্থাৰ বিলোপ কৰিবলৈ কৰা যত্নৰপৰাই ৰাজনৈতিক স্বাধীনতাৰ আকাঙ্ক্ষা জাগি উঠিছিল। ভাৰতীয় উদাৰপন্থীসকলৰ তেনে কোনো ভিত্তি নাই। তেওঁলোকে স্বাধীন বেপাৰত বিশ্বাস নকৰে; প্রায় সকলোৱেই সংৰক্ষণবাদী, আৰু আধুনিক ঘটনাবিলাকৰপৰা প্রমাণ হৈছে যে তেওঁলোকে পোৰ-স্বাধীনতাৰ ওপৰতো বিশেষ গুৰুত্ব নিদিয়ে। দেশীয় ৰাজ্যসমূহ প্রায় সামন্ততান্ত্রিক আৰু স্বেচ্ছাচাৰী। ব্যক্তি-স্বাধীনতা আৰু গণতন্ত্রৰ তাত নামেই নাই। সেই দেশীয় ৰাজ্যবিলাকৰ লগত ভাৰতীয় উদাৰপন্থীসকলৰ ঘনিষ্ঠতা আৰু তেওঁলোকৰ প্রতি সাধাৰণ সমর্থনৰপৰা বুজা যায় যে, তেওঁলোক ইউৰোপীয় ধৰণৰ 'লিবাৰেল' নহয়—অর্থাৎ ভাৰতীয় উদাৰপন্থীসকল কোনো ফালৰ-পৰাই উদাৰ নহয়। বাস্তৱিকতে তেওঁলোক যে কি, কোৱাই টান; কিয়নো তেওঁ-লোকৰ দৃঢ় মতবাদ বা বিশ্বাস একো নাই আৰু সংখ্যাত অতি তাকৰ হ'লেও পৰস্পৰৰ লগত তেওঁলোকৰ মতভেদ আছে। কেৱল গা সৰুৱাবৰ বেলিকাহে তেওঁ-লোকৰ শক্তিৰ চিন ওলায়। তেওঁলোকে সকলোতে অন্যায় দেখে আৰু তাৰপৰা আঁতৰি থাকিবলৈ বিচাৰে—আৰু এনেকৈয়ে সত্য আৱিষ্কাৰ কৰিব পাৰিব বুলি আশা কৰে। তেওঁলোকৰ কাৰণে সত্যটো মধ্যম পন্থাহে অৱশ্যে। তেওঁলোকৰ মতে চৰম

কিবা এটা হ'লেই তেওঁলোকে সমালোচনা কৰে আৰু এই সমালোচনা কৰোঁতে নিজকে ধাৰ্ম্মিক, ধীৰ, স্থিৰ, সৎলোক বুলি অনুভৱ কৰি আনন্দ পায়। এই উপায়েৰে তেওঁলোকে জটিল চিন্তা-ভাৱনাৰপৰা নিজকে সৰুৱাই ৰাখে। কোনো গঠনমূলক প্ৰস্তাৱ গঢ়ি তুলিবলৈ যিখিনি দুখ-কষ্ট ভোগ কৰিবলগীয়া হয় সেইখিনি তেওঁলোকে কেতিয়াও নকৰে। বহুতৰে এটা অস্পষ্ট ধাৰণা আছে যে, ধনতন্ত্ৰ ইউৰোপত সম্পূৰ্ণৰূপে কৃতকাৰ্য্য হোৱা নাই আৰু অতিপাত বিপদসংকুল অৱস্থাৰ মাজত পৰিছে। আনফালে সমাজতন্ত্ৰবাদ একেবাৰেই বেয়া; কাৰণ ই ন্যস্তস্বাৰ্থক আক্ৰমণ কৰে। বোধহয় ভৱিষ্যতে কেতিয়াবা কিবা অলৌকিক সমাধান বিচাৰি পোৱা হ'ব, এটা মজলীয়া ধৰণৰ ব্যৱস্থা ওলাব আৰু সিমান দিনলৈকে ন্যস্তস্বাৰ্থবিলাক ৰক্ষা কৰাই উচিত। পৃথিৱী ঘূৰণীয়া নে চেপেটা, এই বিষয়ে যদি তৰ্ক হয় তেতিয়া হ'লে তেওঁলোকে বোধহয় এই দুই মতৰে নিন্দা কৰিব আৰু কব যে পৃথিৱীখন চাৰি-কুণীয়া বা কণীৰ আকৃতিৰ বুলিও ধৰি ল'ব পাৰি।

অতি তুচ্ছ আৰু সামান্য কথা লৈয়ো তেওঁলোক অতিপাত উত্তেজিত হৈ পৰে আৰু এনেকুৱা চিঞৰ-বাখৰ, হাই-উৰুমি আৰম্ভ কৰি দিয়ে যে দেখি আচৰিত হ'বলগীয়া হয়। জানিয়ে হওক বা নেজানিয়েই হওক, তেওঁলোকে মূল সমস্যা-বোৰৰ ওচৰ সীমায়ো নেযায়। কাৰণ, তেতিয়া হ'লে তাৰ প্ৰতিকাৰৰ প্ৰকৃত উপায় দেখুৱাই দিব লাগিব আৰু তাৰ কাৰণে লাগিব চিন্তা আৰু সাহসিকতা। ইয়াৰ ফলত হৰা-জিকা লৈ উদাৰপন্থীসকলে সমূলি মূৰ নঘমায়। তেওঁলোকৰ একো নীতি নাই। এই দলৰ ঘাই, বিশেষত্ব হ'ল—যদি ইয়াক বিশেষত্ব বুলিব পাৰি—যে ভাল-বেয়া সকলো বিষয়তে তেওঁলোক মধ্যম পথত থাকে। জীৱনৰ এই দৃষ্টিভংগী দেখি এনেকুৱা লাগে এওঁলোকৰ পুৰণি নাম "মডাৰেট" বা মধ্যমপন্থীটোৱেইহে যেন দেখাতো ভাল আৰু তেনেকৈ তেওঁলোকৰ কাম-কাজৰ লগতো মিলে।

"মিতাচাৰৰ ওপৰতে মোৰ গৌৰৱ প্ৰতিষ্ঠিত। ৰক্ষণশীলসকলে মোক বোলে উদাৰপন্থী আৰু উদাৰপন্থীসকলে বোলে ৰক্ষণশীল।"

—আলেকজেণ্ডাৰ প'প।

কিন্তু সদ্‌গুণ হিচাপে মিতাচাৰক যিমানেই প্ৰশংসা কৰা নহওক, সি চোকা আৰু উজ্জ্বল নহয়। ইয়াত অনুভূতিপ্ৰৱণতা চেঁচা হৈ যায়। সেই কাৰণেই ভাৰতীয় উদাৰপন্থীসকল "নিৰানন্দ সৈন্যদল"। এওঁলোকৰ মতি-গতি অতি গম্ভীৰ আৰু চিন্তাশীল। এওঁলোকৰ কথা-বতৰা কোৱাৰ আৰু লিখাৰ ধৰণ-কৰণ একেবাৰেই শুকান খৰি। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো আছে। যেনে, ছাৰ তেজবাহাদুৰ ছাপ্ৰু। এওঁ ব্যক্তিগত জীৱনত তেনেকুৱা নিস্তেজ আৰু ৰসবোধ নোহোৱা ধৰণৰ নাছিল আৰু আন কি নিজৰ বিৰুদ্ধে হোৱা পৰিহাস-বিদ্ৰূপো তেওঁ উপভোগ কৰিছিল। কিন্তু মুঠৰ ওপৰত উদাৰপন্থীসকল অতিপাত বুৰ্জোৱাতান্ত্ৰিক আৰু এওঁলোকৰ মাজত এটা সাধাৰণ ঐক্য আছে। উদাৰপন্থী দলৰ মুখপাত্ৰ এলাহাবাদৰ "লীডাৰ" কাকতত যোৱা বছৰ সম্পাদকীয় প্ৰবন্ধই এই মনোবৃত্তিৰ এটা ধুনীয়া উদাহৰণ দিছিল। লেখা হৈছিল—মহাপুৰুষ আৰু অসাধাৰণৰ লোক-সকলে জগতখনক বৰ আমনি আৰু আহুকালত পেলায়। গতিকে সাধাৰণ মজলীয়া

তৰপৰ মানুহ বহুত ভাল। অতি সৰল আৰু নিখুঁতভাৱে "লীডাৰে" মধ্যম পন্থাৰ জয়ধ্বজা তুলি ধৰিছিল।

মিতাচাৰ, ৰক্ষণশীলতা, আকস্মিক পৰিৱৰ্ত্তন আৰু বিঘ্নিনিৰপৰা আঁতৰি ফুৰিবৰ চেষ্টা বুঢ়া বয়সৰ লক্ষণ। কিন্তু ডেকা কালত সেইবিলাকৰ প্ৰতি মন নাই। আমাৰ এই প্ৰাচীন দেশত মানুহ জন্মৰেপৰাই ক্লান্ত, নিৰাশ, তেওঁলোকৰ মুখত উজ্জ্বলতা নাই পক্কতাৰ চিন। কিন্তু এই প্ৰাচীন দেশতো পৰিৱৰ্ত্তনৰ শক্তি সক্ৰিয় হৈ উঠিছে আৰু মধ্যমপন্থীসকলে চকুৰেদি সৰিয়হ ফুল দেখিছে। প্ৰাচীন জগতৰ অন্তৰ্দ্ধান হৈছে; উদাৰপন্থীসকলে যিমান পাৰে তেওঁলোকৰ শুৱলা যুক্তি দেখুৱায়ো তাক বন্ধ কৰিব পৰা নাই। ইয়াৰ বা-মাৰলী, বানপানী আৰু ভূমিকম্পৰ লগত যেন তৰ্ক কৰিবলৈ আগবাঢ়িছে। তেওঁলোকে থটুওৱা পুৰণি কৌশল ব্যৰ্থ হৈ গৈছে, তথাপি তেওঁলোকে নতুন চিন্তাধাৰা বা কাৰ্য্যপদ্ধতি লবলৈ সাহ নকৰে। ইউৰোপীয় ঐতিহ্যৰ কথা বৰ্ণাওঁতে ডঃ এ. এন. হোৱাইটহে'ডে কৈছিল—"পূৰ্ব্ব-পুৰুষসকলে যি বিধি-ব্যৱস্থা পৰিস্থিতিৰ মাজত বাস কৰিছিল পিচৰ পুৰুষেও সেইবিলাকৰ মাজতে বাস কৰিব আৰু তেওঁলোকে সেই সকলোখিনিকে সমান শক্তিৰেই তেওঁলোকৰ পিচৰ পুৰুষলৈ পঠাই দিব, এই অন্যায় ধাৰণাৰ লগতে আগৰ-পৰা চলি অহা ৰাজনীতিবিলাক গঁথা হৈ আছে। মানৱবুৰঞ্জীৰ আমি এতিয়া প্ৰথম কালছোৱাত বাস কৰিছোঁ; গতিকে সেই ধাৰণা ভুল।" তেওঁৰ বিশ্লেষণতো কিছু দূৰ উদাৰনৈতিক মনোবৃত্তিৰ মানুহে কৰা ভুলেই বৈ গ'ল। কাৰণ সেই ধাৰণা বোধহয় সদায়েই ভুল। আগৰেপৰা প্ৰচলিত ইউৰোপীয় ৰীতি-নীতিয়েই যদি ৰক্ষণশীল হ'ল তেন্তে আমাৰ ৰাজনীতি যে কিমান বেচি ৰক্ষণশীল! কিন্তু যেতিয়া পৰিৱৰ্ত্তনৰ সময় আহে; তেতিয়া ইতিহাস-সৃষ্টিকৰ্ত্তাসকলে সেইবিলাক চলি অহা ৰীতি-নীতি কমেইহে গ্ৰাহ্য কৰে। আমাৰ পৰিকল্পনা ব্যৰ্থ হ'লে আমি অসহায়ভাৱে তালৈ চাই থাকোঁ আৰু লোকৰ ওপৰত দোষ দিওঁ। মিঃ জেৰাল্ড হিয়াৰ্ডে কোৱাৰ দৰে—"পৰিকল্পনা যেতিয়া ব্যৰ্থ হয়, তেতিয়া কোনো কোনোৱে ভাবে, তেওঁৰ নিজৰ ভুলত হোৱা নাই, লোকে ইচ্ছা কৰি তেওঁৰ চেষ্টা বিফল কৰিছে। ইয়াৰ নিচিনা আৰু ভুল ধাৰণা নাই।"

আমি সকলোৱে এই মাৰাত্মক ভুলৰ কাৰণে ভুগিছোঁ। কেতিয়াবা কেতিয়াবা মোৰ ভাব হয়, গান্ধীজীও এই ভুলৰপৰা মুক্ত নহয়। কিন্তু আমি অন্ততঃ কাম কৰি যাওঁ আৰু জীৱনৰ লগত সংযোগ ৰাখিবৰ চেষ্টা কৰোঁ। পৰীক্ষা আৰু ভুলৰ-পৰা সময়ে সময়ে ভ্ৰান্ত ধাৰণা দূৰ হয় আৰু খুন্দা-খুন্দলি খায়ো আমি আগবাঢ়ি গৈ থাকোঁ। কিন্তু উদাৰপন্থীসকলৰ দুখ আৰু বেচি। কিজানি ক'ৰবাত ভুল কৰি পেলাওঁ, এই ভয়তে তেওঁলোকে কামেই কৰিব নোখোজে। তেওঁলোকে জনসাধাৰণৰ প্ৰাণৱন্ত সংশ্ৰৱলৈ নাহে আৰু মন্ত্ৰমুগ্ধ হৈ আৰু নিজকে নিজে সম্মোহিত কৰি নিজৰ মনৰ মাজতে বাস কৰে। দেড় বছৰৰ আগতে শ্ৰী শ্ৰীনিবাস শাস্ত্ৰীয়ে তেওঁৰ উদাৰপন্থী লগৰীয়াসকলক সম্বোধন কৰি কৈছিল—"কামত থিয় দি ঘটনাৰ সোঁত চলি থাকিবলৈ নিদিবা।" এই সাৱধান-বাণীৰ মাজত যি উচ্চতৰ সত্য লুকাই আছে, বোধহয় তেওঁ তাৰ ধাৰণা কৰিব পৰা নাছিল। চৰকাৰৰ কামৰ ফালৰপৰা সদায়

চিন্তা কৰাৰ অভ্যাস শাস্ত্ৰী ডাঙৰীয়াৰ। বিভিন্ন চৰকাৰী সমিতিবিলাকে যি সাংবিধানিক পৰিবৰ্ত্তন আনিবলৈ বিচাৰিছে, তালৈকে তেওঁ আঙুলিয়াইছিল। কিন্তু দুৰ্ভাগ্যবশতঃ উদাৰপন্থীসকল কাষত থিয় হৈয়ে থাকিল আৰু ঘটনাৰ সোঁতো বৈ যাবলৈ দি থাকিল। তেওঁলোকৰ লগৰীয়াসকল সিপিনে গৈয়েই আছে। তেওঁলোকে নিজৰ জনসাধাৰণবলৈ ভয় কৰিছিল আৰু আমাৰ শাসকসকলক অসন্তুষ্ট কৰাতকৈ ৰবং জনসাধাৰণৰ সংশ্ৰৱকে বাদ দিবলৈ সাজু আছিল। গতিকে তেওঁলোকে নিজৰ দেশতে বিদেশী আৰু তেওঁলোকক থিয়তে ৰাখি জীৱন-প্ৰৱাহ তেওঁলোকৰ আগে-দিয়েই চলি গৈছে—ইয়াত আৰু আচৰিত হ'ব লগীয়া কি থাকিব পাৰে? তেওঁ-লোকৰ দেশীয় মানুহে যেতিয়া জীৱন আৰু স্বাধীনতাৰ বাবে তুমুল যুদ্ধত নামিছিল, তেতিয়া বেৰাৰ কোন ফালে উদাৰপন্থীসকল থিয় হৈ আছিল, সেই বিষয়ে আৰু কোনো সন্দেহ নাই। সেই বেৰাৰ সিফালৰপৰা তেওঁলোকে আমাক অনেক উপদেশ দিছিল, ডাঙৰ ডাঙৰ নীতিকথা শুনাইছিল আৰু এঠাৰ দৰে তেল দিয়াত লাগিছিল। ঘৃণনীয়া মেজ-মেলৰ বৈঠক আৰু বিভিন্ন কমিটীত বৃটিছ চৰকাৰৰ লগত তেওঁলোকৰ সহযোগিতাৰ ওপৰত চৰকাৰে নৈতিক গুৰুত্ব দিছিল। নিদিলে অৱস্থা বেলেগ হ'লহেঁতেন। এইটোও উল্লেখযোগ্য যে, এইবিলাক সম্মিলনৰ এখনত বৃটিছ বনুৱা দলেও আন কি যোগদান কৰা নাই। কিন্তু কেজনমান বিশিষ্ট ভদ্ৰ-লোকৰ বাধা-নিষেধ নেমানিও তেওঁলোকে যোগ নিদিয়াকৈ পৰা নাই।

বিভিন্ন বিষয়ত আমি সকলোৱেই কম-বেচি বেলেগ বেলেগ স্তৰৰ নৰমপন্থী আৰু চৰমপন্থী। কোনো বিষয়ত যদি আমাৰ আসক্তি থাকে, তেন্তে তাৰ প্ৰতি আমাৰ মনোভাৱ অতি সচেতন থাকিব আৰু সিয়েই চৰমপন্থীৰ মনোভাৱ। আন ক্ষেত্ৰত আমি ভাল মানুহৰ দৰে সহি যাব পাৰোঁ, দাৰ্শনিকৰ দৰে সংযম দেখুৱাব পাৰোঁ, কিন্তু প্ৰকৃততে আমাৰ উদাসীনতাক ঢাকি ৰাখিবলৈহে তাকে কৰোঁ। মই দেখিছোঁ মধ্যমপন্থীসকলৰ মাজতো নিৰীহ লোকে কোনো বিশেষ শ্ৰেণীৰ ন্যস্তস্বাৰ্থ লোপ কৰাৰ প্ৰস্তাৱ শুনি উগ্ৰ চৰমপন্থীৰ দৰে মনোভাৱ দেখুৱাইছে। আমাৰ উদাৰপন্থী বন্ধুসকল কিছুদূৰ ধনী আৰু অৱস্থাপন্ন শ্ৰেণীৰ প্ৰতিনিধি। তেওঁ-লোকে স্বৰাজৰ কাৰণে আৰু কিছু দিন বৈ থাকিব পাৰে, তাকে লৈ তেওঁলোক উত্তেজিত হৈ উঠিবলৈ প্ৰয়োজন বোধ নকৰে। কিন্তু কোনো গুৰুতৰ সামাজিক পৰিৱৰ্ত্তনৰ প্ৰস্তাৱ শুনিলেই তেওঁলোকে ধৈৰ্য্য হেৰুৱাই পেলায়, তেওঁলোকৰ সংযম লোপ পায়, শুৱলা যুক্তিও আৰু নেথাকে। দৰাচলতে তেওঁলোকৰ সংযম থাকে বৃটিছ চৰকাৰৰ প্ৰতি তেওঁলোকৰ আপোন মনোভাৱতে। তেওঁলোকে মনে মনে এই আশা পুহি থাকে যে, তেওঁলোকে যদি চৰকাৰক শ্ৰদ্ধা কৰি আপোন ভাব দেখুৱায়, তেতিয়াহলে পুৰস্কাৰ হিচাপেই তেওঁলোকে তেওঁলোকৰ (উদাৰপন্থী-সকলৰ) কথা শুনিব। এই অৱস্থাত বৃটিছ মতামতকে সম্পূৰ্ণৰূপে মানি লোৱাৰ বাহিৰে তেওঁলোকৰ গতি নাই। এ'ৰস্কাইন মে'ৰ "পাৰ্লিয়ামেণ্টেৰী প্ৰেকটিছ" এওঁলোকে সদায় পঢ়ে। এই ধৰণৰ কিতাপ, চৰকাৰী নানা ধৰণৰ প্ৰতিবেদন তেওঁ-লোকে নিষ্ঠাৰে পঢ়ে, নতুন কোনো চৰকাৰী প্ৰতিবেদন পাছ হ'লেই তেওঁলোকে উৎসাহেৰে পঢ়িবলৈ লাগি যায়। উদাৰপন্থী নেতাসকল ইংলণ্ডৰপৰা উভতি আহি

"হোৱাইট্ হল"ৰ (ইংলণ্ডনৰ মন্ত্ৰীসকলৰ অফিচ ঘৰ) ডাঙৰ ডাঙৰ মালিকসকলৰ বিষয়ে ৰহস্যময় বিবৃতি দিয়ে, উদাৰপন্থী, বৃটিছ সহযোগী আৰু এই ধৰণৰ আন আন শ্ৰেণীৰ লোকসকলৰ কাৰণে "হোৱাইট্ হল" হ'ল ইন্দ্ৰলোক। এটা পুৰণি প্ৰৱাদ আছে—ভাল আমেৰিকানসকল বোলে মৃত্যুৰ পিচত পেৰিচলৈ যায়, হয়তো বা ভাল উদাৰপন্থীসকল মৃত্যুৰ পিচতে ভূত হৈ "হোৱাইট্ হল'ৰ কাষৰে পাঁজৰেই ক'ৰবাত ঘূৰি ফুৰে।

মই উদাৰপন্থীসকলৰ কথা লিখিলোঁ স'চা, কিন্তু এইবিলাক কথা বহুত কংগ্ৰেছপন্থী লোকৰ গাতো খাটে আৰু বেচিকৈ খাটে বৃটিছসহযোগীসকলৰ গাত। সজ গুণত তেওঁলোকে উদাৰপন্থীসকলকো চেৰ পেলাইছে। সাধাৰণ এজন উদাৰ পন্থীৰ লগত সাধাৰণ এজন কংগ্ৰেছপন্থীৰ বহুত পাৰ্থক্যই আছে, কিন্তু এই পাৰ্থক্যৰ সীমা সুস্পষ্ট আৰু নিৰ্দ্দিষ্ট নহয়। মতবাদৰ ফালৰপৰা আগবঢ়া উদাৰ-পন্থী আৰু মধ্যমপন্থী কংগ্ৰেছী লোক এজনৰ পাৰ্থক্য বৰ কম। কিন্তু গান্ধীজীৰ প্ৰভাৱৰ ফলত প্ৰত্যেক কংগ্ৰেছপন্থীয়েই দেশ আৰু জনসাধাৰণৰ লগত অলপ আচৰপ যোগাযোগ ৰাখে, তেওঁ অলপ আচৰপ কামো কৰিবলগীয়া হয়, এই কাৰণে তেওঁৰ মতবাদ অস্পষ্ট আৰু ধূৰ'লি-কুৱ'লী হ'ব নোৱাৰে। কিন্তু উদাৰপন্থী-সকলৰ বিষয়ে তেনেকৈ ক'ব নোৱাৰি। তেওঁলোকে পুৰণিয়েই হওক, নতুনেই হওক, দুয়োৰে লগত যোগাযোগ হেৰুৱাই পেলাইছে। দল হিচাপে এওঁলোক লাহে লাহে খীণাই গৈছে। লাহে লাহে লয় পাবলৈ ধৰিছে।

মোৰ মনেৰে, আমি বহুতেই আগৰ পুৰণি ভাব হেৰুৱাইছোঁ, ইপিনে নতুন অন্তৰ্দৃষ্টিও পোৱা নাই। আমি আৰু সাগৰমন্থনৰপৰা উৰ্ব্বশী ওলোৱা নেদেখোঁ বা মহাদেৱৰ পিনাক টঙ্কাৰো নুশুনো। এই সৌভাগ্য অতি কম মানুহৰহে হয়। যিসকলে—

"এচাঁহি বালিত দেখে এখনি পৃথিৱী,
বনৰীয়া ফুলটিতে এখনি সৰগ;
হাতেৰে খামুচি ধৰে অসীম বিৰাট,
এটি ঘটিকাতে পায় অনন্ত সময়।"

দুখৰ কথা আমি বহুতেই প্ৰকৃতিৰ ৰহস্যময় জীৱন-লীলা অনুভৱ কৰিব নোৱাৰোঁ, আমাৰ কাণে কাণে প্ৰকৃতিয়ে গুপুতে কথা নকয়, তাৰ স্পৰ্শত আমি পুলকিত হৈ নুঠোঁ। সেই দিন গ'ল। আগৰ দিনৰ দৰে আমি প্ৰকৃতিৰ মাজত মহানৰ আবিৰ্ভাৱ দেখিলেও আমি তাক মনুষ্যত্বৰ গৌৰৱ আৰু বেদনাৰ মাজত দেখিবলৈ বিচাৰোঁ, ইয়াৰ বিৰাট স্বপ্ন আৰু ধুমুহাৰ মাজত ইয়াৰ মনোবেদনা আৰু বিফলতাৰ মাজত আৰু সবাতোকৈ, দেখিবলৈ বিচাৰোঁ ভৱিষ্যতৰ বিপুল সম্ভাৱনা আৰু স্বপ্নৰ সাৰ্থকতাৰ ওপৰত যি অগাধ বিশ্বাস তাৰ মাজত। ইয়াৰ অনুসন্ধানত লাগি থাকিয়েই আমি হতাশাৰ বেদনাৰ উপশম বোধ কৰোঁ আৰু সময়ে সময়ে জীৱনৰ ক্ষুদ্ৰতাৰপৰা ওপৰলৈ উঠি যাওঁ। কিন্তু বহুতেই এই অনুসন্ধানৰ পথত আগ নেবাঢ়ে। পুৰণি ঢাপৰপৰা আঁতৰি আহি বৰ্ত্তমানতো তেওঁলোকে অনুসৰণ কৰিবলৈ বাট বিচাৰি নেপায়। এওঁলোকৰ কোনো মহৎ স্বপ্ন নাই, কোনো কাম-

কাজ নাই। প্ৰচণ্ড ফৰাচী বিদ্ৰোহ বা যুদ্ধ-বিপ্লৱত মানৱজাতিৰ যি বিৰাট আলোড়ন হৈছিল তাৰ কথা এওঁলোকে উপলব্ধি কৰিব নোৱাৰে। মানুহৰ মনত বহু দিন চেপা খাই থকা আশা-আকাঙ্ক্ষাৰ জটিল, আকস্মিক আৰু নিষ্ঠুৰ বিষ্ফোৰণত এওঁলোকে ভয় খাই যায়। এওঁলোকৰ মনত বেষ্টিল দুৰ্গৰ এতিয়াও পতন হোৱা নাই।

মাজে মাজে বহুতে ন্যায়সঙ্গত খঙেৰে কয়--"দেশপ্ৰেম কংগ্ৰেছৰ একচেটিয়া নহয়।" এই একে কথাকে বাৰে বাৰে কওঁতে কওঁতে ইয়াৰ মৌলিকতা নষ্ট হৈ অতি আমনি লগা হৈ উঠিছে। মই আশা কৰোঁ কোনো কংগ্ৰেছপন্থীয়েই মনত এনেকুৱা ভাবাৱেগ পুহি থকা নাই। মই যে ইয়াক কেতিয়াও কংগ্ৰেছৰ একচেটিয়া অধিকাৰ বুলি নেভাবোঁ আৰু কোনোবাই বিচাৰিলেই মই তাক আনন্দেৰে উপহাৰ দিব পাৰোঁ। বহুত সময়ত ই সুবিধাবাদী আৰু ভাগ্যান্বেষীসকলৰ আশ্ৰয়ৰ থলী। সকলো শ্ৰেণী, সকলো স্বাৰ্থ আৰু সকলো ৰুচিৰে মন যোগাবলৈ অৱশ্যে বহুত ধৰণৰ স্বদেশপ্ৰেম আছে। জুডাছ যদি আজি জীয়াই থাকিলেহেঁতেন, তেন্তে তেৱোঁ স্বদেশপ্ৰেমৰ নামতে কাম কৰিলেহেঁতেন। এতিয়া আৰু দেশপ্ৰেমেই যথেষ্ট নহয়, আমি আৰু বেচি ওখ খাপৰ আৰু বেচি মহৎ আৰু ব্যাপক কিবা বিচাৰোঁ।

মিতাচাৰৰ কাৰণেই মিতাচাৰ যথেষ্ট নহয়। সংযম ভাল গুণ আৰু ই আমাৰ মানসিক উৎকৰ্ষৰ চিনাকি দিয়ে। কিন্তু সংযমৰো বহুত অন্তৰায় আছে, যিবোৰক সংযত কৰিব লগা হয়। মানুহৰ ভাগ্যই হৈছে প্ৰকৃতিৰ শক্তিসমূহ সংযত কৰা, বজ্ৰক বাহন কৰি ফুৰা জ্বলি থকা জুই, হিলদল ভঙা পানীৰ ধাৰাক তাৰ কামত লগোৱা, কিন্তু যিবিলাক প্ৰবৃত্তিয়ে মানুহক গিলি ধৰি আছে সেইবোৰ সংযত কৰাহে টান। সেইবোৰ জয় কৰিব নোৱাৰালৈকে মনুষ্যত্বৰ সম্পদৰ উত্তৰাধিকাৰী হ'ব নোৱাৰি। কিন্তু খোঁৰা ভৰি আৰু অসাৰ হাতকনো কি সংযত কৰিব?

দক্ষিণ আফ্ৰিকাৰ ঔপন্যাসিকসকলক লক্ষ্য কৰি লিখা ৰয় কেমবেলৰ চাৰিটা শাৰী তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ।

"যি সংযমেৰে তোমালোকে লিখা, তেওঁলোকে তাৰ প্ৰশংসা কৰে। ময়ো তাৰ লগত একমত। তোমালোকৰ হাতত বল্গা আছে, সংযত কৰাৰ লোহাৰ লেগাম আছে, কিন্তু হায় তোমালোকৰ সেই বেচেৰা ঘোঁৰাটো ক'ত?"

আমাৰ উদাৰপন্থী বন্ধুসকলে কয়, তেওঁলোকে বোলে এফালে কংগ্ৰেছ আনফালে চৰকাৰ এই দুই চৰম বস্তুক সোঁৱে আৰু বাঁৱে ৰাখি আগ বাঢ়ে। যি বাটেদি চলে সেই বাট ঠেক কিন্তু উত্তম বাট। উভয়ৰে দোষ ত্ৰুটিৰ তেওঁলোক স্বয়ংভু সমালোচক আৰু দুই পক্ষৰ দোষৰপৰা তেওঁলোক মুক্ত কাৰণে নিজকে ভাগ্যৱান বুলি ভাবে। তেওঁলোকে ন্যায়ৰ তুলাচলনী ধৰা বিচাৰকৰ দৰে চকু দুটা মুদি থাকে বা বান্ধি ৰাখে যেন লাগে। কল্পনাতে মই সুদূৰ অতীত যুগৰ সেই বাণী কাণপাতি শুনো—"শাস্ত্ৰ ব্যাখ্যা কৰোঁতা ধৰ্ম্মধ্বজী...হে অন্ধ প্ৰদৰ্শক, তোমালোকে মহ দেখিলে চক খাই উঠা, কিন্তু উট একোটা সহজে গিলিব পাৰা।"

## স্বায়ত্ত শাসন আৰু স্বাধীনতা

যোৱা বছৰ যিসকলে কংগ্ৰেছৰ নীতি নিয়ন্ত্ৰণ কৰিছে, তেওঁলোক সকলোৱেই মধ্যবিত্ত শ্ৰেণীৰ মানুহ। উদাৰপন্থীয়েই হওক বা কংগ্ৰেছপন্থীয়েই হওক, উভয়ে একে শ্ৰেণীভুক্ত আৰু একে পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজতে ডাঙৰ হোৱা। এওঁলোকৰ সামাজিক জীৱন, মিতিৰালি, বন্ধুতা একে প্ৰকাৰৰ আৰু এওঁলোকৰ উভয়ৰে বুৰ্জোৱা আদৰ্শৰ মাজতো অতি কমহে পাৰ্থক্য আছে। চৰিত্ৰ আৰু মনৰ অৱস্থা বেলেগ বেলেগ কাৰণেই তেওঁলোক বেলেগ বেলেগ হ'বলৈ ধৰে। তেওঁলোকে দুটা বিপৰীত চকু দিবলৈ ধৰিলে। এফালে চৰকাৰ, ধনী সম্প্ৰদায় আৰু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ ফালে চকু দিলে আৰু আনফালে নিম্ন মধ্যবিত্ত শ্ৰেণীৰ ফালে আগ বাঢ়িল। একে মতবাদ, উদ্দেশ্যৰো উনৈশ-বিশ নাই। কিন্তু দ্বিতীয় দলৰ পিচফালে আহি আহি থিয় দিছে অসংখ্য লোক হাট-বজাৰৰপৰা, সাধাৰণ কাম-কাজ কৰি খোৱা মানুহৰপৰা আৰু শিক্ষিত নিবনুৱাসকলৰ মাজৰপৰা। সুৰ সলনি হৈ গৈছে, ভাষাত এতিয়া আৰু শ্ৰদ্ধাৰ সুৰ নাই; কৰ্কশ আৰু আক্ৰমণশীল। কাৰ্য্যতঃ একো কৰিব নোৱাৰি উগ্ৰ ভাষা প্ৰয়োগ কৰিয়েই কিছু সান্ত্বনা লাভ কৰাৰ চেষ্টা। এই নতুন অৱস্থা দেখি মধ্যমপন্থীসকল ভয় খাই আঁতৰি গ'ল আৰু নিৰাপদ চুকত আশ্ৰয় ল'লেগৈ। তথাপি উচ্চ মধ্যবিত্ত শ্ৰেণীৰ এটা ডাঙৰ অংশ কংগ্ৰেছতে থাকিল, পিচে সংখ্যাত নিম্ন মধ্যবিত্ত শ্ৰেণীৰ বুৰ্জোৱাসকলেই সৰহ। কেৱল জাতীয় সংঘৰ্ষৰ সাফল্যৰ কাৰণেই তেওঁলোক অহা নাই, সংঘৰ্ষৰ মাজত নিজে নিজে তৃপ্তি লাভ কৰিবৰ আশাতে তেওঁলোক আহিছে। তেওঁলোকে হেৰোৱা অহঙ্কাৰ আৰু আত্মসম্মানবোধ আকৌ উদ্ধাৰ কৰিবলৈ বিচাৰে, নষ্ট হৈ যোৱা আত্মমৰ্য্যাদা আকৌ প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে। ই অতি সাধাৰণ জাতীয়তাবাদৰ প্ৰেৰণা আৰু উভয় পক্ষৰে ই সমান। তথাপি ৰুচি আৰু প্ৰবৃত্তিৰ বৈচিত্ৰ্যৰ কাৰণে ইয়েই মধ্যমপন্থী আৰু চৰমপন্থীসকলক বেলেগ কৰিছে। ক্ৰমে ক্ৰমে নিম্ন মধ্যবিত্ত শ্ৰেণীৰ প্ৰভাৱ কংগ্ৰেছৰ ওপৰত বেচি হৈ আহিছে, খেতিয়ক সম্প্ৰদায়ৰ প্ৰভাৱো অনুভৱ কৰা গৈছে।

কংগ্ৰেছে যিমানেই আগবাঢ়ি গৈ গাঁৱৰ জনসাধাৰণৰ প্ৰতিনিধিত্ব কৰিছে, সিমানেই উদাৰপন্থীসকলৰ লগত ইয়াৰ পাৰ্থক্য বাঢ়িছে আৰু এতিয়া কংগ্ৰেছে কি ক'ব খুজিছে তাকে বুজি লোৱাটো উদাৰপন্থীসকলৰ পক্ষে টান হৈ পৰিছে। সুসজ্জিত বৈঠকখানাত আৰামেৰে বহি, দুখীয়াৰ ঘৰৰ বা মাটিৰ ঘৰৰ কথা বুজা টান। তথাপি দুয়োটা মতবাদেই জাতীয় আৰু বুৰ্জোৱা ধৰণৰ—ইয়াৰ পাৰ্থক্য কেৱল স্তৰৰ পাৰ্থক্যহে, মূল বা বিষয়-বস্তুৰ পাৰ্থক্যত নহয়। কংগ্ৰেছত এতিয়াও এনেকুৱা বহুত মানুহ টিকি আছে, যিসকলে মধ্যবিত্তসকলৰ দলত যোগ দিলেও বিশেষ অসুবিধা পাবলগীয়া নহ'ব।

কেই পুৰুষমান ধৰি ভাৰতবৰ্ষক নিজৰ বৃহৎ মফঃস্বলৰ ঘৰ (পুৰণি ইংৰাজসকলৰ ধৰণে) বুলি ভবাটো বৃটিছসকলৰ অভ্যাস হৈ গৈছে। এই ঘৰত তেওঁলোকেই ভদ্ৰলোক আৰু ভাল অংশত বাস কৰিব, ভাৰতীয়সকল চাকৰৰ ঘৰত, ঘোঁৰাশালিত, ৰান্ধনি-ঘৰত থাকিব। প্ৰত্যেক মফঃস্বলৰ ঘৰত তল খাপৰ পদবীবিলাক উচ্চ-নীচ

হিচাপে ঠিক কৰি থোৱা আছে—চন্দাৰ, চাকৰ, ঘৰ চলোৱা মানুহ, বান্ধনি,খানছামা, চাকৰণী, কাচোৱান আদি প্ৰত্যেকেই নিজ নিজ নিয়মে ফুৰা-চকা কৰে। কিন্তু ঘৰৰ ওপৰ খাপৰ আৰু তল খাপৰ ভিতৰত সামাজিক বা ৰাজনৈতিক কোনো সম্বন্ধ নাই, ব্যৱধান যি আছে তাক কোনেও উলংঘা কৰিব নোৱাৰে। বৃটিছ চৰকাৰে যে আমাৰ ওপৰত এই অৱস্থা জাপি দিব, তাত আচৰিত হ'বলগীয়া একো নাই। বিস্ময়ৰ কথা এইটোহে যে আমি প্ৰায় সকলোৱে এই ব্যৱস্থাকে আমাৰ জীৱনৰ স্বাভাৱিক আৰু অনিবাৰ্য্য ব্যৱস্থা বুলি মানি লওঁ। ডাঙৰ মানুহৰ ঘৰৰ ভাল লগুৱাৰ মনোবৃত্তিত আমি অভ্যস্ত হৈ উঠিছোঁ। মাজে মাজে আমি অতি আপুৰুগীয়া সন্মানো পাওঁ, বৈঠকখানাত আমাক এপিয়লা, আধা পিয়লা চাহ খাবলৈ দিয়ে। আমাৰ জীৱনৰ উচ্চতম দুৰাকাংক্ষা হ'ল ইংৰাজৰ ওচৰত সন্মান লাভ আৰু ব্যক্তিগতভাৱে ওখ খাপলৈ প্ৰমোচন পোৱা। অস্ত্ৰ বলেৰে বা কূট ৰাজনৈতিক কৌশলেৰে জয় কৰিবলৈ ইংৰাজে ভাৰতত এই মানসিক দাসত্ব প্ৰতিষ্ঠা কৰিলে, এইটোহে ডাঙৰ জয়। আগৰ কালৰ জ্ঞানী লোকসকলে কোৱাৰ দৰে বোলে ক্ৰীতদাসীবিলাকে নিজকে ক্ৰীতদাস বুলি ভাবিবলৈ আৰম্ভ কৰে।

কিন্তু সময়ৰ পৰিৱৰ্ত্তন হৈছে। মফঃস্বলৰ বৰ মহৰীৰ ঘৰৰ ধৰণৰ সভ্যতা ইংলণ্ডতে হওক বা ভাৰতবৰ্ষতেই হওক আজি আৰু কোনেও মানি ল'ব নোখোজে; কিন্তু আমাৰ মাজত এতিয়াও এনেকুৱা মানুহ আছে, যি চাকৰৰ ঘৰত থাকিবলৈ ভাল পায় আৰু চৰকাৰী সাজ-পাৰ লৈ গৌৰৱ কৰে। আকৌ উদাৰপন্থীসকলৰ দৰে বহুতে এই ব্যৱস্থা আৰু নিৰ্ম্মাণ-প্ৰণালীৰ প্ৰশংসা কৰে আৰু লগতে আশাও কৰে, এজন এজনকৈ গৰাকীসকলক খেদি তেওঁলোকেই এদিন গৰাকী হৈ বহিব। তেওঁলোকে ইয়াকে কয় ভাৰতীয়কৰণ। তেওঁলোকৰ মতে সমস্যা হ'ল বৰ্ত্তমান শাসনব্যবস্থাৰ বংসলনি কৰা, নহ'লেবা অতি বেচি নতুন শাসন-ব্যবস্থা প্ৰবৰ্ত্তোৱা। কিন্তু তেওঁলোকে নতুন ৰাষ্ট্ৰৰ কথা ভাবিবই নোৱাৰে।

স্বৰাজ বুলিলে তেওঁলোকে বুজে যে সকলো ঠিকেই থাকিব, কেৱল ক'লা মানুহৰ সংখ্যা বাঢ়িব। তেওঁলোকে কেৱল এক ধৰণৰ ভৱিষ্যত কল্পনা কৰিব পাৰে, তাত তেওঁলোকে বা তেওঁলোকৰ নিচিনা মানুহে বৰ্ত্তমান ওখ খাপৰ কৰ্ম্মচাৰীসকলৰ পদ গ্ৰহণ কৰি মুখ্য হৈ উঠিব, একে খাপৰ চাকৰি, চৰকাৰী বিভাগ, আইন সভা, বেহাবেপাৰ। একে ভাবে চিভিলিয়ানসকলে কাম কৰিব, ৰজা-মহাৰজাসকল তেওঁলোকৰ কাৰেঙত থাকিব। মাজে মাজে সামৰণ কাপোৰ-কানি পিন্ধি হীৰা-মুকুতাৰে অলংকৃত হৈ প্ৰজাসকলক দৰ্শন দিব। জমিদাৰসকলে প্ৰজাক যিমান পাৰে আমনি দিব আৰু বিশেষ অধিকাৰ ৰক্ষাৰ কাৰণে দাবী কৰিব; টকাৰ মোনা লৈ মহাজনে জমিদাৰ আৰু প্ৰজা উভয়কে যিমান পাৰে আমনি দিব; উকিলসকলে সৰহ সৰহ ফি পাব—আৰু স্বৰ্গত থাকিব ভগৱান। তেওঁলোকৰ দৃষ্টিভংগী বৰ্ত্তমান চলি থকা ব্যৱস্থা ৰক্ষা কৰি চলাৰ ভেটিত গঢ় লৈ উঠা। ৰামৰ সলনি শ্যামৰ নিযুক্তি, এনেকুৱা ব্যক্তিগত সালসলনিৰ বাহিৰে তেওঁলোকে বৰ বেচি একো নিবিচাৰে। বৃটিছৰ সদিচ্ছাৰ সাহায্যেৰে অতি লাহে লাহে তেওঁলোকে এই পৰিৱৰ্ত্তন সাধন কৰিবলৈ বিচাৰে। তেওঁলোকৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক মতবাদৰ ভেটি হ'ল বৃটিছ সাম্ৰাজ্যৰ

নিৰাপত্তা আৰু প্ৰতিষ্ঠা। এই সাম্ৰাজ্য চিৰদিন থাকিব অন্ততঃ বহু দিন থাকিব, তেওঁলোকে ইয়াক ধৰি লৈ ইয়াৰ লগত নিজকে খাপ খুৱাই লৈছে। ইয়াৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক মতবাদ গ্ৰহণ কৰিয়েই তেওঁলোক ক্ষান্ত থকা নাই; বৃটিছৰ প্ৰভুত্ব ৰক্ষাৰ কাৰণে ৰচনা কৰা নৈতিক মানদণ্ড এওঁলোকে মানি লৈছে।

কংগ্ৰেছৰ মনোভাৱ ইয়াতকৈ একেবাৰে বেলেগ। কংগ্ৰেছে নতুন ৰাষ্ট্ৰকে বিচাৰে, অকল স্বতন্ত্ৰ ধৰণৰ শাসন প্ৰণালী হ'লেই নহ'ব। সেই নতুন ৰাষ্ট্ৰ কি ধৰণৰ হ'ব, সেই সম্পৰ্কে সাধাৰণ কংগ্ৰেছপন্থীসকলৰ হয়তো স্পষ্ট ধাৰণা নাই আৰু কিজানি তেওঁলোকৰ মাজত মতো নিমিলে। কিন্তু কংগ্ৰেছৰ সকলোৱেই (এমুঠি মধ্যমপন্থীৰ বাহিৰে) এই বিষয়ত একমত যে, বৰ্ত্তমানৰ অৱস্থা আৰু ব্যৱস্থা চলি থাকিবলৈ দিব নোৱাৰি। ইয়াক নতুন সাঁচত ঢলিব লগা হৈছে। ঔপনিৱেশিক স্বায়ত্তশাসন আৰু স্বাধীনতাৰ পাৰ্থক্য ইয়াৰ মাজতে সোমাই আছে। প্ৰথমটোত সেই পুৰণি ধৰণেই চলি থাকিব বুলি ধৰি লব লাগিব আৰু বৃটিছ অৰ্থনীতিৰ বহুতো দেখা-নেদেখা বান্ধোনেৰে বন্ধা থাকিব। পিচৰ বিধ ব্যৱস্থাত আমি পাম মুক্তি। অন্ততঃ সি আমাক আমাৰ অৱস্থাৰ অনুকূলে নতুন অৱস্থা গঠন কৰি লবলৈ স্বাধীনতা দিব।

ই ইংলণ্ড বা ইংৰাজ জাতিৰ লগত শত্ৰুতা সদায় চলাই থকাৰ প্ৰশ্ন নহয়, যি কোনো ক্ষতি স্বীকাৰ কৰি তেওঁলোকৰ লগত সকলো সম্পৰ্ক বৰ্জ্জন কৰাৰ কথাও নহয়। এতিয়ালৈকে যিখিনি ঘটিছে তাৰ ফলত ভাৰত আৰু ইংলণ্ডৰ মাজত মনোমালিন্য ঘটাটোৱেই স্বাভাৱিক। ৰবীন্দ্ৰনাথে কৈছে—"ক্ষমতাৰ মত্ততাই ছাবি-কাঠী নষ্ট কৰি কুঠাৰ ব্যৱহাৰ কৰিবলৈ শিকাইছে।" আমাৰ হৃদয়ৰ দুৱাৰ খোলাৰ ছাবি আগতেই নষ্ট হৈছে আৰু আমাৰ ওপৰত যি প্ৰচুৰ পৰিমাণ কুঠাৰৰ ব্যৱহাৰ হৈছে, তাৰপৰা আমি অকণো বৃটেইনৰ পক্ষপাতী হৈ উঠা নাই। কিন্তু যদি আমি মনুষ্যত্ব আৰু ভাৰতবৰ্ষৰ সেবাৰ দাবী কৰোঁ তেন্তে কোনো সাময়িক ভাৱাৱেগৰদ্বাৰা বিচলিত হোৱা উচিত নহ'ব। আৰু আমাৰ তেনেকুৱা অভিপ্ৰায় থাকিলেও যোৱা পোন্ধৰ বছৰ ধৰি গান্ধীজীৰপৰা আমি যি কঠোৰ শিক্ষা পাইছোঁ, সিয়েই আমাক সংযত কৰি ৰাখিব। মই বৃটিছ জেলখানাত বহিয়েই এই কথা লেখিলোঁ। কেইমাহ মানৰপৰা মোৰ মন বৰ্চে উৎকণ্ঠিত হৈ পৰিছে আৰু কিজানি মই এই নিৰ্জন ফাটেকত যিখিনি সহ্য কৰিছোঁ মোৰ জেল-জীৱনত আগতে সি কেতিয়াও ঘটা নাই। নানা ঘটনাত মোৰ মন খং-ৰাগেৰে ভৰি উঠে; তথাপি ইয়াত বহি মই মনৰ তলিত চকু ফুৰাই চাওঁ, তেতিয়া ইংৰাজ জাতি বা ইংলণ্ডৰ প্ৰতি তাত কোনো খং ৰাগ দেখা নেপাওঁ। বৃটিছ সাম্ৰাজ্যবাদ মই ভাল নেপাওঁ, ভাৰতৰ ওপৰত বলেৰে তাক জাপি দিয়াত মোৰ বৰ খং উঠে, ধনতন্ত্ৰবাদ মই বেয়া পাওঁ, বৃটেইনৰ শাসক সম্প্ৰদায়ে যি ধৰণে ভাৰতক শুহি শুহি খাইছে, সি মোৰ চকুত অতিপাত ঘৃণনীয়। কিন্তু ইয়াৰ কাৰণে মই গোটেই ইংলণ্ড বা সমগ্ৰ ইংৰাজ জাতিক দায়ী কৰা নাই। কৰিলেও যে অৱস্থাৰ কিবা পাৰ্থক্য হ'লহেঁতেন তেনে নহয়, কিন্তু গোটেই জাতিটোক নিন্দা কৰাটো মূৰ্খামি আৰু ধৈৰ্য্যহীনতাৰ চিনাকি হ'লহেঁতেন। তেওঁলোকে আমাৰ দৰেই অৱস্থাৰ দাস।

ব্যক্তিগতভাৱে মোৰ মানসিক গঠনৰ বাবে মই ইংলণ্ডৰ ওচৰত অশেষভাৱে ঋণী। তাক মই সম্পূৰ্ণ বিদেশী আৰু বিৰুদ্ধ ভাবৰ বুলি ভাবিবই নোৱাৰোঁ। মই যিহকে নকৰোঁ লাগিলে মোৰ মানসিক অভ্যাসৰ বাহিৰলৈ মই যাব নোৱাৰোঁ। মই ইংলণ্ডৰ স্কুল কলেজৰপৰা যিখিনি পাইছোঁ, সেই দৃষ্টি আৰু মানদণ্ডতেই আন আন দেশ আৰু সাধাৰণভাৱে জীৱনৰ সকলো কাম-কাজৰ বিচাৰ কৰোঁ। মোৰ সকলো আসক্তি (ৰাজনীতি ক্ষেত্ৰৰ বাহিৰে) ইংলণ্ড আৰু ইংলণ্ডবাসীসকলৰ প্ৰতি। মই যি কৈছোঁ, যিহৰ কাৰণে মোক ভাৰতৰ বৃটিছ শাসনৰ সকলো অৱস্থাৰ বিৰোধী বুলি কোৱা হয়, সেইখিনি প্ৰায় মোৰ নিজৰ বিৰুদ্ধেই হৈছে।

আমি ইংৰাজ শাসন, আৰু ইংৰাজৰ দখলৰহে বিৰোধী, আৰু তাৰ লগতেইহে আমি স্বইচ্ছাৰে কোনো প্ৰকাৰ বুজাবুজি কৰিবলৈ নিবিচাৰোঁ—ইংৰাজ জাতিৰ লগত নহয়। আমি সকলো প্ৰকাৰে ইংৰাজ আৰু আন আন বিদেশীসকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰিম। ভাৰতলৈ বাহিৰৰ মুকলি বতাহ আহক, নতুন আৰু তেজস্বী ভাবধাৰা আহক, আমি সহযোগিতা নিবিচাৰোঁ; বয়সৰ দোষত আমি জৰাজীৰ্ণ হৈ পৰিছোঁ। কিন্তু ইংৰাজ যদি বাঘ হৈ আমাৰ ওচৰলৈ আহে তেন্তে তেওঁলোকে কোনো বন্ধুত্ব, কোনো সহযোগিতা আশা কৰিব নোৱাৰে। সাম্ৰাজ্যবাদী বাঘৰ লগত কেৱল মাত্ৰ বিৰোধিতাহে চলিব পাৰে—আৰু বৰ্ত্তমানে আমাৰ দেশ সেই হিংস্ৰ পশুৰ আগত পৰিছেগৈ। বনৰ বাঘক পোহ মনাই তাৰ সেই আদিম জিঘাংসা আঁতৰাব পাৰি, কিন্তু যেতিয়া ধনতন্ত্ৰ আৰু সাম্ৰাজ্যবাদ একেলগ হৈ কোনো দুৰ্ব্বলীয়া দেশৰ ওপৰত জাঁপিয়াই পৰে, তেতিয়া পোহ মনোৱা আৰু সম্ভৱ হৈ নেথাকে।

যদি কোনোবাই কয় যে, তেওঁ আৰু তেওঁৰ দেশে কোনোমতে মিটমাট নকৰে তেন্তে এফালৰপৰা চাবলৈ গ'লে সি অতিপাত মূৰ্খামিৰহে কথা; কিয়নো জীৱনে আমাক প্ৰতি খোজে খোজেই মিটমাট কৰিবৰ কাৰণে উদগাই আছে। আন দেশ বা জাতিৰ পক্ষেও সেই কথা কোৱাটো সম্পূৰ্ণ মূৰ্খামিৰহে চিন। কিন্তু যেতিয়া কোনো ব্যৱস্থা বা বিশেষ শ্ৰেণীৰ পাৰিপাৰ্শ্বিক অৱস্থা সম্পৰ্কে সেই কথা কোৱা হয়, তেতিয়া তাত অলপ অচৰপ সত্য থাকে; কিয়নো তেতিয়া সি সকলোৰে সাধ্যৰ অতীত হয়গৈ। ভাৰতৰ স্বাধীনতা আৰু বৃটিছ সাম্ৰাজ্যবাদ—এই দুটা পৰস্পৰ-বিৰোধী কথা। সামৰিক আইনৰম্বাৰাই হওক বা জগতৰ সকলোখিনি মৌ আনি ঢালি দিয়েই হওক, তথাপি এই দুয়োৰে সম্মিলমিল একোতে সম্ভৱ নহয়। কেৱল যদি বৃটিছ সাম্ৰাজ্যবাদ আঁতৰ হৈ যায়, তেতিয়া হ'লেই প্ৰকৃত বৃটিছ ভাৰতীয় সহযোগিতাৰ অনুকূল অৱস্থাৰ সৃষ্টি হ'ব।

আমি শুনিবলৈ পাইছোঁ আধুনিক জগতত 'ইণ্ডিপেণ্ডেন্স'—পৰৰ অধীনত নথকাটো অতি ঠেক আদৰ্শ; কিয়নো আজি-কালি সকলোৱেই পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হয়। গতিকে, আমি তাকে দাবী কৰি অতি পুৰণিকলীয়া মনোবৃত্তিৰহে চিনাকি দিছোঁ। উদাৰপন্থী, শান্তিবাদী, আন কি বৃটেইনৰ তথাকথিত সমাজতন্ত্ৰীসকলেও এই বুলি কৈয়েই ঠেক জাতীয়তাবাদৰ কাৰণে আমাক গালি পাৰে আৰু সেই সম্পৰ্কত আমাক কয় যে 'বৃটিছ কমনৱেলথ অৱ নেশ্যন্স'ৰ ভিতৰতে আমাৰ জাতীয় জীৱনৰ পূৰ্ণ বিকাশ ঘটা সম্ভৱ। আচৰিত কথা—ইংলণ্ডৰ উদাৰপন্থী,

শান্তিবাদী, সমাজতন্ত্ৰী আদি সকলৰ পক্ষেই সাম্ৰাজ্য ৰক্ষাৰ ই পথ হৈ পৰিছে। ট্ৰট্স্কিয়ে কৈছে—"শাসক জাতিৰ প্ৰচলিত ব্যৱস্থা ৰক্ষা কৰাৰ আকাঙ্ক্ষা 'জাতীয়তা'ত কৈয়ো ওখ ভাবৰ ঢাকনি স্বৰূপে প্ৰকাশ পায়; যেনেকৈ বিজয়ী জাতিয়ে লুট-পাত কৰি পোৱা ধন-সম্পত্তিখিনি হাত কৰি লৈ সহজেই শান্তিবাদী হৈ পৰে।" এনেকৈ গান্ধীৰ সমুখত মেক্‌ডোনাল্ডে নিজকে আন্তৰ্জাতিকতাবাদী বুলি ভাবিছে।

ৰাজনৈতিক স্বাধীনতা লাভ কৰিলে ভাৰতত কি হ'ব, কি কৰিব মই নেজানো। কিন্তু মই এইটো জানো যে, আজি যিসকলে জাতীয় স্বাধীনতাৰ কাৰণে চেষ্টা কৰিছে তেওঁলোকে বহুল আন্তৰ্জ্জাতিকতাতো বিশ্বাস কৰে। সমাজতান্ত্ৰিকৰ ওচৰত জাতীয়তাবাদৰ কোনো অৰ্থ নাই, কিন্তু সমাজতান্ত্ৰিক নোহোৱা কংগ্ৰেছপন্থীও বহুত আছে, যিসকলে আন্তৰ্জ্জাতিকতা ভাল পায়। আমি জগতৰপৰা বেলেগ হ'বলৈ স্বাধীনতা বিচৰা নাই। বৰং আন্তৰ্জ্জাতিক ব্যৱস্থা যাতে স'চাকৈয়ে ভাল হয়, তাৰ কাৰণে আন আন দেশৰ লগত সমানভাৱে আমিও স্বাধীনতাৰ কিছু অংশ ত্যাগ কৰিবলৈ সাজু আছোঁ। কিন্তু সকলো সাম্ৰাজ্যবাদী পদ্ধতিয়েই তাক তেহেলৈ যি নামকে নিদিয়ক, সেই ধৰণৰ ব্যৱস্থাৰ বিৰোধী আৰু তাৰদ্বাৰা কেতিয়াও আন্তৰ্জ্জাতিক সহযোগিতা বা জগতত শান্তি স্থাপনৰ সম্ভাৱনা নাই।

আজি-কালিৰ ঘটনাৰ গতিৰপৰা পৃথিৱীৰ সকলোতে দেখা গৈছে যে সাম্ৰাজ্যবাদী শক্তিবিলাক ক্ৰমে অৰ্থনৈতিক সাম্ৰাজ্যবাদৰদ্বাৰা আত্ম-নিৰ্ভৰশীল হ'বলৈ চেষ্টা কৰিব লাগিছে। আন্তৰ্জ্জাতিকতাৰ প্ৰসাৰ আৰু পৰিপুষ্টিৰ পৰিৱৰ্ত্তে আমি তাৰ বিপৰীত গতিকেহে দেখা পাইছোঁ। ইয়াৰ কাৰণ বিচাৰি পোৱা বৰ টান নহয়, বৰ্ত্তমান অৰ্থনৈতিক অৱস্থাৰ সি দুৰ্ব্বলতাৰেই চিনাকি দিয়ে। এই নীতিৰ ফলত সাম্ৰাজ্যৰ মাজত বেহা-বেপাৰৰ সহযোগিতা বেচি হ'লেও ইয়াত জগতৰ বাকী অংশৰপৰা বেলেগ হৈ যোৱাৰ চেষ্টাৰো অভাৱ নাই। ভাৰতত আমি 'অট্টওৱা চুক্তি' আৰু আন আন চুক্তি দেখিছোঁ—তাৰ ফলত বিভিন্ন দেশৰ লগত সম্পৰ্ক আৰু আদান প্ৰদান ক্ৰমে ক্ৰমে কমি গৈছে। আমি আগতকৈ বৃটিছ বাণিজ্য-নীতিৰ হাতলৈ মুখলৈ বেচিকৈ চাবলৈ লৈছোঁ। সোনকালে যে ইয়াৰপৰা অনিষ্ট হ'বই ভৱিষ্যতেও ইয়াৰ ফল ভয়াবহ। এইদৰে ঔপনিৱেশিক স্বায়ত্তশাসন স্বতন্ত্ৰতাৰ পথ, আন্তৰ্জ্জাতিকতাৰ পথ নহয়।

কিন্তু আমাৰ উদাৰপন্থী বন্ধুসকলৰ বৃটিছৰ নীলা চছমাৰ মাজেদি জগতক-বিশেষকৈ তেওঁলোকৰ স্বদেশক দেখাৰ এটা আচৰিত অভ্যাস আছে। কংগ্ৰেছে কি কয়, কিয় কয়, তেওঁলোকে তাক বুজিবৰ চেষ্টা নকৰে। তেওঁলোকে বৃটিছৰ পুৰণি যুক্তি বাৰে বাৰে উল্লেখ কৰি কয়—স্বাধীনতা ঔপনিৱেশিক স্বাধীনতাৰ তুলনাত অতি ঠেক। আন্তৰ্জ্জাতিকতা বুলিলে তেওঁলোকে অতি বেচি লণ্ডনৰ বৃটিছ অফিচটোকে বুজায়। আন আন দেশৰ বিষয়ে তেওঁলোক গভীৰভাৱে অজ্ঞ। ইয়াৰ কাৰণ ভাবাৰ বিভিন্নতা, তাৰ উপৰি তেওঁলোকে উদাসীন হৈ থাকিয়েই ভাল পায়। তেওঁলোকে নিশ্চয় ভাৰতত পোনপটীয়া সঙ্ঘৰ্ষ বা আক্ৰমণশীল ৰাজনীতি ভাল নেপায়। পিচে বিস্ময়ৰ বিষয় হ'ল, এই দলৰ কেইজনমান নেতাই আন দেশত তেনেকুৱা পদ্ধতি অৱলম্বন কৰিলে আপত্তি নকৰে। দুৰৰপৰা তেওঁলোকে তাৰ প্ৰশংসা কৰে আৰু

পশ্চিমীয়া দেশৰ কেইজনমান আধুনিক 'ডিক্টেটৰ'ক তেওঁলোকে মনে মনে পূজা কৰে।

নামটোৰপৰা বহুতে ভুল ধাৰণাৰ সৃষ্টি হ'ব পাৰে, কিন্তু ভাৰতত আমাৰ সন্মুখত যাই কথা হ'ল—এখন নতুন ৰাষ্ট্ৰ আমাৰ লক্ষ্য নে, কেৱল এটা নতুন শাসন-পদ্ধতি আমি বিচাৰিছোঁ? উদাৰপন্থীসকলৰ উত্তৰ অতি স্পষ্ট; তেওঁলোকে পিচৰটো ব্যৱস্থাৰ বাহিৰে আন একো নিবিচাৰে। আন কি তাকো তেওঁলোকে লাহে লাহে গৈ গৈ পালেই হ'ব বুলি ভাবে। 'ঔপনিৱেশিক স্বায়ত্তশাসন' শব্দটো তেওঁলোকে বাৰে বাৰে উচ্চাৰণ কৰে, কিন্তু তেওঁলোকৰ প্ৰকৃত উদ্দেশ্য "কেন্দ্ৰীয় দায়িত্ব"—এই ৰহস্যজনক দাবী হিচাপে প্ৰকাশ পায়। ক্ষমতা, স্বাধীনতা, নিৰপেক্ষ আত্মনিয়ন্ত্ৰণ আদি শব্দ তেওঁলোকৰ কাৰণে বৰ ভয়লগা। আইনজীৱীৰ ভাষা আৰু ভঙ্গীৰ প্ৰতিয়েই তেওঁলোকৰ হেঁপাহ বেচি, তাত জনসাধাৰণে প্ৰেৰণা নেপালেও কোনো ক্ষতি নাই। বিশ্বাস আৰু স্বাধীনতাৰ কাৰণে ব্যক্তি বা দল বিঘিণিৰ সন্মুখীন হৈছে, আন কি জীৱনো বিপন্ন কৰিছে, বুৰঞ্জীত এনেকুৱা উদাহৰণৰ অভাৱ নাই। কিন্তু মধ্যমপন্থীসকলে "কেন্দ্ৰীয় দায়িত্ব" বা তেনেকুৱা কোনো আইন-সঙ্গত বাক্যৰ কাৰণে ইচ্ছা কৰি এদিনৰ আহাৰ বা এৰাতিৰ টোপনি নষ্ট কৰিবলৈ সাজু আছেনে নাই সন্দেহ।

গতিকে তেওঁলোকৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে তেওঁলোকে কোনো প্ৰত্যক্ষ সংঘৰ্ষ-মূলক বা আক্ৰমণাত্মক কাৰ্য্য নকৰে। কিন্তু যিটো তেওঁলোকে কৰিব, সেইটো শ্ৰীশ্ৰীনিবাস শাস্ত্ৰীৰ ভাষাত—"বুদ্ধি, বিবেচনা, অভিজ্ঞতা, সংযম, তোষামোদ কৰাৰ শক্তি, কোমল প্ৰভাৱ আৰু প্ৰকৃত যোগ্যতা" দেখুওৱা। তেওঁলোকৰ ভৰসা—আমি সজ ব্যৱহাৰ আৰু ভাল কাম দেখুৱাই আমাৰ শাসকসকলক ক্ষমতা এৰি দিবলৈ মান্তি কৰাব পাৰিম। এই কথাৰ অৰ্থ এইটো নহয় যে, আমাৰ আক্ৰমণাত্মক কাম-কাজৰ কাৰণে তেওঁলোকে অতিশয় আমনি পাইছে, বা আমাৰ যোগ্যতাত তেওঁলোকৰ সন্দেহ আছে। নহ'লেবা দুয়োটা কাৰণতে তেওঁলোকৰ মনোভাৱ আমাৰ প্ৰতি বিৰূপ। সাম্ৰাজ্যবাদ আৰু বৰ্ত্তমান অৱস্থাৰ এই বিশ্লেষণ সৰু ল'ৰাই কৰাৰ নিচিনা হৈছে যে তাত অকণো সন্দেহ নাই। শাসকশ্ৰেণীৰ লগত সহযোগিতা কৰি ক্ৰমে ক্ৰমে ক্ষমতা লাভ কৰি যোৱা সম্পৰ্কে অধ্যাপক আৰ. এইচ. টুনীয়ে লিখিছে—

"পিয়াজৰ বাকলি এটা এটাকৈ গুচাই খায়; কিন্তু জীয়া বাঘ এটাৰ হাতোঁৰা এটা এটাকৈ ধৰি ছাল বখলিয়াই খাব নোৱাৰি। কাৰণ, ছাল বখলিয়াই জীয়া জন্তু খোৱাটো তাৰো অভ্যাস, গতিকে তুমি ছাল গুচোৱাৰ আগেয়ে সিয়েই তোমাক থকা-সৰকা কৰিব।..."

"...যদি কোনোবা দেশৰ বিশেষ সুবিধাভোগী সম্প্ৰদায় পোনপটীয়া আৰু অজলা, তেন্তে সেই দেশ ইংলণ্ড নহয়। কৌশল আৰু অমায়িকতাৰ লগত শ্ৰমিক দলৰ স্বাৰ্থৰ প্ৰস্তাৱ লগ লগাই সেইবিলাক যে তেওঁলোকৰ স্বাৰ্থৰো অনুকূল, তাক বুজাই ঠগাব পাৰিম বুলি আশা কৰা নিষ্ফল; যেনেকৈ যাৰ হাতত সম্পত্তিৰ পকা দলিল থাকে, সেই সুদক্ষ এটৰ্ণীৰ চকুত ধূলি দি সম্পত্তি হস্তগত কৰা অসম্ভৱ। বৃটিছ ধনিক শ্ৰেণী বিনয়ী, চতুৰ, শক্তিমান, আত্মবিশ্বাসী আৰু ঠেকত পৰিলে

তেওঁলোকে হিতাহিত জ্ঞান হেৰুৱাই পেলায়। তেওঁলোকে ভালকৈয়ে জানে যে, তেওঁলোকৰ ৰুটিৰ কোন ফালে মাখন আৰু এই মাখন সৰবৰাহ কৰা যাতে টান নহয়, সেইপিনেই তেওঁলোকৰ তীক্ষ্ণ দৃষ্টি। যদি তেওঁলোকৰ অৱস্থা বিপন্ন হোৱাৰ উপক্ৰম হয়, তেন্তে তেওঁলোকে প্ৰত্যেকটো পইচা ৰাজনৈতিক আৰু অৰ্থনৈতিক আক্ৰমণ কৰাত লগায়—লৰ্ড সভা,, ৰাজমুকুট, বাতৰি-কাকত, সৈন্যদলত অসন্তোষ, অৰ্থনৈতিক সঙ্কট, আন্তৰ্জাতিক জটিলতা, আন কি ১৯৩১ চনত পাউণ্ডৰ ওপৰত আক্ৰমণ কৰোঁতে বাতৰি-কাকতত যি দেখা গৈছিল, সেইদৰেই ফৰাচী বিদ্ৰোহৰ সময়ত পলায়ন কৰা ৰাজতন্ত্ৰীসকলৰ দৰে তেওঁলোকেও নিজৰ ধনৰ মোনা অটুট ৰাখিবৰ কাৰণে স্বদেশৰ ক্ষতি কৰিবলৈ অকণো কেবো-ঘেহোঁ নকৰে।"

বৃটিছ বনুৱা দল শক্তিশালী প্ৰতিষ্ঠান। ইয়াৰ পাচফালে লাখ লাখ বৰঙনি দিয়া সদস্যসকলেৰে গঠিত ট্ৰেড ইউনিয়ন বা বনুৱা সঙ্ঘবিলাক আছে; ইহঁতৰ সমবায় সমিতিবিলাকো বহু পৰিমাণে উন্নত, ওখ থাপৰ চাকৰি-বাকৰি কৰি খাই থকা লোকৰ মাজতো ইয়াৰ সদস্য আৰু ইয়াৰ প্ৰতি সহানুভূতিশীল লোক আছে। সাবালকৰ ভোটাধিকাৰৰ ওপৰত প্ৰতিষ্ঠিত গণতান্ত্ৰিক পাৰ্লিয়ামেণ্টৰ প্ৰতিষ্ঠানবিলাক বৃটেইনত আছে আৰু ব্যক্তিস্বাধীনতাৰো প্ৰাচীন পৰম্পৰাগত ধাৰণা আছে। কিন্তু এইবিলাক থাকোঁতেও মিঃ টনীৰ মতে ক্ষমতা অৰ্জ্জন কৰিব নোৱাৰি। আধুনিক কিছুমান ঘটনাত এই কথাৰ সত্য প্ৰমাণিত হৈছে। মিঃ টনীৰ মতে যদি বৃটিছ শ্ৰমিকসকল কমনছ্ সভাত সংখ্যাত সৰহো হয়, তেতিয়াও বিশেষ সুবিধা শ্ৰেণী বিলাকৰ বিৰোধিতা অতিক্ৰম কৰি কোনো আমূল পৰিৱৰ্ত্তনমূলক ব্যৱস্থা প্ৰবৰ্ত্তন কৰিব নোৱাৰিব। কাৰণ তেওঁলোকেই ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, ৰাজহ সম্পৰ্কীয় আৰু সামৰিক দুৰ্গসমূহ অধিকাৰ কৰি আছে। ভাৰতৰ অৱস্থা সে বেলেগ তাক নকʼলেও হয়। ইয়াত কোনো গণতান্ত্ৰিক প্ৰতিষ্ঠান নাই, আগৰপৰাও গণতান্ত্ৰিক ৰীতি-নীতি চলি অহা নাই। তাৰ পৰিৱৰ্ত্তে আমাৰ আছে সুপ্ৰতিষ্ঠিত অৰ্ডিনেঞ্চ্ ডিক্টেটৰী শাসন, ব্যক্তিগত বক্তৃতা, প্ৰবন্ধ, কিতাপ-পত্ৰ আদি, সভা-সমিতি আৰু সংবাদপত্ৰৰ স্বাধীনতাৰ সঙ্কোচ আৰু দমন। উদাৰপন্থীসকলৰ পাচফালে কোনো শক্তিশালী সঙ্ঘ নাই। হাঁহিভৰা মুখ এখনৰ বাহিৰে তেওঁলোকৰ একো সম্বল নাই।

উদাৰপন্থীয়ে নিয়মতন্ত্ৰ বিৰোধী আৰু বে-আইনী কাৰ্য্যপন্থাতিৰ তীব্ৰ নিন্দা কৰে। যিবিলাক দেশত গণতান্ত্ৰিক পন্থাতি আছে, তাত নিয়মতান্ত্ৰিক শব্দটো এটা বহল অৰ্থত ব্যৱহাৰ হয়। ইয়াৰদ্বাৰা আইন প্ৰণয়ন ব্যৱস্থা নিয়ন্ত্ৰিত হয়, ই ব্যক্তি-স্বাধীনতা ৰক্ষা কৰে, ই শাসকসকলক সংযত কৰি ৰাখে, ৰাজনৈতিক বা অৰ্থনৈতিক গাঁথনিৰ ভোটত সালসলনি কৰিবৰ কাৰণে সুবিধাজনক গণতন্ত্ৰৰ ব্যৱস্থা থাকে। কিন্তু ভাৰতবৰ্ষত এনেকুৱা কোনো নিয়মতন্ত্ৰ নাই আৰু সেই শব্দবস্তুৱো আগতে কৈ অহা সেইবোৰ ব্যৱস্থা নুবুজায়।* সেই শব্দটো এই দেশত ব্যৱহাৰ কৰাৰ ফলত

* বিখ্যাত উদাৰপন্থী নেতা আৰু "লীডাৰ" পত্ৰিকাৰ সম্পাদক শ্ৰী চি. ৱাই. চিন্তামণিয়ে যুক্তপ্ৰদেশ আইন সভাত পাৰ্লিয়ামেণ্টৰী জইণ্ট কমিটীৰ প্ৰতিবেদন সম্পৰ্কে আলোচনা কৰোঁতে কৈছিল,

যি ধাৰণাৰ সৃষ্টি হয়, বৰ্ত্তমান ভাৰতৰ ক'তো তাৰ স্থান নাই। 'নিয়মতান্ত্ৰিক' শব্দটো আমাৰ ইয়াত প্ৰায়েই শাসকসকলৰ কম-বেচি স্বেচ্ছাচাৰী কাৰ্য্যৰ সমৰ্থনৰ কাৰণে ব্যৱহাৰ কৰা হয়। আমাৰ কাৰণে 'আইনসংগত' আৰু 'বে-আইনী' এই দুটা শব্দ ব্যৱহাৰ কৰাই বহুত ভাল—যদিও এই দুটা শব্দৰো অৰ্থ সিমান স্পষ্ট নহয়। কাৰণ দিনে দিনে তাৰো বহুত পৰিবৰ্ত্তন হয়। নতুন অধ্যাদেশ আৰু নতুন আইনে কাৰণ দিনে দিনে তাৰো বহুত পৰিবৰ্ত্তন হয়।

নতুন অধ্যাদেশ আৰু নতুন আইনে নতুন নতুন অপৰাধৰ সৃষ্টি কৰে। কোনো সভাত উপস্থিত থকাটো অপৰাধ হ'ব পাৰে; এনেকৈয়ে চাইকেলত উঠা, কোনো এক ধৰণৰ সাজ-পাৰ পিন্ধা, গধূলি সময়ত ঘৰত নথকা, সদায় পুলিচত হাজিৰা নিদিয়া, এই ধৰণৰ বহুতো কাম আদি ভাৰতৰ কোনো কোনো অঞ্চলত অপৰাধ বুলি গণ্য কৰা হয়। কোনো বিশেষ কাম দেশৰ এক অঞ্চলত হয়তো অপৰাধ, আন ঠাইত নহয়। এই শ্ৰেণীৰ আইন যেতিয়া জনমতৰ ওচৰত দায়িত্বহীন শাসকসকলে যি কোনো সময়তে ইচ্ছামতে ৰচনা কৰিব পাৰে, তেতিয়া "আইনসংগত" শব্দটোৰ অৰ্থ শাসকসকলৰ ইচ্ছাৰ বাহিৰে আন একো নহয়। ইচ্ছা কৰিয়েই হওক, অনিচ্ছাতে হওক, এই ইচ্ছা মানিবই লাগিব. অমান্য কৰিলে তাৰ যি ফল হ'ব সি বৰ সুখৰ নহ'ব। যদি কোনোবাই কয় যে, তেওঁ সদায় তাক মানি চলিব, তাৰ অৰ্থ ডিক্টেটৰী বা দায়িত্বহীন গৰাকীৰ ওচৰত হীনভাৱে বশ্যতা স্বীকাৰ কৰা নিজৰ বিবেক-বিবেচনা বৰ্জ্জন আৰু তেওঁৰ কাৰ্য্যপ্ৰণালীৰদ্বাৰা স্বাধীনতা অৰ্জ্জন চিৰকাল অসম্ভৱেই থাকিব।

নিয়মতান্ত্ৰিক যি অৱস্থা বৰ্ত্তমান হাতত আছে, তাৰদ্বাৰা সাধাৰণ উপায়ে অৰ্থনৈতিক ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন সম্ভৱপৰ হয় নে নহয় তাকে লৈ প্ৰত্যেক গণতান্ত্ৰিক দেশতে আলোচনা চলি আছে। বহুতৰ মতে ই সম্ভৱ নহয়, কিবা অসাধাৰণ বা বৈপ্লৱিক উপায় গ্ৰহণ কৰিব লাগিব। ভাৰত এই উদ্দেশ্যৰ ফালৰপৰা আমাৰ যুক্তি-তৰ্কৰ নিৰ্দ্ধাৰণৰ একো মূল্য নাই, কাৰণ আমি যি পৰিবৰ্ত্তন বিচাৰিছোঁ তাক সাধন কৰিবলৈ আমাৰ কোনো নিয়মতন্ত্ৰই নাই। যদি 'হোৱাইট পেপাৰ' বা আন তেনেকুৱা কিবা শাসনব্যৱস্থা আইনত পৰিণত হয় তেন্তে বহুত ফালে নিয়ম-তান্ত্ৰিক উন্নতিৰ কাম একেবাৰেই বন্ধ হৈ যাব। বিদ্ৰোহ বা বে-আইনী কামৰ বাহিৰে আন কোনো পথ নেথাকিব। তেতিয়া মানুহে কি কৰিব? সকলো পৰিবৰ্ত্তনৰ আশা এৰি দি কপালকে ধৰিয়াই থাকিব।

এতিয়া ভাৰতৰ অৱস্থা আৰু বেচি অস্বাভাৱিক। সকলো ধৰণৰ জনসাধাৰণৰ সন্মিলিত কাম শাসকমণ্ডলীয়ে বন্ধ কৰিব পাৰে, কৰেও। যি কোনো কাম তেওঁলোকৰ মতে বিপজ্জনক হ'লেই তাক বন্ধ কৰা হয়। এই ধৰণে সকলো ধৰণৰ কাৰ্য্যকৰী প্ৰচেষ্টাৰ পথকে বন্ধ কৰিব পাৰি আৰু যোৱা তিনি বছৰ তাকে কৰা হৈছেও। ইয়াৰ ওচৰত মুৰ দোঁৱাৰ অৰ্থ সকলো ধৰণৰ সন্মিলিত কাম একেবাৰে বাদ দিয়া। কিন্তু এই ধৰণৰ অৱস্থা মানি লোৱা অসম্ভৱ।

---

ভাৰতত কোনো নিয়মতান্ত্ৰিক চৰকাৰ নাই। "বৰ্ত্তমানৰ নিৰঙ্কুশ সোহোজা চৰকাৰো বহুৎ ভাল, ভৱিষ্যতৰ চৰকাৰ আৰু বেচি নিয়মতন্ত্ৰহীন আৰু বেচি প্ৰতিক্ৰিয়াশীল আৰু প্ৰগতিবিৰোধী হ'ব।"

কোনেও ক'ব নোৱাৰে তেওঁ অকণো হেৰ-ফেৰ নোহোৱাকৈ সদায় আইনসংগত কামকে কৰিব। আন কি গণতান্ত্রিক দেশতো বহুতেই নিজৰ বিবেকৰ নির্দেশ মানি বেলেগ ধৰণে কাম কৰিবলৈ বাধ্য হয়। স্বেচ্ছাচাৰীভাৱে বা যেনে ইচ্ছা তেনেকৈ যিবোৰ দেশৰ শাসন চলে, তাত এনে ধৰণৰ ঘটনা সচৰাচৰ ঘটি থাকিবলৈ বাধ্য। কাৰণ এনে ধৰণৰ ৰাষ্ট্ৰৰ আইনৰ কোনো নৈতিক যুক্তি নাই।

উদাৰপন্থীসকলে কয়, "পোনপটীয়া সংঘর্ষ ডিক্টেটৰী শাসনৰ অনুকূলে, গণ তন্ত্ৰৰ নহয়, যিসকলে গণতন্ত্র জয়ী হ'লে ভাল পায়, তেওঁলোকে পোনপটীয়া সংঘর্ষ এৰিব লাগিব।" ই তৰল চিন্তা আৰু ঢিলা লেখনীৰ চিনাকি দিয়ে। কেতিয়াবা কেতিয়াবা পোনপটীয়া সংঘর্ষমূলক কাম—যেনে বনুৱা ধৰ্ম্মঘট সম্পূর্ণ আইনসংগত। কিন্তু ইয়াত বোধ হয় ৰাজনৈতিক কাৰ্য্যৰ কথা কৈছে। আজি জাৰ্ম্মানীৰ হিটলাৰৰ অধীনত কেনে ধৰণৰ কাম কৰা সম্ভৱ? হয় হীনভাৱে বশ্যতা স্বীকাৰ, নহয়. বে-আইনী বা বিপ্লৱমূলক কাৰ্য্য। তাত কেনেকৈ গণতন্ত্ৰৰ সেৱা কৰিব পাৰি?

ভাৰতীয় উদাৰপন্থীসকলে প্রায়েই গণতন্ত্ৰৰ কথা কয়, কিন্তু তেওঁলোকৰ ভিতৰত কাৰো তাৰ কাষ চাপিবলৈ ইচ্ছা নাই। আন এজন প্রধান উদাৰপন্থী নেতা ছাৰ পি. এছ. শিৱস্বামী আয়াৰে ১৯৩৪ চনৰ মে মাহত কৈছে—"গণ-পৰিষদ আহ্বানৰ সপক্ষে ওকালতি কৰিবলৈ গৈ কংগ্ৰেছে জনতাৰ বুদ্ধি বিবেচনাৰ ওপৰত অতিপাত বিশ্বাস থকা দেখুৱাইছে আৰু ইয়াৰদ্বাৰা ঘৃণনীয়া মেজ-মেলৰ বৈঠকত যিসকল লোকে যোগ দিছিল, তেওঁলোকৰ যোগ্যতা আৰু আন্তৰিকতাৰ ওপৰত সুবিবেচনা কৰা হোৱা নাই। গণ-পৰিষদে ইয়াতকৈ যে আৰু বেচি ভাল কিবা কৰিব পাৰিব, তাত মোৰ ঘোৰ সন্দেহ আছে।" গতিকে দেখা গৈছে, ছাৰ শিৱস্বামীয়ে গণতন্ত্র বুলিলে যি বুজে সি জনতাৰপৰা বেলেগ আৰু সি বৃটিছ চৰকাৰে মনোনীত কৰা বিশ্বস্ত আৰু যোগ্য পুৰুষসকলৰ লগত ভালকৈ খাপ খায়। তেওঁ 'হোৱাইট পেপাৰ'ক জোলোকে-জোলোকে আশীৰ্ব্বাদ দিছে। যদিও তেওঁ তাত সম্পূর্ণ সন্তুষ্ট হ'ব পৰা নাই, তথাপি তেওঁ ভাৱে গোটেইখিনিকে প্রতিবাদ কৰাটো দেশৰ কাৰণে সুবিবেচনাৰ কাম নহ'ব। বৃটিছ চৰকাৰ আৰু ছাৰ পি. এছ শিৱস্বামী আয়াৰৰ ভিতৰত গাঢ় ধৰণৰ সহযোগিতা নথকাৰ কোনো কাৰণ বিচাৰি পোৱা নাযায়।

কংগ্ৰেছে আইন-অমান্য আন্দোলন প্রত্যাহাৰ কৰা দেখি উদাৰপন্থীসকলে স্বাভাৱিকতে আনন্দ পাইছিল। এই "নিৰ্ব্বোধ আৰু যুক্তিহীন" আন্দোলনৰপৰা আঁতৰি থাকি তেওঁলোকে যে সুবিবেচনা দেখুৱাইছে, সেই কাৰণে তেওঁলোকে বহুতো বাহ্-বা ল'ব, তাত আচৰিত হ'বলগীয়া একো নাই। তেওঁলোকে আমাক ক'বলৈ ধৰিলে, "আমি জানো আগতে কোৱা নাই?" ই এটা অদ্ভুত যুক্তি! আমি যিহেতু উঠি থিয় হৈছোঁ আৰু প্ৰাণপণে যুদ্ধ কৰিছোঁ, শেষত গৈ মাটিত পৰি গৈছোঁ, গতিকে তাৰপৰা এই নৈতিক সিদ্ধান্ত প্রমাণিত হ'ল যে উঠি থিয় হোৱাটো বৰ বেয়া। বুকুৰে চুচৰি যোৱাটোৱেই আটাইতকৈ ভাল আৰু আটাইতকৈ নিৰাপদ। মাটিত চেপেটা লাগি থাকিলে খুন্দা মাৰি মাটিত পেলাই দিয়া একেবাৰেই অসম্ভৱ।

## পুৰণি আৰু নতুন ভাৰত

ভাৰতীয় জাতীয়তাবাদ যে বিদেশী শাসনৰ ওপৰত অসন্তুষ্ট হ'ব—সি অনিবাৰ্য্য আৰু স্বাভাবিক। কিন্তু তথাপি ঊনবিংশ শতিকাৰ শেষ ভাগত জানি বা নেজানি শিক্ষিত সম্প্ৰদায়ৰ এটা বুজন অংশই সাম্ৰাজ্য সম্পৰ্কে বৃটিছ মতবাদ গ্ৰহণ কৰিছিল, ই বৰ আচৰিত ধৰণৰ কথা। এই মতবাদৰ ওপৰত তেওঁলোকে নিজৰ যুক্তি-জাল ৰচনা কৰিছে আৰু কেৱলমাত্ৰ কিছুমান বাহিৰা লক্ষণৰ সমালোচনা কৰাৰ সাহস-খিনি দেখুৱাইছে। স্কুল আৰু কলেজত বুৰঞ্জী, অৰ্থনীতি আৰু আন আন বিষয়ত যি শিক্ষা দিয়া হয়, সেই গোটেইবিলাক বৃটিছ সাম্ৰাজ্যনীতিৰ মতবাদৰ ফালৰপৰা ৰচনা কৰা আৰু তাত আমাৰ অতীত আৰু বৰ্ত্তমানৰ বহুতো দোষ-ত্ৰুটি উজ্জ্বল ৰঙেৰে অ'কা আছে, লগতে বৃটিছৰ গুণসমূহ আৰু ওখ আদৰ্শৰ কথা বৰ্ণনা কৰা হৈছে। এই বিকৃত বিৱৰণৰ আমি কিছু অংশ মানি লৈছোঁ আৰু আন কি আমি যেতিয়া তাক বাধা দিবলৈ চেষ্টা কৰিছোঁ, তেতিয়াও অজ্ঞাতসাৰেই আমি তাৰ প্ৰভাৱত পৰিছোঁ। প্ৰথমতে বুদ্ধিৰ ফালৰপৰা ইয়াৰ হাত সাৰিবৰ কোনো উপায় নাছিল; কাৰণ আন আন ধৰণৰ ঘটনা বা যুক্তি-তৰ্কৰ জাল আমি নেজানিছিলোঁ। গতিকেই আমি প্ৰায় ধৰ্ম্ম সম্পৰ্কীয় জাতীয়তাবাদৰ মাজত সান্ত্বনা বিচাৰিছোঁ আৰু ভাবিছোঁ, অন্ততঃ ধৰ্ম্ম আৰু দৰ্শনৰ ক্ষেত্ৰত আমি জনাত কোনো জাতিতকৈ কম নহওঁ। আমাৰ দুৰ্ভাগ্য আৰু অধঃপতনৰ মাজতো আমি নিজকে এই বুলি সান্ত্বনা দিওঁ যে, যদিও পশ্চিমীয়া বাহিৰা চিকমিকনি, ঐশ্বৰ্য্য আমাৰ নাই, তথাপি আমাৰ যি চিন্তাধাৰাৰ ঐতিহ্য আছে, সি বহু গুণে মূল্যৱান আৰু আপুৰুগীয়া। বিবেকানন্দ, আমাৰ প্ৰাচীন দৰ্শন শাস্ত্ৰত অনুৰাগী পণ্ডিতসকল আৰু আন আন সকলে আমাৰ মাজত আত্মমৰ্য্যাদাজ্ঞান বহুদূৰ জগাই তুলিছে।

লাহে লাহে আমাৰ মনত সন্দেহ হ'বলৈ ধৰিলে। আমাৰ অতীত আৰু বৰ্ত্তমান অৱস্থা সম্পৰ্কে বৃটিছ বিৱৰণবিলাক সমালোচনাৰ চকুৰে চাবলৈ ধৰিলোঁ। কিন্তু তেতিয়াও আমাৰ চিন্তাধাৰা আৰু কাৰ্য্যপ্ৰণালী বৃটিছ মতবাদৰ অভিজ্ঞতাৰ মাজতে সোমাই আছিল। যদি কোনো বস্তু বেয়া হয় তাক আমি কৈছিলোঁ 'অ-বৃটিছ' বুলি। যদি ভাৰতত কোনো ইংৰাজে বেয়া ব্যৱহাৰ কৰে, তেতিয়া সেই দোষ তাৰ ব্যক্তিগত, কোনো ব্যৱস্থা তাৰ কাৰণে দায়ী নহয়। কিন্তু পুথি লেখোঁতা-সকলৰ মধ্যমপন্থীয় দৃষ্টিভঙ্গী থকাতো ভাৰতত বৃটিছ শাসনৰ সমালোচনামূলক যিবিলাক তথ্য গোটোৱা হৈছিল সি বৈপ্লৱিক উদ্দেশ্যসাধনত সহায় কৰিছে আৰু আমাৰ জাতীয়তাবাদৰ কাৰণে ৰাজনৈতিক আৰু অৰ্থনৈতিক ভিত্তি ৰচনা কৰিছে। এইদৰে দাদাভাই নৌৰজীৰ 'পভাৰ্টি এণ্ড আনবৃটিছ ৰুল ইন্ ইণ্ডিয়া' (ভাৰতত দাৰিদ্ৰ্য আৰু অ-বৃটিছ শাসন), ৰমেশ দত্ত, উইলিয়াম ডিগবি আৰু আন লোকসকলে ৰচনা কৰা পুথিসমূহে আমাৰ জাতীয় চিন্তাধাৰাৰ পৰিপুষ্টিৰ পথত বৈপ্লৱিক শ্ৰেষ্ঠতা যোগাইছে। প্ৰাচীন ভাৰত বুৰঞ্জীৰ আৰু বেচি অনুসন্ধান আৰু গৱেষণাৰ ফলত বহু দূৰ অতীতত কীৰ্ত্তিৰে ভৰা সুসভ্য যুগ থকাৰ প্ৰমাণ পোৱা হৈছে আৰু আমি তাক অতি তৃপ্তিৰে পঢ়িবলৈ পাইছোঁ। তাৰ উপৰি দেখা গৈছে যে ভাৰতত

বৃটিছ শাসনৰ যি বিৱৰণ তেওঁলোকৰ বুৰঞ্জীৰ পুথিত লিখি তেওঁলোকে আমাৰ পতিয়ন নিয়াইছে, সি প্ৰকৃত ঘটনাতকৈ বেলেগ।

বৃটিছে ৰচনা কৰা বুৰঞ্জী, অৰ্থনীতি আৰু ভাৰতৰ শাসন-ব্যৱস্থাৰ সিদ্ধান্ত সমূহৰ বিৰুদ্ধে আমাৰ বিৰোধিতা বাঢ়িবলৈ ধৰিলে। তথাপি আমি তেওঁলোকৰ মতবাদৰ গাঁথনিৰ ভিতৰত থাকিয়েই কাম কৰিবলৈ ধৰিলোঁ। শতিকাৰ শেষৰ ফালে সমূহীয়াকৈ ভাৰতৰ জাতীয়তাবাদৰ অৱস্থা এয়ে আছিল। এতিয়াও উদাৰ পন্থী দল আৰু আন আন সৰু-সুৰা শ্ৰেণীবিলাক আন কি কেইজনমান মধ্যম পন্থী কংগ্ৰেছী লোকো প্ৰায় সেই অৱস্থাতে আছে। যদিও অৱশ্যে মাজে মাজে তেওঁলোক ভাৱাৱেগত অভিভূত হয়, তথাপি জ্ঞান আৰু বুদ্ধিৰ ফালৰপৰা তেওঁ লোক উনবিংশ শতিকাতে আছে। এই কাৰণেই উদাৰপন্থীসকলে ভাৰতীয় স্বাধীনতাৰ কথা মনলৈকে আনিব নোৱাৰে। কাৰণ এই দুটা বেলেগ মনোভাৱৰ মাজত মূলতে পাৰ্থক্য আছে। তেওঁলোকে কল্পনা কৰে খাপে খাপে তেওঁলোকে ডাঙৰ ডাঙৰ চৰকাৰী ওখ খাপ পাব আৰু শকত গুৰুত্বপূৰ্ণ ফাইল লাৰিব-চাৰিবলৈ পাব। চৰকাৰৰ শাসনযন্ত্ৰ আগৰ নিচিনাকৈয়ে অবাধে চলি থাকিব, কেৱল তেওঁ লোকে চকাৰ ধুৰা কেইডাল ধৰি থাকিব আৰু বহুত পাচত থাকিব বৃটিছ সৈন্যদল কিন্তু তেওঁলোকে বৰ বোচকৈ তাত হাত নিদিয়ে, কেৱল লগা সময়ত আহি তেওঁ লোকক ৰক্ষা কৰিব। সাম্ৰাজ্যৰ ভিতৰত থাকি স্বায়ত্তশাসন লাভ কৰাই তেওঁলোকৰ ধাৰণা। এই সৰু ছোৱালীৰ দৰে কৰা আশা কেতিয়াও পূৰণ হোৱাৰ সম্ভাৱনা নাই; কাৰণ বৃটিছৰ আশ্ৰয় প্ৰাৰ্থনা কৰিলেই তাৰ মূল্য হ'ব ভাৰতৰ পৰাধীনতা। আন কি যদি ই এখন মহান দেশৰ প্ৰতি আত্মমৰ্য্যাদাৰ অৱমাননা নহয়ো তথাপি মিতিৰো ৰোৱা, চাউলো সিজা, দুয়োটা আমি কৰিব নোৱাৰিম। ছাৰ ফ্ৰেডাৰিক হোৱাইটে (ভাৰতীয় জাতীয়তাবাদৰ পক্ষপাতী নহয়) অলপতে প্ৰকাশিত এখন পুথিত লিখিছে—"তেওঁতলোকে (ভাৰতীয়সকলে) এতিয়াও বিশ্বাস কৰে যে ইংলণ্ডই বিপদৰ সময়ত তেওঁলোকক ৰক্ষা কৰিব আৰু যেতিয়ালৈকে তেওঁলোক এই ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ থাকিব তেতিয়ালৈকে তেওঁলোকে তেওঁলোকৰ নিজৰ স্বায়ত্তশাসন আদৰ্শৰ ভেটিত প্ৰতিষ্ঠা কৰিব নোৱাৰিব।" তেওঁ ভাৰতীয় ব্যৱস্থা-পৰিষদৰ সভাপতি থকা সময়ত যি ধৰণৰ লোকৰ সংস্পৰ্শত আহিছিল, সেই উদাৰপন্থীসকল, প্ৰগতি বিৰোধী আৰু সাম্প্ৰদায়িকতাবাদী শ্ৰেণীৰ ভাৰতীয় মনোভাৱকে উল্লেখ কৰিছে। কিন্তু কংগ্ৰেছৰ এনেকুৱা বিশ্বাস নাই আৰু আন আন আগবঢ়া দলেও এনে ধৰণে বিশ্বাস নকৰে। যি হওক তেওঁলোকে ছাৰ ফ্ৰেডাৰিকৰ লগত এই বিষয়ে একমত হ'ব। সেই ভুল ধাৰণা থকালৈকে স্বাধীনতা আহিব নোৱাৰে, আৰু যদি ভাৰতৰ ভাগ্যত কিবা বিপদ থাকে, তেতিয়া ভাৰতক অকলে সেই বিপদৰ সন্মুখীন হ'বলৈ দিয়া উচিত। ভাৰতৰ বৃটিছ সামৰিক নিয়ন্ত্ৰণ পুৰাপুৰি তুলি লোৱাৰ পিচত ভাৰতৰ স্বাধীনতা আৰম্ভ হ'ব।

উনবিংশ শতিকাত ভাৰতীয় শিক্ষিত সম্প্ৰদায়ে যে বৃটিছ মতবাদৰ মাজত নিজকে হেৰুৱাই পেলাইছিল, তাত আচৰিত হ'বলগীয়া একো নাই। কিন্তু এইটোহে আচৰিত হ'বলগীয়া কথা—এই বিংশ শতাব্দীৰ পৰিবৰ্ত্তন আৰু আলোড়ন তোলা

ঘটনাসমূহৰো বহুত মানুহেই এই ধাৰণা লৈয়েই বহি আছে। ঊনবিংশ শতিকাত বৃটিছ শাসকশ্ৰেণী জগতৰ ভিতৰত আটাইতকৈ বেচি আভিজাত্যপূৰ্ণ আছিল। ঐশ্বৰ্য্য, সাফল্য, শক্তিৰ গৌৰৱ তেওঁলোকৰ আছিল। এই কীৰ্ত্তিৰ ঐতিহ্য আৰু তাৰ শিক্ষাৰপৰা তেওঁলোক যেনেকৈ বহুত গুণৰ অধিকাৰী হৈছিল, তেনেকৈ আভিজাত্যৰপৰা হোৱা বহুত দোষো তেওঁলোকৰ আছিল। যোৱা পোণে দুশ বছৰ ধৰি আমি এই আভিজাত্যই ঠন ধৰি অহাত সকলো আহিলা পাতি দি সহায় কৰিছোঁ আৰু তাকে কৰি তৃপ্তি লাভ কৰিছোঁ। আগতে আন আন সম্প্ৰদায় বা জাতিৰ দৰে ইংৰাজসকলৰো ভবাটো অভ্যাস হৈ গৈছে যে, তেওঁলোকক ঈশ্বৰেই নিৰ্দ্দেশ দি কাম কৰাইছে আৰু তেওঁলোকৰ দেশ মৰ্ত্ত্যৰ স্বৰ্গৰাজ্য। যদি তেওঁ-লোকৰ শ্ৰেষ্ঠতা সম্পৰ্কে প্ৰশ্নই নুঠে, তেন্তে তেওঁলোক সদায় দয়ালু আৰু অতি অমায়িক। অৱশ্যে নিজৰ অনিষ্ট নহ'লে অনুগ্ৰহ কৰাত তেওঁলোকৰ আপত্তি নাই। কিন্তু তেওঁলোকৰ বিৰোধিতা কৰাৰ অৰ্থই হৈছে ঐশ্বৰিক ব্যৱস্থাৰ বিৰোধিতা কৰা। এই ক্ষেত্ৰত তাক দমন কৰিবই লাগিব।

বৃটিছ মনস্তত্ত্বৰ এই দিশটো মঃ আঁদ্ৰে ছিগফ্ৰিডে অতি ধুনীয়াকৈ তেওঁৰ "লা ক্ৰিজ বিটানিকয়ো ভেটিয়েম্ ছিয়েলক" নামৰ পুথিত বৰ্ণনা কৰিছে।

শক্তি আৰু ঐশ্বৰ্য্য লগ লাগি বংশানুক্ৰমিক অভ্যাসৰ গুণে তেওঁৰ জীৱন-যাত্ৰাৰ ভঙ্গীৰ মাজত এটা আভিজাত্যৰ ভাব আহি পৰিছে আৰু তেওঁ ভাবে তেওঁৰ জন্মৰপৰা অধিকাৰ বিধাতাৰপৰা পোৱা। যেতিয়াই বৃটিছ শ্ৰেষ্ঠত্বৰ অভিমানত কোনোবাই সন্দেহ প্ৰকাশ কৰে, তেতিয়াই সেই ভাব বেচি উগ্ৰ হৈ উঠে। শতিকাৰ শেষ ভাগত নতুন বৃটনসকলে প্ৰায় নজনাকৈয়ে ভাবিছিল যে, এই সাফল্য তেওঁলোকৰ ন্যায্য প্ৰাপ্য।

"এই ধাৰণাৰ ভিত্তিত বস্তু আৰু ঘটনাৰ বিচাৰত অভ্যাস থকা বৃটিছসকলৰ ব্যৱহাৰ দেখিলে, অতি লঘু আৰু ঠেক সীমাৰ মাজত বৃটিছ মনস্তত্ত্বৰ ওপৰত যি প্ৰতিক্ৰিয়া সৃষ্টি কৰে তাক ফট্‌ফটীয়াকৈ বুজিব পাৰি। যি কোনোৱে দেখিলেই স্পষ্ট বুজিব পাৰিব যে, ইংলণ্ডই নিজৰ বৰ্ত্তমান সংকটবিলাক বহুতো বাহিৰা কাৰণত হোৱা বুলি কয়। বৃটেইনে সদায় আনৰ দোষ দেখে আৰু ভাবে সেইজনে যদি নিজকে সংশোধন কৰে, তেতিয়া হ'লেই বৃটিছে তাৰ পুৰণি ঐশ্বৰ্য্য ওভোতাই পাব। নিজৰ কোনো সংস্কাৰ বা পৰিৱৰ্ত্তন নকৰি বৃটিছসকলে সদায় লোকৰ সংশোধন আৰু সংস্কাৰ সাধন কৰিবলৈহে বেচি ব্যগ্ৰ হৈ থাকে।"

যদি জগতৰ বাকী দেশবিলাকৰ বিষয়ে এয়ে বৃটিছৰ মনোভাব হয়, তেন্তে ভাৰতবৰ্ষতেই আটাইতকৈ বেচি পোনপটীয়া। ভাৰতীয় সমস্যা সম্পৰ্কে বৃটিছৰ মনোভাব অতিশয় বিৰক্তিজনক যদিও কৌতুহলজনকো। নিজে নিৰ্ভুল আৰু অতি গধুৰ দায়িত্ব যোগ্যভাৱে পালন কৰিব পাৰে বুলি নিজৰ ওপৰত সম্পূৰ্ণ আস্থা, তেওঁলোকৰ জাতীয় ভাগ্য আৰু নিজস্ব আহৰ্ষৰ সাম্ৰাজ্যনীতিৰ ওপৰত বিশ্বাস, এই সত্য বিশ্বাসৰ বিৰুদ্ধে সন্দেহী, অবিশ্বাসী আৰু পাপীবিলাকৰ প্ৰতি ঘিণ আৰু খং এই মনোভাৱ ধৰ্ম্মৰ প্ৰতি অনুৰাগৰ দৰেই ৰক্ষণশীলভাৱে ভৰা। পুৰণি কালৰ ৰোমান কেথলিক ধৰ্ম্মৰ বিৰুদ্ধবাদী পাষণ্ডহঁতৰ উদ্ধাৰ আৰু দমনৰ কাৰণে

যি দল গঠিত হৈছিল, সেই "ইনকুইজিটৰ"বিলাকৰ দৰেই আমাৰ মতামতক নেওচা দিয়ো তেওঁলোক আমাক উদ্ধাৰ কৰিবলৈ উৎকণ্ঠিত হৈ আছে। ঘটনাক্ৰমে এই ধৰ্ম্মৰ বেপাৰত তেওঁলোকৰ বৰ লাভ হয়। তেওঁলোকে সেই পুৰণি প্ৰবচনৰ সত্য প্ৰমাণ কৰি দেখুৱাইছে যে, "সাধুতাই সৰ্ব্বশ্ৰেষ্ঠ নীতি।" ভাৰতক সাম্ৰাজ্যিক পৰিকল্পনা গ্ৰহণ কৰিবলৈ বাধ্য কৰা আৰু বছা বছা ভাৰতীয়সকলক বৃটিছ সাঁচত গঢ়ি তোলা আৰু ভাৰতৰ উন্নতি একেই কথা। বৃটিছ আদৰ্শ আৰু উদ্দেশ্য আমি যিমানেই বেচি গ্ৰহণ কৰিম, আমি সিমানেই স্বায়ত্তশাসনৰ যোগ্য হ'ম। যদি আমি কামেৰে প্ৰমাণ কৰোঁ আৰু প্ৰতিশ্ৰুতি দিওঁ যে, বৃটিছৰ ইচ্ছানুযায়ী আমি স্বাধীনতাৰ ব্যৱহাৰ কৰিম, তেতিয়া অতি সোনকালেই তাক পাব পৰা হ'ব।

ভাৰতত বৃটিছ শাসনৰ অতীত ঘটনা সম্পৰ্কে মোৰ সন্দেহ হয়—ইংৰাজ আৰু ভাৰতবাসীৰ মাজত মিল নহ'ব। বোধহয় ই স্বাভাৱিক কথা। কিন্তু যেতিয়া ভাৰত-সচিবসকল আৰু আন আন ওখ পদবীধাৰী বৃটিছ কৰ্ম্মচাৰীসকলে ভাৰতৰ বৰ্ত্তমান আৰু অতীতৰ সম্পৰ্কে কল্পনাপ্ৰসূত ছবি আঁকে বা কোনো বিবৃতি দিয়ে, যাৰ লগত প্ৰকৃত ঘটনাৰ কোনো সম্বন্ধ নাই, তেতিয়া সি অন্তৰত লাগি যায়। এমুঠি বিশেষ ভক্ত আৰু কেইজনমান মানুহৰ বাহিৰে ভাৰতবৰ্ষ সম্পৰ্কে ইংৰাজৰ অজ্ঞতা অতি বেচি। ঘটনা যেতিয়া এওঁলোকৰ চকুৰপৰা সাৰি যায় তেতিয়া ভাৰতৰ অন্তৰো অন্তৰতম যি সত্য তাক তেওঁলোকে উপলব্ধি কৰা যে কিমান টান। তেওঁলোকে ভাৰতৰ বহুত দেশ অধিকাৰ কৰিছে, কিন্তু সি হিংসাৰে কৰা বাহুবলৰ অধিকাৰ। তেওঁলোকে ভাৰতবৰ্ষক চিনি নেপায়, চিনিবৰ চেষ্টাও নকৰে। তেওঁলোকে কেতিয়াও ভাৰতৰ চকুলৈ চাই পোৱা নাই—তাৰ কাৰণ হৈছে তেওঁ-লোকৰ চকু অহিনত আৰু লাজ আৰু অপমানত ভাৰতে আজি মুৰ দোঁৱাই আছে। শ শ বছৰ সংস্পৰ্শত থাকিও তেওঁলোকে পৰস্পৰৰ ওচৰত আচিনাকি আৰু পৰস্পৰৰ ভিতৰত মৰম ভাব নাই।

দাৰিদ্ৰ আৰু অধঃপতন হ'লেও এতিয়াও ভাৰতে গৰ্ব্ব আৰু গৌৰৱ কৰিব-লগীয়া বহুত আছে। প্ৰাচীন ঐতিহ্য আৰু বৰ্ত্তমানৰ দুখৰ বোজাত ভাৰতৰ চকুত ভাগৰৰ ছাঁ, তথাপি "তাৰ অন্তৰৰ সৌন্দৰ্য্য বাহিৰত বিকাশ হৈ আছে। কত আচৰিত চিন্তা, কত ভাৱধাৰা কত মধুৰ আৱেগ তাৰ প্ৰাণৰ মাজত আছে।" তাৰ ছিগি-ভাগি যোৱা দেহৰ ভিতৰে-বাহিৰে এতিয়াও যে আত্মাৰ মহিমা জিলিকি থকা দেখা যায়। কত যুগ ধৰি বুৰঞ্জীৰ পথেদি ভ্ৰমণ কৰি কৰি ভাৰতে জ্ঞান উপাৰ্জ্জন কৰিছে, কত অচিনাকি আলহী আহি এই দেশৰ বিৰাট পৰিয়ালৰ লগত মিলি গৈছে, কত উত্থান-পতন, কত প্ৰচণ্ড বেদনা, গভীৰ অসন্মান, কত আচৰিত দৃশ্য দেশখনে এটা এটাকৈ পাই গৈছে। কিন্তু এই দীঘলীয়া ভ্ৰমণতো ভাৰতে নিজৰ চিৰস্মৰণীয় সংস্কৃতি টান মুঠিৰে ধৰি ৰাখিছে, তাৰপৰা শক্তি আৰু তেজস্বিতা গোটাই লৈছে আৰু আন আন দেশলৈ তাক বিলাই দিছে। উন্নতি অধোগতি দুয়োটাৰে চৰম পৰ্য্যায় ভাৰতে দেখিছে, নিজৰ দুঃসাহসৰ চিন্তা জীৱনতো জগতৰ ৰহস্য মীমাংসা কৰিবৰ কাৰণে ওপৰলৈ গৈ আছে আকৌ জঘন্য নৰকত বুৰ গৈ থকাৰ তিতা-কেঁহাৰ অভিজ্ঞতাও ভাৰতৰ আছে। বহু যুগৰপৰা চলি অহা আচাৰ আৰু প্ৰথাবিলাকেই

প্ৰায় ভাৰতৰ কুসংস্কাৰ আৰু অধঃপতন আনিলে বুলিব পাৰি। সেইবিলাকেই গোটাই এতিয়া অধঃপতনৰ ফালে ভাৰতক লৈ গৈছে সঁচা, কিন্তু তথাপি যি পুৰণি ঋষিসকলে বুৰঞ্জীৰ প্ৰথম পুৱাতে ভাৰতক উপনিষদৰ বাণী শুনাইছিল, সেই ঋষিসকলৰপৰা পোৱা প্ৰেৰণা ভাৰতীয়ই একেবাৰেই পাহৰি যোৱা নাই। তেওঁলোকৰ চোকা মনে আবেগত অভিভূত হৈ সকলো তথ্য তন্ন তন্নকৈ অনুসন্ধান কৰিছে, কোনো যুক্তিহীন মতবাদ বা প্ৰাণহীন বাহ্য অনুষ্ঠানৰ ভিতৰতে তেওঁলোকে গা এৰি দিয়া নাই। তেওঁলোকে পোহৰ বিচাৰিছে, জ্ঞান বিচাৰিছে।

বৃহদাৰণ্যক উপনিষদৰ সেই প্ৰাৰ্থনা—'মোক অসত্যৰপৰা সত্যলৈ লৈ যোৱাঁ অন্ধকাৰৰপৰা পোহৰলৈ যোৱাঁ, মৃত্যুৰপৰা অমৃতলৈ লৈ যোঁৱা' আজিও লাখ লাখ মানুহে সদায় যি বিখ্যাত গায়ত্ৰী মন্ত্ৰ জপ কৰে, সিয়ো জ্ঞান লাভৰ আকাংক্ষা, সত্য-দৃষ্টি লাভ কৰাৰ আকাংক্ষা।

ৰাজনীতিৰ ফালৰপৰা ছেদেলি-ভেদেলি হ'লেও, ভাৰতে নিজৰ সাৰ্ব্বজনীন ঐতিহ্য সম্পদ ৰক্ষা কৰিছে আৰু বাহিৰত দেখাত বহুত বিচিত্ৰতা থাকিলেও তাৰ মাজতে এটা আচৰিত ঐক্য ৰক্ষা কৰিছে।* আন আন প্ৰাচীন দেশৰ নিচিনাকৈ তাৰ মাজত ভাল আৰু বেয়া সানমিহলি হৈ আছে। ভালটো আজি লুকাই আছে, তাক আৰু ব'দৰ ফট্‌ফটীয়া পোহৰে নিৰ্ম্মমভাৱে তাৰ বেয়াবিলাক বাহিৰলৈ উলিয়াই দিছে।

ভাৰত আৰু ইটালিৰ মাজত বহুতো ঐক্য আছে। এই দুখন পুৰণি দেশৰ দীঘলীয়া ঐতিহ্য আছে। পিচে ইটালি ভাৰতৰ তুলনাত কিছু নতুন আৰু ভাৰতবৰ্ষ তুলনাত বিশাল দেশ। দুয়ো দেশেই ৰাষ্ট্ৰৰ ক্ষেত্ৰত বহুত ভাগত বিভক্ত হ'লেও ভাৰতৰ নিচিনাকৈ ইটালিৰ ঐক্যবোধ কেতিয়াও নষ্ট হোৱা নাই আৰু তেওঁলোকৰ সকলো বিচিত্ৰতাৰ মাজতো এই ঐক্য জ্বল্ জ্বল্ পট্ পট্‌কৈ ওলাই আছে। ইটালিৰ ঐক্য ঘাইকৈ ৰোমৰ ঐক্য, সেই মহান নগৰীখনে গোটেই দেশৰ ওপৰতে প্ৰতিপত্তি বিস্তাৰ কৰিছে আৰু ইয়েই ঐক্যৰ উৎপত্তি স্থান আৰু প্ৰতীক। ভাৰতবৰ্ষত এনেকুৱা কোনো এটা বিশেষ কেন্দ্ৰ বা নগৰীৰ আধিপত্য হোৱা নাছিল। যদিও বাৰাণসীক প্ৰাচ্যৰ 'চিৰন্তন নগৰী' বুলি ক'ব পাৰি। ই কেৱল ভাৰতবৰ্ষৰে নহয়, গোটেই পূব এচিয়াৰ। কিন্তু ৰোমৰ নিচিনাকৈ বাৰাণসী কেতিয়াও সাম্ৰাজ্যলিপ্সু হোৱা নাই, বা পাৰ্থিৱ সম্পদৰ কথা চিন্তা কৰা নাই। ভাৰতীয় সংস্কৃতি গোটেই ভাৰততে এনেকৈ বিয়পি পৰিছিল যে, দেশৰ কোনো বিশেষ অংশকে সেই সংস্কৃতিৰ হৃৎপিণ্ড বুলি ক'ব নোৱাৰি। কন্যাকুমাৰীৰপৰা হিমালয়ৰ অমৰনাথ আৰু বদ্ৰীনাথ, দ্বাৰকাৰপৰা পুৰীলৈকে এই একেই ভাৱধাৰা প্ৰৱাহিত হৈ আছে—যদি কোনো ঠাইত

* "ভাৰতত বহুত স্বাবিৰোধিতাৰ মাজত আন সকলো বৈচিত্ৰ্যৰ ওপৰত এটা মহান ঐক্য আছে—যিটো সহজে নেদেখি। ইয়াৰ কাৰণ হৈছে ই ৰাষ্ট্ৰীয় ঐক্য হিচাপে কেতিয়াও গোটেই দেশকে ঐতিহাসিক দৃষ্টিকোণৰপৰা এক কৰিব পৰা নাই। কিন্তু তথাপি ই অতি বাস্তৱ আৰু অতিপাত শক্তিশালী। আন কি ভাৰতৰ মুছলমান-জগতেও স্বীকাৰ কৰে যে ইয়াৰ সংস্পৰ্শলৈ আহি তেওঁলোকো গভীৰভাৱে প্ৰভাৱান্বিত হৈছে।"—ছাৰ ফ্ৰেডাৰিক হোৱাইট্—"প্ৰাচ্য আৰু পাশ্চাত্যৰ ভৱিষ্যত'।

ভাৱধাৰাৰ মাজত সংঘাত হয়, তেন্তে সেই হাই-উৰুমি অতি সোনকালে দেশৰ অতি দূৰত থকা অঞ্চলবিলাকো পাবগৈ।

ইটালিয়ে যেনেকৈ গোটেই পশ্চিম ইউৰোপকে ধৰ্ম্ম আৰু সংস্কৃতি দান কৰিছে, ভাৰতবৰ্ষয়ো পূব-এচিয়াত তাকে কৰিছে। অৱশ্যে চীন দেশো ভাৰতৰ নিচিনাকৈ প্ৰাচীন আৰু শ্ৰদ্ধাৰ পাত্ৰ। আন কি যেতিয়া ইটালি ৰাষ্ট্ৰক্ষেত্ৰত মাটিত বাগৰি গৈছে, তেতিয়াও তাৰ জীৱনৰ সোঁত ইউৰোপৰ শিৰে শিৰে ব'ব লাগিছে।

মেটাৰ্নিকে কৈছে ইটালি এটা 'ভৌগোলিক অভিব্যক্তি' আৰু পিচত মেটাৰ্নিকে ভাৰতবৰ্ষ সম্পৰ্কেও সেই কথাকে কৈছে। আচৰিত কথা এই দুখন দেশৰ ভৌগোলিক অৱস্থানো একে ধৰণৰ। অষ্ট্ৰিয়াৰ লগত ইংলণ্ডৰ তুলনাও এনেকুৱাই গৰ্ব্বিত, উদ্ধত আৰু প্ৰভুত্বপ্ৰৱণ। কিন্তু যি শিপাৰে সি শক্তি গোটায়, সেই শিপা শুকাই গৈছে আৰু তাৰ শক্তিশালী পতিষ্ঠানবিলাকত ক্ষয়ৰোগ সোমাই লাহে লাহে তাক খাই পেলাবলৈ আৰম্ভ কৰিছে।

কোনো দেশৰ ওপৰত দেৱত্ব আৰোপ কৰাৰ প্ৰলোভন বহুতেই দমন কৰিব নোৱাৰে। আদিম চিন্তাৰ তেনেকুৱাই প্ৰভাৱ। ভাৰতবৰ্ষ ভাৰতমাতা হৈছে—সুন্দৰী নাৰী, অতি প্ৰাচীনা কিন্তু চিৰযৌৱনসম্পন্না। বেজাৰৰ চকু, শুকান-উৱান মুখ, বিদেশী আৰু শত্ৰুৰপৰা নিষ্ঠুৰ ব্যৱহাৰ পাই বিপদত পৰি সন্তানসকলক ৰক্ষা কৰিবৰ কাৰণে আহ্বান কৰিছে। এই ধৰণৰ ছবিয়ে হেজাৰ হেজাৰ হৃদয়ত ভাৱাবেগ জগাই তোলে আৰু তেওঁলোকক আত্মত্যাগ আৰু কাৰ্য্য কৰিবলৈ প্ৰেৰণা দিয়ে। কিন্তু ভাৰতবৰ্ষ ঘাইকৈ খেতিয়ক আৰু বনুৱাৰ দেশ, দেখাতো ধুনীয়া নহয়, কাৰণ দাৰিদ্ৰ্যৰ মাজত কোনো সৌন্দৰ্য্য নাই। আমাৰ কল্পনাৰ সেই সুন্দৰী নাৰীৰ ছবিয়ে নাঙঠা, ৰাজহাড় বেঁকা হৈ যোৱা—কাৰখানা আৰু পথাৰত কাম কৰা বনুৱাৰ কথা কয় জানো? মে যিসকলে মনত নপৰা কাপৰেপৰা জনসাধাৰণক পদদলিত কৰি শুহি শুহি খাইছে, তেওঁলোকৰ ওপৰত নিষ্ঠুৰ প্ৰথা আৰু নিয়ম চলাইছে আন কি বহুসংখ্যক মানুহক একেবাৰেই অস্পৃশ্য কৰি পেলাইছে—সেই এমুঠি মানুহৰ ছবি সেইখন? আমি কল্পনাৰ মূৰ্ত্তি গঢ়ি সত্যক ঢাকিবলৈ বিচাৰোঁ, বাস্তৱৰপৰা আঁতৰি ফুৰিবলৈ স্বপ্নৰাজ্যত বিচৰণ কৰোঁ।

বেলেগ বেলেগ শ্ৰেণীৰ মাজত পাৰ্থক্য আৰু তেওঁলোকৰ পৰস্পৰৰ বিভেদ থকাতো ভাৰতবৰ্ষৰ সকলোৰে মাজত এটা সাধাৰণ ঐক্যসূত্ৰ আছে; ইয়াৰ অন্তহীন প্ৰাণশক্তি, নেৰানেপেৰা চেষ্টা, দৃঢ়তা আৰু সহনশীলতা দেখিলে আচৰিত হ'ব-লগীয়া হয়। এই শক্তি কিহৰ? ই কেৱল মাত্ৰ নিষ্ক্ৰিয় শক্তিৰ তামসিক জড়তাৰ ভাৰহে, তাক ঐতিহ্য বুলিব নোৱাৰি। অৱশ্যে নিজৰ নিজৰ ঠাইত সেইবিলাকৰো গুৰুত্ব আছে। ইয়াৰ মাজত এটা সংৰক্ষণী ক্ৰিয়াশীল নীতি আছে; কিয়নো ই বাহিৰৰ অতি শক্তিশালী প্ৰভাৱক বাধাদান কৰাত সফল হৈছে আৰু ভিতৰৰপৰা ওলোৱা বিৰোধী শক্তিকো গ্ৰাস কৰিছে। কিন্তু তথাপি ইয়াৰ শক্তি লৈয়ো ই ৰাজনৈতিক স্বাধীনতা ৰক্ষা কৰিব পৰা নাই বা ৰাজনৈতিক ঐক্য স্থাপন কৰিব পৰা নাই। এই বিষয়টোক যথেষ্ট গুৰুত্ব দিয়া হোৱা নাই,—অতি মূৰ্খৰ দৰে ইয়াক আওকাণ কৰা হৈছে। আমি ইয়াৰ ফল ভোগ কৰিছোঁ। বুৰঞ্জীৰ মাজেদি ভাৰতৰ

আদৰ্শৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায়, ই কেতিয়াও ৰাজনৈতিক বা সামৰিক জয়ক গৌৰৱ দান কৰা নাই—ই অৰ্থ আৰু অৰ্থ উপাৰ্জ্জন কৰা মানুহক ঘিণৰ চকুৰে চাইছে। সন্মান আৰু ঐশ্বৰ্য্য একেলগে থাকিব নোৱাৰে। অন্ততঃ মতবাদৰ ফালৰপৰা যি মানুহে নাম মাত্ৰ অৰ্থ লৈ সমাজসেৱা কৰে, সন্মান তেওঁলোকেইহে পাব লাগিছিল।

বহুতো ধুমুহা-বতাহৰ আঘাতত থান-বান হৈয়ো প্ৰাচীন সংস্কৃতি কোনোমতে ··ীয়াই আছে, কিন্তু ইয়াৰ বাহিৰৰ আকাৰহে আছে, ভিতৰৰ বস্তু আৰু নাই। বৰ্ত্তমান ভাৰত এটা নতুন শক্তিশালী প্ৰতিপক্ষ, ধনতান্ত্ৰিক পশ্চিমীয়া বেপাৰী সভ্যতাৰ লগত মুখৰ মাত নোহোৱাকৈ আৰু জীৱন-মৰণ তুচ্ছ কৰি সংগ্ৰামত নামিছে। এই নতুনৰ ওপৰত ইয়াৰ পৰাজয় হ'ব; কাৰণ পশ্চিমৰ হাতত বিজ্ঞান আছে আৰু ই লাখ লাখ মানুহক খাবলৈ দিব পাৰে। পশ্চিমীয়া সভ্যতাই কিন্তু লগতে সভ্যতাৰ নৃশংসতাখিনি জয় কৰিবলৈ প্ৰতিষেধকো আনিছে—সি হৈছে সমাজতন্ত্ৰবাদৰ নীতি, সমবায় সহযোগিতা, আৰু সকলোৰে মঙ্গলৰ কাৰণে সমাজৰ সেৱা। ই প্ৰাচীন ব্ৰাহ্মণসকলৰ সেৱাৰ আদৰ্শৰপৰা বিশেষ বেলেগ নহয়। ইয়াৰ উদ্দেশ্য সকলো শ্ৰেণী আৰু সম্প্ৰদায়ক ব্ৰাহ্মণ কৰি তোলা (অৱশ্যে ধৰ্ম্মৰ ফালৰপৰা নহয়) আৰু সকলো ধৰণৰ শ্ৰেণীভেদৰ বিলোপ কৰা। এনেকুৱাও হ'ব পাৰে, যেতিয়া ভাৰতে নিজৰ ফটা-ছিটা পুৰণি কাপোৰ এৰি নতুন কাপোৰ ল'ব, তেতিয়া তাক এনেকুৱাকৈ নিৰ্ম্মাণ কৰি ল'ব যি বৰ্ত্তমান অৱস্থা আৰু প্ৰাচীন অৱস্থা উভয়লৈ উপযোগী হ'ব। নিজৰ দেশত বল শক্তিৰে বাঢ়িব পৰাকৈয়ে তাক গ্ৰহণ কৰিব।

## বৃটিছ শাসনৰ বিৱৰণ

ভাৰতত বৃটিছ শাসনৰ বিৱৰণ কি? এই দীঘলীয়া কাহিনী নিৰপেক্ষ আৰু বাস্তৱ দৃষ্টিত দেখা কোনো ভাৰতীয় বা ইংৰাজৰ পক্ষে সম্ভৱ হয়নে নহয় মোৰ সন্দেহ আছে আৰু আন কি, যদি সম্ভৱো হয় তথাপি সমসাময়িক মনস্তত্ত্ব আৰু আন আন বিষয়ৰ মানদণ্ডত তাক বিচাৰ কৰা বৰ টান কঠিন। আমি শুনিছোঁ বৃটিছ শাসনে "ভাৰতক এনেকুৱা এটা চৰকাৰ দিছে যাৰ প্ৰভুত্ব এই বিশাল দেশৰ কোনো অংশত কোনেও প্ৰশ্ন নকৰে। অতীতৰ কোনো শতিকাতে ভাৰতবৰ্ষত সেইটো নাছিল।"† ই আইনসংগত আৰু ন্যায়পৰায়ণ কৰ্ম্মক্ষম শাসন প্ৰণালী প্ৰতিষ্ঠা কৰিছে। ই ব্যক্তি স্বাধীনতা আৰু পাশ্চাত্যৰ সংসদীয় চৰকাৰৰ ধাৰণা ভাৰতবৰ্ষক দিছে আৰু "গোটেই বৃটিছ ভাৰতক এখন ৰাষ্ট্ৰত পৰিণত কৰি ভাৰতীয়ৰ মাজত ৰাষ্ট্ৰীয় ঐক্যবোধ জগাই তুলিছে।* ইয়েই বৃটিছৰ পক্ষে ক'বলগীয়া কথা—ইয়াৰ মাজত বহুত সত্য আছে যদিও বহু বছৰৰপৰা আইনৰ সন্মান আৰু ব্যক্তিস্বাধীনতাৰ অস্তিত্ব নাই।

•†* ১৯৩৪ চনৰ জইণ্ট্ পাৰ্লিয়ামেণ্টৰী কমিটীৰ প্ৰতিবেদনৰপৰা এই অংশ উদ্ধৃত কৰা হৈছে।

- ভাৰতীয় দৃষ্টিত এই বৃটিছ যুগৰ এনেকুৱা বহুত ঘটনা আছে, যাৰপৰা বুজা যায় যে, বিদেশী শাসনৰ ফলত আমাৰ মানসিকেই হওক, বাহ্যিকেই হওক কত ক্ষতি হ'ব লাগিছে। উভয়ৰ বিচাৰ প্ৰণালীৰ পাৰ্থক্য ইমান বেচি যে বৃটিছে যি বিষয়টো প্ৰশংসা কৰি তৎ নেপায়, ভাৰতীয়সকলে তাকে নিন্দাহে কৰে। ডক্টৰ আনন্দকুমাৰ স্বামীয়ে লেখাৰ দৰে বোলে—"ভাৰতত বৃটিছ শাসনৰ এটা স্মৰণীয় নিদৰ্শন এয়ে যে ই বাহিৰত দয়াৰ মূৰ্ত্তি ধৰি ভাৰতবাসীৰ আটাইতকৈ বেচি ক্ষতি কৰিছে।"

আচলতে যোৱা শতাব্দীত ভাৰতবৰ্ষত যি পৰিৱৰ্ত্তন হৈছে সি কম-বেচি আৰু পাশ্চাত্য সকলো দেশতেই হৈছে। পশ্চিম ইউৰোপত শিল্প বাণিজ্যৰ উন্নতি আৰু পিচত গোটেই জগততে তাৰ প্ৰসাৰৰ লগে লগে জাতীয়তাবোধ আহিছে আৰু সকলোতে ৰাষ্ট্ৰবিলাক ঐক্যবদ্ধ আৰু শক্তিশালী হৈছে। বৃটিছসকলেই প্ৰথমে ভাৰতৰ দুৱাৰ পশ্চিমৰ পিনে মোকলাই দিছে আৰু পশ্চিমৰ শিল্প-বাণিজ্য আৰু বিজ্ঞানৰ বাৰ্ত্তা আনিছে, এই গৰ্ব্ব তেওঁলোকে কৰিব পাৰে। কিন্তু তথাপি যেতিয়ালৈকে পৰিস্থিতিৰ হেঁচাত বাধ্য হোৱা নাই, তেতিয়ালৈকে তেওঁলোকে এই দেশৰ বাণিজ্যৰ উন্নতিত বাধা দিছিল। ইয়াৰ আগতেই ভাৰতবৰ্ষত এচিয়াই নিজে গঢ়া সংস্কৃতিৰ লগত পশ্চিম এচিয়াৰ মুছলমান সংস্কৃতিৰ মিলন ঘটিছিল। তাৰ পিচত আহিল শক্তিশালী দূৰ পাশ্চাত্যৰ নতুন সভ্যতা আৰু ভাৰতবৰ্ষ বহুতো প্ৰাচীন আৰু নতুন আদৰ্শৰ মিলনৰ থলী আৰু ৰণভূমি হৈ উঠিল। এই তৃতীয় শক্তি জয়ী হৈ ভাৰতৰ বহুতো প্ৰাচীন সমস্যা সমাধান কৰিলেহেঁতেন, সন্দেহ নাই; কিন্তু যি বৃটিছ জাতিয়ে ইয়াক আনিলে, তেওঁলোকেই ইয়াৰ উন্নতিৰ বাট বন্ধ কৰিবলৈ উঠি-পৰি লাগিল। তেওঁলোকে আমাৰ শিল্প আৰু বেহা-বেপাৰ বন্ধ কৰিলে। তাৰপৰা আমাৰ ৰাজনৈতিক বিকাশ পলমকৈ হ'ল আৰু তেওঁলোকে এই দেশত বৰ্ত্তমান কালৰ অনুপযোগী সামন্ততান্ত্ৰিক আৰু আন আন যিবিলাক প্ৰাচীন স্মৃতি পালে তাকে যতনেৰে ৰক্ষা কৰিবলৈ ধৰিলে। আইন আৰু প্ৰথা-নিয়ম তেওঁলোকে যি আকাৰত পালে তেতিয়া তাৰেই দম বান্ধি আমাৰ অগ্ৰগতি বন্ধ কৰি দিলে আৰু বন্ধন শিকলিৰপৰা মুক্তি পোৱা আমাৰ পক্ষে অতি টান কৰি তুলিলে। তেওঁলোকৰ সজ ইচ্ছা আৰু সহানুভূতিত ভাৰতত বুৰ্জ্জোৱা শ্ৰেণী গঢ় লৈ উঠা নাই; কিন্তু ভাৰতত ৰেলপথ হোৱাত আৰু আন আন শিল্প-বাণিজ্যৰ প্ৰৱৰ্ত্তন হোৱাত তেওঁলোকে পৰিৱৰ্ত্তনৰ চকৰি ধৰি ৰাখিব নোৱাৰিলে। পিচে তেওঁলোকে তেওঁলোকৰ নিজৰ স্বাৰ্থ আৰু সুবিধাৰ কাৰণে তাক সংযত কৰিছে আৰু তাৰ গতিও লেহেম কৰিছে।

"এই দৃঢ় ভেটিৰ ওপৰত ভাৰত চৰকাৰৰ মহান অট্টালিকা সজা হৈছে। অন্য এটা কথা ন দি ক'ব পাৰি যে, ১৮৫৮ চনৰ পিচৰপৰা যেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতৰপৰা গোটেই অধিকৃত দেশৰ ওপৰত বৃটিছ ৰাজমুকুটৰ আধিপত্য প্ৰতিষ্ঠা কৰা হ'ল তেতিয়াৰপৰা শিক্ষাৰ ফালৰপৰা আৰু আন পাৰ্থিব উন্নতিৰ ফালৰপৰা ভাৰতে যিখিনি লাভ কৰিছে, বুৰঞ্জীৰ গোটেই দীঘল একা-বেঁকা বাটত

ইমানখিনি লাভ কৰাটো ভাৰতৰ ক্ষমতাৰ অতীত আছিল।"* এই বিৱৰণটো দেখাত স্বতঃসিদ্ধ যেন হ'লেও প্ৰকৃততে সি নহয়। বৰং বহুত বাৰেই কোৱা হৈছে যে বৃটিছ অহাৰ পিচৰপৰাই শিক্ষা বিষয়ত ভাৰত তললৈহে নামিছে আৰু সেই বিৱৰণ সম্পূৰ্ণ সঁচা হ'লেও সি আধুনিক যন্ত্ৰযুগৰ লগত অতীত যুগবিলাকৰ তুলনাত চেষ্টাহে মাথোন। বিজ্ঞান আৰু কল-কাৰখানাৰ কাৰণে যোৱা শতাব্দীত জগতৰ প্ৰায় সকলো দেশতে শিক্ষা আৰু সম্পদৰ আচৰিত ধৰণৰ উন্নতি হৈছে আৰু সেই-বিলাক দেশৰ ক্ষেত্ৰত থিৰাংকৈ ক'ব পাৰি যে, তেনে ধৰণৰ উন্নতি "বুৰঞ্জীৰ গোটেই দীঘল একা-বেঁকা বাটত লাভ কৰাটো সেই দেশৰ পক্ষে ক্ষমতাৰ অতীত আছিল"— সেইবিলাক দেশৰ বুৰঞ্জী ভাৰতৰ বুৰঞ্জীৰ তুলনাত সিমান দীঘল নহ'বও পাৰে। আমি লাভ কৰিব পৰিলোঁহেঁতেন বুলি কলে আমাৰ মুৰ্খামি আৰু বিকৃত ৰুচিৰ চিনাকি দিয়া হ'ব নে? আন আন দেশৰ লগত আমাৰ ভাগ্য তুলনা কৰি চালে, আমি জানো কল্পনা কৰি চাব নোৱাৰোঁ যে, আমাৰ উন্নতি আৰু বেচিহে হ'ব পাৰিলেহেঁতেন; কাৰণ বৃটিছে উন্নতিৰ বাটত যি বাধা দিছে সেই বাধাৰ বিপক্ষে যুদ্ধ কৰিবহে আমি আগবাঢ়িব লগা হৈছে। ৰেলৱে, টেলিগ্ৰাফ, টেলিফ'ন, ৰেডিঅ' আদি কেতিয়াও বৃটিছ শাসনৰ সজ ইচ্ছা আৰু উপকাৰৰ উদাহৰণ নহয়। এই-বিলাকৰ প্ৰয়োজন আছে; কিন্তু ঘটনাক্ৰমে যেতিয়া বৃটিছৰ হাতেদিয়েই এইবিলাক প্ৰথম আহিছে, সেই কাৰণে আমি তেওঁলোকৰ ওচৰত কৃতজ্ঞ হোৱা উচিত। তথাপি, ভাৰতত যন্ত্ৰশক্তি থাপনা কৰাৰ যাই উদ্দেশ্য আছিল বৃটিছ শাসনৰ খুঁটিটো টানকৈ পোতা। সেইবিলাক সিৰা-উপসিৰাৰ মাজেদি জাতিৰ তেজ চলাচল কৰিব, তাৰ বাণিজ্য বাঢ়িব, কেঁচা মাল ৰপ্তানি হ'ব, আৰু লাখ লাখ মানুহে নতুন জীৱন আৰু ঐশ্বৰ্য্য লাভ কৰিব। হ'ব পাৰে, কি জানি বহুত দিনৰ মুৰত গৈ এনে ধৰণৰ কিবা এটা সম্ভৱ হ'বগৈ। কিন্তু বৰ্ত্তমান তাক একেবাৰেই বেলেগ উদ্দেশ্যত খটুওৱাৰহে পৰিকল্পনা হৈছে আৰু খটুওৱাও হৈছে; আৰু সেই উদ্দেশ্য হৈছে সাম্ৰাজ্যৰ বান্ধোন টান কৰা আৰু বৃটিছ বস্তুৰে ভাৰতৰ বজাৰ ঢাকি পেলোৱা। ইয়াত তেওঁলোক কৃতকাৰ্য্য হৈছেও। মই কাৰখানা আৰু আধুনিক যান-বাহনৰ পক্ষপাতী; কিন্তু ৰেলগাড়ীত যেতিয়া মই অ'লৈ-ত'লৈ যাওঁ, তেতিয়া দুয়ো পাৰে বহল পথাৰৰ মাজেদি গৈ থকা ৰেলবাটটো দেখি মনত ভাব হয়, সি যেন এডাল শিকলিৰ দৰে ভাৰতবৰ্ষক বন্দী কৰি থৈছে।

ভাৰতৰ শাসন সম্পৰ্কে বৃটিছৰ ধাৰণা ৰাষ্ট্ৰ শাসনৰ পুলিচৰ দৰে। চৰকাৰৰ কাম হ'ল ৰাষ্ট্ৰক ৰক্ষা কৰা, আন আন কাম আনৰ গাত। তেওঁলোকে সাধাৰণ ৰাজহ সমৰ বিভাগ, শাসন বিভাগ-আৰু ধাৰৰ সুদত খৰচ কৰে। জনসাধাৰণৰ অৰ্থনৈতিক প্ৰয়োজনৰ ফালে চকু দিয়াই নহয়, বৃটিছ স্বাৰ্থৰ ওচৰত তাক বলি দিয়াহে হয়। মাত্ৰ এমুঠি মানুহৰ বাহিৰে জনসাধাৰণৰ শিক্ষা আৰু সংস্কৃতি সম্পৰ্কীয় প্ৰয়োজনলৈ আওকাণ কৰা হয়। সাধাৰণ ৰাজহ সম্পৰ্কে প্ৰাচীন ধাৰণাৰ পৰিবৰ্ত্তনৰ লগত অবৈতনিক সাৰ্ব্বজনীন শিক্ষা-পদ্ধতি, স্বাস্থ্যোন্নতি, দুখীয়া, বলিয়া, দুৰ্ব্বল-

*জইণ্ট পাৰ্লামেণ্টৰী কমিটীৰ প্ৰতিবেদন, ১৯৩৪।

চিন্তীয়া মানুহৰ ভৰণ-পোষণ, বনুৱাসকলৰ বেমাৰ-আজাৰ, বুঢ়া বয়স আৰু কাম নোহোৱা অৱস্থাৰ কাৰণে বীমা কৰাৰ ব্যৱস্থা আদি আন দেশত প্ৰৱৰ্ত্তন কৰা হৈছে. কিন্তু ইয়াত সি চৰকাৰৰ ধাৰণাৰো অতীত। এইবিলাকত ধন ভাঙি লাহ-বিলাহ কৰিবলৈ তেওঁলোকৰ শক্তি নাই। ইয়াত কৰ আদায় কৰাৰ পন্থতি তলৰ ফালে যোৱা —অৰ্থাৎ আয় যাৰ বিমান কম, অনুপাত হিচাপে অধিক উপাৰ্জ্জন কৰা মানুহতকৈ তেওঁ বেচি কৰ দিবলগীয়া হয়। ইয়াত দেশৰক্ষা আৰু শাসনবিভাগৰ খৰচ ইমান বেচি যে, ৰাজহৰ সৰহখিনিয়েই ইয়াতে শেষ হৈ যায়।

বৃটিছ শাসনৰ প্ৰধান বৈশিষ্ট্য হৈছে এই যে, তেওঁলোকে দেশত ৰাজনৈতিক আৰু অৰ্থনৈতিক অধিকাৰক দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিবৰ কাৰণে তেওঁলোকৰ গোটেই খিনি শক্তি সেইবিলাক কেন্দ্ৰত লগায়হি। বাকীখিনি কেৱল দেখুৱাবলৈহে। তেওঁলোকে যদি শক্তিশালী কেন্দ্ৰীয় চৰকাৰ আৰু কামত পাকৈত পুলিচ-বাহিনী গঠন কৰিছেও, তেন্তে সেই কৃতকাৰ্য্যতাৰ কাৰণে ভাৰতবাসীয়ে নিজক ধন্য মানিবৰ কোনো কাৰণ নাই। এক হোৱাটো ভাল, কিন্তু দাসত্বৰ কাৰণে এক হৈ গৰ্ব্ব কৰিব নোৱাৰি। যি কোনো স্বেচ্ছাচাৰী চৰকাৰী শক্তি জনসাধাৰণৰ পক্ষে বলে নোৱাৰা বোজা হৈ উঠিব পাৰে। পুলিচ-বাহিনীৰ প্ৰয়োজন বহুত ফালৰ পৰাই আছে, সন্দেহ নাই; কিন্তু তাক যে জনসাধাৰণ ৰক্ষক বুলি কোৱা হয়, তেওঁলোকৰ বিৰুদ্ধেই খটুৱাব পাৰি, আৰু খটুৱা হৈছেও। পুৰণি গ্ৰীকসকলৰ লগত আধুনিক সভ্যতাৰ তুলনা কৰোঁতে বাৰ্ট্ৰাণ্ড ৰাছেলে লেখিছে—"আমাৰ লগত তুলনাত গ্ৰীক সভ্যতা মাত্ৰ এফালৰপৰা উন্নত আছিল যে তেওঁলোকৰ পুলিচ-বাহিনী সুদক্ষ নাছিল আৰু বহুত ভদ্ৰলোক সিহঁতৰপৰা সাৰি আছিল।"

এই বৃটিছ-প্ৰাধান্যই ভাৰতবৰ্ষলৈ শান্তি আনিছে। মোগল সাম্ৰাজ্যৰ পতনৰ পিচত ভাৰতবৰ্ষ যি দুৰ্ভাগ্য আৰু বিপদৰ হাতত পৰিছিল তাৰপৰা ভাৰতবৰ্ষই নিশ্চয় শান্তি পাবলৈকে বিচাৰিছিল। শান্তি বহুমূলীয়া সম্পদ, উন্নতিৰ কাৰণে ই আৱশ্যক, আমি তাক বৰণ কৰি লৈছিলোঁ। কিন্তু শান্তিৰ কাৰণে বৰ বেচি মূল্য দিবলগীয়া হ'ব পাৰে। আমি মৰিশালিৰ শান্তিও পাব পাৰোঁ, নহ'লে বা শান্তি নিজৰ উন্নতি সাধন কৰিবলৈ অক্ষম মানুহৰ নিষ্প্ৰাণ নিৰাশাও হ'ব পাৰে। বিদেশী বিজেতাই বলেৰে যি শান্তি স্থাপন কৰে, তাৰ মাজত প্ৰকৃত শান্তিৰ জিৰণি আৰু আৰাম পোৱা নেযায়। যুদ্ধ ভয় লগা বস্তু; তাক নিবাৰণ কৰাই উচিত। কিন্তু মনস্তত্ত্ববিদ উইলিয়ম্ জেম্‌চৰ মতে তাৰপৰা চৰিত্ৰৰ বেলেগ বেলেগ সদ্‌গুণৰ বিকাশ হয়—বিশ্বস্ততা, সংঘশক্তি, অধ্যৱসায়, বীৰত্ব, বিবেক, শিক্ষা, উদ্ভাৱনী শক্তি, ব্যয়-সঙ্কোচ, শাৰীৰিক স্বাস্থ্য আৰু বলশক্তি। এইবিলাক কাৰণতে জেম্‌চে যুদ্ধৰ নিচিনা কিবা এটা বিচাৰিছিল,—যিটোত যুদ্ধৰ ভয়াবহ বস্তুবোৰ একো নেথাকে, অথচ এই গুণবিলাক জগাই তুলিব। তেওঁ যদি কিজানি অসহযোগ আৰু আইন-অমান্য আন্দোলনৰ নীতিটো জানিলেহেঁতেন, তেন্তে তেওঁ বিচৰা বস্তুকে পালেহেঁতেন—যিটো যুদ্ধৰ নিচিনাই, অথচ নৈতিক আৰু শান্তিপূৰ্ণ।

বুৰঞ্জীত 'যদি' আৰু 'সম্ভাৱনা' লৈ বিচাৰ কৰি লাভ নাই। মোৰ মতে ভাৰতবৰ্ষই যি বৈজ্ঞানিক যন্ত্ৰশিল্পত উন্নত পশ্চিমীয়া দেশৰ সম্পৰ্কলৈ আহিছে'

তাৰ কাৰণে ভালেই হৈছে। বিজ্ঞান পাশ্চাত্য জগতৰ এটা মহৎ দান। ভাৰতত ই নাছিল কাৰণেই ক্ৰমান্বয়ে অধঃপতন আহিছিল। কিন্তু আমাৰ যোগাযোগৰ ধাৰণাটো অতিপাত দুৰ্ভাগ্যজনক আৰু তথাপি বোধহয় বাৰে বাৰে মাধমাৰ নপৰিলে আমাৰ মোহৰ টোপনি নেভাগিলেইহে'তেন। এই ফালৰপৰা ভাবি চালে প্ৰটেষ্টেণ্ট্‌ ব্যক্তি-স্বাধীনতাবাদী এংলো'ছেক্সন ইংৰাজসকলেই আমাৰ কাৰণে বেচি উপযোগী; কাৰণ আন আন পাশ্চাত্য দেশীয় লোকতকৈ আমাৰ লগত তেওঁলোকৰ পাৰ্থক্য বহুত বেচি আৰু তেওঁলোকে আমাক আনতকৈ বেচিকৈ মাৰ দিয়াত সক্ষম।

তেওঁলোকে আমাক ৰাজনৈতিক ঐক্য দিছে, সি কাম্য বস্তু সন্দেহ নাই। কিন্তু আমাৰ ঐক্য থওক নথওক ভাৰতীয় জাতীয়তাই গা কৰি উঠি এক হ'বলৈ দাবী কৰিবলৈইহে'তেন। আৰব জাতি ভাগ হৈ বহুতো ৰাষ্ট্ৰত পৰিণত হৈছে —স্বাধীন, ৰক্ষিত, মেণ্ডেটৰ অধীন আদি—কিন্তু তেওঁলোকৰ প্ৰত্যেকৰ ভিতৰতে আৰবৰ ঐক্যৰ আকাঙ্ক্ষা আছে। যদি পাশ্চাত্য সাম্ৰাজ্যবাদী শক্তিবিলাকে বাট ভেটি নধৰিলেহে'তেন, তেতিয়া হ'লে আৰব জাতীয়তাই বহুত পৰিমাণ সাফল্য অৰ্জ্জন কৰিব পাৰিলেহে'তেন যে সন্দেহ নাই; কিন্তু ভাৰতৰ নিচিনাকৈ তাতো এইবিলাক শক্তিয়েই আঁহফলা ভাববিলাক জগাই তোলে, সংখ্যালঘু সম্প্ৰদায়ৰ সমস্যা সৃষ্টি কৰে, আৰু তাৰদ্বাৰা জাতীয়তাৰ প্ৰেৰণাক নিশকতীয়া কৰি তোলে আৰু আংশিক-ভাৱে বাট ভেটিও ধৰে। তাৰ উপৰি সাম্ৰাজ্যবাদী শক্তিবিলাকে নিৰপেক্ষ বিচাৰক বুলি ভুৰা দিয়ে।

সাম্ৰাজ্যৰ অগ্ৰগতিৰ সমুখত ঘটনাচক্ৰতহে ভাৰতত ৰাজনৈতিক ঐক্য স্থাপন কৰা হৈছে। পিচৰ কালত আমি দেখিছোঁ যেতিয়া এই ঐক্যৰ জাতীয়তাৰ লগত লগ হৈ আনৰ শাসনৰ বিৰুদ্ধে প্ৰশ্ন তুলিছে, তেতিয়াই অনৈক্য আৰু সাম্প্ৰদায়িকতাক উৎসাহ দিয়া হৈছে আৰু সিয়েই আমাৰ ভৱিষ্যৎ উন্নতিৰ বাটত ভীষণ বাধা হৈ পৰিছে।

বৃটিছ ইয়ালৈ অহাৰ কিমান দিন যে হ'ল! দুশ বছৰ ধৰি তেওঁলোকে আধিপত্য কৰিছে। স্বেচ্ছাচাৰী চৰকাৰৰ নিচিনাকৈয়ে তেওঁলোকৰ অবাধ কৰ্তৃত্ব আছিল, নিজ ইচ্ছামতে ভাৰতবৰ্ষ খন গঢ়ি তুলিবলৈ তেওঁলোকৰ বহুত সুযোগ আছিল। এইখিনি সময়ৰ ভিতৰত জগতত কত পৰিবৰ্ত্তন হৈছে,—পুৰণিৰ কোনো চিনেই নাইকিয়া হৈ গৈছে—ইংলণ্ডত, ইউৰোপত, আমেৰিকাত, জাপানত, অষ্টাদশ শতিকাৰ আটলাণ্টিক পাৰৰ আমেৰিকাৰ অতি নগণ্য উপনিৱেশবিলাকো আজি ধন-সম্পত্তিৰ ক্ষমতা আৰু কল-কব্জাৰ ফালৰপৰা অতিপাত আগবঢ়া জাতিত পৰিণত হৈছে। অতি কম সময়ৰ ভিতৰত জাপানৰ কি অদ্ভুত পৰিৱৰ্ত্তন হৈছে। অলপ দিন আগতো ৰুছিয়াৰ যি বিশাল ভূমি জাৰ চৰকাৰৰ হাতত চেপা খাই আগবাঢ়িব নোৱাৰা হৈ পৰি আছিল, আজি তাত নতুন জীৱনৰ স্পন্দন আৰু আমাৰ চকুৰ আগত নতুন জগতে গঢ় লৈ উঠিছে, ভাৰততো ভালেমান পৰিৱৰ্ত্তন হৈছে। অষ্টাদশ শতিকাৰপৰা বৰ্ত্তমানৰ পাৰ্থক্য কিমান যে বেচি,—ৰেলৱে, নলা খান্দি পানী অনাৰ ব্যৱস্থা, কাৰখানা, স্কুল আৰু কলেজ, ডাঙৰ ডাঙৰ চৰকাৰী অফিচ আদি।

কিন্তু এইবিলাক পৰিৱৰ্ত্তন হ'লেও আজিৰ ভাৰত কেনেকুৱা? দাসৰ

নিচিনা এখন ৰাষ্ট্ৰ, ইয়াৰ গোটেই শক্তি সঁজাৰ ভিতৰত বন্ধ কৰি থোৱা হৈছে, উৎসাহ-নিশাহ লবলেকো ই ভয় কৰে, দূৰ দেশৰপৰা অহা অচিনাকি বিদেশীয়ে ইয়াক শাসন কৰিছে, জনসাধাৰণৰ দাৰিদ্ৰ্যৰ তুলনা নাই; মানুহ অতি কম দিন জীয়াই থাকে, বেমাৰ-আজাৰ, মাৰিমৰকৰ হাতৰপৰা সাৰিব নোৱাৰে। নিৰক্ষৰতাৰে দেশ ভৰা, বহুল অঞ্চলত স্বাস্থ্য ৰক্ষা বা চিকিৎসাৰ কোনো ব্যৱস্থা নাই। মধ্যবিত্তশ্ৰেণী আৰু জনসাধাৰণৰ মাজত প্ৰকাণ্ড নিবনুৱা সমস্যা। আমি শুনিছোঁ স্বাধীনতা, গণতন্ত্ৰ, সমাজতন্ত্ৰ, কমিউনিজম, আদি কামৰ পটুতা নোহোৱা আদৰ্শবাদীৰ ফোপোলা কথা। এওঁলোকে তত্ত্বৰ উপদেশ দিয়ে, কিন্তু তেওঁলোক ঠগ। সমগ্ৰ জনসাধাৰণৰ কল্যাণেই হ'ল প্ৰকৃত পৰীক্ষা। অৱশ্যে সিয়েই পৰীক্ষাৰ আটাইতকৈ উত্তম মানদণ্ড, কিন্তু ইয়াৰদ্বাৰা জুখি চালে বৰ্ত্তমান ভাৰতবৰ্ষ কিমান যে হীন, কিমান যে দৰিদ্ৰ! আন আন দেশত দুৰ্গতি গুচাবৰ কাৰণে আৰু নিবনুৱা সমস্যা দূৰ কৰিবৰ কাৰণে কিমান ডাঙৰ ডাঙৰ পৰিকল্পনাৰ কথা আমি পঢ়িবলৈ পাওঁ, কিন্তু আমাৰ দেশৰ লাখ লাখ নিবনুৱা আৰু দেশৰ চিৰকলীয়া দুখ-দুৰ্গতিৰ কি প্ৰতিকাৰ হৈছে? আন আন দেশত দুখীয়া-নিচলা মানুহৰ কাৰণে ঘৰ সাজোৱাৰ পৰিকল্পনাৰ কথা পঢ়িবলৈ পাওঁ, কিন্তু আমাৰ দেশৰ কোটি কোটি নৰ-নাৰীৰ ঘৰ বুলিবলৈ কি আছে? কিছুমান মাটিৰ গড়াল বা গছৰ তল। আমি আগেয়ে যত আছিলোঁ এতিয়াও তাতেই আছোঁ, নহ'লে বা শামুকীয়া গতিৰে আগবাঢ়িছোঁ। কিন্তু সিফালে আন আন দেশ, শিক্ষা, স্বাস্থ্য, চিকিৎসাৰ ব্যৱস্থা, শিক্ষা-সংস্কৃতিৰ সুবিধা, পণ্য উৎপাদন—সকলো ফালেই আগবাঢ়িছে; দেখি-ল ঈৰ্ষা নহয় নে? মাত্ৰ বাৰটা বছৰৰ ভিতৰতে ৰুছিয়াই দেশৰপৰা নিৰক্ষৰতা আঁতৰাইছে, জনসাধাৰণৰ জীৱনৰ লগত খাপ-খোৱা এটা নতুন শিক্ষা-ব্যৱস্থাৰ প্ৰবৰ্ত্তন কৰিছে। পাচ পৰি থকা তুৰস্কও আতাতুৰ্ক কামালৰ নেতৃত্বত শিক্ষা-প্ৰচাৰৰ ফালে বেগেৰে আগবাঢ়ি গৈছে। ফেচিষ্ট ইটালিয়ে আৰম্ভণিৰপৰাই বিপুল শক্তিৰে নিৰক্ষৰতাক আক্ৰমণ কৰিছে। শিক্ষামন্ত্ৰী জেন টাইলে "অশিক্ষাক সন্মুখ যুদ্ধত আক্ৰমণ কৰিবলৈ" ৰিঙিয়াই কৈছে, "সেই দূষিত ঘাডোখৰে আমাৰ জাতীয় জীৱনক দুৰ্ব্বল কৰি তুলিছে, তপত লোহাৰে পুৰি তাক নাইকিয়া কৰিব লাগিব।" বৈঠকখানাত বহি আলোচনা কৰিবৰ কাৰণে বৰ অভদ্ৰ ভাষা, কিন্তু এই চিন্তাৰ পাচ ফালে আছে দৃঢ় বিশ্বাস, আছে দৃঢ় সংকল্প। আমি এই ক্ষেত্ৰত অতি ভদ্ৰভাৱে আৰু ঘূৰাই-পকাই কথা কওঁ। আমাৰ কৰ্ত্তাসকলে বৰ ভাগৰে-জোগৰে আগবাঢ়ে আৰু কমিছন আৰু কমিটিতে নিজৰ শক্তি ক্ষয় কৰে।

কথা কয় বেচি, কাম কৰে কম, ভাৰতবাসীৰ এই কুখ্যাতি আছে। এই অভিযোগ সঁচা। কিন্তু আমিও দেখি অবাক—কমিটী আৰু কমিছন গঠন কৰিবৰ ক্ষমতা বৃটিছৰ কিমান অফুৰন্ত, কত পৰিশ্ৰমৰ পিচত জ্ঞানপূৰ্ণ প্ৰতিবেদন লিখা হয়—'অতি মূল্যবান চমৎকাৰী দলিল।' তাকো জানো আকৌ ভূৰি ভূৰি প্ৰশংসা কৰি, আন কাগজৰ লগতে পেলাই নথয়? এনেকৈয়ে আমি আগবাঢ়িছোঁ, উন্নতি লাভ কৰিছোঁ বুলি আনন্দ অনুভৱ কৰিছোঁ। লগতে আৰশ্যে আগেয়ে য'ত আছিলোঁ, তাতে থকাৰ সুবিধাকণো পাইছোঁ। আমাৰ আত্মমৰ্য্যাদাবোধৰ তৃপ্তি হয়, ন্যস্ত

স্বাৰ্থ নিৰাপদ থাকে। আন আন দেশে চিন্তা কৰে, কেনেকৈ আগবাঢ়িব পাৰি আৰু আমি ভাবোঁ আগবঢ়া খাতে বৰ বেচি বেগেৰে নহয়, তাৰ কাৰণে জৰী, লেগাম আৰু বক্কা-কৱচ লাগে। . জইণ্ট পাৰ্লামেণ্টৰী কমিটীয়ে কৈছে গোলমালৰ দিনত "সাম্রাজ্যৰ জাক্‌জমকেই জনসাধাৰণৰ জোখ হৈ পৰিছিল।" এই মত সঁচা। আমি চিন্তাত আজিও সেই জোখ-কাঠী প্রয়োগ কৰিব নোৱাৰোঁনে? নতুন দিল্লীৰ আজি-কালিৰ বৰলাটৰ জাক্‌জমক, শোভাযাত্রা আৰু প্রাদেশিক চৰকাৰবিলাকৰ আড়ম্বৰ আৰু সমাৰোহ কি চাব? এইবিলাকৰ পাচফালে আছে ছাৰ্লিছগা অতি ভিকহু অৱস্থা। এই বিপৰীত অৱস্থা দেখি মনত আঘাত লাগে। হৃদয় থকা মানুহে তাক কেনেকৈ সহ্য কৰে বুজা টান। সন্মুখত সাম্রাজ্যৰ জাক্‌জমকৰ পাচফালে আজিৰ ভাৰতবৰ্ষ দৰিদ্র আৰু বিষাদময়। বাহিৰত বহু চুণ-তেলৰ চিক্‌মিকনিৰ পাচফালে বনুবা শ্রেণীক দাৰিদ্র্যই পিহি গুলি তেওঁলোকৰ জীৱন দুঃখময় কৰি পেলাইছে। তাৰ পিচত আছে ভাৰতবৰ্ষৰ প্রতীক হৈ খেতিয়ক শ্রেণী—যাৰ ভাগ্যত দুখৰ ৰাতি আৰু নুপুৱায়।

কত শতাব্দীৰ মহাভাৰ সহি
মেৰুদণ্ড গ'ল বেঁকা হৈ;
কোৰৰ নালতে দেহৰ ভৰ দি
আছে কোনোমতে তলমুৰ কৈ—
দুখত যে তাৰ
শতেক যুগৰ
বিৰাট শূন্যতা
পিঠিত যে তাৰ
জগতৰ ভাৰ
নিৰ্ম্মম নিঠুৰতা।

ভয়াবহ সেই মূৰ্ত্তিৰ মাজেৰে
বেদনাক্লিষ্ট শতেক যুগৰ
আকুল দৃষ্টি পৰে—
শতাব্দী-ভৰত বেঁকা হৈ যোৱা
শৰীৰৰ বেদনাৰে
মহাকালৰ তুপত চকুলো সৰে।

ভয়াবহ সেই মূৰ্ত্তিৰ মাজেৰে
অপদস্থ, প্রবঞ্চিত
পূৰ্ব্বৰ ঐশ্বৰ্য্যহৃত
লুণ্ঠিত মনেৰে আজি
জগতৰ সৃষ্টিকাৰী শক্তিৰ আগত
ঘোৰ প্রতিবাদ কৰে আকাশ নিনাদি।

ভৱিষ্যতো সম্ভাৱনা

ফুটি উঠে তাৰেই মাজেদি।*

ভাৰতৰ সকলো ধৰণৰ দুৰ্ভাগ্যৰ কাৰণে বৃটিছক দোষ দিয়ো লাভ নাই। দায়িত্বও আমি কান পাতি ল'ব লাগিব, আমি সংকোচ কৰিলে নচলিব। আমাৰ নিজৰ দুৰ্ব্বলতাৰ অনিবাৰ্য্য পৰিমাণৰ কাৰণে লোকৰ গাত দোষ দিব নোৱাৰি। সদায় প্ৰভুত্ব খটাবলৈ বিচৰাই যি চৰকাৰৰ পদ্ধতি—তাতে সেই চৰকাৰ যদি বিদেশী হ'ল, তেতিয়া হ'লে সি নিশ্চয় দাস-মনোভাৱ বঢ়োৱাত উৎসাহ দিবই আৰু জনসাধাৰণৰ মানসিক দৃষ্টিৰ সীমা কোঁচাই মোচাই সৰু কৰিবলৈ চেষ্টা কৰিবই। ডেকা শক্তিৰ মাজত যি সৌন্দৰ্য্য আৰু মহত্ত্ব আছে ই তাক পিহি পেলায়। দুঃসাহসিক উদ্যম, দুষ্প্ৰাপ্য বস্তু বিচাৰি উলিওৱা আৰু মৌলিক আৰু তেজস্বী গুণ এই সকলোবোৰ নাশ কৰিবলৈ বিচাৰে, ভীৰুতা, কাপুৰুষতা, আৰু কঠোৰ নিয়মানুবৰ্ত্তিতা—তোষা-মোদ কৰি প্ৰভুৰ মনত ভাল লগাবলৈ চেষ্টা কৰা আদিত উৎসাহ দিয়ে। এই ধৰণৰ শাসন-পদ্ধতিয়ে কেতিয়াও প্ৰকৃত সেৱাৰ মনোবৃত্তি জগাই তুলিব নোৱাৰে। ই এনেকুৱা কিছুমান মানুহ বাছি লয়, যাৰ লোকৰ উপকাৰ কৰিবৰ সাহ-পিত নাই, যাৰ একমাত্ৰ উদ্দেশ্য জীৱনযাত্ৰা নিৰ্ব্বাহ কৰা। ভাৰতৰ কোন শ্ৰেণীৰ মানুহক বৃটিছে তেওঁলোকৰ দললৈ টানি আনে, আমি সদায় দেখিবলৈ পাইছোঁ। এওঁলোকৰ ভিতৰত কোনো কোনো বুদ্ধিমান আৰু ভাল কাম কৰিব পৰা মানুহো আছে। আন ঠাইত সুযোগ সুবিধাৰ অভাৱত এওঁলোকে চৰকাৰী বা আধা চৰকাৰী চাকৰি লয় আৰু ক্ৰমে ক্ৰমে নিস্তেজ হৈ এটা বৃহৎ যন্ত্ৰৰ অংশত পৰিণত হয়। বৈচিত্ৰ্যহীন ধৰাবন্ধা দৈনন্দিন কৰ্ম্মৰ মাজত তেওঁলোকৰ মন বন্দী হৈ পৰে। "কেৰাণীগিৰিৰ কাৰণে লগতিয়াল জ্ঞানখিনি আৰু অফিচ চলোৱাৰ কূটনীতিস্বৰূপ আমোলাতান্ত্ৰিক গুণবিলাক তেওঁলোকে শিকি লয়। জনসাধাৰণৰ কামত তেওঁলোকৰ এটা নিষ্ক্ৰিয় নিষ্ঠা দেখা যায়। জীৱন্ত উৎসাহ তাত নাই; থাকিব নোৱাৰেও। বিদেশী চৰকাৰৰ অধীনত সি সম্ভৱো নহয়।

ইয়াৰ বাহিৰেও সৰু-সুৰা কৰ্ম্মচাৰীসকলৰ সৰহ ভাগেই সমূলি প্ৰশংসাৰ উপযোগী নহয়। সিহঁতে কেৱল শিকিছে উপৰিচাসকলক হীনভাৱে তোষামোদ কৰিবলৈ আৰু তেওঁলোকৰ তলৰ কৰ্ম্মচাৰীসকলক ভয় দেখুৱাবলৈ, তৰ্জ্জন-গৰ্জ্জন কৰিবলৈ। অপৰাধ অৱশ্যে তেওঁলোকৰ নহয়। প্ৰচলিত ব্যৱস্থাৰ মাজতে তেওঁ-লোকে এই শিক্ষা পায় আৰু এই অৱস্থাত যে সচৰাচৰ হোৱাৰ দৰে তোষামোদ আৰু পক্ষপাতিত্বৰ কোব চৰিব, তাত আচৰিত হ'বলগীয়া কি আছে? তেওঁলোকৰ চাকৰিৰ কোনো আদৰ্শ নাই, নিবনুৱা হোৱাৰ ভয় আৰু তাৰ ফলস্বৰূপে যি লঘোন আহিব পাৰে, বিভীষিকাৰ দৰে সি তেওঁলোকৰ মনত জাগি থাকে। গতিকে তেওঁলোকৰ জীৱনৰ প্ৰধান লক্ষ্য হ'ল যি কোনো উপায়ে চাকৰিত লাগি থকা আৰু আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ কাৰণে আন চাকৰি বিচাৰি দিয়া। যাৰ পাচফালে

* আমেৰিকান কবি ই. মাৰ্খামৰ "দি মেন উইথ্ দি হ'" নামৰ কবিতাৰপৰা তুলি দিয়া হৈছে।

ডিটেক্‌টিভ আৰু কুশ্ধচভাৱে দিন নিওৱা চোৰাংচোৱা সদায় ঘূৰি ফুৰিব লাগিছে তেনে অৱস্থাত মানুহৰ গাত সজগুণসমূহ বিকাশ হোৱা সহজ নহয়।

আধুনিক পৰিস্থিতিৰ পৰিণতিৰ ফলত কোমল অন্তৰৰ নিস্বাৰ্থ মানুহৰ পক্ষে চাকৰিত যোগদান কৰা বেচি টান হৈ উঠিছে। চৰকাৰেও তেওঁলোকক নিবিচাৰে আৰু তেওঁলোকেও অৰ্থনৈতিক কাৰণত বাধ্য নহ'লে চৰকাৰৰ লগত ঘনিষ্ট সম্পৰ্ক ৰাখিবলৈ টান পায়।

কিন্তু গোটেই জগতখনেই জানে, বগা ৰঙৰ মানুহেই সাম্ৰাজ্যৰ ভাৰ বৈ আহিছে, তাম বৰণীয়া মানুহে পৰা নাই। আমাৰ দেশত সাম্ৰাজ্যৰ ঐতিহ্য ৰক্ষা কৰিবৰ কাৰণে বহুত 'ইম্পিৰিয়েল চাৰ্ভিছ' আছে। তেওঁলোকৰ বিশেষ সুবিধা ৰক্ষা কৰিবৰ কাৰণে লাগ বুলিলে ৰক্ষা-কৱচৰ ব্যৱস্থাও আছে আৰু কোৱা হয়, এই সকলোবোৰ হেনো ভাৰতৰ স্বাৰ্থৰ কাৰণেই। এইবিলাক চাকৰিৰ উন্নতি আৰু স্বাৰ্থৰ লগত ভাৰতৰ কল্যাণো যেন একেডাল সূতাতে গঁথা আছে। 'ভাৰতীয় চিভিল চাৰ্ভিছ'ৰ কোনো সুবিধা বা পুৰস্কাৰ হিচাপে কোনো পদ যদি দিয়া নহয়, তেনেহ'লে আমি শুনিবলৈ পাওঁ যে, তাৰ ফলত অযোগ্যতা আৰু দুৰ্নীতি বাঢ়িব। 'ভাৰতীয মেডিকেল চাৰ্ভিছ'ৰ সুৰক্ষিত চাকৰিবিলাকৰ সংখ্যা যদি কমোৱা হয়, তেন্তে সি বোলে "ভাৰতৰ স্বাস্থ্যৰ কাৰণে বিপজ্জনক" যদি সেনাবিভাগত বৃটিছ কৰ্ম্মচাৰী কমোৱাৰ কথা উঠে, তেনেহ'লে আমি যে সকলো ধৰণৰ ভয়ঙ্কৰ বিপদৰ সন্মুখীন হ'ম, তাক ক'বই নেলাগে।

যদি ওখ খাপৰ কৰ্ম্মচাৰীসকল হঠাৎ গুচি যায়, আৰু তেওঁলোকৰ বিভাগবিলাকৰ ভাৰ তলতীয়া কৰ্ম্মচাৰীসকলৰ হাতত গতাই দিয়া হয়, তেন্তে কৰ্ম্মকুশলতাৰ মান বহুত কমি যাব। মোৰ মনেৰে এই কথাত কিছু সত্যতা আছে। কিন্তু গোটেই পদ্ধতিটোকে এনেভাৱে গঠন কৰা হৈছে যে, তলতীয়া পদবীবিলাকত কেতিয়াও উত্তম লোক নাই। বা তেওঁলোকক দায়িত্ব বহন কৰাৰ কোনো শিক্ষা দিয়াও হোৱা নাই। মোৰ দৃঢ়বিশ্বাস যে, ভাৰতত উপযুক্ত লোকৰ অভাৱ নাই আৰু উপযুক্ত উপায় খটুৱালে অলপ দিনৰ ভিতৰতে তেনে মানুহ পোৱা যাব পাৰে। কিন্তু তাৰ অৰ্থ, আমাৰ অৰ্থনৈতিক আৰু সামাজিক দৃষ্টিভঙ্গীৰ আমূল পৰিৱৰ্ত্তন হ'ব লাগিব, অৰ্থাৎ আমাক লাগিব এখন নতুন ৰাষ্ট্ৰ। এই অৱস্থাত আমি শুনিবলৈ পাইছোঁ, নিয়মতান্ত্ৰিক যন্ত্ৰৰ বোলে যি পৰিৱৰ্ত্তনেই হওক নহওক, আমাৰ হৰ্ত্তা-কৰ্ত্তা বিধাতাস্বৰূপ ডাঙৰ ডাঙৰ বিভাগীয় চাকৰিবিলাকৰ বাহিৰৰ খোলটো একেই থাকিব। চৰকাৰৰ পৱিত্ৰ ৰহস্য ভেদ কৰিব পৰা আৰু শিক্ষা দিব পৰা লোক হিচাপে তেওঁলোকে চৰকাৰী মন্দিৰ পহৰা দিব আৰু জনসাধাৰণৰ মানুহক সেই পৱিত্ৰ ঠাইলৈ সোমাবলৈ বাধা দিব। ক্ৰমে আমি সেই সুবিধাৰ উপযোগী হ'ম, তেওঁলোকে এটা এটাকৈ ঢাকনিবোৰ গুচাই দিব আৰু শেহত কোনোবা এটা দূৰ ভৱিষ্যতৰ যুগত আমাৰ চকুৰ আগত পৱিত্ৰতকৈয়ো পৱিত্ৰ বস্তুটিৰ ঢাকনি গুচাই পেলোৱা হ'ব আৰু তাকে বিস্ময়েৰে শ্ৰদ্ধাৰে চাম।

সকলো ইম্পিৰিয়েল চাৰ্ভিছৰ ভিতৰত ভাৰতীয় চিভিল চাৰ্ভিছৰ স্থান আটাইতকৈ ওপৰত আৰু ভাৰত চৰকাৰ পৰিচালনা কৰাৰ বাবে নিন্দা বা প্ৰশংসা

সৰহ ভাগেই এওঁলোকৰ। এই চিভিল চাৰ্ভিছৰ সদায় গুণগান হয়, আৰু সাম্ৰাজ্যৰ পৰিকল্পনাত ইয়াৰ মহত্ত্ব যেন এটা নীতিবাক্যহে হৈ থাকে। ভাৰতত প্ৰভুত্ব কোনেও নমনাকৈ নোৱাৰে; এনেয়ে ইয়াৰ স্বেচ্ছাচাৰী শক্তি তাতে আকৌ গুণ বখনাৰো অন্ত নাই, তাক উদগোৱাৰো অন্ত নাই। তেনেকুৱাত সি কেতিয়াও ব্যক্তিৰ বা শ্ৰেণীৰ মানসিক স্থিৰতা ৰক্ষা কৰিব নোৱাৰে। এই চাৰ্ভিছৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে যদিও মোৰ সন্দেহ হয়, ব্যক্তিগতই হওক বা শ্ৰেণীগতই হওক এওঁলোকৰ সেই পুৰণি আৰু কিছু পৰিমাণে নতুন ৰোগ—মানসিক বিকৃতি (পেৰানইয়া) হোৱাৰ সম্ভাৱনা অতি বেচি।

আই. চি. এছ.ৰ গুণসমূহ অস্বীকাৰ কৰা টান, আমাক কোনোমতেই সেই কথা পাহৰিবলৈ দিয়া নহয়। কিন্ত চিভিল চাৰ্ভিছক যিমানখিনি হাত চাপৰি দি ওপৰলৈ তুলি দিয়া হ'ল, আৰু এতিয়াও দিয়া হয় তালৈ চাই মোৰ মাজে মাজে ভাব হয় যে. তাক তললৈ নমাবহে লগা হৈছে। আমেৰিকান অৰ্থনীতিবিদ্ ভেব্লেন সুবিধা ভোগ কৰি থকা শ্ৰেণীক "ৰক্ষিত শ্ৰেণী" বুলিছে। মোৰ মতে আই. সি এছ. আৰু আন আন ইম্পিৰিয়েল চাৰ্ভিছকো "ৰক্ষিত চাকৰি" বুলি ক'লে স'চা কথাই কোৱা হ'ব। এওঁলোক হৈছে এটা বিলাস—যাৰ কাৰণে বহুত ব্যয় কৰিবলগীয়া হয়।

বৃটিছ পাৰ্লিয়ামেণ্টৰ ভূতপূৰ্ব্ব সদস্য আৰু ভাৰতীয় সমস্যা সম্পৰ্কে সজাগ মেজৰ ডি. গ্ৰেহাম প'লে অলপ দিনৰ আগতে 'মডাৰ্ন ৰিভিউ' কাকতত লিখিছিল, "চিভিল চাৰ্ভিছৰ যোগ্যতা আৰু কুশলতা সম্পৰ্কে কোনেও কেতিয়াও কোনো প্ৰশ্ন তোলা নাই।" এই ধৰণৰ কথা ইংলণ্ডত প্ৰায়েই প্ৰচাৰ কৰা হয় আৰু মানুহে বিশ্বাসো কৰে। গতিকে ইয়াৰ সত্যতা পৰীক্ষা কৰি চোৱা যাওক। এই ধৰণৰ সুস্পষ্ট আৰু নিৰ্দ্দিষ্ট বিবৃতি দিয়া নিৰাপদ নহয়, কাৰণ ই যে অমূলক তাক সহজে প্ৰমাণ কৰিব পাৰি। সেই ধৰণৰ বিবৃতিৰ কেতিয়াও প্ৰতিবাদ কৰা হোৱা নাই, সেইটো কল্পনা কৰি গ্ৰেহাম প'লে অতিপাত ভুল কৰিছে। বহু দিনৰপৰাই সেই ধৰণৰ অতিৰঞ্জিত কথাৰ প্ৰতিবাদ হৈ আছে, আন কি মিঃ জি. কে. গোখলেই পৰ্য্যন্ত চিভিল চাৰ্ভিছ সম্পৰ্কে বহুতো টান কথা কৈছিল। কংগ্ৰেছপন্থী হওক নহওক সাধাৰণ ভাৰতবাসীয়ে এই বিষয়ে মেজৰ গ্ৰেহাম প'লৰ লগত নিশ্চয় আলোচনা কৰিব পাৰে। হয়তো দুয়ো পক্ষই অলপ অলপ স'চা আৰু তেওঁলোকে সম্পূৰ্ণ বেলেগ বেলেগ গুণ আৰু যোগ্যতাৰ কথা ভাবিছে। যোগ্যতা আৰু কৰ্ম্ম-কুশলতা কিহৰ? ভাৰতত বৃটিছ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰা আৰু সেই দেশক শোষণ কৰাত সহায় কৰা এই ফালৰপৰা যদি কুশলতা আৰু যোগ্যতা বিচাৰি চোৱা হয়, তেনে হ'লে চিভিল চাৰ্ভিছে নিশ্চয় প্ৰশংসাৰ দাবী কৰিব পাৰে। ভাৰতীয় জন-সাধাৰণৰ কল্যাণৰ ফালৰপৰা বিচাৰ কৰিলে ক'ব লাগিব, তেওঁলোকে একো কৰিব পৰা নাই। তেওঁলোক যি জনসাধাৰণৰ সেৱক আৰু যিসকলে তেওঁলোকৰ দৰ্ম্মহা, ভাতা আৰু আন অন আৰামৰ আহিলা-পাতি যোগায়, তেওঁলোকৰ লগত উপাৰ্জ্জন আৰু জীৱনযাত্ৰা প্ৰণালীৰ বিৰাট ব্যৱধানেই তেওঁলোকৰ ব্যৰ্থতাৰ সকলোতকৈ উজ্জ্বল প্ৰমাণ। স'চা কথা চিভিল চাৰ্ভিছে মুঠতে কৰ্ত্তে পাৰে এটা ধাৰাত

চলিছে আৰু তাৰ আদৰ্শ অতিপাত মজলীয়া ধৰণৰহে, পিচে কেতিয়াবাহে দুই এজন বোচ শক্তিমান হৈ উঠে। ভাল আৰু বেয়া৷খিনি লৈ বৃটিছ পাব্লিক স্কুলৰ ভাবত অনুপ্ৰাণিত (অৱশ্যে বহুত চিভিলিয়ান আকৌ পাব্লিক স্কুলৰ ছাত্ৰও নহয়)। এটা সাধাৰণ আদৰ্শৰ বাহিৰলৈ যদি কোনোবা যায়গৈ, তাৰ কাৰণে সি অতিপাত বিৰাগভাজন হ'বলগীয়া হয়। কাৰবাৰ নিগাকৈ কিবা প্ৰতিজ্ঞা থাকিলেও সি দৈনন্দিন নীৰস কামৰ মাজত হেৰাই যায়। তাৰ উপৰি আন কৰ্ম্মচাৰীবিলাকৰপৰা বেলেগ যেন লগাব বুলিও ভয় থাকে। বহুতো উদ্যোগী লোকৰ সেৱাৰ ইচ্ছা আছে, কিন্তু সেই সেৱা ঘাইকৈ সাম্ৰাজ্যৰ সেৱা, ভাৰতৰ কথা পিচতহে। এওঁলোকৰ শিক্ষা আৰু পাৰিবাৰিক অৱস্থা এনেকুৱা যে তেওঁলোকে তাকে নকৰি নোৱাৰে। তেওঁলোকৰ সংখ্যা তাকৰ। বিদেশী আৰু প্ৰায়েই বন্ধুত্ব ভাব নথকা জনসাধাৰণৰ মাজত তেওঁ-লোকে পৰস্পৰৰ লগত ঘনিষ্ঠভাৱে থাকি এটা সাধাৰণ ধাৰাত চলি থাকিব লগা হয়। পদগৌৰৱ আৰু জাতিগত মৰ্য্যাদাবোধ ইয়াৰ পাচফালে আছে, তেওঁলোকৰ হাতত আছে অসীম স্বেচ্ছাচাৰী ক্ষমতা আৰু সেই কাৰণেই যি কোনো আলোচনা কৰিলেই তেওঁলোকৰ খং উঠে আৰু তাকে কৰাটো এটা ডাঙৰ পাপ বুলি তেওঁলোকে ভাবে। তেওঁলোক লাহে লাহে সাহব নোহোৱা হৈ সৰু আচৰণৰ বাবে লোকক বক্তৃতা দিয়া পণ্ডিতৰ দৰে হৈ পৰে আৰু দায়িত্বহীন শাসকৰ গাত থকা বহুত দোষে তেওঁলোকৰ গাত দেখা দিয়ে। তেওঁলোক নিজৰ কাম লৈ নিজে সন্তুষ্ট, তেওঁলোক নিজে নিজেই যেন সম্পূৰ্ণ, তেওঁলোক ঠেকমনা আৰু চুকভেকুলী। এই পৰিৱৰ্ত্তনশীল জগতত তেওঁলোক সদায় স্থিতিশীল আৰু তেওঁলোকে উন্নতিশীল পৰিপাৰ্শ্বিক অৱস্থাৰ লগত নিজকে খাপ খুৱাব নোৱাৰে। যেতিয়া তেওঁলোকতকৈয়ো যোগ্য আৰু উদাৰচিতীয়া মানুহে ভাৰতীয় সমস্যাৰ ওপৰত হাত দিয়ে, তেতিয়া তেওঁলোকৰ খং উঠে, নানা আপত্তিজনক বিশেষণেৰে তেওঁলোকৰ কথা কয়, তেওঁলোকক দমন কৰে আৰু তেওঁলোকৰ সন্মুখত নানা বাধা উপস্থিত কৰে। মহাযুদ্ধৰ পিচত নোহোৱা-নোপজা পৰিৱৰ্ত্তনৰ গতিবেগৰ মাজত তেওঁলোকে দিক্ হেৰুৱায় আৰু সেই অৱস্থাৰ লগত নিজক আৰু খাপ খুৱাব নোৱাৰা হয়। তেওঁলোকৰ সীমাবদ্ধ আৰু ধৰা-বন্ধা শিক্ষা এই নতুন অৱস্থা আৰু সঙ্কটৰ সময়ত সমুলি কামত নেলাগিব। বহুকাল ধৰি দায়িত্বজ্ঞান নোহোৱাকৈ থাকি থাকি তেওঁলোকৰ স্বভাৱ নষ্ট হৈ গৈছে। দল বা শ্ৰেণী হিচাপে তেওঁলোকৰ হাতত গোটেইখিনি ক্ষমতাই আছে, তেওঁলোক নামতহে বৃটিছ গৱৰ্ণমেণ্টৰ নিয়ন্ত্ৰণৰ অধীন। "ক্ষমতাৰপৰা চৰিত্ৰ বেয়া হয়"—লৰ্ড একটনে কৈছে—"আৰু সীমাহীন ক্ষমতাই সম্পূৰ্ণৰূপে চৰিত্ৰ নষ্ট কৰি তোলে।"

মুঠৰ ওপৰত নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত তেওঁলোক অন্ততঃ নিৰ্ভৰযোগ্য কৰ্ম্মচাৰী। বৰ কৃতজ্ঞ নেদেখুৱালেও তেওঁলোকে দৈনন্দিন কাম যোগ্যতাৰ সৈতেই চলাই যাব পাৰে বুলি ক'ব পাৰি। কিন্তু তেওঁলোকৰ শিক্ষা-সংস্কৃতি এনেকুৱা যে নতুবা নিচিন্তা কিবা এটা ঘটিলেই তেওঁলোক বিহ্বল হৈ পৰে। পিচে তেওঁলোকৰ আত্মবিশ্বাস, প্ৰণালীবদ্ধ কাম কৰাৰ অভ্যাস আৰু শ্ৰেণীগত শৃঙ্খলাৰ বলত তেওঁলোকে [illegible] [illegible], বাধা-বিঘিনি অতিক্ৰম কৰিব পাৰে। কিন্তু

মেছোপটেমিয়াৰ খেলিমেলিখনত বৃটিছ-ভাৰতীয় চৰকাৰৰ অযোগ্যতা আৰু "প্ৰাণহীন জড়তা" প্ৰকাশ পাইছিল। কিন্তু তেনেকুৱা বহুতো অক্ষমতাৰ কথা লুকুৱাই ৰখা হয়। আইন-অমান্য আন্দোলনতো তেওঁলোকৰ প্ৰতিক্ৰিয়া অমাৰ্জ্জিত ধৰণৰ। গুলী বা লাঠীৰ সহায়েৰে প্ৰতিপক্ষক কিছু সময়ৰ কাৰণে দমাই ৰাখিব পাৰি, কিন্তু তাৰপৰা সমস্যাৰ সমাধান নহয় আৰু যি শ্ৰেষ্ঠত্বৰ অভিমান তেওঁলোকে ৰক্ষা কৰিব খোজে, তাৰপৰা নিজৰেই বল কমিহে যায়। লাহে লাহে বেচি শক্তিশালী আৰু আক্ৰমণাত্মক হৈ অহা জাতীয় আন্দোলন এটা দমন কৰিবৰ কাৰণে তেওঁলোকে যি হিংসা-নীতি লৈছিল, তাত আচাৰত হ'বলগীয়া একো নাই। নলে তেওঁলোকে নোৱাৰে, কাৰণ সাম্ৰাজ্যই বাহুবলৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেই উপায়ৰ বাহিৰে আন কোনো ধৰণে প্ৰতিপক্ষৰ সন্মুখীন হ'বলে তেওঁলোকে শিকা নাই। হাতৰ মুঠিত ৰাখিব পৰা শক্তি তেওঁলোকৰ নাই আৰু সাধাৰণ অৱস্থাত তেওঁলোকৰ যি আত্মসংযম আৰু সহনশীলতা আছিল বুলি ভবা হৈছিল, সিও শেষহৈ গৈছে। প্ৰায়েই তেওঁলোকৰ মগজু চেঁচা ৰখা টান হৈ পৰিছিল আৰু তেওঁলোকৰ সাধাৰণ বক্তৃতাতো মনৰ বিচাৰৰ উত্তেজনা থকাৰ চিন পোৱা গৈছিল। সংকটে অতি নিষ্ঠুৰভাৱে আমাৰ অন্তৰত লুকাই থকা দুৰ্ব্বলতাখিনি প্ৰকাশ কৰি দিয়ে। আইন-অমান্য আন্দোলন তেনেকুৱাই এটা সংকট আৰু পৰীক্ষা আৰু কংগ্ৰেছ আৰু চৰকাৰ দুয়ো পক্ষৰে অতি কম মানুহেই এই পৰীক্ষা পাৰ হৈছে। সংকটৰ সময়ত অতি কম মানুহৰহে প্ৰথম শ্ৰেণীৰ মেৰুদণ্ড দেখা যায়। মিঃ লইড্ জৰ্জ্জে কৈছে—"সংকটৰ দিনত বাকীবিলাক মানুহক লেখত ল'বই নেলাগে। সাধাৰণ অৱস্থাত যিবিলাক সৰু সৰু টিলাৰ মূৰবোৰ বৰ ওখ ওখ যেন লাগে, বানপানী আহিলে সেইবোৰ বুৰি যায়—কেৱল আটাইতকৈ ওখ টিংবিলাকহে পানীৰ ওপৰত মূৰতুলি থাকে।"

যি হৈ গৈছে, তাৰ কাৰণে চিভিলিয়ানসকলৰ মন, বুদ্ধি আৰু অন্তৰ সাজু নাছিল। এওঁলোকৰ বেচি ভাগেই প্ৰাচীন শিক্ষা-প্ৰণালীৰপৰা মাৰ্জ্জিত ৰুচি, সংস্কৃতি আৰু চৰিত্ৰমাধুৰ্য্য গোটাই লৈছিল। এওঁলোকৰ দৃষ্টিভংগী প্ৰাচীন জগতৰ, ভিক্টোৰিয়া যুগৰ উপযোগী, কিন্তু বৰ্ত্তমান অৱস্থাত তাৰ কোনো সাৰ্থকতা নাই। তেওঁলোকে ঠেক, সীমাবদ্ধ এখন নিজস্ব জগতত থাকে—এংলো' ইণ্ডিয়ান জগত—যি ইংলণ্ডও নহয়, ভাৰতো নহয়। সাময়িক জগতৰ কৰ্ম্মীসকলক তেওঁলোকে বুজিব নোৱাৰে। নিজকে ভাৰতীয় জনসাধাৰণৰ অভিভাৱকস্বৰূপে দেখুৱাই ফুৰাৰ হাঁহি উঠা ভংগী লৈয়ো তেওঁলোকে জনসাধাৰণক অতি কমহে চিনি পায় আৰু নতুন আক্ৰমণশীল বুৰ্জোৱা শ্ৰেণীক আৰু কমহে চিনি পায়। তেওঁলোকে তোষামোদকাৰী আৰু চাকৰি বিচৰাসকলৰ তুলাচনীত ভাৰতবাসীক জোখে, আনসকলক হয় আন্দোলনকাৰী 'এজিটেটৰ' নহয় প্ৰৱঞ্চক বুলি আওহেলা কৰে। মহাযুদ্ধৰ পিচত যিবিলাক পৰিবৰ্ত্তন হৈছে, বিশেষকৈ অৰ্থনীতিৰ ক্ষেত্ৰত যি যি ঘটিছে, সেই সম্বন্ধে তেওঁলোকৰ জ্ঞান অতি কম আৰু সদায় যি পথেদি যোৱা তেওঁলোকৰ অভ্যাস, তেওঁলোক সেই পথেদিয়েই গৈ আছে; পৰিবৰ্ত্তিত ধাৰাৰ জগতে নিজকে খাপ খুৱাই চলিবলৈ তেওঁলোকে টান পাইছে। তেওঁলোকে বুজিব পৰা নাই

যে, তেওঁলোকে যি ব্যৱস্থা চলাব লাগিছে, বৰ্ত্তমান অৱস্থাত তাৰ দিন উকলিল। শ্ৰেণী হিচাপে তেওঁলোক টি. এচ. ইলিয়টৰ "ডি হ'ল' মেন" অত বৰ্ণিত চৰিত্ৰৰ প্ৰতীক হৈ পৰিছে।

তথাপি যিমান দিন বৃটিছ সাম্ৰাজ্যবাদ আছে, সিমান দিন এই ব্যৱস্থাই চলি থাকিব। এতিয়াও ইয়াৰ যথেষ্ট শক্তি আছে, ইয়াৰ পাচফালে যোগ্য আৰু কামত পাকৈত নেতাসকল আছে। কিন্তু ভাৰতত বৃটিছ চৰকাৰ পোকে খোৱা দাঁতৰ নিচিনা হৈ গৈছে; তথাপিও ই আলুৰ লগত টানকৈ লাগি আছে। ইয়াৰপৰা বিষ হয়, পিচে সহজে তুলি পেলাবৰ সুবিধাও নাই। যিমান দিনলৈকে তাক তুলি পেলোৱা নহয়, বা আপোনা-আপুনি সি সৰি নপৰে, তেতিয়ালৈকে এই বিষ চলি থাকিব, আৰু হয়তো বাঢ়িবও।

আন কি ইংলণ্ডতো পাব্লিক স্কুলত শিক্ষা পোৱা শ্ৰেণীৰ দিন অন্ত হৈছে। সাধাৰণ কামত এতিয়াও তেওঁলোকৰ কিছু প্ৰাধান্য থাকিলেও আগৰ প্ৰভাৱ প্ৰতি-পত্তি আৰু নাই। ভাৰতৰ পক্ষে এওঁলোক আৰু বেচিহে অনুপযোগী। জাতীয়তা-বাদ নিজৰ অধিকাৰ প্ৰতিষ্ঠা কৰাত দৃঢ়প্ৰতিজ্ঞ। পাব্লিক স্কুলীয়া শাসকৰ লগত সহযোগিতা কৰা বা সামঞ্জস্য বিধান কৰা, তাৰ পক্ষেও অসম্ভৱ। যিসকলে সামাজিক পৰিৱৰ্ত্তন বিচাৰি কামত লাগিছে, তেওঁলোকৰ লগত যে আৰু অসম্ভৱ।

অৱশ্যে চিভিল চাৰ্ভিছত বহুত ইংৰাজ আৰু ভাৰতীয় সজ লোক আছে, কিন্তু যত দিন বৰ্ত্তমান ব্যৱস্থা চলি থাকিব, সিমান দিন তেওঁলোকৰ সজ ইচ্ছা এনেকুৱাবিলাক বিষয়তহে লগাই থাকিব, যাৰ লগত জনসাধাৰণৰ কল্যাণৰ কোনো সম্বন্ধই নাই। অনেক ভাৰতীয় চিভিলিয়ান বিলাতী পাব্লিক স্কুলৰ ভাবত ইমান অনুপ্ৰাণিত যে, "তেওঁলোকৰ ৰাজভক্তি স্বয়ং ৰজাতকৈয়ো বেচি।" এবাৰ এজন ভাৰতীয় ডেকা চিভিলিয়ানৰ লগত মোৰ কথা-বতৰা হৈছিল, তেওঁৰ নিজৰ সম্বন্ধে ধাৰণা ইমান ওখ যে দুৰ্ভাগ্যক্ৰমে মই তেওঁৰ লগত একমত হ'ব নোৱাৰিলোঁ। তেওঁ চিভিল চাৰ্ভিছৰ বহুতো সজ গুণ বৰ্ণনা কৰিলে; অৱশেষত বৃটিছ সাম্ৰাজ্যৰ সপক্ষে এই অখণ্ডনীয় যুক্তি দেখুৱা হ'ল—ই জানো অতীতৰ ৰোম সাম্ৰাজ্যৰ বা চেংগিজখাঁ বা তাইমুৰৰ সাম্ৰাজ্যতকৈ ভাল নহয়!

চিভিলিয়ানসকলৰ ধাৰণা—তেওঁলোকে অতি বেচি যোগ্যতাৰে তেওঁলোকৰ কৰ্ত্তব্য পালন কৰে। গতিকে তেওঁলোকৰ দাবীসমূহ প্ৰবলভাৱে প্ৰকাশ কৰিব পাৰে। তেওঁলোকৰ নানাবিধ দাবীৰ অন্ত নাই। ভাৰতবৰ্ষ দৰিদ্ৰ, সেই কাৰণে দায়ী তেওঁলোকৰ সমাজব্যৱস্থা, বণিয়াসকল, মহাজনসকল আৰু সকলোতকৈ দায়ী তেওঁ-লোকৰ বিৰাট জনসংখ্যা। কিন্তু ভাৰতত সকলো বণিয়াতকৈ শ্ৰেষ্ঠ বণিয়া যে বৃটিছ চৰকাৰহে, নিজৰ সেই কথা কোৱা নহয়। এই বিৰাট জনসংখ্যা যে কেনেকৈ কমাব পাৰি মই ক'ব পৰা নাই। মৃত্যুৰ হাৰ অতি বেচি যদিও আৰু দুৰ্ভিক্ষ আৰু সংক্ৰামক ৰোগৰপৰা অনেক সহায় পালেও, জনসংখ্যা প্ৰায়েই বাঢ়িয়েই গৈছে। জন্ম-নিয়ন্ত্ৰণৰ প্ৰস্তাৱ ওলাইছে। মই নিজেই এই বিষয়ৰ জ্ঞান আৰু শিক্ষা বিস্তাৰৰ পক্ষপাতী। কিন্তু এই উপায় অৱলম্বন কৰিবৰ হ'লে জনসাধাৰণৰ জীৱনযাত্ৰা-প্ৰণালী উন্নত হ'ব লাগে আৰু দেশৰ সকলোতে অসংখ্য 'ক্লিনিক' প্ৰতিষ্ঠা কৰা

উচিত। বৰ্ত্তমান অৱস্থাত জন্মনিয়ন্ত্ৰণৰ উপায়বিলাক গ্ৰহণ কৰা জনসাধাৰণৰ ক্ষমতা আৰু আয়ত্তৰ বাহিৰ। মধ্যবিত্ত শ্ৰেণীৰ লোকে ইয়াৰ সুযোগ গ্ৰহণ কৰিব পাৰে আৰু মোৰ বিশ্বাস তেওঁলোকে ইয়াক আগতকৈয়ো বেচিকৈ গ্ৰহণ কৰিছে।

অতিৰিক্ত জনসংখ্যাৰ যুক্তিৰ যে মূল্য নাই, তাৰ বহুত প্ৰমাণ আছে। জগতৰ সমুখত আজি খাদ্যাভাৱ বা প্ৰয়োজনীয় বস্তুসম্ভাৰ পাবলৈ নোহোৱাটো সমস্যা নহয়, সমস্যা হৈছে, কোনে খাবলৈ পাব? আন কথাত ক'বলৈ হ'লে—খাৰ প্ৰয়োজন, সিহঁতৰ কিনাৰ সামৰ্থ্য নাই। আন ফালৰপৰা চালে ভাৰততো খাদ্যৰ অভাৱ নাই, জনসংখ্যা বঢ়াৰ লগে লগে উৎপন্ন খাদ্যশস্যৰ পৰিমাণো বাঢ়িছে আৰু এই হাৰত বাঢ়িবই যেন লাগে। বৰকৈ ডবা কোবোৱা ভাৰতৰ বৰ্ত্তমান জনসংখ্যা (যোৱা ১৯২১-৩১-ৰ বাহিৰে) বঢ়াৰ অনুপাত সৰহ ভাগ পাশ্চাত্য দেশতকৈ অনেক কম। অৱশ্যে ভৱিষ্যতে কথা বেলেগ হ'ব; কাৰণ নানা কাৰণত পাশ্চাত্য দেশবিলাকত জন সংখ্যাৰ বৃদ্ধি কমিছে, ক'ৰবাত ক'ৰবাত বা সমানেই আছে। কি জানিবা সোন কালেই ভাৰততো সেইবিলাক কাৰণ দেখা দি জনসংখ্যা বৃদ্ধি নিয়ন্ত্ৰণ কৰিব।

ভাৰত যেতিয়া স্বাধীন হ'ব, ইচ্ছা মতে যেতিয়া ভাৰতে নিজৰ নতুন জীৱন গঢ়িব পাৰিব, তেতিয়া সেই উদ্দেশ্য সাধনৰ কাৰণে সকলোতকৈ উৎকৃষ্ট নৰ-নাৰীৰ আৱশ্যক হ'ব। উৎকৃষ্ট মানুহ পোৱাটো সকলোতে টান, ভাৰতত আৰু টান, কাৰণ বৃটিছ শাসনৰ অধীনত থাকি বহুত সুবিধাকে নোপোৱাকৈ থাকিলোঁ। সাৰ্ব্বজনীন কাৰ্য্যৰ বেলেগ বেলেগ বিভাগত—বিশেষকৈ য'ত বৈজ্ঞানিক আৰু যন্ত্ৰ-বিজ্ঞান সম্পৰ্কীয় জ্ঞানৰ আৱশ্যক তাত বহুতো বৈদেশিক বিশেষজ্ঞৰ প্ৰয়োজন আছে। চিভিল ছাৰ্ভিচ আৰু আন ইম্পিৰিয়েল ছাৰ্ভিচত বহুত ইংৰাজ আৰু ভাৰতীয় আছে, নতুন ব্যৱস্থাতো সিবিলাকৰ প্ৰয়োজন হ'ব আৰু তেওঁলোকক আনন্দেৰেই গ্ৰহণো কৰা হ'ব। কিন্তু যিমান দিন চৰকাৰী চাকৰি আৰু শাসন-ব্যৱস্থাত চিভিলিয়ানৰ মনোবৃত্তি থাকিব, সিমান দিন কোনো নতুন ব্যৱস্থা গঠন কৰা যে সম্ভৱ নহ'ব, ই মোৰ দৃঢ় বিশ্বাস। প্ৰভুত্বৰ অহঙ্কাৰ সাম্ৰাজ্যবাদৰ বন্ধু; সি স্বাধীনতাৰ লগত একেলগে থাকিব নোৱাৰে। ই হয় স্বাধীনতাক ধ্বংস কৰিব, নহয় নিজেই নাশ পাব। কেৱল ফেডেৰেল ৰাষ্ট্ৰব্যৱস্থাতহে ইয়াৰ স্থান হ'ব পাৰে। গতিকে কোনো নতুন ব্যৱস্থা গঢ়ি তোলাৰ আগেয়ে চিভিল চাৰ্ভিছ বা তেনে ধৰণৰ চাৰ্ভিছবিলাক বৰ্ত্তমানত যি আকাৰত আছে, তাৰ বিলোপ কৰাটো আটাইতকৈ আগতে আৱশ্যকীয়। সেইবিলাক চাৰ্ভিছৰ কোনো কোনো লোকে ইচ্ছা কৰিলে আৰু নতুন চাকৰিৰ যোগ্য হ'লে তেওঁলোকক সাদৰে গ্ৰহণ কৰা হ'ব, কিন্তু তেওঁলোকে নতুন সৰ্ত্তত সন্মত হ'ব লাগিব। বৰ্ত্তমানে তেওঁলোকে যি উচ্চ হাৰত দৰ্ম্মহা আৰু ভাতা পাই আছে, তাকে যে পাই থাকিব, সেই বুলি অৱশ্যে কল্পনাই কৰিব নোৱাৰি। নতুন ভাৰতৰ কাৰণে কাম কৰিবলৈ লাগিব কামত আগ্ৰহ আৰু পটুতা থকা সেৱক, যাৰ উদ্দেশ্যৰ ওপৰত গভীৰ বিশ্বাস আছে, যিসকলে সফলতাৰ কাৰণে প্ৰাণ দিবলৈকো সাজু হ'ব; যিসকলে আনন্দ আৰু গৌৰৱৰ কাৰণে কাম কৰিব, সৰহ দৰমহাৰ লোভত নহয়। টকাই একমাত্ৰ লক্ষ্য হোৱাটো যিমান পাৰি কমাব লাগিব। বিদেশৰপৰা বহুল পৰিমাণে সাহায্য লাগিব, কিন্তু মোৰ ধাৰণা বিশেষ শিক্ষা নথকা

সাধাৰণ চিভিলিয়ান শাসকসকলৰদ্বাৰা কোনো কাম নহ'ব। ভাৰতত এনেকুৱা লোকৰ অভাৱ নাই।

মই আগেয়েই কৈছোঁ, ভাৰতৰ উদাৰপন্থী আৰু তেনে ধৰণৰ লোকে ভাৰত চৰকাৰ সম্পৰ্কে বৃটিছ মতবাদ কেনেকৈ গ্ৰহণ কৰিছে। চাৰ্ভিছবিলাকৰ সম্পৰ্কেই তাক বেচিকৈ দেখা যায়, তেওঁলোকে 'ভাৰতীয়কৰণ' দাবী কৰে, কিন্তু ৰাষ্ট্ৰৰ ভিত্তি বা চাৰ্ভিছ মনোবৃত্তিৰ আমূল পৰিবৰ্ত্তন দাবী নকৰে। কিন্তু এই মূল বিষয়ত আপোচ কৰা টান। কিয়নো স্বাধীন ভাৰতৰপৰা কেৱল যে বৃটিছ সামৰিক আৰু শাসকশ্ৰেণীকহে আঁতৰাব লাগিব সি নহয়, তেওঁলোকৰ দৰ্ম্মহা, ভাতা আৰু সুবিধাবিলাক তলকৈ নমাই আনিব লাগিব। এই শাসনতন্ত্ৰ নিৰ্ম্মাণৰ যুগত, ৰক্ষা-কবচ সম্পৰ্কে কথা শুনিবলৈ পোৱা যায়। যদি সেই ৰক্ষা-কৱচবিলাক ভাৰতীয় স্বাৰ্থৰ কাৰণে ভালেই হয়, তেন্তে আন আন বিষয়ৰ লগত ইয়াকো স্পষ্ট কৰি ল'ব লাগিব যে, চিভিল বা তেনেকুৱা চাৰ্ভিছবিলাক লোপ হ'ব—অৰ্থাৎ তেওঁলোকৰ বৰ্ত্তমান ক্ষমতা, সুবিধা আদি নেথাকে আৰু নতুন শাসনতন্ত্ৰৰ ওপৰত তেওঁলোকৰ কোনো হাত নেথাকিব।

তথাকথিত দেশৰক্ষামূলক সামৰিক চাকৰিবিলাক আৰু বেচি ৰহস্যপূৰ্ণ আৰু ভয় কৰিবলগীয়া। সেইবোৰৰ বিষয়ে আমি সমালোচনা কৰিব নোৱাৰোঁ, তেওঁ-লোকৰ বিপক্ষে আমি একো ক'ব নোৱাৰোঁ, কাৰণ আমি নো সেইবিলাকৰ বিষয়ে কি জানো? আমি কেৱল খৰচৰ কাৰণে টকাৰ যোগাৰ কৰি থাকিব লাগিব, কোনো আপত্তি কৰিব নালাগিব। অলপ দিনৰ আগতে ১৯৩৪-ৰ ছেপ্টেম্বৰ মাহত, ভাৰতৰ প্ৰধান সেনাপতি ছাৰ ফিলিপ ছেটউডে ছিমলাত বহা ৰাষ্ট্ৰ-পৰিষদত ভাৰতীয় ৰাজ-নীতিকসকলৰ আগত যি বক্তৃতা দিছিল তাক শুনি কাণ টহু-টহাই গৈছিল। সামৰিক ভাষাত তেওঁ কৈছিল ভাৰতীয় ৰাজনীতিকসকলে তেওঁলোকৰ (সামৰিক বিষয়াসকলৰ) কামলৈ চকু নিদি নিজৰ কামলৈ মন দিব লাগে। এটা প্ৰস্তাৱৰ ওপৰত সংশোধনৰ প্ৰস্তাৱ দিয়া এজনৰ প্ৰতি তেওঁ কৈছিল—"তেওঁ আৰু তেওঁৰ বন্ধুসকলে ভাবে নে কি যে, বহুতো যুদ্ধৰ অভিজ্ঞতা থকা আৰু ৰণ কৰি কৰি জুৰুলা হোৱা যি বৃটিছ জাতিয়ে তৰোৱালেৰে সাম্ৰাজ্য জয় কৰিছে, আৰু তৰোৱালেৰেই তাক ৰক্ষা কৰিও আহিছে, তেওঁলোকে আৰামী-চকীত বহি সমালোচনা কৰা লোকসকলৰ ওচৰত তেওঁলোকৰ জাতিগত অভিজ্ঞতা আৰু ৰণ-পাণ্ডিত্য বিসৰ্জ্জন দিব লাগিব......?" তেওঁ এনেকুৱা ভাল ভাল মন্তব্য আৰু বহুত প্ৰকাশ কৰিছিল। আমি যাতে নেভাবোঁ যে, তেওঁ সাময়িক উত্তেজনাতহে সেই ধৰণৰ কথা কৈছিল, সেই বুলি তেওঁ আগৰে-পৰা যত্নেৰে লেখি অনা কাগজপৰা তেওঁৰ বক্তৃতা পঢ়ি দিয়ে।

সামৰিক বিষয়ত অনভিজ্ঞ এজন লোকে অৱশ্যে সেই বিষয়ে প্ৰধান সেনাপতিৰ লগত তৰ্ক কৰাটো ঠিক নহয়; কিন্তু তথাপি 'আৰামী-চকীত বহি সমালোচনা কৰা' লোকসকলক তেওঁ চাগৈ কেইটামান মন্তব্য প্ৰকাশ কৰিবলৈ অনুমতি দিব। যিসকলে তৰোৱালেৰে সাম্ৰাজ্য ৰক্ষা কৰি আছে, আৰু যাৰ মূৰৰ ওপৰত সেই উজ্জ্বল অস্ত্ৰ সদায় ওলমি আছে, তেওঁলোকৰ দুয়োৰে স্বাৰ্থ যে বেলেগ বেলেগ তাক বুজিব পাৰি। ভাৰতীয় সৈন্যদলক ভাৰতৰ স্বাৰ্থ ৰক্ষাতো খটুৱাব পাৰি, সাম্ৰাজ্যৰ স্বাৰ্থ

ৰক্ষাতো খটুৱাব পাৰি। কিন্তু সেই দুই স্বাৰ্থৰ মাজত পাৰ্থক্য থাকিব পাৰে। অকল পাৰ্থক্যই নহয়, বিৰোধো থাকিব পাৰে। মহাযুদ্ধৰ অভিজ্ঞতাৰ পাচতো যদি কোনো বিখ্যাত সেনাপতিয়ে দাবী কৰে যে, তেওঁলোকৰ নিজৰ নিজৰ ক্ষেত্ৰত আনে হস্তক্ষেপ কৰা উচিত নহয়, তেন্তে তাতো যি কোনো ৰাজনৈতিক আৰু ভাববিলাসী সমালোচক নিশ্চয় আচৰিত হ'ব। সেই সময়ত তেওঁলোকৰ সৰহ ভাগৰেই অবাধ স্বাধীনতা আছিল আৰু যুদ্ধৰ বিৱৰণৰপৰা দেখা যায় যে, তেওঁলোকে প্ৰায় সকলো ক্ষেত্ৰতে, প্ৰত্যেক সৈন্যদলতে ভয়াবহ বিশৃংখলাৰ সৃষ্টি কৰিছিল—বৃটিছ, ফ্ৰেঞ্চ, জৰ্ম্মান, অষ্ট্ৰিয়ান, ইটালীয়, ৰুছীয়, সকলোতে। বিখ্যাত বৃটিছ সামৰিক বুৰঞ্জী-লেখক আৰু ৰাজনীতিবিশাৰদ কেপ্টেইন লিডেল হাৰ্টে, তেওঁৰ "মহাযুদ্ধৰ ইতিহাস"ত লেখিছে—যুদ্ধ চলি থাকোঁতে এসময়ত এফালে সৈন্যদলে শত্ৰুৰ লগত যুদ্ধ কৰিছে, আৰু আনফালে বৃটিছ সেনাপতিসকলে পৰস্পৰৰ লগত কাজিয়া কৰিছে। জাতীয়-সংকটেও তেওঁলোকৰ চিন্তা আৰু চেষ্টাৰ ঐক্য আনি দিব পৰা নাই। তেওঁ লেখিছে; আমি যিসকলক উচ্চতম আদৰ্শৰ প্ৰতীক বুলি ভাবোঁ, তেওঁ-লোকৰ ওপৰত থকা আমাৰ সকলো বিশ্বাস মহাযুদ্ধই চুৰমাৰ কৰি দিছে। বীৰৰ আমি পূজা কৰোঁ আৰু বিশ্বাস কৰোঁ যে, মহৎ লোকসকল সাধাৰণ মানুহতকৈ বেলেগ উপাদানেৰে গঠিত—আমাৰ এই ধৰণৰ বিশ্বাসৰ ওপৰতো মহাযুদ্ধই মাধ-মাৰ দিছে।

নেতা এতিয়াও লাগে, কিয় নেলাগিব? কিজানি বেচিকৈহে লাগে. কিন্তু আমি যদি বুজোঁ যে, তেওঁলোকো আমাৰ নিচিনা সাধাৰণ মানুহহে, তেতিয়া হ'লে তেওঁলোকৰপৰা আমি অতিপাত বেচিকৈ আশাও নকৰা হ'ম বা তেওঁলোকক অতিপাত বিশ্বাসো নকৰা হ'ম।"

বিচক্ষণ ৰাজনীতিক পুৰুষ ডি. লয়েড জৰ্জ্জে তেওঁৰ "সমৰ-স্মৃতি"ত মহা-যুদ্ধৰ জল আৰু স্থলৰ সেনাপতিসকলৰ অতি ভয়াবহ ভুল, অবিবেচনা আৰু ত্ৰুটিৰ কথা উল্লেখ কৰিছে যাৰ ফলত হেজাৰ হেজাৰ লোকে প্ৰাণ হেৰুৱাইছে। ইংলণ্ডত আৰু ইংলণ্ডৰ মিত্ৰসকলে যুদ্ধত জয়লাভ কৰিছে সঁচা, কিন্তু সি হৈছে তেজেৰে লুতুৰি-পুতুৰি হৈ কোনোমতে থৰক্-বৰককৈ পোৱা জয়লাভ। ওখ পদবীধাৰী কৰ্ম্মচাৰীসকলে মানুহৰ জীৱন আৰু ঘটনাৰ প্ৰতি অকণো কেৰেপ নকৰাকৈ মূৰ্খৰ দৰে কাম কৰিছিল, তাৰ ফলত ইংলণ্ড প্ৰায় ধ্বংসৰ মুখতে পৰিছিলগৈ, কিন্তু শত্ৰু-পক্ষৰো তেনেকুৱা মূৰ্খামি আছিল বুলিহে ইংলণ্ড আৰু মিত্ৰপক্ষ কোনোমতে ৰক্ষা পৰিছে। ই মহাযুদ্ধৰ আমোলত বৃটিছ প্ৰধানমন্ত্ৰীৰ নিজৰ কথা—তেওঁ লেখিছে, "লৰ্ড জেলিক'ৰ মুৰত কোনো ভাব সমুৱাই দিবলগীয়া হ'লে তেওঁৰ মুৰত অস্ত্ৰো-পচাৰ কৰিহে সুমুৱাব পৰা হৈছিল; বিশেষকৈ অতিৰিক্ত ৰক্ষীদলৰ প্ৰস্তাৱ গ্ৰহণ কৰোঁতে তেওঁ বৰ কষ্ট পাবলগীয়া হৈছিল। ফ্ৰেঞ্চ মাৰ্শ্বেল জিয়ফ্ৰে সম্বন্ধে তেওঁ ভাবে, তেওঁৰ প্ৰধান গুণ আছিল তেওঁৰ মুখখন—বিখনৰপৰা তেওঁক দৃঢ়প্ৰতিজ্ঞ লোক বুলি বুজিব পাৰি আৰু মানুহে প্ৰেৰণা পায়। "বিপদত পৰি আকুল হ'লে, মানুহে সহজাত বুদ্ধিৰেই তাৰ শৰণ লয়। তেওঁলোক এটা ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ পৰে যে, বুদ্ধিৰ স্থান থুতৰিতহে (মগজুত নহয়)।"

কিন্তু মিঃ লয়েড্ জর্জ্জে প্ৰধান অভিযোগ কৰিছে বৃটিছ ৰণ-নায়ক প্ৰধান সেনাপতি ফিল্ড মাৰ্শ্বেল হেইগৰ বিৰুদ্ধে। তেওঁ প্ৰমাণ কৰিছে, যে লৰ্ড হেইগৰ অসংযত অহঙ্কাৰৰ কাৰণে আৰু ৰাজনীতিক আৰু আন আন লোকৰ কথালৈ কাণ নকৰাৰ কাৰণে, তেওঁ বৃটিছ মন্ত্ৰিসভাৰ ওচৰতো বহুত গুৰুতৰ ঘটনা গোপন কৰিছিল আৰু ফ্ৰাণ্সত বৃটিছ সৈন্যদলক আন এটা প্ৰধান অনৰ্থৰ মাজলৈ লৈ গৈছিল। হাৰিব বুলি চকুৰ আগত জল্ জল্ পট্ পট্কৈ দেখিও আঁকোৰগোজ মনোবৃত্তিৰে তেওঁ পাছেনছেল আৰু কামইতৰ ভয়াবহ বোকাখনতে কেইবামাহো ধৰি আক্ৰমণ-মূলক যুদ্ধ চলাই আছিল; ফলত সোত্তৰ হেজাৰ কৰ্ম্মচাৰীয়ে প্ৰাণ হেৰুৱালে বা মৰণ-পাটীত পৰিবলগীয়া হ'ল, চাৰি লাখে প্ৰাণ হেৰুৱালেই। মৃত্যুৰ পিচত আজি "অচিনাকি সৈনিক"ৰ স্মৃতি-পূজা চলিছে, চলক, বেয়া নহয়; কিন্তু সি যেতিয়া জীয়াই আছিল তেতিয়া কোনো সুবিবেচনা সি পোৱা নাই। কিমান তুচ্ছ আছিল তাৰ জীৱনৰ মূল্য!

ৰাজনীতিকসকলেও আন আন মানুহৰ নিচিনাকৈ ভুল কৰে, কিন্তু গণতন্ত্ৰী ৰাজনীতিসকসকলে মানুহ আৰু ঘটনা লক্ষ্য কৰিব লাগে, বুজিব লাগে, সকলোৰে কথা শুনিব লাগে আৰু তেওঁলোকে সাধাৰণতে নিজৰ ভুল বুজি সংশোধনৰ চেষ্টাও কৰে। কিন্তু সৈনিক বেলেগ বা-বতাহৰ মাজত ডাঙৰ-দীঘল হয়, তাত প্ৰভুত্বৰ ৰাজত্ব চলে, সমালোচনা সহ্য কৰা নহয়। তেওঁ ভুল কৰা দেখি আনে উপদেশ দিবলৈ গ'লে তেওঁৰ খং উঠে। গতিকে তেওঁ নিখুঁতভাৱে ভুল কৰে আৰু আঁকোৰ-গোজালিকৈ তাকে সাৱটি ধৰে। মন আৰু মগজুতকৈ তেওঁৰ ওচৰত ধূৰ্তামিৰ গুৰুত্ব বহুত বেচি। ভাৰতত আমাৰ বিশেষ সুবিধা হৈছে—সেই দুই শ্ৰেণীৰপৰা আমি এটা সানমিহলি শ্ৰেণীৰ সৃষ্টি কৰিছোঁ। ইয়াত সাধাৰণ শাসক শ্ৰেণীও এটা আধা-সামৰিক প্ৰভুত্ব আৰু আত্ম-তৃপ্তিৰ বা-বতাহত বৰ্দ্ধিত হয় আৰু তেওঁলোকেও সৈনিকৰ ধূৰ্তামি আৰু আন আন ভালেমান গুণ অৰ্জ্জন কৰে।

আমি শুনিবলৈ পাইছোঁ, সামৰিক বিভাগৰ "ভাৰতীয়কৰণ" পূৰ্ণ পয়োভৰে চলিব লাগিছে। অহা ত্ৰিশ বছৰত বা আৰু কিছুকালৰ পিচত ভাৰতৰ নাট-ঘৰত এজন ভাৰতীয় সেনাপতিৰ আবিৰ্ভাৱ হ'ব। সম্ভৱ কিজানি এশ বছৰৰ ভিতৰতে এই "ভাৰতীয়কৰণ" বহুত দূৰ আগবাঢ়িব। সঙ্কটৰ সময়ত ইংলণ্ডই কেনেকৈ দুই এবছৰৰ ভিতৰতে লাখ লাখ সৈন্যদল গঢ়ি তুলিলে, ভাবি বিস্ময় মানিব লাগে। বোধহয় তেওঁলোক আৰু বেচি সতৰ্ক আৰু সাৱধান হৈ আগবাঢ়িলেহে'তেন। কিজানি সুশিক্ষিত সৈন্য গঠিত হোৱাৰ আগতেই যুদ্ধ শেষ হৈ গ'লহে'তেন। ৰুছীয় ছোভিয়েট সৈন্যদলৰ কথাও মনলৈ আহে। বহুতো শত্ৰুপক্ষৰ লগত ফেৰ মাৰি আগেয়ে একো নোহোৱাৰপৰাই তাত যি বিপুল সৈন্যবাহিনী গঠিত হৈছে, বৰ্ত্তমান জগতত সি সৰ্ব্বশ্ৰেষ্ঠ সামৰিক শক্তি। দেখা গৈছে, তেওঁলোকৰ "বহুতো যুদ্ধৰ অভিজ্ঞতা থকা আৰু ৰণ কৰি কৰি জুৰুলা হোৱা" সেনাপতি উপদেষ্টা নাছিল।

• আমাৰ দেশত দেৰাদূনত এখন সামৰিক বিদ্যালয় স্থাপিত হৈছে। আমি শুনিছোঁ, তেওঁলোক বোলে কুচ-কাওৱাজত বৰ পাকৈত আৰু ভৱিষ্যতে তেওঁলোক

উৎকৃষ্ট সামৰিক বিষয়া হ'বগৈ। কিন্তু মই মাজে মাজে আচৰিত হৈ ভাবোঁ, বৈজ্ঞানিক শিক্ষা নহ'লে ইয়াৰ মূল্য কি আছে? আজি-কালি পদাতিক বা অশ্বাৰোহী সৈন্য-দলৰ গধূৰ বোমান তৰোৱালধাৰী সৈন্য বেহুৰ দৰেই অৱস্থা। আৰু আজি-কালিৰ আকাশী যুদ্ধৰ দিনত, শক্তিশালী কামানেৰে কৰা যুদ্ধৰ দিনত ধনু-কাঁড় বি, বন্দুক-বাৰুদো সেই। তেওঁলোকৰ শিক্ষক আৰু উপদেষ্টাসকলৰ এই ধাৰণা আছে নিশ্চয়।

ভাৰতৰ বৃটিছ শাসনৰ বুৰঞ্জী কি? যি আমাৰ নিজৰ দুৰ্ব্বলতাৰ কাৰণেই ঘটিছে, তাৰ দোষ ত্ৰুটি লৈ অভিযোগ কৰিবলৈ আমি কোন? আমি যদি পৰিৱৰ্ত্তনৰ সোঁতৰপৰা আঁতৰি গৈ বন্ধ খালৰ পানীত সোমাই পাৰোঁ আৰু উট চৰাইৰ নিচিনা-বালিত মূৰটো সুমুৱাই একো হোৱা নাই বুলি ভাবি থাকোঁ, তাৰপৰা আমাৰেই বিপদ হ'ব। জগতৰ নতুন প্ৰাণসঞ্চাৰী বানপানীৰ ওখ ঢৌৰ টিঙত ওপঙি বৃটিছ আমাৰ ওচৰলৈ আহিছিল, ঐতিহাসিক শক্তিসমষ্টিৰ কি প্ৰবল ৰূপ, সেইটো তেওঁলোকে নিজেই বুজিব পৰা নাই। আমাক বগৰাই দি ইফালে-সিফালে চোচোৰাই লৈ ফুৰোৱা বা-মাৰলীৰ বিৰুদ্ধে আপত্তি কৰিম নে? নে হাড় ক'পোৱা চেঁচা জাৰৰ বিৰুদ্ধেই আপত্তি কৰিম? আহক, আমি অতীত আৰু তাৰ কাজিয়া-পেচাল-বিলাক এৰি ভৱিষ্যতৰ ফালে চাই পঠিয়াওঁ। আমি নিশ্চয় ইংৰাজৰ ওচৰত কৃতজ্ঞ হৈ থাকিম; কাৰণ তেওঁলোকৰপৰাই আমি এটা মহৎ দান লাভ কৰিছোঁ—সেই দান হৈছে বিজ্ঞান আৰু তাৰ নতুন নতুন মূল্যৱান আৱিষ্কাৰ। অৱশ্যে বৃটিছ চৰকাৰে বেনেকৈ ভাৰতত ভেদ, সংস্কাৰবিৰোধিতা, প্ৰগতিবিৰোধিতা, সাম্প্ৰদায়িকতা আৰু সুবিধাবাদক উৎসাহ আৰু প্ৰশ্ৰয় দিছে, তাক পাহৰি যোৱা বা শান্তভাৱে পৰীক্ষা কৰি চোৱা টান। সম্ভৱ, কিজানি তাৰো এদিন আৱশ্যক হ'ব, ভাৰতৰ নৱজন্মৰ আগেয়েই কিজানি আমি বাৰে বাৰে অগ্নি-পৰীক্ষাত পৰিশুদ্ধ হ'ব লাগিব, পৰি-মাৰ্জ্জিত হ'ব লাগিব। যি দুৰ্ব্বল, যি অপৱিত্ৰ, যি দুৰ্নীতি, সি পুৰি ছাই হৈ যাওক।

## অশাস্ত্ৰীয় বিবাহ আৰু আখৰ-সমস্যা

১৯৩৩-ৰ চেপ্টেম্বৰ মাহৰ মাজ ভাগত এসপ্তাহ পুনা আৰু বোম্বাইত থাকি মই লক্ষ্ণৌলৈ উভতিলোঁ। আয়ে তেতিয়াও হস্পিটালত লাহে লাহে গা টঙাইছিল, কমলায়ো লক্ষ্ণৌত থাকি তেওঁৰ আলপৈচান ধৰিছিল, কিন্তু তেওঁৰ নিজৰ গা ভাল নাছিল। ভনীজনীও এলাহাবাদৰপৰা সাদিনৰ মূৰে মূৰে এবাৰ আহিছিল। মই লক্ষ্ণৌত দুই-তিন সপ্তাহ থাকিলোঁ, এলাহাবাদতকৈ ইয়াত আজৰি আৰু জিৰণি বেচি পালোঁ; মোৰ যাই কাম আছিল দিনে দুবাৰকৈ হস্পিটাললৈ যোৱা। আজৰি সময়ত মই বাতৰি-কাকতৰ কাৰণে কেইটামান প্ৰবন্ধ লেখিছিলোঁ, দেশত সেইবোৰৰ প্ৰচাৰ ভালকৈয়ো হৈছিল। "ভাৰত কোন বাটে?" এই নাম দি মই কেইটামান প্ৰবন্ধত জগতৰ ঘটনাসমূহৰ লগত ভাৰতৰ অৱস্থা বিচাৰ কৰি যি লেখিলোঁ সি বহুতৰে দৃষ্টি আকৰ্ষণ কৰিছিল। মই পিচত শুনিছোঁ—এই প্ৰবন্ধবিলাক ফাৰ্চী

ভাষালৈ অনুবাদ কৰি তেহৰাণ আৰু কাবুলত প্ৰকাশ কৰা হৈছিল। যিসকল আধুনিক পাশ্চাত্য চিন্তাধাৰাৰ লগত ভালকৈ চিনাকি তেওঁলোকে ইয়াত নতুন বা মৌলিক একোকে নেপাব। কিন্তু ভাৰতত আমাৰ দেশবাসীসকল ঘৰৰ বিষয় লৈ ইমান ব্যস্ত যে বাহিৰলৈ চকু দিবলৈ সময়কে নেপায়। মোৰ প্ৰবন্ধ কেইটাৰ প্ৰতি হে'পাহ আৰু আন আন কথাত মই দেখিলোঁ যে, আমাৰ দৃষ্টিৰ সীমা উদাৰ আৰু প্ৰসাৰিত হৈছে।

হস্পিটালত থাকি থাকি আয়ে বৰ আমনি পাইছিল; মই তেওঁক এলাহাবাদলৈ লৈ যোৱাটোকে থিৰাং কৰিলোঁ। আৰু এটা কথা—মোৰ ভনী কৃষ্ণাৰ বিয়াৰ সম্বন্ধ ঠিক হৈছিল। আকৌ ক'ৰবাত জেলখানাৰপৰা মাতি পঠিয়ায় বুলি ভয়তে যিমান সোনকালে পাৰি সিমান সোনকালে বিয়াৰ কথাটো শেষ কৰিবলৈ ব্যগ্ৰ হ'লোঁ। মই যে কিমান দিন বাহিৰত থাকিব পাৰিম, সেই সম্বন্ধে মোৰ নিজৰ কোনো ধাৰণা নাছিল কিয়নো আইন-অমান্য আছিল কংগ্ৰেছৰ চৰকাৰী কাৰ্য্যপন্থা আৰু কংগ্ৰেছকে ধৰি বহুতো প্ৰতিষ্ঠানেই আছিল বে-আইনী।

অক্টোবৰ মাহৰ তৃতীয় সপ্তাহত এলাহাবাদত বিয়াৰ দিন ঠিক হ'ল। এইখন অসবৰ্ণ বিবাহ। মই তাত আনন্দ পাইছিলোঁ, যদিও এই বিষয়টোত মোৰ কোনো হাত নাছিল। ব্ৰাহ্মণ আৰু অব্ৰাহ্মণৰ মাজত হোৱা বিয়াত কোনো ধৰণৰ ধৰ্ম্ম-সংক্ৰান্ত অনুষ্ঠানেই বৃটিছ-ভাৰতৰ আইন মতে হ'ব নোৱাৰে। সৌভাগ্যক্ৰমে এতিয়া আইনত পৰিণত "চিভিল মেৰেজ এক্ট"ত আমাৰ সুবিধা হ'ল। এনেকুৱা দুখন আইন আছে। যি আইন মতে মোৰ ভনীৰ বিয়া হ'ল সি কেৱল আনুষঙ্গিক বৌদ্ধ, জৈন আৰু শিখৰ মাজতহে হয়। কিন্তু যদি জন্মবত্ৰাধা বা আন ধৰ্ম্ম গ্ৰহণ কৰি, সেই সেই সম্প্ৰদায়ৰ এটাতো নথকা হয়, তেন্তে এই আইনত বিয়া হ'ব নোৱাৰিব। প্ৰথমে চিভিল মেৰেজ এক্টৰ (১৮৭২-ৰ ৩ নং আইন) শৰণ লব লাগিব। এই আইনত উভয় পক্ষই সকলো ধাই ধৰ্ম্মকে নিন্দা-কৰিবলগীয়া হয়। নাইবা এনেকুৱা বিবৃতি দিব লগা হয়, যাতে তেওঁলোক কোনো সম্প্ৰদায়ৰ লোক নহয় সেইটো প্ৰকাশ পায়। এই অলাগতিয়াল ধৰ্ম্মদ্ৰোহিতা দেখুৱাটো বৰ আমনি লগা কথা। ধৰ্ম্মপ্ৰাণ নহ'লেও তাত অনেকৰেই আপত্তি আছিল। আৰু সেই কাৰণে অনেকেই সেই আইনৰ সুবিধা ল'বলৈ নিবিচাৰিলে। অসবৰ্ণ বিবাহৰ যাতে সুবিধা হয়, এনেকুৱা কিবা পৰিবৰ্ত্তনৰ কথা উঠিলেই, সকলো ধৰ্ম্মৰ নৈষ্ঠিকসকলে চিঞৰি চিঞৰি প্ৰতিবাদ কৰে। ইয়াৰ ফলত মানুহে হয় ধৰ্ম্মনিন্দা কৰিবলৈ বাধ্য হয়, নাইবা আইনৰ ভিতৰত থাকিবলৈ আন ধৰ্ম্ম গ্ৰহণ কৰিবলৈ বাধ্য হয়। ব্যক্তিগতভাৱে মই অসবৰ্ণ বিবাহত উৎসাহ দিয়াৰ পক্ষপাতী। পিচে উৎসাহ দিয়া হওক নহওক এনেকুৱা এখন অসবৰ্ণ বিবাহৰ আইন থকা উচিত, যাতে সকলো ধৰ্ম্মৰ মানুহেই ধৰ্ম্মনিন্দা বা ধৰ্ম্ম পৰিবৰ্ত্তন নকৰাকৈয়ে বিয়া কৰাব পাৰে।

মোৰ ভনীৰ বিয়াত কোনো জাকজমক নাছিল। যিমান পাৰি সিমান নিৰহং-নিপানীকৈ কৰা হৈছে। সাধাৰণতে আমাৰ দেশত বিয়াৰ যি আড়ম্বৰ হয়, তাক মই ভাল নেপাওঁ। এনেয়ে আইৰ অসুখ, তাৰ উপৰি তেতিয়াও আইন-অমান্য আন্দোলন চলি আছিল। মোৰ লগৰীয়া কৰ্মী বহুতো জেলত। গতিকেই মানুহক দেখুৱা

জাক্‌জমকৰ কথা নুঠেই। কেইজনমান মাত্র মিতিৰ-কুটুম্ব আৰু স্থানীয় বন্ধুক নিমন্ত্রণ কৰা হ'ল। এই কথাত দেউতাৰ বহু পুৰণি বন্ধুৱে মনত দুখ পালে। তেওঁলোকে ভাবিলে মই তেওঁলোকক অৱজ্ঞা কৰিছে মতা নাই।

বিয়াৰ নিমন্ত্রণী-পত্র ইংৰাজী লিপিত হিন্দুস্থানীত লেখা হৈছিল। এইটো নতুন কথা, কাৰণ এই ধৰণৰ নিমন্ত্রণ-পত্র সদায় নাগেৰী বা ফাৰ্চী লিপিতে লেখা হয়। ইংৰাজী লিপি ব্যৱহাৰ কৰা সৈন্যদল আৰু খৃষ্টান পাদ্রীৰ বাহিৰে আনত দেখা নেযায়। মই পৰীক্ষা কৰিবৰ কাৰণে ইংৰাজী লিপি ব্যৱহাৰ কৰিলো মানুহে ইয়াক কেনেকৈ গ্রহণ কৰে তাক জানিবৰ কৌতূহল আছিল। সৰহভাগ মানুহেই ভাল নেপালে। মাত্র কেইখনমান চিঠি দিয়া হৈছিল। সৰহকৈ চিঠি বিলোৱা হ'লে প্রতিবাদ যে বেচি হ'লহে'তেন, সন্দেহ নাই। গান্ধীজীয়ে মোৰ এই কাম অনুমোদন নকৰিলে।

মই ৰোমান লিপিৰ পক্ষপাতী হলেও তাক চলোৱাৰ উদ্দেশ্যেৰে ব্যৱহাৰ কৰা নাই। তুৰস্ক আৰু মধ্য এচিয়াত ইয়াৰ সপক্ষে দিয়া যুক্তিবো গুৰুত্ব আছে। কিন্তু তথাপি মই একেবাৰে নিঃসন্দেহ হ'ব পৰা নাই, হ'লেও মই ভালকৈ জানো যে বৰ্ত্তমান ভাৰতত লিপি গ্রহণ কৰাব অতি ক্ষীণ আশাও নাই। সকলো শ্রেণীৰপৰা ইয়াৰ চোকা প্রতিবাদ আহিবই। জাতীয়তাবাদী ধৰ্ম্ম সম্প্রদায়, হিন্দু-মুছলমান, পুৰণি নতুন কোনো বাদ নেযায়। আৰু মই এইটোও বুজোঁ—ই কেৱল ভাবাৱেগ নহয়। যি ভাষাৰ অতীত ঐশ্বৰ্য্য আৰু মহত্ত্ব আছে সেইভাষাৰ লিপি পৰিৱৰ্ত্তন ডাঙৰ পৰিৱৰ্ত্তন; কাৰণ লিপিয়েই হৈছে ভাষাৰ সাৰ বস্তু। লিপিৰ সলনি কৰিলেই শব্দৰ মূৰ্ত্তি বেলেগ হৈ যায়। বেলেগ ধ্বনি বেলেগ ভাব আছে। প্রাচীন সাহিত্য আৰু নতুন সাহিত্যৰ মাজত অলঙ্ঘ্য প্রাচীৰে গঢ় লৈ উঠে আৰু প্রথম বিধ সাহিত্য বিদেশী সাহিত্যৰ নিচিনা হৈ অৱশেষত লোপ পাই যায়। য'ত ৰক্ষা কৰিবলগীয়া কোনো সাহিত্য নাই, তাতেই এই দায়িত্ব গ্রহণ কৰিব পাৰি। ভাৰতত মই কোনো পৰিৱৰ্ত্তন কল্পনাই কৰিব নোৱাৰো, কাৰণ আমাৰ ভাষা যে কেৱল ঐশ্বৰ্য্যশালী আৰু মূল্যৱানেই সি নহয়, আমাৰ বুৰঞ্জী আমাৰ চিন্তাধাৰাৰ লগতো ইয়াৰ যোগসূত্র ডাল ছিঙিব নোৱাৰা আৰু আমাৰ জনসাধাৰণৰ জীৱনৰ লগত ই ঘনিষ্ঠভাৱে জড়িত। গাৰ বলেৰে ইয়াক চলাবলৈ যোৱা, জীয়া গাত অস্ত্রোপচাৰ কৰাৰ নিচিনাই নিষ্ঠুৰতা আৰু তাৰ ফলত লোকশিক্ষাৰ গতি বন্ধ হৈ যাব।

এই প্রশ্ন আলোচনাৰ সময় এতিয়াও অহা নাই। মোৰ মতে লিপি সংস্কাৰ কৰিবলৈ আমাৰ সংস্কৃত ভাষাৰ জীয়াৰীৰ নিচিনা—হিন্দী; বঙলা, মাৰাঠী, গুজৰাটী ভাষাৰ কাৰণে এটা সাধাৰণ লিপি গ্রহণৰ বিষয়ে প্রথমে চিন্তা কৰিব লাগিব। সেইবিলাক ভাষাৰ লিপিৰ উৎপত্তিস্থল মূলতে এক আৰু পাৰ্থক্যও বৰ বেচি নহয়। গতিকেই এটা সাধাৰণ লিপি ঠিক কৰা কঠিন নহয়। ইয়াৰ ফলত এই চাৰিটা শ্রেণীৰ প্রধান ভাষাৰ মাজৰ সম্বন্ধটো আৰু ঘনিষ্ঠ হ'ব।

ভাৰত সম্পৰ্কে এটা সাধু আমাৰ বুটিছ শাসক সকলে একেবাৰেই নেবা-নেপেৰাকৈ গোটেই জগততে প্রচাৰ কৰিছে। সেইটো হৈছে, ভাৰতত কেবা শও ভাষা প্রচলিত আছে। ঠিক সংখ্যাটো মই পাহৰি পেলাইছোঁ তাৰ প্রমাণৰ কাৰণে লোক-

গণনাৰ বিৱৰণ আছে। এই কেইশ ভাষাৰ মাজত অতি কম ইংৰাজেহে এটা ভাষা থূল-মূলকৈ জানে। দীঘলীয়াকৈ এই দেশত বাস কৰি তেওঁলোকে ভাষা নিশিকাটো এটা অসাধাৰণ ঘটনা। এই সকলো ভাষাকে লগ লগাই তেওঁলোকে নাম দিছে "ভার্নাকুলাৰ" অর্থাৎ দাস জাতিৰ ভাষা (লেটিন ভার্না শব্দৰ অর্থ বিবিলাকৰ দাস পৰিয়ালত জন্ম হয়)। আমাৰ দেশৰ মানুহে নেজানি নুবুজি এই নামকে গ্রহণ কৰিছে। গোটেই জীৱন ভাৰতত কটালেও ইংৰাজসকলে আমাৰ ভাষা ভালকৈ শিকিবলৈ কোনো যত্নকে যে নকৰে, সেইটোহে আচৰিত। তেওঁলোকে 'খানছামা আৰু 'আয়া'হ'তৰ সহায়ত অদ্ভুতকৈ উচ্চাৰণ কৰা অপভ্রংশ হিন্দুস্তানীকে প্রকৃত হিন্দুস্তানী বুলি কল্পনা কৰে। যেনেকৈ তেওঁলোকে তলতীয়া কর্ম্মচাৰী আৰু তোষামোদকাৰী সকলৰপৰা ভাৰতীয় জীৱন সম্পৰ্কে ঘটনা গোটায়, তেনেকৈয়ে চাকৰ নাকৰৰপৰা হিন্দুস্তানী ভাষা শিকে। এই চাকৰ-নাকৰহ'তে 'ছাহেব লোগে' নুবুজিব বুলি ভয়তে তেওঁলোকে ভাল পাবলৈ বজৰুৱা হিন্দুস্তানীত কথা কয়। হিন্দুস্তানী আৰু আন আন ভাৰতীয় ভাষাৰ যি উচ্চ ধৰণৰ সাহিত্যিক সৌন্দর্য্য আৰু সম্ভাৰ আছে, এই সম্বন্ধে তেওঁলোকে সমূলি একো নেজানে।

লোক-গণনাৰ প্রতিবেদনত যদি কয়, বোলে ভাৰতত দুই-তিনি শ ভাষা আছে, তেন্তে মোৰ বিশ্বাস তাৰপৰাই দেখা যাব যে জার্ম্মানীতো ৫০ নে ৬০টা ভাষা চলে। এই ঘটনাক জার্ম্মানীৰ অনৈক্য বা অমিলৰ উদাহৰণ বুলি কোনোবাই উল্লেখ কৰিছে বুলি মনত নপৰে। লোক-গণনাৰ বিৱৰণত সৰু সৰু ভাষাৰ কথাও উল্লেখ কৰা হয়। বৈজ্ঞানিক গৱেষণাৰ সুবিধাৰ কাৰণে বহুতো দোৱানকে বেলেগ বেলেগ ভাষা বুলি ধৰা হয়। আয়তনৰ তুলনাত ভাৰতত অতি কম ভাষাহে চলে। ইউৰোপৰ লগত তুলনা কৰিলে ভাৰতবর্ষৰ ঐক্য বেচিহে। কিন্তু দেশৰ মানুহ সৰহ ভাগেই অনাখৰী হোৱাৰ কাৰণে ভাষাৰ এটা সাধাৰণ মান গঢ় লৈ উঠা নাই। তাৰ সলনি উঠিছে দোৱানবোৰ। ভাৰতৰ প্রধান ভাষা (ব্রহ্মদেশৰ বাহিৰে) হিন্দুস্তানী (হিন্দী আৰু উর্দ্দু), বঙলা, গুজৰাটী, মাৰাঠী, তামিল, তেলেগু, মালয়ালম্ আৰু কানাড়ী। ইয়াৰ তলত যদি অসমীয়া, উড়িয়া, সিন্ধী, পুস্তু, আৰু পঞ্জাবীও লগলগাই দিয়া হয়, তেনেহলে কেইটামান পর্ব্বতীয়া আৰু হাবিতলীয়া সম্প্রদায়ৰ বাহিৰে ভাৰতৰ সকলো ভাষাৰ কথাই কোৱা হয়। উত্তৰ, মধ্য আৰু পশ্চিম ভাৰতত চলা ভাৰতীয় আর্য্য ভাষাবিলাকৰ ইটো সিটোৰ লগত গভীৰ ঐক্য আছে। দক্ষিণৰ দ্রাবিড় ভাষা-বিলাক বেলেগ হ'লেও তাৰ ওপৰত সংস্কৃত ভাষাৰ প্রভাব বৰ বেচি, সংস্কৃত শব্দও প্রচুৰ পৰিমাণে তাত পোৱা যায়।

যি আঠোটা প্রধান ভাষাৰ কথা আগতে কৈ আহিছোঁ, ইয়াৰ প্রত্যেকটোৰেই ভঁৰাল প্রাচীন সাহিত্য সম্পদেৰে চহকী হৈ আছে। বহল অঞ্চলত এইবিলাকে কথিত ভাষা হিচাপেই আছে। সেই অঞ্চলবিলাক নির্দ্দিষ্ট আৰু সীমিত। গতিকে কিমান মানুহে সেই ভাষাটো কয়, সেই ফালৰপৰা চাহে সেইবিলাকে পৃথিৱীৰ আন আন প্রধান ভাষাৰ লগত একে শাৰীত আসন পোৱাৰ যোগ্য। পাঁচ কোটি মানুহে বঙলা ভাষাত কথা কয়, অলপ অচৰপ উচ্চাৰণৰ পার্থক্য থাকিলেও মোৰ বিশ্বাস (হাতত নির্দ্দিষ্ট সংখ্যা নাই) ভাৰতত প্রায় ১৪ কোটি মানুহে হিন্দুস্তানী ভাষা কয়

কৰে আৰু এই ভাষা দেশৰ সকলোতে বহুত মানুহেই বুজিব পাৰে।* এই ভাষাৰ ভৱিষ্যত সম্ভাৱনা বিপুল। ই সংস্কৃতৰ শক্তিশালী ভেটিৰ ওপৰত প্ৰতিষ্ঠিত আৰু ফাৰ্চী ভাষাৰ লগত ঘনিষ্ঠভাৱে ইয়াৰ যোগাযোগ আছে। এই দুটা চহকী ভঁৰালৰপৰা এই ভাষাই পৰিপুষ্টি লাভ কৰিছে আৰু সম্প্ৰতি ইংৰাজীৰপৰাও ই বহুখিনি গোটাই লৈছে। দক্ষিণ ভাৰতত অৱশ্যে হিন্দী একেবাৰেই বিদেশী ভাষা। কিন্তু দুবছৰৰ আগতে (১৯৩২) মই তাৰ হিন্দী প্ৰচাৰ সমিতিৰপৰা পোৱা সংখ্যাৰপৰা জানিব পাৰিছিলোঁ, তেওঁলোকে চৈধ্য বছৰ চেষ্টা কৰি কেৱল মাদ্ৰাজ প্ৰদেশতে ৫,৫০,০০০ মানুহক হিন্দী শিক্ষা দিছে। চৰকাৰৰ সাহাষ্য নোহোৱাকৈ নিজৰ ইচ্ছাত কৰা চেষ্টাৰ এই কৃতকাৰ্য্যতা অতি কম বুলি ক'ব নোৱাৰি আৰু যিসকলে হিন্দী শিকিছে তেওঁলোকে আকৌ নিজেই আগবাঢ়ি আনক শিকাইছে।

হিন্দুস্তানী যে ভাৰতৰ সাধাৰণ ভাষাত পৰিণত হ'ব, এই বিষয়ত মোৰ অকণো সন্দেহ নাই। সাধাৰণ কাম চলাবৰ কাৰণে এতিয়াও ইয়াৰ যথেষ্ট প্ৰচলন হয়। হিন্দুস্তানী নাগেৰীত লিখা হ'ব, নে ফাৰ্চী আখৰত লিখা হ'ব; ইয়াত সংস্কৃত শব্দই বেচি থাকিব নে ফাৰ্চী শব্দই বেচি থাকিব, তাক লৈ তৰ্কবাদ হোৱাৰ ফলত ভাষাটোৰ উন্নতিত বাধা জন্মিছে। আখৰৰ অসুবিধা দূৰ কৰাৰ উপায় নাই: কাৰণ দুই পক্ষৰ মনোভাৱেই প্ৰবল, গতিকে দুয়োবিধ আখৰকে মানি লৈ মানুহক ইচ্ছামতে যি কোনো এটা ব্যৱহাৰ কৰিবলৈ দিয়া উচিত। পিচে দুয়ো ফালৰপৰা চৰমপন্থা বৰ্জ্জন কৰি থুল মূলকৈ কথিত ভাষাৰ প্ৰতি লক্ষ্য ৰাখিয়েই সাহিত্যৰ ভাষাৰ শ্ৰীবৃদ্ধি কৰা উচিত। জনসাধাৰণৰ শিক্ষাৰ ব্যৱস্থা কৰাৰ লগে লগে সেইটো হ'বই, অনিবাৰ্য্য। বৰ্ত্তমানে যিবিলাক সৰু সৰু মধ্যবিত্ত শ্ৰেণীৰ দলে সাহিত্যিক ৰুচি আৰু লেখন-ৰীতি গঢ়াৰ গৰাকী বুলি আমি ভাবোঁ, তেওঁলোক নিজ নিজ ক্ষেত্ৰত ভয়ঙ্কৰৰূপে ঠেকমনা আৰু ৰক্ষণশীল প্ৰকৃতিৰ। প্ৰাচীন প্ৰাণহীন ৰীতি-নীতিকে তেওঁলোকে ধৰি আছে। নিজৰ দেশৰ জনসাধাৰণৰ লগত বা জগতৰ সাহিত্যৰ লগত তেওঁলোকৰ কোনো সংস্পৰ্শ নাই। হিন্দুস্তানী ভাষাৰ পুষ্টি-সাধন আৰু প্ৰসাৰৰ লগত বঙলা, গুজৰাটী, মাৰাঠী, উড়িয়া বা দ্ৰাবিড় আদি ভাৰতৰ

* এজন হিন্দুস্তানী ভালপোৱা মানুহে মোক তলত দিয়া সংখ্যাবিলাক দিছে। এইবিলাক ১৯৩১ নে ১৯২১-ৰ লোক গণনাৰ বিৱৰণৰপৰা লোৱা হৈছে নে কি নেজানো। পিচে এইবোৰ বোধহয় ১৯২১-ৰ; বৰ্ত্তমান অৱশ্যে এই সংখ্যা বহুত বাঢ়িছে।

| | | | | | |
|---|---|---|---|---|---|
| হিন্দুস্তানী (পশ্চিম অঞ্চলৰ হিন্দী, পঞ্জাবী, আৰু ৰাজস্থানী লৈ) | | | | | ১৩,১২ লাখ |
| বঙলা | ... | ... | ... | ... | ৪,৯৩ লাখ |
| তেলেগু | ... | ... | ... | ... | ২,৩৬ „ |
| মাৰাঠী | ... | ... | ... | ... | ১,৮৮ „ |
| তামিল | ... | ... | ... | ... | ১,৮৮ „ |
| কানাড়ী | ... | ... | ... | ... | ১,০৩ „ |
| উড়িয়া | ... | ... | ... | ... | ১,০১ „ |
| গুজৰাটী | ... | ... | ... | ... | ৯৬ „ |

পুস্তু, অসমীয়া আৰু ব্ৰহ্মদেশৰ ভাষাৰ উৎপত্তি আৰু প্ৰকৃতি বেলেগ কাৰণে এই তালিকাত ধৰা হোৱা নাই।

উন্নত ভাষাবিলাকৰ উৎকৰ্ষ আৰু সমৃদ্ধিৰ সম্বৰ্ধ নহয়, হোৱা উচিত নহয়। ইয়াৰ ভিতৰত কিছুমান ভাষা অতিপাত সচেতন আৰু হিন্দুস্তানীতকৈয়ো বুদ্ধিৰ ফালৰপৰা সতৰ্ক, বেলেগ অঞ্চলত শিক্ষা আৰু আন আন কামৰ কাৰণে এই ভাষা-বিলাক চৰকাৰী ভাষা হিচাপে চলি থাকিব। কেৱল সেইবিলাকৰ যোগেদিহে শিক্ষা আৰু সংস্কৃতি জনসাধাৰণৰ মাজত চলিব পাৰিব।

কিছুমানে ভাবে যে ইংৰাজীয়েই ভাৰতৰ লোক-ভাষাত পৰিণত হ'ব। ওপৰ শ্ৰেণীৰ এমুঠিমান বুদ্ধিজীৱীৰ বাহিৰে আন ক্ষেত্ৰত এইটো মোৰ উদ্ভট কল্পনা যেন লাগে। জনশিক্ষা আৰু সংস্কৃতিৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাই। এতিয়া যেনেকুৱা আছে হয়তো তাতকৈয়ো আৰু বেচিকৈ ইংৰাজী ভাষা টেক্‌নিকেল, বৈজ্ঞানিক আৰু বেপাৰ-বাণিজ্যৰ বিষয়ত আৰু বিশেষকৈ আন্তৰ্জাতিক বিষয়ত ইয়াৰ ব্যৱহাৰ হ'ব। জগতৰ চিন্তা আৰু কৰ্ম্মধাৰাৰ লগত সংযোগ ৰাখিবৰ কাৰণে আমাৰ বহুতেই বিদেশী ভাষা শিকা উচিত আৰু মোৰ মনেৰে আমাৰ বিশ্ববিদ্যালয়-বিলাকত ইংৰাজী ভাষাৰ বাহিৰেও ফৰাচী, জাৰ্ম্মান, ৰুছীয়, স্পেনীয়, আৰু ইটালীয় ভাষাত শিক্ষা দিয়া উচিত। অৱশ্যে ইংৰাজীক আওকাণ কৰাৰ কথা নহয়, কিন্তু জগতৰ মতামত থূল-মূলকৈ বিচাৰ কৰিবৰ হ'লে আমি কেৱল ইংৰাজীৰ বিতচকু পিন্ধি ল'লেই নহ'ব। ইতিমধ্যেই আমাৰ মানসিক বিকাশৰ ধাৰা বহুদূৰ এফলীয়া হৈ পৰিছে, কাৰণ কেৱল এফালৰ কথা আৰু মতবাদহে চিন্তা কৰা আমাৰ অভ্যাস হৈ গৈছে। আন কি আমাৰ অতি উগ্ৰ জাতীয়তাবাদীসকলেও বুজিব নোৱাৰে—ভাৰত সম্বন্ধে তেওঁলোকৰ ধাৰণাৰ ওপৰত বৃটিছ দৃষ্টিভঙ্গীয়ে কেনেকৈ প্ৰভাৱ পেলাইছে।

কিন্তু আন আন বিদেশী ভাষা শিকাত আমি বিমানেই উৎসাহ নিদিও লাগিলে বাহিৰৰ লগত যোগাযোগ ৰক্ষাৰ কাৰণে ইংৰাজী ভাষাই আমাৰ প্ৰধান অৱলম্বন হিচাপে থাকিব। থকাও উচিত, কাৰণ কেইবা পুৰুষো আমি ইংৰাজী শিকিছোঁ আৰু শিকাত বহুতখিনিও কৃতকাৰ্য্যও হৈছোঁ। ইমান বেচি দিনীয়া শিক্ষাৰ ধাৰা এটা একেবাৰে মচি পেলাই নতুন কিবা এটা গ্ৰহণ কৰিবলৈ যোৱাটো মূৰ্খামিহে হ'ব। বৰ্ত্তমানে ইংৰাজী ভাষাৰ প্ৰচলন বহু দূৰলৈকে গৈছে আৰু ই অতি বেগেৰে আন আন ভাষাক চেৰাই গৈছে, সন্দেহ নাই। আন্তৰ্জাতিক আলোচনা আৰু ৰেডিঅ' ঘোষণাত এই ভাষাই প্ৰধান বাহন হ'ব, যদি অৱশ্যে আমেৰিকান ভাষাই ইয়াৰ ঠাই অধিকাৰ নকৰে। গতিকে আমি ইংৰাজী শিক্ষাৰ ঠাই বহলাবই লাগিব। এই ভাষা আমি যিমান পাৰোঁ শিকা উচিত। কিন্তু ভাষাৰ সূক্ষ্মাতিসূক্ষ্ম ৰস উপভোগ কৰিবৰ কাৰণে বহুতে যেনেকৈ অতি বেচি সময় আৰু শক্তি খৰচ কৰে, মই তাৰ একো প্ৰয়োজন বোধ নকৰোঁ। কোনো কোনো মানুহৰ পক্ষে সেইটো সম্ভৱ হ'ব পাৰে। কিন্তু সৰহ ভাগ মানুহৰ ওপৰত তাক জাপি দিলে আন আন ফালে সিহঁতৰ উন্নতি বন্ধ হয়।

বৰ্ত্তমান "বেচিক ইংলিচ" (মৌলিক ইংৰাজী)-ৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষিত হৈছে। ভৱিষ্যতে ইয়াৰ প্ৰচলনৰ আৰু বেচি সম্ভাৱনা আছে। আমাৰ পক্ষে এই

"বেচিক ইংলিচ" শিক্ষা বহুলভাৱে প্ৰৱৰ্ত্তন কৰাই ভাল, পণ্ডিতৰ ইংৰাজী বিশেষজ্ঞ বা ছাত্ৰ-ছাত্ৰীৰ কাৰণে থওক।

মই নিজে হিন্দুস্তানী ভাষাত ইংৰাজী আৰু আন আন বিদেশী ভাষাৰপৰা শব্দ গ্ৰহণ কৰাৰ পক্ষে। ইয়াৰ আৱশ্যকতা আছে, কাৰণ আধুনিক বহুত নাম আৰু শব্দৰ প্ৰতিশব্দ আমাৰ ভাষাত নাই। সংস্কৃত, ফাৰ্চী বা আৰবীৰপৰা টান টান শব্দ ৰচনা নকৰি সকলোৰে চিনাকি শব্দ ব্যৱহাৰ কৰাই ভাল। ভাষাৰ পবিত্ৰতা ৰক্ষা কৰোঁতাসকলে হয়তো ইয়াত আপত্তি কৰিব; কিন্তু মোৰ মনেৰে ই মহা ভুল। আন ভাষাৰপৰা শব্দ আৰু ভাব হজম কৰাৰ শক্তি থাকিলে আৰু সহজে মোৰ খোৱা হ'লে ভাষা সমৃদ্ধিশালী হৈ উঠে।

ভনীজনীৰ বিয়াৰ পিচতে মই কাশীলৈ ওলালোঁ। মোৰ পুৰণি বন্ধু আৰু লগৰীয়া কৰ্ম্মী শিৱপ্ৰসাদ গুপ্ত এবছৰ কাল নৰিয়া পৰি আছিল। লক্ষ্ণৌ জেলত থকা সময়ত তেওঁৰ পক্ষাঘাত ৰোগ আৰম্ভ হয়। তেতিয়াৰপৰা অতি লাহে লাহে গা টঙাইছে। কাশীত থকা সময়খিনিৰ ভিতৰত এখন সৰু হিন্দী সাহিত্য সমিতিয়ে মোক এখন মানপত্ৰ দিয়ে আৰু মই সদস্যসকলৰ লগত সাধাৰণভাৱে অলপ কথা-বতৰা হওঁ। মই ক'লোঁ, যিটো বিষয়ে মই অলপ জানো তাকে লৈ বিশেষজ্ঞসকলৰ লগত আলোচনাত মোৰ সঙ্কোচ হয়। তথাপি মই কেইটামান বিষয় উনুকিয়ালোঁ। প্ৰাচীন ৰীতি অনুসৰণ কৰি টান টান কৃত্ৰিম সংস্কৃত শব্দ প্ৰয়োগ কৰি হিন্দী লেখাৰ যি আলঙ্কাৰিক আৰু জটিল ৰীতি চলি আছে তাৰ মই সমালোচনা কৰিলোঁ। মই এটা পৰামৰ্শ আগবঢ়ালোঁ যে কিছুমান নিৰ্দ্দিষ্ট শ্ৰোতাৰ কাৰণে ৰাজসভাৰ যোগ্য ৰীতিত সাহিত্য ৰচনা এৰি হিন্দী লেখকসকলে দৃঢ়তাৰে সকলোৱে বুজা ভাষাত জনসাধাৰণৰ কাৰণে সাহিত্য সৃষ্টি কৰক। জনসাধাৰণৰ লগত সংস্পৰ্শ হোৱাৰ ফলত ভাষা জীবন্ত আৰু অকৃত্ৰিম হৈ উঠিব, লেখক সকলে জনসাধাৰণৰ ভাবা বেগৰপৰা শক্তি লাভ কৰি আগতকৈ উন্নত ধৰণে ৰচনা কৰিব পাৰিব। মই আৰু ক'লো, হিন্দী লেখকসকলে যদি পশ্চিমীয়া চিন্তাধাৰা আৰু সাহিত্যৰ প্ৰতি বেচি মনোযোগী হয়, তেন্তে তেওঁলোকৰ বহুত উপকাৰ হ'ব। বেলেগ বেলেগ ইউৰোপীয় ভাষাৰপৰা উচ্চ ধৰণৰ সাহিত্য আৰু ভাৱধাৰা সম্পৰ্কীয় পুথিৰ অনুবাদ হোৱাটো বাঞ্ছনীয়। প্ৰসঙ্গক্ৰমে মই উল্লেখ কৰিলোঁ যে আধুনিক হিন্দীতকৈ আধুনিক বঙলা, মাৰাঠী আৰু গুজৰাটীৰ ভাষা বেচি আগবঢ়া, বিশেষকৈ আধুনিক বঙলা সাহিত্যৰ মৌলিকতা আৰু সৃষ্টিৰ ক্ষমতা হিন্দীতকৈ বহুত বেচি।

এইবিলাক কথা বন্ধুভাৱে আলোচনা কৰি মই উভতিলোঁ, কিন্তু সি যে বাতৰি-কাকতত প্ৰকাশ পাব। এই ধাৰণা মোৰ নাছিল। সভাত উপস্থিত থকা কোনোবাই তাৰ বিৱৰণ হিন্দী বাতৰি-কাকতবিলাকত প্ৰকাশ কৰি দিলে।

মোৰ বিৰুদ্ধে হিন্দী বাতৰি-কাকতসমূহৰ চোকা প্ৰতিবাদ উঠিল; কাৰণ মই বঙলা গুজৰাটী আৰু মাৰাঠীতকৈ হিন্দীক হীন বুলি গণ্য কৰি সমালোচনা কৰাৰ স্পৰ্দ্ধা প্ৰকাশ কৰিছোঁ। মোক সমূলি একো নজনা বুলি—নেজানোৱেই তো—আৰু তাতকৈয়ো টান টান বিশেষণ দি মোক ডবাই থলে। এই বাদানুবাদ পঢ়িবলৈ মই

সময় পোৱা নাই, শুনিছো কেইমাহমান ধৰি মই পুনৰ কাৰাগাৰলৈ নোযোৱালৈকে সি চলি আছিল।

এই ঘটনাৰপৰা মোৰ এটা শিক্ষা হ'ল। মই বুজিলো হিন্দী সাহিত্যিক আৰু সাংবাদিকসকলৰ সহনশীলতা বৰ কম, এজন হিতাকাঙ্ক্ষীৰপৰাও সাধু সমালোচনা এটা শুনিবলৈ তেওঁলোকৰ ধৈৰ্য্য নাই। নিজকে অতি তুচ্ছ বুলি ভবাৰপৰাই এইটো হৈছে নিশ্চয়। আত্ম-সমালোচনা সমূলি নাই, সমালোচনাৰ আদৰ্শ অতি নিকৃষ্ট। পুথি লেখক আৰু সমালোচকে ব্যক্তিগত অভিসন্ধি থকা বুলি যুক্তি দেখুৱাই কাজিয়া কৰাৰ দৃশ্য অতি কম নহয়। এওঁলোকৰ দৃষ্টি ঠেক বুৰ্জ্জোৱা শ্ৰেণীৰ আৰু চুক-ভেকুলীৰ দৰে। দেখি ভাব হয় পুথিলেখক আৰু সাংবাদিকসকলে তেওঁলোকৰ ভিতৰতে আৰু তাৰ বাহিৰে ক'ৰবাত দুই-এজনে পঢ়িবৰ কাৰণেহে লেখে, জনসাধাৰণৰ স্বাৰ্থ বা মনোভাৱলৈ একেবাৰেই আওকাণ কৰে। য'ত পথাৰ ইমান বহল আৰু বহুদূৰ বিয়পা, তাত এনেকৈ শক্তি অপব্যয় কৰা কিমান যে শোচনীয়।

হিন্দী সাহিত্য অতীত সম্পদেৰে চহকী, কিন্তু কেৱল অতীতৰ ওপৰতে নিৰ্ভৰ কৰি ই জীয়াই থাকিব নোৱাৰে। মোৰ দৃঢ় বিশ্বাস ইয়াৰ মহৎ ভৱিষ্যত আছে আৰু হিন্দী বাতৰি-কাকতবিলাক পিচত গৈ দেশত বিশেষ শক্তিশালী হৈ উঠিব। কিন্তু বৰ্ত্তমান চলি থকা ৰীতি বৰ্জ্জন কৰি সাহেৰে জনসাধাৰণৰ কাৰণে সাহিত্য ৰচনাত নেলাগিলে উন্নতিৰ আশা নাই।

## সাম্প্ৰদায়িকতা আৰু প্ৰতিক্ৰিয়া

ভনীজনীৰ বিয়াৰ আগে আগে খবৰ আহিল, ইউৰোপত বিঠলভাই পেটেলৰ মৃত্যু হৈছে। বহু দিনৰপৰাই তেওঁ নবিয়া পৰি আছিল। নবিয়াৰ কাৰণেই ভাৰতত তেওঁক ফাটেকৰপৰাও মুকলি কৰি দিয়া হৈছিল। তেওঁৰ মৃত্যু এটা শোকাবহ ঘটনা। আমাৰ সংগ্ৰামৰ মাজতে প্ৰধান প্ৰধান নেতাসকলে এইদৰে এজন এজনকৈ আমাক এৰি যোৱাটো অতিপাত নিৰুৎসাহজনক। বিঠলভাইৰ গুণ কীৰ্ত্তন কৰি বহুতেই লেখিবলৈ ধৰিলে। প্ৰায় সকলোৱেই তেওঁক এজন পাৰ্লামেণ্টীয় নীতি-বিশাৰদ আৰু ব্যৱস্থা পৰিষদৰ সভাপতিৰূপে তেওঁৰ সাফল্যৰ কথা উল্লেখ কৰিবলৈ ধৰিলে। ই স'চা, সন্দেহ নাই। কিন্তু একেটা কথাকে চেপেটা কৰি থকাৰ কাৰণে মোৰ বিৰক্তি লাগিবলৈ ধৰিলে। ভাৰতত নো পাৰ্লামেণ্টৰ কাম কৰাত পাকৈত আৰু সুযোগ্যভাৱে সভাপতিৰ কাম চলাব পৰা মানুহৰ অভাৱ আছে নে। এই কামৰ কাৰণে আমাৰ উকীল মুক্তিয়াৰসকল যথেষ্ট শিক্ষিত। বিঠলভাই তাতকৈয়ো বহুত ডাঙৰ আছিল—তেওঁ আছিল ভাৰতীয় স্বাধীনতাৰ এজন দুৰ্দ্দমনীয় যোদ্ধা।

মই কাশীত থকা সময়খিনিৰ ভিতৰতে হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ আগত বক্তৃতা দিবৰ কাৰণে মোক মাতিছিল। মই আনন্দেৰে নিমন্ত্ৰণ গ্ৰহণ কৰিলো আৰু উপাচাৰ্য্য পণ্ডিত মদনমোহন মালব্যৰ সভাপতিত্বত এখন বিৰাট সভাত বক্তৃতা দিলো।

কওঁতে কওঁতে মই সাম্প্ৰদায়িকতা সম্পৰ্কে বহুত কথা ক'বলগীয়া হ'ল। মই চোকা ভাষাত তাৰ নিন্দা কৰিলোঁ। আক্ৰমণ কৰিবৰ কাৰণে আগৰপৰা মই ঠিক কৰি থোৱা নাছিলোঁ। বহুদিন ধৰি বেলেগ বেলেগ দলৰ সাম্প্ৰদায়িকতাবাদীসকলৰ প্ৰতিক্ৰিয়াশীল কামবোৰ দেখি, মোৰ বৰ খং উঠি আছিল আৰু আলোচনা কৰি থাকোঁতে থাকোঁতে উৎসাহ আৰু উত্তেজনাৰে সেই খংটো বাহিৰত কিছু প্ৰকাশ পালে। মই প্ৰবলভাৱে হিন্দু সাম্প্ৰদায়িকতাবাদীসকলৰ প্ৰগতিবিৰোধী চৰিত্ৰৰ কথা ক'লোঁ, কাৰণ শ্ৰোতাসকল সকলোৱেই যেতিয়া হিন্দু, তাৰ আগত আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলৰ বিষয়ে আলোচনা কৰাৰ অৰ্থ নাই। তেতিয়া মোৰ মনত নেখেলালে যে, যিখন সভাৰ সভাপতি মালব্যজী, সেই সভাত হিন্দু মহাসভাৰ সমালোচনা কৰাটো প্ৰায় ৰুচিবিগৰ্হিতই; কাৰণ মালব্যজী নিজেই তাৰ এটা খুটিৰ নিচিনা। নেখেলোৱাৰ আৰু এটা কাৰণ এই যে আজিকালি তাৰ লগত তেওঁৰ আগৰদৰে ঘনিষ্ঠ সম্বন্ধ নাই, আৰু প্ৰায় এনেকুৱা লাগিছিল তেওঁক যেন নতুন আক্ৰমণশীল নেতাসকলে ঠেলি বাহিৰ উলিয়াই দিলে। যিমান দিন তেওঁৰ প্ৰভাৱ আছিল সিমান দিন মহাসভাই সাম্প্ৰদায়িকতা থাকিলেও ৰাজনীতি ক্ষেত্ৰত প্ৰগতি-বিৰোধী হৈ উঠিব পৰা নাই। কিন্তু পিচলৈ গৈ তাৰ প্ৰকোপ চৰিবলৈ ধৰিলে। কিন্তু মোৰ বিশ্বাস ইয়াত মালব্যজীৰ কোনো হাত নাছিল, আৰু তেওঁ কেতিয়াও ইয়াক অনুমোদনো কৰা নাই। তথাপি মোৰ পক্ষে ই উচিত হোৱা নাই। মই পিচত বুজিলোঁ যে তেওঁৰ নিমন্ত্ৰণৰ অযথা সুবিধা লৈ মই যিবিলাক মন্তব্য কৰিছোঁ, তাৰদ্বাৰা তেওঁৰ মনত বেজাৰ দিয়া হৈছে। তাৰ কাৰণে মই দুখ পাইছিলোঁ।

মোৰ নিৰ্ব্বুদ্ধিতাৰ কাৰণে হোৱা আৰু এটা ভুলৰ কাৰণেও মই দুখ পাইছোঁ। এজনে মোৰ ওচৰলৈ এটা প্ৰস্তাৱৰ নকল পঠাই লেখিছিল, আজমীড় হিন্দু যুৱক সম্মিলনত হেনো সেই প্ৰস্তাৱ গৃহীত হৈছিল। প্ৰস্তাৱটো অতিপাত আপত্তি-জনক আৰু মোৰ কাশীৰ বক্তৃতাত সেই কথা মই উল্লেখ কৰিছিলোঁ। আচলতে কোনো সম্মিলনতে তেনেকুৱা কোনো প্ৰস্তাৱেই গৃহীত হোৱা নাই; কোনোবা দুষ্টৰ সেইটো ধূৰ্ত্তালিহে মাথোন।

মোৰ কাশীৰ বক্তৃতাৰ সংক্ষিপ্ত বিৱৰণ বাতৰিকাকতত প্ৰকাশ পোৱাৰ পিচত কেউফালে হাই-উৰুমি লাগি পৰিল। এই ধৰণৰ কথা-কাণ্ডত মোৰ অভিজ্ঞতা আছে যদিও, হিন্দু মহাসভাৰ নেতাসকলৰ আক্ৰমণত বিহৰ ভাপ দেখি মই অবাক হৈ গ'লোঁ। এইবিলাক আক্ৰমণ ব্যক্তিগত আৰু আলোচ্য বিষয়ৰ লগত তাৰ কোনো সম্বন্ধই নাছিল। তেওঁলোকে সীমা অতিক্ৰম কৰিলে, ময়ো আনন্দই পালোঁ; কাৰণ এই বিষয়ত মোৰ ক'বলগীয়াখিনি খুলি কৈ পঠিয়াবলৈ এটা সুযোগ পালোঁ। মাহৰ পিচত মাহ ধৰি, আন কি মই যেতিয়া ফাটেকত আছিলোঁ, তেতিয়াৰ পৰাই এইবিলাক কথাই মোৰ মনত গাজি-গুমৰি আছিল; কিন্তু প্ৰকাশৰ বাট বিচাৰি পোৱা নাছিলোঁ। এতিয়া কোদোৰ বাহহে যেন জোকাই ল'লোঁ। কোদো মই আগতে পাই থৈছোঁ যদিও এইবোৰ বাদানুবাদ যেতিয়া গালি-শপনিত পৰিণত হয়গৈ, তাত সোমাবলৈ কোনো আনন্দ নাই। কিন্তু ভাৱি-চিন্তি চাবলৈ মোৰ আজাৰিয়েই নহ'ল। মোৰ ধাৰণা মতে যুক্তি-তৰ্কৰ অৱতাৰণা কৰি হিন্দু আৰু মুছলমান দুয়ো সম্প্ৰদায়ৰে

সাম্প্ৰদায়িকতাবাদ সম্পৰ্কে এটা প্ৰবন্ধ লেখিলো। তাত মই দেখুৱালো যে, দুই পক্ষৰ কোনো আচল সাম্প্ৰদায়িকতাবাদী নহয়, আচলতে সামাজিক উন্নতিবিৰোধী সকলেই সাম্প্ৰদায়িকতাৰ মুখা পিন্ধি লুকাই আছে। জেলত থাকোঁতে বাতৰি-কাকতবিলাকৰপৰা গোটেইবা সাম্প্ৰদায়িক নেতাসকলৰ বক্তৃতা আৰু বিবৃতিৰ কিছুমান বিৱৰণ মোৰ হাতত আছিল। মোৰ হাতত ইমান বেচি উপাদান আছিল যে সেই-বোৰক বাতৰি-কাকতৰ প্ৰবন্ধৰ মাজত ভালকৈ সাৰি লগাই থওঁতে মোৰ কষ্টই হৈছিল।

মোৰ এই প্ৰবন্ধটো ভাৰতৰ বাতৰি-কাকতবিলাকত বহুলভাৱে প্ৰচাৰ হ'ল। কিন্তু হিন্দুৱেই হওক, মুছলমানেই হওক, কোনো সাম্প্ৰদায়িকতাবাদীৰপৰা তাৰ উত্তৰ নাহিল, যদিও উভয়ৰ সম্বন্ধেই বহুত কথা আছিল। হিন্দু মহাসভাৰ যিসকল নেতাই নানা ধৰণে চোকা ভাষাত মোক আক্ৰমণ কৰিছিল, এতিয়া তেওঁলোক একে-বাৰেই নিমাত হৈ গ'ল। মুছলমানসকলৰ পক্ষৰপৰা কেৱল ছাৰ মহম্মদ ইক্‌বালে দ্বিতীয় মেজ-মেলৰ বৈঠক সম্পৰ্কে মোৰ কেইটামান ভুল শুধৰাই দিবলৈ চেষ্টা কৰিছিল, ইয়াৰ বাহিৰে তেওঁ মোৰ যুক্তি সম্বন্ধে ওঁ-হেকোঁ একোকে নকৰিলে। ইয়াৰ উত্তৰত মই এটা ইংগিত দিলোঁ যে ৰাজনৈতিক আৰু সাম্প্ৰদায়িক সমস্যাবিলাক গণ-পৰিষদ আহ্বান কৰি মীমাংসা কৰা উচিত। পিচত সাম্প্ৰদায়িকতা সম্পৰ্কে মই আৰু দুই এটা প্ৰবন্ধ লেখিছিলোঁ। এইবিলাক প্ৰবন্ধ মানুহে মৰমেৰে গ্ৰহণ কৰাত আৰু চিন্তাশীল লোকৰ ওপৰত ইয়াৰ প্ৰভাৱ দেখি মোৰ মনত আশা হ'ল। অৱশ্যে মই কল্পনাও কৰা নাই, সাম্প্ৰদায়িকতাৰ পিচফালে যি তীব্ৰ মনোভাৱ আছে তাক যে মই কিবা যাদু মন্ত্ৰেৰে উৰাই দিব পাৰিম। মোৰ কেৱল দেখুৱাবৰ মন আছিল যে ভাৰতৰ আৰু ইংলণ্ডৰ প্ৰতিক্ৰিয়াশীল অংশৰ লগত ঘনিষ্ঠভাৱে সাম্প্ৰদায়িক নেতা-সকলৰ যোগ আছে আৰু কাৰ্য্যক্ষেত্ৰত তেওঁলোক সকলো ৰকমৰ ৰাজনৈতিক, বিশেষকৈ সামাজিক উন্নতিৰ বিৰোধী। তেওঁলোকৰ দাবীসমূহৰ লগত জনসাধাৰণৰ কোনো সম্পৰ্ক নাই। ওখ থাপৰ এমুঠি মানুহৰ স্বাৰ্থসিদ্ধিৰ বাহিৰে তাৰ আৰু কোনো সাৰ্থকতা নাই। এনেকৈয়ে যুক্তি-তৰ্কৰ সহায়েৰে মই যেতিয়া আক্ৰমণ কৰিবলৈ ঠিক কৰি ল'লোঁ, তেতিয়াই কাৰাগাৰৰ আহ্বান আহিল। হিন্দু-মুছলমানৰ মিলনৰ কাৰণে বাৰে বাৰে আবেদন কৰি থকাৰ সাৰ্থকতা আছে যে তাত সন্দেহ নাই, কিন্তু অনৈক্যৰ কাৰণবিলাক বুজিবৰ চেষ্টা নকৰিলে সেইবোৰ ফোপোলা কথা মাত্ৰ। যি হওক বহুতে ভাবে যে সেই যাদু-মন্ত্ৰটো আওৰাই থাকিলেই এদিন মিলন আহি পৰিব।

১৮৫৭-ৰ বিদ্ৰোহৰ পিচৰপৰাই সাম্প্ৰদায়িক প্ৰশ্ন সম্পৰ্কে বৃটিছৰ নীতি নীতি পৰীক্ষা কৰি চালে বহুতো কথা বুজিবলৈ উপাদান পোৱা যায়। হিন্দু আৰু মুছলমানক লগ লাগি কাম কৰাত বাধা দিয়া, আৰু এজনক আনজনৰ বিপক্ষে লগাই দিয়াটো মূলতে অপৰিহাৰ্য্য নীতি আছিল। ১৮৫৭-ৰ পিচত বৃটিছৰ কঠোৰ হাত হিন্দুতকৈ মুছলমানৰ ওপৰতে পৰিল বেচিকৈ। তেওঁলোকে ভাবিলে, মুছলমান-সকলেই বেচি আক্ৰমণশীল আৰু যুদ্ধপ্ৰিয়। ভাৰত শাসনৰ অলপ দিনৰ আগৰ কথা তেওঁলোকৰ মনত আছে, গতিকে এওঁলোকৰপৰাই বিপদৰ আশংকা বেচি। মুছলমান সকলো নতুন শিক্ষা-পদ্ধতিৰপৰা আঁতৰি থাকিলে আৰু চৰকাৰৰ অসন্তুষ্ট

অতি কম চাকৰিহে তেওঁলোকে পালে। এই সকলোকে তেওঁলোকে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। হিন্দুসকলে ইংৰাজী ভাষা শিকি কেৰাণীৰ শ্ৰেণীৰ চাকৰি আনন্দেৰে গ্ৰহণ কৰিবলৈ ধৰিলে আৰু তেওঁলোকক অতি নিৰীহ যেন লগা হ'ল।

ওপৰ খাপৰ অৰ্থাৎ শ্ৰেণীত ইংৰাজী ভাষাত শিক্ষিত সম্প্ৰদায়ৰ মাজত জাতীয়তাবাদ প্ৰবলভাৱে জাগি উঠিল আৰু স্বাভাৱিকতেই ই হিন্দুসকলৰ মাজতহে আছিল, কাৰণ মুছলমানসকল তেতিয়া শিক্ষা বিষয়ত অতি পাচপৰা আছিল। এই জাতীয়বাদৰ সুৰ অতি শান্ত আৰু নিৰীহ আছিল যদিও চৰকাৰে তাক ভাল নেপালে তেওঁলোকে মুছলমানসকলক উৎসাহ দিবলৈ আৰম্ভ কৰিলে, যাতে তেওঁলোকে নতুন জাতীয়তাবাদৰপৰা আঁতৰি থাকে। ইংৰাজী শিক্ষাৰ অভাৱেই আছিল মুছলমান-সকলৰ প্ৰধান বাধা। কিন্তু সেই বাধা যে লাহে লাহে হে আঁতৰিব, তাত সন্দেহ নাই। দূৰদৃষ্টি লৈ বৃটিছসকলে ভৱিষ্যতৰ ব্যৱস্থা কৰিবলৈ সাজু হ'ল আৰু সেই কাৰ্য্যত তেওঁলোকৰ প্ৰধান সহায় হ'ল বিশেষ ব্যক্তিত্ব সম্পন্ন ছাৰ চৈয়দ আহমদ খাঁ।

সম্প্ৰদায়ৰ পাচপৰা অৱস্থা। বিশেষকৈ শিক্ষাৰ শোচনীয় দুৰ্গতি দেখি ছাৰ চৈয়দে বৰ দুখ পাইছিল। বৃটিছ চৰকাৰৰ ওপৰত এওঁলোকৰ কোনো প্ৰভাৱ নাই। চৰকাৰেও এওঁলোকক মকম নেদেখুৱায়। এইটো তেওঁৰ কাৰণে অতি দুখৰ কথা হৈ উঠিল। সেই সময়ৰ বহুত সমসাময়িক লোকৰ দৰে তেৰোঁ বৃটিছৰ ভক্ত আছিল আৰু বিলাতৰপৰা ঘূৰি-পকি আহি অতিপাত বৃটিছ প্ৰভাৱন্বিত হৈছিল যেন লাগে। ইউৰোপ, বিশেষকৈ পশ্চিম ইউৰোপ—যোৱা শতিকাৰ মাজ ভাগত সভ্যতাৰ ওখ টিঙত উঠিছিলগৈ। গোটেই জগততে তাৰ একাধিপত্য, ডাঙৰ হ'বলৈ গ'লে যিবিলাক গুণৰ আৱশ্যক, সেইবিলাক সকলোতে প্ৰকাশ পাইছে। সকলো ক্ষমতা আৰু ধন-সম্পত্তি উচ্চ শ্ৰেণীৰ হাতত, প্ৰশ্ন কৰিবৰ সাধ্য কাৰো নাই। এইটো হৈছে উদাৰপন্থী সকলৰ যুগ, সকলোৰে বিশ্বাস, ভৱিষ্যতে বিৰাট পৰিণতি কিবা এটা হ'ব। এই আচৰিত বাহিৰা চিক্‌মিকনি দেখি ভাৰতীয়সকলে যে তবধ মানিব, তাত আচৰিত হ'বলগীয়া একো নাই। বেচিকৈ হিন্দুসকলেই ইউৰোপ আৰু ইংলণ্ডলৈ গৈ তাৰ অনুৰাগী হৈ স্বদেশলৈ উভতিবলৈ ধৰিলে। লাহে লাহে বাহিৰৰ চিক্‌মিকনি আৰু আড়ম্বৰ দেখি অভ্যাস হৈ গ'ল, প্ৰথমে দেখোঁতে চকুত যেনেকুৱা চমক্ লাগিছিল, লাহে লাহে তেনে নলগা হৈ আহিল। কিন্তু ছাৰ চৈয়দৰ মনত প্ৰথম চাৱনিৰ বিস্ময় আৰু আসক্তি বেচি প্ৰবল আছিল। ১৮৬৯ চনত ইংলণ্ডলৈ গৈ তেওঁ দেশলৈ কিছু-মান চিঠি লেখিলে। ইয়াৰ এখন চিঠিত তেওঁ লেখিছে "ভাৰতত ইংৰাজসকলে কৰা অশিষ্টাচাৰ, আৰু ভাৰতবাসীৰ প্ৰতি জন্তুৰ দৰে কৰা ব্যৱহাৰৰ কাৰণে যদিও মই ইংৰাজক ক্ষমা কৰিব নোৱাৰোঁ, তথাপি মোৰ মনেৰে তেওঁলোকে ভুল ধাৰণাৰ কাৰণেই তেনেকুৱাখিনি কৰে, আৰু অলপ সঙ্কোচেৰে হ'লেও মই এই কথাত স্বীকাৰ কৰিম যে আমাৰ সম্পৰ্কে তেওঁলোকৰ মতামত বৰ বেচি ভুল নহয়। ইংৰাজসকলক তোষা-মোদ নকৰাকৈয়ো মই এটা কথা ক'ব পাৰোঁ যে ভাৰতীয় নেটিভসকল, উচ্চ, নীচ, ব্যৱসায়ী আৰু সৰু সুৰা দোকানী, শিক্ষিত আৰু অনাখৰীসকলক যদি ধৰণ কৰণ শিক্ষা আৰু চৰিত্ৰৰ মহত্ত্বৰ মানদণ্ডত ইংৰাজসকলৰ লগত তুলনা কৰা হয়, তেন্তে দেখা যাব এজন শক্তিমান সুন্দৰ মানুহৰ লগত এটা লেতেৰা পশুৰ যি পাৰ্থক্য;

তেওঁলোকৰ মাজতো সেয়ে পাৰ্থক্য। ভাৰতৰ ইংৰাজসকলে যে আমাক নপুংসক বুলি ভাবে, তাৰ যুক্তি আৰু কাৰণ আছে।.. যিটো মই দেখিছোঁ, দিনে দিনে দেখিব লাগিছোঁ, ভাৰতৰ নেটিভসকলে তাক কল্পনাও কৰিব নোৱাৰিব।... মানুহৰ গাত যিবিলাক ঐহিক আৰু পাৰমাৰ্থিক সজ গুণ থকা উচিত, সেই সকলোখিনি সৰ্ব্ব-শক্তিমান ঈশ্বৰ ইউৰোপক, বিশেষকৈ ইংলণ্ডক দান কৰিছে।"*

ইংলণ্ড আৰু ইউৰোপক ইয়াতকৈ বেচি প্ৰশংসা আৰু কোনেও কৰিব পৰা নাই। ছাৰ ছৈয়দ যে অতিকৈ মুগ্ধ হৈছিল, সেইটো দেখা কথা। তুলনা কৰোঁতে তেওঁ যি কঠিন ভাষা প্ৰয়োগ কৰিছিল, বোধহয় তাৰ উদ্দেশ্য আছিল তেওঁৰ দেশ-বাসীক টোপনিৰপৰা জগাই তুলি সমুখলৈ আগবাঢ়িবলৈ খুচিয়াই দিয়া। এই আগবঢ়া বোলোঁতে তেওঁ বুজিছিল পশ্চিমীয়া শিক্ষাৰ পিনে আগবঢ়াটো। ইংৰাজী শিক্ষাৰ অৰ্থই হ'ল চৰকাৰী চাকৰি, নিৰাপত্তা, প্ৰতিপত্তি আৰু সন্মান। গতিকে শিক্ষা বিস্তাৰৰ কাৰণে তেওঁ সকলো শক্তি নিয়োগ কৰিলে আৰু তেওঁৰ সম্প্ৰদায়ক নিজ মতলৈ আনিবলৈ ধৰিলে। তেওঁ আন কাম বাদ দি এই কামত একাগ্ৰপতীয়াকৈ লাগিল। মুছলমানসকলৰ গতানুগতিকতা আৰু সংশয়ৰ ভাব দূৰ কৰা বৰ টান কাম আছিল, সন্দেহ নাই। হিন্দু বুৰ্জ্জোৱা শ্ৰেণীৰ নতুন জাতীয়তাবাদ তেওঁৰ মনত এটা অবান্তৰ কথাত মন দিয়া যেন লাগিছিল। আৰু সেই কাৰণেই তেওঁ তাৰ বিৰোধিতা কৰিছিল। হিন্দুসকল পশ্চিমীয়া শিক্ষাত অৰ্দ্ধ শতাব্দীতকৈয়ো বেচি আগবঢ়া, তেওঁলোকে চৰকাৰৰ সমালোচনা কৰাৰ বিলাসিতাখিনি কৰিব পাৰে, কিন্তু তেওঁৰ শিক্ষা প্ৰচাৰত চৰকাৰৰ পূৰ্ণ সহযোগিতা লাগিব আৰু তেওঁ এতিয়াই তাত যোগ দি তেওঁৰ উদ্দেশ্য বিফল কৰাৰ দায়িত্ব ল'ব নোৱাৰে। গতিকে তেওঁ এতিয়াও শৰু হৈ থকা কংগ্ৰেছৰপৰা সিফালমুৱা কৰিলে, বৃটিছ চৰকাৰে অতি হেঁপাহেৰে তেওঁক উৎসাহ দিলে।

ছাৰ ছৈয়দৰ মুছলমানৰ কাৰণে পশ্চিমীয়া শিক্ষাত মনোযোগ দিয়াৰ সঙ্কল্প যে ঠিকেই হৈছিল, তাত সন্দেহ নাই। ইয়াৰ বাহিৰে তেওঁলোকে নতুন ধৰণৰ ভাৰতীয় জাতীয়তাবাদ গঠনৰ বিষয়ত কাৰ্য্যকৰীভাৱে যোগ দিব নোৱাৰিলেহেঁতেন আৰু তেওঁলোকতকৈ শিক্ষা আৰু অৰ্থনৈতিক অৱস্থাত টনকিয়াল হিন্দুসকলৰ পোন্ধত ধৰিয়েই চলিব লাগিলহেঁতেন। হিন্দুসকলৰ দৰে তেওঁলোকৰ মাজত বুৰ্জ্জোৱা শ্ৰেণী এটা গঢ় লৈ উঠা নাই। সেই কাৰণে মুছলমানসকলে তেতিয়াও বুৰঞ্জী বিৱৰ্ত্তনৰ ফালৰপৰা বা মতবাদৰ ফালৰপৰা বুৰ্জ্জোৱা ভাৰতীয় আন্দোলনৰ কাৰণে যোগ্য হোৱা নাই। সেই কাৰণে ছাৰ ছৈয়দৰ কাম-কাজ দেখাত মধ্যমপন্থী যেন হ'লেও, আচলতে বিপ্লৱৰ পথেদিয়েই তেওঁ চলিছিল। হিন্দু মধ্যবিত্ত শ্ৰেণীৰ মুৰদঙা লোকসকলে যেতিয়া ইউৰোপীয় উদাৰপন্থীসকলৰ দৰে ভাবিবলৈ আৰম্ভ কৰিছে, তেতিয়াও মুছলমানসকলে গণতন্ত্ৰবিৰোধী সামন্ততান্ত্ৰিক মতবাদত বুৰ গৈ আছিল। কিন্তু দুয়ো শ্ৰেণীয়েই আছিল মধ্যমপন্থী আৰু দুয়ো বৃটিছ শাসনৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হৈছিল। দুই চাৰিজন ধনী মুছলমান জমিদাৰ যি

*হান্স কোণৰ "প্ৰাচ্যৰ জাতীয়তাবাদৰ ইতিহাস"ৰপৰা উদ্ধৃত।

শ্ৰেণীৰ মধ্যমপন্থী, ছাৰ ছৈয়দ আহমদ আছিল সেই শ্ৰেণীৰ। হিন্দুসকলৰ মধ্যমপন্থী নীতি আছিল সতৰ্কভাৱে চলা—ব্যৱসায় বা বেপাৰ-বাণিজ্য কৰা মানুহৰ কাৰণে শিল্প-বাণিজ্য আৰু টকা খটোৱাৰ উপায় বিচৰা। গ্লেডষ্টন, ব্ৰাইট আদি বৃটিছ উদাৰ নীতিৰ উজ্জ্বল পোহৰস্বৰূপ লোকসকলৰপৰা হিন্দু ৰাজনীতিকসকলে প্ৰেৰণা লৈছিল। মুছলমানসকলে সেইটো কৰিছে নে নাই, সেই বিষয়ে মোৰ সন্দেহ আছে। বোধহয়, তেওঁলোক বৃটিছ ৰক্ষণশীল আৰু ইংলণ্ডৰ জমিদাৰ সম্প্ৰদায়ৰ ভক্ত আছিল। আৰ্ম্মেনিয়ান হত্যাকাণ্ডৰ কাৰণে, তুৰস্কক বাৰে বাৰে নিন্দা কৰাৰ কাৰণে তেওঁলোকে গ্লেডষ্টনক চকুপাৰি দেখিব নোৱাৰিছিল। কিন্তু ডিজ্‌ৰেলী তুৰস্কৰ প্ৰতি বন্ধুভাৱৰ আছিল কাৰণে তেওঁলোকে তেওঁৰ প্ৰতি (অৱশ্যে কেইজনমান মুছলমানেহে তেতিয়া এইবোৰ খা-খবৰ ৰাখিছিল) অলপ পক্ষপাতিতা দেখুৱাইছিল।

ছাৰ ছৈয়দ আহমদ খাঁৰ বক্তৃতা আজি-কালি পঢ়িলে অতি আচৰিত যেন লাগে। যেতিয়া কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন হৈছিল, তেতিয়া কংগ্ৰেছৰ অতি সাধাৰণ আৰু সামান্য দাবীৰো সমালোচনা কৰি ১৮৮৭ চনৰ ডিচেম্বৰ মাহত তেওঁ লক্ষ্ণৌত এটা বক্তৃতা দিছিল। ছাৰ ছৈয়দে কৈছিল—"যদি চৰকাৰে আফগানিস্তানৰ লগত যুদ্ধ কৰে বা ব্ৰহ্মদেশ জয় কৰে, তেতিয়া তেওঁলোকৰ নীতি সমালোচনা কৰিবলৈ আমাৰ কোনো অধিকাৰ নাই।...চৰকাৰে আইন প্ৰণয়নৰ কাৰণে এখন কাউন্সিল গঠন কৰিছে... সকলো প্ৰাদেশৰপৰা শাসন কাৰ্য্যত পাকৈত আৰু জনসাধাৰণৰ অৱস্থা সম্বন্ধে জনা-বুজা কৰ্ম্মচাৰীসকলক এই কাউন্সিলত লোৱা হয় আৰু সমাজত উচ্চ মৰ্য্যাদা সম্পন্ন আৰু সভাত বহাৰ উপযুক্ত কেইজনমান ৰাইজকো (ডাঙৰ জমিদাৰ) তাত লোৱা হয়। কোনো কোনোৱে প্ৰশ্ন কৰিব পাৰে যে যোগ্যতাৰ সলনি সামাজিক মৰ্য্যাদা চাই তেওঁলোকক লোৱা হয় কিয়?

মই তোমালোকক সোধোঁ—ধৰি লোৱা তল খাপৰ বা সাধাৰণ তৰপৰ এজন মানুহ। তেওঁ জানিবা বি-এ, এম-এ, পাছ; লগতে তেওঁৰ যোগ্যতাও আছে। সেইবুলি তেওঁ যদি উচ্চ পদ পাই ডাঙৰীয়া লোকসকলৰ জীৱন আৰু সম্পত্তিৰ লগত সম্পৰ্ক থকা আইন-কানুন প্ৰণয়ন কৰিব পৰাৰ ক্ষমতা পায়, ডাঙৰীয়াসকলে সেইটো ভাল পাবনে? কেতিয়াও নেপায়।... এজন উচ্চ বংশৰ মানুহৰ বাহিৰে আন কাকো বৰলাটে তেওঁৰ সহকৰ্ম্মীস্বৰূপে গ্ৰহণ কৰি ভাই-ককাইৰ দৰে ব্যৱহাৰ কৰিব নোৱাৰে। য'ত ডিউক আৰু আৰ্লসকলে খানা খাব, সেইবিলাক ভোজলৈকো তেওঁক নিমন্ত্ৰণ কৰিব লাগিব।... চৰকাৰে আইন প্ৰণয়নৰ যি উপায় লৈছে, তাত জনমতৰ প্ৰতি শ্ৰদ্ধা দেখুৱা নাই বুলি আমি ক'ব পাৰোঁ জানো? ওঁহো, কেতিয়াও নোৱাৰোঁ।"*

এয়া হ'ল ভাৰতৰ গণতান্ত্ৰিক ইচলামৰ নেতা আৰু প্ৰতিনিধিৰ বাণী! আজিৰ দিনত অযোধ্যাৰ তালুকদাৰ, আগ্ৰা, বঙ্গদেশ, বিহাৰৰ জমিদাৰসকলেও সেই ধৰণৰ বক্তৃতা দিবলৈ সাহ কৰিবনে নকৰে সন্দেহ। কিন্তু এই বিষয়ত ছাৰ ছৈয়দ অকলশৰীয়া নহয়। সেই সময়ৰ বহুত কংগ্ৰেছৰ বক্তৃতাতো এনেকুৱা আচৰিত হ'বলগীয়া কথা আছে। কিন্তু এটা কথা ফট্‌ফটীয়াকৈ ওলাই পৰা যেন লাগে। হিন্দু-মুছলমানৰ প্ৰশ্নটোৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক দিশটো তেতিয়া আছিল মুখ্য

* হান্স কোনৰ "প্ৰাচ্যৰ জাতীয়তাবাদৰ ইতিহাস" নামক পুথিৰপৰা।

আৰু অৰ্থনৈতিক অৱস্থাৰ ফালৰপৰা বেচি . সুসজ্জিত মধ্যবিত্ত (হিন্দু) সকলে সামন্ততন্ত্ৰী জমিদাৰ শ্ৰেণীৰ (মুছলমানৰ) পৰা বৰ বাধা পাইছিল। হিন্দু জমিদাৰ-সকল, তেওঁলোকৰ বুৰ্জোৱা শ্ৰেণীৰ লগত বৰ হ'লি-গ'লি থকাৰ কাৰণে বহুতখিনি নিৰাপদ আছিল আৰু আন কি মধ্যবিত্ত শ্ৰেণীৰ দাবীবিলাকো সহানুভূতিৰ চকুৰে চাইছিল; কাৰণ সেইবিলাক দাবীৰ পাচফালে প্ৰায়েই তেওঁলোকৰ প্ৰভাৱ থাকে।

ছাৰ ছৈয়দৰ শক্তিশালী ব্যক্তিত্বই ভাৰতীয় মুছলমানৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে আৰু আলিগড় কলেজেই তেওঁৰ আশা-আকাঙ্ক্ষাৰ প্ৰতীক হৈ উঠিল। পৰিবৰ্ত্তনৰ সময়ত উন্নতিৰ স্পৃহাই সোনকালে তাৰ কামখিনি আদায় কৰি তাৰ পিচত অগ্ৰগতিৰ পথত বাধা সৃষ্টি কৰাত লাগিব পাৰে। ভাৰতৰ উদাৰপন্থীসকল তাৰ জ্বলন্ত দৃষ্টান্ত। তেওঁলোকক দেখিলে এনেকুৱা লাগে যেন তেওঁলোকেই হে পুৰণি কংগ্ৰেছৰ ভাৱধাৰাৰ প্ৰকৃত উত্তৰাধিকাৰী আৰু আমি আহি মিছাকৈয়ে তেওঁলোকৰ ঠাই অধিকাৰ কৰি বহিছোঁহি। মিছা নহয় কথাটো। কিন্তু তেওঁলোকে পাহৰি যায় যে জগতখনৰ পৰিৱৰ্ত্তন হৈ আছে, প্ৰাচীন কংগ্ৰেছৰ ভাৱধাবা পুৰাৰ নিয়মৰ লগত মিলি গ'ল। এতিয়া বাকী আছে তাৰ মাত্ৰ সৌৰৰণিকণ। তেনেকৈয়ে ছাৰ ছৈয়দৰ উপদেশপূৰ্ণ বাণীৰ প্ৰয়োজন আৰু উপযোগিতা তেতিয়া আছিল, কিন্তু সি কেতিয়াও উন্নতিশীল সম্প্ৰদায়ৰ চৰম আদৰ্শ হ'ব নোৱাৰে। বোধহয় তেওঁ যদি আৰু এক পুৰুষৰ পিচৰ লোক হ'লহেঁতেন, তেন্তে তেওঁৰ বাণীক তেওঁ নতুন ৰূপ দিলেহেঁতেন। নাইবা আন আন নেতাসকলে তেওঁৰ বাণীৰ নতুন অৰ্থ দি তাক পিচৰ অৱস্থাত কামত খটুৱালেহেঁতেন। কিন্তু চাৰ ছৈয়দৰ কৃতকাৰ্য্যতা আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধাৰ কাৰণে পুৰণি বিশ্বাস এৰি আগবঢ়াটো আনৰ পক্ষে টান হৈ পৰিছে আৰু দুৰ্ভাগ্যবশতঃ মুছলমান সম্প্ৰদায়ৰ ভিতৰত নতুন পথ দেখুৱাব পৰা অলপ অসাধাৰণ যোগ্যতা থকা লোকৰ বৰ অভাৱ। আলিগড় কলেজে বহুত ভাল কাম কৰিছে, বহুতো যোগ্য লোক গঢ়ি তুলিছে, শিক্ষিত মুছলমানসকলৰ মানসিক গতি পৰিৱৰ্ত্তন কৰিছে, তথাপি সি তাৰ পুৰণি সাঁচটোৰ পৰা বাহিৰ হৈ আহিব নোৱাৰে—সামন্ততান্ত্ৰিক মনোভাৱে তাৰ ওপৰত ৰাজত্ব কৰিছে; ছাত্ৰৰ সাধাৰণ উচ্চ আকাঙ্ক্ষাৰ লক্ষ্য হৈছে চৰকাৰী চাকৰি পোৱাটো। সহজে নোপোৱা বস্তু বিচাৰি আকাশৰ গ্ৰহ-নক্ষত্ৰত ঘূৰি ফুৰাৰ দুৰাকাঙ্ক্ষা তেওঁৰ নাই : এটা ডেপুটি কলেক্টৰৰ পদ পালেই হৈ গ'ল। মহান ইচলাম গণতন্ত্ৰৰ তেওঁ সৈনিক, এই কথা মনত পেলাই তেওঁৰ অহঙ্কাৰৰ তৃপ্তিসাধন কৰা হয় আৰু এই ভ্ৰাতৃত্বৰ প্ৰমাণ হিচাপে 'তুৰ্কী ফেজ' বোলা ৰঙা টুপী গৰ্ব্বৰ ভঙ্গীৰে মূৰত সুমুৱায়, কিন্তু কিছু দিন হৈছে, তুৰ্কীসকলে হ'লে নিজেই সেই টুপী সম্পূৰ্ণৰূপে বৰ্জ্জন কৰিছে। সেইটো তেওঁৰ এটা অপূৰ্ব্ব গণতান্ত্ৰিক অধিকাৰ—যাৰ বলত তেওঁ সমস্ত মুছলমান ভাইৰ লগত একেলগে আহাৰ আৰু উপাসনা কৰিব পাৰে—আৰু সেই সম্বন্ধে মন থিৰ কৰি লৈ তাৰ বাহিৰে ভাৰতত আন কোনো ধৰণৰ ৰাজনৈতিক গণতন্ত্ৰৰ অস্তিত্বৰ কথা ভাবি মূৰ নঘমায়।

দৃষ্টিৰ এই সঙ্কীৰ্ণতা, চৰকাৰী চাকৰিৰ কাৰণে হাকুলি-বিকুলি কৰা কেৱল আলিগড় আৰু আন আন ঠাইৰ মুছলমান ছাত্ৰৰ মাজতে আবদ্ধ নহয়, হিন্দু ছাত্ৰ-

সকলৰ মাজতো ইয়াক সমানভাৱে পোৱা যায় আৰু তেওঁলোকৰ ক্ষেত্ৰতো ভাগ্যৰ লগত সংগ্ৰামপ্ৰৱণতাৰ যোগ অতি কমহে দেখা যায়। কিন্তু পাৰিপাৰ্শ্বিক অৱস্থাৰ হেঁচাত তেওঁলোকৰ ভিতৰত কোনো কোনো ছাত্ৰ গতানুগতিক পথৰপৰা উফৰি পৰে। তেওঁলোকৰ সংখ্যা বৰ বেচি অথচ চাকৰিৰ সংখ্যা হ'ল কম। গতিকে তেওঁলোক শ্ৰেণীভ্ৰষ্ট শিক্ষিত সম্প্ৰদায়ত পৰিণত হয় আৰু এওঁলোকেই বৈপ্লৱিক জাতীয় আন্দোলনবিলাকৰ ৰাজহাড়।

বিংশ শতিকাৰ প্ৰথম ছোৱা কালত ছাৰ চৈয়দ আহমদ খাঁৰ ৰাজনৈতিক বাণীৰ ফল হিচাপে থোঁৱা অৱস্থাৰপৰা মুছলমান সম্প্ৰদায় সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাই। তেনে অৱস্থাৰ কাৰণেই নতুনকৈ জাগি উঠা জাতীয় আন্দোলনৰ লগত মুছলমান-সকলৰ বিভেদ সৃষ্টি কৰিবলৈ বৃটিছ চৰকাৰে বহুত সুবিধা পাইছিল। ১৯১৯ চনত ছাৰ ভেলেণ্টাইন চিৰ'লে তেওঁৰ "ইণ্ডিয়ান আনৰেণ্ট্" নামৰ পুথিত লেখিছিল-- "এটা কথা ন-দি ক'ব পাৰি যে আজি-কালিৰ নিচিনা আন কোনো সময়তেই ভাৰতীয় মুছলমানসকলে সমূহীয়াকৈ নিজৰ স্বাৰ্থ আৰু আশা-আকাঙ্ক্ষা, বৃটিছ-শাসনৰ স্থায়িত্ব আৰু প্ৰতিষ্ঠাৰ লগত ঘনিষ্ঠভাৱে এক কৰি চোৱা নাই।" ৰাজনীতি ক্ষেত্ৰত ভৱিষ্যদ্বাণী কৰাৰ বিপদ আছে। ছাৰ ভেলেণ্টাইনৰ সেইখিনি লেখাৰ পাঁচ বছৰ পিচতেই মুছলমান শিক্ষিত সম্প্ৰদায়ে দুঃসাধ্য উদ্যমেৰে তেওঁলোকৰ ভৰিৰ শিকলি ভাঙি-ছিঙি আহি কংগ্ৰেছৰ ওচৰত থিয় দিছিলহি। দহ বছৰৰ ভিতৰত ভাৰতৰ মুছলমানসকলে যেন কংগ্ৰেছকো চেৰ পেলাই গৈছিল আৰু ইয়াৰ নেতাৰ আসন গ্ৰহণ কৰিছিল। কিন্তু এই দহ বছৰত মহাযুদ্ধ আহিছে, গৈছে, আৰু থৈ গৈছে এখন থান-বান হৈ যোৱা অশান্ত জগৎ।

তথাপি ছাৰ ভেলেণ্টাইনৰ সেই ধৰণৰ সিদ্ধান্তত উপনীত হোৱাৰ যুক্তিপূৰ্ণ কাৰণ আছে। আগা খাঁই মুছলমানসকলৰ নেতা হিচাপে দেখা দিলে আৰু এই ঘটনাৰপৰা প্ৰমাণ হ'ল, তেওঁলোক মধ্যযুগীয় সামন্ততান্ত্ৰিক ভাৱধাৰাৰ কিমান ভক্ত। কাৰণ আগা খাঁ বুৰ্জোৱা শ্ৰেণীৰ নেতা নহয়। তেওঁ এজন অগাধ সম্পত্তিশালী সামন্ত আৰু এটা সম্প্ৰদায়ৰ নেতা। বৃটিছ শাসক সম্প্ৰদায়ৰ লগত তেওঁৰ ঘনিষ্ঠতাৰ কাৰণে ইংৰাজৰ চকুত তেওঁ একেবাৰেই "মনৰ মানুহ"। তেওঁৰ ৰুচি মাৰ্জ্জিত, মানুহজন বৰ ভদ্ৰ, সৰহ ভাগ সময় তেওঁ ইউৰোপতে থাকে, ঘোঁৰা-দৌৰ আৰু খেল-ধেমালি লৈ ধনী ইংৰাজ জমিদাৰসকলৰ নিচিনাকৈ দিন নিয়ায়। গতিকেই মানুহ হিচাপে বা সম্প্ৰদায়ৰ ফালৰপৰা তেওঁ ঠেক মনৰ হ'বই নোৱাৰে। তেওঁ মুছলমান সকলৰ নেতৃত্ব কৰাৰ অৰ্থ মুছলমান জমিদাৰ সম্প্ৰদায় আৰু ক্ৰমান্বয়ে বাঢ়ি অহা বুৰ্জোৱাশ্ৰেণীক বৃটিছ চৰকাৰৰ লগত একেডাল সূতাৰে গাঁথি দিয়া। সাম্প্ৰদায়িক স্বাৰ্থৰ কথা পিচত আহিলেও, এই মূল উদ্দেশ্যৰ কাৰণেই তাৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। ছাৰ ভেলেণ্টাইন চিৰ'লে আমাক শুনাইছে, আগা খাঁই বোলে বৰলাট লৰ্ড মিণ্টোক বুজাই দিছিল যে, "বঙ্গ বিভাগৰ ফলত সৃষ্টি হোৱা ৰাজ-নৈতিক পৰিস্থিতি সম্পৰ্কে মুছলমানসকলৰ মত হৈছে এই যে, যদি হিন্দুসকলক হঠাৎ কিবা ৰাজনৈতিক অধিকাৰ দিয়া হয়, তেতিয়া হ'লে সংখ্যাগুৰু হিন্দুৰ প্ৰাধান্য লাভ কৰাৰ পথেই নিৰ্ম্মাণ হ'ব। তাৰ ফলত বৃটিছ শাসন টিকাই ৰখাটো টান

হ'বগৈ আৰু যাৰ ৰাজভক্তি সম্পৰ্কে কোনো সন্দেহৰ থল নাই—সেই সংখ্যালঘু মুছলমানসকলৰ কাৰণেও সমান বিপদৰ কথা হ'ব।"

কিন্তু দেখাত বৃটিছ চৰকাৰৰ আঁচলত ধৰি থিয় হোৱাৰ পাচফালে আন আন শক্তিয়ে কাম কৰিছিল। নতুন মুছলমান বুৰ্জ্জোৱাশ্ৰেণী অনিবাৰ্য্যৰূপে চলোৱা ব্যৱস্থাৰ ওপৰত ক্ৰমে ক্ৰমে অসন্তুষ্ট হৈ জাতীয় আন্দোলনৰ ফালে ঢাল খাইছিল। আগা খাঁই নিজেও সেইটো লক্ষ্য কৰিছিল আৰু বৃটিছক স্পষ্ট ভাষাত সাৱধান কৰিও দিছিল। ১৯১৪ চনৰ জানুৱাৰী মাহত তেওঁ "এডিনবৰা ৰিভিউ"ৰ যোগেদি (যুদ্ধৰ বহু আগতে) উপদেশ দিছিল যে, চৰকাৰে হিন্দু আৰু মুছলমানৰ মাজত অমিল ঘটোৱাৰ নীতি এৰা উচিত আৰু সকলো ধৰ্ম্ম আৰু সম্প্ৰদায়ক একেটা দলত ভুক্ত কৰি তেওঁলোকে হিন্দু আৰু মুছলমানেৰে লগ লাগি নতুন ভাৰতৰ যি নতুন জাতীয় আন্দোলনৰ সৃষ্টি কৰিছে, তাৰ বিৰুদ্ধে ব্যৱস্থা লোৱা উচিত। ইয়াৰপৰা ভালকৈ বুজা যায় যে, মুছলমানৰ সাম্প্ৰদায়িক ভাবাৰ্থতকৈ ভাৰতৰ ৰাজনৈতিক পৰিৱৰ্ত্তনৰ গতিৰোধ কৰাৰ ফালেহে তেওঁৰ আগ্ৰহ বেচি আছিল।

কিন্তু আগা খাঁই হওক, বৃটিছ চৰকাৰেই হওক, মুছলমানৰ বুৰ্জ্জোৱা শ্ৰেণীক জাতীয়তাবাদৰ পিনে আগবঢ়াত বাধা দিব পৰা নাই। এই আগবঢ়াৰ বেগ মহাযুদ্ধই বঢ়াই দিলে। নতুন নতুন নেতাই আহি দেখা দিলে, আগা খাঁ পিচ পৰি গ'ল। আলিগড় কলেজৰো সুৰ বেলেগ হ'ল। নতুন নেতাসকলৰ ভিতৰত আলি ভ্ৰাতৃদ্বয় আলিগড় কলেজৰ ছাত্ৰ। এতিয়াৰপৰা ডাঃ এম. এ. আনচাৰী, মৌলানা আবুল কালাম আজাদ, আৰু আন আন বুৰ্জ্জোৱা শ্ৰেণীৰ নেতাসকলে মুছলমান ৰাজনৈতিক আন্দোলনৰ প্ৰধান ভাৰত ভাও দিবলৈ ধৰিলে। অলপ মধ্যমপন্থী হিচাপে মিঃ এম. এ. জিন্নায়ো যোগ দিলে। গান্ধীজীয়ে এইসকল নেতাৰ সৰহখিনিকে (মিঃ জিন্নাৰ বাহিৰে) আৰু সাধাৰণ মুছলমানসকলক অসহযোগ আন্দোলনলৈ লৈ আহিলে। তেওঁলোকে ১৯১৯-২৩-ৰ ঘটনাসমূহত আগ-ভাগেই লৈছিল।

তাৰ পিচত প্ৰতিক্ৰিয়া আহিল। হিন্দু আৰু মুছলমান দুয়োটা সম্প্ৰদায়ৰে সাম্প্ৰদায়িক আৰু নৰমপন্থী পিচ পৰি থকা লোকসকলে আকৌ তেওঁলোকৰ খোৰোঙৰপৰা ওলাই আহিল। লাহে লাহে হ'লেও সি চলিয়েই থাকিল। সাম্প্ৰদায়িক মনোমালিন্যৰ কাৰণে হিন্দু মহাসভা এইবাৰ প্ৰথম গা জোকাৰি থিয় হ'ল। হ'লেও সি অৱশ্যে কংগ্ৰেছৰ ওপৰত বেচি প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। মুছলমান জনসাধাৰণৰ ওপৰত তেওঁলোকৰ পুৰণি মৰ্য্যাদা আকৌ প্ৰতিষ্ঠা কৰাত বেচি সফল হ'বলৈ ধৰিলে। তথাপি এদল শক্তিশালী নেতা কংগ্ৰেছৰ ফালে আছিল। ইতিমধ্যে চৰকাৰে মুছলমান সাম্প্ৰদায়িক নেতাসকলক সকলো বিষয়ে উৎসাহ দিবলৈ ধৰিলে। ৰাজনীতি ক্ষেত্ৰত তেওঁলোক অতিশয় প্ৰতিক্ৰিয়াশীল। তেওঁলোক কৃতকাৰ্য্য হোৱা দেখি হিন্দু মহাসভায়ো তেওঁলোকৰ লগত ফেৰ পাতি প্ৰতিক্ৰিয়া দেখুৱাবলৈ ধৰিলে; তেওঁলোকৰ আশা আছিল এই উপায়ে তেওঁলোকো চৰকাৰৰ বিশ্বাসভাজন হ'ব পাৰিব। বহুতো প্ৰগতিশীল মানুহক হিন্দু মহাসভাৰপৰা বাহিৰ কৰি দিয়া হ'ল।' বহুতে নিজ ইচ্ছাৰেই বাহিৰ ওলাই গ'ল। হিন্দু মহাসভা ক্ৰমে

ক্ৰমে উচ্চ-মধ্যবিত্তশ্ৰেণী, বিশেষকৈ ধনী আৰু মহাজনশ্ৰেণীৰ ফালে ঢাল ল'বলৈ ধৰিলে।

দুয়ো পক্ষৰে সাম্প্ৰদায়িক নেতাসকলে আইন সভাত সভ্যৰ সংখ্যা লৈ তৰ্ক বিতৰ্ক কৰে আৰু তেওঁলোকে ভাবে যে চৰকাৰেই মধ্যম কৰি সহায় কৰি তাৰ কিবা এটা মীমাংসা কৰি নিদিলে আৰু উপায় নাই। এইটো হৈছে মধ্যবিত্তশ্ৰেণীৰ শিক্ষিত সম্প্ৰদায়ৰ কাৰণে চাকৰি আৰু কাম বিচৰাৰ সংঘৰ্ষ। সকলোকে সন্তুষ্ট কৰিব পৰাকৈ ইমান চাকৰি নাই। হিন্দু আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলে তাকে লৈ কাজিয়া কৰিবলৈ ধৰিলে। হিন্দুসকলৰ হাততেই বৰ্ত্তমান বেচি চাকৰি আছে কাৰণে তেওঁলোকে তাকে ৰাখি খাবৰ কাৰণে দাবী কৰিবলৈ ধৰিলে; সিপক্ষৰ প্ৰাৰ্থনাৰ মাত্ৰাও চৰি গ'ল। চাকৰিৰ কাৰণে হোৱা কাজিয়াৰ পিচফালেও কাজিয়াৰ আৰু বহুত কাৰণ আছিল। সেইবোৰ সাম্প্ৰদায়িক নহ'লেও সাম্প্ৰদায়িক সমস্যা বিলাকৰ ওপৰত তাৰ যথেষ্ট প্ৰভাৱ পৰিছিল। মুঠতে পঞ্জাব আৰু বঙ্গদেশত হিন্দুসকল ধনী, মহাজন আৰু নগৰীয়া লোক; আৰু মুছলমানসকল হ'ল, দুৰ্ভগীয়া, ধৰুৱা আৰু গাঁওবাসী। গতিকে দুয়োৰে মাজত সমস্যা অৰ্থনৈতিক হ'লেও, সি সাম্প্ৰদায়িক ৰূপত দেখা দিয়ে। গাঁৱৰ ধাবৰ বোজা কমাবৰ কাৰণে বিভিন্ন প্ৰাদেশিক আইনসভাত উত্থাপন কৰা (বিশেষকৈ পঞ্জাৱত) বিল লৈ হোৱা আলোচনাত সেইটো ফটফটীয়াকৈ বুজা গৈছিল। হিন্দু মহাসভাৰ প্ৰতিনিধি-সকলে ধনী মহাজনশ্ৰেণীৰ পক্ষ লৈ বিলৰ বিৰোধিতা কৰিছিল।

মুছলমান সাম্প্ৰদায়িকতা সমালোচনা কৰি হিন্দু মহাসভাই তেওঁলোকৰ নিৰ্দ্দোষ জাতীয়তাবাদৰ ওপৰত ভিৰ দিয়ে। মুছলমান প্ৰতিষ্ঠানবিলাকে তেওঁ-লোকৰ সাধাৰণ সাম্প্ৰদায়িক বিভেদনীতিৰ যি চিনাকি দিছে, সি সকলোৱে জনা আৰু অতি ফটফটীয়া কথা। হিন্দু মহাসভাৰ সাম্প্ৰদায়িকতা সিমান জল্ জল্ পট্ পট্‌কৈ ওলাই নেথাকে। কাৰণ সি জাতীয়তাৰ মুখা পিন্ধি থাকে। ওখ খাপৰ হিন্দুসকলৰ স্বাৰ্থৰ ক্ষতিকাৰক কোনো জাতীয় আৰু গণতান্ত্ৰিক সমাধানৰ প্ৰস্তাৱ সমুখত এটা পৰীক্ষাৰ দৰে থিয় দিয়েহি আৰু এই পৰীক্ষাত হিন্দু মহাসভা বাৰে বাৰে পৰাজিত হৈছে। সংখ্যাগৰিষ্ঠ সম্প্ৰদায়ৰ ইচ্ছাৰ বিপক্ষে আৰু সংখ্যা-লঘিষ্ঠসকলৰ অৰ্থনৈতিক স্বাৰ্থৰ কাৰণে তেওঁলোকে সিন্ধু প্ৰদেশ বেলেগাই পেলোৱাৰ প্ৰস্তাৱত অনবৰতে বাধা দি আহিছে।

কিন্তু হিন্দু আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলে ঘূৰণীয়া মেজ-মেলৰ বৈঠকত অতি আচৰিতভাৱে জাতীয়তাবাদৰ প্ৰতি দ্ৰোহ আচৰণ কৰিছে আৰু প্ৰতিক্ৰিয়াশীলতা দেখুৱাইছে। বৃটিছ চৰকাৰে কেৱল পকা সাম্প্ৰদায়িকতাবাদী মুছলমানসকলকহে মনোনীত কৰিব লাগে বুলি দাবী কৰিছিল আৰু এওঁলোকে আগা খাঁৰ নেতৃত্বত অতিপাত প্ৰতিক্ৰিয়াশীল দলৰ লগত যোগ দিছিল। বৃটিছ ৰাজনীতিত এই দল কেৱল ভাৰতৰ চকুতে নহয়, ইংলণ্ডৰ উন্নতিশীল দলবিলাকৰ চকুতো অতিপাত প্ৰতিক্ৰিয়াশীল। আগা খাঁ আৰু এওঁৰ দলৰ লগত লৰ্ড লয়েড আৰু তেওঁৰ দলৰ সম্মিলনত এটা নোহোৱা-নোপজা কথা। তেওঁলোকে আঁৰু অলপ আগবাঢ়ি ইউৰোপীয়ান এছ'চিয়েছন আৰু আন আন দলৰ প্ৰতিনিধিসকলৰ

লগত চুক্তিত সোমাইছিল। ই অতি নিৰাশজনক, কাৰণ এই এছ'ছিয়েছন ভাৰতীয় স্বাধীনতাৰ আটাইতকৈ প্ৰবল আৰু লগতে অতিপাত আক্ৰমণশীল প্ৰতিদ্বন্দী।

হিন্দু মহাসভাৰ প্ৰতিনিধিসকলে স্বাধীনতাৰ বাটত হেঙাৰস্বৰূপ যি বৃটিছ, তাৰে স্বাৰ্থ ৰাখিবৰ কাৰণে নানা ধৰণৰ ৰক্ষা-কৱচ (বিশেষকৈ পঞ্জাৱত) দাবী কৰিবলৈ ধৰিলে। বৃটিছ চৰকাৰৰ লগত সহযোগিতা কৰাৰ অভিপ্ৰায় প্ৰকাশ কৰি, তেওঁলোকে মুছলমানসকলকো প্ৰতিযোগিতাত ঘটুৱাবৰ যত্ন কৰিলে, কিন্তু তাৰ কোনো ফল নধৰিলে। তেওঁলোকৰ উদ্দেশ্যও সিদ্ধি নহ'ল, স্বাধীনতাৰ প্ৰতিও বিশ্বাসঘাতকতা কৰা হ'ল। মুছলমানসকলে অন্ততঃ কিছু মৰ্য্যাদাৰে কথা কৈছিল, কিন্তু হিন্দু সাম্প্ৰদায়িকতাবাদীসকলৰ সিও নাছিল।

এটা কথা মোৰ মনত আচৰিত লাগে যে, দুয়ো পক্ষৰে সাম্প্ৰদায়িক নেতা-সকলেই উচ্চশ্ৰেণীৰ ৰক্ষণশীল প্ৰতিক্ৰিয়াপন্থীসকলৰ প্ৰতিনিধি আৰু এইসকল লোকে জনসাধাৰণৰ ধৰ্ম্মভাৱৰ সুযোগ আৰু সুবিধা লৈ কেনেকৈ সমানভাৱে নিজৰ স্বাৰ্থ সিদ্ধি কৰে। দুয়ো পক্ষই অৰ্থনৈতিক সমস্যাবিলাক লুকুৱাই ৰাখিবলৈ বা তাৰপৰা আঁতৰি যাবলৈ চেষ্টা কৰে। কিন্তু সোনকালেই এনেকুৱা সময় আহি পৰিব, যেতিয়া ইয়াক আৰু হেঁচি ৰখা সম্ভৱ নহ'ব, তেতিয়া দুয়ো পক্ষৰ নেতা-সকলে আগা খাঁৰ বিশ বছৰৰ আগৰ পৰিৱৰ্ত্তনমূলক ভাৱধাৰাৰ বিৰোধিতা কৰিবই, ইয়াত মোৰ অকণো সন্দেহ নাই। সি এতিয়াই ওলাই পৰিছে, হিন্দু আৰু মুছল-মান সাম্প্ৰদায়িকতাবাদীসকলে বাহিৰত যিমানেই কাজিয়া নকৰক, ব্যৱস্থা-পৰিষদ আৰু আন ঠাইত প্ৰতিক্ৰিয়াশীল আইন আদি প্ৰণয়ন আৰু প্ৰৱৰ্ত্তন কৰাত এওঁলোকে একমত হৈ চৰকাৰক সাহায্য কৰে। যিডাল সূতাত এই তিনিও পক্ষ একেলগে বন্ধা আছে, তাৰ ভিতৰত অটোৱা চুক্তিও এটা।

ইতিমধ্যে ৰক্ষণশীল দলৰ অতিপাত সোঁপন্থীসকলৰ লগত আগা খাঁৰ ঘনিষ্ঠতা কেনে সুন্দৰভাৱে চলিছে, সিও লক্ষ্য কৰিবলগীয়া কথা। ১৯৩০-ৰ অক্টোবৰ মাহত তেওঁ বৃটিছ নেভী লীগৰ ভোজসভাত মাননীয় আলহীস্বৰূপে নিমন্ত্ৰণ পাইছিল। তাৰ সভাপতি আছিল লৰ্ড লয়েড্। তেওঁ বৃষ্টল ৰক্ষণশীল সম্মিলনত বৃটিছ নৌ-বল বৃদ্ধি আৰু শক্তিশালী কৰাৰ যি প্ৰস্তাৱ কৰিছিল, তাক আগা খাঁই অন্তৰেৰে সমৰ্থন কৰিছিল। দেখা গ'ল ভাৰতীয় নেতা এজন সাম্ৰাজ্য ৰক্ষা আৰু ইংলণ্ডৰ নিৰাপত্তাৰ কাৰণে কিমান চিন্তিত। মিঃ বল্ডুইন বা নেশ্যনেল চৰকাৰতকৈয়ো বৃটিছৰ যুদ্ধৰ আহিলা পাতি বঢ়োৱাত তেওঁ বেচি ব্যস্ত। অৱশ্যে শান্তিৰ কাৰণেই তেওঁৰ ইমান মূৰ কামোৰণি।

পিচৰ মাহত, ১৯৩৪-ৰ নবেম্বৰত বাতৰি ওলাল বোলে ঘৰুৱাভাৱে এখন ছাঁয়া-ছবি দেখুওৱা হৈছিল। তাৰ উদ্দেশ্য হেনো আছিল "বৃটিছ ৰাজমুকুটৰ লগত মুছলমান জগতৰ চিৰস্থায়ী বন্ধুত্ব দৃঢ় কৰা।" শুনা গ'ল এই ক্ষেত্ৰত আগা খাঁ আৰু লৰ্ড লয়েড্ সম্মানিত অতিথি আছিল। দেখিলে এনেকুৱা লাগে যেন আগা খাঁ আৰু লয়েড্ ছিঙিব নোৱাৰা বান্ধোনত বান্ধ খাই থকা দুখন হৃদয়, আৰু সাম্ৰাজ্যিক বিষয়ত দুয়োখন হৃদয়ত একে লগে স্পন্দন উঠে। ঠিক আমাৰ জাতীয় ৰাজনীতি ক্ষেত্ৰত হাপ্‌দু-জয়াকৰৰ দৰে। ইও লক্ষ্য কৰিবলগীয়া কথা যে, দুয়োজনৰ

ভিতৰত ইমান হ'লি-গ'লি যে তেতিয়া লৰ্ড লয়েডে ভাৰতক বহুত দিয়া হৈছে বুলি দুৰ্ব্বলতা বোধ কৰি তাৰ কাৰণে নেশ্যনেল গৱৰ্ণমেণ্ট আৰু চৰকাৰী ৰক্ষণশীল দলৰ নেতাসকলক ক্ৰমে ক্ৰমে চোকাভাৱে আক্ৰমণ কৰিছিল।*

কিছু দিন হ'ল মুছলমান সাম্প্ৰদায়িকতাবাদী নেতাসকলৰ বক্তৃতা আৰু বিবৃতিত এটা নতুন কথা লক্ষ্য কৰা হৈছে। বাস্তৱতে ইয়াৰ কোনো গুৰুত্ব নাই আৰু বহুতে তেনেকৈ ভাবে নে নেভাবে মোৰ সন্দেহ আছে। তথাপি ইয়াৰ মাজত সাম্প্ৰদায়িক মনোবৃত্তি আছে বুলি ফট্‌ফটীয়াকৈ ওলাই পৰিছে আৰু তাক বৰ বেচিকৈ প্ৰাধান্য দিয়া হৈছে। ভাৰতত 'মুছলিম নেশ্যন', 'মুছলিম কালচাৰ' আদি কথাৰ ওপৰত ভিৰ দি দেখুৱা হৈছে যে হিন্দু আৰু মুছলমান সংস্কৃতি পৰস্পৰ-বিৰোধী, বেলেগ বস্তু, যাৰ কোনো মিল হ'ব নোৱাৰে। ইয়াৰপৰা এই সিদ্ধান্তত উপনীত নহৈ নোৱাৰি যে, (কথাটো যদিও মুকলিভাৱে কোৱা হোৱা নাই) বৃটিছ সদায় হাতত তুলাচনী লৈ ভাৰতত উপস্থিত থাকি দুয়ো সংস্কৃতিৰে মধ্যস্থতা কৰিব।

কেইজনমান হিন্দু সাম্প্ৰদায়িক নেতায়ো ঠিক এনেকৈয়ে চিন্তা কৰে। পিচে পাৰ্থক্য ইমানেই যে, তেওঁলোকে সংখ্যাগৰিষ্ঠ বুলি আশা কৰে, তেওঁলোকৰ সংস্কৃতিয়েই অৱশেষত জয়ী হ'ব।

হিন্দু আৰু মুছলিম 'সংস্কৃতি' আৰু 'মুছলিম নেশ্যন'—এই শব্দাবিলাকে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যত লৈ গবেষণা কৰিবৰ কাৰণে কিমান যে আনন্দদায়ক নতুন নতুন পথৰ সন্ধান দিয়ে। ভাৰতত মুছলমান জাতি—জাতিৰ মাজতে আৰু এটা জাতি—সমূলি সঙ্ঘবদ্ধ নহয়, সকলো বহল আৰু অনিয়ন্ত্ৰিত। ৰাজনীতি ক্ষেত্ৰত এই ভাবৰ কোনো অৰ্থ নাই, অৰ্থনৈতিক ক্ষেত্ৰত ই এটা অসম্ভৱ কল্পনা, ই আলোচনাৰো অনুপযুক্ত। তথাপি ইয়াৰপৰা আমি এক ধৰণৰ মনোবৃত্তিৰ কথা বুজিব পাৰোঁ। মধ্য যুগত আৰু তাৰ পিচতো এই শ্ৰেণীৰ স্বতন্ত্ৰ আৰু স্বয়ম্পূৰ্ণ "বিভিন্ন জাতি" একেলগেই বাস কৰে। অটমান চুলতানসকলৰ প্ৰথম আমোলৰ কনষ্টাণ্টিন্ পলত এই ধৰণৰ বেলেগ বেলেগ জাতি বেলেগে বেলেগে আছিল, আৰু লেটিন খৃষ্টান, নৈতিক খৃষ্টান, ইহুদী আদিৰ বহুতখিনি ৰাজনৈতিক স্বতন্ত্ৰতাও আছিল। এয়ে ভৌগোলিক সীমাৰ বাহিৰে জাতিগত প্ৰেমৰ সূচনা, যি এই সময়ত পূবৰ বহুত দেশৰে মনত সপোনত ভূতে ধৰাৰ নিচিনাকৈ হেঁচি ধৰিছে। গতিকে 'মুছলিম্ নেশ্যন' বুলিলে ইয়াকে বুজায় যে জাতি বুলি একো নাই, কেৱল ধৰ্ম্মৰ বান্ধোন আছে; তাৰ অৰ্থ হ'ল যে, আধুনিকভাৱে জাতি বুলিলে যি বুজায় তাক কোনোমতেই গঠন কৰিবলৈ দিয়া নহ'ব; তাৰ অৰ্থ আধুনিক সভ্যতা বিসৰ্জ্জন দি আকৌ মধ্যযুগলৈ উভতি যাব লাগিব; অৰ্থাৎ হয় স্বেচ্ছাচাৰী চৰকাৰ, নহয় বৈদেশিক চৰকাৰ; চূড়ান্তভাৱে ইয়াৰ অৰ্থ এটা মানসিক ভাববিলাস, যাৰপৰা জানিয়েই বা নেজানিয়েই বাস্তৱৰ, বিশেষকৈ অৰ্থনৈতিক বাস্তৱৰ সন্মুখীন হ'বলৈ

* বৰ্ত্তমান কেইজনমান বৃটিছ লৰ্ড আৰু ভাৰতীয় মুছলমান লৈ এখন কাউন্সিল গঠন কৰা হৈছে। অতিপাত ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীলসকলৰ মাজত মিলন আৰু ঐক্য সাধনেই ইয়াৰ উদ্দেশ্য।

অনিচ্ছা আহি পৰে। ভাবাৱেগৰ আগত অনেক সময়ত যুক্তি নিটিকে; গতিকে যুক্তিহীন বুলিয়েই আমি তাৰ প্ৰতি আওকান কৰি থাকিব নোৱাৰোঁ। 'মুছলিম নেশ্যন'ৰ ধাৰণা কেইজনমান লোকৰ সাৰুৱা মগজুৰ কল্পনা মাত্ৰ। বাতৰি-কাকতত প্ৰকাশ নোপোৱা হ'লে, অতি কম মানুহেই ইয়াৰ কথা জানিলেহেঁতেন। তথাপি যদি সৰহ ভাগ মানুহৰ তেনেকুৱা বিশ্বাস থাকে, সি বাস্তৱৰ সংঘাতত লুপ্ত হৈ যাব।

হিন্দু আৰু মুছলমান সংস্কৃতি সম্বন্ধেও সেই কথাকে ক'ব পাৰি। আন কথা নকওঁৱেই, জাতীয় সংস্কৃতিৰ দিনেই আজি যাওঁ যাওঁ, গোটেই জগততে এটা সাংস্কৃতিক ঐক্য ফুটি উঠিছে। জাতিসমূহ থাকিব, বহুদিন ধৰি তেওঁলোকৰ নিজৰ নিজৰ বিশেষ ভাষা, অভ্যাস, চিন্তাধাৰা লৈ থাকিব, কিন্তু যন্ত্ৰযুগ আৰু বিজ্ঞান, বেগী যাতায়াতৰ ব্যৱস্থা, অক্লান্তভাৱে কামত লাগি থকা এই জগতখনৰ বাতৰি সৰবৰাহ, ৰেডিঅ', ছিনেমা আদিয়ে তেওঁলোকক একেটা সাঁচতে গঢ়ি তুলিব। কোনেও তাৰ গতিৰোধ কৰিব নোৱাৰিব। যদি কেনেবাকৈ এটা খণ্ড-প্ৰলয় আহি নকলো ধ্বংস কৰি লৈ যায়, তেতিয়া হ'লে হ'ব পাৰে। আগৰপৰা চাল অহা ভাৱে হিন্দু আৰু মুছলমানৰ জীৱন-দৰ্শন লৈ এই দুই সম্প্ৰদায়ৰ ভিতৰত বহুতো পাৰ্থক্য আছে, কিন্তু বৈজ্ঞানিক আৰু কল-কাৰখানাৰ দৃষ্টিভঙ্গীৰে সিহঁতৰ দুটাৰ ভিতৰত তুলনা কৰি চালে দেখা যাব, সিহঁতৰ মাজৰ ব্যৱধান ইমান বেচি যে, এই ক্ষেত্ৰৰপৰা সিহঁতৰ পাৰ্থক্যই বুজা নেযায়। ভাৰতত যি সংঘৰ্ষ চলিছে, সি হিন্দু সাংস্কৃতিৰ লগত মুছলমান সংস্কৃতিৰ নহয়, এই দুয়োৰে লগত জয়যাত্ৰা কৰি অহা আধুনিক সভ্যতাৰ বৈজ্ঞানিক সংস্কৃতিৰ সংঘৰ্ষ। যিসকলে মুছলমান সংস্কৃতি ৰক্ষা কৰিবলৈ বিচাৰে, তেওঁলোকে হিন্দু, সংস্কৃতিৰ কথা লৈ মূৰ ঘমাবৰ আৱশ্যক নাই; পশ্চিমৰপৰা অহা এই বীৰৰ লগত তেওঁলোকৰ যুঁজ। নিজাকৈ হ'লে মোৰ কোনো সন্দেহ নাই যে, এই চেষ্টা হিন্দুৱেই কৰক বা মুছলমানেই কৰক, আধুনিক বৈজ্ঞানিক কল-কাৰখানাৰ সভ্যতাক বাধা দিয়াৰ চেষ্টা বিফল হ'বই আৰু এই বিফলতা মই নিৰ্ব্বিকাৰভাৱে চাই থাকিম। যেতিয়া ৰেলৱে আৰু আন আন বস্তু আহিছে, তেতিয়া জানিয়েই বা নেজানিয়েই আমি তাকে গ্ৰহণ কৰিছোঁ। ছাৰ ছৈয়দ আহমদ খাঁই যেতিয়া আলিগড় কলেজ স্থাপন কৰে, তেতিয়া মুছলমানসকলৰ ফালৰপৰা তেওঁ তাকে আদৰি লৈছে। কিন্তু দৰাচলতে, তাত আমাৰ কাৰো হাত নাছিল। পানীত পৰা মানুহে খেৰ এডালকো সাৱটি ধৰে; ইও প্ৰায় তেনেকুৱাই।

কিন্তু এই 'মুছলমান সংস্কৃতি'টো নো কি? আৰৱ, পাৰস্য, তুৰস্ক আদিৰ মহৎ কাৰ্য্যসমূহৰ সম্প্ৰদায়গত স্মৃতিৰ সমষ্টি নে কি? নে ভাষা? নে শিল্প আৰু সংগীত? নে আচাৰ নিয়ম? মুছলমান শিল্প, মুছলমান সংগীত এই ধৰণৰ কথা আজিলৈকে কোনেও কোৱা মই শুনা নাই। আৰবী আৰু ফাৰ্চী—এই দুটা ভাষাই, বিশেষকৈ ফাৰ্চী ভাষাই ভাৰতত মুছলমান চিন্তাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। কিন্তু ফাৰ্চী ভাষাৰ প্ৰভাৱৰ মাজত ধৰ্ম্মৰ কোনো সংস্ৰৱ নাই। হেজাৰ হেজাৰ বছৰ ধৰি পাৰস্যৰ ভাষা, আচাৰ নিয়ম ভাৰতলৈ আহিছে আৰু গোটেই উত্তৰ ভাৰতত তাৰ প্ৰভাৱ দেখা পোৱা যায়। পাৰস্য প্ৰাচ্যৰ ফ্ৰান্স—ইয়াৰ ভাষা আৰু

সংস্কৃতি সকলো ওচৰ চুবুৰীয়াই গ্ৰহণ কৰিছে। ভাৰতত আমি সকলোৱেই এই উমৈহতীয়া আৰু মূল্যবান সম্পদ তেওঁলোকৰপৰা পাইছোঁ।

ইচলামী দেশ আৰু সম্প্ৰদায়বিলাকৰ অতীত কৃতিত্বই কিজানি তেওঁলোকক একতাৰ ডোলেৰে বান্ধিছে। বেলেগ বেলেগ জাতিৰ মুছলমানসকলৰ অতীত মহত্ত্বৰ স্মৃতিৰ কাৰণে কোনোবাই মুছলমানসকলক বিদ্বেষভাৱেৰে চায় জানো? যিমান দিন তেওঁলোকে ইয়াক মনত পেলাব, ইয়াৰ আদৰ কৰিব, সিমান দিন কোনেও তেওঁলোকৰ হাতৰপৰা তাক কাঢ়ি নিব নোৱাৰে। প্ৰকৃততে এইবিলাক অতীত সম্পদৰ উত্তৰাধিকাৰী আমি সকলোৱে। যেতিয়া আমি ইউৰোপৰ আক্ৰমণৰ বিৰুদ্ধে আমাৰ সাধাৰণ একতা অনুভৱ কৰোঁ, তেতিয়া বোধহয় আমি নিজকে এচিয়াবাসী বুলিয়েই অনুভৱ কৰোঁ। মই জানো যেতিয়াই মই স্পেইনত আৰবসকলৰ যুদ্ধ বা ক্ৰুছেডৰ বুৰঞ্জী পঢ়িছোঁ, তেতিয়াই মোৰ সহানুভূতি তেওঁলোকৰ ফালেই গৈছে। মই মনে মনে নিৰপেক্ষ থাকি তাৰ বাস্তৱ ফালটো চাবলৈ বিচাৰোঁ, কিন্তু যিমানেই যত্ন নকৰোঁ, যত এচিয়াবাসীৰ কথা হয়, তাত মোৰ ভিতৰৰ এচিয়াবাসীটোৱে মোৰ বিবেচনা বুদ্ধিৰ ওপৰত প্ৰভাৱ পেলায়।

মুছলমান সংস্কৃতি কি তাক বুজিবলৈ মই প্ৰাণপণ চেষ্টা কৰিছোঁ; কিন্তু অকণো দ্বিধাবোধ নকৰাকৈ ক'ব পাৰোঁ মই বুজিব হ'লে পৰা নাই। মই দেখিছোঁ, উত্তৰ ভাৰতৰ এমুঠি হিন্দু-মুছলমানৰ ওপৰত ফাৰ্চী ভাষা আৰু ঐতিহ্যৰ প্ৰভাৱ পৰিছে। জনসাধাৰণৰ ফালে দেখা যায়, মুছলমান সংস্কৃতিৰ প্ৰতীক বুলিলে ইয়াকে বুজায়—বেচি দীঘলো নহয়, বেচি চুটিও নহয়, তেনেকুৱা এটা পায়জামা, এক বিশেষ ধৰণত গোফখিনি খুৰোৱা বা চাটি দিয়া, কিন্তু দাড়ি বাঢ়িবলৈ দিয়া, বদনাৰ ব্যৱহাৰ; ইপিনে যেনেকৈ হিন্দুসকলৰ চুৰিয়া পিন্ধা, টিকনি ৰখা, আৰু এক বিশেষ ধৰণৰ লোটা ব্যৱহাৰ কৰা। দৰাচলতে এই পাৰ্থক্যবিলাকো নগৰতেইহে বৰকৈ দেখা যায় আৰু সিও লাহে লাহে নাইকিয়া হৈ যাবলৈ ধৰিছে। মুছলমান খেতিয়ক আৰু বনুৱাসকলক হিন্দুৰপৰা বেলেগকৈ চিনি পোৱা টান; শিক্ষিত মুছলমানসকলে দাড়িৰ বাহাৰ দেখুওৱাটো বৰ ভাল নেপায়, কিন্তু আলিগড়ত হ'লে এতিয়াও টিকনি লগা তুৰ্কী টুপীৰ মোহ যথেষ্ট আছে। (ইয়াক তুৰ্কী টুপী বোলা হয় যদিও, তুৰ্কীসকলৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই।) মুছলমান মহিলাসকলে সাড়ী পিন্ধে আৰু লাহে লাহে পৰ্দ্দাৰ বাহিৰলৈ আহিবলৈ ধৰিছে। এইবিলাক অভ্যাসৰ কিছুমানৰ লগত মোৰ নিজৰ ৰুচি খাপ নেখায়। দাড়ি, গোঁফ বা টিকনিৰ প্ৰতি মোৰ কোনো মোহ নাই, কিন্তু মোৰ নিজৰ অভিৰুচি লোকৰ ওপৰত বলেৰে জাপি দিয়াৰ অভিপ্ৰায় নাই যদিও এই কথা মই স্বীকাৰ কৰিবই লাগিব যে কাবুলত যেতিয়া আমানুল্লাই দাড়িৰ বংশ ধ্বংস কৰাত লাগি গৈছিল, তেতিয়া মই বৰ আনন্দ পাইছিলোঁ।

যিসকল হিন্দু-মুছলমানে সদায় পাচলৈ চায় আৰু গুচি যাব খোজাটোক ধৰি ৰাখিব খোজে, বৰ্ত্তমান জগতত তেওঁলোকক দেখি দুখ লাগে। অতীতক মই একেবাৰেই নীচ বুলি ক'ব খোজা নাই, তাক বৰ্জ্জন কৰিবলৈকো বিচৰা নাই, কাৰণ আমাৰ অতীতৰ ভিতৰতো বহুত সুন্দৰ, বহুত মহান বস্তু আছে। সি যে টিকি

থাকিব, তাত মোৰ সন্দেহ নাই। কিন্তু যি সুন্দৰ, যি মহান, তাক সেইসকল লোকে ধৰি ৰাখিব নোখোজে; যি তুচ্ছ, আন কি অনিষ্টকৰ, তাৰ কাৰণেই তেওঁলোকে আগ্ৰহ দেখুৱায়।

যোৱা কেইবছৰমানৰ ভিতৰত ভাৰতীয় মুছলমানসকলে বাৰে বাৰে আঘাত পাই আছে, তেওঁলোকৰ কিছুমান সদায় পুহি থকা ধাৰণা ভাগি গৈছে। যি খিলাফতৰ কাৰণে ভাৰতীয় মুছলমানসকলে ১৯২০ চনত সাহসেৰে যুঁজ কৰিছিল, সেই খিলাফতক ইচলামৰ ঘাই যুঁজাৰু তুৰ্কীয়ে বিলোপ যে কৰিছেই, তাৰ উপৰি এখোজ এখোজ কৰি ধৰ্ম্মৰপৰাও তেওঁলোক আঁতৰি গৈছে। তুৰস্কৰ নতুন শাসন-তন্ত্ৰৰ এটা সূত্ৰত আছিল যে, তুৰস্ক মুছলিম ৰাষ্ট্ৰ; কিন্তু কেনেবাকৈ কেতিয়াবা কাৰোবাৰ ভুল হয় বুলি ১৯২৭ চনত কামাল পাছাই কৈছিল "শাসনতন্ত্ৰত তুৰস্কক মুছলিম ৰাষ্ট্ৰ বুলি স্বীকাৰ কৰা, এটা আপোচহে মাত্ৰ; প্ৰথম সুযোগতে সি উফৰি যাব।" মোৰ যি মনত পৰে, পিচত তেওঁ এই কথা মতেই কাম কৰিছে। মিছৰে যদিও বৰ সাৱধানে আগবাঢ়িছে, তথাপি সেই দেশে ধৰ্ম্মৰপৰা ৰাজনীতিক বেলেগ কৰি ৰাখিছে। আৰৱ জাতিয়ে বাস কৰা দেশবিলাকতো একে কথা; পিচে আচল আৰৱ দেশ আৰু বৰ পাচ পৰা। সংস্কৃতিগত প্ৰেৰণা লাভ কৰিবৰ কাৰণে পাৰস্যাই ইয়াৰ প্ৰাক্-ইচলাম অতীতৰ ফালে চাই পঠিয়াইছে। সকলো ঠাইতে ধৰ্ম্ম পাচ-হুহঁকি গৈছে, জাতীয়তাবাদে ৰণৰ সাজেৰে আগবাঢ়ি গৈছে; তাৰ পিচফালে সামাজিক বা অৰ্থনৈতিক আন আন মতবাদ। তেতিয়া হ'লে 'মুছলমান জাতি' বা 'মুছলমান সংস্কৃতি' কি? ভৱিষ্যতে কেৱল দয়ালু বৃটিছ শাসনৰ অধীনত থকা উওৰ ভাৰতহে তাক দেখা যাব নে কি?

ৰাজনীতি বুলিলে যি বুজায়, তাৰ এটা বহল দৃষ্টিভংগী লোৱাকে যদি উন্নতি বোলে, তেন্তে আমাৰ সাম্প্ৰদায়িকতাবাদীসকলে আৰু চৰকাৰে ইচ্ছা কৰিয়েই ইয়াৰ বিপৰীত ফালে লক্ষ্য কৰি গৈ আছে—সেই দৃষ্টিভংগীক যিমান পাৰে ঠেক কৰি দি।

## শ'ল ঠেক

এই গ্ৰেপ্তাৰ হ'ম, এই জেল খাম,—এনেকুৱা এটা সম্ভাৱনা সদায় আছেই। গোটেই দেশখনতে যেতিয়া অৰ্ডিনেঞ্চ বা তেনেকুৱা শাসন চলিছে, তেতিয়া গ্ৰেপ্তাৰ হোৱা আৰু জেল খোৱাটো সম্ভাৱনাতকৈয়ো বেচি—প্ৰায় ঠিৰাঙেই। বৃটিছ চৰকাৰ যিদৰে গঠিত আৰু মই যিদৰে গঠিত, তাত মোক তেওঁলোকে দমন নকৰি নোৱাৰে। সদায় থকা এই সম্ভাৱনাৰ ভিতৰতে মই কাম কৰিবলৈ ধৰিলোঁ। কোনো কামকে ধীৰভাৱে কৰাটো সম্ভৱ নাছিল। ব্যস্তভাৱেই যিমান পাৰোঁ কৰিবলৈ ধৰিলোঁ।

তথাপি মোৰ গ্ৰেপ্তাৰ হ'বৰ ইচ্ছা একেবাৰেই নাছিল। যিবিলাক কামৰপৰা গ্ৰেপ্তাৰৰ সম্ভাৱনা থাকে তেনে সৰহ ভাগ কামৰপৰাই মই আঁতৰি ফুৰিবলৈ ধৰিলোঁ। আমাৰ প্ৰদেশৰ নানান ঠাই আৰু বাহিৰৰপৰাও প্ৰচাৰ কাৰ্য্যৰ কাৰণে আহ্বান আহিবলৈ ধৰিলে। মই মান্তি নহ'লোঁ, কাৰণ বক্তৃতা দি ফুৰিবলৈ গ'লে

সেইটো সোনকালেই বন্ধ হৈ যোৱাৰ সম্ভাৱনা বেচি। মোৰ কাৰণে মধ্যম পন্থা নাই। আন কোনো উদ্দেশ্য লৈ, কোনো ঠাইলৈ গ'লেও, যেনে গান্ধীজীৰ লগত দেখা কৰা বা কাৰ্য্যকৰী সমিতিৰ সদস্যৰ লগত দেখা কৰা কামত গ'লেও, মই ৰাজহুৱা সভাত স্বাধীনভাৱেই বক্তৃতা দিছিলোঁ। জব্বলপুৰত এক বিৰাট শোভাযাত্ৰা হৈছিল, বিৰাট জনতাৰ সমাৱেশ হৈছিল, দিল্লীত যি ৰাজহুৱা সভা হৈছিল ইমান ডাঙৰ জনতা আৰু মই তাত দেখা নাই। এইবিলাক সভাৰ সাফল্যৰপৰা বুজা গ'ল যে মাজে মাজে এনেকুৱা হ'বলৈ গ'লে চৰকাৰে আৰু সুখেৰে নেৰে। দিল্লীত সভা হৈ যোৱাৰ পিচতেই মানুহে বৰকৈ কোৱাকুই কৰিবলৈ ধৰিলে যে মোৰ গ্ৰেপ্তাৰলৈ আৰু বেচি দিন নাই। কিন্তু মই সেই বাৰলৈ সাৰি গ'লোঁ আৰু এলাহাবাদলৈ উভতি আহোঁতে বাটত আলিগড়লৈ আহি মুছলিম বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ সভাত বক্তৃতা দিলোঁ।

চৰকাৰে যেতিয়া সকলো ধৰণৰ ৰাজনৈতিক কাৰ্য্য পিহি মাৰিব লাগিছে, তেতিয়া অৰাজনৈতিক কোনো কামত যোগ দিবলৈ মোৰ সমুলি ভাল নেলাগিল। মই লক্ষ্য কৰিলোঁ—অনেক কংগ্ৰেছকৰ্ম্মীয়েই আন আন কামত লাগিছেগৈ। সেই কামবিলাক ভাল হ'লেও আমাৰ সংঘৰ্ষৰ লগত কোনো সম্বন্ধ নাই। আনফালে মনোযোগ দিয়াৰ ভাব স্বাভাৱিকতে আহি পৰিলেও সেই ভাবক উৎসাহ দিয়াৰ সময় তেতিয়াও হোৱা নাই বুলিয়েই মই ভাবিলোঁ।

১৯৩৩-ৰ অক্টোবৰ মাহৰ মাজ ভাগত এলাহাবাদত যুক্তপ্ৰদেশ কংগ্ৰেছ কমিটীৰ এখন সভা আহ্বান কৰা হ'ল। সভাৰ উদ্দেশ্য আছিল বৰ্ত্তমান অৱস্থা চাই ভৱিষ্যতলৈ কাৰ্য্যপন্থা ঠিক কৰা। প্ৰাদেশিক কংগ্ৰেছ কমিটী বে-আইনী প্ৰতিষ্ঠান আৰু আইন অমান্য কৰা যেতিয়া আমাৰ উদ্দেশ্য নাছিল, আমি সভাখন আনুষ্ঠানিক-ভাৱে আহ্বান নকৰিলোঁ। কিন্তু জেলৰ বাহিৰত থকা সদস্যসকল আৰু আন আন বছা বছা কৰ্ম্মীক আমি এই ঘৰুৱা বৈঠকলৈ মাতিলোঁ। ঘৰুৱা বৈঠক হ'লেও এই সভাত একো গোপন নাছিল আৰু শেষ মুহূৰ্ত্তলৈকে চৰকাৰে ইয়াত হস্তক্ষেপ কৰিব নে নকৰে, আমি জনা নাছিলোঁ। এই সভাত জগতৰ বৰ্ত্তমান অৱস্থা লৈ বহুতো আলোচনা হ'ল, অৰ্থনৈতিক সঙ্কট, নাজীজ্‌ম্, কমিউনিজ্‌ম্ ইত্যাদি। আমাৰ অভিপ্ৰায় আছিল এই যে, আন ঠাইত যি যি ঘটিছে আমাৰ কৰ্ম্মীসকলে ভাৰতৰ লগত ৰিজাই মিলাই চাওক। অৱশেষত এই সম্মিলনে আমাৰ উদ্দেশ্য দেখুৱাই দি এটা সমাজতান্ত্ৰিক প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু আইন-অমান্য আন্দোলন বৰ্জ্জনৰ প্ৰতিবাদ কৰিলে। সকলোৱেই ভালকৈ জানিছিল যে, আইন-অমান্য আন্দোলন ব্যাপকভাৱে চলাৰ কোনো সম্ভাৱনা নাই, ব্যক্তিগত আন্দোলনৰো তেজ কমি গৈ অতিপাত সীমাবদ্ধ হৈ পৰিছে; কিন্তু প্ৰত্যাহাৰ কৰাৰ ফলত আমাৰ ফালৰপৰা অৱস্থাৰ কোনো পৰিৱৰ্ত্তন নহয়, কাৰণ চৰকাৰৰ অৰ্ডিনেঞ্চ আইনৰ আক্ৰমণ সদায় চলিয়ে থাকিব। গতিকেই বাহিৰৰ অৱয়বটো কেৱল ঠিক ৰাখিবৰ কাৰণেই আমি আইন-অমান্য আন্দোলন চলাই থকাৰ সঙ্কল্প কৰিলোঁ। কিন্তু কৰ্ম্মীসকলক আমি উপদেশ দিলোঁ যে, তেওঁলোকে নিজে ইচ্ছা কৰি যেন জেল খাটিবলৈ নেযায়। তেওঁ-লোকে সাধাৰণভাৱে কাম কৰি যাব আৰু তাৰ ফলত যদি গ্ৰেপ্তাৰ হ'বলগীয়া হয়, তাক হাঁহিমুখে গ্ৰহণ কৰিব। বিশেষকৈ তেওঁলোকক গাঁও অঞ্চলৰ লগত যোগাযোগ

ৰাখি কাম কৰিবলৈ কোৱা হ'ল, দমন নীতি আৰু খাজনা ৰেহাইৰ ফলত খেতিয়কসকলৰ অৱস্থা কেনেকুৱা হৈছে, তাৰ ভু-ভা লৈ থাকিবলৈ কোৱা হ'ল। তেতিয়া খাজনা বন্ধ আন্দোলনৰ কোনো প্ৰশ্ন নাছিল। পুণা সম্মিলনীৰ পিচত তাক আনুষ্ঠানিকভাৱে প্ৰত্যাহাৰ কৰা হৈছিল আৰু বৰ্ত্তমান অৱস্থাত তাক আকৌ প্ৰৱৰ্ত্তন কৰা যে অসম্ভৱ, তাক নকলেও হ'ব।

এই ধৰণৰ কাম অতিপাত কোমল আৰু নিৰহ-নিপানী। ইয়াত বে-আইনী একোৱেই নাছিল। কিন্তু তথাপি আমি জানিছিলোঁ ইয়াৰ ফলত গ্ৰেপ্তাৰ হোৱাৰ সম্ভাৱনা আছে। আমাৰ কৰ্ম্মীসকল গাঁৱলৈ উভতি যোৱাৰ পিচতে তেওঁলোকক গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে আৰু তেওঁলোকে খাজনা বন্ধ আন্দোলন কৰিছে বুলি অভিযোগ কৰি অৰ্ডিনেন্স আইনত পেলাই তেওঁলোকক ফাটেক দিবলৈ ধৰিলে। মোৰ বহুতো নগৰীয়া কৰ্ম্মী গ্ৰেপ্তাৰ হোৱাৰ পিচত মই নিজে সেই গাওঁবিলাকলৈ যাবলৈ থিৰাং কৰিলোঁ, কিন্তু আন আন কামৰ হেঁচাত যোৱা হৈ নুঠিলগে।

এই কেইমাহত ভাৰতৰ অৱস্থা বিবেচনাৰ কাৰণে দুবাৰ কাৰ্য্যকৰী সমিতিৰ অধিবেশন বহিছিল। সমিতি হিচাপে ইয়াত কোনো কাম নাছিল—বে-আইনী বুলি নহয়, পুণা সম্মিলনৰ পিচত, গান্ধীজীৰ নিৰ্দ্দেশ মতে কংগ্ৰেছৰ সকলো সমিতি আৰু অফিচ বন্ধ কৰা হৈছিল। জেলৰপৰা ওলাই মই অতিপাত অসুবিধাত পৰিলোঁ। এই অৰ্ডিনেন্স মানি লোৱা মানে নিজকে লোপ পাবলৈ দিয়া। গতিকে তাক মানি ল'বলৈ মনটো সমুলি আগ নেবাঢ়িল। মই নিজকে কংগ্ৰেছৰ সাধাৰণ সম্পাদক হিচাপে চিনাকি দিবলৈ ধৰিলোঁ। কিন্তু মই শূন্যতে ওপঙি ফুৰিছোঁ। কোনো শৃঙ্খলাৱদ্ধ কাৰ্য্যালয় নাই, কৰ্ম্মচাৰী নাই, কাৰ্য্যকৰী সভাপতি নাই। গান্ধীজীৰ লগত পৰামৰ্শ কৰা সম্ভৱ হ'লেও, তেতিয়া তেওঁ হৰিজন আন্দোলনত গোটেই ভাৰত ভ্ৰমণ কৰোঁ বুলি ওলাইছে। মই কোনোমতে জব্বলপুৰ আৰু দিল্লীত তেওঁক লগ পাই কাৰ্য্যকৰী সমিতিৰ সদস্যসকলৰ লগত আলোচনা কৰিছিলোঁ। ইয়াৰপৰা প্ৰত্যেকৰে কিহত কিহত মতভেদ, তাক ভালকৈ বুজা গ'ল। চিনি নোপোৱা বাট-পথৰ মাজত সোমাই ঘূৰ্ম্মুটিয়াই ফুৰিছোঁ, ওলাবলৈ সকলোৰে সন্মত এটা বাট পোৱা নাই। আইন-অমান্য আন্দোলন যিসকলে বন্ধ ৰাখিব খোজে আৰু যিসকল তাৰ বিৰুদ্ধে তেওঁলোকৰ মতামত গান্ধীজীৰ সিদ্ধান্তৰ ওপৰত নিৰ্ভৰ কৰিবলৈ ধৰিলে। তেওঁ বন্ধ ৰখাৰ বিৰুদ্ধে আছিল কাৰণে আগৰ নিচিনাকৈয়ে চলিবলৈ ধৰিলে।

কংগ্ৰেছৰ পক্ষৰপৰা আইনসভাৰ নিৰ্ব্বাচনৰ প্ৰতিদ্বন্দ্বিতা কৰাৰ কথা মাজে মাজে কংগ্ৰেছপন্থীসকলে আলোচনা কৰে, যদিও কাৰ্য্যকৰী সমিতিৰ সদস্যসকলে কিন্তু সেই সময়ত তাৰ ওপৰত বেচি গুৰুত্ব দিয়া নাছিল। তেতিয়াও অৱশ্যে এই কথা উঠা নাই, অস্পষ্টভাৱে জল্পনা কল্পনা চলিছিল। তেতিয়া 'ৰিফৰ্ম্ম' আহিবলৈকো দুই তিনি বছৰ পলম আছিল আৰু ব্যৱস্থা-পৰিষদৰ নতুন নিৰ্ব্বাচন হ'ব বুলি ঘোষণা কৰা নাই। মোৰ নিজৰ হ'লে মতবাদৰ ফালৰপৰা নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাত আপত্তি নাছিল, আৰু মোৰ মনত নিশ্চিত ধাৰণা আছিল যে, সময় যেতিয়া আহিব, তেতিয়া কংগ্ৰেছে নিশ্চয় তাত যোগ দিব। কিন্তু এতিয়াই

সেই প্ৰশ্ন তোলাৰ অৰ্থ কেৱল মনত খেলিমেলি ভাবৰ সৃষ্টি কৰা। মই আশা কৰিছিলোঁ সংঘৰ্ষ চলি থাকিলেই উপস্থিত কাৰ্য্য আপোনা-আপুনি স্পষ্ট হৈ পৰিব আৰু আপোচ কৰিববলৈ বিচাৰি ফুৰা সকলৰ প্ৰভাৱ কমি যাব।

ইতিমধ্যেই মই প্ৰবন্ধ আৰু বিবৃতি লেখি বাতৰি-কাকতলৈ পঠিয়াবলৈ ধৰিলোঁ। সংযতভাৱেই লেখিব লগা হৈছিল, কাৰণ মোৰ উদ্দেশ্য আছিল সেইবোৰ প্ৰকাশ কৰা। ছেন্সৰ আৰু বহুত আইনৰ জাল বহলাই মেলি থোৱা আছিল। আন কি মই যদি নিজে দায়িত্ব লওঁ, তথাপি মুদ্ৰাকৰ, প্ৰকাশক আৰু সম্পাদক সন্মত নহ'ব। তথাপি বাতৰি-কাকতবিলাকে মোক মৰমেই কৰিছে আৰু মোক সমৰ্থন কৰি বহুত যুক্তি দিছে। সেয়ে অৱশ্যে সকলো সময়ত নহয়। কেতিয়াবা কেতিয়াবা মোৰ বিবৃতি বা তাৰ কোনো কোনো অংশ বাদ দিয়া হয়। এবাৰ বহুত কষ্ট কৰি লেখা মোৰ এটা প্ৰবন্ধই দিনৰ পোহৰ দেখাৰ সুবিধাকে নেপালে। ১৯৩৪ চনৰ জানুৱাৰী মাহত মই যেতিয়া কলিকতাত, তেতিয়া এখন প্ৰধান দৈনিক কাকতৰ সম্পাদকজন মোক দেখা কৰিবলৈ আহে। তেওঁ ক'লে, মোৰ বিবৃতিটো হেনো তেওঁ গোটেইবিলাক বাতৰি-কাকতৰ প্ৰধান সম্পাদকৰ ওচৰলৈ মতামতৰ কাৰণে পঠাই ছিল, কিন্তু প্ৰধান সম্পাদকৰ মনৰ জোখাই নোহোৱাত তাক প্ৰকাশ নকৰিলে। এই 'প্ৰধান সম্পাদক' হ'ল চৰকাৰৰ কলিকতাৰ প্ৰেছ-অফিচাৰ।

বাতৰি-কাকতৰ প্ৰতিনিধিসকলৰ লগত সাক্ষাত কৰা সময়ত বা বিবৃতি দিওঁতে বহুত সময়ত কোনো কোনো মানুহক বা দলক মই চোকা সমালোচনা কৰিছিলোঁ। তাতে বহুতে বেয়া পাইছিল। ইয়াৰ এটা কাৰণ আছিল, গান্ধীজীৰ কাৰণে এই ধাৰণা গোটেইখনতে বিয়পি পৰিছিল যে কংগ্ৰেছক সকলো অৱস্থাতে সমালোচনা কৰিব পাৰি আৰু তাত কোনেও উভতি ধৰাৰ ভয় নাই। গান্ধীজীয়েই এই উদাহৰণ দাঙি ধৰিছিল আৰু কম-বেচি প্ৰধান কংগ্ৰেছকৰ্ম্মীসকলে তাক অনুসৰণো কৰে, কিন্তু সকলো সময়তে যে এনেকুৱা হৈছিল, সি নহয়। সাধাৰণতে আমি অনিশ্চিত আৰু সদিচ্ছামূলক বাণী আওৰাইছিলোঁ আৰু তাৰে সুবিধা লৈ আমাৰ সমালোচলকসকলে ভুল যুক্তি আৰু সুবিধাবাদীৰ কৌশল বৰ বাঢ়যাকৈ চলাইছিল। প্ৰকৃত সমস্যাৰপৰা উভয় পক্ষই আঁতৰি আঁতৰি ফুৰিছিল। ফেচিজিমৰ য'ত য'ত প্ৰৱৰ্ত্তন হৈছে তাৰ বাহিৰে ইউৰোপত যেনেকুৱা চলে তেনেকুৱা যুক্তি-তৰ্ক আদিৰে আলোচনা কৰাহে হৈছিল।

মোৰ এগৰাকী বান্ধৱীয়ে মোলৈ লেখিছিল, বাতৰি-কাকতত ওলোৱা কিছুমান বিবৃতি বৰ শক্তিশালী দেখি হেনো তেওঁ বৰ আচৰিত হৈছিল। মই বোলে খঙাল মেকুৰীৰ দৰে হৈ পৰিছোঁ। তেওঁৰ মতামতৰ ওপৰত মই মূল্য দিছিলোঁ। মোৰ এয়া আশা ভঙ্গ হোৱাৰ কাৰণে থং নে কি? মই অৱাক হৈ ভাবোঁ, আংশিকভাৱে ই সঁচা। আমি প্ৰায় সকলোৱেই আশা ভঙ্গ হোৱাৰ দুখত দুখী। ব্যক্তিগত ভাৱেও মোৰ মনত হাৰিছোঁ বা অকৃতকাৰ্য্য হৈছো বুলি কোনো ক্ষোভ নাই। যিদিনাৰপৰা মই ৰাজনীতি ক্ষেত্ৰত গান্ধীজীৰ সংস্পৰ্শলৈ আহিছোঁ, তেওঁৰপৰা অন্ততঃ মই এটা কথা শিকিছোঁ, ফল কি হ'ব, এই ভাবত মই মনৰ ভাব গোপন নকৰোঁ। এই অভ্যাসৰ কাৰণে ৰাজনীতি ক্ষেত্ৰত কাম কৰিবলৈ গৈ (আন ক্ষেত্ৰত এই-

দবে চলা টান আৰু চলিলে বিপদো আছে) মই বিপদত পৰিছোঁ কিন্তু ইয়াৰপৰা মই বব সন্তোষো পাইছোঁ। মোৰ মনেৰে এই উপায়েৰেই আমি মনৰ তিক্ততা আৰু শোচনীয় ব্যৰ্থতাৰ হাত সাৰিব পাৰোঁ। মোক বহুতো মানুহে মৰমৰ চকুৰে চায় মই ভবাটোৱে মনত বৰ শান্তি পালে, পৰাজয় আৰু হতাশাৰ বেদনাক শাম কটায়। সবলোৰে পাহৰি গৈছে, লগ-ভাগ নাই অকলশৰীয়া হৈ থাকিবলগীয়া হৈছে— এনেকুৱা অৱস্থাটোৱেই মোৰ মনেৰে আটাইতকৈ ভয়াবহ অৱস্থা।

কিন্তু তথাপি এই আচৰিত দুখভৰা পৃথিৱীত ব্যৰ্থতাৰ দুখ নোপোৱাকৈ কোন থাকে? কতবাৰ ভাব হয় যেন সকলো ফালেই কেৱল ভুল, তথাপি কাম কৰিবই লাগিব, অথচ আমাৰ চাৰিও ফালে মানুহৰ অৱস্থা দেখি মনত সংশয়ভাৱ জাগি উঠে। নানা কথাত নানা ঘটনাত আন কি মানুহ আৰু দলৰ বিৰুদ্ধে মোৰ মনত খং বাগৰ সঞ্চাৰ হয়। লাহে লাহে বৈঠকখানাত ঠেঙৰ ওপৰত ঠেং তুলি এলেহুৱা জীৱন যাপন কৰাৰ বিপক্ষে মোৰ বৰ খং উঠা হৈছে। মূল সমস্যাবিলাকলে তেওঁলোকে আওকাণ কৰি থাকে। সেইবিলাক আন কি আলোচনা কৰাটোও ভাল বুলি নেভাবে; কাৰণ তাৰপৰা আৰ্থিক ক্ষতি বা আগৰপৰা পুহি থকা কিছুমান ধাৰণাত আঘাত লাগিব পাৰে। এইবিলাক আশা ভঙ্গ হোৱাৰ দুখ আৰু "খং উঠা মেকুৰীৰ স্বভাৱ" থাকিলেও মোৰ বিশ্বাস আছে যে, মই এতিয়াও নিজৰ আৰু লোকৰ মুখামুখি দেখি হাঁহিবৰ ক্ষমতা হেৰুৱা নাই।

দয়ালু ঈশ্বৰৰ ওপৰত মানুহৰ বিশ্বাস দেখি মই কেতিয়াবা কেতিয়াবা বিচলিত্ত থাওঁ। আঘাতৰ পিচত আঘাত পৰিলেও, সকলো এফালৰপৰা নাশ হৈ গলেও সি অটল থাকে আৰু দয়াৰ বিপৰীত প্ৰমাণবিলাকক বিশ্বাসৰ পৰীক্ষা বুলি মানুহে ভাবে। জেৰাল্ড মেন্‌লি হপকিন্সৰ তলত লেখা কবিতা কেইফাঁকিয়ে বহুতৰ অন্তৰতে প্ৰতিধ্বনি তুলিব।

> তোমাৰ লগত যদি প্ৰতিদ্বন্দ্বী হওঁ কেতিয়াবা:
> তোমাৰ হাতত মই ন্যায়কে যে পাম;
> ই মোৰ ধাৰণা নিশ্চিত;
> সেয়েহে যুক্তিও মোৰ ন্যায়তেই হ'ব প্ৰতিষ্ঠিত।
> কিয় বাৰু পাপীবোৰে উন্নতিৰ জখলাত উঠে?
> আৰু কিয় সকলো চেষ্টাকে মোৰ—
> ব্যৰ্থতাই কৰি দিয়ে নাশ?
> হোৱা যদি শত্ৰু তুমি মোৰ
> হে মোৰ পৰম বান্ধৱ!
> ভাবোঁ মই আচৰিত হৈ
> তুমি দিবা ব্যৰ্থতা, দিবা পৰাভৱ।
> তাতকৈ বেয়া আৰু দিবা জানো কিবা?
> মদপীয়ে, পাপীয়েও বাহি বাহি উন্নতিৰ জখলাত উঠে।
> কিন্তু প্ৰভো! মই কৰোঁ অহৰ্নিশে তোমাৰেই কাম—
> মই কিয় উঠিব নোৱাৰোঁ?"

উন্নতিত বিশ্বাস, কোনো কাম, আদর্শ, মানৱৰ সাধুতা, মানৱৰ ভাগ্য—এই সকলোৱেই জানো দৈবৰ ওপৰত থকা আমাৰ বিশ্বাসৰ লগত ঘনিষ্ঠভাৱে জড়িত নহয়? যদি আমি ন্যায় আৰু যুক্তিৰদ্বাৰা ভাল প্ৰমাণ কৰিবলৈ বিচাৰোঁ তেনেহ'লেই আমি বিমোৰত পৰোঁ। কিন্তু আমাৰ ভিতৰত এনে এটা বস্তু আছে, যিটোৱে আশা আৰু বিশ্বাসক আকোৱালি ধৰে। সেয়ে নহ'লে জীৱনটো গছ-লতা নোহোৱা মৰুভূমি দৰে হৈ পৰে।

মই সমাজতন্ত্ৰবাদৰ প্ৰচাৰ কৰোঁ বুলি আন কি কাৰ্য্যকৰী সমিতিৰ মোৰ লগৰীয়া কৰ্ম্মীসকল বিব্ৰত হৈ পৰে। যোৱা কেই বছৰমান ধৰি তেওঁলোকে যেনেকৈ মোৰ এই প্ৰচাৰকাৰ্য্য সহি আহিছে, তেনেকৈয়ে তেওঁলোকে বিনা আপত্তিতে সহ্য কৰিব লাগিব। কিন্তু এতিয়া মই দেশৰ ন্যস্ত স্বাৰ্থবাদীসকলৰ অন্তৰত কিছু ভয়ৰ সঞ্চাৰ কৰিছোঁৱেই আৰু মোৰ কাৰ্য্যপ্ৰণালীক এতিয়া আৰু একেবাৰেই নিৰ্দ্দোষ বুলি ক'ব নোৱাৰি। মই জানো মোৰ লগত কোনো কোনো কৰ্ম্মী সমাজ-তন্ত্ৰী নহয়, কিন্তু মই সদায় ভাবোঁ যে কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিৰ সদস্য হিচাপে কংগ্ৰেছক দায়ী বা জড়িত নকৰিও ব্যক্তিগতভাৱে সমাজতন্ত্ৰবাদ প্ৰচাৰ কৰিবলৈ মোৰ সম্পূৰ্ণ স্বাধীনতা আছে। কিন্তু মই শুনি আচৰিত হৈছোঁ কাৰ্য্যকৰী সমিতিৰ কোনো কোনো সদস্যই বোলে মোৰ এই স্বাধীনতা আছে বুলি নেভাবে। মই হেনো তেওঁলোকক অপ্ৰস্তুত কৰি পেলাইছোঁ—এয়ে তেওঁলোকৰ খং। কিন্তু মই কি কৰিম? মোৰ কামৰ ভিতৰত যিটোত মই আটাইতকৈ বেচি গুৰুত্ব দিছিলোঁ, তাক এৰি দিওঁ কেনেকৈ? কাৰ্য্যকৰী সমিতি আৰু মোৰ ভিতৰত যদি কিবা মতানৈক্য হয়, তেন্তে মই বৰং সদস্য পদকে ইস্তফা দিলোঁহেঁতেন। কিন্তু ইস্তফা নো দিওঁ কেনেকৈ? কমিটীখনেই এতিয়া আছিল বে-আইনী আৰু ঠিক মতে কামেই চলি থকা নাই।

পিচতো আকৌ মোক এই বিপদে লগ ধৰিছিল—ডিচেম্বৰৰ শেহৰ ফালেই হ'বলা, গান্ধীজীয়ে মাদ্ৰাজৰপৰা লেখা এখন চিঠি পালোঁ। 'মাদ্ৰাজ মেইল'ৰপৰা তেওঁৰ এটা সাক্ষাতৰ বিৱৰণ তেওঁ বাতৰি-কাকতৰপৰা কাটি দি পঠাইছিল। সাক্ষাত-কাৰীজনে তেওঁক মোৰ বিষয়ে সুধিলত তেওঁ মোৰ কাৰ্য্যকলাপৰ কাৰণে প্ৰায় ক্ষমা খোৱাৰ ভাবটিৰেই কৈছিল—মোৰ সততাৰ ওপৰত তেওঁৰ বিশ্বাস আছে যে, মই কংগ্ৰেছক এই নতুন পথেদি লৈ নেযাওঁ। মোৰ সম্পৰ্কে এই কথা কোৱাত মই বিশেষ একো বেয়া পোৱা নাই, কিন্তু এই সাক্ষাৎকাৰত তেওঁ যেনেকৈ ডাঙৰ জমিদাৰী প্ৰথা সমৰ্থন কৰিছে, তাত মই মনত বৰ বেজাৰ পালোঁ। তেওঁ যেন গাঁৱৰ আৰু জাতীয় অৰ্থনৈতিক অৱস্থাৰ ফালৰপৰা ইয়াৰ আৱশ্যকতা উপলব্ধি কৰিছিল। তাত মই বৰ আচৰিত হ'লোঁ, কাৰণ ডাঙৰ জমিদাৰী বা তালুকদাৰীক আজি-কালি আৰু সমৰ্থন কৰা মানুহ অতি বিৰল। গোটেই জগততে সেইবোৰ ভাগি গৈছে, ভাৰতৰ সৰহ ভাগ মানুহেই ভাবে সেইবোৰ আৰু টিকিব নোৱাৰে বুলিয়েই। যদি জমিদাৰসকলে উপযুক্ত ক্ষতিপূৰণ পায়, তেনেহলে তেওঁলোকেও ইয়াক লোপ কৰাত মান্তি হ'ব। ১৯৩৪-ৰ ২৩ ডিচেম্বৰত বঙালী জমিদাৰ সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণত মিঃ পি. এন. ঠাকুৰে কৈছিল—"আয়াৰ্লেণ্ডত কৰাৰ দৰে জমিদাৰসকলক

উপযুক্ত ক্ষতিপূৰণ দি যদি তেওঁলোকৰ মাটি-বাৰী জাতীয় সম্পত্তিত পৰিণত কৰা হয়, তেন্তে ব্যক্তিগতভাৱে মই অলপো বেয়া নেপাওঁ।" বঙ্গদেশতে চিৰস্থায়ী বন্দ-বস্ত আছে। গতিকেই যি অঞ্চলত সেইটো নাই, তাৰ জমিদাৰসকলতকৈ বঙ্গদেশৰ জমিদাৰসকলৰ অৱস্থা বহুত ভাল, এই কথা মনত ৰাখিব লাগিব। জাতীয় সম্পত্তিত পৰিণত কৰা সম্পৰ্কে মিঃ পি. এন. ঠাকুৰৰ ধাৰণা অস্পষ্ট যেন লাগে। এই প্ৰথা নিজৰ ভৰতে ভাগি যাবলৈ ধৰিছে। তথাপি গান্ধীজীয়ে ইয়াৰ সপক্ষে আৰু ন্যাসৰক্ষক আৰু আন আন কথা ব্যৱহাৰ কৰিছে। আমাৰ দুয়োৰে দৃষ্টিভঙ্গী কিমান বেলেগ। মই আচৰিত হৈ ভাবিবলৈ ধৰিলোঁ--আগলৈ মই তেওঁৰ লগত কিমান দূৰ সহযোগিতা কৰিব পাৰিম? মই কাৰ্য্যকৰী সমিতিৰ সদস্য হিচাপে কাম কৰি থাকিম নে? তেতিয়া অৱশ্যে কৰিবলগীয়াও একো নাছিল। যি হওক ইয়াৰ কেই সপ্তাহমানৰ পিচতে মোৰ ফাটেক হোৱাত, এই গোটেই প্ৰশ্নটোৰেই অৰ্থ নোহোৱা হৈ গ'ল।

পৰিয়ালৰ কথা-বতৰাত বহুতো সময় কটাবলগীয়া হ'ল। আইৰ স্বাস্থ্য লাহে লাহে ভাললৈ আহিছিল। তেওঁ নৰিয়া-পাটীত পৰি থাকিলেও, বিপদ পাৰ হৈ গৈছিল। মই মোৰ আৰ্থিক অৱস্থাৰ ফালে মন কৰি দেখিলোঁ—বহুদিন আওকাণ কৰোঁতে কৰোঁতে সি অতি থেলিমেলি অৱস্থাত পৰিছেগৈ। আমি সাধ্যৰ অতীত খৰচ কৰি চলিছোঁ, অথচ খৰচ কমাবলৈ কোনো পৰিস্কাৰ বাটো দেখা নাই। উপাৰ্জ্জন অনুপাতে খৰচ কৰিবলৈ মোৰ কোনো বিশেষ হেঁপাহ নাছিল। যেতিয়া মোৰ আৰু টকা-পইচা বুলিবলৈ একো নেথাকিবগৈ, মই প্ৰায় সেই অৱস্থাৰ কাৰণেই বাট চাই আছোঁ। বৰ্ত্তমান জগতত টকা-পইচা আৰু সম্পত্তিৰ উপযোগিতা বৰ বেচি। কিন্তু বহুদূৰলৈ যাওঁতে যাওঁতে তাক গধুৰ বোজাৰ নিচিনাহে লাগি যায়। ক্ষতিৰ সম্ভাৱনা থকা কোনো কামকে কৰা টকা-পইচা থকা মানুহৰ পক্ষে টান। ক'ববাত স্থাৱৰ-অস্থাৱৰ সম্পত্তি, বস্তু আদি হেৰায় বুলি তেওঁলোকৰ প্ৰাণৰ সদায় ভয়। চৰকাৰে ইচ্ছা কৰিলেই যি কোনো সময়তে দখল কৰিব পাৰে, বাজেয়াপ্ত কৰিব পাৰে, তেতিয়া এই টকা-পইচা আৰু সম্পত্তিৰ মূল্য কিমান? মোৰ ভাব হ'ল—যি অলপ আছে সিও গ'লেই ভাল। আমাৰ প্ৰয়োজন অতি কম আৰু মোৰ নিজৰ প্ৰয়োজনীয় অস্থায়ী উপাৰ্জ্জন কৰিব পৰা ক্ষমতা আছে বুলি মোৰ বিশ্বাস আছে। মোৰ প্ৰধান চিন্তা হ'ল আইক লৈ। জীৱনৰ এই বিয়লি বেলিকা তেওঁ ক'ববাত অসুবিধা ভোগ কৰিব পাৰে বা ইমান দিনে যেনেকৈ চলি আহিছে, এতিয়া তাতকৈ টোকোনা অৱস্থা দেখি মনত বেজাৰ পাব পাৰে। ছোৱালীজনীৰ শিক্ষাত যাতে বাধা নহয়, সেই চিন্তাও মোৰ আছিল, কাৰণ তাইক ইউৰোপত শিক্ষা দিয়াৰ ইচ্ছা। ইয়াৰ বাহিৰে মোৰেই বা 'মোৰ পৰিবাৰৰেই বেচি টকাৰ কোনো আৱশ্যক নাই। নহ'লেবা টকাৰ অভাৱত কেতিয়াও পৰা নাই বুলিয়েই তেনেকৈ ভাবিছিলোঁ হ'বলা। মোৰ বিশ্বাস, কেতিয়াবা যদি এনেকুৱা সময় আহে যে আমি টকা-পইচাৰ অভাৱত পৰিবলগীয়া হয়, তেতিয়া নিশ্চয় আমি সুখী হৈ থাকিব নোৱাৰিম। এটা বিষয়ত এতিয়াও মোৰ খৰচ অতি বেচি হয়—সেইটো হৈছে কিতাপ কিনাৰ অভ্যাস। এই অভ্যাস এৰাটো মোৰ পক্ষে টান।

সম্মুখত আহি পৰা আৰ্থিক সঙ্কট দূৰ কৰিবলৈ মোৰ পৰিবাৰৰ গহনা-পাতি আৰু কিছুমান ৰূপৰ বস্তু আদি আৰু কেইগাড়ীমান চকী মেজ বিক্ৰী কৰিবলৈ ঠিক কৰিলোঁ। প্ৰায় বাৰ বছৰ ধৰি কমলাই সেই গহনাবিলাক ব্যৱহাৰ কৰা নাই, বেঙ্কত জমা হৈ আছিল। কিন্তু তথাপি তেওঁ তাক ত্যাগ কৰিবলৈ মান্তি নহ'ল; কাৰণ সেইখিনি তেওঁ আমাৰ ছোৱালীটিক আগলৈ দিবলৈ মনে মনে ঠিক কৰি থৈছিল।

১৯৩৪-ৰ জানুৱাৰী মাহ। কোনো বে-আইনী কাম নকৰাকৈয়ে এলাহাবাদ জিলাৰ গাঁৱে গাঁৱে আমাৰ কৰ্ম্মীসকলক গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে। এনেকুৱা অৱস্থাত তেওঁলোকৰ খোজতে খোজ লৈ সেইবিলাক গাঁৱলৈ যোৱাটো আমাৰ পক্ষেও কৰ্ত্তব্য হৈ উঠিল। আমাৰ যুক্তপ্ৰদেশ কংগ্ৰেছ কমিটীৰ যোগ্য সম্পাদক ৰফি আহমদ কিডোৱাইকো গ্ৰেপ্তাৰ কৰিলে। ইফালে ২৬ জানুৱাৰী স্বাধীনতা দিবস আহিছে, তালৈকো পিঠি দিব নোৱাৰি। অৰ্ডিনেন্স, নিষেধাজ্ঞা আদি থাকোঁতেও ১৯৩০ চনৰ পৰাই বছৰে বছৰে দেশৰ বেলেগ বেলেগ অঞ্চলত এই অনুষ্ঠান চলি আহিছে। কিন্তু কোন আগবাঢ়ি আহি কামত লাগিব? মোৰ বাহিৰে নিখিল ভাৰত কংগ্ৰেছৰ কোন কি পদত আছে, তাক ধৰিবৰ উপায় নাই। মই কেইজনমান বন্ধুৰ লগত আলোচনা কৰিলোঁ সকলোৱে একমত হৈ ক'লে কিবা এটা কৰিব লাগে; কিন্তু সেই কিবাটো কি, সেই সম্পৰ্কে মতৰ অমিল হ'ল। বহুত মানুহ যাতে একে সময়তে গ্ৰেপ্তাৰ নহয়, তেনেদৰেহে কাম কৰা যে ভাল হ'ব এইটো সকলোৱে মত যেন পালোঁ। অৱশেষত স্বাধীনতা দিবস যথাবিহিতভাৱে পালন কৰিবলৈ এখন চমু আবেদনপত্ৰ মই প্ৰচাৰ কৰিলোঁ। কেনেকৈ পালন কৰিব লাগিব, সেই ভাৰ স্থানীয় লোকসকলৰ ওপৰত পৰিল। এলাহাবাদ জিলাৰ নানা ঠাইত অনুষ্ঠানৰ ব্যৱস্থা আমি ঠিক কৰিলোঁ।

আমি বুজি পালোঁ—স্বাধীনতা দিবস অনুষ্ঠান কৰোঁতাসকল সেইদিনা গ্ৰেপ্তাৰ হ'বই। জেললৈ যোৱাৰ আগতে এবাৰ বঙ্গদেশলৈ যাবৰ মোৰ ইচ্ছা হ'ল। পুৰণি সহকৰ্ম্মীসকলৰ লগত দেখা কৰাৰো ইচ্ছা আছিল; কিন্তু আচলতে যোৱা কেই বছৰ ধৰি তেওঁলোকে অৱৰ্ণনীয় অত্যাচাৰ সহ্য কৰিবলগীয়া হৈছে, বঙ্গদেশৰ সেই লোকসমূহক শ্ৰদ্ধা জনাবৰ কাৰণে মনটো আকুল হৈ উঠিল। মই ভালকৈয়ে জানো—মই তেওঁলোকক একো সহায় কৰিব নোৱাৰিম। সহানুভূতি আৰু আত্মীয়তা বিচাৰিলেও বা তাৰ নো মূল্য কিমান? প্ৰয়োজনৰ সময়ত গোটেই ভাৰতবৰ্ষই তাক পাহৰি আছে, বিশেষকৈ এই ধাৰণাও বঙ্গদেশত আছিল। এনে ধাৰণাৰ অৱশ্যে কোনো যুক্তিপূৰ্ণ কাৰণ নাই; তথাপি সি আছিল।

কমলাক লৈ কলিকতালৈ গৈ তেওঁৰ চিকিৎসা সম্পৰ্কে ডাক্তৰসকলৰ লগত পৰামৰ্শ কৰাৰ ইচ্ছাও মোৰ আছিল। তেওঁৰ গাটো ভাল নাছিল, কিন্তু আমি দুয়ো তালৈ প্ৰায় আওকাণেই কৰিছিলোঁ, কলিকতা বা আন ঠাইত দীঘলীয়াকৈ থাকি ক'ৰবাত চিকিৎসা কৰাব লগা হয় বুলিয়েই আমি তাক পিচ পেলাই থৈছিলোঁ। জেলৰ বাহিৰত যিমান দিন আছোঁ, সিমান দিন পৰা পক্ষত দুয়ো একেলগে থাকিবৰ আকাঙ্ক্ষা আমাৰ আছিল। মই জেললৈ উভতি গ'লে, তেওঁ ডাক্তৰ আৰু চিকিৎসাৰ

যথেষ্ট সময় পাব। এতিয়া অতি সোনকালেই গ্রেপ্তাৰ হ'বৰ সময় আহিছে বুলি ভাব হোৱাত মই থাকোঁতে কলিকতাত ডাক্তৰসকলৰ লগত পৰামৰ্শ কৰিবলৈ ঠিক কৰিলোঁ। আন আন ব্যৱস্থা পিচতো হৈ থাকিব।

মযে কমলাই ১৫ জানুৱাৰীত কলিকতালৈ যাত্ৰা কৰিম বুলি ঠিক কৰিলোঁ। স্বাধীনতা দিবসৰ সভাৰ আগতে উভতি আহিবলৈ যথেষ্ট সময় হাতত থাকিল।

## ভূমিকম্প

১৯৩৪-ৰ ১৫ জানুৱাৰীৰ দিনা আবেলি। মই এলাহাবাদৰ ঘৰৰ বাৰাণ্ডাত বহি এদল খেতিয়কৰ লগত কথা-বতৰা হৈ আছিলোঁ। বছৰেকীয়া মাঘ-মেলা আৰম্ভ হৈছে। গোটেই দিনটো আমাৰ ঘৰত দৰ্শকৰ অভাৱ নাছিল। হঠাৎ মোৰ ভৰি কঁপিবলৈ ধৰিলে। পৰি যাবলৈকো ধৰিছিলোঁ, কথমপিহে ওচৰৰে খুটা এটাত ধৰি বলোঁ। খিড়িকী দুৱাৰবোৰ কঁপিবলৈ ধৰিলে। ওচৰৰ স্বৰাজ-ভৱনৰপৰা গভীৰ শব্দ আহিবলৈ ধৰিলে, তাত চালৰপৰা 'টাইল'বিলাক খহি খহি পৰিছে। ভূমি-কম্পৰ বিষয়ে আগৰ অভিজ্ঞতা নথকাৰ বাবে প্ৰথমেই একো বুজিব নোৱাৰিলোঁ। পিচে বুজিবলৈ বেচি সময় নেলাগিল। এই নতুন ধৰণৰ অভিজ্ঞতাত মোৰ মনত বৰ কৌতুক জাগিল; মই কৃষকসকলৰ লগত কথা-বতৰা হৈয়েই থাকিলোঁ। মোৰ বুঢ়ী জেঠায়ে দূৰৈৰপৰা চিঞৰি মোক দালান এৰি বাহিৰলৈ আহিবলৈ ক'লে। তেনেকৈ মতাত মোৰ বৰ হাঁহি উঠিল। প্ৰথম কথা ভূমিকম্পটো মই বৰ ডাঙৰ বুলি ভবা নাই। দ্বিতীয়তে মোৰ বেমাৰী আই আছে, দুই তলাত মোৰ পৰিবাৰেও যাত্ৰাৰ কাৰণে কানি-কাপোৰ ঠিক কৰিছে; তেওঁলোকক এৰি মই কোনোমতেই নিজে নিৰাপদ ঠাইলৈ যাব নোৱাৰোঁ। ভূমিকম্প ভালকৈয়ে কিছু সময় চলি থকা যেন লাগিল। তাৰ পিচত বন্ধ হ'ল। এই বিষয়ে কেই মিনিটমান কথা-বতৰা হৈ তাৰ পিচত আৰু পাহৰি গ'লোঁ। আমি তেতিয়া নেজানোও কল্পনাও কৰিব পৰা নাই যে, এই দুই তিনি মিনিটৰ ভিতৰতে বিহাৰ আৰু আন আন অঞ্চলত লাখ লাখ মানুহৰ কি সৰ্ব্বনাশ হৈ গ'ল।

সেইদিনা সন্ধ্যা কমলা আৰু মই কলিকতালৈ যাত্ৰা কৰিলোঁ। ৰাতিৰ এন্ধাৰত আমাৰ ৰেলগাড়ী যে ভূমিকম্পই অনিষ্ট কৰা অঞ্চলৰ মাজেদি চলি গ'ল আমি সেইটো বুজিব নোৱাৰিলোঁ। পিচদিনা কলিকতাত ধ্বংসলীলাৰ বিশেষ কোনো খবৰ পোৱা নগ'ল। তাৰ পিচদিনা অলপ অলপকৈ বতৰা আহিবলৈ ধৰিলে। তৃতীয় দিনা আমি সেই দুৰ্ঘটনাৰ কথা অস্পষ্টভাৱে বুজিবলৈ আৰম্ভ কৰিলোঁ।

কলিকতাত মোৰ কাম কাজ লৈ ব্যস্ত থাকিলোঁ। বহুতো ডাক্তৰৰ লগত বাৰে বাৰে আলোচনা কৰি ঠিক কৰা হ'ল—এই এমাহৰ পিচত কমলা চিকিৎসাৰ কাৰণে কলিকতালৈ আহিব। বহুদিনৰ মূৰত বন্ধু-বান্ধৱ আৰু কংগ্ৰেছৰ সহকৰ্ম্মীসকলৰ লগত দেখা-দেখি হ'ল। গোটেই সময়খিনি মই এটা ভয়াবহ অৱসাদ অনুভৱ কৰিবলৈ ধৰিলোঁ। মনটোত এনেকুৱা লাগিবলৈ ধৰিলে, সকলোৱেই যেন বিপদত

পৰাৰ ভয়ত যি যোনো কামকে কৰিবলৈ সংকোচ কৰে। এওঁলোকে বহুত সহ্য কৰিছে। ভাৰতৰ আন আন অঞ্চলতকৈ ইয়াৰ বাতৰি-কাকতবিলাক বেচি সাৱধান. আন আন ঠাইৰ দৰেই ইয়াতো ভৱিষ্যৎ কাৰ্য্যপদ্ধতি সম্পৰ্কে সন্দেহ আৰু অনিশ্চিত মনোভাব দেখিলোঁ। ভয়তকৈয়ো এই অনিশ্চয়তা আৰু সন্দেহেই ৰাজনৈতিক কাম-বন কৰিব নোৱাৰাকৈ ৰাখিছে। ফেচিষ্ট মনোভাৱ অতি প্ৰবল দেখা গ'ল· সমাজতান্ত্ৰিক বা কমিউনিস্ট ভাবো আছে—পিচে এই সকলোবিলাকেই কিবা সানমিহলি আৰু অস্পষ্ট। এইবিলাক বেলেগ বেলেগ দলৰ সীমাৰেখা স্পষ্টভাবে দেখুৱাই দিয়া টান। সাম্ৰাজ্যবাদী আন্দোলন সম্বন্ধে বিশেষ একো দেখিবলৈ বা জানিবলৈ সুযোগ আৰু সময় মই নেপালোঁ। চৰকাৰৰ ফালৰপৰা তাৰ সম্বন্ধে ঘোষণা আৰু বিশেষকৈ তাৰ প্ৰতি চকু দিয়া হৈছিল। মই যিমানখিনি বুজিলোঁ, তাৰ ৰাজনৈতিক গুৰুত্ব একো নাছিল, সেই দলৰ পুৰণি সদস্যসকলৰ সন্ত্ৰাসবাদ বা টেৰৰিজমৰ ওপৰত কোনো বিশ্বাস আৰু নাছিল। তেওঁলোকৰ চিন্তাধাৰা বেলেগ পথেদি চলিছিল। যি হওক চৰকাৰৰ কামত বঙ্গদেশত যথেষ্ট ক্ষোভ হৈছিল আৰু তাৰ ফলত অ'ত ত'ত ইজন সিজনে চম্ভালিব নোৱাৰি শত্ৰুভাৱ দেখুৱাইছিল। দুয়ো পক্ষতে এই বৈৰীভাৱ অতি প্ৰবল আছিল, সন্দেহ নাই। কোনো কোনো সন্ত্ৰাস-বাদীৰ মাজত ই দেখাদেখিকৈয়ে ওলাই পৰিছিল। ৰাষ্ট্ৰৰ ফালৰপৰাও সমাজদ্ৰোহী ঘটনাবিলাকৰ সন্মুখীন হৈ তাক দমন কৰাতকৈ সদায় এখন কাজিয়া পেচাল লগোৱাৰ অভিপ্ৰায়তহে আছিল। যি কোনো চৰকাৰেই সন্ত্ৰাসবাদ সম্পৰ্কীয় কাৰ্য্যৰ সন্মুখীন হ'লে তাৰ লগত যুদ্ধ কৰিবলৈ আৰু তাক দমন কৰিবলৈ বাধ্য হয়। কিন্তু চৰকাৰৰ পক্ষে গভীৰ সংযম কৰিব লাগে। দোষী-নিৰ্দ্দোষী নোচোৱাকৈ এফালৰপৰা অতিৰিক্ত ব্যৱস্থা ল'লে নিৰ্দ্দোষীৰ সংখ্যা বহুত পৰিমাণে বেচি বুলি তাৰ আঘাত গৈ তেওঁলোকৰ ওপৰতে পৰে। এই ধৰণৰ ভয় দেখুৱালে বোধহয় কোনেও ধীৰেৰে আৰু সংযতভাৱে থকাটো সহজ নহয়। সন্ত্ৰাসবাদ সম্পৰ্কীয় কাৰ্য্য বিৰল হ'লেও তাৰ সম্ভাৱনা সদায় আছে, এই ধাৰণাই তাৰ দমনৰ ভাৰপ্ৰাপ্ত লোক সকলক ধৈৰ্য্যহীন কৰিবৰ কাৰণে যথেষ্ট। এইবোৰ কাৰ্য্য যে ব্যাধি নহয়, ব্যাধিৰ লক্ষণহে, সেইটো দেখা কথা। ব্যাধিৰ চিকিৎসা নকৰি লক্ষণৰ চিকিৎসা কৰিলে কি হ'ব?

যিসকল ডেকা-ডেকেৰীৰ সন্ত্ৰাসবাদী বা টেৰৰিষ্টৰ লগত সংশ্ৰৱ আছে বুলি ভবা হয়, প্ৰকৃততে তেওঁলোক লুকাই চুৰকৈ কিবা কৰাৰ মোহতহে সেইফালে ঢাল লয় যেন পাওঁ। গোপনতা আৰু বিপদে মৰসাহ কৰা ডেকা কালটোক সদায় টানে: কিহৰ কাৰণে ইমান হাই-উৰুমি, আঁৰ-কাপোৰৰ আঁৰত থাকি কোনে কাম কৰিছে, জানিবৰ কাৰণে কৌতুহল হয়। এইটোৱেই ডিটেক্‌টিভ উপন্যাসৰ আকৰ্ষণ; দৰা-চলতে এইবিলাক মানুহৰ কোনো কাম কৰাৰ ইচ্ছা নেথাকে, সন্ত্ৰাসবাদীৰ কামতো নহয়েই কেৱল যিসকল সন্দেহৰ পাত্ৰ হৈ থাকে, সেইসকলৰ গাত গা ঘঁহাই নিজকে সন্দেহভাজন কৰি তোলে। বেচি দুৰ্ভাগ্য যদি নহয়, তেন্তে তেওঁলোক সহজে আৰু অতি সোনকালে গৈ অন্তৰীণসকলৰ দলত ভুক্ত হয়; নহ'লেবা কাটেক পায়গৈ।

আমি শুনিছো, আইন আৰু শৃঙ্খলা হেনো ভাৰতত বৃটিছ শাসনৰ গৌৰৱ-

পূর্ণ কীৰ্ত্তি। স্বাভাৱিকতে মই সেয়া ভাল পাওঁ। জীৱনত মই শৃংখলা ভাল পাওঁ; অৰাজকতা, বিশৃংখলতা আৰু অযোগ্যতা মই সমূলি বেয়া পাওঁ। কিন্তু কেহা লাগি লাগি তাৰ মূল্যে সম্পৰ্কে মনত সন্দেহ হ'বলৈ ধৰিছে। কেতিয়াবা ৰাষ্ট্ৰ আৰু চৰকাৰে জনসাধাৰণৰ ওপৰত যি আইন আৰু শৃংখলা জাপি দিয়ে, তিতা-কেহা লাগি তাৰ মূল্য সম্পৰ্কে মনত সন্দেহ হ'বলৈ ধৰিছে। কেতিয়াবা মানুহে ইয়াৰ 'কাৰণে অতিপাত মূল্য দিয়ে। দৰাচলতে আইন হৈছে প্ৰভৱশালী অংশৰ ইচ্ছা মাথোন আৰু শৃংখলা সৰ্ব্বব্যাপী জয়ৰেই এটা ৰূপ। কেতিয়াবা আইন আৰু শৃংখলাৰ অভাৱকেই আইন আৰু শৃংখলা বোলে। চাৰিউ-ফালে কেৱল ভয় আৰু ভয় লৈ সফলতা লাভ কৰিও ভাল নেলাগে। ৰাষ্ট্ৰৰ দমন-নীতিমূলক ব্যৱস্থাৰ ওপৰত প্ৰতিষ্ঠিত যি 'শৃংখলা' আৰু সেই দমনৰ অভাৱত যি টিকিব নোৱাৰে, তাৰ লগতে অসামৰিক শাসনতকৈ সামৰিক বল প্ৰয়োগবে সামঞ্জস্য বেঁচি। হেজাৰ বছৰৰ আগেয়ে ৰচনা কৰা কহ্লনৰ কাশ্মিৰী ঐতিহাসিক মহাকাব্য "ৰাজতৰঙ্গিণী"ত মই দেখিছোঁ, আইন আৰু শৃংখলাৰ অৰ্থ বুজোৱা যি দুটা ৰাষ্ট্ৰ আৰু শাসকসকলে ৰক্ষা কৰা উচিত, সেই সম্পৰ্কে বাৰে বাৰে ধৰ্ম্ম আৰু অভয় এই দুটা শব্দ ব্যৱহাৰ কৰা হৈছে। আইন বুলিলে অকল আইনকে নুবুজাই তাৰ লগত আৰু কিবা বুজায়, আৰু শৃংখলতা বুলিলে জনসাধাৰণৰ ভয়হীনতা বুজায়। ভীত জনসাধাৰণৰ ওপৰত বলেৰে শৃংখলা এটা জাপি দিয়াতকৈ এই ভয়হীনতা জগাই তোলাটো কিমান আকাঙ্ক্ষাৰ বস্তু।

আমি কলিকতাত তিনি দিন এবেলা আছিলোঁ। এই সময়খিনিত মই তিনি-খন ৰাজহুৱা সভাত বক্তৃতা দিছিলোঁ। এইবাৰো তেনেকৈ হিংসামূলক কামৰ নিন্দা আৰু তাৰ বিৰুদ্ধে যুক্তি দাঙি ধৰিলোঁ। তাৰ পিচত বঙ্গদেশত চৰকাৰে লোৱা উপায়বিলাকৰ বিষয়ে আলোচনা কৰিলোঁ। এই প্ৰদেশৰ ঘটনাবিলাকৰ বিৱৰণ শুনি মই অতিপাত অভিভূত হৈছিলোঁ, ফলত মোৰ বক্তৃতা বৰ আন্তৰিকতাপূৰ্ণ হৈছিল। বাছ বিচাৰ নোহোৱাকৈ এটা অঞ্চলৰ সকলো মানুহকে অত্যাচাৰ কৰি যেনেকৈ মনুষ্যত্বৰ ওপৰত অপমান আৰু আঘাত দিয়া হৈছে, শুনি বৰ দুখ পাইছিলোঁ।ৰাজ-নৈতিক সমস্যা গুৰুতৰ হ'লেও তাৰ ঠাই মনুষ্যত্বৰ সমস্যাৰ পাচত। এই তিনিটা বক্তৃতাকে পিচত কলিকতাত মোৰ বিপক্ষে হোৱা বিচাৰত তিনটা বেলেগ বেলেগ অভিযোগ হিচাপে থিয় কৰোৱা হৈছিল আৰু মোৰ বৰ্ত্তমান ফাটেকৰ গুৰিতো সিয়েই।

কলিকতাৰপৰা আমি কবি ৰবীন্দ্ৰনাথ ঠাকুৰক দৰ্শন কৰিবৰ কাৰণে শান্তি-নিকেতনলৈ আহিলোঁ। তেওঁক দেখিলে সদায় আনন্দ লাগে। ইমান ওচৰলৈ আহি তেওঁক দেখা নকৰাকৈ যাবলৈ মনে নেমানিলে। মই আগেয়েও দুবাৰ শান্তি-নিকেতনলৈ আহিছোঁ। কমলাৰ এয়ে প্ৰথম। তেওঁ বিশেষকৈ ঠাই চাবলৈ আহিল, কাৰণ আমাৰ ছোৱালীটোক ইয়াত থোৱাৰ কথা ভাবিছিলোঁ। ইন্দিৰাই সোনকালেই মেট্ৰিকুলেশ্যন পৰীক্ষা দিব, গতিকে তাইৰ ভৱিষ্যত শিক্ষাৰ বিষয়ে আমি চিন্তাত আছিলোঁ। চৰকাৰী বা আধা-চৰকাৰী বিশ্ববিদ্যালয়বিলাকত তাইক পঢ়িবলৈ দিয়াৰ মই সম্পূৰ্ণ বিৰোধী আছিলোঁ, কাৰণ সেইবোৰ মই সমূলি ভাল নেপাওঁ। ইয়াৰ চাৰিউফালে কেৱল প্ৰভুত্বপ্ৰৱণ চৰকাৰী চৰকাৰী ভাৱে মনটোক তিতা-কেঁহা লগাই

তোলে। অৱশ্যে আগতে ইয়াৰ পৰাই বহুতে শ্ৰেষ্ঠ লোকৰ উদ্ভৱ হৈছে আৰু আগলৈকো হ'ব। ডেকাকালৰ কোমল ভাব অনুভূতিবিলাক বিশ্ববিদ্যালয়বিলাকে নিজ্জীৱ কৰি পেলায় আৰু হেঁচি ধৰে বুলি তোলা অভিযোগৰপৰা তাকৰীয়া কেইজনমানৰ বাহিৰে আনে সাৰি থাকিব নোৱাৰে। শান্তিনিকেতনত মৰণ-কঠোৰ এই হাত নাই কাৰণেই আমি তাক বাছি লৈছিলোঁ—যদিও অনেক ফালৰপৰা আন আন বিশ্ববিদ্যালয়ৰ আধুনিক ব্যৱস্থা বা আহিলা পাতি ইয়াত নাই।

উভতি আহোঁতে বাটত নামি ৰাজেন্দ্ৰবাবুৰ লগত ভূমিকম্পৰ সেৱাকাৰ্য্য সম্পৰ্কে আলোচনা কৰিলোঁ। কেইদিনমানৰ আগতে মাত্ৰ তেওঁ জেলৰপৰা ওলাইছে আৰু ওলায়েই বে-চৰকাৰী সেৱাকাৰ্য্যৰ নেতৃত্ব লৈছে। আমি যে আহিম, তেওঁ ক'ব নোৱাৰে। কাৰণ আমাৰ এখনো টেলিগ্ৰাম বিলি হোৱা নাই। কমলাৰ ভায়েকৰ লগত যিটো ঘৰত আমি থাকিব খুজিছিলোঁ, সেই ঘৰটো ভাগি গৈছে; ই এটা ইটাৰ প্ৰকাণ্ড দুতলীয়া ঘৰ আছিল। গতিকে আনবিলাকৰ দৰে আমিও মুকলি পথাৰতে থাকিবলৈ ললোঁ।

পিচদিনা আমি গ'লো মজঃফৰপুৰলৈ। ভূমিকম্পৰ পিচত ঠিক সাত দিন গৈছে, তথাপি ঘাই আলিবাট কেইটামানৰ বাহিৰে ভগা-ছিগা বস্তুৰ দ'মবিলাক গুচোৱাৰ কোনো দিহা নাই। এইবিলাক আলিবাটৰপৰা মৰা শ ওলাইছে, দেহ-বিলাক দেখিলে ভাব হয় যেন পৰোঁ পৰোঁ দেৱাল বা ওপৰৰ চাংবিলাক নপৰাকৈ ওপৰতে ৰখাৰ চেষ্টাহে কৰিছে। দ'মবিলাকলৈ চালে আতঙ্কত গা শিয়ঁৰি উঠে। যিসকল জীয়াই আছে, তেওঁলোকো অভিভূত হৈ পৰে, তীব্ৰ মানসিক আঘাতত ম্ৰিয়মান হৈ পৰে।

এলাহাবাদলৈ উভতি আহিয়েই টকা-পইচা, বস্তু-বাহানি গোটোৱাৰ ব্যৱস্থা কৰা হ'ল। কংগ্ৰেছৰ আৰু কংগ্ৰেছৰ বাহিৰৰ লোকসকলে লগ লাগি একান্ত মনে কাম আৰম্ভ কৰিলোঁ। আমাৰ কোনো কোনো সহকৰ্ম্মীয়ে ভূমিকম্পৰ কাৰণে স্বাধীনতা দিবসৰ অনুষ্ঠান স্থগিত ৰাখিবলৈ পৰামৰ্শ দিলে। মই আৰু মোৰ আন আন লগৰীয়া কৰ্ম্মীসকলে ভূমিকম্প হ'লেও কাম-কাজ বন্ধ ৰখাৰ সপক্ষে কোনো যুক্তি বিচাৰি নেপালোঁ। গতিকে ২৬ জানুৱাৰীৰ দিনা এলাহাবাদ জিলাৰ গাঁওসমূহত বহুতো সভা-সমিতি হ'ল, চহৰতো সভা হ'ল আৰু আমি তাত ইমান কৃতকাৰ্য্য হ'ব পাৰিম বুলি আশাই কৰা নাছিলোঁ। পুলিচে বাধা দিব বা গ্ৰেপ্তাৰ কৰিব পাৰে বুলি বহুতে আশঙ্কা কৰিছিল। অ'ত অ'ত অলপ অচৰপ বাধা দিছিলে। কিন্তু দেখি আমি আচৰিত হলোঁ, আমাৰ সভা নিৰ্ব্বিবাদে ভালেই হৈ গ'ল। কোনো কোনো গাঁৱত আৰু চহৰতো কিছু মানুহ গ্ৰেপ্তাৰ হৈছিল।

বিহাৰৰপৰা উভতি অহাৰ অলপ পিচতেই ভূমিকম্পৰ বিৱৰণ দি, শেষত অৰ্থ সাহায্যৰ কাৰণে আবেদন কৰি মই এটা বিবৃতি প্ৰচাৰ কৰিলোঁ। বিধ্বস্ত অঞ্চলৰ কৰ্ম্মচাৰীসকলক সমালোচনা কৰাৰ মোৰ কোনো অভিপ্ৰায় নাছিল। কাৰণ তেওঁ-লোক যি সঙ্কটপূৰ্ণ অৱস্থাৰ সন্মুখীন হৈছিল, অতি ডাঙৰ সাহসী মানুহৰ কাৰণেও সি মহা পৰীক্ষা। মোৰ দুই এটা কথাৰ যে তেনেকুৱা অৰ্থ কৰিব পাৰি, দেখি মই অন্তৰে অন্তৰে বৰ দুখ পালোঁ। কিন্তু মই গভীৰভাৱে অনুভৱ কৰিছোঁ

যে আচল চৰকাৰৰ বৰমূৰীয়াসকলৰ মাজত প্ৰথমতে কোনো তৎপৰতা দেখা নগৈছিল। বিশেষকৈ ধ্বংসস্তূপৰপৰা আঁতৰাব পৰিলে অনেকৰ জীৱন ৰক্ষা পৰিলহেঁতেন।

কেৱল মুংগেৰতে এহেজাৰ মানুহ মৰিছিল। তিনি সপ্তাহ পিচত মই দেখিছোঁ একোটা ধ্বংসস্তূপত হাতকে দিয়া নাই, অথচ পাঁচ মাইল দূৰতে জামালপুৰত হেজাৰ হেজাৰ ৰেলৰে বনুৱাৰ উপনিৱেশ আছে। ভূমিকম্পৰ কেইঘণ্টামান পিচতে তেওঁলোকক আনি এই কামত লগাবলৈ একো টান নাছিল। আন কি ভূমিকম্পৰ বাৰ দিনৰ পিচতো জীয়া মানুহ বাহিৰ কৰা হৈছে। চৰকাৰে ধন-সম্পত্তি ৰক্ষাৰ কাৰণে অতি সোনকালে ব্যৱস্থা হাতত লৈছিল, কিন্তু ঘৰৰ তলত হেঁচা খাই থকা জীয়া মানুহক উদ্ধাৰ কৰিবলৈ তেনেকুৱা তৎপৰতা দেখুৱাব পৰা নাই। এই অঞ্চলৰ মিউনিচিপেলেটিৰ কাম-কাজবিলাক অচল হৈ পৰিছিল।

মোৰ সমালোচনা ঠিকেই হৈছে বুলি মই ভাবোঁ। পিচত দেখিছোঁ ভুইকঁপ হোৱা ঠাইবিলাকৰ বেচি ভাগ মানুহেও তাকে কৈছে। কিন্তু আলোচনা ঠিকেই হওক বা বিঠিকেই হওক তাৰ উদ্দেশ্য সৎ আছিল, চৰকাৰক অপবাদ দিবৰ কাৰণে নহয়, তেওঁলোক যাতে কামত ভালকৈ লাগে তাৰ কাৰণেহে মই কৰিছিলোঁ। এই সম্পৰ্কে কোনোবাটো কাম কৰা নকৰা লৈ তেওঁলোকে ইচ্ছা কৰি কিবা পাপ কৰিছে এনেকুৱা অপবাদ কোনেও দিয়া নাই; ই এটা নতুন নোহোৱা নোপজা ঘটনা। এই ক্ষেত্ৰত ভুল-ত্ৰুটি হ'লেও বৰকৈ ধৰিব নোৱাৰি। মই যিমানখিনি জানো (কাৰণ তেতিয়া মই জেলত) তাৰ কাৰণেই বিহাৰ চৰকাৰে পিচত ধ্বংসৰ ওপৰত উৎসাহ আৰু যোগ্যতাৰে নতুন নিৰ্ম্মাণৰ কাম কৰিছিল।

কিন্তু মোৰ সমালোচনাই কাৰবাৰ কাৰবাৰ খং তুলিলে। অলপ দিন পিচতে মোৰ মতামতৰ লগত ফেৰ মাৰিবলৈ বিহাৰৰ কেইজনমান ভদ্ৰলোকে চৰকাৰৰ সপক্ষে এখন প্ৰশংসাপত্ৰ প্ৰচাৰ কৰিলে। ভূমিকম্প আৰু তাৰ সেৱাকাৰ্য্য যেন পিচ কথাহে। চৰকাৰক সমালোচনা কৰা হৈছে, সেয়েহে যেন ঘাই কথা আৰু ৰাজভক্ত প্ৰজাই চৰকাৰক সমৰ্থন কৰিবই লাগিব। চৰকাৰক সমালোচনা কৰিলেই বেয়া পোৱাটো ভাৰতৰ সকলো ঠাইতে দেখিছোঁ। কিন্তু পশ্চিমীয়া দেশত হ'লে ই ভাতৰ লগত পানী খোৱা কথা। ই হৈছে সমালোচনা সহিব নোৱাৰা সাময়িক মনোবৃত্তি। ৰজাৰ নিচিনাকৈয়ে ভাৰতত বৃটিছ চৰকাৰ আৰু বৰ বৰ বিষয়াসকলে কোনো অন্যায় কৰিব নোৱাৰে। সেই কথা উলিওৱাও ৰাজদ্ৰোহহে।

আৰু এটা কথা মন কৰিবলগীয়া। চৰকাৰক কঠোৰ বা অত্যাচাৰী বুলি অভিযোগ কৰাতকৈ অযোগ্য আৰু অক্ষম বুলি অভিযোগ কৰিলে বেচি খং উঠে। প্ৰথমটো অভিযোগ কৰিলে যেয়ে সেয়ে ফাটেকলৈ যাব পাৰে। পিচে সেইবোৰ শুনি শুনি চৰকাৰৰ অভ্যাস হৈ গৈছে। এতিয়া আৰু সেইবোৰ লেখতে নধৰে। সি যি কি নহওক, যি জাতি সাম্ৰাজ্যৰ অধিপতি তেওঁলোকৰ পক্ষে সেয়া প্ৰশংসা-বাণীহে। কিন্তু অযোগ্য বুলিলে মানসিক বলৰ অভাৱ আছিল বুলিলে, তেওঁলোকে আঘাত পায়, তেওঁলোকৰ আত্ম-মৰ্য্যাদাৰ মূৰত আঘাত পৰে; নিজকে বিধাতাই পঠোৱা বুলি ভাৰতত ইংৰাজ কৰ্ম্মচাৰীসকল যি মোহৰ বাগীত বিভোৰ হৈ থাকে, ইয়াৰপৰা

সেই মোহত আঘাত পৰে। তেওঁলোক সেই এংলিকান্ বিশ্বপৰ নিচিনা। সেই বিশ্বপজনে বোলে তেওঁক যদি কোনোবাই অখৃষ্টান ব্যৱহাৰ কৰা বুলি অভিযোগ কৰে, তেন্তে মনে মনে সহি থাকে, কিন্তু যদি কোনোবাই মূৰ্খ আৰু অযোগ্য বুলি ভাবে, তেতিয়া হ'লে তেওঁৰ খঙে মূৰৰ চুলি পায়গৈ আৰু তেওঁ তাৰ যথোচিত উত্তৰ দিয়ে।

ইংৰাজসকলৰ মনত এটা সাধাৰণ বিশ্বাস আছে আৰু তাকে তেওঁলোকে অনবৰত বুলি প্ৰচাৰ কৰে। সেইটো হৈছে এই যে ভাৰত চৰকাৰৰ ইংৰাজ কৰ্মচাৰীৰ সংখ্যা কমিলে, বা তেওঁলোকৰ প্ৰভাৱ প্ৰতিপত্তি কমি গ'লে চৰকাৰ অতি বেয়া আৰু অযোগ্য হৈ পৰিব। এই বিশ্বাস অটুট ৰাখি পৰিৱৰ্ত্তনকামী আৰু আন আন প্ৰগতিশীল ইংৰাজসকলে উৎসাহ আৰু উদাৰতা দেখুৱাই কয়, ভাল চৰকাৰতকৈ বোলে স্বায়ত্তশাসন বহুত ভাল আৰু যদি ইচ্ছা কৰি ভাৰতীয়সকলে অধঃপাতে যাবলৈ বিচাৰে, তেনেহলে তেওঁলোকক বাধা দিয়া উচিত নহয়। বৃটিছ প্ৰভাব নাইকিয়া হ'লে ভাৰতৰ ভাগ্যত কি ঘটিব মই নেজানো। কেনেভাৱে বৃটিছসকল আঁতৰি যাব, তেওঁলোক গুচি যোৱাৰ পিচত ক্ষমতা কাৰ হাতলৈ আহিব আৰু আন আন জাতীয় আৰু আন্তৰ্জ্জাতিক ঘটনাৰ গতি কেনে হ'ব, তাৰ ওপৰতহে সেইটো নিৰ্ভৰ কৰিব। আমাৰ মনেৰে বৃটেইনক সহায় কৰিবৰ কাৰণে এনে কিছুমান ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰা হ'ব পাৰে, যি অৱস্থা হয়তো আৰু বেচি অকৰ্ম্মণ্য আৰু বৰ্ত্তমান অৱস্থাতকৈ সদায় বেচি বেয়াহে হ'ব: কাৰণ তাত বৰ্ত্তমান অৱস্থাৰ দোষবোৰ থাকিব, কিন্তু তাৰ গুণবিলাক হ'লে নেথাকিব। সিপিনে মই এইটোও ভাবিব পাৰোঁ যে, ভাৰতবাসীসকলৰপৰা সম্পূৰ্ণ বেলেগ অৱস্থাও প্ৰৱৰ্ত্তন কৰা হ'ব পাৰে -যি ব্যৱস্থা আকৌ বৰ্ত্তমান অবস্থাতকৈ বেচি কাৰ্য্যদক্ষ আৰু হিতসাধক হ'ব; সম্ভৱ কিজানি দমন-নীতিমূলক ব্যৱস্থাবিলাক ইমান কাৰ্য্যদক্ষ নহ'বও পাৰে, শাসন ব্যৱস্থাত ইমান জাক্‌জমক নেথাকিবও পাৰে, কিন্তু শস্য আৰু বেপাৰৰ বস্তুৰ উৎপাদন আদিত মানুহে বেচি সুবিধা ভোগ কৰিবলৈ পাব। জনসাধাৰণৰ দৈহিক, নৈতিক আৰু সাংস্কৃতিক আদৰ্শৰ উন্নতি হ'ব। মোৰ বিশ্বাস, স্বায়ত্ত শাসন সকলো দেশৰ কাৰণে ভাল। কিন্তু সঁচা-সঁচিকৈ ভাল চৰকাৰৰ সলনি স্বায়ত্ত শাসন গ্ৰহণ কৰাত মই নাই। স্বায়ত্তশাসন যদি ভালেই হয়, তেন্তে সি জনসাধাৰণৰ কাৰণে বেচি উৎকৃষ্ট চৰকাৰত পৰিণত হ'ব লাগিব। কাৰণ মই বিশ্বাস কৰোঁ আগেয়ে ভাৰতত বৃটিছ চৰকাৰৰ যি দাবীয়েই নেথাকক লাগিলে, বৰ্ত্তমানে ই ভাৰতৰ শ্ৰেষ্ঠ চৰকাৰ প্ৰতিষ্ঠা কৰা আৰু জনসাধাৰণৰ জীৱন-যাপনত উন্নতি সাধন কৰাত অক্ষম আৰু এতিয়া যেনেকৈ আছে তেনেই ভাৰতত চলি থকাৰ একো আৱশ্যক নাই বুলিয়েই মোৰ ধাৰণা। ভাৰতৰ স্বাধীনতাৰ সপক্ষে যুক্তি এয়ে যে, ভাৰতে ইয়াতকৈ উৎকৃষ্ট চৰকাৰ বিচাৰে, জনসাধাৰণৰ জীৱন ধাৰণৰ মান উন্নত কৰিবলৈ বিচাৰে, শিল্প-বাণিজ্য আৰু শিক্ষা-সংস্কৃতিৰ উৎকৰ্ষ বিচাৰে, বৈদেশিক সাম্ৰাজ্য-নীতিৰ শাসন প্ৰণালীৰপৰা সৃষ্টি হোৱা দমন আৰু ভয়ৰ বা-বতাহৰপৰা মুক্তি পাবলৈ বিচাৰে। বৃটিছ চৰকাৰ আৰু চিভিলিয়ানসকলৰ ভাৰতৰ ওপৰত তেওঁলোকৰ নিজ নিজ ইচ্ছা অভিৰুচিবিলাক জাপি দিয়াৰ ক্ষমতা ঢে'ৰ আছে, কিন্তু বৰ্ত্তমান ভাৰতৰ সমস্যা-

বিলাক সমাধান কৰিবলৈ এওঁলোকৰ ক্ষমতা নাই, যোগ্যতাও নাই। ভৱিষ্যতৰ আশা আৰু কম, কাৰণ যি ভিত্তি আৰু ধাৰণাৰ ওপৰত তেওঁলোকে কাম কৰে আটাইবোৰ ভুল; বাস্তৱৰ লগত তেওঁলোকৰ যোগসূত্ৰ একেবাৰেই ছিগি গৈছে। য'ত কোনো চৰকাৰ বা শাসকসম্প্ৰদায়ৰ যোগ্যতা অতি কম, আৰু পুৰণিকলীয়া ব্যৱস্থাকে যিসকলে খামুচি ধৰি থাকিব খোজে, তেওঁলোকে সৰহ দিন নিজ ইচ্ছামতেই কাম চলাব নোৱাৰে।

এলাহাবাদৰ ভূঁইকপ-সাহায্য সমিতিয়ে মোক ভূঁইকপে পোৱা ঠাইবিলাকৰ সেৱা কাম কি প্ৰণালীত চলিছে তাৰ বিৱৰণ পঠাবলৈ ক'লে। মই তৎক্ষণাত যাত্ৰা কৰিলোঁ আৰু অকলে অকলে সেই বিধ্বস্ত ঠাইবিলাকত ঘূৰি ফুৰিলোঁ। এই ভ্ৰমণত বৰ কষ্ট পালোঁ, প্ৰায়েই মই শুব পৰা নাই। পুৰা পাঁচ বজাৰপৰা মাজৰাতিলৈকে আমি ভূঁইকপে নষ্ট কৰা আলিবাটেদি মটৰেৰে যাওঁ ক'ৰবাত আলিবাটৰ মাজেদি ফাট মেলিছে, ক'ৰবাত গোটেই বাটটোৱেই বোঁকা-বেঁকা হৈ গৈছে; ক'ৰবাত সাঁকো ভাগি যোৱাত নাৰেদি পাৰ হ'ব লগা হৈছে; ক'ৰবাত বা আকৌ মাটি তললৈ বহি যোৱাত আলিবাট পানীত ডুবি থাকে। চহৰবিলাকত ধ্বংসস্তূপৰ দৃশ্য দেখিলে ভয়লগা। আলিবাটবিলাক যেন কোনোবা দৈত্যই ভাঙি মোহাৰি পেলাইছে, ক'ৰবাত আকৌ আলিবাটবিলাক ঘৰৰ ভেটিৰ ওপৰলৈকে উঠিছে। আলিবাটৰ ওপৰত ডাঙৰ ডাঙৰ ফাট মেলি অতিপাত বেগেৰে ওপৰলৈ পানী মাৰি পঠায় আৰু সেই পানীত মানুহেই হওক, আন জন্তুৱেই হওক, উটি ভাহি ক'ৰবালৈ পাচি যায়। এইবিলাক নগৰৰ বাহিৰেও, বিহাৰৰ যাক বাগিচা বুলি কোৱা হয়, সেই উত্তৰ বিহাৰৰ সমতল অঞ্চলৰো গোটেইখনতে ধ্বংসৰ তাণ্ডৱ-লীলা চলিছিল। মাইলৰ পিচত মাইল জুৰি বালিৰে ঢাকি পেলাইছে, ক'ৰবাত বহল একোডোখৰ ঠাই পানীৰে ভৰি পৰিছে, ক'ৰবাত বা ফাট মেলি দ গাঁতেই হৈ গৈছে, অসংখ্য ফাটৰপৰা পানী আৰু বালি ওপৰলৈ উঠিছে। কেইজনমান বৃটিছ সামৰিক কৰ্ম্মচাৰীয়ে এই অঞ্চলৰ ওপৰেদি ধ্বংসলীলা চাই কৈছিল, মহাযুদ্ধৰ সময়ত আৰু তাৰ ঠিক পিচতে পালে উত্তৰ ফ্ৰান্সতো ঠিক এনেকুৱাই হৈছিল।

এটা নিদাৰুণ অভিজ্ঞতা। ওচৰা-উচৰি দুই ফালৰপৰা সাংঘাতিক জোকাৰণিৰে ভূঁইকপ আৰম্ভ হওঁতেই প্ৰত্যেকেই মাটিত বাগৰি পৰিছে। তাৰ পিচত তলেওপৰে কেউফালে কেৱল হুৰু-হুৰাই মাটিত পৰিবলৈ ধৰিছে। হেজাৰ হেজাৰ কামান বৰতোপ যেন গৰজি উঠিল; যেন শ শ উৰা-জাহাজৰপৰা বোমা পৰিছে। চাই থাকোঁতে থাকোঁতেই বহল ফাট আৰু গাঁতেদি অতিপাত বেগেৰে পানী ১০।১২ ফুট ওপৰলৈ উঠি চাৰিও ফালে ছিটিকি পৰিবলৈ ধৰিলে। বোধহয় তিনি মিনিটমান থকাৰ পিচত অৱস্থা শান্ত হ'বলৈ ধৰে, কিন্তু এই তিনি মিনিটৰ কি ভয়াবহ অভিজ্ঞতা। বহুতে ভাবিছিল পৃথিৱীত কিজানি এই প্ৰলয় আহি উপস্থিত। ইয়াত আচৰিত হ'বলগীয়া একো নাই। নগৰত ঘৰ-দুৱাৰ পৰাৰ শব্দ, য'ত পানীয়েই উঠিছে, ত'ত ধূলিয়েই ধুঁৱলি-কুঁৱলী হৈ আকাশমণ্ডল ভেদি পেলাইছে—কেইগজমান দূৰৰ বস্তুকো মনিব নোৱাৰা হৈ গৈছে। গাওঁ অঞ্চলত ধূলি নাছিল, কিছুদূৰ দেখা গৈছিল—কিন্তু মস্তিষ্ক ঠিক ৰাখি কোনে চায়? যি যি বস্তা

পাইছিল, তেওঁলোক মাটিতে বাগৰি পৰিছিল। নহলে বা মাটিতে বাগৰি ফুৰিছিল।

ভূঁইকপৰ দহ দিনৰ পিচত বাৰ বছৰীয়া এটা সৰু ল'ৰাক (বোধহয় কিজানি মজঃফৰপুৰত হ'বলা) ধ্বংসস্তূপ খান্দি খুন্দি উলিওৱা হ'ল। সি একেবাৰেই বিহ্বল হৈ পৰিছে। সি যেতিয়া পৰি গ'ল আৰু ভগা ঘৰৰ মাজত বন্দী হৈ ৰ'ল তাৰ এনেকুৱা লাগিছিল পৃথিৱী যেন ধ্বংস হৈ গৈছে, কেবল মাত্ৰ সিয়েই অৱশেষ জীয়াই আছে।

এই মজঃফৰপুৰতে যেতিয়া চাৰিও ফালে ঘৰ-দুৱাৰ ভাগি পৰিছে, শ শ নৰ-নাৰী মৃত্যুৰ মুখত পৰিছে, ঠিক সেই সময়তে এজনী ছোৱালীৰ জন্ম হৈছিল। আগৰ একো অভিজ্ঞতা নোহোৱা ডেকা বাপেক-মাক হালে কি কৰোঁ কি নকৰোঁ হৈ পৰিছিল। যি হওক পিচত জানিবা শুনিলোঁ কেঁচুৱাটি আৰু মাক বোলে ভালেই আছে। ভূঁইকঁপৰ কথা মনত ৰাখি ছোৱালীজনীৰ নাম ৰাখিলে কম্পদেৱী।

মুঙ্গেৰত আহি আমাৰ ভ্ৰমণ শেষ হ'ল। নেপালৰ সীমালৈকে গোটেই অঞ্চল ফুৰি-চাকি ধ্বংসৰ বহুতো ভয়াবহ ঘটনা নিজ চকুৰে দেখিলোঁ। ভাগি-ছিগি যোৱা গাঁও-ভূঁই দেখি দেখি আমাৰ অভ্যাস হৈছিলগৈ যদিও সমৃদ্ধিশালী মুঙ্গেৰ নগৰীৰ শোচনীয় অৱস্থা দেখি দেখি আমাৰ গা শিয়ঁৰি উঠিল। সেই ভয়াবহ দৃশ্য জীৱনত কেতিয়াও নেপাহৰোঁ।

চহৰতেই হওক, গাঁৱতেই হওক, সকলো ঠাইতে তাৰ মানুহৰ আত্মৰক্ষাৰ নিজ চেষ্টাৰ অভাৱ দেখি আচৰিত হ'লোঁ। বোধহয় কিজানি নগৰৰ মধ্যবিত্ত শ্ৰেণীৰ মানুহেই এই বিষয়ত আটাইতকৈ বেয়া। তেওঁলোকে লোকৰ হাতলৈ মুখলৈ চাই হাত-ভৰি নলৰোৱাকৈ বহি আছে। চৰকাৰৰ ঘৰৰপৰাই হওক, বে-চৰকাৰী প্ৰতিষ্ঠান বিলাকৰ পৰাই হওক, সাহায্য আহিবই। অৱশ্যে ভূঁইকপৰ জোকাৰণিৰ কোবত বহুত মানুহৰ বৰকৈ ভয় সোমাই মনে কাম নকৰা হৈ পৰিছিল। পিচত হয়তো এই ভয় কিছু কমি গৈছে।

ইয়াৰ ভিতৰতে আক' বিহাৰৰ আন আন জিলা আৰু বেলেগ বেলেগ প্ৰদেশৰ-পৰা অহা সেৱা-কৰ্ম্মীসকলৰ শক্তি আৰু কাৰ্য্যদক্ষতা শলাগিবলগীয়া। এইসকল ডেকাগাভৰুৱে বেলেগ বেলেগ সংকটত্ৰাণ প্ৰতিষ্ঠানৰ তলত কাম কৰিও পৰস্পৰৰ সহযোগিতাত যেনেকৈ কাম চলাইছিল, দেখি স্তম্ভিত হৈ গৈছিলোঁ।

ধ্বংসস্তূপ খন্দা আৰু আঁতৰোৱাত স্থানীয় লোকসকলক লগাবৰ কাৰণে মই এটা নাটকীয় কাম কৰিলোঁ। মই অলপ কৰোঁ নকৰোঁকৈ কামটো আৰম্ভ কৰিলোঁ, কিন্তু ফল ভালেই হ'ল। গোটেই সংকটত্ৰাণ প্ৰতিষ্ঠানৰ নেতাসকলক লগত লৈ কোৰ-পাচি লৈ মই খন্দা কাম চলাই দিলোঁ; এজনী ছোৱালীৰ মৰা দেহ বাহিৰ কৰিলোঁ। সেইদিনাই মই মুঙ্গেৰ এৰি আহিলোঁ। কিন্তু খন্দা কাম চলি থাকিল। বহুত মানুহ আহি তাত যোগ দিলে, সুন্দৰকৈ কাম চলিবলৈ ধৰিলে।

সকলো বে-চৰকাৰী ৰিলিফ প্ৰতিষ্ঠানৰ ভিতৰত বাবু ৰাজেন্দ্ৰপ্ৰসাদৰ পৰিচালনাত হোৱা কেন্দ্ৰীয় সেৱা সমিতিয়েই (চেণ্ট্ৰেল ৰিলিফ কমিটী) আটাইতকৈ বেচি লেখত ল'বলগীয়া কাম কৰিছিল। এই প্ৰতিষ্ঠান কেৱল কংগ্ৰেছ-পন্থী লৈয়েই

গঠিত হোৱা নাই, লাহে লাহে সি গৈ এটা নিখিল ভাৰতীয় প্ৰতিষ্ঠানত পৰিণত হৈছিল। বেলেগ বেলেগ দল আৰু দাতাসকল ইয়াৰ প্ৰতিনিধি আৰু সদস্য হৈছিল। গাঁও অঞ্চলৰ কংগ্ৰেছ কমিটীবিলাকৰ সহায় পোৱাত ইয়াৰ অৱশ্যে বৰ সুবিধা হৈছিল। গুজৰাট আৰু যুক্তপ্ৰদেশৰ কেইখনমান জিলাৰপৰা বিহাৰৰ নিচিনা আৰু ক'তো কংগ্ৰেছ-কৰ্ম্মীসকলৰ লগত খেতিয়কসকলৰ সহযোগ নাই। খেতিয়ক সৰহ; ইয়াৰ কংগ্ৰেছকৰ্ম্মীসকলৰ সৰহ ভাগেই খেতিয়ক শ্ৰেণীৰ। আন কি মধ্যবিত্ত শ্ৰেণীয়েও খেতিয়কসকলৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখি চলে। অলপ দিনৰ আগতে মই কংগ্ৰেছৰ সম্পাদক হিচাপে বিহাৰ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ কাৰ্য্যালয় পৰিদৰ্শন কৰিবলৈ গৈছিলোঁ। অফিচ-সংক্ৰান্ত কাম-কাজবোৰ ঢিলা আৰু অকামিলা ধৰণৰ দেখি মই কঠোৰ ভাষাত সমালোচনা কৰিছিলোঁ। থিয় হৈ থকাতকৈ বহা, বহাতকৈ শুই পৰাৰ ইচ্ছাই যেন তেওঁলোকৰ প্ৰবল। এনেকুৱা কম চকী-মেজেৰে চলা অফিচ আৰু মই দেখা নাই। তেওঁলোকে অফিচৰ লাগতিয়াল বহুত বস্তু নোহোৱাকৈয়ে চলাবলৈ যত্ন কৰিছে। তথাপি সেইদৰে সমালোচনা কৰিলেও, মই ভালকৈ জানিছিলোঁ কংগ্ৰেছৰ দৃষ্টিভংগীৰপৰা গোটেই দেশৰ ভিতৰতে বিহাৰখনে বৰ আন্তৰিকতাৰে দেশৰ কাম কৰে। তাত কংগ্ৰেছৰ কাম কৰা বুলি দেখুৱাই নুফুৰে; কিন্তু তেওঁলোকৰ পাচফালে খেতিয়কসকলৰ সমৰ্থন আছে। আন কি নিখিল ভাৰত কংগ্ৰেছ কমিটীতো বিহাৰৰ সদস্যসকলে বৰ উগ্ৰ ভাব দেখুৱায়। তালৈ আহি যেন তেওঁলোক আচৰিত হৈ গৈছে, এনেকুৱা লাগে। কিন্তু দুয়োবাৰ আইন-অমান্য আন্দোলনতে বিহাৰে চমৎকাৰভাৱে কাম কৰিছে। আন কি, পিচৰ ব্যক্তিগত আইন-অমান্য আন্দোলনতো বিহাৰে কৃতিত্ব দেখুৱাইছে।

সংকটত্ৰাণ কমিটীয়ে এই উৎকৃষ্ট প্ৰতিষ্ঠানৰ সহায় পাই খেতিয়কসকলৰ আগত থিয় দিলেহি। আন কোনো প্ৰতিষ্ঠানে আন কি চৰকাৰেও সাহায্য কৰিব নোৱাৰিলে-হেঁতেন। কংগ্ৰেছ, সংকটত্ৰাণ কমিটী দুয়োৰে নেতাই হ'ল বিহাৰৰ অপ্ৰতিদ্বন্দ্বী নেতা ৰাজেন্দ্ৰপ্ৰসাদ। দেখিলেই চিনি পায় তেওঁ বিহাৰৰ মানুহ, দেখিবলৈ খেতিয়কৰ নিচিনা। প্ৰথমে দেখাত তেওঁৰ গাত আকৰ্ষণীয় একো নাই যেন লাগে, কিন্তু তেওঁৰ সৰল উজ্জ্বল চকু দুটা আৰু আন্তৰিকতাপূৰ্ণ দৃষ্টি দেখিলে ভাব সলনি হৈ যায়। সেই দৃষ্টি, সেই চকু দুটা কেতিয়াও পাহৰিব নোৱাৰি; কাৰণ তাৰ মাজেদি সত্যৰ পোহৰ দেখিবলৈ পোৱা যায়, তাক সন্দেহ কৰিব নোৱাৰি। খেতিয়কৰ নিচিনাকৈয়ে তেওঁৰ দৃষ্টিভংগী সীমাবন্ধ, আধুনিক জগতৰ মানত তেওঁক সভ্যতাৰ দোষে চুকি পোৱাগৈ নাই; কিন্তু তেওঁৰ অসাধাৰণ ক্ষমতা, তেওঁৰ সম্পূৰ্ণ সৰলতা, তেওঁৰ কৰ্ম্ম-শক্তি আৰু স্বাধীনতা আন্দোলনত তেওঁৰ নিষ্ঠাৰ কাৰণে তেওঁ কেৱল বিহাৰীৰে কিয়, গোটেই ভাৰতবৰ্ষৰে শ্ৰদ্ধা আৰু মৰমৰ পাত্ৰ। ৰাজেন্দ্ৰবাবুৱে বিহাৰত যেনেকুৱা সৰ্ব্ববাদীসম্মত নেতৃত্ব লাভ কৰিছে, ভাৰতৰ কোনো প্ৰদেশতে কোনেও তেনেকুৱা নেতৃত্ব লাভ কৰিব পৰা নাই। গান্ধীজীৰ বাণীৰ সাৰমৰ্ম্ম বুজি পোৱা মানুহ আছে যদি তেওঁৰ বাহিৰে কমেইহে আছে।

বিহাৰ সংকটত্ৰাণৰ কামত তেওঁৰ নিচিনা লোকৰ নেতৃত্ব পোৱাটো সৌভাগ্যৰ কথা। তেওঁৰ নামৰ কাৰণেই ভাৰতৰ সকলো ফালৰপৰা ঢেৰ টকা পইচা আহিবলৈ

ধৰিলে। নিশকতীয়া দেহাৰেই তেওঁ সেৱাৰ কামত জপিয়াই পৰিল। তেওঁ কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। তাৰ কাৰণ হৈছে তেওঁ গোটেইখিনি কামৰে কেন্দ্ৰৰ দৰে আছিল আৰু সকলোৱে তেওঁৰ পৰামৰ্শ ল'বলৈ আহিছিল।

ভূঁইকপত অনিষ্ট হোৱা ঠাইবিলাকত ফুৰোঁতে, বা যাবলৈ ওলোৱা সময়ত মই বাতৰি-কাকতত গান্ধীজীৰ বিবৃতি পঢ়ি বৰ বেজাৰ পালোঁ। তেওঁ কৈছে, অস্পৃশ্যতা পাপৰ শাস্তিৰ কাৰণেই এই ভূমিকম্প। এই ধৰণৰ মন্তব্য শুনিলে হতভম্ব হৈ যাবলগীয়া হয়, ৰবীন্দ্ৰনাথ ঠাকুৰে তাৰ যি উত্তৰ দিলে, সেইটো মোৰ বৰ ভাল লাগিল। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে ইয়াতকৈ বেচি বিৰোধী কথা আৰু কল্পনা কৰাও টান। জড় প্ৰকৃতিৰ ওপৰত আৱেগ, উচ্ছ্বাস আৰু মানসিক ঘটনাৰ ক্ৰিয়া সম্পৰ্কে বিজ্ঞানেও কিজানি যুক্তিহীন মতবাদ এটা সমৰ্থন নকৰে। কোনোবাই মানসিক আঘাত পালে তেওঁৰ পেটৰ অসুখ বা তাতকৈয়ো বেয়া কিবা এটা হ'ব পাৰে। কিন্তু মানুহৰ কোনো আচাৰ ব্যৱস্থাৰ বা ত্ৰুটিৰ ফলত পৃথিৱীৰ ওপৰৰ চামনি মাটিত জোকাৰণি হয় এনেকুৱা কথা শুনিলে অবাক হ'বলগীয়া হয়। পাপবোধ, ঐশ্বৰিক ক্ৰোধ, আৰু সৌৰ-জগতৰ ব্যৱস্থাত মানুহৰ লগত সম্বন্ধ—এনেবোৰ কথাই আমাক কেইবা শ বছৰো পিচুৱাই লৈ যায়;—যেতিয়া ইউৰোপত ধৰ্ম্মমতৰ বিৰুদ্ধে যোৱা মানুহৰ বিচাৰ কৰিবলৈ খ্ৰীষ্টান পুৰোহিতসকলৰ বিচাৰৰ উপৰি বিচাৰ হৈছিল, যেতিয়া ধৰ্ম্মবিৰোধী বৈজ্ঞানিক কথা কোৱাৰ কাৰণে জিওবাদান' ব্ৰুন'ক পুৰি মৰা হৈছিল, আৰু আন বহুতকে "ডাইনী" আদি বুলি পুৰি মৰা হৈছিল! আন কি অষ্টাদশ শতিকাত আমেৰিকাৰ বষ্টনৰ প্ৰধান পুৰোহিতসকলে কৈছিল, ঘৰৰ ওপৰত বজ্ৰপাত নহ'বৰ কাৰণে থোৱা লোহাৰ চিক্‌বিলাকৰ কাৰণেই বোলে মেছাচুচেট্‌স্‌-অত ভূমিকম্প হৈছে।

এই ভূমিকম্প যদি আমাৰ পাপৰ বাবে ঈশ্বৰে দিয়া শাস্তিয়েই হয়, তেনেহলে ঠিক কোনটো পাপৰ কাৰণে আমি এই শাস্তি পালোঁ, কেনেকৈ ঠিককৈ জানিম? আমাৰ দেখোন পৰাচিতৰ কাৰণে আৰু বহুত পাপেই বাকী আছে। প্ৰত্যেকে নিজৰ অভিৰুচিমতে ব্যাখ্যা কৰিব পাৰে। আমি বিদেশী শাসকৰ ওচৰত ব্যৰ্থতা স্বীকাৰ কৰা পাপৰ দণ্ড পালোঁ। ঢে'ৰ সা-সম্পত্তিৰ টকা-পইচাৰ গিৰিহঁত দ্বাৰভাঙ্গাৰ মহাৰাজৰে ভূঁইকপত বেচি ক্ষতি হৈছে। আমি তেনেহলে ক'ব পাৰোঁ জমিদাৰী প্ৰথাৰ কাৰণেই এই শাস্তি। দক্ষিণ ভাৰতৰ মানুহৰ অস্পৃশ্যতা বোধৰ শাস্তি আহি পৰিল কম-বেচি নিৰ্দ্দোষী বিহাৰৰ মানুহ কেইটাৰ ওপৰত। এই কথা কোৱাতকৈ জমিদাৰী কথাটোহে বেচিকৈ খাটে। যত 'মোক নুচুবি, মোক নচুবি' ভাবটো বেচি তাতে নো পোনে পোনে ভূমিকম্পটো নহ'ল কিয়? নাইবা বৃটিছ চৰকাৰেও ক'ব পাৰে—এই দৈৱ দুৰ্ব্বিপাক আইন-অমান্যৰ কাৰণে ভগৱানে দিয়া শাস্তি। দৰাচলতে ভূঁইকপত আটাইতকৈ বেচি ক্ষতি হোৱা বিহাৰেই স্বাধীনতা আন্দোলনত আটাইতকৈ বেচি আগবঢ়ুৱা আছিল।

এইদৰে গৱেষণা কৰি থাকিলে, তাৰ শেষ নহ'ব। তাৰ পিচত নিশ্চয় এই প্ৰশ্ন উঠিব যিটো ঈশ্বৰৰ কাম তাত ব্যাঘাত জন্মাবলৈ আমি মানুহে কিয় চেষ্টা

কৰিব লাগে? আমি আচৰিত হৈ ভাবোঁ, ঈশ্বৰে আমাৰ লগত এই নিষ্ঠুৰ উপহাস কৰিলে কিয়? বহুতো দোষ-ত্ৰুটি আমাৰ লগত দি আমাক সৃষ্টি কৰিছে, আমাৰ চাৰিউ ফালে বহুতো প্ৰলোভনৰ জাল পাতিছে, তললৈ পৰি যাবলৈ বহুতো গাত খান্দি থৈছে। এনেকুৱা নিষ্ঠুৰ জগত তেওঁ সৃষ্টি কৰিছে, বাঘে-ছাগে একেলগে সৃষ্টি কৰি তাৰ পিচত আমাৰ এই শাস্তিৰ ব্যৱস্থা।

পাটনাত, আমি যাত্ৰা কৰাৰ আগদিনা ৰাতি, সেৱাৰ কামত অহা বেলেগ বেলেগ প্ৰদেশৰ বন্ধু আৰু সহকৰ্ম্মীসকলৰ লগত বহি আলোচনা কৰিবলৈ ধৰিলোঁ। ৰাতি গভীৰ হৈ আহিছে। যুক্তপ্ৰদেশৰ কৰ্ম্মীৰ সংখ্যা যথেষ্ট আছিল, আমাৰ কেইজনমান বিশিষ্ট কৰ্ম্মীয়েও যোগ দিছিল। যি বিষয় লৈ বহুতৰ মনতে আলোড়ণ হৈছিল, সেয়ে আছিল আমাৰ আলোচনাৰ বিষয়। এই ভূমিকম্পত সাহায্যৰ কামত আমি কিমান দূৰ লিপ্ত হৈ পৰিম? ইয়াৰ অৰ্থ অন্ততঃ কিছু পৰিমাণে ৰাজনৈতিক কাম-কাজ পৰিত্যাগ কৰা। সেৱাৰ কামত গভীৰভাবে লাগি থাকিবলগীয়া হ'লে, লগত আৰু দহোটা কাম লৈ সেই কাম কৰিব নোৱাৰি। ইয়াত যোগ দিলে বহু দিনলৈ ৰাজনীতিৰপৰা নিলগত থাকিব লাগিব। তাৰ ফলত আমাৰ প্ৰদেশৰ ৰাজনৈতিক আন্দোলনৰ অৱস্থা শোচনীয় হৈ পৰিব। কংগ্ৰেছত যদিও বহুত মানুহ আছে, তথাপি চলাওঁতা মানুহৰ সংখ্যা কম, তেওঁলোকক আন কামৰ কাৰণে এৰি দিব নোৱাৰি। আকৌ সিপিনে ভূমিকম্পৰ সাহায্যৰ কাৰণে যি আহ্বান আহিছে, তালৈকো আওকাণ কৰিব নোৱাৰি। মোৰ নিজৰ কিন্তু সম্পূৰ্ণ ৰূপে সাহায্যৰ কামত আশা-শুধীয়াকৈ লাগিবৰ ইচ্ছা নাছিল। মই অনুভব কৰিলোঁ—এই ক্ষেত্ৰত মানুহৰ অভাব নহ'ব। কিন্তু বিপদৰ ভয় থকা কামত অতি কম মানুহ হে পোৱা যাব।

আলোচনা কৰি থাকোঁতে থাকোঁতে ৰাতি বেচি হৈ গৈ আছে। যোৱা স্বাধীনতা দিৱসত আমাৰ কেইজনমান সহকৰ্ম্মী কেনেকৈ গ্ৰেপ্তাৰ হ'ল কেনেকৈ আমি ৰক্ষা পালোঁ, তাকো আমি আলোচনা কৰিলোঁ। মই হাঁহি-ধেমালিৰ মাজত তেওঁ-লোকক ক'লোঁ, নিজকে সম্পূৰ্ণ নিৰাপদে ৰাখি সামৰিক ৰাজনীতি চলোৱাৰ এটা গোপন উপায় মই পাইছোঁ।

ফুৰাৰ ভাগৰত মৰোঁ মৰোঁ হৈ আহি ১১ ফেব্ৰুৱাৰীৰ দিনা এলাহাবাদৰ ঘৰলৈ উভতিলোঁ। দহ দিনৰ পৰিশ্ৰমৰ ফলত মোক বৰ শুকান আৰু শেঁতা যেন দেখা গৈছিল। মোৰ চেহেৰা দেখি পৰিয়ালৰ সকলোৱেই আচৰিত যেন পালে। এলাহা-বাদৰ সেৱা কমিটীৰ কাৰণে মই মোৰ ভ্ৰমণৰ বিৱৰণ লেখিবলৈ চেষ্টা কৰিলোঁ; কিন্তু টোপনিয়ে হেঁচা মাৰি ধৰিলে। পিচৰ ২৪ ঘন্টাৰ ভিতৰত অন্ততঃ বাৰ ঘন্টা মই শুয়েই কটাইছোঁ।

পিচদিনা আবেলি মই আৰু কমলাই চাহ খাই শেষ কৰিছোঁ মাত্ৰ, এনেতে পুৰুষোত্তম দাস টেণ্ডন আহি আমাৰ লগত যোগ দিলে।। আমি বাৰাণ্ডাত বহি কথা পাতি আছোঁ—এনে সময়তে এখন মটৰ আহি ৰ'ল; এজন পুলিচ কৰ্ম্মচাৰী নামি আহিল। মই তৎক্ষণাৎ বুজিলোঁ, মোৰ সময় আহিছে। মই আগবাঢ়ি তেওঁক কলোঁ—"বহুত দিনো সে আপকা ইন্টেজাৰ থা"—আপোনাৰ কাৰণে বহুত দিন

বাটচাই আছোঁ। তেওঁ অলপ আগবাঢ়ি দুখেৰে ক'লে,—তেওঁৰ গাত একো দোষ নাই। কলিকতাৰপৰা পৰোৱানা আহিছে।

পাঁচ মাহ তেৰ দিন বাহিৰত কটাই আকৌ অকলশৰীয়া হ'বলৈ উভতি গ'লোঁ। কিন্তু প্ৰকৃত ভাৰ অকল মোৰ ওপৰতে নহয়, তিৰোতাসকলৰ গাতো ইয়াৰ ভাৰ পৰিব, যেনেকৈ মোৰ বুঢ়ীয়া আই, মোৰ পৰিবাৰ, মোৰ ভনীয়ে সেই ভাৰ বহন কৰি আহিছে।

## আলিপুৰ জেল

সেই ৰাতিয়েই মোক কলিকতালৈ চালান দিলে। হাওৰা ষ্টেছনৰপৰা এখন প্ৰকাণ্ড ক'লা বাছত আমাক লালবজাৰ ষ্টেছন পোৱালেগৈ। কলিকতাৰ পুলিচৰ এই বিখ্যাত ঘুলিটোৰ কথা মই বহুত পঢ়িছোঁ। গতিকে কৌতূহলেৰে চাৰিউফালে চকু দিবলৈ ধৰিলোঁ। বহুতো ইংৰাজ ছাৰ্জেণ্ট আৰু ইন্সপেক্টৰ, উত্তৰ ভাৰতৰ আন আন পুলিচৰ প্ৰধান ঘুলিত ইমানকৈ দেখা নেযায়। চিপাহীসকলক দেখি ভাব হ'ল, এওঁলোক সৰহ ভাগেই যুক্তপ্ৰদেশৰ উত্তৰ ফালৰ আৰু বিহাৰৰ মানুহ। জেলৰ লৰীত উঠি বহুবাৰ মই এখন জেলৰপৰা আন এখনলৈ বা জেলৰপৰা আদালতলৈ, নাইবা আদালতৰপৰা জেললৈ আহিছোঁ; এই ভ্ৰমণৰ সময়ত গাড়ীত সদায় কেইজন-মান চিপাহী থাকেই। তেওঁলোকৰ মন অতিপাত বেজেৰুৱা যেন দেখা গৈছিল, তেওঁলোকে যেন কামটো ভাল পোৱা নাই। মোৰ প্ৰতি তেওঁলোকৰ সহানুভূতি থকাটো ভালকৈ বুজি পাইছিলোঁ। কেতিয়াবা কেতিয়াবা তেওঁলোকৰ চকু চলচলীয়া হৈ গৈছিল।

প্ৰথমতে মোক প্ৰেচিডেন্সি জেলত থলে। তাৰপৰা বিচাৰৰ কাৰণে চীফ প্ৰেছিডেন্সি মেজিষ্ট্ৰেটৰ আদালতলৈ লৈ যায়। ই এটা নতুন অভিজ্ঞতা। কছাৰী বহাখিনি আৰু ঘৰটো দেখিলে মুকলি আদালততকৈ সুৰক্ষিত দুৰ্গ যেনহে লাগে। কেইজনমান সাংবাদিক আৰু উকীলৰ বাহিৰে কাকো ওচৰ চাপিবলৈ দিয়া নাই। পুলিচ-বাহিনী অৱশ্যে উপস্থিত আছিল। দেখি, আমাৰ কাৰণেইহে বিশেষ ব্যৱস্থা কৰা হৈছে যেন নেলাগিল; সদায় চলি থকা কথা। কছাৰীলৈ যাওঁতে মই তলে ওপৰে তাঁৰৰ বেৰ দিয়া (ঘৰৰ ভিতৰতে) বাটেদি যাব লগা হ'ল। এটা স'জাৰ মাজেদি যোৱাৰ দৰে। বিচাৰকৰ আসনৰপৰা 'ডক' বহুত আঁতৰত। পুলিচ আৰু ক'লা কোট, ক'লা গাউন পিন্ধা উকীলেৰে কছাৰীঘৰ ভৰি আছে।

আদালতৰ বিচাৰত থাকি থাকি অভ্যাস হৈ গৈছে। মোৰ আগেয়ে হৈ যোৱা অনেক বিচাৰ জেলতেই হৈছিল। সকলো ক্ষেত্ৰতে বন্ধু-বান্ধৱ, মিতিৰ কুটুম আৰু চিনাকি মুখ থাকেই। গোটেই পৰিৱেশ সহজ সহজ লাগিছিল। পুলিচহ'ত সাধাৰণতে আঁৰত থাকে আৰু এনেকুৱা তাঁৰৰ স'জাৰ ব্যৱস্থা মই আৰু ক'তো দেখা নাই। কিন্তু ইয়াৰ ব্যৱস্থা একেবাৰেই বেলেগ। মই অচিনাকি আৰু আচৰিত ধৰণৰ মুখবোৰৰ ফালে চাই দেখিলোঁ, সিহ'তৰ লগত মোৰ কোনো সামঞ্জস্য নাই। এই

উকীলৰ দলটো সমূলি মনোহৰ দৃশ্য নহয়, বিশেষকৈ পুলিচ আৰু কছাৰীৰ উকীল-সকলৰ চেহেৰাত কিবা এটা আছে, যিটো দেখিলে মনটো বেয়া লাগি যায়। অৱশেষত সেই ক'লা সাজ-পাৰৰ শাৰীৰ মাজত এজন চিনাকি উকীলৰ মুখ দেখিলোঁ, কিন্তু তেৰোঁ মানুহৰ অৰণ্যত হেৰাই গ'ল। বিচাৰ আৰম্ভ হোৱাৰ আগতো বাৰাণ্ডালৈ আহি মই নিজকে অকলশৰীয়া আৰু সকলোৰেপৰা আঁতৰি অহা যেন অনুভৱ কৰিবলৈ ধৰিলোঁ। মোৰ নাড়ী অলপ বেগেৰে চলিবলৈ ধৰিলে, আগৰ কেইবাৰ বিচাৰৰ সময়ত মনটো যেনেকুৱা গভীৰভাৱে শান্ত হৈ আছিল, এইবাৰ তেনে নাছিল। হঠাৎ মোৰ মনত পৰিল বিচাৰ আৰু কাৰাদণ্ডৰ বহুতো অভিজ্ঞতা থকাতো মোৰ মানসিক অৱস্থা যদি এনেকুৱা হয়, তেন্তে একেবাৰেই অভিজ্ঞতা নোহোৱা নতুন ডেকা এজনৰ এই সংকটৰ অৱস্থাত কি ভাব উপজিব?

ডকলৈ আহি বহুতখিনি শান্তি পালোঁ। আগৰ নিচিনাকৈয়ে এতিয়াও নিজ পক্ষ সমৰ্থনৰ কোনো ব্যৱস্থা নাছিল; মই এটা চমু বিবৃতি পাঠ কৰিলোঁ। পিচদিনা, ১৬ ফেব্ৰুৱাৰীৰ দিনা মোৰ দুবছৰ ফাটেক হ'ল। মোৰ সপ্তম বাৰ ফাটেক আৰম্ভ হ'ল।

বাহিৰৰ ছাৱে পাঁচ মাহৰ কথা ভাবি মই সন্তোষ লাভ কৰিলোঁ। এই সময়-খিনিও নানা কামত সদায় লাগিয়েই আছিলোঁ আৰু কিছুমান লাগতিয়াল কাম মই কৰি শেষ কৰিছোঁ। আইৰ অৱস্থা কিছু ভাললৈ আহিছে, চমুতে আশংকাৰ কোনো কাৰণ নাই। মোৰ আটাইতকৈ সৰু ভনী কৃষ্ণাৰ বিয়া হৈ গৈছে। ছোৱালীজনীৰ ভৱিষ্যত শিক্ষাৰ বিষয়েও ব্যৱস্থা হৈছে। মোৰ কিছুমান জটিল পাৰিবাৰিক আৰু আৰ্থিক সমস্যাৰ সমাধান কৰিছোঁ। যিবিলাক ব্যক্তিগত কাম-বন বহু দিন ধৰি আওহেলা কৰি আহিছোঁ তাৰো প্ৰায় গত লগাই আহিছোঁ। বাহিৰৰ কাৰ্য্যক্ষেত্ৰত তেতিয়া যে কাৰো একো কৰিবলগীয়া নাছিল সেইটো মই জানিছিলোঁ। অন্ততঃ মই কংগ্ৰেছৰ মনোভাৱ দৃঢ় হোৱাত সাহায্য কৰিছোঁ আৰু তাক কিছু পৰিমাণে সামাজিক আৰু অৰ্থনৈতিক দিশৰপৰা চিন্তা কৰিবলৈ লৈছোঁ। পুণাত গান্ধীজীৰ লগত চিঠি-পত্ৰ আৰু বাতৰি-কাকতত প্ৰকাশ হোৱা মোৰ প্ৰবন্ধবিলাকৰ ফলত অলপ পৰিবৰ্ত্তন হোৱা দেখা গ'ল। মই দুবছৰৰো বেচি দিন পিচত গান্ধীজীৰ লগত দেখা কৰিছোঁ, আন আন অনেক বন্ধু আৰু সহকৰ্ম্মীৰ লগত সাক্ষাত হৈছে আৰু কিছু দিনৰ কাৰণে মোৰ মন আৰু অন্তৰৰ নতুন আবেগ আৰু শক্তিৰে ভৰাই লৈছোঁ।

মোৰ মনটো মাত্ৰ এটি ক'লা ছাঁই ঢাকি আছিল, সেইটো হৈছে কমলাৰ অসুখ। তেওঁৰ অসুখ কিমান বেচি আছিল, মই ধাৰণাই কৰিব পৰা নাছিলোঁ; কাৰণ একেবাৰেই পাটীত নপৰালৈকে কিবা কোৱাৰ অভ্যাস তেওঁৰ নাছিল। মোৰ বৰ চিন্তা লাগিল. তথাপি ভাবিলোঁ, মই জেলত থকাৰ কাৰণে তেওঁ নিশ্চিন্ত হৈ চিকিৎসাৰ ব্যৱস্থা কৰিব! মই বাহিৰত থাকিলে সেইটো বৰ টান হৈ উঠে, কাৰণ তেওঁ বেচি দিন মোক এৰি থাকিব নোখোজে।

মোৰ মনত আৰু এটা বেজাৰ বৈ গ'ল। এলাহাবাদ জিলাৰ গাঁও অঞ্চললৈ এবাৰো যাব নোৱাৰিলোঁ কাৰণে মনটো বৰ বেয়া লাগিল। আমাৰ কথা মতে কাম কৰিবলৈ লৈ তাত বহুত ডেকা-কৰ্ম্মী এতিয়া গ্ৰেপ্তাৰ হৈছে আৰু তেওঁলোকৰ পাচত

আমিও গৈ কামত নলগাৰ কাৰণে তেওঁলোকৰ প্ৰতি আমাৰ সমৰ্থন নোহোৱা যেন বুজাইছে।

আকৌ সেই ক'লা গাড়ীখনে আমাক ফাটেকলৈ লৈ গ'ল। বাটত মেচিন-গান আৰু অস্ত্ৰ শস্ত্ৰেৰে গাড়ী লৈ কুচ্-কাৱাজ কৰি থকা দেখিবলৈ পালোঁ। মই ভাবিলো সেই সজ্জিত গাড়ী আৰু টেঙ্কবিলাক দেখিবলৈ কেনেকুৱা আপচু। সেইবোৰ যেন বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগৰ অতিকায় প্ৰাণী ভাইনো চেৰাছ্ বা তেনে কিবা জন্তু।

প্ৰেচিডেন্সি জেলৰপৰা মোক আলিপুৰ চেণ্ট্ৰেল জেললৈ বদলি কৰিলে। তাত মোক প্ৰায় ১০'×৯' এটা ছে'লত ৰাখিলে। ইয়াৰ সমুখত এখন বাৰাণ্ডা আৰু এখন মুকলি চোতাল। চোতালৰ চাৰিউফালে চুটি চুটি বেৰ, প্ৰায় সাত ফুট মান হ'ব। তাৰ ওপৰেদি চাই এটা আচৰিত দৃশ্য দেখিলোঁ। নানা ধৰণৰ ঘৰবোৰ চাৰিউফালে দেখা পালো তাবে কিছুমান এক তলীয়া, কিছুমান দুইতলীয়া, ঘূৰণীয়া, আয়ত-ক্ষেত্ৰাকাৰ আৰু সেইবোৰৰ চালবিলাক আছিল অদ্ভুত। ঘৰবোৰো আক' ইটোৰ ওপৰতে সিটো—দেখিলে এটা সাঁথৰ যেন লাগে নাইবা ভৱিষ্যৎবাদীৰ উদ্ভট পৰি-কল্পনা যেন লাগে। তথাপি মোক কোনোবাই কৈছিল--এই আটাইবিলাক বোলে বৰ সাৱধানে হিচাপ কৰি নিৰ্ম্মাণ কৰা হৈছিল। তাৰ মাজতে এটা ডাঙৰ গম্বুজ (সেইটো খৃষ্টান ফাটেকিয়ালৰ গীৰ্জ্জা ঘৰ)। জেলখানাখন নগৰৰ মাজতে কাৰণে ঠাই বৰ ঠেক আৰু অকণো ঠাই এনেয়ে ৰখা নাই।

দেখিবলৈ অদ্ভুত অদ্ভুত সেই অট্টালিকাবোৰ প্ৰথম বাৰ দেখাৰ চমক্ ভাগোঁ নেভাগোঁ হওঁতেই এটা ভয়াবহ দৃশ্য মোৰ চকুত পৰিল। মোৰ ছে'ল আৰু চোতালৰ সমুখতে দুটা চিম্‌নিৰপৰা কেচ্‌কেচ্ কৰে ক'লা ধোঁৱা ওপৰলৈ উঠিব লাগিছে। কেতিয়াবা কেতিয়াবা বতাহত ধোঁৱা আহি আমাৰ ছে'লত সোমায়হি, মোৰ উশাহ-নিশাহ বন্ধ হওঁ হওঁ হয়। ই জেলৰ ৰান্ধনি-ঘৰৰ চিম্‌নি। পিচত মই চুপাৰিণ্টে-ণ্ডেণ্টক কৈছিলোঁ এই বিপদৰপৰা ৰক্ষা পাবৰ কাৰণে ফাটেকিয়ালবিলাকক গেচৰ মুখা-পিন্ধাই দিয়া উচিত।

আলিপুৰ জেলৰ এই ৰঙা ইটাৰ ঘৰবোৰ দেখা আৰু ৰান্ধনি-ঘৰৰ চিম্‌নিৰ ধোঁৱা খোৱা—এই দুটা লৈ তাৰ আৰম্ভণিটো বৰ আনন্দদায়ক নহ'ল। ভৱিষ্যতৰ ভৰসাও একো নেপালোঁ, মোৰ চোতালত গছ বা ঘাঁহ-বন একো নাছিল। কেউফালে পকা কৰা, কেৱলমাত্ৰ চিম্‌নিৰ ক'লা ছাইবোৰ পৰিছিলহি। গোটেইখন চাফ্-চিকুণ, কিন্তু সিয়ো সেই উদং উদং আৰু নীৰস। ওচৰৰ চোতালবিলাকৰ গছৰ আগবোৰ দেখা পাইছিলোঁ। মই আহোঁতে সেইবোৰত পাত বা ফুল একো নাছিল। লাহে লাহে ৰহস্যময় পৰিৱৰ্ত্তনে আহি দেখা দিলে; ডাল-পাতবিলাকৰ কেঁচা সেউজীয়া ৰঙৰ আভাস দেখা গ'ল। কোঁহ-পাতৰপৰা পাত ওলাল, অতি সোনকালে শুৱনি সেউজীয়া ৰঙেৰে ডালবোৰ ভৰি উঠিল। এই আনন্দদায়ক পৰিৱৰ্ত্তনত আলিপুৰ জেলখানাখনো শুৱনি যেন লগা হ'ল।

এজোপা গছত এটা চিল্‌নীয়ে বাহ সাজিছিল। সি মোৰ মন আকৰ্ষণ কৰিছিল। সৰু সৰু পোৱালিবিলাক লাহে লাহে ডাঙৰ হৈ উঠিছে আৰু জাতিগত

বাৰসাৰৰ কৌশল শিকি লৈছে। কেতিয়াবা কেতিয়াবা সিহঁতে ছোঁ মাৰি ফাটেকিয়ালৰ হাতৰপৰা ৰুটি লৈ যায়।

বেলি ওলোৱাৰপৰা বেলি মাৰ যোৱালৈকে (অলপ ইফাল-সিফাল হ'লেও) আমাৰ ছে'লত তলাছাবি মাৰি থোৱা জাৰৰ দীঘল সময়া নেযায়, নুপুৱায় লাগে। ঘণ্টাৰ পিছত ঘণ্টা ধৰি লেখাপঢ়া কৰি থাকোঁতে থাকোঁতে আমনি লাগি যায়, তেতিয়া সৰু ছে'লটোৰ ভিতৰতে ইফাল সিফালকৈ ফুৰোঁ, চাৰি-পাঁচ খোজ কাঢ়িয়েই আকৌ উভতিবৰ হয়। চিড়িয়াখানাৰ স'জাৰ মাজত ভালুকবিলাকে যেনেকৈ ইফাল-সিফাল কৰি ফুৰে, তালৈ মোৰ মনত পৰে। যেতিয়া বৰ বেচি আমনি লাগে, তেতিয়া মোৰ প্ৰিয় প্ৰতিষেধক শিৰ শাসন (মাটিত মূৰ থৈ ভৰি দুখন ওপৰলৈ তোলা) কৰোঁ।

আগ-নিশা বৰ নিস্তব্ধ যেন লাগে। নগৰৰ শব্দ ভাঁহি আহে—ট্ৰাম গাড়ীৰ শব্দ গ্ৰামোফোন বা দূৰৰপৰা অহা সঙ্গীতৰ ধ্বনি। দূৰৰপৰা অহা সঙ্গীতৰ কোমল সুৰ শুনি বৰ ভাল লাগে। ৰাতি শান্তি নেপাইছিলোঁ, অনবৰতে চন্তৰীবিলাকে ঘূৰা-পকা কৰি থাকে। ঘণ্টায় ঘণ্টায় এক এক ধৰণৰ পৰিদৰ্শন চলে। কোনোবা কৰ্ম্মচাৰীয়ে হাতত লেম লৈ লৈ চায়—আমি কোনোবা পলাই গৈছোঁ নে নাই। সদায় ৰাতি তিনটাৰ সময়ত কাঁহী-বাটি ঘঁহা মজাৰ প্ৰকাণ্ড শব্দ উঠে। বুজা যায়—ৰান্ধনি-ঘৰৰ কাম আৰম্ভ হৈছে।

আলিপুৰ আৰু প্ৰেছিডেন্সি জেলতো ওৱাৰ্দাৰ চিপাহী, চন্তৰী, কেৰাণী কৰ্ম্মচাৰীৰ বিৰাট আয়োজন। এই দুখন জেলৰ জনসংখ্যা প্ৰায় নাইনিৰ সমান হ'ব— ২২০০ কি ২৩০০। কিন্তু নাইনি জেলতকৈ ইয়াত কৰ্ম্মচাৰীৰ সংখ্যা দুগুণতকৈয়ো বেচি। ইউৰোপীয় ওৱাৰ্দাৰ আৰু পেন্সন পোৱা সামৰিক বিষয়াও ইয়াৰ ভিতৰত আছে। যুক্তপ্ৰদেশতকৈ কলিকতাত বৃটিছ সাম্ৰাজ্যৰ কাম-কাজৰ আয়োজন প্ৰচুৰ, খৰচো বেচি। বৃটিছ কৰ্ম্মচাৰীৰ শক্তিৰ চিন আৰু তাক বাৰে বাৰে মনত পেলাবলৈ ওখ থাপৰ বিষয়াৰ আগলৈ আহিলেই ফাটেকিয়ালসকলে ক'বলগা হয়—'চৰকাৰ চেলাম'; দীঘলীয়া সুৰত সেই কথাটো কোৱাৰ লগে লগে এক ধৰণৰ শাৰীৰিক ভঙ্গীও কৰিব লগা হয়। ফাটেকিয়ালৰ এই চিঞৰৰ দিনৰ ভিতৰত বহুবাৰ শুনিব লগা হয়। জেল চুপাৰিণ্টেণ্ডেণ্টৰ দৈনিক পৰিদৰ্শনৰ সময়ত শব্দটো বেচিকৈ শুনা যায়। মোৰ ৭' ওখ দেৱালৰ ওপৰেদি চুপাৰিণ্টেণ্ডেণ্টৰ মূৰৰ ওপৰত ধৰা প্ৰকাণ্ড ৰাজছত্ৰ দেখিবলৈ পাইছিলোঁ।

আচৰিত হৈ মই ভাবোঁ এই 'চৰকাৰ চেলাম' চিঞৰ আৰু তাৰ লগত সেই বিশেষ শাৰীৰিক ভঙ্গী পুৰণি কালৰ স্মৃতি চিন নে কোনোবা ইংৰাজ কৰ্ম্মচাৰীৰ আৱিষ্কাৰ? মই ভালকৈ নেজানো, কিন্তু কোনোবা ইংৰাজ বিষয়াইহে এইবোৰ উলিয়াইছে হ'ব পায়। চিঞৰটো এংলো-ইণ্ডিয়ানৰ দৰে। কপাল ভাল, যুক্ত-প্ৰদেশৰ জেলত এইবোৰ নাই। বোধহয় কিজানি বঙ্গদেশ আৰু অসমৰ বাহিৰে আন কোনো প্ৰদেশত এইবোৰ নাই। চৰকাৰৰ প্ৰবল প্ৰতাপৰ ওচৰত এনেকৈ বলেৰে সেও মনাই জোৱাৰ শব্দ মানুহৰ পক্ষে অতিপাত অপমানসূচক বুলিয়েই মোৰ ধাৰণা হয়।

আলিপুৰত এটা পৰিবৰ্ত্তন দেখি মই আনন্দ পাইছোঁ। ইয়াত সাধাৰণ ফাটেকিয়ালবিলাকৰ আহাৰ যুক্তপ্ৰদেশৰ জেলৰ আহাৰতকৈ বহুত ভাল। আন আন প্ৰদেশৰ তুলনাত যুক্তপ্ৰদেশৰ জেলৰ আহাৰ বহুত বেয়া।

চাওঁতে চাওঁতে জাৰ গ'লগৈ; বসন্তকো পিচলৈ ঠেলি থৈ জহকালি আগবাঢ়ি আহিল। দিনে দিনে গৰম বাঢ়িবলৈ ধৰিছে। কলিকতাৰ বা-বতাহ মোৰ ভাল নেলাগে। আন কি কেইদিনমানৰ ভিতৰতেই মোৰ অৱস্থা কাহিল হৈ পৰিল। জেলৰ অৱস্থা স্বাভাৱিকতে আৰু বেয়া আৰু দিন গৈ আছে মানে দিনে দিনে মোৰ বেয়া লাগি যাবলৈ ধৰিছে। ব্যায়াম কৰিবলৈ ঠাইৰ অভাৱৰ কাৰণে আৰু ঘণ্টাৰ পিচত ঘণ্টা ধৰি 'লক-আপ'ৰ ভিতৰত সেই জলবায়ুত থকাৰ কাৰণে বোধহয় মোৰ স্বাস্থ্যত ব্যাঘাত জন্মিল আৰু বৰ বেগাই মোৰ ওজন কমি যাবলৈ ধৰিলে। এই তলা, বল্টু, চিক্, দেৱাল—এইবোৰ যে কিমান ঘিণলগা হৈছে।

আলিপুৰত এমাহৰ পিচত চোতালৰ বাহিৰলৈ গৈ ব্যায়াম কৰিবলৈ দিয়া হৈছিল। এই পৰিৱৰ্ত্তনটো মোৰ বৰ ভাল লাগিল! সদায় পুৱা-গধুলি মই ঘাই দেৱালখনৰ ওচৰত ইফালে-সিফালে ফুৰোঁ। লাহে লাহে আলিপুৰ জেল আৰু কলিকতাৰ জল-বায়ুত মই অভ্যস্ত হৈ পৰিলোঁ। আন কি সেই ধোঁৱা ওলোৱা আৰু হাই-উৰুমিৰে ভৰি থকা ৰান্ধনি-ঘৰৰ উৎপাতো সহ্য হোৱা হ'লগৈ। আন কথাই মোৰ মনত ঠাই ল'লে, আন আন চিন্তা-ভাবনা গোট খালেহি। বাহিৰৰ খবৰ বৰ ভাল নাছিল।

## গণতন্ত্ৰ—প্ৰাচ্য আৰু পাশ্চাত্যত

আলিপুৰ জেলত এটা কথা দেখি আচৰিত মানিলোঁ। মোৰ ফাটেকৰ হুকুম হোৱাৰ পিচত মোক কোনো দৈনিক বাতৰি-কাকত নিদিয়া হ'ল। বিচাৰাধীন আচামী হৈ থাকোঁতে মই সদায় কলিকতাৰ 'ষ্টেট্‌চ্‌মেন' পঢ়িছিলোঁ, কিন্তু যিদিনা মোৰ বিচাৰ শেষ হ'ল সিদিনাৰপৰাই মোৰ কাগজখন বন্ধ কৰি দিলে। ১৯৩২ চনৰপৰা যুক্ত-প্ৰদেশত 'এ' ক্লাচ বা ১ম শ্ৰেণীৰ ফাটেকিয়ালৰ কাৰণে চৰকাৰে মনোনীত কৰি দিয়া মতে এখন দৈনিক বাতৰি-কাকত দিয়া হৈছিল, আন আন সৰহ ভাগ প্ৰদেশতেই এই ব্যৱস্থা আছিল। গতিকে মই ভাবিছিলোঁ যে বঙ্গদেশতো এই নিয়ম চলে। কি হওক দৈনিক 'ষ্টেটচ্‌মেন'ৰ সলনি মোক সাদিনীয়া 'ষ্টেটচ্‌মেন' দিয়া হৈছিল। দেখাতে ক'ব পাৰি এই কাকতখন অৱসৰপ্ৰাপ্ত বৃটিছ বিষয়া বা ইংলণ্ডৰ নিজ ঘৰলৈ উভতি যোৱা ব্যৱসায়ীৰ কাৰণে। ভাৰতৰ বিবিলাক খবৰ তেওঁলোকে ভাল পাব পাৰে, এই কাগজত সাধাৰণতে তাৰেই সাৰমৰ্ম্মখিনি থাকে। এই সংস্কৰণত এটাও বিদেশী বাতৰি নাই, অথচ বিদেশী বাতৰি বৰ মনযোগেৰে পঢ়া মোৰ অভ্যাস। ফলত বিদেশী বাতৰিৰ অভাৱ মই বৰ বেচিকৈ অনুভৱ কৰিবলৈ ধৰিলোঁ। সৌভাগ্যক্ৰমে "সাদিনীয়া মাঞ্চেষ্টাৰ গাৰ্ডিয়ান" ৰাখিবলৈ মোক অনুমতি দিয়া হৈছিল। এই কাকতখন পঢ়ি মই ইউৰোপ আৰু আন্তৰ্জাতিক ঘটনাৰ লগত সংযোগ ৰাখিছিলোঁ।

ফেব্ৰুৱাৰী মাহত মোৰ গ্ৰেপ্তাৰ আৰু বিচাৰৰ সময়ত ইউৰোপত বহুত বিপৰ্য্যয় আৰু উৎপতীয়া সংঘৰ্ষ চলিছিল। ফ্ৰান্সত যি বিক্ষোভে দেখা দিছিল, তাৰ ফলত ফেছিষ্টবিলাকে মাৰ-ধৰ লগাই দিলে আৰু নেশ্যনেল বা জাতীয় চৰকাৰ গঠিত হ'ল। অষ্ট্ৰিয়াৰ অৱস্থা আৰু শোচনীয়—চেন্সেলাৰ ডলফাছে বনুৱাসকলক গুলী দি মাৰিছিল, সমাজতান্ত্ৰিক গণতন্ত্ৰবাদৰ যি বৃহৎ সৌধ তাত গঢ় লৈ উঠিছিল তাক ধ্বংস কৰাত তেওঁ লাগি গৈছিল। অষ্ট্ৰিয়াৰ ৰক্তপাতৰ এই-বিলাক বাতৰি পাই মোৰ বৰ বেজাৰ লাগিছিল। এই পৃথিৱীখন কিযে ভয়াবহ তেজ লগা ঠাই! নিজৰ ন্যস্ত স্বাৰ্থৰ কাৰণে মানুহ যে কিমান বৰ্ব্বৰ হ'ব পাৰে। ইউৰোপ আৰু আমেৰিকাৰ গোটেই খনতে ফেছিজিম্ অবাধ গতিৰে আগবাঢ়ি যোৱা যেন পালোঁ। জাৰ্ম্মানীত যেতিয়া হিট্‌লাৰ ক্ষমতাশালী হৈ উঠিল, মই ভাবিছিলোঁ বোধহয় তেওঁৰ আমোল বেচি দিন টিকি থাকিব নোৱাৰিব, কাৰণ তেওঁ জাৰ্ম্মানীৰ আৰ্থিক বিলাই-বিপত্তিৰ সমস্যাসমূহ সমাধান কৰিব পৰা নাছিল। তেনেকৈয়ে আন আন দেশত যেতিয়া ফেছিজিমৰ প্ৰকোপ চৰি গৈছিল, ভাবিছিলোঁ প্ৰতিক্ৰিয়া-শীল শক্তিৰ সেয়ে শেষ ধৰ্ম্মহীন। সেই বুলিয়েই সান্ত্বনা লভিছিলোঁ। ইয়াৰ পিচতে বান্ধ মুকলি হৈ যাব। কিন্তু লাহে লাহে মোৰ ধাৰণা হ'ল, মই তেনেকুৱা হোৱাটো নিবিচাৰোঁ কাৰণেই মোৰ চিন্তাও তেনেকুৱা হৈছে কিজানি। এই ফেছিষ্ট্ ঢৌটো ইমান সহজে আৰু ইমান সোনকালে মাৰ যোৱাটো একেবাৰে দেখ্ দেখ্ কথানে চাগৈ? আন কি ফেছিষ্ট ডিক্টেটৰসকলৰ পক্ষে চাৰিউফালৰ অৱস্থা যদি অসহ্য হৈয়ো উঠে, তথাপি তেওঁলোকে তেওঁলোকৰ নিজ নিজ দেশক এখন ধ্বংস যুদ্ধলৈ টানি নিনিয়াকৈ তেওঁলোকৰ স্বেচ্ছাতান্ত্ৰিক (ডিক্টেটৰী) খিতাপ এৰিব নে? এনেকুৱা এটা সংঘৰ্ষৰ পৰিণতি কি হ'ব পাৰে বাৰু?

ইতিমধ্যে ফেছিজিম্ নানা আকাৰে, নানা ধৰণে প্ৰকাশ পাবলৈ ধৰিলে। যি স্পেইনক 'সৎলোকৰ গণৰাজ্য' বা কাৰবাৰ কাৰবাৰ মতে ইয়াক সকলো চৰকাৰৰ "মানচেষ্টাৰীয় অভিভাৱক", ('মানচেষ্টাৰ গাৰ্ডিয়ান') বুলি কোৱা হয় যদিও সিয়ো বহু পাচ পৰি প্ৰতিক্ৰিয়াশীলতাৰ মাজত বুৰি গ'ল। তাৰ সৎ আৰু সাধু উদাৰ-পন্থী নেতাসকলৰ মনোহৰ বক্তৃতাবিলাকেও তাক অধঃপতনৰপৰা ৰক্ষা কৰিব নোৱাৰিলে। সকলোতে দেখা গ'ল যে লিবাৰেলিজম্ বা উদাৰনৈতিক মতবাদ আধুনিক অৱস্থাৰ লগত যুদ্ধ কৰিবলৈ গৈ সমূলি পৰাস্ত হৈছে। কাৰণ এই মতবাদৰ কেৱল কথা আৰু বক্তৃতাইহে সাৰ। নেতাসকলে ভাবি আছে যে, কামৰ বাহিৰে কেৱল কথাৰেই কাৰ্য্য সিদ্ধি হ'ব। কিন্তু যেতিয়া সঙ্কট আহি পৰে, তেতিয়া দেখা যায় যে, ছিনেমাৰ পৰ্দ্দাত যেনেকৈ শেষ হোৱা ছবিখন লাহে লাহে মাৰ যায়, ইয়ো তেনেকৈ লাহেকৈ নাইকিয়া হৈ গৈছে।

অষ্ট্ৰিয়াৰ দুৰ্ঘটনা সম্পৰ্কে মই "মানচেষ্টাৰ গাৰ্ডিয়ান"ৰ সম্পাদকীয় প্ৰবন্ধ-বিলাক বৰ আগ্ৰহ আৰু প্ৰশংসাৰ দৃষ্টিৰে পঢ়িবলৈ ধৰিলোঁ—"এই ৰক্তাক্ত সংঘৰ্ষৰপৰা কোনখন অষ্ট্ৰিয়া ওলাই আহিছে? ইউৰোপৰ যিসকল আটাইতকৈ প্ৰতিক্ৰিয়াশীল সেই ষড়যন্ত্ৰকাৰীহঁতৰ ৰাইফল্ আৰু মেচিন-গানেৰে শাসন কৰা অষ্ট্ৰিয়াকে আজি দেখিছোঁ"। "কিন্তু ইংলণ্ড যদি মানুহৰ স্বাধীনতাৰেই ৰক্ষক হয়, তেন্তে তাৰ

প্ৰধানমন্ত্ৰীৰ একোৱেই কবিবলগীয়া নাই নে? স্বেচ্ছাতান্ত্ৰিক শাসন তেওঁ প্ৰশংসা কৰা শুনিলোঁ, সৰ্ব্বাধিনায়ক (ডিক্টেটৰী) বিলাকে এটা জাতিৰ আত্মাক জীৱন্ত কৰি তোলে আৰু নতুন দৃষ্টি আৰু নতুন প্ৰাণ তেওঁলোকে সঞ্চাৰ কৰে।" কিন্তু ইংলণ্ডনৰ প্ৰধানমন্ত্ৰীৰ পক্ষে এইবিলাক অত্যাচাৰ সম্পৰ্কে, সেই অত্যাচাৰ যি দেশতেই নঘটক লাগে, নিশ্চয় কিবা ক'বলগীয়া কথা থকা উচিত। এইবিলাক অত্যাচাৰে প্ৰায়েই দেহক, আৰু তাতোকৈ বেচি সঘনে আত্মাক হত্যা কৰে, আৰু এই মৃত্যু বেচি শোচনীয়।

যদি 'মানচেষ্টাৰ গাৰ্ডিয়ান' মানুহৰ স্বাধীনতাৰ ইমান ভাঙৰ ৰক্ষক হয়, তেন্তে ভাৰতত যেতিয়া স্বাধীনতা ভাঙি গুড়ি কৰি দিয়া হৈছে, তেতিয়া তাৰ একো ক'ব-লগীয়া নাই নে? আমাৰো কেৱল দৈহিক নিৰ্য্যাতনেই হৈ এৰা নাই, আমাৰ পৰীক্ষাৰো আমি সন্মুখীন হ'বলগীয়া হৈছোঁ।

"অষ্ট্ৰিয়াৰ গণতন্ত্ৰ ধ্বংস হৈছে, কিন্তু ধ্বংসৰ আগতে ই যুদ্ধ কৰি অক্ষয় কীৰ্ত্তি উপাৰ্জ্জন কৰি গৈছে। এই সংগ্ৰামে এনেকুৱা এটা কাহিনীৰ সৃষ্টি কৰি গ'ল, যি আগলৈ কেতিয়াবাকৈ হয়তো ইউৰোপীয় স্বাধীতাৰ শক্তি আকৌ জগাই তুলিব পাৰে।"

"স্বাধীনতাহীন ইউৰোপে উশাহ-নিশাহ ল'বলৈ এৰিছে। সুস্থ মনৰ আদান-প্ৰদান নাইকিয়া হৈছে; লাহে লাহে তাৰ যেন উশাহ-নিশাহ বন্ধই হৈ যাব খুজিছে: যি মানসিক মূৰ্চ্ছা আহিব লাগিছে তাৰ বাট বন্ধ কৰাৰ একমাত্ৰ উপায় হৈছে এটা প্ৰকাণ্ড জোকাৰণি, নাইবা আভ্যন্তৰীণ খেলিমেলি আৰু সোঁৱে বাৱে তাৰ ওপৰত আক্ৰমণ আৰু মাৰধৰ।. ৰাইন নদীৰপৰা ইউৰাইল পৰ্ব্বতলৈকে গোটেই ইউৰোপেই এখন বিৰাট জেলখানাত পৰিণত হৈছে।"

অন্তৰ পৰশি যোৱা এই ৰচনাবিলাক যেন মোৰ ভাবৰেই প্ৰতিধ্বনি। কিন্তু মই আচৰিত হৈ ভাবোঁ, ভাৰতবৰ্ষৰ বেলিকা কি হৈছে? "মানচেষ্টাৰ গাৰ্ডিয়ান" বা তাৰ নিচিনা আৰু বহুত স্বাধীনতাপ্ৰেমিক ইংলণ্ডত আছে, সন্দেহ নাই। কিন্তু তেওঁলোকে আমাৰ দুৰ্গতিৰ সম্পৰ্কে ইমানখিনি পাহৰি আছে কেনেকৈ? তেওঁ-লোকে আন ঠাইত যিটো দেখি নিন্দা কৰে, সেইটো তেওঁলোকে ইয়াত দেখাই নেপায়, কিয়? উনৈছ শতিকাৰ সংস্কৃতিৰ বুকুত গঢ় লোৱা, সতৰ্ক স্বভাৱৰ আৰু সংযত-ভাষী ইংলণ্ডৰে এজন বিখ্যাত উদাৰপন্থী নেতাই কৈছিল,—"শান্তি আৰু শৃংখলাৰ ওপৰত পাশৱিক শক্তিৰ এই শোচনীয় জয় নিমাত হৈ চাই থকাতকৈ মই বৰং প্ৰাৰ্থনা কৰোঁ মোৰ এই দেশ বুৰঞ্জীৰ পাতৰপৰা যেন মচ খাই যক।" সবল এই চিন্তা উচ্ছ্বাসপূৰ্ণ ভাষাত তাৰ প্ৰকাশ—ইংলণ্ডৰ লাখ লাখ ডেকা ইয়াৰেই ৰক্ষাৰ কাৰণে আগবাঢ়ি আহিল। কিন্তু ভাৰতবাসীয়ে যদি মিঃ এস্কুইথৰ নিচিনা কথা ক'বলৈ সাহ কৰে, তেন্তে তেওঁলোকৰ দশা কি হ'ব?

জাতীয় মনস্তত্ত্ব এটা জটিল বস্তু। আমাৰ ভিতৰত সৰহ ভাগেই কল্পনা কৰে আমি যে কিমান ন্যায়ত চলা মানুহ। আমি কিমান নিৰপেক্ষ আৰু বৰ্ত্তমানে দোষ আছে গোটেইবোৰ আনবিলাক দেশৰ। আমাৰ মনৰ ভিতৰত ক'ৰবাত এটা বদ্ধমূল ধাৰণা আছে যে, আমি আনৰ নিচিনা নহওঁ। এটা পাৰ্থক্য আছে, যিটো

আমি আমাৰ ভদ্ৰতাৰ কাৰণে চিঞৰি বাধাৰি কৈ নুফুৰো, আৰু আমি যদি ভাগ্যৰ বলত কেনেবাকৈ সাম্ৰাজ্যৰ অধিকাৰী হৈ আন দেশৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পৰা হওঁ, তেন্তে এনেকুৱা কথা আমি বিশ্বাস নকৰাকৈ নোৱাৰো যে, সকলোতকৈ ভাল এই-খন পৃথিৱীত সকলোৱেই ভাল আৰু যিবিলাকে ইয়াৰ কিবা পৰিৱৰ্ত্তনৰ কাৰণে আন্দোলন কৰিছে সিহঁতে নিজৰ স্বাৰ্থৰ কাৰণেই কৰিছে, নহ'লে মূৰ্খ সিহঁত - যি উপকাৰ আমি সিহঁতক কৰিছোঁ তাৰ প্ৰতিও সিহঁত অকৃতজ্ঞ।

বৃটিছবিলাক দ্বীপত বাস কৰা মানুহ; বহুত দিন ধৰি তেওঁলোকে সাফল্য আৰু উন্নতিকে লাভ কৰি আহি আছে কাৰণে আনক তাচ্ছিল্যৰ চকুৰে চায়। তেওঁ-লোকৰ গাত কোনোবাই কোৱা সেই কথাখিনি খাটে—"ফ্ৰান্সৰ বোলে বন্দৰৰপৰাই নিগ্ৰো বসতি আৰম্ভ হৈছে।" কিন্তু সেই কথাখিনি বৰ ব্যাপক। বোধহয় ইংলণ্ডৰ ডাঙৰীয়াশ্ৰেণীৰ চকুত পৃথিৱীৰ বিভাগবিলাক বহুত দূৰ এনেকুৱাই—(১) বৃটেইন তাৰ পিচত বহু দূৰলৈ একো নাই, তাৰ পিচত (২) বৃটিছ উপনিৱেশবিলাক (বগা মানুহখিনি কেৱল) আৰু আমেৰিকা (কেৱল এংলʼ ছেক্সন জাতি, দাগʼ দাওৱাপ আদি নহয়), (৩) পশ্চিম ইউৰোপ, (৪) ইউৰোপৰ বাকী অংশ, (৫) আমেৰিকা (লেটিন ভাষাভাষী জাতিসমূহ) তাৰ পিচত বহু দূৰলৈ একো নাই, আৰু তাৰ পিচত (৬) এচিয়া আৰু আফ্ৰিকাৰ ক'লা, বাদামী আৰু হালধীয়া বৰণৰ মানুহ; এইবিলাক পৰস্পৰ প্ৰায় একেলগে লগ খাই থাকে।

এইবিলাকৰ মাজত একেবাৰেই শেহৰ শ্ৰেণীত আমি, আমাৰ শাসকসকল আমাতকৈ কিমান ওখত থাকে! গতিকে আমাৰ ফালে চাবলৈ বাওঁতে যেতিয়া তেওঁ-লোকৰ দৃষ্টি ক্ষীণ হৈ আহে, বা যেতিয়া আমি স্বাধীনতা বা গণতন্ত্ৰৰ কথা কওঁ তেতিয়া যে তেওঁলোকে আমনি পায়, তাত আচৰিত হ'বলগীয়া কি আছে? স্বাধীনতা আৰু গণতন্ত্ৰ এই শব্দবিলাক আমাৰ কাৰণে সজা নাই। জন মৰ্লিৰ নিচিনা এজন ডাঙৰ উদাৰপন্থী ৰাজনীতিবিদেই জানো কোৱা নাই যে তেওঁ আন কি সুদূৰ এন্ধাৰ ভৱিষ্যততো ভাৰতত কোনো গণতান্ত্ৰিক প্ৰতিষ্ঠান হৈ উঠাৰ কথা কল্পনাই কৰিব নোৱাৰে? পশুৰ লোমেৰে সজা কানাডাৰ 'ফাৰ' কোটৰ দৰে গণ-তন্ত্ৰও ভাৰতৰ পক্ষে অনুপযোগী। পিচৰ ছোৱাত সমাজতন্ত্ৰৰ পতাকাধাৰী, নিৰ্য্যাতিতৰ বন্ধু, বৃটেইনৰ শ্ৰমিক দলেও তেওঁলোকৰ জয় হোৱাত ১৯২৪ চনত আমাৰ কাৰণে বেঙ্গল অৰ্ডিনেন্সৰ প্ৰৱৰ্ত্তন কৰে। তেওঁলোকৰ দ্বিতীয় বাৰৰ চৰকাৰৰ আমোলত আমাৰ দশা আৰু শোচনীয় হৈছিল। মই ভালকৈ জানো, তেওঁ-লোকে আমাৰ কিবা অশুভ হোৱাটো নিবিচাৰে। তেওঁলোকে যেতিয়া ধৰ্ম্মযাজকৰ ঠেউকিৰে বক্তৃতাৰ মঞ্চৰপৰা আমাক সম্বোধন কৰি কয়,—"হে আমাৰ ভাইসকল" তেতিয়া তেওঁলোকে সচেতন শুভ বুদ্ধিৰ উত্তেজনাকে অনুভৱ কৰে! কিন্তু তেওঁ-লোকৰ মানত আমি আৰু তেওঁলোক একে নহয়, গতিকে আন কিবা জোখেৰে আমাক জুখিব লাগিব। ভাষা আৰু সংস্কৃতিৰ পাৰ্থক্যৰ কাৰণে এজন ফৰাচী আৰু এজন ইংৰাজে সমানভাৱে চিন্তা কৰা টান, তেনেকৈ এজন ইংৰাজ আৰু এচিয়াবাসীৰ মাজত সেই পাৰ্থক্য কিমান বেচি!

বৰ্ত্তমান লৰ্ড-সভাত ভাৰতৰ শাসন সংস্কাৰ সম্পৰ্কে বিতৰ্ক চলি আছে।

মাননীয় লৰ্ডসকলে বহুত শুৱলা শুৱলা বক্তৃতা কৰিছে। এইসকলৰ মাজত লৰ্ড লিটনো আছে। তেওঁ কোনোবা এখন প্ৰদেশৰ এজন প্ৰাক্তন গৱৰ্ণৰ আৰু পিচত কিছু দিন বৰলাট আছিল। তেওঁ এই মৰ্ম্মে বক্তৃতা দিয়া বুলি প্ৰকাশ* "সমগ্ৰ ভাৰতৰ হিচাপত কংগ্ৰেছকৰা ৰাজনীতিকসকলতকৈ ভাৰতৰ চৰকাৰে ভাৰতৰ মানুহৰ বেচি প্ৰতিনিধিত্ব কৰে। অফিচাৰসকল, সামৰিক বিভাগ, পুলিচ, ৰজাসকল, সেনাদল আৰু হিন্দু আৰু মুছলমানৰ হকে ভাৰত চৰকাৰে কথা ক'ব পাৰে। কিন্তু কংগ্ৰেছ ৰাজনীতিকসকলে ভাৰতৰ এটা ডঙৰ সম্প্ৰদায়ৰ হকেও কথা ক'ব নোৱাৰে।" তেওঁ তেওঁৰ বক্তব্য আৰু পৰিষ্কাৰকৈ কৈছে—"মই যেতিয়া ভাৰতীয় জনমতৰ কথা কওঁ যাৰ সহযোগিতাৰ ওপৰত মই নিৰ্ভৰ কৰিবলগীয়া হওঁ, আৰু যাৰ সহযোগিতাৰ ওপৰত ভৱিষ্যতে লাট আৰু বৰলাটসকলে নিৰ্ভৰ কৰিব লাগিব সেইবিলাকৰ কথাই কওঁ।"

তেওঁৰ এই বক্তৃতাৰপৰা দুটা মনত লগা কথা ওলায়,—প্ৰথম, যি ভাৰতবৰ্ষই বৃটিছক সাহায্য কৰে, সেই ভাৰতবৰ্ষকে হিচাপত ধৰিব লাগিব আৰু দ্বিতীয়, ভাৰতবৰ্ষৰ বৃটিছ চৰকাৰে সকলোতকৈ প্ৰতিনিধিস্থানীয়, গতিকে ই গণতান্ত্ৰিক প্ৰতিষ্ঠান। এনেকুৱা যুক্তিও যেতিয়া গুৰুত্বৰ সৈতে দেখুৱা হয়, তেতিয়া বুজিব লাগিব যে, ছুয়েজখাল পাৰ হৈ আহিলে যেন ইংৰাজী শব্দবোৰ অৰ্থৰ সালসলনি হয়। ইয়াৰ পিচত এই যুক্তি নাহি নোৱাৰে যে, স্বেচ্ছাচাৰী চৰকাৰেই সকলোতকৈ প্ৰতিনিধিত্বমূলক আৰু গণতান্ত্ৰিক ধৰণৰ, কাৰণ সম্ৰাট সকলোৰেই প্ৰতিনিধি-স্থানীয়। আমি ৰজাসকলৰ স্বৰ্গীয় অধিকাৰ ওভতাই পালোঁ আৰু লগতে পালোঁ —"ময়েই ৰাষ্ট্ৰ"।

দৰাচলতে, অলপতে বিশুদ্ধ একতন্ত্ৰী শাসনবো এজন খ্যাতনামা সমৰ্থক ওলাইছে। ভাৰতীয় চিভিল ছাৰ্ভিচৰ আশঙ্কাৰ স্বৰূপ, ছাৰ মেলকম্ হেইলীয়ে যুক্তপ্ৰদেশৰ গৱৰ্ণৰ হিচাপে ভাৰতীয় দেশীয় ৰাজ্যসমূহৰ কথা কওঁতে একতন্ত্ৰী শাসন সমৰ্থন কৰি ১৯৩৪-ৰ পাঁচ নৱেম্বৰৰ দিনা বক্তৃতা দিছিল। কিন্তু এই উপদেশৰ কোনো আৱশ্যক নাছিল, কাৰণ কোনো দেশীয় ৰাজ্যাই নিজে ইচ্ছা কৰি একতন্ত্ৰী শাসন যে এৰি দিব তাৰ সম্ভাৱনা নাই। বৰ্ত্তমানে এটা ধুনীয়া ঘটনা ঘটিছে যে, ইউৰোপত গণতন্ত্ৰৰ পতন হৈছে, এই ছল দেখুৱাই একতন্ত্ৰী প্ৰসাৰৰ চেষ্টা চলিছে। সকলোতে যেতিয়া পাৰ্লামেণ্টীয় গণতন্ত্ৰৰ মৃত্যু হৈছে, তেতিয়া "চৰম সংস্কাৰৰ সমৰ্থন" দেখিবলৈ পাই মহীশূৰৰ দেৱান ছাৰ মিৰ্জ্জা ইস্মাইলে 'বিস্ময়' প্ৰকাশ নকৰাকৈ পৰা নাই। "মোৰ স্থিৰ বিশ্বাস ৰাজ্যৰ ভিতৰত যিসকল সচেতন লোক, তেওঁলোকে অনুভৱ কৰিছে যে আমাৰ বৰ্ত্তমান শাসনতন্ত্ৰ সকলো প্ৰকাৰ বাস্তৱ উদ্দেশ্য সাধনৰ পক্ষে যথেষ্ট পৰিমাণে গণতান্ত্ৰিক।* মহীশূৰৰ চেতনা বোধহয় কিজানি মহীশূৰৰ ৰজা আৰু দেৱানৰ নিজ নিজ মনোভাৱৰে এটা ছাঁ মাত্ৰ। তাত যি গণতন্ত্ৰ চলিছে তাৰ লগত একতন্ত্ৰৰ পাৰ্থক্য নিৰ্ণয় কৰা টান।

যদি ভাৰতবৰ্ষৰ পক্ষে গণতন্ত্ৰ উপযুক্ত নহয়, তেন্তে বাহিৰৰপৰা চালে ইজিপ্তৰ

* লৰ্ড-সভা, ১৭ ডিচেম্বৰ, ১৯৩৪।

* মহীশূৰ, ২১ জুন ১৯৩৪।

পক্ষেও ই উপযোগী নহয়। একমাত্র মই 'ষ্টেটচ্‌মেন'ত* (জেলত আজিলৈকে এখন দৈনিক কাকত দিবলৈ লৈছে।) প্ৰকাশ পোৱা কাইৰোৰপৰা ওলোৱা এটা দীঘলীয়া বিবৃতি পঢ়িলোঁ। ইয়াত কোৱা হৈছে প্ৰধানমন্ত্ৰী নাছিম পাছাই বোলে "তেওঁৰ এটা ঘোষণাতে দায়িত্বশীল ৰাজনৈতিক মহলত কম আতঙ্ক জগাই তোলা নাই। কাৰণ এই ঘোষণাৰদ্বাৰা তেওঁ ৰাজনৈতিক দলসমূহক বিশেষকৈ ওৱাফদবিলাকক পৰস্পৰে পৰস্পৰক সহায় কৰাতে লগাই ৰাখিব খুজিছে, তেওঁৰ উদ্দেশ্য হৈছে এটা নতুন শাসনতন্ত্ৰৰ পৰিকল্পনা কৰা। তাৰ কাৰণে এখন জাতীয় সন্মিলন বা গণ-পৰিষদ গঠনৰ কাৰণে নিৰ্ব্বাচন পতা। তাৰ অৰ্থ, ফলত জনসাধাৰণৰ গণতান্ত্ৰিক শাসনলৈ উভতি যোৱা। কিন্তু বুৰঞ্জীৰ পাত লুটিয়ালে দেখা যায় মিছৰৰ কাৰণে এই ধৰণৰ শাসনে সদায় অনিষ্ট কৰিয়েই আহিছে। কাৰণ ই অতীতত জনতাৰ আটাইতকৈ নিকৃষ্টতম প্ৰবৃত্তিৰ কবলত পৰিছে। মিছৰীয় ৰাজনীতি আৰু তাৰ মানুহৰ আভ্যন্তৰীণ কাৰ্য্যকলাপৰ বিষয়ে জনা যি কোনো মানুহেই নিসন্দেহে ক'ব পাৰিব যে, নিৰ্ব্বাচনৰ ফলত আকৌ ওৱাফদই ক্ষমতাত অধিষ্ঠিত হ'ব আৰু তেওঁ-লোকৰেই সংখ্যা সৰহ হ'ব। গতিকে, এই কাৰ্য্যপদ্ধতি বন্ধ কৰিবলৈ যদি কোনো উপায় অৱলম্বন কৰা নহয়, তেন্তে অতি সোনকালে আমি এটা অতিমাত্ৰাই গণ-তান্ত্ৰিক বিদেশী বৈৰী বৈপ্লৱিক শাসনৰ সন্মুখীন হ'ব লাগিব।"

এই সম্পৰ্কত এনেকুৱা এটা প্ৰস্তাৱো উঠিছে যে, "ওৱাফদীসকলক প্ৰত্যুত্তৰ দিবৰ কাৰণে" শাসন বিভাগৰ হেঁচা দি নিৰ্ব্বাচন "চলোৱা" হওক। কিন্তু দুৰ্ভাগ্য-বশতঃ প্ৰধানমন্ত্ৰী "ইমান অতিৰিক্ত আইননিষ্ঠ" যে, তেওঁ তেনেকুৱা একো কৰিব নোখোজে। এই অৱস্থাত একমাত্ৰ উপায় হৈছে বৃটিছ মন্ত্ৰীসভাই হস্তক্ষেপ কৰা আৰু "তেওঁলোকে ঘোষণা কৰি দিয়া উচিত যে, আকৌ কেতিয়াবা এই ধৰণৰ শাসনৰ প্ৰতিষ্ঠা হ'লে তেওঁলোকে নসহে।"

বৃটিছ মন্ত্ৰীসকলে কি কৰে নকৰে বা মিছৰত কি ঘটিব মই ক'ব নোৱাৰোঁ।† সম্ভৱ কিজানি কোনোবা স্বাধীনতাপ্ৰিয় ইংৰাজে এই যুক্তি দেখুৱাইছে আৰু এই যুক্তিৰেপৰা আমি ভাৰত আৰু মিছৰৰ অৱস্থা কিমান জটিল, তাক কিছু বুজি পাইছোঁ। 'ষ্টেট্‌ছমেন' কাকতৰ প্ৰধান সম্পাদকীয় প্ৰবন্ধত কোৱাৰ দৰে যি ধৰণৰ জীৱনযাত্ৰা আৰু মনোবৃত্তিৰপৰা গণতন্ত্ৰ বিয়পিব পাৰে আৰু মনোবৃত্তি একেবাৰেই নিমিলে, আচল আহুকালটো হৈছে এইখিনিতে।" এই অমিলৰ আৰু উদাহৰণ দিয়া হৈছে "ইউৰোপত বহুত সময়ত গণতন্ত্ৰৰ অধঃপতন ঘটিছে দল বেচি হোৱাৰ কাৰণে, আৰু মিছৰৰ আহুকাল হৈছে—তাত কেৱল এটা দল আছে—ওৱাফদ।"

ভাৰতবৰ্ষত আমাক কয়, আমাৰ গণতান্ত্ৰিক উন্নতিৰ বোলে প্ৰধান বাধা হ'ল সাম্প্ৰদায়িক বিদ্বেষ। গতিকে অকাট্য যুক্তিৰে এইবিলাক বিপদকে চিৰদিন জীয়াই ৰখা হৈছে। আমাক আৰু কোৱা হয় আমাৰ মাজত বোলে যথেষ্ট একতা নাই। মিছৰত কোনো সাম্প্ৰদায়িক কাজিয়া নাই আৰু তাত দেখাত যে সম্পূৰ্ণ ৰাজনৈতিক

* ডিচেম্বৰ, ১১, ১৯৩৪।

† ১৯৩৫-ৰ নৱেম্বৰ মাহত বৃটিছে মিছৰ দখল কৰাৰ প্ৰতিবাদত ব্যাপকভাৱে ৰাজনৈতিক মাৰ-ধৰ চলিছিল।

ঐক্যই আছে। তথাপি এই ঐক্যই গণতন্ত্ৰ আৰু স্বাধীনতাৰ বাটৰ হেঙাৰ হৈছে। প্ৰকৃততে গণতন্ত্ৰৰ পথ পোন আৰু ঠেক। পাশ্চাত্য দেশৰ কাৰণে গণতন্ত্ৰই মাত্ৰ এটা কথা বুজায় যেন লাগে। সেইটো হৈছে সাম্ৰাজ্যবাদী শাসনশক্তিৰ হুকুম মানি চলা আৰু তেওঁলোকৰ কোনো স্বাৰ্থত অকণো হস্তক্ষেপ নকৰাকৈ থকা। এই সৰ্ত্তত গণতান্ত্ৰিক স্বাধীনতা অবাধে চলি থাকিব পাৰে।

## অকলশৰীয়া

শীতল কোমল দুৱৰি বুকুত
হ'ম লালকাল যেন বাগৰি বাগৰি—
আই—তোমাৰ চৰণত পতিত ক্লান্ত সন্তানৰ
সকলো সপোন গ'ল কোনিবাদি উৰি।

এপ্ৰিল আহিল। বাহিৰৰ ঘটনাসমূহৰ দুই-এটা গুজব আলিপুৰৰ জেলত আহি মোৰ কাণত পৰিল; এই অপ্ৰিয় গুজববোৰ শুনি মনটো অশান্তি লাগিল। এদিন কথা-প্ৰসঙ্গত জেল-চুপাৰিণ্টেণ্ডেণ্টে মোক ক'লে, মিঃ গান্ধীয়ে বোলে আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰিছে। ইয়াতকৈ বেচি আৰু একো নেজানিলোঁ। শুভ সংবাদ নহয়; বহু বছৰ ধৰি যাৰ ওপৰত ইমান গুৰুত্ব দি আহিছেলোঁ, এই ধৰণে শেষ হোৱাত মনতে মই বৰ কষ্ট পালোঁ। তথাপি মই নিজে নিজে যুক্তি দিলোঁ যে সি নো শেষ নোহোৱাকৈ পাৰে নে? মনে মনে মই জানিছিলোঁ এসময়ত নহয় এসময়ত—কিছু সময়ৰ কাৰণে হ'লেও আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰিবই লাগিব। কোনো কোনোৱে গাইগুটীয়াভাৱে ফলাফলৰ কথা নভবাকৈ অনিশ্চিত কাললৈকে আন্দোলন চলাই থাকিব পাৰে, কিন্তু জাতীয় প্ৰতিষ্ঠান সেই-দৰে চলি থাকিব নোৱাৰে। সৰহ ভাগ কংগ্ৰেছসেৱীৰ আৰু দেশবাসীৰ মনৰ কথা যে, গান্ধীজীয়ে নিৰ্ভুলভাৱে বুজি পাইছিল সেই বিষয়ে মোৰ সন্দেহ নাছিল। মই এই নতুন অৱস্থাৰ লগত মোৰ কাৰণে অপ্ৰিয় হ'লেও নিজকে খাপ খুৱাবলৈ যত্ন কৰিলোঁ।

পুৰণি স্বৰাজ্য দলক আকৌ সবল কৰি লৈ আইনসভাত সুমুৱাবৰ কাৰণে যি চেষ্টা চলিছে, তাৰ বিষয়েও কিছু কিছু অস্পষ্টভাৱে মই শুনিবলৈ পালোঁ। সিয়ো মোৰ মনত অনিবাৰ্য্যই যেন লাগিল। বহুদিন ধৰি মই এই মতকে মনে মনে পুহি ৰাখিছোঁ যে ভৱিষ্যতে কাউন্সিলৰ নিৰ্ব্বাচনত কংগ্ৰেছ আঁতৰি থাকিব নোৱাৰে। যি পাঁচ মাহ মই জেলৰ বাহিৰত স্বাধীন হৈ আছিলোঁ তেতিয়া মোৰ এই মনোভাৱক উৎসাহ নিদিবৰ চেষ্টা কৰিছিলোঁ। মই ভাবিছিলোঁ তাৰ এতিয়াও সময় অহা নাই। গতিকে একালে প্ৰত্যক্ষ আন্দোলন আৰু আনকালে যি নতুন সামাজিক পৰিবৰ্ত্তনৰ ভাবধাৰা লৈ কংগ্ৰেছপন্থীসকলৰ মাজত আলোড়ন চলি আছে, সেই ভাবধাৰাক ব্যাঘাত জন্মাই আমাৰ মনোযোগ কিজানি আন ফালে লৈ যাব। মই আৰু ভাবিলোঁ, সঙ্কট যিমান বেচি দিন স্থায়ী হ'ব, আমাৰ জনসাধাৰণৰ আৰু

শিক্ষিত সম্প্ৰদায়ৰ মাজত যিমানেই এই ভাববিলাক বিয়পিব, আৰু আমাৰ আৰ্থিক আৰু ৰাজনৈতিক অৱস্থাৰ পাচফালে যি কঠোৰ বাস্তৱ আছে, সি নিজেই ওলাই পৰিব। লেনিনে এঠাইত কৈছে—"যি কোনো ৰাজনৈতিক সংকটৰ উপযোগিতা আছে, কাৰণ যি লুকাই আছিল, এই সংকটৰ সমুখত সি ওলাই পৰে। বাক্য আৰু কল্পনাৰ ফাকি-ফুকা আৰু মিছা ধৰা পৰে, প্ৰকৃত ঘটনাৱলীক ই স্পষ্টভাৱে বুধিম্ব গোচৰ কৰে, আৰু প্ৰকৃতি বাস্তৱতাৰ অৰ্থ কি, তাক জনসাধাৰণক বলেৰে বুজাই দিয়ে।" মই আশা কৰিছিলোঁ, এই কাৰ্য্যক্ৰমৰ ফলস্বৰূপে কংগ্ৰেছ কিজানি স্পষ্ট-মনা হৈ উঠিব আৰু এটা নিৰ্দ্দিষ্ট লক্ষ্য লৈ আগতকৈয়ো বেচি ভালকৈ সংগঠিত এটা প্ৰতিষ্ঠানত পৰিণত হ'ব। সম্ভৱ কিজানি ইয়াৰ কিছুমান দুৰ্ব্বল উপাদান আপোনা-আপুনি সৰি পৰিব। পৰিলেও তাৰপৰা অকণো ক্ষতি নাই। আৰু যেতিয়া প্ৰত্যক্ষ সংঘৰ্ষৰ কিতাপত পোৱা মতবাদৰ দিনো চমু হৈ আহিব, আৰু তথাকথিত নিয়মতান্ত্ৰিক আৰু আইনসংগত উপায়বিলাক আকৌ ল'বলগীয়া হ'ব, তেতিয়া কংগ্ৰেছৰ আগৰণুৱা আমাৰ চৰম লক্ষ্যৰ বহুল দৃষ্টিভংগীৰ ফালৰপৰা সেই উপায়বিলাকো কামত লগাব।

বাহিৰে দেখাত সেই সময় আহিছিল। কিন্তু মই বৰ বেজাৰ মনেৰে দিখিবলৈ পালোঁ যে, যিসকলে আইন-অমান্য আন্দোলন আৰু কংগ্ৰেছৰ সকলো কাৰ্য্যকৰী কৰ্ম্মৰ মেৰুদণ্ডৰ দৰে আছিল, তেওঁলোকেই পাচ-হুহঁকি যাব লাগিছে, আৰু যিসকলে তেনে কোনো কামৰ ভাগ লোৱা নাই, তেওঁলোকেই নেতৃত্বৰ ভাৰ লৈছে।

কেইদিনমানৰ পিচত সাপ্তাহিক 'ষ্টেটছ্‌মেন' আহিল, গান্ধীজীয়ে আইন-অমান্য আন্দোলন প্ৰত্যাহাৰ কৰি দিয়া বিবৃতি সেই কাগজত পঢ়িলোঁ। আচৰিত হ'লোঁ পঢ়ি, ভাগৰ লগাদি লাগিল। বাৰে বাৰে এই বিবৃতি পঢ়িলোঁ, আইন-অমান্য আন্দোলন আৰু বহুত কথাই মোৰ মনৰপৰা মচ খাই গ'ল আৰু তাৰ ঠাইত নানা বিৰোধ আৰু সন্দেহে দেখা দিলে। গান্ধীজীয়ে লেখিছিল, "সত্যাগ্ৰহ আশ্ৰমত থকা মানুহ আৰু সহকৰ্ম্মীসকলৰ লগত ব্যক্তিগতভাৱে মই যি কথা-বতৰা হৈছোঁ তাৰেই প্ৰেৰণা আছে ইয়াৰ মূলত। তাৰ উপৰি মোৰ এজন শ্ৰদ্ধেয় সহকৰ্ম্মীৰ কথা শুনিলোঁ। বহুদিনীয়া কৰ্ম্মী তেওঁ। কথাপ্ৰসংগত তেওঁৰ বিষয়ে এটা খবৰ পাই, তেওঁৰ মনৰ ভাব ভালেই বুজি পালোঁ। তেওঁ বোলে ফাটেকত তেওঁক কৰিবলৈ দিয়া কামৰ সলনি তেওঁৰ নিজৰ পঢ়া-শুনাহে কৰি ভাল পাইছিল। মোৰ বিবৃতিটোৰ মূলত ইয়াৰপৰা পোৱা প্ৰেৰণা আছে। বন্ধুৰ আচৰণ সত্যাগ্ৰহৰ মূলনীতি-বিৰোধী যে, তাত সন্দেহ নাই। যি বন্ধুক মই ভাল পাওঁ, তেওঁৰ ত্ৰুটিতকৈয়ো এই খবৰ-টোৱে মোৰ নিজৰে ত্ৰুটিহে দেখুৱাই দিলে। বন্ধুজনে ক'লে তেওঁ বোলে মোৰ দুৰ্ব্বলতাৰ কথা জানো বুলি ভাবিছিল। মই অন্ধ আছিলোঁ আৰু অন্ধতা কোনো নেতাৰ পক্ষে মাৰ্জ্জনীয় নহয়। মই তৎক্ষণাৎ বুজি পালোঁ, বৰ্ত্তমান কিছুদিনৰ কাৰণে যে ময়েই অকলে প্ৰকৃত সত্যাগ্ৰহৰ ক্ষেত্ৰত প্ৰতিনিধি হৈ থাকিব লাগিব, তাত কোনো ভুল নাই।"

'বন্ধুৰ ত্ৰুটি বা দোষ যদি কিবা থাকেও, তেন্তে সি অতি তুচ্ছ কথা। মই স্বীকাৰ কৰোঁ, এই অপৰাধত মই প্ৰায়েই অপৰাধী আছিলোঁ আৰু তাৰ কাৰণে

অকণো অনুতাপ নকৰোঁ। কিন্তু যদি সঁচাকৈয়ে কিবা এটা বৰ ডাঙৰ কথাও হ'ল-হে'তেন, তথাপি যাৰ লগত হেজাৰ হেজাৰ লোক মুখ্যভাৱে আৰু লাখ লাখ লোক গৌণভাৱে জড়িত হৈ আছে, তেনে এটা বিশাল আন্দোলন কোনো এজন মানুহৰ এটা ভুলৰ কাৰণেই পৰিত্যাগ কৰিব লাগিব নে? মোৰ মানত এনেকুৱা প্ৰস্তাৱ বীভৎস আৰু দুনীতিপূৰ্ণ যেন অনুমান হ'ল। কি কৰিলে সত্যাগ্ৰহ হয়, আৰু কি কৰিলে নহয়, সেইটো মই জানো বুলি ধৰি লোৱা নাই, কিন্তু মোৰ ক্ষুদ্ৰ বিবেচনাৰে মোৰ আচৰণত কিছুমান মূলনীতিৰ অনুসৰণ কৰাৰ চেষ্টা কৰি আহিছোঁ। কিন্তু গান্ধীজীৰ বিবৃতিৰ ফলত মোৰ সেই সকলোখিনি নীতিয়েই আজি খেলি-মেলি লাগি গ'ল, আহত হৈ গ'ল। মই জানো গান্ধীজীয়ে সাধাৰণতে তেওঁৰ সহ-জাত বুদ্ধিৰ প্ৰেৰণাৰ কাম কৰি থাকে (inner voice,) বা অন্তৰৰ আদেশ বা কোনো প্ৰাৰ্থনাৰ উত্তৰ বুলি কোৱাতকৈ মই সহজাত বুদ্ধি বোলাই বেচি উচিত যেন পাওঁ; আৰু প্ৰায়েই সি ঠিকেই হয়গৈ। জনগণৰ মন বুজা আৰু সঙ্কটৰ সময়ত উপযুক্ত কাম কৰাৰ কি যে অদ্ভুত ক্ষমতা গান্ধীজীয়ে বাৰে বাৰে দেখুৱাই আহিছে। কিন্তু কাম কৰাৰ পিচত তাক সমৰ্থন কৰিবলৈ যিবিলাক যুক্তি তেওঁ দাঙি ধৰে, সেইবোৰ প্ৰায়েই পিচত কৰা চিন্তাৰপৰা হোৱা। আৰু সেইবিলাক যুক্তিয়ে কাকো বেচি দূৰলৈ আগুৱাই নিব নোৱাৰে। কোনো সঙ্কটৰ সময়ত নেতা বা কৰ্ম্মী পুৰুষে প্ৰায় সদায় নিজৰ অজ্ঞাতসাৰেই কাম কৰে আৰু কামৰ পিচত তাৰ যুক্তি বিচাৰে। ময়ো অনুভৱ কৰিলোঁ সত্যাগ্ৰহ স্থগিত ৰাখি গান্ধীজীয়ে ঠিকেই কৰিছে। কিন্তু যিবিলাক যুক্তি তেওঁ দেখুৱাইছে, সি আমাৰ যুক্তিৰ পক্ষে অপমানজনক আৰু ইমান ডাঙৰ জাতীয় আন্দোলনৰ নেতাৰ পক্ষে নোহোৱা-নোপজা অদ্ভুত কথা বুলি মোৰ ভাব হ'ল। তেওঁৰ আশ্ৰমৰ লোকসকলক তেওঁ যেনেকৈ ইচ্ছা তেনেকৈ বিচাৰ কৰি চোৱাৰ অধিকাৰ তেওঁৰ আছে, আশ্ৰমবাসীসকলে সকলো প্ৰকাৰৰ প্ৰতিশ্ৰুতি দিছে আৰু এটা নিৰ্দ্দিষ্ট শাসন মানি লৈছে। কিন্তু কংগ্ৰেছে তেনেকুৱা একো কৰা নাই, ময়ো সেইটো কৰা নাই। যিবোৰ যুক্তি মোৰ মানত আধ্যাত্মিক আৰু ৰহস্যাবৃত যেন লাগিল আৰু যাৰ লগত মোৰ কোনো সম্পৰ্ক নাই, তাৰেই কাৰণে আমাক এবাৰ ইফালে এবাৰ সিফালে ঠেলি দিব কিয়? এনেকুৱা ভিত্তিৰ ওপৰত কোনো ৰাজনৈতিক আন্দোলন চলাব পাৰি বুলি কল্পনা কৰিব পাৰি নে? মই নিজে যিমানখিনি বুজো (স্বীকাৰ কৰোঁ নিৰ্দ্দিষ্ট সীমাৰ মাজত) সেই অনুসাৰে মই সত্যাগ্ৰহৰ নৈতিক ফালটো নিজ ইচ্ছাৰেই গ্ৰহণ কৰিছিলোঁ। ইয়াৰ মূল নীতিয়ে মোৰ অন্তৰ পৰশিছিল। মই ভাবিছিলোঁ ইয়াৰদ্বাৰা ৰাজনীতি আগতকৈয়ো বেচি শুদ্ধ আৰু মহৎ এটা থাপলৈ উঠি যাব। উদ্দেশ্য সৎ হ'লেও যে উপায় সৎ নহ'ব পাৰে, সেইটো মই জানো। কিন্তু এই নতুন মতবাদ বা ইয়াৰ ব্যাখ্যা ইমান ব্যাপক আৰু ইয়াৰ মাজত ইমান সম্ভাৱনা আছে, দেখি শুনি মোৰ ভয় লাগি গ'ল।

এই গোটেই বিবৃতিটোৱেই মোক ভয় খুৱাই দিলে বাৰুকৈয়ে। আৰু এই বিবৃতিৰ শেষত তেওঁ কংগ্ৰেছ সেৱকসকলক উপদেশ দিছিল—"তেওঁলোকে আত্ম-ত্যাগৰ মহিমা আৰু নিজে গাত পাতি লোৱা দৰিদ্ৰ-ব্ৰতৰ ৰীতি আৰু সৌন্দৰ্য্যৰ কথা উপলব্ধি কৰিবই লাগিব। তেওঁলোকে জাতিগঠনৰ কামত নিজকে নিয়োগ

কৰিব লাগিব—নিজ হাতে সূতা কটা, কাপোৰ বৈ খদ্দৰ প্ৰচাৰ কৰা, জীৱনৰ প্ৰত্যেক ক্ষেত্ৰতে পৰস্পৰৰ প্ৰতি অনিন্দনীয় ব্যক্তিগত আচৰণৰদ্বাৰা অকৃত্ৰিম সাম্প্ৰদায়িক মিলনক্ষেত্ৰ বহল কৰা, ব্যক্তিগত জীৱনত কোনো আকাৰ বা প্ৰকাৰৰ সকলো ধৰণৰ অস্পৃশ্যতা পৰিহাৰ কৰা, বাগিয়াল বস্তু সম্পূৰ্ণৰূপে বৰ্জ্জন কৰা—মদ, ভাং খোৱা মানুহৰ ওচৰলৈ নিজে গৈ লগ ধৰি আৰু নিজে পৱিত্ৰতাৰ উদাহৰণ দেখুৱাই বাগিয়াল বস্তু এৰুওৱা। এইবিলাক কাম-কাজৰদ্বাৰাই দৰিদ্ৰৰ নিচিনা জীৱনযাত্ৰা কৰা সম্ভৱ হ'ব। কিন্তু যিবিলাকে এনেকৈ দাৰিদ্ৰ্য বৰণ কৰি ল'ব নোৱাৰে, তেওঁ-লোকে জাতীয়তাৰ কাৰণে উপযোগিতা থকা সৰুফুটীয়া আৰু এতিয়ালৈকে সংগঠিত নোহোৱা শিল্পত যোগ দিব পাৰে—তাত তেওঁলোকে ইয়াতকৈ ভাল পাৰিশ্ৰমিক পাব।”

এয়ে হৈছে ৰাজনৈতিক কামৰ আঁচনি আৰু এই আঁচনি মতেই আমি কাম কৰিব লাগিব। দেখা গৈছে, গান্ধীজীৰ আৰু মোৰ মাজত বহুতখিনি দূৰত্বৰ সৃষ্টি হৈ আহিছে। বৰ বেজাৰেৰে মই গম পালোঁ, বহুদিন ধৰি তেওঁৰ প্ৰতি মোৰ যি আনুগত্যৰ বান্ধ আছিল, সি তেনেই ছিগি গৈছে। বহুদিন ধৰি এটা মানসিক দ্বন্দ্ব মোৰ ভিতৰত চলি আছিল। গান্ধীজীয়ে বহুত কাম কৰিছে, যিবিলাক মই বুজা নাই বা প্ৰশংসাও কৰিব পৰা নাই। তেওঁ উপবাস আৰম্ভ কৰি দিলে, আইন-অমান্য আন্দোলনৰ সময়ত আন কথাত লাগিলগৈ, অথচ তেওঁৰ সহকৰ্ম্মীসকলে আন্দোলনৰ কবলতে ধৰি থাকিল। তেওঁ নিজে ইচ্ছা কৰি নিজৰ গাত মেৰিয়াই লোৱা জালতে বান্ধ খাই এনে এটা অসাধাৰণ অৱস্থাত পৰিলগৈ যে, তেওঁ জেলৰ বাহিৰত থকা সময়খিনিতো আন্দোলনত যোগ নিদিওঁ বুলি প্ৰতিশ্ৰুতি দিবলগীয়া হৈছিল। যিবিলাক পুৰণি আনুগত্য, প্ৰতিশ্ৰুতি আৰু কৰ্ম্মপন্থাৰ লগত তেওঁ সহকৰ্ম্মীসকলৰ লগত একেলগে জড়িত হৈ পৰিছিল, তেওঁৰ নতুন নতুন আনুগত্য আৰু নতুন নতুন প্ৰতিশ্ৰুতিয়ে সেইবোৰ এন্ধাৰতে পেলাই থয়, অথচ আলচা কাম ক'ৰবাতে পৰি থাকিল। এইবোৰ দেখি-শুনি মনত বৰ আঘাত পালোঁ। জেলৰ বাহিৰত থকা কম সময়খিনিত এইবোৰ আৰু আন আন পাৰ্থক্যবিলাক আগতকৈয়ো বেছিকৈ অনুভৱ কৰিবলৈ ধৰিলোঁ। গান্ধীজীয়ে কৈছিল, আমাৰ দুজনৰ মাজত বোলে মনৰ গতি-মতিৰো অমিল আছে। এইবিলাক পাৰ্থক্য বোধহয় অকল মানসিক গতি-মতিৰে পাৰ্থক্য নহয়, তাতকৈয়ো বেছি।

মই ভালকৈ বুজিলোঁ বহুত বিষয়তে মোৰ মত গান্ধীজীৰ ঠিক ওলোটা আৰু অতি অস্পষ্ট আৰু নিৰ্দ্দিষ্ট। মই ভাবোঁ কংগ্ৰেছে সদায় জাতীয় স্বাধীনতাৰ কাৰণে কাম কৰি আহিছে আৰু এই জাতীয় স্বাধীনতাৰ প্ৰতি আনুগত্যৰ ওপৰতে মই বেছি গুৰুত্ব দিওঁ। গতিকে মই আগেয়েই যিমানদূৰ পাৰিছোঁ, মোৰ নিজ মতবোৰো এই আনুগত্যৰ কাৰণেই পৰিত্যাগ কৰি আহিছোঁ। মোৰ নেতা আৰু সহকৰ্ম্মী-সকলৰ প্ৰতি অনুগত আৰু বিশ্বাসী হৈ থাকিবলৈ মই চেষ্টা কৰিছিলোঁ, কাৰণ মোৰ মানসিক গঠনেই এনেকুৱা যে মই আদৰ্শ আৰু সহকৰ্ম্মীসকলৰ প্ৰতি আনুগত্যক উচ্চ স্থান দিওঁ। মোৰ এই অন্তৰৰ বিশ্বাসপৰায়ণতা কিমান, বাৰ মই আঁতৰি যাওঁ যাওঁ হৈছোঁ, কতবাৰ মই নিজৰ লগতে যুজ কৰিবলগীয়া হৈছোঁ। কোনোমতে মই

জানিবাঁ এটা আপোচ কৰি লৈছোঁ। মই কিজানি অন্যায়হে কৰিছোঁ, কাৰণ নিজৰ বিশ্বাসৰ আশ্ৰয় ত্যাগ কৰা কাৰো পক্ষে ভাল হ'ব নোৱাৰে। কিন্তু আদৰ্শৰ দ্বন্দ্বৰ মাজতো মই মোৰ সহকৰ্ম্মীসকলৰ প্ৰতি আনুগত্য ৰক্ষা কৰিছোঁ আৰু আশা কৰোঁ ঘটনাৰ অগ্ৰগতি আৰু আমাৰ জাতীয় সংঘৰ্ষৰ বিকাশৰ লগে লগে বাধাসমূহ আঁতৰি যাব, মোৰ মনৰ চিন্তা-ভাৱনাবোৰ দূৰ হ'ব, মোৰ সহকৰ্ম্মীসকলো মোৰ মতৰ ওচৰ চাপি আহিব।

কিন্তু এতিয়া? আলিপুৰ জেলৰ ছেলৰ মাজত বহি থাকি হঠাৎ মোৰ নিজকে বৰ অকলশৰীয়া অকলশৰীয়া লাগিল। জীৱনটো গছ-বন নোহোৱা শুকান মৰুভূমিৰ নিচিনা লগা হ'ল। জীৱনত কিমান শিক্ষা পাইছোঁ তাৰ মাজত আটাইতকৈ কঠিন আৰু অতি কষ্টকৰ শিক্ষা পালোঁ—কোনো চৰম বিষয়ত কাৰো ওপৰত আশা কৰা উচিত নহয়। জীৱনৰ বাটত অকলে অকলে বাট বুলি যোৱাই ভাল। পৰত আশ, বনত বাস।

মোৰ বহুদিনৰপৰা উঠি থকা খংটোৰ এটা অংশ ধৰ্ম্ম আৰু ধৰ্ম্মভাৱৰ ওপৰত পৰিলগৈ। মই ভাবিলোঁ—ই চিন্তাৰ স্পষ্টতা আৰু আদৰ্শৰ একনিষ্ঠতাৰ মহা শত্ৰু। ভাবাবেগ আৰু প্ৰবৃত্তিৰ ওপৰতে ইয়াৰ ভিত্তি নহয় জানো? আধ্যাত্মিক হ'বলৈ গৈ ই প্ৰকৃত আধ্যাত্মিকতা আৰু আত্মাৰপৰা কিমান দূৰলৈ গুচি যায়গৈ। পৰলোকৰ কথাকে ভাবোঁতে ভাবোঁতে ইপিনে মানুহৰ মূল্য, সামাজিক বিচাৰৰ মূল্য সম্পৰ্কে ইয়াৰ ধাৰণা একেবাৰেই নাইকিয়া হৈ যায়। আগৰেপৰা ঠিক কৰি থোৱা কিছুমান ধাৰণাকে সৰ্ব্বস্ব কৰি লৈ ই বাস্তৱৰ প্ৰতি অন্ধ হৈ থাকে। কাৰণ তেওঁলোকৰ ভয় জানোচা আগৰ সেই ধাৰণাৰ লগত ঘটনাৰ সমুলি মিল নেথাকে। ধৰ্ম্ম সত্যৰ ওপৰত প্ৰতিষ্ঠিত, এইখিনি জানিয়েই এওঁলোকে সকলো জনা হৈছে বুলি ভাবে আৰু আনৰ ওচৰত তাকে প্ৰচাৰ কৰি কৰ্ত্তব্য শেষ কৰে। বিশ্বাস কৰাৰ প্ৰবৃত্তি আৰু সত্যৰ অনুসন্ধান কৰাৰ ধাউতি একে কথা নহয়। ধৰ্ম্ম শান্তিৰ বুলি তেওঁলোকে বৰকৈ কয়, কিন্তু তেওঁলোকে আকৌ এনে কিছুমান ব্যৱস্থা আৰু প্ৰতিষ্ঠান সমৰ্থন কৰে, যিবিলাক হিংসা নহলে টিকিবই নোৱাৰে। ধৰ্ম্মই তৰোৱালৰ হিংসা নিন্দা কৰে, কিন্তু হিংসাই সিফালে মনে মনে শান্তিৰ ভেশছন কৰি লঘোণ আৰু মৰণ বিলাইছে। নইবা তাতকৈ বেছি বেয়া উপায়েৰে বাহিৰত শৰীৰত একো কষ্ট নিদিয়াকৈ মনৰ ওপৰত অত্যাচাৰ কৰিছে, মনৰ বল-শক্তি পিহি পেলাইছে, সেই সম্বন্ধে ইয়াৰ একো মাত নাই।

মোৰ মনৰ মাজত এইবিলাক আলোড়নৰ কাৰণ যি জন, ইয়াৰ পিচত তেওঁৰ কথা মোৰ মনলৈ আহিল। যি নওহক এই গান্ধীজী কি আচৰিত মানুহ, কি অনিবাৰ্য্য আচৰিত তেওঁৰ আকৰ্ষণ, মানুহৰ ওপৰত তেওঁৰ প্ৰভাৱ কিমান সূক্ষ্ম! তেওঁৰ ৰচনা বা বক্তৃতা পঢ়ি মানুহজন বুজিবৰ উপায় নাই। মানুহে তেওঁৰ বিষয়ে যি ধাৰণা কৰে, তাতকৈয়ো তেওঁৰ ব্যক্তিত্ব বহুত ডাঙৰ। তেওঁ ভাৰতৰ কিমান বিপুল সেৱা কৰিছে। তেওঁ জনসাধাৰণৰ মাজত আৰু মনুষ্যত্বৰ সঞ্চাৰ কৰিছে, জনসাধাৰণক শৃঙ্খলা আৰু সহনশীলতা শিকাইছে, নিজে অতি বিনয়ী হৈয়ো তেওঁলোকৰ গৰ্ব্ব আৰু আনন্দেৰে আত্মত্যাগ কৰিবলৈ শিক্ষা দিছে। তেওঁ কয়, সাহসেই

চৰিত্ৰৰ দৃঢ় ভেটি, সাহস নহ'লে নীতি, ধৰ্ম্ম, প্ৰেম, একোৱেই থাকিব নোৱাৰে। যি মানুহ ভয়াতুৰ, তেওঁ কেতিয়াও সত্য আৰু প্ৰেমৰ পথেদি বাট বুলিব নোৱাৰে। হিংসা সম্পৰ্কে তেওঁৰ আতঙ্ক থাকিলেও তেওঁ আমাক কৈছে—"কাপুৰুষতা হিংসাতকৈয়ো ঘিণলগা বস্তু। যি মানুহ শৃংখলা ৰক্ষা কৰি চলে তেওঁ কৰ্ম্মৰ ৰহস্য বুজিছে। আত্মত্যাগ, শৃংখলা আৰু আত্মসংযম নহ'লে মুক্তি নাই, কোনো আশা নাই। শৃংখলা নোহোৱাকৈ আত্মত্যাগ কৰিলে একো ফল নাই।" এইবিলাক কেৱল কোৱা কথা, সাধু-বচন আৰু ফোপোলা বাক্য যেন লাগিব পাৰে, কিন্তু এইবিলাক কথাৰ পাচফালে শক্তি আছে; কাৰণ ভাৰতবৰ্ষই জানে যে এই কেটেং মেটেং মানুহটিয়ে যেনেকৈ কয়, তেনেকৈ কাম কৰিবলৈকো তেওঁৰ সামৰ্থ্য আছে।

তেওঁ ভাৰতবৰ্ষৰ প্ৰতিনিধি হৈয়ে আহিছে। এই প্ৰাচীন আৰু বিজিত দেশৰ অন্তৰৰ কথা তেওঁ আচৰিত ভাৱেই প্ৰকাশ কৰিছে। তেওঁ যেন ভাৰতৰ মূৰ্ত্ত প্ৰতীক। আন কি তেওঁৰ দুৰ্ব্বলতাবিলাকো ভাৰতীয়ৰে দুৰ্ব্বলতা। তেওঁৰ প্ৰতি কৰা অৱজ্ঞাৰ অতি কমেই হে ব্যক্তিগত বুলি ক'ব পাৰি, সি যেন জাতিৰ অপমান, ৰবলাট আৰু আন বহুতেই যেতিয়া তেওঁক অহঙ্কাৰ আৰু অৱজ্ঞাৰে ব্যৱহাৰ কৰে, তেতিয়া তেওঁলোকে বুজি নেপালে, কি আপদ তেওঁলোকে চপাই লৈছে। ১৯৩১ চনৰ ডিচেম্বৰত ঘূৰণীয়া মেজ-মেলৰপৰা উভতি আহোঁতে বাটত গান্ধীজীয়ে ৰোমত পোপৰ লগত দেখা কৰিবলৈ বিচাৰোতে পোপ দেখা কৰিবলৈ সন্মত নহ'ল। এই কথা শুনি মই মনে মনে যে কিমান কষ্ট পাইছিলোঁ তাক এতিয়াও পাহৰা নাই। গান্ধীজীক তেনেকুৱা কৰাত মই ভাৰতকে অপমান কৰা যেন পাইছিলোঁ। তেওঁ যে ইচ্ছা কৰিয়েই দেখা কৰা নাই, সেইটো ঠিক। কিন্তু অপমানৰ কথাটো কিজানি তেওঁ ভাবি চোৱা নাছিল। কেথলিক চাৰ্চ্চৰ মানত পোপৰ বাহিৰে সাধু মহন্ত আৰু পৃথিবীত নাই আৰু কোনো কোনো প্ৰটেষ্টাণ্ট চাৰ্চ্চপন্থীয়ে গান্ধীজীক ধৰ্ম্মজগতৰ মহাপুৰুষ আৰু প্ৰকৃত খ্ৰীষ্টান বুলি যেতিয়া ক'লে, সেই কাৰণেই পোপে সেই ধৰ্ম্ম বিৰুদ্ধ পাপৰপৰা আঁতৰি থকা উচিত বুলি ভাবিছিল।

ঠিক প্ৰায় এই সময়তে আলিপুৰ জেলত ১৯৩৪ ৰ এপ্ৰিল মাহত বাৰ্ণাৰ্ড শ্বৰ কেইখনমান নাটক পঢ়িছিলোঁ। "অন-ডি-ৰকস্'-অৰ পাতনিত যীশুখ্ৰীষ্ট আৰু পাইলেটৰ কথা-বতৰাখিনি পঢ়ি বৰ ভাল লাগিল। ইয়াৰ মাজত যেন আধুনিক অৰ্থ সোমাই আছে, কিয়নো আৰু এখন সাম্ৰাজ্য আৰু এজন ধৰ্ম্মপ্ৰাণ মানুহৰ আগত পৰিছে। এই ভূমিকাতে যীশুৱে পাইলেটক কৈছে—"মই কৈছোঁ তুমি ভয় এৰা। তোমাৰ মহত্ত্বৰ বিষয়ে তুমি মোৰ ওচৰত মিছাকৈয়ে ডাঙৰ ডাঙৰ কথা ক'বলৈ নাহিবা। তুমি যাক ৰোমৰ গৌৰৱ বুলিছা, সি ভয়ৰ বাহিৰে একো নহয়। অতীতৰ ভয়, ভবিষ্যতৰ ভয়, দুখীয়াৰ কাৰণে ভয়, ধনীৰ কাৰণে ভয়, পুৰোহিতৰ কাৰণে ভয়, সুসভ্য ইহুদী আৰু গ্ৰীকৰ কাৰণে ভয়, অসত্য গ'ল, গথ আৰু হূণ-বিলাকৰ কাৰণে ভয়। কাৰ্থেজৰ ভয়ৰপৰা পৰিত্ৰাণ পাবলৈ তোমালোকে তাক ধ্বংস কৰিছা আৰু তাত কৈয়ো বেয়া ভয়ত তোমালোকে নিজ হাতে কি মূৰ্ত্তি গঢ়িছা, সেই সাম্ৰাজ্যস্পৰ্দ্ধী চিজাৰৰ ভয়ত তোমালোক ক্ৰন্দমান। তোমালোকক হাঁহি উঠাই দিছে, তোমালোকৰ নিৰ্য্যাতনৰ সীমা নাই, তোমালোকৰ টকা-পইচা নাই, ঘৰ-দুৱাৰ

নাই, মোৰ প্ৰতিও তোমালোকৰ ভয়। কেৱল ঈশ্বৰৰ নিয়মৰ বাহিৰে, বাকী সকলোকে তোমালোকৰ ভয়ত তৎ নাই। সোণ, লোহা আৰু তেজৰ বাহিৰে তোমালোকৰ একোতেই বিশ্বাস নাই। তোমালোক বিবিলাক বোমৰ সমৰ্থক, সেই আটাইখিনেই কাপুৰুষ, আৰু মই বিচাৰিছোঁ ঈশ্বৰৰ ৰাজ্য, সাহসেৰে সকলো অৱস্থাৰ সন্মুখীন হৈছোঁ, সৰ্ব্বস্ব হেৰুৱাইছোঁ, কিন্তু এটা চিৰস্থায়ী মুকুট লাভ কৰিছোঁ।"

কিন্তু গান্ধীজীৰ মহত্ব, তেওঁৰ দেশ-সেৱা, বা মই ব্যক্তিগতভাৱে তেওঁৰ ওচৰত কিমান ঋণী, সেইটো প্ৰশ্ন নহয়। 'এইখিনি থাকিলেও, বহুত কথাত তেওঁ মাৰাত্মক ভুল কৰিব পাৰে। সি যি নহওক, তেওঁৰ উদ্দেশ্য কি? বহুত বছৰ তেওঁৰ লগত ঘনিষ্ঠভাৱে থাকিলেও তেওঁৰ উদ্দেশ্য মই স্পষ্টকৈ বুজিব পৰা নাই। মোৰ সন্দেহ হয়, তেওঁৰ নিজৰ ধাৰণা স্পষ্টনে চাগৈ? মোৰ কাৰণে এটা খোজেই যথেষ্ট, তেওঁ কয়, তেওঁ ভৱিষ্যতৰ ফালে ভুমুকিকে নেমাৰে আৰু শেহত গৈ কি হ'ব তাৰো স্পষ্ট ধাৰণা তেওঁ ৰখা নাই। তোমালোকে উপায়ৰ ওচৰত চকু ৰাখিৱা, উদ্দেশ্য আপোনা-আপুনি সাফল হ'ব, বাৰে বাৰে এই কথা কৈ তেওঁৰ ভাগৰ নেলাগে। তুমি তোমাৰ ব্যক্তিগত জীৱনক ভাল কৰি তোলা, বাকীখিনি আপোনা-আপুনি ভাল হৈ আহিব। ই ৰাজনৈতিক বা বৈজ্ঞানিক মনোভাৱ নহয় আৰু বোধহয় নৈতিক মনোভাৱো নহয়। ই অতি ঠেক নীতিবাদৰ কথা আৰু ইয়াত সেই একেটা প্ৰশ্নই ঘূৰি পকি আহেগৈ। সাধুতা নো কি? ই কেৱল ব্যক্তিগত কথা, নে সামাজিক কথা? গান্ধীজীয়ে চৰিত্ৰৰ ওপৰতে বেঁচি ভিৰ দিয়ে, বুজিব উৎকৰ্ষ আৰু পৰিপুষ্টি সাধন কৰাত সমূলি গুৰুত্ব নিদিয়ে। চৰিত্ৰ নহ'লে বুদ্ধি বিপজ্জনক হ'ব পাৰে, কিন্তু বুদ্ধিক বাদ দিলে, চৰিত্ৰৰ মূল্য কি? কিভাৱে চৰিত্ৰই গঢ় লৈ উঠে? গান্ধীজীক মধ্যযুগীয় খ্ৰীষ্টান সাধুসকলৰ লগত তুলনা কৰা হৈছে; তেওঁৰ বহুত কথা তেওঁলোকৰ লগত মিলি যায়। কিন্তু আধুনিক মনস্তত্ত্বৰ অভিজ্ঞতা আৰু উপায়ৰ লগত ইয়াৰ কোনো মিল নাই।

সি যি নহওক, উদ্দেশ্যৰ বিষয় অস্পষ্টতা থাকাটো মই পৰিতাপৰ বিষয় বুলিয়েই ভাবোঁ। যত্ন কাৰ্য্যকৰী কৰি তুলিবলৈ হ'লে তাক সুনিৰ্দ্দিষ্ট উদ্দেশ্যৰ ফালে পৰিচালিত কৰিব লাগিব। জীৱনটো ন্যায়-শাস্ত্ৰৰ সূত্ৰ নহয়, মাজে মাজে, মিল ঘটাবৰ কাৰণে, লক্ষ্যৰ সাল-সলনি কৰিবলগীয়া হ'ব, কিন্তু সকলো সময়তে চকুৰ আগত এটা লক্ষ্য স্থিৰ কৰি লবই লাগিব।

গান্ধীজীৰ ধাৰণা কেতিয়াবা উদ্দেশ্যৰ বিষয়ে অস্পষ্ট যেন লাগিলেও, মোৰ মনেৰে কিন্তু সিমান অস্পষ্ট নহয়। তেওঁ এটা বিশেষ পথেদি আবেগেৰে চলে, কিন্তু তেওঁৰ লগত আধুনিক ভাব বা অৱস্থাৰ সম্পূৰ্ণ অমিল আছে আৰু আজিলৈকে তেওঁ এই দুয়োটাৰ মিল ঘটাব পৰা নাই, নাইবা তেওঁ নিৰ্দ্দিষ্ট লক্ষ্যত উপনীত হ'বৰ কাৰণে সমুখৰ উপায়বিলাক সামুহিকভাৱে নিৰ্দ্দেশ কৰিব পৰা নাই। এই কাৰণেই অস্পষ্টতা থাকে আৰু তেওঁ স্পষ্ট হ'বলৈ নিবিচাৰেও। যেতিয়াৰপৰা দক্ষিণ আফ্ৰিকাত তেওঁ নিজৰ দাৰ্শনিক ভেটি স্থাপন কৰিবলৈ আৰম্ভ কৰিছিল, তেতিয়াৰ-পৰাই পঁচিছ বছৰ ধৰি তেওঁৰ মনৰ গতি কোনোকালে, সি অতি-স্পষ্ট। তেওঁৰ

প্ৰথম হোৱাৰ ৰচনাসমূহৰ লগত এতিয়াও তেওঁৰ মতৰ মিল আছে নে নাই নেজানো। মোৰ সন্দেহ হয়, কিজানি সমূহীয়াকৈ চালে সি তেওঁৰ আধুনিক মত নহয়। কিন্তু তাৰপৰা তেওঁৰ চিন্তাৰ পটভূমি কি আমি বুজিব পাৰোঁ।

১৯০৯ চনত তেওঁ লেখিছে—"ভাৰতে যদি মুক্তি বিচাৰে তেন্তে যোৱা পঞ্চাছ বছৰত যিখিনি শিকিছে সেই গোটেইখিনিকে পাহৰি যাব লাগিব। ৰেলৱে, টেলিগ্ৰাফ, হস্পিটাল, উকীল, ডাক্তৰ আৰু সেই শ্ৰেণীৰ সকলোবিলাক শেষ কৰিব লাগিব আৰু তথাকথিত উচ্চ শ্ৰেণীবিলাকক সচেতনভাৱে ধৰ্ম্মপ্ৰৱণতাৰ লগত খেতিয়কৰ জীৱন-যাত্ৰাত অভ্যস্ত হ'ব লাগিব, জানিব লাগিব যে সেই জীৱনেই প্ৰকৃত আনন্দৰ জীৱন।" তেওঁ আৰু লেখিছে—"যিমানবাৰ মই ৰেল-গাড়ীত উঠোঁ বা কোনো মটৰ-বাছ ব্যৱহাৰ কৰোঁ, সিমান বাৰেই মোৰ ভাব হয়, মই অন্তৰ্নিহিত সত্যৰ বিৰুদ্ধাচৰণ কৰিছোঁ।" "অতিপাত কৃত্ৰিম বেগী যন্ত্ৰপাতিৰ সাহায্যত জগতৰ সংস্কাৰ কৰিবলৈ চেষ্টা কৰা মানে, অসাধ্য সাধন কৰিবলৈ চেষ্টা কৰা।"

এইবিলাক মত আৰু পথ মোৰ মনত ভুল আৰু অনিষ্টকৰ যেন লাগে, আৰু তাক কাৰ্য্যত পৰিণত কৰাও অসম্ভৱ। ইয়াৰ কাৰণ হৈছে গান্ধীজীয়ে দৰিদ্ৰতা ভাল পায়, দুখ ভোগ কৰি ভাল পায়, তপস্বী-জীৱন ভাল পায় আৰু সেইবিলাকৰ গৌৰৱ অনুভৱ কৰে। তেওঁৰ মতে ক্ৰমোন্নতি আৰু সভ্যতাৰ অৰ্থ মানুহৰ অভাৱ বঢ়োৱাও নহয়, জীৱন-যাত্ৰাৰ প্ৰণালী উন্নত কৰাও নহয়; "কিন্তু দৃঢ়তাৰে আৰু নিজ ইচ্ছাৰে অভাৱ কমাব লাগিব, সেয়ে সুখ আৰু সন্তোষৰ পথ আৰু তাৰ লগে লগে সেৱাৰ শক্তি বৃদ্ধি কৰিব লাগিব।" এইবিলাক আগতে ঠিক হৈ থকা কথা মানি ল'লে গান্ধীজীৰ আন আন চিন্তাৰ কথা বুজিবলৈ সহজ হৈ পৰে আৰু তেওঁৰ কাৰ্য্য প্ৰণালীও বুজিবলৈ বৰ্চি সুবিধা হয়। কিন্তু আমাৰ মাজত প্ৰায় সকলোৱেই সেইবিলাক পূৰ্ব্ব সিদ্ধান্ত মানি নলওঁ আৰু তথাপি যেতিয়া দেখোঁ যে তেওঁৰ কাৰ্য্যপ্ৰণালী আমাৰ মনৰ জোখাই নহয়, তেতিয়া তেওঁক দোষাৰোপ কৰোঁ।

দাৰিদ্ৰ আৰু দুখভোগ, মই হ'লে কেতিয়াও প্ৰশংসা কৰিব নোৱাৰোঁ। সেয়া কাম্য বস্তু বুলি মই কেতিয়াও নেভাবোঁ। মোৰ মতে সিহঁত লুপ্ত হৈ যোৱাহে উচিত। গাইগুটীয়াকৈ কাৰবাৰ পক্ষে ভাল হ'লেও সামাজিক আদৰ্শ হিচাপে তপস্বী-জীৱনৰ সাৰ্থকতা মই বুজি নেপাওঁ। সৰলতা, সমতা, আত্মসংযমৰ মূল্য আৰু মৰ্য্যাদা বুজি পাওঁ, কিন্তু দেহটোক কষ্ট দিয়াৰ অৰ্থ বুজি নেপাওঁ। ব্যায়াম-বীৰে যেনেকৈ শৰীৰটো নিয়মৰ মাজেদি গঢ়ি তুলিবলগীয়া হয়, তেনেকৈয়ে মই বিশ্বাস কৰোঁ মন আৰু অভ্যাসবিলাক নিয়ন্ত্ৰণ কৰি শাসনলৈ আনিব লাগিব। যি মানুহৰ সংযম অতি কম, সি বিপদৰ সময়ত দুখ সহ্য কৰিব বা অসাধাৰণ আত্ম-সংযম দেখুৱাব, বা বীৰৰ দৰে কাম কৰিব, সেইটো বিশ্বাস কৰিব নোৱাৰি। শৰীৰ ভাল কৰিবৰ হ'লে যেনেকৈ নিয়ম পালন কৰিবলগীয়া হয়, চৰিত্ৰ ভাল কৰিবৰ হ'লেও তেনেকৈ নিয়মৰ আৱশ্যক। কিন্তু তাৰ অৰ্থ তপস্বী-জীৱন বা আত্ম-পীড়ন হ'ব তাৰ কোনো অৰ্থ নাই।

সৰল তথা জীৱনক আদৰ্শ কৰি তোলাৰো আৱশ্যকতা মই নুবুজো। যেতিয়াকৈ অৱস্থা দেখিলেই মোৰ ভয় লাগে। তেওঁলোকক মই সেই অৱস্থাৰপৰা

টানি তুলি আনিবলৈ বিচাৰোঁ। মই গাঁৱক নগৰ কৰিব খোজা নাই, কিন্তু নগৰৰ সুখ-সুবিধা আৰু সংস্কৃতি গাঁও অঞ্চললৈ লৈ যাব খোজোঁ। সেই জীৱনৰপৰা মই প্ৰকৃত আনন্দ যে নেপাৱেই বৰং মোৰ কাৰণে সি ফাটেকৰ নিচিনাই বেয়া যেন লাগিব। 'হাতত কোৰ লোৱা মানুহ'ক আদৰ্শ কৰি তুলিবলৈ কিটো আছে? বংশানুক্ৰমে শোষিত নিৰ্য্যাতিত হৈ হৈ, তেওঁলোকৰ লগৰ পশুতকৈ তেওঁলোকৰ পাৰ্থক্য বেচি নাই।

"কোনে তেওঁলোকক আনন্দৰপৰা বঞ্চিত কৰিছে, কোনে তেওঁলোকৰ অন্তৰৰ কোমল প্ৰবৃত্তিবিলাক হত্যা কৰিছে? নিৰ্জ্জীৱ পদাৰ্থৰ দৰে তাৰ শোক নাই, কোনো কামনা নাই, কোনে তেওঁক নিৰ্ব্বোধ আৰু মূৰ্খ আৰু ষাঁড় গৰুটোৰ লগৰে এটাৰ নিচিনা কৰি তুলিছে?"

আধুনিক সংস্কাৰৰ হাত সাৰি মানুহৰ মন কেনেকৈ মনৰ বিশেষ প্ৰভাৱ নথকা আদিম অৱস্থালৈ উভতি যাব, মই সেই কথা বুজিব নোৱাৰোঁ। যি মানুহৰ গৌৰৱ আৰু জয় ঘোষণা কৰে, তাৰেই নিন্দা কৰা হয়, নিৰুৎসাহিত কৰা হয় আৰু যি পৰিৱেশে মনৰ ওপৰত অত্যাচাৰ কৰে আৰু তাৰ উৎকৰ্ষ সাধনত বাধা জন্মায়, তাকেহে বাঞ্ছনীয় বুলি ভবা হয়। বৰ্ত্তমান সভ্যতাৰ বহুত দোষ আছে। তাৰ মাজত কিন্তু ভালো আছে আৰু বেয়াবিলাকক অতিক্ৰম কৰাৰ শক্তিও তাৰ ভিতৰত আছে। তাক সমূলে নাশ কৰি পেলালে জীৱনটো আকৌ নিৰানন্দ, আমন-জিমন, একেসুৰীয়া হৈ পৰিব। যদি আধুনিক সভ্যতা বৰ্জ্জন কৰাৰ কথা হয়, তথাপি সি এটা অসম্ভৱ চেষ্টা মাত্ৰ। এই পৰিৱৰ্ত্তনৰ সোঁত বন্ধ কৰা বা ইয়াৰপৰা আঁতৰি যোৱা আমাৰ পক্ষে টান আৰু মানসিক অৱস্থাৰ ফালৰপৰা আমি যিসকলে জ্ঞান-গছৰ গুটি খাইছোঁ, তেওঁলোকৰ পক্ষে ইয়াক একেবাৰেই পাহৰি গৈ আদিম অৱস্থালৈ উভতি যোৱা অসম্ভৱ।

এই বিষয়ে আলোচনা কৰা টান, কাৰণ দুয়োটা দৃষ্টিভংগী সম্পূৰ্ণ বেলেগ। গান্ধীজীয়ে সদায় ব্যক্তিগত মুক্তি আৰু পাপৰ ফালৰপৰা চিন্তা কৰে আৰু আমি বেচিভাগ সামাজিক কল্যাণৰ ফালৰপৰা চিন্তা কৰোঁ। পাপ কাক বোলে মই ঠিক বুজিবলৈ টান পাওঁ আৰু এই কাৰণেই কিজানি মই গান্ধীজীৰ সাধাৰণ দৃষ্টিভংগীৰ বিষয়ে বুজিব নোৱাৰোঁ। তেওঁৰ উদ্দেশ্য সমাজ বা সমাজব্যৱস্থাৰ পৰিৱৰ্ত্তন সাধন কৰাটো নহয়, তেওঁ ব্যক্তিৰ জীৱনৰপৰা পাপ উঘালি পেলোৱাটোহে। তেওঁ লেখিছে —"স্বদেশীৰ অনুগামী যিসকল তেওঁলোকে কেতিয়াও জগতৰ সংস্কাৰ সাধন কৰিবলৈ বৃথা চেষ্টা নকৰে; কাৰণ তেওঁলোকৰ বিশ্বাস যে, ঈশ্বৰে ঠিক কৰি দিয়া নিয়ম মতেই সংসাৰ চলিছে আৰু সদায় চলিবও।" কিন্তু তেওঁ নিজে সংসাৰখন সংস্কাৰ কৰিবলৈ সদায় চেষ্টা কৰি থাকে। পিচে তেওঁ যি সংস্কাৰ বিচাৰে, সি হৈছে ব্যক্তিৰ চৰিত্ৰ সংশোধন—ইন্দ্ৰিয় জয় কৰা আৰু ভোগৰ আশঙ্কা জয় কৰা: কিয়নো সেইবোৰ পাপ। এজন ৰোমান কেথলিক লেখকে ফেচিজিমৰ সম্বন্ধে লেখোঁতে স্বাধীনতাৰ যি সংজ্ঞা দিছে বোধহয় তেওঁ তাৰ লগত একমত হ'ব। পাপৰ বন্ধনৰপৰা মুক্তিলাভৰ বাহিৰে স্বাধীনতা আন একো নহয় আৰু ঠিক এই কথাকে দুশ বছৰৰ আগতে লণ্ডনৰ বিশপেও লেখিছিল, "খ্ৰীষ্টধৰ্ম্মই যি স্বাধীনতা দিয়ে,

সি পাপ আৰু দৃষ্টিশক্তিৰ বন্ধনৰপৰা মুক্তি, মানুহৰ লোভ, ৰিপু আৰু অসঙ্গত কামনাৰপৰা মুক্তি।"*

এই মত যদি কোনোবাই মানি লয়, তেওঁ যৌন বিষয়ত গান্ধীজীৰ মনোভাব কি তাক কিছু বুজিব পাৰিব; আধুনিক সাধাৰণ মানুহৰ মনত সি যিমানেই অসাধাৰণ যেন নেলাগক লাগিলে। তেওঁৰ মতে "সন্তান-কামনাহীন মিলন মাত্ৰেই পাপ"। আৰু "কৃত্ৰিম উপায় অৱলম্বন কৰিলে তাৰ ফলত ক্লৈব আৰু স্নায়ৱিক দৌৰ্ব্বল্যই দেখা দিবই দিব।" "কৰা কামৰ পৰিণামৰপৰা ত্ৰাণ পাবলৈ চেষ্টা কৰা অন্যায় আৰু দুৰ্নীতিমূলক। কোনো কোনোৱে ৰিপুৰ ভোক গুচাবৰ কাৰণে কৰা কামৰ পৰিণামৰ হাত সাৰিবলৈ চেষ্টা কৰাটো আৰু পৰিতাপৰ কথা।"

ব্যক্তিগতভাৱে মোৰ কাৰণে এই মনোভাৱ অস্বাভাৱিক আৰু বিস্ময়জনক বুলি ভাব হয়। যদি তেওঁৰ কথাই সঁচা হয়, তেন্তে মই এজন অপৰাধীয়েই আৰু ক্লৈব্য আৰু স্নায়ৱিক দুৰ্ব্বলতাৰ সীমাতে আহি পৰিছোঁহি। ৰোমান কেথলিকসকলেও জন্ম নিয়ন্ত্ৰণৰ তীব্ৰ বিৰোধিতা কৰে, কিন্তু তেওঁলোকে গান্ধীজীৰ নিচিনাকৈ তেওঁলোকৰ যুক্তিৰ মেৰপাক লৈ আগ নেবাঢ়ে। তেওঁলোকে কালৰ গতি বুজি তেওঁলোকৰ ধাৰণা অনুসৰি মানুহৰ স্বভাৱৰ লগত আপোচ কৰিছে।† কিন্তু গান্ধীজীয়ে তেওঁৰ যুক্তি-তৰ্কৰ মেৰপাক একেবাৰেই চৰম সীমালৈ লৈ গৈছে। পুত্ৰ উৎপাদনৰ সময়ৰ বাহিৰে আন কোনো সময়তে কোনো প্ৰকাৰে যৌন-মিলনৰ যুক্তি আৰু প্ৰয়োজন আছে বুলি তেওঁ মানি নলয়। নৰ-নাৰীৰ স্বাভাৱিক যৌন আকৰ্ষণো তেওঁ স্বীকাৰ নকৰে। তেওঁ কয় "মই যে নৰ-নাৰীৰ মাজত স্বাভাৱিক আকৰ্ষণ স্বীকাৰ নকৰোঁ, বহুতে ইয়াক অসম্ভৱ আদৰ্শ বুলি কৈছে। এই ক্ষেত্ৰত যি যৌন-মিলনাকাঙ্ক্ষাৰ কথা কোৱা হৈছে, তাক স্বাভাৱিক বুলি যে মানুহে ভাবি লব তাক বিশ্বাস কৰিবৰ মন নেযায়। যদি সেয়েই হয়, তেন্তে সোনকালেই আমাৰ ধ্বংস হৈ যাব। নৰ-নাৰীৰ মাজত স্বাভাৱিক অনুৰাগ হ'ল ভায়েকৰ প্ৰতি ভনীয়েকৰ, মাকৰ প্ৰতি পুত্ৰৰ, বাপেকৰ প্ৰতি জীয়েকৰ অনুৰাগ। এই স্বাভাৱিক আকৰ্ষণেই জগতক ৰক্ষা কৰি আছে।" তেওঁ আৰু শক্তিশালীভাৱে কৈছে—"ওঁ-হোঁ, মই মোৰ সমস্ত শক্তি লগ লগাই ঘোষণা কৰিম যৌন-আকৰ্ষণ স্বামী-স্ত্ৰীৰ মাজত হ'লেও সি অস্বাভাৱিক।"

এই 'ইডিপাছ কমপ্লেক্স' ফ্ৰয়েড আৰু মনস্তাত্ত্বিক বিশ্লেষণৰ প্ৰসাৰৰ যুগত এইবিলাক অতিমাত্ৰা ন-দি কোৱা কথা একেবাৰেই আচৰিত আৰু পুৰণিকলীয়া যেন শুনি। মানুহে ইয়াক হয় নোচোৱা নিচিন্তাকৈয়ে মানি ল'ব, নহয় একেবাৰেই দলিয়াই পেলাব—মই গান্ধীজীৰ এই ধাৰণা সম্পূৰ্ণ ভুল বুলি ভাবোঁ। তেওঁৰ

* "ধৰ্ম্ম কি?" এই অধ্যায়ত এই চিঠিখনৰপৰা কিছু অংশ আগেয়েই উদ্ধৃত কৰা হৈছে।

† একাদশ পোপ পায়াছে ১৯৩১-ৰ ৩১ ডিচেম্বৰ তাৰিখে "খ্ৰীষ্টান বিবাহ" সম্পৰ্কে তেওঁৰ ঘোষণাত কৈছে "সময়ৰ কাৰণে বা কিবা শাৰীৰিক ত্ৰুটিৰ কাৰণে সন্তান নহয়ো তথাপি বিবাহিতা নাৰীয়ে যদি তেওঁলোকৰ অধিকাৰ উচিত স্বাভাৱিক ৰূপত পৰিচালনা কৰে, তেন্তে তাক প্ৰাকৃতিক নিয়মৰ ব্যতিক্ৰম বুলি বিবেচনা কৰা নহ'ব। "সময়ৰ কাৰণে" অৰ্থ বোধহয় তথাকথিত "নিৰাপদ সময়" অৰ্থাৎ যেতিয়া গৰ্ভ উৎপাদন নহ'বও পাৰে।

উপদেশ পাইপৰ্টীয়াকৈ কাৰবাৰ কামত লাগিব পাৰে, কিন্তু সকলোৱে এই নিয়ম পালন কৰিবলগীয়া হ'লে, জীৱনত ব্যৰ্থতাৰ বেদনা, ইন্দ্ৰিয় দমন কৰাৰ কাৰণে হোৱা আক্ষেপ আৰু স্নায়ৱিক দৌৰ্ব্বল্য আৰু নানা ধৰণৰ দৈহিক আৰু মানসিক ব্যাধিয়ে দেখা দিব। কামবিপু দমন কৰা ভাল, সন্দেহ নাই, কিন্তু গান্ধীজীৰ পথেদি বাট বুলিলে সকলে যাতে সেই ফল লাভ কৰিব পৰা হ'ব যে সন্দেহ। ই সম্পূৰ্ণ চৰম মত, সৰহ ভাগ মানুহেই তাক পালন কৰাটো একেবাৰেই অসম্ভৱ বুলি সি সাধাৰণভাৱেই চলি থাকিব, নাইবা স্বামী-স্ত্ৰীৰ মাজত কাজিয়া-পেচাল হ'ব। দেখা গৈছে, গান্ধীজীয়ে ভাবে যে জন্ম-নিয়ন্ত্ৰণৰ উপায় অৱলম্বন কৰিলে যৌন উচ্ছৃংখলতা বাঢ়িব, আৰু পুৰুষ আৰু নাৰীৰ মাজত যৌন-আকৰ্ষণ স্বাভাৱিক বুলি ধৰি ল'লে যে কোনো পুৰুষে যি কোনো নাৰীৰ পিচে পিচে খেদি ফুৰিব, সেই বুলি ভবাটো ভুল; তাৰ উপৰি মই ক'ব পৰা নাই, যৌন-সমস্যাই তেওঁৰ মনক এনেকৈ অধিকাৰ কৰি পেলালে কিয়? অৱশ্যে বিষয়টো গহীন, সন্দেহ নাই। তেওঁৰ মানত এইটো 'ক'লা' বা 'বগা'ৰ প্ৰশ্ন। ইয়াৰ মাজত আৰু কোনো ৰং নাই। দুয়ো মূৰে দুটা তেওঁ চৰম মতবাদ গ্ৰহণ কৰে। মোৰ কাৰণে সেইটো অস্বাভাৱিক যেন লাগে। আজি-কালি যৌন বিষয়ৰ পুথিৰ যি ঢল নামিছে, ই কিজানি তাৰেই প্ৰতিক্ৰিয়া। মই স্বাভাৱিক মানুহ, মোৰ জীৱনতো ইন্দ্ৰিয়ই তাৰ ভূমিকাত অভিনয় কৰিছে, নকৰা নহয়, কিন্তু ই মোক একেবাৰেই বগৰাই পেলাব পৰা নাই, বা আন আন কৰ্ত্তব্যৰপৰা মোক আঁতৰাই আনিব পৰা নাই। ই এটা গৌণ বিষয়হে।

যিসকল তপস্বীয়ে জগত আৰু জাগতিক বিষয় বৰ্জ্জন কৰিছে, জীৱনৰ স্বাভাৱিক গতিক অন্যায় বুলি ভাবি ত্যাগ কৰিছে, তেওঁৰ মনোভাৱ বহুখিনি তেনেকুৱাই। তপস্বী এজনৰ কাৰণে সি স্বাভাৱিক হ'ব পাৰে, কিন্তু সাধাৰণ পুৰুষ আৰু নাৰীয়ে বিচাৰে জীৱন আৰু জগতক গ্ৰহণ কৰি তাক যিমান দূৰ পাৰি ভোগ কৰিবলৈ। সেই নীতি পালন কৰাৰ কথা তেওঁলোকে অতি কষ্টেৰেহে কল্পনা কৰিব পাৰে। এটা অন্যায়ৰপৰা হাত সাৰিবলৈ গৈ তেওঁ বহুত গুৰুতৰ অন্যায় সহ্য কৰি থাকে।

কথাৰ ডাল-পাত বগাওঁতে বগাওঁতে কোনোবাখিনি পালোঁগৈ, কিন্তু আলিপুৰ জেলৰ দুখৰ দিনবিলাকত এইবিলাক ভাব আৰু কথা মোৰ মনত খেলিমেলিভাৱে কেতিয়াবা কেতিয়াবা দেখা দিছিল, গোটেই কথাবিলাকে মোক জুমুৰি দি ধৰিছিল। সবাতোকৈ, মই আছোঁ অকলশৰে, মনতো বেজাৰ; সিপিনে মোৰ ছে'লটোও মানুহ-দুনুহ নোহোৱা অকণমান ছে'ল এটা। আৰু তাতে জেলৰ বন্ধ বা-বতাহ সকলোখিনি। মোৰ মনটো একেবাৰেই দুখ বেজাৰেৰে ভৰি পৰিছিল। বাহিৰত থকা হ'লে এইবোৰ কথাই ইমান আঘাত কৰিব নোৱাৰিলেহেঁতেন, মই সহজেই সেইবোৰ পাহৰি আন কথালৈ মনটো লৈ যাব পাৰিলোহেঁতেন আৰু কথা আৰু কামৰ মাজেদি তাক প্ৰকাশ কৰি শান্তি পালোহেঁতেন, কিন্তু জেলৰ ভিতৰত তেনেকুৱা উপায় নাই। কেইটামান দিন বৰ দুখ বেজাৰৰ মাজেদি কটালোঁ। ভাগ্যে জানিবা মোৰ মনটো লাহে লাহে শান্ত হৈ আহিল আৰু নিৰাশ ভাবৰ হাত সাৰিলোঁ। মই মনৰ এঁলাহ ভাগৰ জোকাৰি পেলালোঁ। এদিন কমলাই আহি জেলতে দেখা কৰিলেহি। তাৰ

কাৰণে মোৰ মনত বৰ আনন্দ লাগিল, মোৰ অকলশৰীয়া ভাব দূৰ হ'ল। যিয়েই নহওক লাগিলে, আমি দুজনে অন্ততঃ ইজনে সিজনৰ ওপৰত নিৰ্ভৰ কৰিব পাৰিম।

## তেল-পানীৰ মিল

যি গান্ধীক কেতিয়াও দেখা নাই, কেৱল তেওঁ লেখা ৰচনা আদি পঢ়িছে, তাৰ মনত এনেকুৱা লাগিব পাৰে, তেওঁ যেন পুৰোহিত শ্ৰেণীৰ মানুহ—অতি পৱিত্ৰতাবাদী, গহীন-গম্ভীৰ, তেওঁৰ মুখত আনন্দৰ চিন নাই, কিবা "ক'লা কাপোৰ পিন্ধা খ্ৰীষ্টান সাধুসকলৰ নিচিনাকৈ তেওঁ ফুৰা-চকা কৰে।" কিন্তু লেখা পঢ়ি তেওঁৰ প্ৰতি ধাৰণা কৰিবলৈ গ'লে অবিচাৰ কৰা হয়, তেওঁৰ লেখাতকৈ তেওঁ বহুত ডাঙৰ, তেওঁ লেখা কিবা কথা উদ্ধৃত কৰি তাৰ সমালোচনা কৰা বৰ সমীচীন নহয়। তেওঁ খ্ৰীষ্টান সাধু পুৰোহিত সম্পূৰ্ণ বিপৰীত। তেওঁৰ হাঁহিমুখখন দেখিলেই মন প্ৰফুল্ল হয়, তেওঁৰ হাঁহিত যাদু আছে, তেওঁৰ ওচৰত বহিলে মনটো পাতল লাগি যায়। শিশুৰদৰে তেওঁৰ সৰলতাই মানুহক মুগ্ধ কৰে। তেওঁ যেতিয়া কোনো খোটালীলৈ সোমাই আহে, তেতিয়া এক নিৰ্ম্মল পোহৰত যেন চৌদিশ উদ্ভাসিত হৈ উঠে।

তেওঁৰ ব্যক্তিত্বত বিপৰীত ভাবৰ তেল-পানীয়ে মিল হোৱাদি হৈছে। মোৰ মনেৰে প্ৰত্যেক বিখ্যাত লোকেৰে অলপ অচৰপ সেইটো হয়। বহু বছৰ ধৰি মই এই বিষয়ে চিন্তা কৰিছোঁ—বঞ্চিত জনসাধাৰণক তেওঁ ইমান ভাল পায়, তেওঁলোকৰ প্ৰতি তেওঁৰ ইমান ব্যাকুলতা, অথচ তেওঁ দেখোন এনে এটা ব্যৱস্থা সমৰ্থন কৰে যি জনসাধাৰণক বঞ্চিত আৰু পীড়িত কৰিবই। অহিংসাৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ থাকিলেও তেওঁ কিয় এনেকুৱা এটা ৰাজনৈতিক আৰু সামাজিক ব্যৱস্থা সমৰ্থন কৰে, যি সম্পূৰ্ণৰূপে হিংসা আৰু পৰপীড়ন কৰিয়েই বৰ্ত্তি আছে? বোধহয় তেওঁ সেই ধৰণৰ ব্যৱস্থা সমৰ্থন কৰে বুলি কোৱা ঠিক নহ'ব। তেওঁ কম-বেচি এজন দাৰ্শনিক অৰাজকতাবাদী। কিন্তু আদৰ্শ অৰাজকতাবাদীৰ অৱস্থা এতিয়াও বহুত দূৰৈত. তাক সহজে চলাবৰ নৌ অথন; গতিকে তেওঁ প্ৰচলিত অৱস্থাকে মানি লয়। এই পৰিৱৰ্ত্তন কেনেকৈ সাধন কৰা হ'ব, মোৰ মনেৰে তাৰ উপায় কি হ'ব কেনেকুৱা হ'ব সেই কথা উঠা নাই, কাৰণ হিংসাত্মক উপায়ৰ তেওঁ সদায় বিৰোধী। উপায়ৰ কথা বাদ দিলেও এটা আদৰ্শ লক্ষ্যৰ কথা ভাবিব পাৰি, অদূৰ ভৱিষ্যতেও যাৰ ওচৰত গৈ উপনীত হোৱাটো সম্ভৱ হ'ব।

কেতিয়াবা কেতিয়াবা তেওঁ নিজকে সমাজতান্ত্ৰিক বোলে। কিন্তু তেওঁ যি অৰ্থত সেই শব্দটো ব্যৱহাৰ কৰে, সি তেওঁৰ নিজা। সমাজতন্ত্ৰবাদ বুলিলে যি অৰ্থনৈতিক গাঁথনিৰ কথা বুজায়, তাৰ লগত ইয়াৰ সম্বন্ধ নাই। তেওঁক অনুসৰণ কৰি এদল কংগ্ৰেছপন্থীয়েও সেই শব্দটো ব্যৱহাৰ কৰে, কিন্তু তাৰ অৰ্থ হৈছে এক ধৰণৰ-ভ্ৰান্ত মানৱতাবাদ।... এই অস্পষ্ট ৰাজনৈতিক নামটো যিসকলে ভুল কৰে, তাৰ ভিতৰত বহুত মান থকা লোকো আছে! তেওঁলোকে বৃটিছ জাতীয় চৰকাৰৰ

(নেশ্যনেল গৱৰ্ণমেণ্ট) প্ৰধানমন্ত্ৰীৰ উদাহৰণকে লৈছে।* মই জানো গান্ধীজীও এই বিষয়ে নজনা নহয়। তেওঁ অৰ্থনৈতিক সমাজতান্ত্ৰিক আন কি মাৰ্ক্সীয় ভালেমান পুথিও পঢ়িছে আৰু তাকে লৈ আনৰ লগত আলোচনাও কৰিছে। কিন্তু মই ভালকৈ বুজিছোঁ কোনো এটা কথা মনে মনা নমনা লৈ বৰ বেচি কথা নাই উইলিয়াম জেম্‌চে কৈছে—"যদি তোমাৰ অন্তঃকৰণে স'হাৰি নিদিয়ে, তেন্তে তোমা[illegible] মস্তিষ্কই তোমাক কেতিয়াও বিশ্বাস কৰাব নোৱাৰে।" ভাৱাৱেগেই আমাৰ সাধাৰণ বিচাৰ বিবেচনা নিয়ন্ত্ৰণ কৰে আৰু মনক শাসনত ৰাখে। শোপেন হাওৱাৰে [illegible] গৈছে,—"মানুহে যি ইচ্ছা তাকে কৰিব পাৰে। কিন্তু যিহতে তিহকে ইচ্ছা কৰি[illegible] নোৱাৰে।"

দক্ষিণ আফ্ৰিকাত থকাৰ প্ৰথম ছোৱাত গান্ধীজীয়ে এটা ডাঙৰ দীক্ষা গ্ৰহণ কৰিলে। ই তেওঁৰ মাজত এটা বিৰাট আলোড়নৰ সৃষ্টি কৰিলে আৰু জীৱনৰ প্ৰতি তেওঁৰ গোটেই দৃষ্টিভঙ্গীকে সলাই পেলালে। তেতিয়াৰেপৰাই তেওঁৰ ধাৰণা সমূহৰ এটা স্থিৰ ভিত্তি প্ৰতিষ্ঠা হ'ল। তেওঁৰ মনটোও প্ৰায়েই মুকলি নহয়। তেওঁৰ ওচৰলৈ কোনোবাই নতুন ভাৱধাৰা লৈ আহিলে তেওঁ তাক অতি মনোযোগেৰে শুনে, কিন্তু যিমানেই তেওঁ আদৰ-সাদৰ নেদেখুৱাওক, তেওঁৰ ওচৰলৈ অহাজনৰ এনেকুৱা এটা ধাৰণা হৈ যায় তেওঁ যেন বন্ধ দুৱাৰতহে টুকিয়াইছে। তেওঁৰ মনত কিছুমান ধাৰণাই এনেকৈ শিপাই ধৰিছে যে আন কথা তাৰ তুলনাত একোৱেই নহয়। আন আন গৌণ বিষয়ৰ ওপৰত গুৰুত্ব দিবলৈ গ'লে, ডাঙৰ ডাঙৰ পৰিকল্পনাবিলাক বিকৃত হৈ পৰিব আৰু মনটো চেলেং পেটেং হৈ যাব। মূল বিষয় ঠিক থাকিলেই আন আন বিষয়বিলাক ঠিক-ঠাক কৰি লব পৰা যায়। উপায় যদি নিৰ্ভুল হয় তেন্তে লক্ষ্যও নিৰ্ভুল হ'ব।

এয়েই মোৰ মনেৰে তেওঁৰ চিন্তাৰ প্ৰধান পটভূমি। হিংসাৰ লগত সম্পৰ্ক আছে কাৰণ তেওঁ সমাজতন্ত্ৰবাদক—সন্দেহৰ চকুৰে চায়। "শ্ৰেণী সংঘৰ্ষ" কথা টোৱেই। সংঘৰ্ষ আৰু হিংসালৈ আঙুলিয়ায় আৰু সেই কাৰণেই শব্দটো তেওঁ ভাল নেপায়। জনসাধাৰণৰ জীৱনৰ মান উন্নত কৰি তেওঁলোকক অলপ খাব-পিন্ধিব পৰা কৰিব পাৰিলেই হ'ল বুলি তেওঁ ভাবে; আৰু তাতকৈ বেচিলৈ গ'লে, আৰু আজৰি সময় সৰহকৈ পালে তেওঁলোকে সংযম হেৰুৱাব আৰু পাপত মজিব বুলি তেওঁৰ সন্দেহ। এমুঠি চহকী মানুহ অসংযত হোৱাটোৱেই যথেষ্ট বেয়া, তাৰ লগত যদি আৰু যোগ হয় তেনেহলে আৰু বেয়া। ১৯২৬ চনত তেওঁ লেখা এখন চিঠিৰপৰা এনেকুৱাই অনুমান কৰিব পাৰি। সেই চিঠিখন তেওঁ লেখিছিল বিখ্যাত কয়লা-বন্ধ বা সত্যাগ্ৰহৰ সময়ত ইংলণ্ডৰপৰা তেওঁ পোৱা এখন চিঠিৰ উত্তৰত। তেওঁলৈ লেখা মানুহজনে এটা যুক্তি আগবঢ়াইছিল যে, খনিৰ বনুৱাসকল সেই সংঘৰ্ষত হাৰিবৰগে; কাৰণ তেওঁলোক সংখ্যাত সৰহ আৰু সেইদেখি তেওঁলোকৰ

* ১৯৩৫-ৰ জানুৱাৰী মাহত [illegible] কেজাবেশ্যন আৰু কনজাৰভেটিভ এণ্ড ইউনিয়নিষ্ট এছোচিয়েচন আগত বাণী দিওঁতে কৈছিল—বিগত কালত সকলো মানুহেই [illegible] কাম কৰাটো জাতীয়তাৰ কথা। ইয়েই আজিৰ সমাজতন্ত্ৰবাদ আৰু ইয়েই আজিৰ [illegible] পাতিলেই ইয়েই প্ৰকৃত স্বাতন্ত্ৰ্যবাদ।

সংখ্যা কমাবলৈ তেওঁলোকে জন্ম-নিয়ন্ত্ৰণৰ ব্যৱস্থা লোৱা উচিত। উত্তৰত গান্ধীজীয়ে কৈছিল—“সেহত কওঁ, যদি খনিৰ মালিকসকলে অন্যায়কাৰী হৈয়ো জয়লাভ কৰে, তাৰ কাৰণ বনুৱাসকলৰ সন্তান-সন্ততিৰ সংখ্যা সৰহ বুলি নহয়, তাৰ কাৰণ বনুৱা-সকলে এতিয়ালৈকে সংযত হ'বলৈ শিকা নাই। যদি বনুৱাসকলৰ সন্তান-সন্ততি নথাকিলেহেঁতেন, তেন্তে তেওঁলোকে অৱস্থাৰ উন্নতিৰ কাৰণে কোনো চেষ্টাই নকৰিলেহেঁতেন, দৰ্মহা বঢ়াবলৈকো কোনো যুক্তিসংগত কাৰণ তেওঁলোকৰ নথাকিলেহেঁতেন। তেওঁলোকে মদ খায় নে নেখায়? জুৱা খেলে নে নেখেলে? ধঁপাত চিগাৰেট খায় নে নেখায়? গিৰিহঁতেও তাকে কৰে দেখোন। তথাপি সিঁহতৰ আৰামেৰে তেওঁলোক থকা নাই জানো? এই বুলি ক'লেই তাৰ উত্তৰ নহ'ব। যদি ধনীসকলতকৈ খনিৰ বনুৱাসকলৰ চৰিত্ৰ ভাল নহয়, তেন্তে জগতৰপৰা সহানু-ভূতি দাবী কৰিবৰ তেওঁলোকৰ কি অধিকাৰ আছে? আমি ধনীৰ সংখ্যা বঢ়াই ধনতন্ত্ৰৰ বল বঢ়াম নে বাৰু? গণতন্ত্ৰই যেতিয়া পূৰ্ণ শক্তি লাভ কৰিব, তেতিয়া জগতখন ভাল হ'ব—এই আশাতেহে আমি গণতন্ত্ৰক শ্ৰদ্ধা কৰিছোঁ। ধনী আৰু ধনতন্ত্ৰক আমি যিবিলাক দোষত দোষী বুলি ভাবোঁ আমি যেন তাৰ সংখ্যা নবঢ়াওঁ।”*

এই চিঠি পঢ়ি থাকোঁতে মোৰ মনত সেই ইংৰাজ খনি-বনুৱা আৰু তেওঁলোকৰ ল'ৰা-তিৰোতাৰ ভোকাতুৰ শুকান মুখবোৰ ভাহি উঠিল। ১৯২৬ চনৰ জহকালি মই দেখি আহিছোঁ, এটা অত্যাচাৰী পাশৱিক ব্যৱস্থাৰ বিৰুদ্ধে কি নিৰাশাৱে দুখ লগাভাৱে তেওঁলোকে যুদ্ধ কৰিছে! গান্ধীজীয়ে দিয়া বিৱৰণ ঠিক নহয়। বনুৱা-সকলে দৰ্মহা বঢ়াবলৈ দাবী কৰা নাই; তেওঁলোকৰ দৰ্মহা কমাই দিয়াৰ বিপক্ষে প্ৰতিবাদ কৰাৰ পিচত খনিৰ গিৰিহঁতসকলে খনি বন্ধ কৰি দিলে আৰু তাৰ ফলতে তেওঁলোকে এই সঙ্ঘৰ্ষত নামিছে। আমাৰ আলোচনাৰ লগত এতিয়া এই বিষয়ৰ সম্বন্ধ নাই। বনুৱাসকলে জন্ম-নিয়ন্ত্ৰণ ব্যৱস্থা অৱলম্বন কৰিব লাগে নে নেলাগে সেইটোও আমাৰ প্ৰশ্ন নহয়। পিচে, কাৰখানাৰ গিৰিহঁত-বনুৱাৰ মাজত হোৱা সঙ্ঘৰ্ষৰ প্ৰতিকাৰ কৰিবলৈ জন্ম-নিয়ন্ত্ৰণৰ প্ৰস্তাৱ কৰাটো কম কথা নহয়। মই গান্ধীজীৰ চিঠিৰ উল্লেখ কৰিছোঁ, কাৰণ তাৰপৰা আমাৰ বুজিবলৈ সুবিধা হ'ব—বনুৱাৰ সম্পৰ্কত আৰু তেওঁলোকৰ জীৱনৰ মান উন্নত কৰাৰ সাধাৰণ দাবী সম্পৰ্কে তেওঁৰ মত কি। গান্ধীজীৰ মনোভাৱ সমাজতন্ত্ৰবাদৰপৰা যেনেকৈ বহুত দূৰত, ধনতন্ত্ৰবাদৰপৰা তেনেকৈ বহুত ওচৰত। বৰ্ত্তমান জগতত ন্যস্ত স্বাৰ্থ জড়িত থকাসকলে যদি বিধি-পথালি নিদিয়ে, তেন্তে বিজ্ঞান আৰু ব্যৱসায়ী কৌশলৰ সহায়েৰে প্ৰত্যেক মানুহৰে ভাত-কাপোৰ আৰু ঘৰৰ সংস্থান যথেষ্টকৈ হ'ব বুলি কোৱা নোকোৱাৰ তেওঁৰ মানত অসাৰ। গতিকে সমাজতন্ত্ৰবাদৰ সম্ভাৱনা থাকক নেথাকক তাতো তেওঁৰ হৰ্ষ-বিষাদ একো নাই। ধনতন্ত্ৰবাদ আংশিকভাৱে সহিব পাৰি, কাৰণ অন্যায়ৰ সি বহুতখিনি বাট-ভেটি থাকে। তেওঁ দুয়োটাকে যেৱা পাৰ

* গান্ধীজীৰ [illegible] এই চিঠিখন [illegible] কৰা হৈছে।

তথাপি কম অন্যায় বুলি শোষণটোক সহ্য কৰে; কাৰণ, সি আছেই যেতিয়া তাক তেওঁ মানি ল'বই লাগিব।

তেওঁ এইদৰে ভাবে বুলি অনুমান কৰাটো মোৰ ভুলো হ'ব পাৰে। কিন্তু মোৰ পুৰা বিশ্বাস তেওঁৰ চিন্তাধাৰা তেনেকুৱাই। তেওঁ কেতিয়াবা ইপিনেও কয়, সিপিনেও কয় যেন লাগে। তেওঁৰ ভাববিলাকো কিবা খেলিমেলি যেন লাগে আৰু সেই কাৰণে আমি আহুকাল পাওঁ। কিন্তু তাৰ কাৰণ হৈছে, তেওঁৰ অনুমানৰ ভিত্তি বেলেগ। ক্ৰমে বাঢ়ি যোৱা আৰাম আৰু জিৰণিখিনিয়েই মানুহৰ লক্ষ্য বুলি ভবাটো তেওঁ ভাল নেপায়। তাৰ সলনি মানুহে নৈতিক জীৱন যাপন কৰা, কু-অভ্যাস পৰিত্যাগ কৰা, ভোগ-বিলাসত কমকৈ মত্ত হোৱা আৰু তাৰদ্বাৰা নিজৰ আধ্যাত্মিকতা আৰু ব্যক্তিত্ব গঢ়ি তোলাটোহে তেওঁ বেচি ভাল পায়। যিসকলে জন সাধাৰণৰ সেৱা কৰিব, তেওঁলোকে আৰ্থিক উন্নতিৰ চেষ্টা নকৰি জনসাধাৰণৰ লগলৈ নামি আহি তেওঁলোকৰ লগত সমানভাৱে হ'লি-গ'লি কৰিব। এনেকৈয়ে তেওঁলোকে জনসাধাৰণৰ উন্নতি সাধন কৰিব পাৰে। তেওঁৰ মতে এয়ে প্ৰকৃত গণতন্ত্ৰ। ১৯৩৪-ৰ ১৭ ছেপ্টেম্বৰত প্ৰকাশ পোৱা এটা বিবৃতিত তেওঁ লেখিছে—"মোক বাধা দিবলৈ গৈ বহুতেই হতাশ হৈছে। মোৰ দৰে জন্মৰপৰাই গণতন্ত্ৰত বিশ্বাসী মানুহৰ পক্ষে ই বৰ অপমানৰ কথা। মানুহ সমাজৰ আটাইতকৈ দুখীয়া নিচলা মানুহটোৰ লগত এক হোৱা, তেওঁলোকতকৈ বেচি উন্নত জীৱন যাপন কৰাৰ আকাঙ্ক্ষা নথকা আৰু মানুহৰ সাধ্যমতে সচেতনভাৱে তেওঁলোকৰ সমানে সমানে থাকিবলৈ চেষ্টা কৰি যদি কোনোবাই নিজকে গণতান্ত্ৰিক বুলি দাবী কৰিব পাৰে, তেন্তে ময়ো সেই দাবী কৰোঁ।"

এই যুক্তি আৰু দৃষ্টিভঙ্গীৰ লগত আধুনিক গণতান্ত্ৰিক, ধনতান্ত্ৰিক বা সমাজতান্ত্ৰিক কোনোৱেই একমত হ'ব নোৱাৰে। পিচে অনেকেই স্বীকাৰ কৰিব জনসাধাৰণৰপৰা আঁতৰি গৈ জীয়াই থাকিবলৈ নহ'লে নোহোৱা বস্তুখিনিও যি নেপায়, তেনেকুৱা অগণন জনসমাজৰ চকুৰ আগত প্ৰাচুৰ্য্য আৰু ঐশ্বৰ্য্য লৈ লাহ-বিলাহৰ জীৱন যাপন কৰাটো অন্যায় আৰু নিন্দনীয়। কিন্তু প্ৰাচীন ধৰ্ম্মভাৱৰ মানুহে গান্ধীজীৰ কথাৰ মাজত মতৰ মিল বহুখিনি বিচাৰি পাব, কাৰণ উভয়ৰে অতীতৰ প্ৰতি এটা মোহ আছে আৰু তেওঁলোকে সদায় অতীতৰ জোখেৰেহে জোখে। যি আছে, যি হ'ব, তাতকৈ যি আছিল তালৈহে তেওঁলোকৰ বেচি চিন্তা। অতীতৰ প্ৰতি মনোভাৱ আৰু ভৱিষ্যতৰ প্ৰতি মনোভাৱৰ ভিতৰতেই পৃথিৱীৰ সকলোখিনি পাৰ্থক্য সোমাই আছে। আগৰ দিনত জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ উন্নতি সাধন কৰাটো ভাবিবলৈকে টান আছিল। দুখীয়া মানুহ সদায় আছিল। মুষ্টিমেয় কিছুমান ধনী মানুহ আছিল, সমাজ-ব্যৱস্থাৰ এটা স্বাভাৱিক অংশ হিচাপেহে তেওঁলোকৰ প্ৰয়োজন আছিল। সেই কাৰণে নীতিবাদী, সংস্কাৰক আৰু কোমল অন্তৰৰ মানুহে তেওঁলোকক মানি লয়, কিন্তু লগে লগে অভাৱত পৰি থকা মানুহৰ প্ৰতি তেওঁলোকক সোঁৱৰাই দিয়ে। তেওঁলোক দুখীয়াসকলৰ অভিভাৱকৰ দৰে হ'ব লাগিব। প্ৰত্যেক ধৰ্ম্মৰ মতেই দান এটা মহা ধৰ্ম্ম। সামন্ত ৰজা, তালুকদাৰ জমিদাৰ আৰু ধনী বেপাৰীসকলক অভিভাৱক বুলি ভবাৰ উপৰিও

গান্ধীজীয়ে খৰ গুৰুত্ব দিয়ে। এই বিষয়ত তেওঁ অতীজৰেপৰা ধাৰ্ম্মিক লোক বুলি মানি অহা লোকসকলকে অনুসৰণ কৰে। পোপে ঘোষণা কৰিছে—"ধনীসকলে নিজকে ঈশ্বৰৰ দাস আৰু তেওঁলোকৰ ধনৰ ৰক্ষক আৰু বিলনীয়া বুলি ভাবিব লাগিব। তেওঁলোকৰ ওপৰতে যীশুখ্ৰীষ্টই দুখীয়াসকলৰ ভাৰ অৰ্পণ কৰিছে।" সাধাৰণ হিন্দু আৰু মুছলমান ধৰ্ম্মই এনে ধৰণৰ কথাকে কয় আৰু সদায় ধনী-সকলক দান কৰিবৰ কাৰণে উদগণি দিয়ে। ধনীসকলেও সেই মতে মন্দিৰ, মছজিদ, ধৰমশালা সজাই বা তেওঁলোকৰ অতুল ঐশ্বৰ্য্যৰ অকণমান ৰূপ বা অকণমান তাম দুখীয়াসকলৰ মাজত বিলাই দি নিজৰ ধৰ্ম্ম কৰাৰ প্ৰবৃত্তি সন্তুষ্ট কৰি সুখী হয়।

সেই সময়ৰ ধাৰ্ম্মিক মনোবৃত্তিৰ এটা উজ্জ্বল দৃষ্টান্ত পোৱা যায় ১৮৯১ চনৰ মে' মাহত ত্ৰয়োদশ পোপ লিয়ই পুৰোহিতসকললৈ পঠোৱা আৰু প্ৰচাৰ কৰা ঘোষণা পত্ৰত। নতুন কল-কাৰখানাৰ কাৰণে পৰিবৰ্ত্তিত অৱস্থা সম্পৰ্কে তেওঁৰ মতামত প্ৰকাশ কৰোঁতে তেওঁ কৈছে :

"গতিকে দুখ ভোগ আৰু সহ্য কৰাটো মানুহৰ কপালৰ লিখন। মানুহে যিমানেই চেষ্টা নকৰক লাগিলে, এনেকুৱা কোনো শক্তি নাই, এনেকুৱা কোনো কৌশল নাই, যি মানুহৰ জীৱনৰপৰা দুখ-দুৰ্গতি দূৰ কৰিব পাৰে। যদি কোনোবাই বেলেগ ভাও ধৰে,—যিবিলাকে নিকাৰ ভুঞ্জি থকা দুখ আৰু বিপদৰপৰা মুক্ত কৰি অবাধ শান্তি আৰু উপভোগৰ লোভ দেখুৱায়—তেওঁলোকে জনসাধাৰণক প্ৰতাৰণা কৰে, প্ৰৱঞ্চনা কৰে আৰু তেওঁলোকৰ মিছা প্ৰতিশ্ৰুতিৰ ফলত মানুহৰ অৱস্থা আৰু শোচনীয়হে হয়। এই জগৎ যেনেকুৱা, সেইভাৱেই ইয়াক গ্ৰহণ কৰা ভাল আৰু ইয়াৰ দুখ-দৈন্যৰ প্ৰতিকাৰ আমি আন ঠাইত বিচাৰিব লাগিব।" এই 'আনঠাইত' সম্পৰ্কে তেওঁ আৰু লেখিছে :

"যি জীৱন আহিব লাগিছে তাক বাদ দি অৰ্থাৎ অনন্ত জীৱনক বাদ দি পাৰ্থিৱ বস্তুবিলাক বুজিব বা তাৰ প্ৰকৃত মূল্যাঙ্কন কৰিব নোৱাৰি। প্ৰকৃতিয়ে আমাক যি মহা সত্যৰ শিক্ষা দিছে সেয়ে মহান খ্ৰীষ্টীয় মতবাদ আৰু সেই ভিত্তিৰ ওপৰতে ধৰ্ম্মৰ প্ৰতিষ্ঠা। এই জীৱনৰ অন্তত আমি যেতিয়া উপনীত হ'ম, তেতিয়াই আমাৰ প্ৰকৃত জীৱন আৰম্ভ হ'ব। এই জগতৰ ক্ষয়িষ্ণু আৰু ধন্তেকীয়া বস্তুৰ কাৰণে ভগৱানে আমাক সৃষ্টি কৰা নাই, স্বৰ্গীয় আৰু অনন্ত সম্পদ লাভৰ কাৰণেহে আমাক সৃষ্টি কৰিছে। তেওঁ এই জগৎ সৃষ্টি কৰি ইয়াত আমাক বসবাস দিছে, এইখন আমাৰ আচল ঠাই নহয়। টকা-পইচা আৰু আন আন যিবিলাক বস্তু মানুহে ভাল বুলি পাবলৈ বিচাৰে আমি সেইবোৰ প্ৰচুৰ পৰিমাণে পাব পাৰোঁ নাইবা আমি কামনা কৰিব পাৰোঁ। কিন্তু অনন্ত আনন্দৰ তুলনাত সি একেবাৰেই নহয়......।"

এই ধৰ্ম্মভাব অতীজৰেপৰা জগতৰ লগত সাঙোৰ খাই আছে। বৰ্ত্তমান দুখৰ হাত সৰাৰ একমাত্ৰ ভৰসা পৰলোক। অৱস্থাৰ পৰিবৰ্ত্তন হৈছে যদিও আগতে যিটো কোনেও কল্পনাও কৰিব পৰা নাই, মানুহৰ বাহিৰা সম্পদ তাতকৈয়ো বহুত গুণে বাঢ়িছে, তথাপি পুৰণি সংস্কাৰৰ বান্ধ বৈ গৈছে আৰু এতিয়াও কিবা অস্পষ্ট অনিৰ্ব্বচনীয় আধ্যাত্মিক মূল্যৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়। কেথলিকবিলাকে ৰাজদ আৰু ত্ৰয়োদশ লিওকালৈ চকু দিয়ে। এই কালছোৱাক আমাসকলে 'অন্ধকাৰ

যুগ বুলিলেও খ্ৰীষ্ট ধৰ্ম্মৰ পক্ষে সি সোণালী যুগ—যেতিয়া সাধুসকল এই পৃথিৱীত আছিল, খ্ৰীষ্টান ৰজা আৰু শাসকসকলে ধৰ্ম্মযুদ্ধ (ক্ৰুছেড্) কৰিছিল আৰু গথিক গীৰ্জ্জাবিলাক নিৰ্ম্মাণ কৰা হৈছিল। তেওঁলোকৰ মতে সেইটোৱেই আছিল "খ্ৰীষ্টান গণতন্ত্ৰৰ যুগ—মধ্যযুগীয় সমবায় সাহায্য প্ৰথাৰে (গিল্ড) তাক নিয়ন্ত্ৰণ কৰা হৈছিল,—তেনে প্ৰথা আগতে কেতিয়াও নাছিল আৰু পিচতো হোৱা নাই।" মুছলমানসকলে আগ্ৰহেৰে অতীতৰ ফালে চাই প্ৰথম ছোৱাৰ খলিফাসকলে নিয়ন্ত্ৰণ কৰা "ইচলাম গণতন্ত্ৰ" নিৰীক্ষণ কৰে আৰু তেওঁলোকৰ জয়-গৌৰৱ দেখি স্তম্ভিত হৈ যায়। হিন্দুৱেও তেনেকৈ বৈদিক আৰু পৌৰাণিক যুগৰ প্ৰতি দৃষ্টি কৰি ৰাম ৰাজত্বৰ কথা চিন্তা কৰি কৰি বিভোৰ হৈ পৰে। তথাপি সমস্ত বুৰঞ্জীয়েই কব লাগিছে যে সেই অতীত কালত সৰহ ভাগ মানুহেই অতি দুখ-দুৰ্গতিৰ মাজেদি জীৱন যাপন কৰিছিল। খোৱা বস্তুৰ অভাৱ; জীৱনৰ অতি লাগতিয়াল বস্তুৰ অভাৱত তেওঁলোকে বৰ কষ্ট ভুগিছিল। ওখ থাপত এমুঠি মানুহে আধ্যাত্মিক জীৱন লৈ লাহ-বিলাহ কৰিছিল, তেওঁলোকৰ সেই আজৰি আৰু উপায় আছিল, আনবিলাকে কেৱল জীয়াই থাকিবলৈ সংগ্ৰাম কৰাৰ বাহিৰে আন কিবা কৰিছিল বুলি কল্পনা কৰাও টান। পেটত আহাৰ নোহোৱা মানুহৰ পক্ষে সাংস্কৃতিক আৰু আধ্যাত্মিক উন্নতি কৰাটো সম্ভৱ নহয়, তাৰ গোটেইখিনি চিন্তা খোৱা ভাত মুঠিৰ কেনেকৈ যোগাৰ হয়, কেৱল তাতেইহে থাকে।

এই যন্ত্ৰযুগৰ লগত বহুত অন্যায়ো আহিছে। সেইবোৰক আমি বৰ ডাঙৰকৈ দেখোঁ, কিন্তু আমি পাহৰি যাওঁ যে জগতক সমুহীয়াকৈ চালে অন্ততঃ য'ত য'ত যান্ত্ৰিক সভ্যতাই বেচি প্ৰতিষ্ঠা লাভ কৰিছে সেই সেই ভাগলৈ চালে আমি দেখিবলৈ পাওঁ যে ই জীৱনৰ সুখ-সুবিধাৰ ভিত্তি এটা গঢ়ি তুলিব পাৰিছে, যাৰ ফলত সৰহ ভাগ মানুহৰে সাংস্কৃতিক আৰু আধ্যাত্মিক উন্নতি সম্ভৱ হৈছে। ভাৰতবৰ্ষ আৰু আন আন পৰাধীন দেশত সেইটো পাবলৈ নাই; কাৰণ যন্ত্ৰবিজ্ঞানৰ সুফল আমি পোৱা নাই। সি কেৱল আমাক শোষণহে কৰিছে। বহুত ফালৰপৰা আন কি বাহ্য সম্পদৰ ফালৰপৰাও আমাৰ অৱস্থাৰ অধোগতি হৈছে; আমাৰ শিক্ষা আৰু সংস্কৃতিৰ ক্ষতি হৈছে আৰু বেচি। তথাকথিত পশ্চিমীয়া প্ৰভাৱে ভাৰতত কিছু দিনলৈকে আমোলাতান্ত্ৰিক ব্যৱস্থাক শক্তিশালী কৰিছে আৰু আমাৰ সমস্যাবোৰ সমাধান কৰক ছাৰি তাক বেচি চোকাহে কৰি তুলিছে।

এইয়া আমাৰ কপালৰ দোষ; কিন্তু ইয়াৰপৰা আমি যেন জগতক ভুলকৈ নেদেখোঁ। বৰ্ত্তমান উৎপাদন ব্যৱস্থাত বা সামুহিক সমাজ-ব্যৱস্থাত ধনী মানুহ আৱশ্যকীয়ও নহয়, বাঞ্ছনীয়ও নহয়। এওঁলোক প্ৰয়োজনৰ অতিৰিক্ত ভাৰ মাথোন আৰু উন্নতিৰ বাটত হেঙাৰৰ দৰে। ধনীসকলক মৰমিয়াল হ'বলৈ উপদেশ দিয়া আৰু দুখীয়াসকলক কপালক ধিয়াই ভাগ্যত যি মিলে, সেয়ে ঢেৰ বুলি লবলৈ, তাকে সাঁচি ৰাখি থাবলৈ উপদেশ দিয়া ধৰ্ম্মপ্ৰচাৰকসকলৰ পুৰণি ব্যৱসায় বৰ্ত্তমান যুগত একেবাৰেই অৰ্থহীন। মানুহেই সাধন কৰিব পৰা উপায়ৰ সংখ্যা আজি-কালি বহুত গুণে বাঢ়িছে। মানুহে আজি সাহসেৰে জাগতিক সমস্যাৰ সন্মুখীন হৈ তাক সমাধান কৰিব পাৰে। সৰহ ভাগ ধনীয়েই আজি সমাজ-বুকুত বঘুমলাৰ

দৰে হৈছে আৰু এই পৰৰ ধনেৰে ধনী হোৱা জাতিটো থকা মানে অকল বাধা সৃষ্টি কৰাই নহয়, সিহঁত মানুহৰ সকলো ধৰণৰ সম্পদৰ অতিপাত অপব্যয় মাত্ৰ। এই শ্ৰেণী আৰু যি ব্যৱস্থাত এই শ্ৰেণীৰ উদ্ভৱ হয়, সি আচলতে শ্ৰম আৰু উৎপাদন দুয়োটাৰে অন্তৰায় হৈ থিয় দিয়ে, আৰু এফালে পৰৰ মূৰত খাই বৰাগিৰি হোৱা আৰু আনফালে খাবলৈ নোপোৱা নিবনুৱাৰ সৃষ্টি কৰিছে। কিছু দিনৰ আগতে গান্ধীজীয়েও লেখিছিল—"ভোকাতুৰ আৰু এলেহুৱা মানুহৰ আগত ঈশ্বৰে এটা ৰূপত দেখা দিব পাৰে, সি হৈছে কাম আৰু তাৰ বিনিময়ত তাৰেই মূল্য হিচাপে আহাৰ। ঈশ্বৰে মানুহক কাম কৰি খাবৰ কাৰণে সৃষ্টি কৰিছে আৰু কৈছে যি কাম নকৰাকৈ খায়, সি চোৰ।"

আধুনিক জগতৰ জটিল সমস্যাবিলাক বুজিবলৈ গৈ এইবিলাক সমস্যাৰ নাম-গোন্ধ নথকা সেই প্ৰাচীন যুগৰ উপায় বা নিৰ্দ্দিষ্ট নিয়ম যদি প্ৰয়োগ কৰিবলৈ যাওঁ, বা আজি-কালিৰ অপ্ৰচলিত কথাবতৰা ব্যৱহাৰ কৰোঁ, তেন্তে খেলিমেলিৰ সৃষ্টি হ'ব আৰু ব্যৰ্থতাহে মাতি অনা হ'ব। ব্যক্তিগত সম্পত্তিৰ ধাৰণাক কোনো কোনোৱে জগতৰ এটা মূল ধাৰণা বুলি ধৰে, কিন্তু তাৰো দিনে দিনে সলনি হ'ব ধৰিছে। একালত দাসবিলাককো সম্পত্তিৰ ভিতৰত ধৰা হৈছিল। তিৰোতা আৰু ল'ৰাও আছিল সেয়ে। ন-কইনাৰ ওপৰত প্ৰথম ৰাতিৰ অধিকাৰ আছিল জমিদাৰৰ; আলিবাট, মন্দিৰ, পাৰঘাট, দলং সাধাৰণৰ ব্যৱহাৰৰ বস্তু, আকাশ আৰু ভূমি ব্যক্তিগত সম্পত্তি আছিল। পশু-পক্ষী এতিয়াও ব্যক্তিগত সম্পত্তি হৈয়েই আছে, কিন্তু ভালেমান দেশত আইন কৰি এই অধিকাৰ কমোৱা হৈছে। যুদ্ধৰ সময়ত ক্ৰমে ক্ৰমে ব্যক্তিগত সম্পত্তিৰ ওপৰত হস্তক্ষেপ কৰা হয়। আজি-কালি সম্পত্তি লাহে লাহে সূক্ষ্ম হৈ উঠিছে, যেনে—কোম্পানীৰ শ্যেয়াৰ, নানা ধৰণৰ ঋণ-পত্ৰ আদি। সম্পত্তি সম্পৰ্কে ধাৰণা যিমানেই সলনি হৈছে, জনমতৰ হেঁচাত সিমানেই নতুন নতুন আইনৰদ্বাৰা সম্পত্তিৰ গিৰিহঁতৰ অবাধ অধিকাৰ কমোৱা হৈছে' নানবিধ গধুৰ কৰ লগাই (ইয়ো বাজেৱাপ্ত কৰাৰ আন এটা নামহে) ব্যক্তিগত সম্পত্তিৰ এটা অংশ লৈ জনহিতকৰ কামত খৰচ কৰা হৈছে। সকলোৰে উমৈহতীয়া কল্যাণ সাধনৰ উদ্দেশ্যে সাধাৰণ ব্যৱস্থা পৰিচালনা কৰা হৈছে আৰু নিজৰ সম্পত্তিৰ ওপৰত ব্যক্তিগত অধিকাৰ ৰক্ষা কৰিবলৈ যাওঁতেও কোনো সমূহীয়া কল্যাণৰ পৰিপন্থী হ'ব নোৱাৰে। যি নহওক, সৰহ ভাগ মানুহৰে আগতে কোনো সম্পত্তি নাছিল, আৰু তেওঁলোকেই আছিল আনৰ ব্যক্তিগত সম্পত্তি। এতিয়াও অতি কম মানুহৰহে তেনে কিবা অধিকাৰ আছে। ন্যস্ত স্বাৰ্থৰ বিষয়ে আমি বহুত কথাকে শুনিবলৈ পাওঁ। বৰ্ত্তমানে আৰু এটা ন্যস্ত স্বাৰ্থৰ কথা সকলোৱে স্বীকাৰ কৰি লব লাগিব। সি হৈছে প্ৰত্যেক মানুহৰে জীয়াই থাকিবৰ আৰু শ্ৰম কৰিবৰ আৰু শ্ৰমেৰে অৰ্জ্জা ফল ভোগ কৰিবৰ অধিকাৰ আছে। সম্পত্তি আৰু মূলধন সম্পৰ্কে ধাৰণাৰ ইমান সালসলনি হোৱাৰ ফলতো সিহঁত লুপ্ত হৈ যোৱা নাই, বৰং বাঢ়িছেহে। আৰু কিছুমান তাকৰীয়া মানুহৰ হাতত সেইবোৰ গৈ খুপ খোৱাৰ কাৰণে যেতিয়া তেওঁলোকে আনৰ ওপৰত প্ৰভুত্ব কৰিছে তেতিয়া সমাজেই তাক সমূহীয়াভাৱে গ্ৰহণ কৰিব।

গান্ধীজীয়ে বিচাৰে মানুহৰ নৈতিক আৰু আধ্যাত্মিক পৰিৱৰ্ত্তন সাধন কৰি বাহিৰৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰিৱৰ্ত্তন কৰা। তেওঁ বিচাৰে মানুহে বেয়া অভ্যাস আৰু ভোগ-বিলাস এৰি পৱিত্ৰ হওক। যৌন উপভোগ পৰিহাৰ, মদ, ধঁপাত, চিগাৰেট আদি ত্যাগ আদিৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰে। এইবিলাক ব্যসনৰ কোনটো বেচি নিন্দনীয়, কোনটো কম নিন্দনীয়, সেই বিষয়ে মতৰ মিল নেথাকিব পাৰে, কিন্তু ব্যক্তিগত ফালৰপৰাই হওক, সেই ব্যক্তিগত দুৰ্ব্বলতাবোৰতকৈ যে লোভ, স্বাৰ্থপৰতা, সম্পত্তিৰ প্ৰতি আক্ৰোহ, ব্যক্তিগত লাভৰ আশাত নিজৰ ভিতৰতে কাজিয়া-পেচাল, গোষ্ঠী বা শ্ৰেণীৰ ভিতৰত হোৱা নিষ্ঠুৰ সংঘৰ্ষ, এটা গোষ্ঠীৰ ওপৰত আন এটাৰ অমানুষিক হেঁচা আৰু শোষণ এইবোৰে বেচি অনিষ্ট কৰে—সেই বিষয়ে জানো কিবা সন্দেহৰ স্থল থাকিব পাৰে? অৱশ্যে তেওঁ এই হিংসা আৰু তললৈ নিয়া সংঘৰ্ষবোৰক ঘিণ কৰে। কিন্তু বৰ্ত্তমান ধনলোভী সমাজৰ মাজতে জানো তাৰ বীজ লুকাই থকা নাই?—ইয়াৰ আইনেই হ'ল বলীয়ে নিৰ্ব্বলীক শোষণ কৰিব আৰু তাৰ উদ্দেশ্য হ'ল "ক্ষমতা যাৰ হাতত, সিয়েই নিব আৰু যি পাৰে সিয়েই ৰাখিব।" কেনেকৈ লাভ কৰোঁ, কেনেকৈ লাভ কৰোঁ, সেই অভিপ্ৰায় লৈ থকাৰ পৰাই গৈ থৈ যুঁজ-বাগৰ হয়গৈ। বৰ্ত্তমান ব্যৱস্থাই মানুহৰ লুণ্ঠন প্ৰকৃতিক সকলো সুবিধা দিলে; অৱশ্যে ই বহুত সৎ প্ৰকৃতিকো উৎসাহ দিয়ে, সন্দেহ নাই। কিন্তু মানুহৰ অসৎ প্ৰকৃতিকেই বেচি উৎসাহ দিয়ে। ইয়াত সাফল্য বুলিলে আনক বগৰাই পেলাই তাৰ ওপৰত উঠি বহা বুজায়। যদি সমাজে সেই-বোৰ প্ৰবৃত্তি আৰু দুৰাকাঙ্ক্ষাক উৎসাহ দিয়ে, যদি সি শ্ৰেষ্ঠ নেতাসকলক আকৰ্ষণ কৰে, তেন্তে গান্ধীজীয়ে ভাবে নে কি এই পাৰিপাৰ্শ্বিক অৱস্থাত তেওঁৰ আদৰ্শ নীতি মানি চলা মানুহ থকাটো সম্ভৱ হ'ব? গান্ধীজীয়ে সেৱাবৃত্তিৰ বিকাশ সাধন কৰিব খোজে। কোনো কোনো মানুহৰ মাজত তেওঁ কৃতকাৰ্য্যও হ'ব হয়তো, কিন্তু যিমান দিন এই ধনলোভী সমাজে জয়ী লোকক আদৰ্শ কৰি ওপৰলৈ তুলি দিব আৰু যিমান দিন ব্যক্তিগত লাভেই মানুহৰ ঘাই প্ৰবৃত্তি হৈ থাকিব তেতিয়ালৈকে সৰহ ভাগ মানুহ এই পথেদিয়েই চলিব।

কিন্তু সমস্যা এতিয়া নৈতিক বা নীতিশাস্ত্ৰ সম্পৰ্কীয় নহয়, ই আজিৰ এটা বাস্তৱ সমস্যা—এটা জৰুৰী সমস্যা; কাৰণ পৃথিৱীখন আজি এক খেলিমেলিৰ মাজত পৰি আছে। মুক্তিৰ এটা উপায় উলিয়াবই লাগিব। মিকবাৰৰ* দৰে কিবা এটা ঘটিব ঘটিব বুলি আমি বৈ থাকিব নোৱাৰোঁ। অথবা ইটো নহয়, সিটো নহয় কৰি ধনতন্ত্ৰ সমাজতন্ত্ৰ, কমিউনিজম আদিৰ বদগুণবিলাকৰ সমালোচনা কৰি আমি জীয়াই থাকিব নোৱাৰোঁ। এনেকুৱা আশা কৰাও উচিত নহয় যে পুৰণি আৰু নতুন সকলোবিলাক ব্যৱস্থাৰে কেৱলমাত্ৰ ভালখিনিকে লৈ এটা আপোচ কৰি এটা উত্তম পন্থা উলিয়াই ল'ব পৰা হ'ব। ৰোগ নিৰ্ণয় কৰি ল'বই লাগিব, আৰোগ্যৰ উপায় ঠিক কৰিব লাগিব, সেই অনুসাৰে কাম কৰিব লাগিব। আমি পাচ পৰি

* বিখ্যাত ইংৰাজ ঔপন্যাসিক চাৰ্লছ ডিকেন্সৰ "ডেভিড্ কপাৰ ফিল্ড" নামক উপন্যাসৰ এটা চৰিত্ৰ।

থাকিব বা আগবাঢ়ি যাব পাৰো, কিন্তু জাতীয় বা আন্তর্জ্জাতিক ক্ষেত্ৰত একে ঠাইতে বৈ থাকিব নোৱাৰো। বোধ হয়, এই বিষয়ত ইয়াত আৰু কৰো নে নকৰো, ভাবিবৰ কথা নাই। কাৰণ উভতি যোৱাৰ কথা ভাবিবই নোৱাৰি।

তথাপি গান্ধীজীৰ ভালেমান কাম-বন দেখি কোনো কোনোৱে ভাবিব পাৰে যে তেওঁ এটা সীমাবদ্ধ স্বয়ংসম্পূৰ্ণ অৱস্থালৈ উভতি যাব খোজে। তেওঁ কেৱল জাতিকে স্বয়ংসম্পূৰ্ণ হিচাপে দেখিবলৈ বিচৰা নাই, গাঁৱকো তেওঁ স্বয়ংসম্পূৰ্ণ কৰিবলৈ বিচাৰে। আদিম যুগৰ মানৱ-সমাজত গাঁওবিলাক স্বয়ংসম্পূৰ্ণ আছিল। ভাত-কাপোৰ আৰু আন আন লাগতিয়াল বস্তু গাঁৱতে পোৱা গৈছিল। ইয়াত লাগতিয়াল বুলিলে একেবাৰেই তল খাপৰ জীৱন যাপন কৰিবলৈ যি লাগতিয়াল তাক বুজায়। গান্ধীজীয়ে তাকে লক্ষ্য কৰি সদায় আগবাঢ়িছে বুলি মই নেভাবো। কাৰণ সেই উদ্দেশ্য সাধন কৰা অসম্ভৱ। বৰ্ত্তমানৰ বিপুল জনসংখ্যা কিছুমান দেশত আন কি জীয়াই থাকিবই নোৱাৰিব, তেওঁলোকে অভাৱ আৰু ভোকত মৰিবলৈ উভতি যাব নোখোজে। মই ভাবো, ভাৰতবৰ্ষৰ নিচিনা কৃষিপ্ৰধান দেশত, য'ত জীৱনৰ মান অতি তল খাপৰ, কুটীৰ শিল্পৰ উন্নতি হ'লে জনসাধাৰণৰ অৱস্থা কিজানি উন্নত হ'ব পাৰে। কিন্তু আন আন দেশৰ নিচিনাকৈয়ে আমি জগতৰ বাকী অংশৰ লগত নানা ক্ষেত্ৰত বান্ধ খাই পৰিছো; সেই বান্ধ ছিঙা অসম্ভৱ। গতিকে আমি গোটেই জগতৰ ফালে চকু ৰাখিয়েই চিন্তা কৰিব লাগিব, ঠেক স্বয়ংসম্পূৰ্ণতাৰ প্ৰশ্ন নুঠে। ব্যক্তিগতভাৱে মই সেইটো সকলো ফালৰপৰাই অবাঞ্ছনীয় বুলি ভাবো।

গতিকে সকলো ফালৰপৰা ভাবি-চিন্তি চালে এটা মাত্ৰ ব্যৱস্থা সম্ভৱ হ'ব যেন লাগে; সি হৈছে সমাজতান্ত্ৰিক ৰাষ্ট্ৰ-ব্যৱস্থা। প্ৰথমে জাতীয় ভৌগোলিক সীমাৰ মাজত, আৰু পিচত গোটেই জগততে সেই ব্যৱস্থাৰে কিনা-বেচা কৰা, বস্তুৰ উৎপাদন নিয়ন্ত্ৰণ কৰা আৰু তাক জনসাধাৰণৰ কল্যাণৰ কাৰণে বিতৰণ কৰা। কি উপায়েৰে সেইটো সম্ভৱ হ'ব সেইটো বেলেগ কথা। কিন্তু যিসকলে বৰ্ত্তমান ব্যৱস্থাৰ সুযোগত লাভ মাৰিছে, তেওঁলোকে আপত্তি কৰিলে বুলিয়েই এটা জাতি বা গোটেই মানুহ জাতিৰ মঙ্গলৰ বাট বন্ধ হৈ থাকিব নোৱাৰে, সি দেখা কথা। যদি ৰাজ-নৈতিক আৰু সামাজিক প্ৰতিষ্ঠানবিলাক তাৰ বাটত অন্তৰায় হৈ থিয় দিয়ে, তেনেহলে তাক আঁতৰাবই লাগিব। এই বাঞ্ছনীয় আৰু কাৰ্য্যকৰী আদৰ্শক সৰু কৰি সেইবিলাকৰ লগত আপোচ কৰিবলৈ গ'লে বিশ্বাসঘাতকতা কৰা হ'ব। জাগতিক অৱস্থাই কিজানি এই পৰিবৰ্ত্তন বলেৰেই আমি দিব বা নহ'লেও অন্ততঃ চমু চপাই আনিব, কিন্তু সৰহ ভাগ মানুহে তাক মানি লৈ সেই পথত নিষ্ঠাৰে আগ নেবাঢ়িলে সি সম্ভৱপৰ নহ'ব। গতিকে তেওঁলোকক এই মতলৈ আনি তেওঁলোকৰ অন্তৰ জয় কৰিব লাগিব। এনুঠি মানুহৰ ষড়যন্ত্ৰমূলক হিংসা-নীতিৰে কাম কৰিবলৈ গ'লে একো লাভ নহ'ব। বৰ্ত্তমান ব্যৱস্থাত যিসকলে বেচি লাভ কৰিছে, তেওঁ-লোককো এই মতলৈ আনিবলৈ যত্ন কৰিব লাগিব; পিচে তেওঁলোকৰ সৰহ ভাগে এই মত গ্ৰহণ কৰে নে নকৰে ক'ব নোৱাৰি।

গান্ধীজীয়ে বিশেষকৈ ভাল পোৱা খাদী আন্দোলন, হাতে-কটা, হাতে-বোৱাৰ অৰ্থ উৎপাদন ব্যৱস্থাত ব্যক্তিগত প্ৰচেষ্টাৰ ওপৰত ঐকান্তিক গুৰুত্ব দিয়া হয়;

ধতিকে ইয়াৰ অৰ্থ যন্ত্ৰযুগৰ আগৰ অৱস্থালৈ উভতি যোৱা। বৰ্ত্তমানৰ যি কোনো ডাঙৰ সমস্যা সমাধানৰ কাৰণে এই পন্থালৈ মনকৈ মন-কাণ দিবলগীয়া নহয়, ই এনে এটা মনোবৃত্তিৰ সৃষ্টি কৰে যি উচিত পথেদি আগবঢ়াৰ পথত অন্তৰায় সৃষ্টি কৰিব পাৰে। তথাপি এটা অস্থায়ীভাৱে ইয়াৰপৰা যথেষ্ট উপকাৰ হৈছে বুলি মোৰ বিশ্বাস হৈছে আৰু দেশব্যাপী কৃষি আৰু শিল্প সমস্যাৰ এটা যথাযথ সমাধান কৰিবলৈ ৰাষ্ট্ৰৰ ফালৰপৰা ব্যৱস্থা নোলোৱালৈকে ইয়াৰ উপযোগিতা থাকিব। ভাৰতৰ বিৰাট নিবনুৱা সমস্যাৰ কোনো হিচাপ নাই, গাঁও অঞ্চলত আংশিক নিবনুৱা সমস্যা তাতকৈয়ো গুৰুতৰ। ৰাষ্ট্ৰৰ ফালৰপৰা এই নিবনুৱা সমস্যা সমাধানৰ কোনো ব্যৱস্থা নাই। আৰ্থিক বিষয়ে খাদীয়ে সম্পূৰ্ণই বা আংশিকৰূপে নিবনুৱা-সকলক সহায় কৰিছে আৰু সি তেওঁলোকৰ নিজ হাতে গঢ়া বুলি তেওঁলোকৰ আত্ম সন্মান আৰু আত্মবিশ্বাস জগাই তুলিছে। ইয়াৰ ফল মানুহৰ মনৰ ওপৰতে বেচি স্পষ্ট হৈ দেখা দিছে। নগৰ আৰু গাঁৱৰ মাজত যোগাযোগ স্থাপন কৰাৰ চেষ্টাত খাদীয়ে কিছু সাফল্য লাভ কৰিছে। ই খেতিয়ক আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ শিক্ষিত সম্প্ৰদায়ৰ মাজত ব্যৱধান কমাই আনিছে। যি পিন্ধে আৰু যি দেখে উভয়ৰে মনৰ ওপৰত কাপোৰে এক প্ৰভাৱ পেলায়। মধ্যবিত্ত শ্ৰেণীয়ে সাধাৰণ বগা খদ্দৰ কাপোৰ পিন্ধিবলৈ লোৱাৰ কাৰণে সৰলতাৰ প্ৰতি আকৰ্ষণ বাঢ়িছে, মূল বুচি মানুহে ভাল পাবলৈ এৰিছে আৰু জনসাধাৰণৰ লগত মিলি যোৱাৰ সুবিধা হৈছে। নিম্নমধ্যবিত্ত শ্ৰেণীৰ মানুহে কাপোৰ পিন্ধাত আজি-কালি ধনী মানুহৰ লগত হাঁহি উঠা ভাৱে ফেৰ নেমাৰে বা নিজৰ কমদামী কাপোৰৰ কাৰণে লাজ নেপায়। সঁচায়ে তেওঁলোকে তাৰ কাৰণে অকল মৰ্যাদাবোধেই কৰা নহয়, যিবিলাকে পাটৰ, চাটিনৰ কাপোৰ পিন্ধি ধূন মাৰি ফুৰে, তাতকৈ নিজকে শ্ৰেষ্ঠ বোধ কৰে। আন কি আটাইতকৈ দুখীয়াটোৱেও ইয়াৰ কাৰণে মৰ্য্যাদা আৰু আত্মসন্মান অনুভৱ কৰে। খদ্দৰ পিন্ধা বহুত মানুহৰ মাজত ধনী-দুখীয়াৰ প্ৰভেদ বুজা টান হৈ পৰে আৰু লগৰীয়া কৰ্ম্মীৰ মাজত অন্তৰঙ্গৰ ভাৱ জাগি উঠে। খাদীয়ে যে কংগ্ৰেছক জনসাধাৰণৰ অন্তৰ জয় কৰাত সহায় কৰিছে, তাত কোনো সন্দেহ নাই। ই জাতীয় স্বাধীনতাৰ একতাসূচক সাজ-পাৰত পৰিণত হৈছে।

কলৰ গৰাকীসকলৰ কাপোৰৰ দাম বঢ়োৱাৰ সদায় যি এটা চেষ্টা থাকে তাক খাদীয়ে কিছু কমাইছে। আগতে ভাৰতৰ মিলৰ গৰাকীসকলে বিদেশৰ লগত প্ৰতিযোগিতাত, বিশেষকৈ লাকেশ্বেয়াৰৰ লগত প্ৰতিযোগিতাত কোঁচ খাই থাকে। যোৱা মহাযুদ্ধৰ সময়ত হোৱাৰ দৰে যেতিয়াই এই প্ৰতিযোগিতা নোহোৱা হয় তেতিয়াই ভাৰতত কাপোৰৰ দাম অসম্ভৱ হাৰত বাঢ়িবলৈ ধৰে আৰু ভাৰতীয় কল-বিলাকে বহুত টকা উপাৰ্জ্জন কৰে। স্বদেশী আৰু বিলাতী বৰ্জ্জন আন্দোলনতো ভাৰতীয় কলবিলাকে বহুত লাভ কৰিছে, কিন্তু খদ্দৰৰ প্ৰচাৰ আৰম্ভ হোৱাত এটা নতুন অৱস্থা আহি পৰিল। আন অৱস্থাত কাপোৰৰ দাম যিমান বাঢ়িলহেঁতেন এতিয়া আৰু সিমান নেবাঢ়ে। অৱশ্যে কলৰ গৰাকীসকলে (আৰু জাপানেও) জনসাধাৰণে খাদী ভাল পোৱাৰ সুযোগ লৈ এবিধ ৰুবীয়া কাপোৰ বৈ উলিয়াবলৈ ধৰিলে; যাৰ লগত খদ্দৰৰ পাৰ্থক্য ধৰা টান। আকৌ যদি কিবা সঙ্কটে দেখা দিয়ে,

তেন্তে কলৰ গৰাকীসকলে ১৯১৪ চনৰ নিচিনাকৈ আৰু কিনোঁতাসকলক শুহি খাব নোৱাৰিব। খাদী আন্দোলনে তাৰ বাট বন্ধ কৰিব আৰু খন্দৰ উৎপাদনৰ প্ৰতিষ্ঠান-বিলাকে অলপ দিনৰ ভিতৰতেই বেচি কাপোৰ বৈ উলিওৱা ব্যৱস্থা কৰিব পাৰিব।

বৰ্ত্তমান খাদ্য আন্দোলনৰ এইবিলাক সুবিধা আছে যদিও মোৰ মনেৰে ই সাময়িক ব্যৱস্থাহে। পিচত আৰু বেচি উন্নত অৰ্থনৈতিক ব্যৱস্থাৰ মাজতো ই এক ৰকমৰ সহায়ক শিল্প হিচাপে থাকি যাব পাৰে। কিন্তু ভৱিষ্যতে ঘাইকৈ ভূমি বিষয়ক ব্যৱস্থাৰ আমূল পৰিৱৰ্ত্তন আৰু শিল্প-বাণিজ্য বহলোৱাৰ চেষ্টা কৰিব লাগিব। সি পুতৌক টাপলি মালি, লাখ লাখ টকা খৰচ কৰি, কমিছন বহুৱাই আৰু ওপৰৰ ফালে সৰু সৰু সংস্কাৰৰ পৰামৰ্শ দি একো লাভ নাই। আমাৰ ভূমি-ব্যৱস্থা আমাৰ চকুৰ আগতে থান বান হৈ পৰিছে। ই উৎপাদন, শস্য বিতৰণ বা ডাঙৰ ধৰণৰ খেতিৰ ব্যৱস্থাৰ বাটত হেঙাৰ হৈছে। বৰ্ত্তমানৰ উপযোগী কৰি ইয়াক একেবাৰেই সালসলনি কৰি পেলাব লাগিব। সকলোৰে লগ লাগি কৰা সমবায় উপায়েৰে খেতি কৰাব লাগিব, তাৰপৰা উৎপন্নও সৰহ হ'ব, পৰিশ্ৰমো কমিব। খেতি-বাতিয়েই সকলোকে কাম দিব নোৱাৰে, আৰু ডাঙৰ ডাঙৰ খেতিৰ পথাৰ হ'লে গান্ধীজীয়ে আশঙ্কা কৰাৰ দৰে খেতি-বাতি কৰা মানুহৰ সংখ্যা বহুত কমি যাব। আনবিলাকৰ ভিতৰত কমসংখ্যক কিছুমান কুটীৰ শিল্পত লাগিব, কিন্তু বাকী সৰহ ভাগ মানুহেই সমাজতান্ত্ৰিক ব্যৱস্থাত চলোৱা ডাঙৰ কাৰখানা বা জনহিতকৰ কামত মন দিব লাগিব।

বহুতো অঞ্চলত খাদীয়ে ভাত-কাপোৰ যোগাইছে, সন্দেহ নাই। কিন্তু এই সফলতাৰ মাজতে আকৌ বিপদৰ আশঙ্কাও আছে। ইয়াৰ অৰ্থ হৈছে এই যে ধ্বংসৰ মুখলৈ যোৱা ভূমি-ব্যৱস্থা এটাক ই ঢোকা দি ৰখাৰ ব্যৱস্থা কৰিছে আৰু সেই পৰিমাণে এটা উন্নত ব্যৱস্থালৈ যোৱাত পলম কৰাইছে। ইয়াৰ ফলত অৱশ্যে বৰ বেচি দেখ্ দেখ্ পৰিৱৰ্ত্তন একো হোৱা নাই; কিন্তু সম্ভাৱনা আছে। প্ৰজা বা মাটিৰ গিৰিহঁত খেতিয়কসকলে খেতিৰপৰা পোৱা শস্যৰ ভাগেৰে তেওঁলোকৰ বৰ্ত্তমান শোচনীয় অৱস্থাটোও টিকাই ৰাখিব নোৱাৰিবগৈ। খাজনাখিনি শোধাৰৰ কাৰণে, নিজৰ সামান্য আয়ৰ লগত তেওঁলোকে আৰু আন কিবা উপায়েৰে টকা অৰ্জ্জন কৰিবলগীয়া হয়, বা টকা ধাৰে ল'বলগীয়া হয়। গতিকেই ওপৰঞ্চি উপাৰ্জ্জনৰ সুবিধা জমিদাৰ আৰু চৰকাৰে ভোগ কৰে। তাৰপৰা তেওঁলোকে পাবলগীয়াখিনি আদায় কৰি লয়। নহ'লে তেওঁলোকে তাকে কৰিব নোৱাৰিলে-হেঁতেন। ওপৰঞ্চি উপাৰ্জ্জন যদি সৰহকৈ হয়, তেন্তে তাৰ লগত সমতা ৰক্ষা কৰি খাজনা বঢ়োৱাৰ সম্ভাৱনা আছে। বৰ্ত্তমান অৱস্থাত খেতিয়কৰ ওপৰঞ্চি শ্ৰম আৰু মিতব্যয়িতাৰ চেষ্টাৰপৰা জমিদাৰৰ হে গৈ থৈ লাভ হয়গৈ। মোৰ যিমান-খিনি মনত পৰে "উন্নতি আৰু দাৰিদ্ৰ্য" বোলা পুথিত হেনৰি জৰ্জ্জে এই বিষয়ে উদাহৰণ দি আলোচনা কৰিছে—বিশেষকৈ আয়াৰ্লেণ্ডৰ উদাহৰণ।

খাদী আঁচনিটো বহলাবলৈ যাওঁতেই গান্ধীজীয়ে কুটীৰশিল্পক আকৌ জীয়াই তুলিবৰ চেষ্টা কৰিব লগা হ'ল। সোনকালেই ইয়াৰ সুফল ফলিল— আংশিকভাৱে কম-বেচি স্থায়ী সুফল, সৰহ ভাগেই খন্তেকীয়া। ই গাঁৱৰ মানুহক

তেওঁলোকৰ বৰ্ত্তমান বিপদত সহায় কৰিব আৰু কিছুমান শিল্প আৰু সংস্কৃতিক মূল্যৰ মূখৰপৰা ৰক্ষা কৰিব। কিন্তু ই যেতিয়া কল-কাৰখানা আৰু যন্ত্ৰশিল্পৰ বিৰুদ্ধে বিদ্ৰোহ হিচাপে থিয় দিছে, ই বেচি দূৰ কৃতকাৰ্য্য হ'ব নোৱাৰিব। কুটীৰ শিল্পৰ বিষয়ে "হৰিজন" কাকতত অলপতে লেখা এটা প্ৰবন্ধত গান্ধীজীয়ে লেখিছে —"য'ত কামৰ জোখাই মানুহ কম, তাত যন্ত্ৰৰ ব্যৱস্থা ভাল; কিন্তু ভাৰতৰ নিচিনাকৈ য'ত কামতকৈ মানুহ বেচি, তাত সি অনিষ্টহে কৰে।...গাঁৱৰ লাখ লাখ মানুহক কেনেকৈ আৰ্জাৰি দিব পাৰি, সেইটো আমাৰ সমস্যা নহয়। আমাৰ সমস্যা হৈছে— তেওঁলোকে যে বছৰি গড়ে ছমাহ এলেহুৱা হৈ বহি থাকিবলগীয়া হয়, সেই সময়-খিনি কেনেকৈ কামত লগাব পাৰি।" যিবিলাক দেশত নিবনুৱা সমস্যা আছে, সেই-বিলাক দেশতেই কম-বেচি এই আপত্তি খাটে। কিন্তু কৰিবলৈ কাম নাই, দোষ সেইটো নহয়; প্ৰকৃততে দোষ হৈছে এই যে, বৰ্ত্তমান লাভমূলক ব্যৱস্থাত গৰাকী-সকলে মানুহ খটাই লাভ কৰিব পৰা নাই। অথচ চাৰিউফালে কত কাম পৰি আছে —আলিবাট কৰা, নলা কাটি পানী অনা, থকা-ঘৰ সজা, স্বাস্থ্যকৰ ব্যৱস্থা আৰু চিকিৎসাৰ সুবিধা কৰি দিয়া, কল-কাৰখানাৰ কাম, বিজুলীৰ কাম, সামাজিক আৰু সংস্কৃতিমূলক কাম কৰা, জনসাধাৰণে যিবোৰ দৈনন্দিন লাগতিয়াল বস্তু নেপায়, তাৰ উৎপাদন কৰা। আমাৰ লাখ লাখ মানুহৰ অহা পঞ্চাশ বছৰলৈ কঠোৰ পৰিশ্ৰম কৰিবলৈ কিমান যে থল আছে, তাৰ লেখা-জোখ নাই। কিন্তু লাভ কৰাৰ আশাত নহয়, সামাজিক উন্নতি কৰোঁ বুলি লাগিলেহে সি সম্ভৱপৰ হ'ব। ছোভিয়েট ৰুছিয়াৰ আন যি কোনো ত্ৰুটি নেথাকক তাত কোনো নিবনুৱা নাই। আমাৰ দেশত মানুহে কামৰ অভাৱত বহি নেথাকে, কামৰ সুবিধাহে তেওঁলোকে নেপায় আৰু তেওঁলোকক শিক্ষা-দীক্ষাত উন্নত কৰাৰ কোনো ব্যৱস্থা নাই। কম বয়সীয়া ল'ৰা-ছোৱালীক পৰিশ্ৰমৰ কামত লগোৱা আইন কৰি বন্ধ কৰি দিলে আৰু এটা যুক্তি-সংগত নিৰ্দ্দিষ্ট বয়সলৈকে প্ৰাথমিক শিক্ষা কিবা এটা হ'বই লাগিব বুলি তাৰ ব্যৱস্থা কৰি দিলে, বনুৱাৰ বজাৰত লাখ লাখ কাম কৰা মানুহ পোৱা হ'ব।

য'তৰ আৰু টাকুৰিৰ কাৰ্য্যকৰী শক্তি বঢ়াবলৈ গান্ধীজীয়ে চেষ্টা কৰিছে আৰু আৰু অলপ বঢ়াব পাৰিছেও। যন্ত্ৰ আৰু কল-কব্জাৰ উন্নতি সাধন কৰাৰ চেষ্টা যদি চলি থাকে, (কুটীৰশিল্প ও বিজুলী শক্তিৰে চলাব পাৰি) তেন্তে আকৌ সেই লাভৰ ইচ্ছাই দেখা দিব আৰু আগতকৈ বেচি পণ্য উৎপাদনৰ সমস্যা আৰু লগে লগে নিবনুৱা সমস্যাই দেখা দিব। কুটীৰশিল্পৰ মাজত আধুনিক শিক্ষা-কৌশল নখটালে আমাৰ লাগতিয়াল আৰু মনৰ জোখাই বস্তু তাৰবাৰা হৈ ওলোৱাৰ আশা নাই। কলৰ লগত সি ফেৰ মাৰিবও নোৱাৰে। আমাৰ দেশৰ ডাঙৰ ডাঙৰ কল-কাৰখানাবিলাকৰ কাম বন্ধ কৰা সম্ভৱ জানো? আৰু সম্ভৱ হ'লেও উচিত হ'ব জানো? গান্ধীজীয়ে বাৰে বাৰে কৈছে—কল-কব্জা মাত্ৰৰেই তেওঁ বিৰোধী নহয়, কিন্তু বোধহয় তেওঁৰ বিবেচনা মতে ভাৰতত তাৰ আৱশ্যক নাই বুলি ভাবে। কিন্তু আমি জানো লোহা আৰু তীখাৰ নিচিনা মূল শিল্পৰ কাৰখানাবিলাক আৰু আন আন সৰু-সুৰা কাৰখানাবিলাক বন্ধ কৰি দিব পৰোঁ?

নোৱাৰোঁ যে সেইটো দেখা কথা। যদি আমাৰ ৰেল, দলং, যান-বাহন আদিৰ

সুবিধা পোৱাৰ ব্যৱস্থা থাকে, তেন্তে হয় সেইবিলাক আমি নিজেই কৰি ল'ব লাগিব, নহয় তাৰ কাৰণে আনৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। যদি আমি দেশ-ৰক্ষাৰ ব্যৱস্থা কৰিব লগা হয়, তেন্তে মূল শিল্পবিলাকৰ আৱশ্যক যে হ'বই, তাৰ বাহিৰেও কল-কাৰখানাৰ বহুল উন্নতি কৰিব লাগিব। যি কোনো মূল শিল্প-প্ৰতিষ্ঠানৰ সহায়কাৰী আৰু পৰিপূৰক হিচাপে আন আন কাৰখানাত লগা হয় আৰু ফলত আমি নিজৰ কল-কব্জা সাজি লবলৈকো কাৰখানা পাতি লব লগা হ'ব। যদি এনেকৈয়ে মূল শিল্পৰ কাৰখানা চলি থাকে তেন্তে সৰু সৰু কাৰখানাও ক্ৰমে বেচি হৈ যাবই। কাৰখানা বাঢ়ি যোৱাটো বন্ধ হ'ব নোৱাৰে। কাৰণ ইয়াৰ লগত আমাৰ আৰ্থিক অৱস্থা আৰু সভ্যতাৰ উন্নতি সাঙোৰ খাই আছে। আমাৰ স্বাধীনতাও তাৰ ওপৰতে নিৰ্ভৰ কৰিছে। যিমানেই ডাঙৰ ডাঙৰ শিল্প-প্ৰতিষ্ঠান বাঢ়িব, সিমানেই সৰু সৰু কুটীৰশিল্পই তাৰ লগত ফেৰ-মৰা টান হৈ আহিব। সমাজতান্ত্ৰিক ব্যৱস্থাতহে সি কিজানি কোনোমতে টিকি থাকিব পাৰে। কিন্তু ধনতান্ত্ৰিক ব্যৱস্থাত যে সি কেতিয়াও নোৱাৰে। সমাজতান্ত্ৰিক ব্যৱস্থাৰো যিবিলাক বস্তু কল-কাৰখানাত সৰহকৈ উৎপাদন কৰিব নোৱাৰি, সেইবিলাকৰ ভাৰ ল'ব কুটীৰশিল্পই।

কোনো কোনো কংগ্ৰেছ নেতাই যন্ত্ৰশিল্পৰ নাম ল'লেই ভয় খাই উঠে। আৰু ভাবে বৰ্ত্তমান শিল্প-বাণিজ্যত উন্নত দেশবিলাকত যি অশান্তিয়ে দেখা দিছে, তাৰ কাৰণ কল-কাৰখানাত বেগেৰে আৰু পাইকাৰীভাৱে বস্তুৰ উৎপাদন হৈছে। প্ৰকৃত অৱস্থা সম্পৰ্কে ই অতি ভুল ধাৰণা* জনসাধাৰণে যিবিলাক বস্তু নেপায়, সেই-বোৰ বস্তু তেওঁলোকৰ কাৰণে সৰহকৈ হ'লে বেয়া নে কি? উভৈনদীকৈ বস্তু উৎপাদন কৰাতকৈ তেওঁলোক অভাৱতে থাকক, সেইটোহে আমি বিচৰা উচিত নে কি? দোষ উৎপাদন প্ৰণালীৰ নহয়, দোষ হৈছে ত্ৰুটিপূৰ্ণ আৰু অসমৰ্থ বিতৰণ ব্যৱস্থাৰহে।

গাঁৱলীয়া শিল্পক উদগাঁওতাসকলৰ কাৰণে আৰু এটা বিঘিণি হ'ল, আমাৰ খেতিৰ বস্তুৰ দাম-দৰ নিৰ্ভৰ কৰিব জগতৰ বজাৰ দৰৰ ওপৰত। জগতৰ বজাৰ দৰৰ ওপৰত নিৰ্ভৰ কৰি খেতিয়কসকলে অৰ্থকৰী খেতিৰ বস্তু বাধ্য হৈ উৎপাদন কৰিব লাগিব। খেতিৰ বস্তুৰ দাম কম-বেচি হ'লেও তেওঁলোকে নগদ টকা দি নিৰ্দ্দিষ্ট খাজনা আৰু টেক্সখিনি গোটাবই লাগিব। নহ'লে অন্ততঃ তাকে কৰিবলৈ চেষ্টা কৰিব লাগিব আৰু এই কাৰণেই যি শস্যত আটাইতকৈ বেচি দাম পাব বুলি তেওঁলোকৰ ধাৰণা, তেওঁলোকে তাৰেই বেচিকৈ খেতি কৰিব। আন কি যি শস্যৰ-পৰা তেওঁলোকৰ পৰিয়ালৰ মুখ ভৰিব, তাৰ খেতিও সি ইচ্ছা থাকিলেও কৰিব নোৱাৰে।

এই কেইবছৰমানত খাদ্যশস্য আৰু আন আন খেতিৰ শস্যৰ দাম কমি যোৱাত

*চৰ্দাৰ বল্লভভাই পেটেলে ১৯৩৫-ৰ ৩ জানুৱাৰীৰ দিনা আহমদাবাদত এটা বক্তৃতাত কৈছে, "গাঁৱলীয়া শিল্পৰ উন্নতি সাধন কৰাই প্ৰকৃত সমাজতন্ত্ৰবাদ। পশ্চিমীয়া দেশত বিপুল-ভাৱে বস্তু উৎপাদন কৰাৰ ফলত যি খেলিমেলি অৱস্থাৰ সৃষ্টি হৈছে, আমি আমাৰ দেশত তাক আকৌ সোমাবলৈ নিবিচাৰোঁ।"

লাখ লাখ খেতিয়কে, বিশেষকৈ যুক্তপ্ৰদেশ আৰু বিহাৰত কুঁহিয়াৰৰ খেতিত ধৰিছে। চেনিৰ ওপৰত সংৰক্ষণ শুল্ক লগোৱাৰ কাৰণে ভালেমান চেনিৰ কল কাঠফুলাৰ দৰে গজি উঠিছে, গতিকেই কুঁহিয়াৰৰ চাহিদা আছে। কিন্তু উৎপন্ন কুঁহিয়াৰৰ উৎপাদন চাহিদাতকৈ সৰহ হৈ পৰিল। কলৰ গৰাকীসকলে নিষ্ঠুৰভাৱে খেতিয়ক সকলক শুহি শুহি খাবলৈ ধৰিলে। কুঁহিয়াৰৰ দাম কমি গ'ল।

এইবোৰ আৰু আন আন বহুত বিষয় ভাবি-চিন্তি চাই মোৰ ধাৰণা হৈছে যে, কোনো ঠেকমনা, বন্ধা-ধৰা নিয়মেৰে আমাৰ শিল্পসমস্যাবিলাক সমাধান কৰিব পৰাৰ আশা নাই আৰু তেনেকৈ সমাধান কৰিবলৈ বিচাৰিবও নেলাগে। ই আমাৰ জাতীয় জীৱনৰ প্ৰত্যেক অৱস্থাৰ ওপৰত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব। অৰ্থহীন ভাৱাবেগ-ভৰা কথা ক'লেই আমাৰ সমস্যাৰ সমাধান নহয়, আমি এই বাস্তৱ ঘটনা সমূহৰ সমুখীন হ'ব লাগিব আৰু তাৰ লগত নিজকে খাপ খুৱাই চলিব লাগিব আমি বুৰঞ্জীক চলাব পাঁৰো, বুৰঞ্জীয়ে যাতে আমাক অসহায় পাই, যেনেকৈ পাই তেনেকৈ চলাব নোৱাৰে।

আকৌ সেই বিপৰীত ভাবৰ সংমিশ্ৰণৰ প্ৰতীক গান্ধীজীৰ* কথা ভাবোঁ। তেওঁৰ ইমান চোকা বুদ্ধি, নিৰ্য্যাতিত আৰু পদদলিতৰ অৱস্থাৰ উন্নতি সাধন কৰিবলৈ তেওঁৰ ইমান আগ্ৰহ, তেওঁ কিয় আমাৰ চকুৰ আগতে ভাগি-ছিগি যাব খোজা এই ব্যৱস্থা সমৰ্থন কৰে। ইয়াৰ ফলতেই দেখোন আজিৰ দুখ-কষ্টৰ আৰু অপব্যয়ৰ সৃষ্টি। তেওঁ পথ বিচাৰি ফুৰিছে সঁচা, কিন্তু পিচলৈ উভতি যোৱাৰ বাট জানো চিৰদিনৰ কাৰণেই বন্ধ হৈ যোৱা নাই? আৰু লগে লগে তেওঁ প্ৰগতিৰ অন্তৰায় হৈ থকা প্ৰত্যেকটো পুৰণি ব্যৱস্থাৰে যাতে মঙ্গল হয়, তালৈ চাইছে সামন্ততান্ত্ৰিক ৰাষ্ট্ৰ, বৃহৎ জমিদাৰী আৰু তালুকদাৰী আৰু বৰ্ত্তমান ধনতান্ত্ৰিক ব্যৱস্থা। এজনৰ হাতত অসীম ক্ষমতা আৰু ঐশ্বৰ্য্য দি আশা কৰিব লাগিব যে তেওঁ তাক কেৱল জনসাধাৰণৰ হিতৰ কাৰণেই খটুৱাব, এনেকুৱা গৰাকী বা অভিভাৱকৰ ব্যৱস্থাৰ ওপৰত বিশ্বাস কৰিব পাৰি নে? আন কি প্লেটোই কল্পনা কৰা দাৰ্শনিক ৰজাসকলেও এনেকুৱা ভাৰ মৰ্য্যাদাৰে ব'ব পৰা নাই। এজন দয়ালু অতি-মানৱৰ শাসনৰ তলত থকাই মানুহৰ পক্ষে কল্যাণৰ কথা হ'ব নে? কিন্তু অতি-মানৱো নাই, দাৰ্শনিক ৰজাও নাই। সকলোৱেই দুৰ্ব্বল মানৱ, সকলোৱেই ব্যক্তিগত স্বাৰ্থ বা নিজ নিজ ধাৰণাৰ মতে কৰা কামকে সকলোৰে মঙ্গলৰ কাম বুলি নেভাবি নোৱাৰে। জন্ম, পদমৰ্য্যাদা আৰু অৰ্থনৈতিক শক্তি আগেয়ে যি আছিল,

* ১৯৩১ চনত ঘুৰণীয়া মেজ-মেলৰ এটা বক্তৃতাত গান্ধীজীয়ে কৈছে, সবাতোকৈ কংগ্ৰেছ মূলতে লাখ লাখ মুখৰ মাত নাইকিয়া আধাপেটী জনসাধাৰণৰ প্ৰতিনিধি, যিসকল বৃটিছ-ভাৰত বা ভাৰতীয়-ভাৰতৰ (দেশীয় ৰাজ্যৰ) সাত লাখ গাৱত এন্দুৰবৰপৰা সিন্ধুলৈ বিয়পি আছে। প্ৰত্যেকটো স্বাৰ্থ, যিটো কংগ্ৰেছৰ মতে ৰক্ষা কৰা উচিত, তাৰ স্থান সেই মুখৰ মাত নোহোৱা জন-সাধাৰণৰ স্বাৰ্থৰ তলত; আপোনালোকে প্ৰায়েই যিটো বেলেগ বেলেগ স্বাৰ্থৰ সংঘাত দেখিবলৈ পাব, তাৰ মাজত যদি প্ৰকৃত সংঘৰ্ষ আহি পৰে, তেতিয়া হ'লে কংগ্ৰেছৰ পক্ষৰপৰা মই নিঃসন্দেহে কব পাৰোঁ যে লাখ লাখ মুখৰ মাত নোহোৱা জনসাধাৰণৰ স্বাৰ্থৰ আগত কংগ্ৰেছে আন সকলো স্বাৰ্থকে বলি দিব।

তাকে নিগাজী কৰি ৰখাৰ যন্ত্ৰ চলিছে আৰু বহুত ফালৰপৰাই তাৰ ফল শোচনীয় হৈ উঠিছে।

আকৌ মই দোহাৰিব খুজিছোঁ, কেনেকৈ পৰিৱৰ্ত্তন সাধন কৰিব পাৰি, বাটৰ হুল জোং কেনেকৈ আঁতৰাব পাৰি; বল প্ৰয়োগ কৰিয়েই পাৰি, নে মত পৰিৱৰ্ত্তন কৰিয়েই পাৰি, হিংসাৰে পাৰি নে অহিংসাৰে পাৰি, বৰ্ত্তমান মই সেইটোৰ বিষয় ভবা-চিন্তা কৰা নাই। এই বিষয়ে মই পিচত আলোচনা কৰিম। কিন্তু পৰিৱৰ্ত্তনৰ আবশ্যকতা স্বীকাৰ কৰিব লাগিব—আৰু তাক স্পষ্টকৈ কোৱা উচিত। যদি নেতা আৰু চিন্তাশীল লোকসকলে তাক স্পষ্টভাৱে নেদেখে আৰু ব্যক্ত নকৰে তেন্তে তেওঁলোকে আনক কেনেকৈ নিজ মতলৈ আনিবলৈ আশা কৰিব পাৰে, বা অতি আবশ্যকীয় মতবাদ কেনেকৈ জনসাধাৰণৰ মাজত জগাই তুলিব পাৰিব? অৱশ্যে ঘটনাই আটাইতকৈ শক্তিশালী শিক্ষক; কিন্তু ঘটনাবো তাৎপৰ্য্য ভালকৈ উপলব্ধি কৰিব পাৰিব লাগিব, তেহে তাৰপৰা সুনিয়ন্ত্ৰিত কৰ্ম্মপন্থাতত উপনীত হ'ব পৰাটো সম্ভৱ হ'ব।

মোৰ কথা-বতৰাত ধৈৰ্য্য হেৰুৱাই মোৰ ভালেমান বন্ধু আৰু লগৰীয়া কৰ্ম্মীয়ে সোধে, তুমি দয়ালু ৰজা, দানী জমিদাৰ আৰু উদাৰ অন্তৰৰ বিনয়ী ধনী দেখা নাইনে? দেখিছোঁ কিয় নেদেখিম? যি শ্ৰেণীৰ মাজত মোৰ জন্ম, তেওঁ-লোকৰ সেই ডাঙৰ ডাঙৰ জমিদাৰ আৰু চহকী মানুহৰ লগতে হ'লি-গ'লি। মই এজন নিজেই তেনেই বুৰ্জ্জোৱা, বুৰ্জ্জোৱা পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজতে ডাঙৰ-দীঘল হৈছোঁ আৰু তাৰপৰাই মোৰ প্ৰথম জীৱনৰ ভাব গতি, স্বভাৱ-চৰিত্ৰ গঠন হৈছে। কমিউনিষ্টসকলে যে মোৰ পেটি বুৰ্জ্জোৱা বোলে সেইটো তেনেই সত্য। সম্ভৱ এতিয়া তেওঁলোকে মোক 'অনুতপ্ত বুৰ্জ্জোৱা' বুলি ক'ব পাৰে। কিন্তু মই যিয়েই নহওঁ, ইয়াত সেইটো বিচাৰৰ বিষয় নহয়। এজন কোনোবা মানুহৰ জোখেৰে জাতীয়, আন্তৰ্জ্জাতিক, অৰ্থনৈতিক বা সামাজিক সমস্যাবিলাক বিবেচনা কৰাৰ কোনো যুক্তি নাই। যিসকল বন্ধুৱে মোক প্ৰশ্ন কৰে, তেওঁলোকে বাৰে বাৰে এই কথা শুনাবলৈ নেপাহৰে যে আমাৰ কাজিয়া পাপৰ কাৰণেহে পাপীৰ কাৰণে নহয়। মই সিমান দূৰো যাব নোখোজোঁ। মই কওঁ, মোৰ কাজিয়া এটা বিশেষ ব্যৱস্থাৰ লগত, কোনো বিশেষ মানুহৰ লগত নহয়। অৱশ্যে এই ব্যৱস্থা ব্যক্তি বা গোষ্ঠীক আশ্ৰয় কৰিয়েই হৈছে আৰু এই ব্যক্তি বা গোষ্ঠীসমূহক হয় নিজ মতলৈ ঘোৰ খুৱাব লাগিব, নহ'লে ইহ'তৰ লগত যুদ্ধ কৰিব লাগিব। যদি কোনো ব্যৱস্থাৰ দিন উকলি গৈ এতিয়া মহাভাৰ হৈ উঠে, তেন্তে তাক এৰিব লাগিব আৰু যিবিলাক শ্ৰেণী বা গোষ্ঠী তাৰ লগত সাঙোৰ খাই আছে, তেওঁলোকৰ পৰিৱৰ্ত্তন সাধন কৰিব লাগিব। যিমান পাৰি কম দুখ-কষ্টৰ দ্বাৰাই পৰিৱৰ্ত্তন হোৱা উচিত, কিন্তু দুৰ্ভাগ্যৰ গুণে দুখ আৰু বিশৃংখলা হ'বই। কোনো এটা সৰু অন্যায়ৰ কাৰণে আমি এটা ডাঙৰ অন্যায় সহি থাকিব নোৱাৰোঁ; কিছুমান সৰু সৰু অন্যায়ৰ প্ৰতিকাৰ অৱশ্যে আমাৰ আয়ত্তৰ বাহিৰতে বৈ যাব।

কিন্তু তথাপি গণতন্ত্ৰৰ ভাব বিয়পাৰ কাৰণে বিচ্ছেদ আহিবই আৰু আহিব সোনকালেই। পাৰ্লামেণ্টীয় গণতন্ত্ৰক আজি-কালি কোনেও ভাল বুলি নকয়

আৰু আৰ প্ৰতিক্ৰিয়াৰ ফলত নানাবিধ মতবাদে তাল-ফাল খাই আছে। এই কাৰণেই ভাৰতত বৃটিছ চৰকাৰ আৰু বেচি প্ৰতিক্ৰিয়াশীল হৈ উঠিছে আৰু তাকে দেখুৱাই তেওঁলোকে আমাক ৰাজনৈতিক স্বাধীনতাৰ বাহিৰা সঁজাটোকো আমাৰপৰা আঁতৰাই ৰাখিছে। আচৰিত কথা, ভাৰতীয় দেশীয় ৰজাসকলে অবাধে স্বেচ্ছাচাৰ চলাবৰ কাৰণে সেই যন্ত্ৰিৰে আলম লয় আৰু বুক ফিন্দাই কয়, ভাৰতত নোহোৱা মধ্য-যুগীয় ব্যৱস্থাকে বোলে তেওঁলোকে তেওঁলোকৰ ৰাজ্যত চলাই থাকিব* পাৰ্লা-মেণ্টীয় গণতন্ত্ৰৰ দোষ বহু দূৰলৈ যোৱাটো নহয়, যিমান দূৰলৈ যোৱা উচিত আছিল সিমান দূৰলৈ নোযোৱাটোহে। ই যথেষ্ট গণতান্ত্ৰিক নহ'ল, কাৰণ ই অৰ্থনৈতিক গণতন্ত্ৰৰ ব্যৱস্থা নকৰিলে আৰু ইয়াৰ পদ্ধতিবিলাক ধীৰ আৰু লেতেৰা আৰু সঘনে পৰিৱৰ্ত্তনৰ কাৰণে উপযোগী নহয়।

সম্ভৱ, বৰ্ত্তমানে দেশীয় ৰাজ্যবিলাকেই জগতত একতন্ত্ৰী শাসনৰ চৰম দৃষ্টান্ত। অৱশ্যে ইঁহত সদায় বৃটিছ-কৰ্ত্তৃত্বৰ অধীন; কিন্তু বৃটিছ চৰকাৰে বৃটিছ স্বাৰ্থ ৰক্ষা বা তাক বহলোৱাৰ চেষ্টা কৰাৰ বাহিৰে দেশীয় ৰজ্যবিলাকত বিশেষ একো হস্তক্ষেপ নকৰে। আগৰ দিনৰ এই সামন্ততান্ত্ৰিক ৰাষ্ট্ৰই চাৰিউফালে বিদেশী শাসনেৰে ঘেৰা হৈ থাকিও, প্ৰায় সালসলনি নোহোৱাকৈয়ে কেনেকৈ বিংশ শতিকাৰ মাজতো বৰ্ত্তি আছে, ভাবিলে বিচূৰ্ত্তি খাব লাগে। বতাহ তাত গধুৰ আৰু নিমাত-নিটাল, পানী বয় মন্থৰ গতিৰে, পৰিৱৰ্ত্তন আৰু প্ৰগতিৰ মাজতে ডাঙৰ হোৱা আৰু তাকে পাই পাই কিজানি অলপ আমনিও লগা। কোনোবা নতুন আগন্তুক তালৈ আহিলে টোপনিয়ে হেঁচা মাৰি ধৰা যেন পায়, আৰু এটা মূৰ্চ্ছাৰ টোপনিয়ে তেওঁক যেন অৱশ কৰি পেলায়। ইয়াত একোৱেই বাস্তৱ নহয়, যেন লাগে—ঠিক যেন এখন

*১৯৩৫-ৰ ২২ জানুৱৰীৰ দিনা দিল্লীত নৰেন্দ্ৰ মণ্ডলত চাণ্ডেলাৰ পাতিয়ালা মহাৰজাই বক্তৃতা দিওঁতে, যিসকল যুক্তৰাষ্ট্ৰৰ সপক্ষে আৰু যিসকলে আশা কৰে যে এনেকুৱা এটা অৱস্থাৰ সৃষ্টি হ'ব, যাৰ ফলত দেশীয় ৰজাসকলেও তেওঁলোকৰ ৰাজ্যত গণতান্ত্ৰিক শাসন প্ৰণালী স্থাপন কৰিবলৈ বাধ্য হ'ব; সেইসকল ভাৰতীয় ৰাজনৈতিকৰ অভিমত উল্লেখ কৰে। কথাৰ মাজত তেওঁ কয়, "ভাৰতীয় দেশীয় ৰজাসকলে তেওঁলোকৰ প্ৰজাৰ কাৰণে যি আটাইতকৈ ভাল ব্যৱস্থা তাকে কৰিবলৈ সদায় সাজু আৰু সময়োপযোগী অৱস্থা অৱলম্বন কৰিবলৈ সদায় আগবাঢ়ি আছে কিন্তু আমি স্পষ্টকৈ কৈ দিম যে যদি বৃটিছ-ভাৰতত আমাৰ স্বস্থ্যৱান ৰাষ্ট্ৰীয় ব্যৱস্থাৰ মাজত আনে নিন্দা কৰা আৰু এৰি পেলোৱা কিবা ৰাজনৈতিক মতবাদ সুমুৱাই দিব পাৰিব বুলি আশা কৰে, তেন্তে তেওঁলোকৰ সেই আশা মিছা হ'ব" (৬০ অধ্যায়ত মহীশূৰৰ দেৱানৰ বক্তৃতা চাওক)। সেইদিনাই নৰেন্দ্ৰ মণ্ডলত বক্তৃতা দিওঁতে বিকানিৰৰ মহাৰজাই কয়, "আমি ভাৰতীয় দেশীয় ৰজাৰ ৰজাসকল, ভাগ্যৰ বলত ৰজাৰ অধীশ্বৰ হোৱা নাই। মই আপোনালোকৰ আগত কম যে শ শ বছৰ আমি পৰম্পৰাক্ৰমে উত্তৰাধিকাৰ সূত্ৰে শাসন-ক্ষমতা পাইছোঁ আৰু আমি বিশ্বাস কৰোঁ আমাৰ ৰাজনৈতিক অভিজ্ঞতাও অলপ অচৰপ আছে। আমি ৰঙে জ্ঞাত বিহ্বল হৈ নপৰোঁ, বা হঠাৎ কোনো সিদ্ধান্তত উপনীত হৈ নপৰোঁ, সেইকালে আমি যিমান পাৰোঁ সাৱধান হ'ব লাগিব।...মই বিনয়েৰে কৈছোঁ ৰজাসকলে কাৰোদ্বাৰা বিনাশপ্ৰাপ্ত হ'বলৈ দিয়াৰ ইচ্ছা নাই আৰু দুৰ্ভাগ্যবশতঃ যদি সেই সময় আহে, যেতিয়া বৃটিছ মুকুটে আমাক আৰু আগৰ সন্ধিৰ সৰ্ত্তৰ অনুযায়ী আৱশ্যক মতে আশ্ৰয় দি ৰক্ষা কৰিব নোৱাৰিবগৈ তেতিয়া ৰজাসকল যুদ্ধ কৰিয়েই মৰিব।"

ছবি যত সময় গতিহীন হৈ বৈ গৈছে আৰু একেটা পৰিবৰ্ত্তন নোহোৱা দৃশ্য চকুত পৰিছে। প্ৰায় নিজে ক'ব নোৱাৰাকৈয়ে তেওঁৰ মন অতীতলৈ গুচি যায়। ল'ৰালিৰ সপোন তেওঁৰ মনত পৰে, মনত পৰে পৌঢ় মৰা, বৰ্ম্ম লোৱা বীৰ, সুন্দৰী, নিভীক কুমাৰীসকলৰ কথা, ওখ ওখ গম্বুজ থকা দুৰ্গৰ কথা। মনত পৰে (কুইক্সটৰ দৰে) আত্ম-সন্মান আৰু আত্ম-মৰ্য্যাদা আৰু অতুলনীয় সাহসৰ আৰু মৰিবলৈকো কেৰেপ নকৰা ভাব। বিশেষকৈ তেওঁ যদি আলৌকিক বীৰত্বৰ আৰু নিষ্ফল আৰু অসম্ভৱ কাহিনীৰে ভৰা ৰাজপুতনালৈ যায়, তেন্তে সি আৰু বেচি হ'ব।

কিন্তু সোনকালেই সপোন ভাগি যায়, নিৰ্য্যাতনৰ ভাব আহে; কেউফালে যেন বন্ধ এতাহ, উশাহ-নিশাহেই যেন ভালকৈ লব নোৱাৰি। বৈ থকা বা লাহে লাহে বৈ থকা পানীৰ তলত বন্ধ পানীৰ বোকা, পলস। প্ৰত্যেকে নিজৰ চাৰিউফালে গভীৰ সঙ্কীৰ্ণতা অনুভৱ কৰে, শৰীৰ আৰু মন যেন শিকলিৰে বন্ধা আছে। জাক্‌জমকেৰে ভৰা উজ্জ্বল ৰাজ-কাৰেঙৰ কাষতেই মানুহে দেখিবলৈ পায়,—াক অসীম দাৰিদ্ৰ্য আৰু অধঃপতনৰ মাজত বাস কৰিছে। ৰাজ্যৰ গোটেইখিনি ধন-সম্পত্তি ৰজাৰ ব্যক্তিগত ভোগবিলাসৰ কাৰণে সেই কাৰেঙত গোট খাইছেহি। তাৰ কিমানখিনি বাৰু জনহিতকৰ কামৰ কাৰণে মানুহে ওভোতাই পায়! আমাৰ ৰজাসকলক পতাত আৰু তেওঁলোকৰ ভৰণ পোষণ দিয়াত অতি ভয়াবহৰূপে খৰচ কৰা হয়। তেওঁলোকৰ লগত ইমানকৈ খৰচ কৰাৰ বিনিময়ে তেওঁলোকে কিটো নো দিয়ে?

এই দেশীয় ৰাজ্যবিলাক কিবা ৰহস্যৰ আঁৰ-কাপোৰেৰে যেন ঢকা হৈ থাকে। তাত বাতৰি-কাকতে লাই নেপায়, বৰ বেচি সাহিত্য বিষয়ৰ বা আধা-চৰকাৰী সাদিনীয়া কাগজ চলিব পাৰে। বাহিৰৰ বাতৰি-কাকত প্ৰায়েই বন্ধ কৰি দিয়া হয়। ত্ৰিবাংকুৰ, কোচীন আদি দাক্ষিণাত্যৰ কেইখনমান দেশীয় ৰাজ্যৰ বাহিৰে (ইয়াত বৃটিছ-ভাৰতকৈয়ো শিক্ষিতৰ হাৰ বেচি) আন ৰাজ্যত শিক্ষিতৰ সংখ্যা অতি কম। দেশীয় ৰাজ্যৰ আটাইতকৈ ঘাই খবৰ হ'ল, বৰলাট অহা আৰু সেই উপলক্ষে শোভা-যাত্ৰা, সাজ-সজ্জাৰ চিক্‌মিকনি, দৰবাৰৰ জাক্‌জমক আৰু পৰম্পৰৰ প্ৰশংসামূলক বক্তৃতা, নাইবা বিয়া-বাৰুত অলাগতিয়ালভাৱে অতি বেচিভাৱে খৰচ কৰা, বা ৰজাৰ জন্ম-দিনৰ উৎসৱ নাইবা প্ৰজা-বিদ্ৰোহ। ৰজাসকলক সমালোচনাৰপৰা ৰক্ষা কৰিবৰ কাৰণে বিশেষ আইন আছে, অন কি বৃটিছ-ভাৰততো সি আছে। ৰাজ্যৰ ভিতৰত অৱশ্যে সমালোচনাৰ নামত অকণমান কিবা এটা ক'লেই তাক কঠোৰ হাতেৰে দমন কৰা হয়। সাধাৰণ ৰাজহুৱা সভাৰ কথা কি বস্তু তাত মানুহে ক'বই নোৱাৰে; আন কি সামাজিক কাৰণত সকলোৰে একেলগ হোৱাটোও নিষিদ্ধ।* বাহিৰৰ প্ৰধান

---

*১৯৩৪-ৰ ৩ অক্টোবৰৰ বাতৰি-কাকতত প্ৰকাশ পোৱা হায়দৰাবাদৰ এটা বাতৰিত প্ৰকাশ হৈছিল—"ইয়াৰ বিবেকবৰ্দ্ধিণী নাট্যশালাত মহাত্মা গান্ধীৰ জন্ম-তিথি উপলক্ষে হ'ব লগা এখন সাধাৰণ সভা পাতিব পৰা নহ'ল। হায়দৰাবাদৰ হৰিজন সঙ্ঘই সভাখন পাতিব খুজিছিল। সঙ্ঘৰ সম্পাদকে বাতৰি-কাকতলৈ এখন চিঠি লেখি জনাইছে যে, সভা আৰম্ভ হোৱাৰ নিৰ্দ্দিষ্ট সময়ৰ চৌব্বিছ ঘণ্টাৰ আগতে কৰ্ত্তৃপক্ষই এইবিলাক সৰ্ত্তত সভা পাতিবলৈ অনুমতি দিব পাৰে—নগদ দুহেজাৰ টকা জামিন হিচাপে দিব লাগিব, আৰু লিখিত প্ৰতিশ্ৰুতি দিব লাগিব যে সভাত

জননেতাসকলক প্ৰায়েই ৰাজ্যত সোমাবলৈ দিয়া নহয়। ১৯২২ চনত মিঃ চি. আৰ. দাসে টান নৰিয়া ভোগাৰ পিচত জল-বায়ু পৰিৱৰ্ত্তনৰ কাৰণে কাশ্মীৰলৈ যাবলৈ ঠিক কৰে। তাত তেওঁৰ কোনো ৰাজনৈতিক উদ্দেশ্য নাছিল। তেওঁ গৈ কাশ্মীৰৰ সীমা পাওঁতেই তেওঁৰ বাট বন্ধ কৰি ধৰা হয়। আন কি মিঃ জিন্নাকো হায়দৰাবাদত সোমাবলৈ দিয়া নহ'ল। শ্ৰীযুক্তা সৰোজিনী নাইডুৰ ঘৰ হায়দৰাবাদ চহৰত হ'লেও, বহুদিন ধৰি তেওঁক তাত সোমাবলৈ দিয়া নহৈছিল।

দেশীয় ৰাজ্যবিলাকৰ এই অৱস্থাত কংগ্ৰেছৰ কৰ্ত্তব্য আছিল তাৰ প্ৰজাসকলৰ সাধাৰণ মৌলিক অধিকাৰ লাভৰ চেষ্টা কৰা আৰু তাক কাঢ়ি লৈ যোৱাৰ বিপক্ষে সমালোচনা কৰা। কিন্তু দেশীয় ৰাজ্য সম্পৰ্কে গান্ধীজীৰ এটা নতুন নীতি কংগ্ৰেছে গ্ৰহণ কৰিলে—"দেশীয় ৰাজ্যবিলাকৰ আভ্যন্তৰীণ শাসন বিষয়ত কোনো হস্তক্ষেপ নকৰা"। দেশীয় ৰাজ্যত অতিপাত দুখ লগা ঘটনা ঘটি থাকোঁতেও আন কি কংগ্ৰেছৰ ওপৰত অকাৰণতে আক্ৰমণ কৰাতো, তেওঁ এই মনে মনে থকা নীতিকে সাৰটি ল'লে। বুজা গল কংগ্ৰেছৰ সমালোচনাত দেশীয় ৰজা আৰু শাসকসকলৰ খং উঠিব পাৰে—আৰু তাৰ কাৰণে তেওঁলোকক নিজ পক্ষলৈ অনাটো বেচি টান হ'ব. এই আশংকা আছিল। দেশীয় ৰাজ্যৰ প্ৰজা সমিতিৰ সভাপতি মিঃ এন. চি কেলকাৰলৈ ১৯৩৪-ৰ জুলাই মাহত যি চিঠি লেখে, তাত তেওঁৰ আগৰ মতকে সমৰ্থন কৰি তেওঁ কয় হস্তক্ষেপ নকৰাৰ নীতি নিৰ্ভুল আৰু যুক্তিপূৰ্ণ। দেশীয় ৰাজ্য-বিলাকৰ আইনসম্মত আৰু নিয়মতন্ত্ৰ সম্পৰ্কীয় ক্ষমতা সম্পৰ্কে তেওঁ যি অভিমত দিছে, দেখি মানুহ চক্ খাই যাব। তেওঁ লেখিছে—"বৃটিছ আইনৰ অধীনত দেশীয় ৰাজ্যবিলাকৰ স্বাধীন সত্তা আছে। ভাৰতৰ যি অংশক বৃটিছ বুলি কোৱা হয়, সেই অংশৰ যেনেকৈ সিংহল বা আফগানিস্থানৰ ওপৰত কোনো ক্ষমতা নাই, তেনেকৈ দেশীয় ৰাজ্যৰ শাসন নীতি নিৰ্দ্ধাৰণ কৰাৰো কোনো অধিকাৰ নাই।" নৰমপন্থী দেশীয় ৰাজ্যৰ প্ৰজা সম্মিলন আৰু উদাৰপন্থীসকলে যে গান্ধীজীৰ এই উক্তি আৰু পৰামৰ্শত বেজাৰ পাব, তাত আচৰিত হ'বলগীয়া কি আছে?

কিন্তু দেশীয় ৰাজ্যৰ শাসকসকলে এই মতবাদ ভালেই পালে আৰু তাৰ পূৰা সুবিধা ল'লে। এমাহৰ ভিতৰত ত্ৰিবাঙ্কুৰ দৰবাৰে তেওঁলোকৰ এলেকাত কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে আৰু তাৰ সভা-সমিতি আৰু সদস্য গোটোৱা বন্ধ কৰি দিলে। তেওঁলোকে ঘোষণা কৰিলে "দায়িত্বজ্ঞান থকা নেতাসকলেই এনে কৰিবলৈ উপদেশ দিছে"—তাৰ মানে সেয়া যে গান্ধীজীৰ বিবৃতিলৈ আঙুলিয়াইছে. বুজিবলৈ পলম নেলাগে। এটা মন কৰিবলগীয়া কথা হৈছে কি যে বৃটিছ-ভাৰতত আইন অমান্যৰ নীতি বন্ধ হোৱাৰ পিচত (দেশীয় ৰাজ্যবিলাকত আইন-অমান্য আন্দোলন হোৱাই নাছিল) আৰু ভাৰত চৰকাৰে কংগ্ৰেছক আকৌ বৈধ প্ৰতিষ্ঠান বুলি মানি লোৱাৰ পিচত এই নিষেধাজ্ঞা প্ৰচাৰ কৰা হৈছিল। বিশেষকৈ লক্ষ্য কৰিবলগীয়া আৰু এটা কথা হৈছে কি সেই সময়ত চাৰ চি. পি. ৰামস্বামী আয়াৰ

কোনো ৰাজনৈতিক বক্তৃতা নহ'ব, চৰকাৰী কৰ্মচাৰী বা কোনো চৰকাৰী কাৰ্য্যৰ সমালোচনা হ'ব নোৱাৰিব। যুদ্ধৰ সময়ত সভা পাতিব খোজাসকলৰ চৰকাৰৰ কামত বাধাদান হোৱা অসম্ভৱ বুলি সভা বন্ধ কৰা হৈছে।"

ত্ৰিবাঙ্কুৰ দৰবাৰৰ প্ৰধান ৰাজনৈতিক উপদেষ্টা আছিল (এতিয়াও আছে)। এওঁ আগতে কংগ্ৰেছ হ'মৰুল লীগৰ সাধাৰণ সম্পাদক আছিল, পিচত উদাৰপন্থী বা মধ্যমপন্থী হয়, আৰু ভাৰত চৰকাৰ আৰু মাদ্ৰাজ চৰকাৰৰ তলত ওখ পদৱী পাইছিল।

গান্ধীজীৰ পৰামৰ্শ মতে কংগ্ৰেছৰ সাধাৰণ নীতি অনুসাৰে সাধাৰণ অৱস্থাতো ত্ৰিবাঙ্কুৰ দৰবাৰৰ কংগ্ৰেছৰ প্ৰতি এই অকাৰণ আক্ৰমণৰ বিৰুদ্ধে এটা মাতো কোনেও নেমাতিলে।* আন কি কোনো ৰাজ্য সম্পৰ্কে যে গান্ধীজীৰ নীতি উদাৰপন্থীতকৈয়ো সংযত আৰু নৰমপন্থী তাত সন্দেহ নাই। কিন্তু প্ৰধান প্ৰধান নেতাসকলৰ ভিতৰত একমাত্ৰ পণ্ডিত মদনমোহন মালব্যহে (তেওঁৰ লগত বহুতো দেশীয় ৰজাৰ আন্তৰিক সদ্ভাৱ আছে) তেনেকুৱা সংযত আৰু যাতে দেশীয় ৰজাসকলে মনত কোনো বেজাৰ নেপায় তাৰ কাৰণে সদায় যত্ন কৰে।

দেশীয় ৰজাসকলৰ বিষয়ে গান্ধীজী সদায় এনে দৰে সাৱধান নাছিল। ১৯১৬ চনৰ ফেব্ৰুৱাৰী মাহত কাশীত হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰথম উদ্বোধনী স্মৰণীয় দিনত এজন দেশীয় ৰজাৰ সভাপতিত্বত হোৱা সভাত তেওঁ এটা বক্তৃতা দিয়ে। তাত আৰু বহুত ৰজা উপস্থিত আছিল। তেওঁ দক্ষিণ আফ্ৰিকাৰপৰা উভতি অহা বেচি দিন হোৱা নাই, ভাৰতৰ ৰাজনৈতিক দায়িত্ব এতিয়াও তেওঁৰ কান্ধত পৰা নাই। মহাপুৰুষে কোৱাৰ দৰে আৱেগপূৰ্ণ তেজস্বী ভাষাত তেওঁলোকক সম্বোধন কৰি গান্ধীজীয়ে ক'লে যে তেওঁলোকে আত্ম-সংশোধন কৰিব লাগিব। তেওঁ ক'লে, "হে নৃপতিসকল! আপোনালোক এতিয়া যাওক, আপোনালোকৰ মণি-মাণিকবিলাক বেচি পেলাওকগৈ।" তেওঁলোকে কেতিয়াও তেওঁলোকৰ মণি-মাণিকবিলাক বেচি পেলোৱা নাই—কিন্তু তেতিয়াই সভা এৰি গৈছিল। ৰজাসকলে ভয় খাই এজন এজনকৈ উঠি যাবলৈ ধৰিলে। আন কি সভাপতিয়েও বক্তাক অকলে এৰি থৈ তেওঁলোকৰ পিচে পিচে বাট ললে। সেই সভাত মিচেছ এনি বেছান্ত উপস্থিত আছিল, তেৰোঁ বিৰক্ত হৈ সভা এৰি গুচি গল।

মিঃ এন. চি. কেলকাৰলৈ লেখা চিঠিত গান্ধীজীয়ে আৰু কৈছিল—"মোৰ মতে দেশীয় ৰাজ্যবিলাকে তেওঁলোকৰ প্ৰজাকসলক স্বায়ত্বশাসন দিয়া উচিত। আৰু ৰজাসকলে নিজকে তেওঁলোকে যাক শাসন কৰে, সেই সকলৰ স্বাৰ্থৰক্ষক বুলি ভবা উচিত আৰু প্ৰকৃততে সেয়ে হোৱাও উচিত...।" এই স্বাৰ্থৰক্ষকৰ ধাৰণাত কিবা আছেই যদি বৃটিছ চৰকাৰে যেতিয়া ভাৰত চৰকাৰক ভাৰতৰ স্বাৰ্থৰক্ষক বুলি দাবী কৰে, তেতিয়া আমি আপত্তি কৰোঁ কিয়? এটা মাত্ৰ পাৰ্থক্য মই দেখিছোঁ সেইটো হৈছে যে বৃটিছসকল ভাৰতত বিদেশী। তেনেকুৱা গাৰ বং, জাতিগত আৰু সংস্কৃতিগত প্ৰভেদ ভাৰতৰ বেলেগ বেলেগ শ্ৰেণীৰ মাজতো আছে।

যোৱা কেইবছৰমান ধৰি ভাৰতীয় ৰাজ্যসমূহত অতি বেগে বৃটিছ শাসন-

* ১৯৩৫ চনৰ ৬ জানুৱাৰী তাৰিখে বৰদাত এটা বক্তৃতা প্ৰসংগত চৰ্দাৰ বল্লভভাই পেটেলে নিৰপেক্ষতা নীতিৰ ওপৰত জোৰ দি কয়—"ভাৰতীয় ৰাজ্যৰ কৰ্মীসকলে দেশীয় ৰাজ্যৰ নিয়ম-কানুন মানিয়েই কাম কৰিব লাগিব আৰু শাসন-প্ৰণালীৰ সমালোচনা কৰাৰ পৰিবৰ্তে যাতে শাসক আৰু শাসিতৰ মাজত সদ্ভাৱ থাকে তাৰেহে চেষ্টা কৰা উচিত।"

কৰ্ত্তা সমৃৰাই দিয়া হৈছে, সৰহভাগ ক্ষেত্ৰতে অনিচ্ছুক অসহায় ৰজাসকলক তাকে মানি লবলে বাধ্য কৰা হৈছে। ভাৰত চৰকাৰে ওপৰৰপৰা সদায় দেশীয় ৰাজ্যবিলাক নিয়ন্ত্ৰণ কৰি আহিছে, এতিয়া কিছুমান প্ৰধান ৰাজ্যৰ আভ্যন্তৰীণ শাসনতো তাৰ অতিৰিক্ত কৰ্তৃত্বাধিকাৰ প্ৰতিষ্ঠা কৰা হৈছে। সেই কাৰণে এইবিলাক ৰাজ্যৰ পক্ষৰ-পৰা যি কথা কোৱা হয়, সেয়া বেলেগ ৰূপত ভাৰত চৰকাৰৰ কথা আৰু তাত সামন্ত-তান্ত্ৰিক ব্যৱস্থাৰ পূৰ্ণ সুযোগ লোৱা হয়।

দেশীয় ৰাজ্যত বা আন ঠাইত একে কাম কৰা সম্ভৱ নহয়। সেইটো মই বুজিব পাৰোঁ, আন কি বৃটিছ ভাৰতীয় প্ৰদেশবিলাকতো খেতি-বাতি শিল্প-বাণিজ্য, সাম্প্ৰদায়িক আৰু শাসন সম্পৰ্কীয় পাৰ্থক্য বহুত আছে, যাৰ ফলত একে ধৰণৰ কাৰ্য্য-প্ৰণালী নিশ্চয় পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিবই, তথাপি আমাৰ সাধাৰণ নীতি বেলেগ বেলেগ দেশত বেলেগ বেলেগ হোৱা উচিত নহয়। এঠাইত যি বেয়া আন ঠাইতো সি বেয়া হ'বই। নহ'লে আমাক এই বুলি দুষিব আৰু দোষেও আচলতে যে, আমাৰ কোনো সুনিৰ্দ্দিষ্ট নীতি বা আদৰ্শ নাই আৰু আমি কেৱল ক্ষমতা বঢ়োৱাৰ ফন্দি পাতোঁ।

ধৰ্ম্ম সম্প্ৰদায় বা আন আন সংখ্যালঘু সম্প্ৰদায়ৰ কাৰণে বেলেগ নিৰ্ব্বাচন প্ৰথাৰ বিৰুদ্ধে বহুত সমালোচনা কৰা হয়—কৰিবও অৱশ্যে। সি যে গণতন্ত্ৰৰ লগত সম্পূৰ্ণ সামঞ্জস্য নোহোৱা কথা, সেইটোও কোৱা হয়। অৱশ্যে ভোটদাতাৰ সমষ্টিক যদি ধৰ্ম্মৰ ভিত্তিত কিছুমান পানী নসৰকা ভাগত ভগোৱা হয় তেন্তে গণতন্ত্ৰই হওক বা যাক দায়িত্বপূৰ্ণ শাসন পদ্ধতি বোলা হয়, সেয়ে হওক—এটাও সম্ভৱ নহয়। কিন্তু পণ্ডিত মদনমোহন মালব্য আৰু হিন্দু মহাসভাৰ আন আন নেতা-সকলে তাক থকা-সৰকাকৈ সমালোচনা কৰিও দেশীয় ৰাজ্যৰ ব্যৱস্থাবিলাকত মাত নেমাতি সম্মতি দিয়ে আৰু দেখত দেশীয় ৰাজ্যৰ একতন্ত্ৰী শাসনৰ লগত বাকী ভাৰতৰ গণতন্ত্ৰ (সেই বুলিয়েই কয়) একেখন যুক্তৰাষ্ট্ৰৰ ভিতৰত থকাতো তেওঁলোকৰ একো আপত্তি নাই। ইয়াতকৈ সামঞ্জস্যহীন, যুক্তিহীন ঐক্য কল্পনা কৰা টান। কিন্তু হিন্দু মহাসভাৰ গণতন্ত্ৰ আৰু জাতীয়তাবাদৰ সমৰ্থক বীৰসকলে তাক অকণো কষ্ট নোপোৱাকৈ গিলি পেলায়। আমি ন্যায় আৰু সংগতি ৰক্ষাৰ কথা মুখেৰে কওঁ, কিন্তু আচলতে ভাৱাৱেগতহে চালিত হওঁ।

কংগ্ৰেছ আৰু দেশীয় ৰাজ্যবিলাকৰ ভাব-বৈপৰীত্যলৈ আকৌ উভতি আহোঁ। টমাচ পেইনৰ কথা মোৰ মনত পৰিছে। প্ৰায় এশ বছৰৰ আগতে বাৰ্কক লক্ষ্য কৰি তেওঁ কৈছিল—"তেওঁ পালকৰ কাৰণে দুখ কৰে, কিন্তু মাৰিবলৈ ধৰা চৰাইটোৰ কথা পাহৰি যায়।" গান্ধীজীয়ে মাৰিবলৈ ধৰা চৰাইটোৰ কথা কেতিয়াও নেপাহৰে। কিন্তু পালকৰ কাৰণে ইমান মৰম দেখুৱাব লাগে কিয়?

তালুকদাৰী বা ডাঙৰ ডাঙৰ জমিদাৰী প্ৰথা সম্পৰ্কেও এই কথা কম-বেচি ক'ব পাৰি। এইবিলাক অৰ্দ্ধসামন্ততান্ত্ৰিক ব্যৱস্থা বৰ্ত্তমান যুগত নচলে আৰু ই উৎপাদন আৰু সাধাৰণ উন্নতিৰ পথত বিঘিণিহে। ই তৰ্কৰ উপযোগী বিষয়ো নহয়। লাহে লাহে টনকিয়াল হৈ অহা ধনতন্ত্ৰবাদৰ লগত ইয়াৰ বিৰোধিতা আছেই আৰু প্ৰায় গোটেই জগততে ডাঙৰ ডাঙৰ জমিদাৰীবিলাক প্ৰায় লোপেই পাইছে আৰু

তাৰ ঠাইত মাটিৰ খেতিয়ক গৰাকীসকল ওলাইছে। মই সদায় ভাবোঁ—এই বিষয়ে উঠিব পৰা প্ৰশ্ন ভাৰতত এটা মাত্ৰ—আৰু সি হৈছে ক্ষতিপূৰণৰ প্ৰশ্ন; কিন্তু যোৱা বছৰেই হ'বলা মই দেখি আচৰিত হলোঁ গান্ধীজীয়ে বৰ্ত্তমানৰ ধৰণেই তালুকদাৰী প্ৰথা চলি থকাটো অনুমোদন কৰিছে। ১৯৩৪-ৰ জুলাই মাহত কাণপুৰত তেওঁ কৈছিল—"জমিদাৰ আৰু প্ৰজা দুয়ো পক্ষৰে হৃদয় পৰিবৰ্ত্তন কৰি তেওঁলোকৰ মাজত সম্ভাৱ স্থাপন কৰিব পাৰি। তাকে যদি কৰা হয়, তেন্তে উভয়ে শান্তি আৰু সম্প্ৰীতিৰে বাস কৰিব পাৰে। তেওঁ কেতিয়াও তালুকদাৰী বা জমিদাৰী প্ৰথা লোপ কৰাৰ পক্ষপাতী নহয় আৰু যিবিলাকে ভাবে যে তাক লোপ কৰাই উচিত; তেওঁলোকে নিজৰ মনৰ কথাকে বুজি নেপায়।" (শেহত উল্লেখ কৰা অভিযোগটো নিষ্ঠুৰভাৱেই কৰা হৈছে বুলি ক'ব লাগিব)।

তেওঁ আৰু কৈছিল—"যুক্তিসঙ্গত কাৰণ নহলে মাটিৰ গৰাকীসকলৰ সম্পত্তি কাঢ়ি লোৱাৰ দিনত মই নাই। মোৰ উদ্দেশ্য হ'ল তোমালোকৰ হৃদয় স্পৰ্শ কৰি তোমালোকক নিজ মতলৈ অনা; (তেওঁ ডাঙৰ ডাঙৰ জমিদাৰসকলৰ এটা সংজাতী দলক লক্ষ্য কৰি কৈছিল) যাতে তোমালোকে তোমালোকৰ প্ৰজাসকলৰ স্বাৰ্থৰক্ষক হৈ সম্পত্তি ৰক্ষা কৰা আৰু ঘাইকৈ তেওঁলোকৰ কল্যাণৰ কাৰণেই তাকে খৰচ কৰা। কিন্তু ধৰি লোৱাঁ যদি কোনোবাই তোমালকক অন্যায় কৰি তোমালোকক সম্পত্তিৰ-পৰা বঞ্চিত কৰিব খোজে, তেতিয়া হ'লে তোমালোকে দেখিবা মই তোমালোকৰ হৈ যুদ্ধ কৰিম। পশ্চিমীয়া সমাজতন্ত্ৰবাদ বা কমিউনিজম্ এনেকুৱা কিছুমান ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত যি আমাৰ মূল বিশ্বাসৰপৰা একেবাৰেই বেলেগ। তেওঁলোকৰ ধাৰণাবিলাকৰ এটা এই যে, তেওঁলোকে স্বাৰ্থপৰতা মানুহৰ স্বভাৱৰ এটা ঘাই বৈশিষ্ট্য বুলি ভাবে।...আমাৰ সমাজতন্ত্ৰবাদ বা কমিউনিজম্ অহিংসাৰ ওপৰত আৰু ধনী আৰু বনুৱা, জমিদাৰ আৰু প্ৰজাৰ সামঞ্জস্যপূৰ্ণ সহযোগিতাৰ ওপৰত প্ৰতিষ্ঠিত।"

প্ৰাচ্য আৰু পাশ্চাত্য ধাৰণাবিলাকৰ মাজত এনেকুৱা কিবা মৌলিক পাৰ্থক্য আছে নে নাই মই নেজানো। কিজানি থাকিবও পাৰে। কিন্তু আজি কিছু দিনৰ-পৰা এটা কথা দেখিছোঁ যে ভাৰতীয় ধনী আৰু জমিদাৰসকল পশ্চিমীয়া দেশৰ তেওঁলোকৰ নিচিনা তুলনাত বনুৱা আৰু খেতিয়কসকলৰ প্ৰতি বেচি আওকণীয়া। প্ৰজাসকলৰ মঙ্গলৰ কাৰণে কোনো জনহিতকৰ কামলৈ তেওঁলোকৰ ধাউতি থকা যেন নেলাগে। পশ্চিমীয়া দেশৰে মিঃ এইচ. এন. ব্ৰেইলচ্ফৰ্ডে অৱস্থা ভালকৈ চাই-চিন্তি মন্তব্য দিছে—"সমসাময়িক সমাজ-ব্যৱস্থাৰ মাজত ভাৰতীয় মহাজন আৰু জমিদাৰসকলৰ দৰে ধনৰ লুভীয়া ৰঘমলা আৰু ক'তো নাই।"* দোষ কিজানি ভাৰতীয় জমিদাৰসকলৰ নহয়। পাৰিপাৰ্শ্বিক অৱস্থা প্ৰতিকূল হোৱাৰ কাৰণেহে তেওঁলোকে লাহে লাহে তললৈ গৈছে আৰু এতিয়া তেওঁলোক এনেকুৱা সংকটত পৰিছেগৈ যে সাৰিবলৈ উপায় নোহোৱা হৈছে। বহুতো ডাঙৰ ডাঙৰ জমিদাৰৰ মাটি সম্পত্তি মহাজনৰ হাতৰ মুঠিত, সৰু সুৱা জমিদাৰ, যিসকল আগেয়ে মাটিৰ

* এইচ্-এন্ ব্ৰেইলচ্ফৰ্ড—'প্ৰপাৰ্টি অৱ পিছ?' (সম্পত্তি নে শান্তি?)।

গৰাকী আছিল এতিয়া প্ৰজাৰ খাপলৈ নামি আহিছে। চহকীয়া ধনীসকলে বন্ধকত টকা ধাৰলৈ দিছে আৰু তাৰ পিচত নিজেই জমিদাৰ হৈ বহিছে। গান্ধীজীৰ মতে যাৰ মাটি কাঢ়ি নিয়া হৈছে, সেই সকলৰে এওঁলোক স্বাৰ্থৰক্ষক হ'ব আৰু আশা কৰিব লাগিব যে এওঁলোকে এওঁলোকৰ উপাৰ্জ্জন যাইকৈ সাধাৰণ প্ৰজাৰ কল্যাণৰ কাৰণে খৰচ কৰিব।

যদি তালুকদাৰী প্ৰথা ভালেই হয়, তেন্তে গোটেই ভাৰতত তাক প্ৰৱৰ্ত্তন কৰা নহয় কিয়? ভাৰতৰ বহুত ঠাইতে বহুত খেতিয়ক-জমিদাৰ হৈছে। গুজৰাটত ডাঙৰ ডাঙৰ জমিদাৰী বা তালুকদাৰী সৃষ্টি কৰিবলৈ গান্ধীজী সন্মত হ'ব নে কি? মোৰ মনে নধৰে। কিন্তু যুক্তপ্ৰদেশ, বঙ্গদেশ আৰু বিহাৰত এক ধৰণৰ ভূমি-ব্যৱস্থা ভাল আৰু গুজৰাটত বা পঞ্জাৱত আন এক ধৰণৰ ভূমি-ব্যৱস্থা ভাল হ'ব কিয়? ভাৰতৰ উত্তৰ, পূব, পশ্চিম বা দক্ষিণৰ জনসাধাৰণৰ মাজত কোনো আভ্যন্তৰীণ ব্যৱধান নাই আৰু তেওঁলোকৰ মূল ধাৰণাবিলাকৰ ভেটি একেটাই। তেতিয়া হ'লে কথা এইটো হয়গৈ যে, যি আছে সিয়েই চলি থাকক আৰু বৰ্ত্তমানৰ ব্যৱস্থা ৰক্ষা কৰিবই লাগিব। জনসাধাৰণৰ পক্ষৰপৰা কি বাঞ্ছনীয় বা হিতকৰ সেই সম্বন্ধে কোনো অৰ্থনৈতিক অনুসন্ধান কৰাৰ প্ৰয়োজন নাই; বৰ্ত্তমান ব্যৱস্থাৰ সালসলনি ঘটাবলৈ কোনো যত্নও কৰিব নেলাগে; কেৱল জনসাধাৰণৰ হৃদয় পৰিৱৰ্ত্তন কৰিলেই হৈ গ'ল এইটো হৈছে জীৱন আৰু তাৰ সমস্যাবিলাকক তেনেই ধৰ্ম্মৰ ফালৰপৰা চোৱাৰ চেষ্টা মাথোন। ইয়াৰ লগত ৰাজনীতি, সমজনীতি, অৰ্থনীতি বা সমাজ-বিজ্ঞানৰ কোনো সম্পৰ্ক নাই। তথাপি গান্ধীজীয়ে ৰাজনীতি আৰু জাতীয়তাৰ ক্ষেত্ৰত তাক অতিক্ৰম কৰি আগবাঢ়ি যায়।

আজিৰ ভাৰতবৰ্ষ এই ধৰণৰ কিছুমান ভাব-বৈপৰীত্যৰ সন্মুখীন হৈছে। আমি নিজে নিজেই কিছুমান গাঁথি লগাই লৈছোঁ আৰু সেইবোৰ মোকলাই নোলোৱালৈকে আমি আগবাঢ়ি যোৱা টান। কেৱল ভাৱাৱেগেই আমাৰ মুক্তি আনিব নোৱাৰে। স্পিনজাই বহুকালৰ আগতেই প্ৰশ্ন কৰিছিল—"জ্ঞান আৰু উপলব্ধিৰ মাজেদি মুক্তি নে ভাৱাৱেগৰ বন্ধন?"—প্ৰথমটোকে তেওঁ ভাল বুলিছিল।

## হৃদয়ৰ পৰিৱৰ্ত্তন নে বলপ্ৰয়োগ

ষোল বছৰৰ আগতে গান্ধীজীয়ে অহিংসা-নীতি প্ৰচাৰ কৰি ভাৰতবৰ্ষক মন্ত্ৰমুগ্ধ কৰিছিল। তেতিয়াৰপৰাই ই ভাৰতৰ আকাশ বতাহ খলক্ লগাই আছে। বহুত মানুহেই ইয়াক নভবা নিচিন্তাকৈ সমৰ্থন কৰিছে, কোনোবাই ইয়াৰ লগত তৰ্ক আৰু বিচাৰ কৰি আংশিক বা সমূহীয়াভাৱে ইয়াক গ্ৰহণ কৰিছে, কোনোবাই তাকে লৈ খোলাখুলিকৈ হাঁহি-উপহাস কৰিছে। আমাৰ ৰাজনৈতিক আৰু সমাজ-জীৱনত ইয়াৰ প্ৰভাৱ অতি বেঁচি আৰু ই জগতৰ দৃষ্টিক বহুল পৰিমাণে আকৰ্ষণ কৰিছে। অহিংসাতত্ত্ব অতি প্ৰাচীন, কিন্তু বোধহয়, গান্ধীজীয়েই তাক বহলভাৱে ৰাজনৈতিক আৰু সামাজিক আন্দোলনত খটুৱায়। আগতে বিশেষকৈ আৰু যাইকৈ

ই ধৰ্ম্মৰ লগৰ কথা আছিল। ই আছিল—মানুহৰ ব্যক্তিগত সংযম আৰু অনাসক্তি লাভৰ কাৰণে কৰা চেষ্টা, যাৰ সহায়ত মানুহে জগতৰ স্বাৰ্থৰ সংঘাতৰপৰা নিজকে ওপৰলৈ তুলি লৈ যাবলৈ পাৰে। ডাঙৰ ডাঙৰ সামাজিক সমস্যাৰ সমাধান বা সামাজিক পৰিৱৰ্ত্তনৰ কাৰণে ইয়াক প্ৰয়োগ কৰাৰ কথা আগতে নাছিল। থাকিলেও আছিল আওপকীয়াকৈ আৰু দূৰ সমন্ধীয়াকৈহে। সকলোবিলাক বৈষম্য আৰু অবিচাৰেৰে চলি থকা সমাজ-ব্যৱস্থা প্ৰায় সকলোৱেই মানি লৈছিল। ব্যক্তিগত জীৱনৰ এই আদৰ্শক গান্ধীজীয়ে সমাজৰ সমূহীয়া আদৰ্শত পৰিণত কৰিবলৈ যত্ন কৰিলে। তেওঁ ৰাজনৈতিক আৰু সামাজিক পৰিৱৰ্ত্তন বিচাৰে আৰু সেই উদ্দেশ্য সাধনৰ কাৰণে তেওঁ বিশেষ বিবেচনাৰে অহিংসা-নীতি ব্যাপকভাৱে আৰু সম্পূৰ্ণই বেলেগ ক্ষেত্ৰত লগালে। তেওঁ লিখিছে, "মানুহৰ নিজৰ আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ আমূল পৰিৱৰ্ত্তন সাধন কৰিবৰ হ'লে, সমাজত আলোড়ন নুতুলিলে নহয়। দুটা উপায়েৰে সি সম্ভৱ হ'ব পাৰে, হিংসাৰে বা অহিংসাৰে। হিংসাৰ উৎপীড়ন দেহধাৰী মানুহে অনুভৱ কৰে; হিংসাৰ প্ৰয়োগত উৎপীড়িত জন যেনেকৈ নিৰানন্দ হয় তেনেকৈ ইয়াৰ প্ৰয়োগকাৰীও অধঃপাতে যায়। কিন্তু আত্ম-নিগ্ৰহৰ বলেৰে (যেনে উপবাসৰ বলেৰে) দিয়া অহিংসাৰ হেঁচাই আন ধৰণে কাম কৰে। ই দেহাটোক নোছোৱেও আৰু যাৰ বিৰুদ্ধে ইয়াক প্ৰয়োগ কৰা হয় তেওঁলোকৰ নৈতিক বোধক ই জগাই তোলে।"*

এই ভাবৰ লগত ভাৰতীয় চিন্তাধাৰাৰ অলপ সামঞ্জস্য আছে কাৰণে, উপৰুৱাকৈ হ'লেও দেশে ইয়াক আদৰেৰেই গ্ৰহণ কৰিলে। ইযে কিমান দূৰলৈ শিপাব পাৰে সেই কথা অতি কম মানুহেই হে বুজিব পাৰিছিল আৰু এই মানুহ খিনিয়ে অস্পষ্টভাৱেই বিশ্বাস আৰু কামৰ আশ্ৰয় লৈছিল। কিন্তু যেতিয়া কামৰ উৎসাহ ঢিলা হৈ আহিল, তেতিয়া মানুহৰ মনত অসংখ্য প্ৰশ্ন উদয় হ'বলৈ ধৰিলে, আৰু তেতিয়া প্ৰশ্নৰ ঠিক উত্তৰ দিয়া টান হৈ আহিল। এইবিলাক প্ৰশ্নৰ ৰাজনৈতিক ক্ষেত্ৰৰ উপায়ৰ লগত কোনো সম্পৰ্ক নাই। অহিংস আন্দোলনৰ ভাবৰ পাচফালে যি দাৰ্শনিক তত্ত্ব আছে, প্ৰশ্নবিলাকৰ তাৰ লগতে সম্পৰ্ক আছে। ৰাজনৈতিক-ভাৱে এতিয়ালৈকে অহিংস আন্দোলনে সফলতা লাভ কৰা নাই, কাৰণ ভাৰত সাম্ৰাজ্য-বাদৰ পাপৰ শিকলিৰে বান্ধ খাই আছে। সমাজতো ই কোনো আমূল পৰিৱৰ্ত্তন সাধন কৰিব পৰা নাই। তথাপি যি অকণো দূৰলৈ চাব পাৰে, তেৱেঁই দেখিবলৈ পাব যে ভাৰতৰ লাখ লাখ মানুহৰ জীৱনত ই এটা চকুতলগা পৰিৱৰ্ত্তন আনিছে। ই তেওঁলোকক চৰিত্ৰবল দিছে, শক্তি দিছে, নিজৰ ভাবিত নিজে থিয় দিবলৈ শিকাইছে, এইবিলাক গুণ নহ'লে সমাজৰ উন্নতি সাধন বা ৰক্ষা কৰা টান। ই অহিংসাৰপৰাই হৈছে, নে সঙ্ঘৰ্ষৰপৰাই সম্ভৱ হৈছে, কোৱা টান। হিংসামূলক সঙ্ঘৰ্ষতো বহুত মানুহে বহুত ঘটনাত সেই ধৰণৰ গুণসমূহ অৰ্জ্জন কৰে। তথাপি মই নি-দি ক'ব পাৰোঁ অহিংস উপায়ে আমি যিখিনি লাভ কৰিছোঁ সি অমূল্য। ই গান্ধীজীয়ে কোৱা সামাজিক আলোড়ন সৃষ্টি কৰাত সহায় কৰিছে, অৱশ্যে গুৰিতে যে আলোড়নৰ

---

*১৯৩২-ৰ ৪ ডিচেম্বৰৰ দিনা গান্ধীজীৰ লঘোনৰ আগে আগে দিয়া বিবৃতিৰপৰা লোৱা হৈছে।

কাৰণ আৰু অৱস্থা আছিলেই, সিয়ো ঠিক। বৈপ্লৱিক পৰিৱৰ্ত্তনৰ আগৰ অৱস্থাত ই জনগণৰ মাজত গতিবেগ আনি দিছে।

ই অহিংসাৰ অনুকূলে যোৱা যুক্তি হ'লেও, আমাক বেচি দূৰলৈ নিনিয়ে. প্ৰকৃত প্ৰশ্নবিলাক প্ৰশ্নই হৈ যায়। দুৰ্ভাগ্যবশতঃ সমস্যা সমাধানত গান্ধীজীয়েও আমাক সহায় নকৰে। তেওঁ এই বিষয়ে বহুত বাৰ লেখিছে; বহুত বাৰ কৈছে, কিন্তু বৈজ্ঞানিকভাৱেই* হওক বা দাৰ্শনিকভাৱেই হওক, ইয়াৰ সকলো ফাল মুকলিভাৱে বিশ্লেষণ আৰু আলোচনা কৰা নাই। তেওঁ উদ্দেশ্যতকৈ উপায়ৰ ওপৰত বেচি গুৰুত্ব দিয়ে, পীড়নতকৈ হৃদয়ৰ পৰিৱৰ্ত্তন বেচি ভাল বুলি কয় আৰু অহিংসাৰ লগত সত্য আৰু আন আন সদগুণসমূহক প্ৰায় সমান আসন দিয়ে। কেতিয়াবা কেতিয়াবা তেওঁ সত্য আৰু অহিংসাক একে অৰ্থতে ব্যৱহাৰ কৰে। যি যি সেইটো বিশ্বাস নকৰে, তেওঁলোক তেওঁৰ অন্তৰঙ্গসকলৰ বাহিৰৰ বুলি গণ্য কৰাৰ ভাবো আছে. যেন তেওঁলোকে কিবা নৈতিক বিধান নেমানি অপৰাধহে কৰিছে। তেওঁৰ মনত বিশ্বাসী কোনো কোনো মানুহে ইয়াক আত্ম-পৱিত্ৰতা সাধন বুলিও ব্যাখ্যা কৰে।

আমাৰ ভিতৰত যিসকলে এই বিশ্বাস দুৰ্ভাগ্যবশতঃ সম্পূৰ্ণকৈ গ্ৰহণ কৰিব পৰা নাই, তেওঁলোকে অৱশ্যে বহুতো সংশয়ত পৰি কষ্ট পায়। এই সন্দেহৰ লগত সমুখত আহি পৰা প্ৰয়োজনৰ সামঞ্জস্য নাই, কিন্তু মানুহে তাৰ কামৰ লগত সংগতি থকা এনে এটা দৰ্শন বিচাৰে যি ব্যক্তিৰ ফালৰপৰা নীতিগত হ'ব আৰু সামাজিক জীৱনত কামত আহিব। মই অকপটে স্বীকাৰ কৰিম—এই সন্দেহৰপৰা মই মুক্ত হ'ব পৰা নাই আৰু সমস্যাৰ কোনো সন্তোষজনক সমাধানো মই দেখা নাই। মই হিংসাক অতি বেয়া পালেও মোৰ নিজৰ মন হিংসাৰে ভৰি আছে; জানি বা নেজানি মই আনক কষ্ট দিবলৈ চেষ্টা কৰোঁ। কিন্তু গান্ধীজীয়ে যেনেকৈ আনক মানসিক উৎপীড়ন কৰে, তাতকৈ বেচি উৎপীড়ন আৰু কি হ'ব পাৰে,—যি উৎপীড়নৰ ফলত তেওঁৰ অতি প্ৰিয় অনুগামী আৰু সহকৰ্ম্মীসকল একেবাৰেই মনৰ এটা লুলা-তুলা অৱস্থা পায়গৈ।

কিন্তু আচল কথা হ'ল কি—জাতীয় বা সামাজিক শ্ৰেণীবিলাক ব্যক্তিগত অহিংসাৰ আদৰ্শত অনুপ্ৰাণিত হ'ব জানো? কাৰণ মানুহজাতি প্ৰেম আৰু সত্যতাৰ ওখ থাপত উঠিলেহে সি সম্ভৱ হ'ব পাৰে। মানুহজাতিক সেই ওখ থাপলৈ তুলি ঘিণ, কদৰ্য্যতা আৰু স্বাৰ্থপৰতাৰ অন্ত কৰাৰ যি চৰম আদৰ্শ, তাক উপলব্ধি কৰিবলৈ চেষ্টা কৰা যে উচিত, সেইটো সঁচা। সেইটো সম্ভৱ নে অসম্ভৱ কেতিয়াবা ই হ'ব নে নহয়, সি অৱশ্যে ভাবি-চিন্তি চাবলগীয়া কথা; কিন্তু সেইদৰে আশা নকৰিলেও জীৱনটো হৈ পৰে "মূৰ্খই কোৱা সাধু এটাৰ দৰে, য'ত দপদপনি আছে. খঙৰ ফোৰোহনি আছে, কিন্তু অৰ্থ হ'লে নাই।" সেই আদৰ্শ লাভ কৰিবৰ হ'লে আমি জানো প্ৰত্যক্ষভাৱে সেই সদগুণসমূহকহে প্ৰচাৰ কৰিম, তাৰ পথৰ বাধাবিলাক লেখত নলম নে কি? কিন্তু দেখা গৈছে বাধাবিলাকে সাফল্যৰ বাটত আগভেটি

* ৰিচাৰ্ড বি. গ্ৰেগে তেওঁৰ "পাৱাৰ অব্ নন্ ভায়োলেন্স" পুথিত এই বিষয়টো বৈজ্ঞানিক-ভাৱে আলোচনা কৰিছে। তেওঁৰ পুথিখন পঢ়ি বৰ ভাল লাগে। তাত চিন্তা কৰিবলগীয়াও বহুত বিষয় আছে।

ধৰি বিপৰীত প্ৰবৃত্তি জগাই তুলিছে, নাইবা আটাইতকৈ আগতে আমি বাধাবিঘ্নক দূৰ কৰি; প্ৰেম, সৌন্দৰ্য্য, আৰু সততাৰ অনুকূল আৰু উপযোগী বা বতাহৰ সৃষ্টি কৰিম নে কি? নে দুয়োটা উপায় লৈয়েই কাম কৰিব লাগিব? তাৰ পিছত, হিংসা আৰু অহিংসা,- হৃদয় পৰিবৰ্ত্তন আৰু বল প্ৰয়োগৰ মাজৰ সীমা-ৰেখা জানো অতি স্পষ্ট? দৈহিক বল প্ৰয়োগতকৈয়ো কেতিয়াবা নৈতিক শক্তিয়ে বেচিকৈহে বল প্ৰয়োগ কৰে। অহিংসা আৰু সত্যৰ অৰ্থ একেই নে? সত্য কি, এই পুৰণি প্ৰশ্নটোৰ হেজাৰ হেজাৰ উত্তৰ দিয়া হৈছে। কিন্তু তথাপি প্ৰশ্ন, প্ৰশ্নই থাকিল। সি যি নহওক, ইয়াক কিন্তু অহিংসাৰ লগত একে কৰি চাব নোৱাৰি। হিংসা বেয়া হ'লেও, দুৰ্নীতিয়েই ইয়াৰ স্বাভাৱিক ভেটি বুলি ক'ব নোৱাৰি। ইয়াৰো নানা ৰূপ বা খাপ আছে, কেতিয়াবা কেতিয়াবা বেচি নীচ কামলৈ যোৱাতকৈ হিংসা অৱলম্বন কৰা বেচিহে ভাল। গান্ধীজীয়ে নিজেও কৈছে, কাপুৰুষালি, ভয়, আৰু দাসত্বতকৈ ই শ্ৰেষ্ঠ; আৰু বহুতো অন্যায় ইয়াৰ লগত লগ লগাই দিব পাৰি। হিংসাৰ লগত প্ৰায়েই বেয়া ভাব সাঙোৰ খাই থাকে স'চা, কিন্তু তত্ত্বৰ ফালৰপৰা চালে সদায় যে তেনেকুৱা হ'ব, এনে কোনো কথা নাই। সদিচ্ছাৰপৰাও অহিংসা প্ৰয়োগ হ'ব পাৰে (যেনে অস্ত্ৰ-চিকিৎসক) আৰু সদিচ্ছাৰে কাম কৰিলে সি কেতিয়াও দুৰ্নীতি হ'ব নোৱাৰে। যি হওক, সৎ-ইচ্ছা আৰু কু-অভিপ্ৰায় এই দুটাই হ'ল শিষ্টাচাৰ আৰু নৈতিকতাৰ চৰম পৰীক্ষা। নৈতিকতাৰ ফালৰপৰা হিংসা প্ৰায়েই অন্যায়; আন কি বিপজ্জনকো হ'ব পাৰে, কিন্তু সকলো ক্ষেত্ৰতে যে সেয়ে হ'ব, এনেকুৱা একো কথা নাই।

গোটেই জীৱনটোৱেই হিংসা আৰু সংঘৰ্ষেৰে ভৰা। হিংসাৰপৰা হিংসাৰ উদ্ভৱ হয় আৰু হিংসাৰে হিংসাক জয় কৰিব নোৱাৰি, ইও স'চা। কিন্তু তথাপি একেবাৰেই শপত খাই ইয়াক সকলো প্ৰকাৰে বৰ্জ্জন কৰিলে, জীৱনৰ লগত সম্পৰ্কহীন হৈ এইটো নহ'ব, সেইটো নহ'ব কৰি থাকোঁতেই যাব। আধুনিক ৰাষ্ট্ৰ আৰু সমাজ-ব্যৱস্থাত হিংসাই প্ৰাণবস্তু। ৰাষ্ট্ৰৰ বল প্ৰয়োগেৰ বাধ্য কৰাৰ ব্যৱস্থা নেথাকিলে মানুহে টেক্সেই নিদিলেহেঁতেন, জমিদাৰে খাজনা নেপালেহেঁতেন, ব্যক্তিগত সম্পত্তি লোপ পালেহেঁতেন। আইনে সশস্ত্ৰ শক্তিৰ সাহায্যেৰে ব্যক্তিগত সম্পত্তিৰ ওপৰত আনৰ হস্তক্ষেপ নোহোৱা কৰে। আক্ৰমণ আৰু প্ৰতিৰোধ দুয়োবিধ হিংসাৰ ওপৰতে জাতীয় ৰাষ্ট্ৰবিলাক প্ৰতিষ্ঠিত।

গান্ধীজীৰ অহিংসা অৱশ্যে কেৱল তেনেই নেতিবাচক নহয়, ই স'চা। ই আক্ৰমণৰ সন্মুখত হাত সাৱটি বহি থকাৰ কথা নহয়। ই হৈছে অহিংস প্ৰতিৰোধ, ই একেবাৰেই বেলেগ, ই এটা প্ৰত্যক্ষ সক্ৰিয় কৰ্ম্মপন্থা। যি চলি থকা ব্যৱস্থাকে মানি লয়, তাৰ কাৰণে ই নহয়। “সামাজিক আলোড়ন” সৃষ্টি কৰিবৰ কাৰণেই ইয়াৰ পৰিকল্পনা কৰা হৈছে, যাৰদ্বাৰা বৰ্ত্তমান ব্যৱস্থাৰ পৰিবৰ্ত্তন সাধন কৰা সম্ভৱ হ'ব। ইয়াৰ ভিতৰত হৃদয়ৰ পৰিবৰ্ত্তন সাধনৰ যি ধৰণৰ উদ্দেশ্যই নেথাকক লাগিলে, বলেৰে বাধ্য কৰাৰ পক্ষেও ই এক শক্তিশালী অস্ত্ৰ। পিছে ইয়াৰ বল প্ৰয়োগ কৰাৰ পদ্ধতি অতি মহৎ আৰু তাত আপত্তি কৰিবলগীয়া বিশেষ একোৱেই নাই। গান্ধীজীয়ে আগতে নিজকে “বাধ্য কৰা” শব্দটোৰ ব্যৱহাৰ কৰিছিল। সেইটোৰ

মন কৰিবলগীয়া কথা। পঞ্জাৱৰ সামৰিক আইনৰ অন্যায় সম্পৰ্কে ১৯২০ চনত বৰলাটৰ (লৰ্ড চেমচ্‌ফৰ্ড) বক্তৃতাৰ সমালোচনা কৰি তেওঁ লিখিছিল—"আইন-সভাৰ উদ্বোধন কৰি বৰলাটে দিয়া বক্তৃতাৰপৰা আমি যি মনোভাৱৰ পৰিচয় পাইছোঁ, তালৈ চালে আত্মমৰ্য্যাদাৰ জ্ঞান থকা কোনো মানুহেই তেওঁৰ লগত বা তেওঁৰ চৰকাৰৰ লগত সম্বন্ধ ৰখা টান।"

"পঞ্জাৱ সম্পৰ্কে মন্তব্যৰ অৰ্থ ক্ষতিপূৰণ কৰিবলৈ থিয়ৈ থিয়ৈ অমান্তি। তেওঁ বিচাৰে আমি 'অদূৰ ভৱিষ্যত'ৰ কাৰণে মনোযোগ দিব লাগে। অদূৰ ভৱিষ্যতত পঞ্জাৱৰ ঘটনাৰ কাৰণে চৰকাৰে অনুতাপ কৰিবলৈ বাধ্য হ'ব লাগিব। কিন্তু তাৰ একো চিন দেখা নেযায়। বৰং আনফালে বৰলাটে তেওঁৰ সমালোচকসকলক কোনো উত্তৰ নিদিয়াকৈ থাকি প্ৰমাণ কৰিছে যে, ভাৰতৰ মৰ্য্যাদাৰ লগত সম্বন্ধ থকা গুৰুতৰ বিষয়াবিলাকৰ সম্পৰ্কে তেওঁৰ মতৰ কোনো সালসলনি হোৱা নাই। তেওঁ "বুৰঞ্জীয়ে ইয়াৰ বিচাৰ কৰিব", এই ভাবিয়েই নিশ্চিন্তি হৈ আছে। মোৰ মনেৰে এই ধৰণৰ ভাষা ভাৰতীয়সকলৰ মন আৰু বেচিকৈ উত্তপ্ত কৰি তুলিবৰ কাৰণে ইচ্ছা কৰিয়েই ব্যৱহাৰ কৰা হৈছে। যাৰ প্ৰতি অন্যায় হৈ গৈছে, দায়িত্বপূৰ্ণ আৰু বিশ্বাসৰ ওপৰত অধিষ্ঠিত হৈ থকাৰ কাৰণে অনুপযুক্ত বুলি প্ৰমাণিত হৈ যোৱা বিষয়াৰ ভৰি তলতে সদায় যিসকল থাকিবলগীয়া হৈছে, সেইসকলৰ কাৰণে বুৰঞ্জীৰ সিদ্ধান্ত জানিবা অনুকূলেই হ'ল তাৰপৰা নো কি লাভ হ'ব? পঞ্জাৱৰ সুবিচাৰৰ দাবী অগ্ৰাহ্য কৰি, সহযোগিতাৰ কথা উত্থাপন কৰা প্ৰৱঞ্চনা বুলি ক'লেও কমেইহে কোৱা হয়।

চৰকাৰবিলাক অতি নিন্দনীয় হিংসাৰ ওপৰত প্ৰতিষ্ঠিত; কেৱল সশস্ত্ৰ সৈন্যবাহিনীৰ হিংসাৰ ওপৰতে নহয়। আৰু অতি ভয়াবহ হিংসা অতি সূক্ষ্মভাৱে প্ৰয়োগ কৰা হয়, তাৰ অস্ত্ৰ চোৰাংচোৱা, গুপ্তবাৰ্ত্তাবাহী, উচটনি দিয়া মানুহ, শিক্ষা বিভাগ, বাতৰি-কাকতৰ যোগেদি পোনপটীয়াকৈ বা আওপকীয়াকৈ কৰা মিছা প্ৰচাৰ-কাৰ্য্য, ধৰ্ম্ম ভয় আৰু আন আন ভয় খুওৱাৰ অৰ্থে নৈতিক শোষণ আৰু লঘোন। দুটা চৰকাৰৰ মাজত ধৰা নপৰাকৈ থাকিলে সকলো ধৰণৰ মিছা আৰু বিশ্বাস-ঘাতকতা সদায় যুক্তিসঙ্গত বুলি বিবেচনা কৰা হয়। ই শান্তিৰ সময়তো চলে, সেয়ে আৰু যুদ্ধৰ সময়ত বেচিকৈ চলে। তিনি শ' বছৰৰ আগতে চাৰ হেনৰি ওৱটন, কৰি আৰু নিজে এজন বৃটিছ ৰাজদূত হৈয়ো ৰাষ্ট্ৰদূতৰ এই বুলি সংজ্ঞা দিছে যে, "এজন সাধুলোকক স্বদেশৰ মঙ্গলৰ কাৰণে মিছা প্ৰচাৰৰ কাৰণে পঠোৱা হয়।" আজি-কালি ৰাষ্ট্ৰদূতসকল সামৰিক, নৌ-বিভাগ আৰু ব্যৱসায় সম্পৰ্কীয় পৰামৰ্শদাতাসকলৰ লগত দূতাবাসত থাকে। তেওঁলোকৰ প্ৰধান কাম হ'ল সেই দেশত চোৰাংচোৱা কাম কৰা। তেওঁলোকৰ পাচফালে থাকে চোৰাংচোৱা বিভাগৰ গোটেইখনতে বিয়পি থকা ডাল-পাতৰ জাল; কত ষড়যন্ত্ৰ আৰু শঠতা, ইয়াৰ চোৰাং-চোৱা আৰু চোৰাংচোৱাৰ ওপৰত চোৰাংচোৱা, সমাজৰ গুপ্ত খাপৰ অপৰাধী-বিলাকৰ লগত সঙ্গ, ভেটি দিয়া, মানুহৰ চৰিত্ৰৰ অৱনতি ঘটোৱাৰ আয়োজন আৰু গুপ্ত হত্যাকাণ্ড। শান্তিৰ সময়ত এইবোৰ বেয়াই, সন্দেহ নাই; কিন্তু যুদ্ধৰ সময়ত ইয়াৰ গুৰুত্ব অতিপাত বাঢ়ি যায় আৰু ইয়াৰ ধ্বংসাত্মক প্ৰভাৱ চাৰিওফালে

বিৰূপ পৰে। যোৱা মহাযুদ্ধৰ সময়ৰ প্ৰচাৰ কাৰ্য্যৰ কিছুমান দৃষ্টান্ত আজি-কালি পঢ়িলে অবাক হ'বলগীয়া হ'ব। কেনেকৈ শত্ৰু-ৰাষ্ট্ৰৰ বিৰুদ্ধে মিছা প্ৰচাৰ কৰা হৈছে, আৰু ইয়াৰ কাৰণে আৰু চোৰাংচোৱা বিভাগৰ কাৰণে কিমান যে টকা পানী হৈছে! আজি-কালি শান্তি বুলি বুজিব লাগিব দুখন যুদ্ধৰ মাজৰ শান্তিৰ যুদ্ধৰ আয়োজন চলিয়েই আছে আৰু কিছু পৰিমাণ অৰ্থনৈতিক আৰু আন আন ক্ষেত্ৰত সঙ্ঘৰ্ষ লাগিয়েই আছে। বিজেতাৰ লগত পৰাজিতৰ, সাম্ৰাজ্যবাদী শক্তিৰ লগত তাৰ অধীনৰ ঔপনিবেশিক দেশবিলাকৰ, সুবিধাবাদী শ্ৰেণীৰ লগত শোষিত শ্ৰেণীৰ সঙ্ঘৰ্ষ লাগিয়েই আছে। আমি যাক শান্তি বুলি কওঁ, তেতিয়াও হিংসা আৰু মিছাৰ সকলো সম্ভাৰ লৈ যুদ্ধৰ বা বতাহ চলি থাকে। সৈনিকেই হওক বা সাধাৰণ কৰ্ম্মচাৰীয়েই হওক সকলোকে এই একেই উদ্দেশ্যে শিক্ষা দিয়া হয়। লৰ্ড উলজ্‌লিয়ে "যুদ্ধক্ষেত্ৰত সৈনিকৰ কৰ্ত্তব্য" বোলা পুথিত লিখিছে—"আমি সদায় এই বিশ্বাস উৎপাদন কৰিবলৈ যত্ন কৰিম যে, 'সততাই সৰ্ব্বশ্ৰেষ্ঠ নীতি আৰু শেহত ইয়াৰেই জয়' এই সুন্দৰ বাক্যটো ল'ৰা-ছোৱালীৰ হাতৰ আখৰৰ চনেকিৰ বহীৰ কাৰণে উপযোগী, কিন্তু সঁচাসঁচিকৈ তাক যুদ্ধত যি খটুৱাবলৈ বিচাৰে, তাৰ পক্ষে খাপৰ তৰোৱাল খাপতে থকাই ভাল।"

জাতিৰ বিৰুদ্ধে জাতি, শ্ৰেণীৰ বিৰুদ্ধে শ্ৰেণী লৈ বৰ্ত্তমান ব্যৱস্থাৰ ভেটিটত হিংসা আৰু মিছা নহ'লেই নচলে যেন লাগে। সুবিধাভোগী জাতি আৰু শ্ৰেণী-বিলাকে তেওঁলোকৰ ক্ষমতা আৰু সুবিধা অটুট ৰাখিবৰ কাৰণে আৰু যাৰ ওপৰত তেওঁলোকে অত্যাচাৰ কৰে, তেওঁলোকৰ সুবিধাবিলাক হেঁচি ধৰি থাকিবৰ কাৰণে, হিংসা বলেৰে বাধ্য কৰি ৰখা আৰু মিছাৰ ওপৰত ভৰ দিবলৈ বাধ্য। জনমতৰ শক্তি বেচি হ'লে আৰু এই সঙ্ঘৰ্ষ আৰু দমন ব্যৱস্থাৰ উৎপাত দেখাদেখিকৈয়ে বেচি হ'লেগে হিংসা অলপ কমিব পাৰে। সেইটো সম্ভৱ। কিন্তু আধুনিক অভিজ্ঞতা তাৰ বিপৰীতেহে। প্ৰচলিত প্ৰতিষ্ঠানবিলাকৰ বিৰুদ্ধে প্ৰতিবাদ যিমানেই শক্তি-শালী হৈ আহিছে, সিমানেই হিংসা-নীতিও বেচি প্ৰবল হৈ আহিছে। আন কি যেতিয়া দেখাদেখিকৈয়ে হিংসা কমি আহিছে, তেতিয়াই ই আগতকৈয়ো বেচি সূক্ষ্ম আৰু মাৰাত্মকভাৱে দেখা দিছে। যুক্তিবাদৰ শিক্ষা দিয়েই হওক, ধৰ্ম্মজীৱনৰ আদৰ্শৰ গুৰুত্ব দিয়েই হওক, বা নৈতিক শিক্ষাৰদ্বাৰাই হওক, একোৱেই এই হিংসাপ্ৰৱণতাক সংযত কৰিব পৰা নাই। কোনো কোনো মানুহৰ উন্নতি হৈছে, মনুষ্যত্বৰ তেওঁলোক বহুত ওপৰলৈ দাং খাইছে। কি জানি বুৰঞ্জীৰ আৰু যি কোনো যুগৰ তুলনাত বৰ্ত্তমান জগতৰ ওখ মনৰ মানুহৰ (একেবাৰেই ওখ শ্ৰেণীৰ মানুহৰ বাদে) সংখ্যা সৰহ, সমূহয়াকৈ সমাজৰো উন্নতি হৈছে, কিছু পৰিমাণে আদিম আৰু বৰ্ব্বৰ প্ৰবৃত্তি সংযত কৰাৰ ভাব জাগি উঠিছে। কিন্তু মুঠৰ ওপৰত শ্ৰেণী বা সম্প্ৰদায়ৰ নৈতিক মানদণ্ডত, দ্বিতীয় শ্ৰেণীৰ হিংসাৰ প্ৰতি সদায় অনুৰাগ আছে কাৰণে, সম্প্ৰদায়বিলাকৰ প্ৰথম শ্ৰেণীৰ মানুহৰ ভিতৰত কাচিৎহে নেতৃত্ব কৰিব পৰা লোক ওলায়।

কিন্তু আমি যদি ধৰিও লওঁ যে, হিংসাৰ চৰম আৰু নিষ্ঠুৰ ব্যৱস্থাবিলাক ক্ৰমে ক্ৰমে ৰাষ্ট্ৰৰপৰা নাইকিয়া হৈ যাব, তেতিয়া হ'লেও চৰকাৰ আৰু সমাজজীৱনৰ

কাৰণে বল প্ৰয়োগৰ আৱশ্যকতা থাকিবই নে কি? ইয়াক মানি নলৈ নোৱাৰি। সমাজজীৱনৰ কাৰণে যি কোনো আকাৰেই হওক চৰকাৰৰ আৱশ্যক আৰু যিসকল লোকৰ হাতত ক্ষমতা থাকিব তেওঁলোকৰ ব্যক্তি বা দলৰ প্ৰকৃতিত নিহিত থকা স্বাৰ্থপৰতা সংযত আৰু দমন কৰিবই লাগিব, নহ'লে সমাজৰ ক্ষতি হ'ব পাৰে। সাধাৰণতে ক্ষমতা পোৱা মানুহে লগাতকৈয়ো বেচিকৈ বল খটুৱায়; কাৰণ ক্ষমতাই চৰিত্ৰক কলুষিত কৰে, তললৈ নিয়ে। যি হওক শাসকসকল যিমানেই স্বাধীনতা-প্ৰেমিক নহওক, আৰু বল প্ৰয়োগ কৰাটো তেওঁলোকে যিমানেই ঘিণ নকৰক লাগে, কোনো কোনো আঁকোৰ্গোজ মানুহক শাসন কৰিবৰ কাৰণে তেওঁলোকে বল প্ৰয়োগ কৰিবই লাগিব। যিমান দিন ৰাষ্ট্ৰৰ প্ৰত্যেকজন নাগৰিকেই সম্পূৰ্ণ নিস্বাৰ্থ আৰু সমূহীয়া কল্যাণৰ কাৰণে কাম নকৰে, সিমান দিনলৈকে ইয়াৰ প্ৰয়োজন। কিন্তু সেই আদৰ্শ ৰাষ্ট্ৰৰ শাসকসকলেও পৰৰ ধনৰ লোভত আক্ৰমণ কৰিবলৈ অহা বাহিৰৰ লোকৰ বিৰুদ্ধে বল প্ৰয়োগ কৰি লাগিব। যেতিয়া গোটেই জগততে এখন ৰাষ্ট্ৰ হ'বগৈ তেতিয়াহে তাৰ প্ৰয়োজন নাইকিয়া হ'ব।

বাহিৰৰ আক্ৰমণৰপৰা আত্মৰক্ষা আৰু ভিতৰৰ ক্ষমতাৰ সংৰক্ষণৰ কাৰণে যদি বল প্ৰয়োগ আৰু কঠোৰভাৱে বাধ্যবাধকতা আৰোপ কৰিবলগীয়া হয় তাৰ সীমা-ৰেখা ক'ত টনা হ'ব? ৰাইনহ'ল্ড নাইবুৰে* কৈছে—"নীতিশাস্ত্ৰই যদি এবাৰ ৰাষ্ট্ৰ-নীতিক এই চৰম স্বাধীনতা দিয়ে আৰু বল প্ৰয়োগক সামাজিক সমতা ৰক্ষাৰ কাৰণে লাগতিয়াল অস্ত্ৰ হিচাপে লোৱা হয়, তেতিয়া হিংসাই হওক বা অহিংসাই হওক কোনো ধৰণেৰে বল প্ৰয়োগ, চৰকাৰৰ বল প্ৰয়োগ বা বিপ্লৱীৰ বল প্ৰয়োগ, এই দুয়োৰে মাজত পৰিষ্কাৰভাৱে পাৰ্থক্য বিচাৰি উলিওৱা টান হয়।"

মই ভালকৈ নেজানিলেও, মোৰ মনেৰে গান্ধীজীয়েও স্বীকাৰ কৰিব এই অসম্পূৰ্ণ জগতত বাহিৰৰপৰা, অন্যায় আক্ৰমণৰপৰা আত্মৰক্ষাৰ কাৰণে যি কোনো জাতীয় ৰাষ্ট্ৰৰ ওপৰত বাহুবল প্ৰয়োগ কৰিব লাগিব। অৱশ্যে সেই ৰাষ্ট্ৰই ওচৰ-চুবুৰীয়া আৰু আন আন ৰাষ্ট্ৰৰ প্ৰতি শান্তিপূৰ্ণ বন্ধুতাৰ ভাব দেখুৱাব, কিন্তু তথাপি আক্ৰমণৰ সম্ভাৱনা একেবাৰেই অস্বীকাৰ কৰাৰ কোনো যুক্তি নাই। ৰাষ্ট্ৰই কিছুমান বল প্ৰয়োগমূলক আইনো প্ৰণয়ন কৰিব লাগিব। এফালৰপৰা চাবলৈ গ'লে সেই আইনবিলাকে কোনো কোনো শ্ৰেণী বা সম্প্ৰদায়ৰ কিছুমান অধিকাৰ আৰু সুবিধা হৰণ কৰিব আৰু কাম-কাজৰ স্বাধীনতা খৰ্ব্ব কৰিব। ভয় দেখুওৱা গুণটো আংশিকভাৱে সকলো আইনৰে আছে। কংগ্ৰেছৰ কৰাচী সিদ্ধান্তত উল্লেখ কৰা হৈছিল—"জনসাধাৰণৰ শোষণৰ অন্ত কৰিবৰ কাৰণে ৰাজনৈতিক স্বাধীনতাৰ মাজত পেটৰ ভোকত কষ্ট পাই থকা কোটি কোটি মানুহৰ প্ৰকৃত অৰ্থনৈতিক স্বাধীনতাৰো স্থান থাকিব।" এই সৎ অভিপ্ৰায়ক কামত পৰিণত কৰিবৰ হ'লে অতিৰিক্ত সুবিধাবাদীসকলে সুবিধাহীনবিলাকৰ কাৰণে কিছু ত্যাগ কৰিব লাগিব। তাৰ বাহিৰেও আৰু কোৱা হৈছে যে, বনুৱাসকলে জীয়াই থাকিব পৰাকৈ বানচ আৰু আন আন সুবিধা পাব; ধন-সম্পত্তিৰ ওপৰত বিশেষ কৰ ধাৰ্য্য কৰা হ'ব, "মূল

* 'মৰেল্ মেন এণ্ড ইম্মৰেল ছোচাইটি'।

শিল্পসমূহ সাধাৰণ প্ৰয়োজনীয় ব্যৱসায়, ৰেলৱে, জলপথ, নৌ-বাণিজ্য আদি আৰু সাধাৰণ বানবাহন আদি ৰাষ্ট্ৰৰ হাতলৈ আহিব আৰু নিয়ন্ত্ৰিত হ'ব। আৰু সকলো ধৰণৰ ৰাগিয়াল বস্তুৰ প্ৰচলন বন্ধ কৰি দিয়া হ'ব।" বহুতে মানুহেই ইয়াৰ প্ৰতিবাদ কৰিব, সেই সম্ভাৱনা আছে। তেওঁলোক অধিকাংশৰ ইচ্ছাৰ বশীভূত হ'ব পাৰে, কিন্তু অবাধ্যতাৰ পৰিণাম চিন্তা কৰি ভয়তে তেওঁলোকে সেইটো কৰিব। গণতন্ত্ৰৰ আইন হ'ল সংখ্যাগৰিষ্ঠ দলে বল প্ৰয়োগ কৰি সংখ্যালঘিষ্ট দলক দমাই ৰখা।

সম্পত্তিৰ ওপৰত অধিকাৰ খৰ্ব্ব কৰি বা বহুতৰ্খিনি লোপ কৰি সংখ্যাগৰিষ্ঠ দলে যদি কোনো আইন প্ৰণয়ন কৰে, তাক বলপ্ৰয়োগ কৰা বুলি আপত্তি কৰিব নোৱাৰি। কিয়নো গণতান্ত্ৰিক আইন এনেকৈয়ো প্ৰণয়ন কৰা হয়। এটা কথা ক'লে ক'ব পাৰি যে, সংখ্যাগৰিষ্ঠ দলে অন্যায় বা অনীতিৰ কাম কৰিছে। তেতিয়া বিচাৰ কৰি চাবলগীয়া হ'ব সংখ্যাগৰিষ্ঠ দলে নীতিশাস্ত্ৰৰ কিবা বিধান ভংগ কৰিছে নে নাই? তাৰ মীমাংসা কৰিব কোনে? যদি ব্যক্তি বা সম্প্ৰদায়ক নিজৰ নিজৰ স্বাৰ্থৰ ফালৰপৰা নীতিশাস্ত্ৰৰ ব্যাখ্যা কৰিবলৈ দিয়া হয়, তেতিয়া হ'লে গণতান্ত্ৰিক পদ্ধতিৰ অন্ত হ'ব। মোৰ নিজাকৈ ধাৰণা হৈছে এয়ে যে ব্যক্তিগত সম্পত্তিৰ ফলত (একেবাৰেই সীমাবদ্ধ আৰু সুনিৰ্দ্দিষ্ট সম্পত্তিৰ বাহিৰে) গোটেই সমাজৰ ওপৰতে আধিপত্য কৰাৰ মাৰাত্মক ক্ষমতা ব্যক্তিৰ ওপৰত দিয়া হয়। গতিকে ই সমাজৰ পক্ষে অনিষ্টকৰ। তাক মই হ'লে মদ খোৱাতকৈয়ো বেচি দুনীতি বুলিহে ভাবোঁ। কাৰণ মদ খোৱাৰপৰা ব্যক্তিৰ ক্ষতিয়েই বেচি হয়।

যি হওক অহিংস পন্থাত বিশ্বাস কৰা বহুত মানুহৰ মুখে শুনিছোঁ গিৰিহঁতৰ সন্মতি নোহোৱাকৈ বোলে ব্যক্তিগত সম্পত্তি জাতীয় সম্পত্তিৰ পৰিণত কৰাৰ চেষ্টা অহিংস-নীতিবিৰোধী। এই কথা মোক এনেকুৱা ডাঙৰ ডাঙৰ জমিদাৰে বুজাবৰ চেষ্টা কৰিছে যিবিলাকে চৰকাৰৰ সহায় লৈ বলেৰে খাজনা আদায় কৰিবলৈ অকণো পাচ নোহেঁহকে, এনেকুৱা বহুতো কাৰখানাৰ গৰাকীয়ে কৈছে যিসকলে তেওঁলোকৰ তলতীয়া বনুৱাসকলক স্বাধীন বনুৱাসঙ্ঘ গঠন কৰাত প্ৰতিবাদ কৰে। জনসাধাৰণৰ অধিকাংশৰ পৰিবৰ্ত্তনৰ ইচ্ছা থাকিলেই নহ'ব, যিবিলাক মানুহৰ ক্ষতি হ'ব তেওঁলোকৰো হৃদয়ৰ পৰিবৰ্ত্তন কৰিব লাগিব। এয়ে হৈছে কথা। কিন্তু এই দৰেই এমুঠি স্বাৰ্থজড়িত লোকে যি কোনো বাঞ্ছনীয় পৰিবৰ্ত্তনৰ বাট ভেটিব পাৰে।

বুৰ্জোৱা মাজেদি এই সত্যই ফটফটীয়াকৈ ওলাই পৰিছে, যে অৰ্থনৈতিক স্বাৰ্থই দল বা শ্ৰেণীৰ ৰাজনৈতিক মত গঢ়ি তোলে। যুক্তি বা নৈতিকতাই তাক ওফোৰাই পেলাব নোৱাৰে। কোনো কোনো মানুহৰ হৃদয়ৰ পৰিবৰ্ত্তন কৰিব পাৰি. তেওঁলোকে নিজৰ বিশেষ সা-সুবিধা হয়তো ত্যাগো কৰিব পাৰে—কৰিলেও সি অতি বিৰলহে; কিন্তু এটা দল বা শ্ৰেণীয়ে যে সেইটো কেতিয়াও নকৰে। শাসক বা সুবিধাভোগী শ্ৰেণীৰ হৃদয়ত পৰিবৰ্ত্তনৰদ্বাৰা ক্ষমতা আৰু বিশেষ সুবিধা এৰুৱাৰ চেষ্টা এতিয়ালৈকে বিফলেই হৈ আছে আৰু ভৱিষ্যতে যে কেতিয়াবা সফল হ'ব তাকো বিশ্বাস কৰাৰ কিবা যুক্তি আছে বুলি মনে নধৰে। বাইন হ'ব্ৰু নাইবুৰে

তেওঁৰ পূৰ্ব্বৰ্ত্তী নীতিবাদীসকলৰ বিৰুদ্ধে এই যুক্তি দিছে যে,—"যিসকলে ভাবে 'যুক্তিবাদৰ উৎকৰ্ষসাধন হ'লে বা ধৰ্ম্মবিস্তাৰৰপৰা হোৱা সৎ ইচ্ছাৰদ্বাৰা মানুহৰ অহঙ্কাৰ বেচি সংযত হ'ব আৰু সমূহ মানৱসমাজ আৰু সম্প্ৰদায়বিলাকৰ ভিতৰত সামাজিক সমতা স্থাপনৰ কাৰণে এই উপায়েই আৱশ্যক।'—এই নীতিবাদী-সকলে বুজিব নোৱাৰে যে সমূহীয়াভাৱে মানুহৰ যি গতি-বিধি সি প্ৰকৃতিৰ নিয়ম মানিহে চলে আৰু সি কেতিয়াও সম্পূৰ্ণ যুক্তি বা বিবেকৰ শাসনৰ অধীন হ'ব নোৱাৰে আৰু সেই কাৰণে মানৱসমাজত ন্যায়ৰ বাবে হোৱা সংগ্ৰামত তেওঁলোকে ৰাজনৈতিক প্ৰয়োজনবিলাকৰ কোনো ঠাই নাই বুলি ভাবে। তেওঁলোকে এইটোও বুজিব নোৱাৰে, যে সম্মিলিত শক্তিয়ে, সেই শক্তি লাগিলে সাম্ৰাজ্য নীতিৰেই হওক বা শ্ৰেণী-প্ৰাধান্যৰেই হওক, যেতিয়া দুৰ্ব্বলক শোষণ কৰে তেতিয়া বল প্ৰয়োগ নকৰাকৈ তাক কোনোমতেই গুচাব নোৱাৰি।" তেওঁ আৰু কৈছে—"যেতিয়া দেখা গৈছে যে যুক্তি গৈ বহুতখিনি অৱস্থা আৰু বিশেষ ব্যৱস্থাৰপৰা সৃষ্টি হোৱা স্বাৰ্থৰ দাস হৈ পৰিছে, তেতিয়া নৈতিক বা যৌক্তিকতাৰ দোহাই দি কোনো সামাজিক সুবিচাৰৰ আশা কৰিব নোৱাৰি।...সঙ্ঘৰ্ষ নোহোৱাকৈয়ো ৰাখিব নোৱাৰি আৰু সেই সঙ্ঘৰ্ষত শক্তিৰ বিৰুদ্ধে শক্তি প্ৰয়োগ কৰিবই লাগিব।"

গতিকে কোনো জাতি বা শ্ৰেণীৰ সম্পূৰ্ণ হৃদয় পৰিৱৰ্ত্তন কৰা সম্ভৱ বুলি যুক্তিসংগত তৰ্ক বা সুবিচাৰৰ দোহাই দি সঙ্ঘৰ্ষ নিবাৰণ কৰা সম্ভৱ বুলি যদি কোনোৱাই ভাবে তেন্তে তেওঁ নিজকে ভুৱা দিয়ে মাত্ৰ। ঠিক বল প্ৰয়োগৰ সমানেই প্ৰবল কাৰ্য্যকৰী হেঁচা নিদিলে, কোনো শ্ৰেণীয়ে তাৰ সুবিধা আৰু গজ্‌গজীয়াকৈ বহি লোৱা ঠাই এৰি দিব, নাইবা কোনো দেশৰ ওপৰত গৰাকী হৈ বহা এটা সাম্ৰাজ্যবাদী শক্তিয়ে তাৰ ক্ষমতা কেতিয়াবা এৰি দিব, সেই আশা বলিয়ালি মাত্ৰ।

গান্ধীজীয়ে তেনে ধৰণেৰে হেঁচা দিব খোজে, কিন্তু তাক তেওঁ বল প্ৰয়োগ বুলি ক'ব নোখোজে। তেওঁৰ মতে তাত উপায় হ'ল নিজেই কষ্ট ভোগ কৰা। ইয়াৰ বিচাৰ কৰা টান। কাৰণ ইয়াৰ ভিতৰত এনেকুৱা এটা দাৰ্শনিক তত্ত্ব আছে, যিটো কোনো বাস্তৱ উপায়ে ঢুকি পোৱা নেযায়। প্ৰতিপক্ষৰ ওপৰত সি যে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে তাত সন্দেহ নাই। ইয়াত নিজপক্ষ সমৰ্থনৰ কাৰণে যেয়ে নৈতিক যুক্তি আগবঢ়ায়, সিয়েই বিমোৰত পৰে; তাৰ অন্তৰত মানৱীয় ভাৱসমূহৰ উদয় হয়। ইয়াত আপোচৰ কাৰণে সদায় দুৱাৰ মুকলি থাকে। প্ৰেম ভাবেৰে আৰু নিজে ইচ্ছা কৰি দুখ বৰণ কৰাৰপৰা প্ৰতিপক্ষৰ ওপৰত যে হয়েই আন কি দৰ্শকৰ ওপৰতো যে শক্তিশালী মানসিক প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়, তাত কোনো সন্দেহ নাই। সৰহ ভাগ চিকাৰীয়েই জানে যে, বনৰীয়া জন্তুৰ আগলৈ কি ধৰণেৰে যোৱা হয়, তাৰ ওপৰতে বহুত কথাৰ নিৰ্ভৰ কৰে। নিলগৰেপৰা সি বুজিব পাৰে যে তাক কোনোবাই আক্ৰমণ কৰিবলৈ আহিছে, আৰু তাৰ মনত যি প্ৰতিক্ৰিয়া হয়, সেই মতে সি কাম কৰিবলৈ ধৰে। মানুহটোৱে ভয় খাইছে বুলি যদি কেনেবাকৈ অলপো সন্দেহ হয়, মানুহটোৱে নিজে ভয় লগা বুলি গম নেপাওঁতেই লাগিলে, সেই সন্দেহটো কেনেবাকৈ পশুটোৱেও কিন্তু গম পায় আৰু সিয়ো ভয় খাই আক্ৰমণ কৰে। সিংহ চিকাৰীয়ে যদি এক মিনিটৰ কাৰণেও দুৰ্ব্বলতা দেখুৱায়, তেন্তে

তৎক্ষণাৎ আক্ৰমণৰ আশংকা আহি পৰে। অতি নভবা নিচিন্তা ঘটনা নঘটিলে, সম্পূৰ্ণৰূপে ভয়হীন মানুহৰ কাৰণে বনৰীয়া জন্তুৰপৰা ভয়ৰ আশাঙ্কা বৰ কম থাকে। গতিকে মানুহ যে মানসিক প্ৰভাৱেৰেও বশ হ'ব, সি স্বাভাৱিক কথা। কিন্তু গাইগুটীয়াভাৱে কোনো কোনোৱে বশ মানিলেও শ্ৰেণী বা দলে তেনেকৈ বশ মানে নে নেমানে সন্দেহ। কাৰণ কোনো শ্ৰেণীসমূহীয়াকৈ সি পক্ষৰ ব্যক্তিগত ঘনিষ্ঠ সংস্পৰ্শলৈ নাহে; আন কি যিবিলাক বাতৰি তেওঁলোকে শুনিবলৈ পায়, সি আধা-ডুখৰীয়া আৰু ভেজাল। যিয়েই নহওক লাগিলে যদি আন কোনো দলে নিজৰ গজ্‌গজীয়া ঠাইৰপৰা সেই দলক তুলি খেদিব খোজে তেন্তে সেই দলৰ স্বভাৱতে ইমান খং উঠি যায় যে, সৰু-সুৰা কথাৰ ওপৰত আৰু সিমান গুৰুত্বই দিয়া নহয়। যিবিলাকে বহুদিন ধৰি ভাবি আহিছে যে সমাজৰ ভালৰ কাৰণেই তেওঁলোকে উন্নত প্ৰতিষ্ঠা আৰু সুবিধা লাভ কৰি থকা উচিত কোনোবাই তাৰ বিপৰীত যুক্তি দৰ্শালে তাক পাপীৰ কুযুক্তি বুলিহে তেওঁলোকে ভাবে। আইন শৃংখলা আৰু আগৰপৰা চলি অহা ব্যৱস্থা ৰক্ষা কৰাই তেওঁলোকৰ প্ৰধান কৰ্ম্ম হৈ উঠে আৰু সেইবিলাকৰ বিপক্ষে থিয় দিয়াটো তেওঁলোকে মহা পাপ বুলি ভাবে।

গতিকে বিৰুদ্ধ পক্ষৰ ফালৰপৰা হৃদয়ৰ পৰিবৰ্ত্তন বেচি দূৰলৈ নেযায়। কেতিয়াবা কেতিয়াবা প্ৰতিপক্ষৰ বিনয় আৰু সাধুতাই তেওঁলোকৰ বেচিহে খং তোলে। কাৰণ তাৰপৰা তেওঁলোকেই নিজকে দোষী যেন পায়। যেতিয়া কোনো মানুহে সন্দেহ কৰে যে তাৰ গাত দোষ পেলাবৰ চেষ্টা কৰা হৈছে, তেতিয়া তাৰ নৈতিক ক্ৰোধ জাগি উঠে। তথাপি অহিংসা নীতিৰ প্ৰযোগ কৌশলৰ ফলত বিৰুদ্ধ পক্ষৰ কিছুমান মানুহৰ ওপৰত প্ৰভাৱ পৰে। তাৰ ফলত বিৰুদ্ধতাৰ শক্তি কমি যায়। তাৰ উপৰি, সি নিৰপেক্ষ মানুহৰ সহানুভূতি আকৰ্ষণ কৰে। জগতৰ মতামতৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবৰ কাৰণে ই এক শক্তিশালী অস্ত্ৰ। কিন্তু শাসক সম্প্ৰদায়ে বাতৰি লুকুৱাব পাৰে, বা ভেজাল কৰি উলিয়াব পাৰে, সেই সম্ভাৱনাও আছে। কাৰণ বাতৰি যোগনিয়াৰ প্ৰতিষ্ঠানবিলাক তেওঁলোকৰ হাততে কাৰণে প্ৰকৃত ঘটনা প্ৰচাৰ হোৱাটো সম্ভৱ নহয়। তথাপি অহিংস উপায়েৰে যি দেশত কাম কৰা হয়, সেই দেশৰ কম-বেচি ভাৱে উদাসীন অসংখ্য মানুহৰ ওপৰত ইয়াৰ গভীৰ প্ৰভাৱ বহু দূৰলৈকে শিপায়। তেওঁলোকৰ নিশ্চয় হৃদয়ৰ পৰিবৰ্ত্তন হয় আৰু তেওঁলোকে ইয়াৰ অনুকূলে বৰ উৎসাহ অনুভৱ কৰে। যিসকলে সাধাৰণতে উদ্দেশ্যক সমৰ্থন কৰে তেওঁলোকৰ কাৰণে হৃদয়-পৰিবৰ্ত্তনৰ বেচি আৱশ্যক নহয়। কিন্তু যি পৰিবৰ্ত্তনলৈ ভয় কৰে, তেওঁলোকৰ ওপৰত তাৰ প্ৰভাৱ সিমান স্পষ্ট নহয়। ভাৰতত অসহযোগ আৰু আইন-অমান্য আন্দোলন ইমান সোনকালে বিয়পাৰ পৰা প্ৰমাণ হৈছে, যে অহিংস আন্দোলনে দেশৰ অগণিত জনতাৰ ওপৰত কি আচৰিত প্ৰভাৱ বিস্তাৰ কৰে আৰু সংশয়ত ঘেঁহো-নেহোঁ কৰি থকা বহুত মানুহৰ মনত বিশ্বাস জন্মাই দিয়ে। কিন্তু আৰম্ভণিৰেপৰা যিসকলে ইয়াৰ বিৰোধিতা কৰে, তেওঁলোকৰ কোনো বিশেষ পৰিবৰ্ত্তন নহয়। আন কি আন্দোলনৰ সাফল্য দেখি তেওঁলোকে বেচিহে ভয় খায় আৰু বেচিকৈহে আন্দোলনৰ শত্ৰু হয়।

হিংসামূলক উপায়ে স্বাধীনতা ৰক্ষা কৰাৰ যুক্তিসংগত অধিকাৰ ৰাষ্ট্ৰৰ আছে

বুলি যদি মানি লোৱা হয়, তেন্তে সেই স্বাধীনতা অর্জন কৰিবৰ কাৰণে তেনেকুৱা হিংসা আৰু বলপ্ৰয়োগ অৱলম্বন কৰা নো যুক্তিসংগত নহ'ব কিয়, সেইটো বুজিবলৈ টান। হিংসামূলক উপায় অবাঞ্ছনীয় আৰু অনুপযোগী হ'ব পাৰে, কিন্তু সি সম্পূৰ্ণৰূপে যুক্তিহীন আৰু নিষিদ্ধ হ'ব নোৱাৰে। চৰকাৰেই সকলোতকৈ প্ৰভাৱশালী আৰু সশস্ত্ৰ সৈন্যদলৰ নিয়ন্ত্ৰণ কৰোঁতা বুলিয়েই হিংসামূলক উপায় প্ৰয়োগ কৰাৰ অধিকাৰ আনৰ তুলনাত তাৰ বেচি হ'ব নোৱাৰে। অহিংসা বিপ্লৱে কৃতকাৰ্য্যতা লাভ কৰি যদি ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ হাত কৰে, তেতিয়া হ'লে, আগেয়ে যিটো নাছিল, সেই বল প্ৰয়োগৰ অধিকাৰ তাৰ হাতলৈ তৎক্ষণাত আহি পৰিব নে? প্ৰভুত্বৰ বিৰুদ্ধে যদি বিদ্ৰোহ হয়, তেন্তে কিহেৰে তাক দমন কৰা হ'ব? স্বভাৱতেই ই বল প্ৰয়োগ কৰিবলৈ ইচ্ছা নকৰিব আৰু শান্তিপূৰ্ণ উপায়েৰে মীমাংসাৰ চেষ্টা কৰিব, কিন্তু সেই বুলি তাৰ বল প্ৰয়োগৰ অধিকাৰ কৰি নিদিয়ে। জনসাধাৰণৰ এটা ভাগে নিশ্চয় পৰিবৰ্ত্তনৰ বিৰোধিতা কৰিব আৰু আগৰ অৱস্থালৈ উভতি যাবলৈ চেষ্টা কৰিব। যদি তেওঁলোকে ভাবে যে, তেওঁলোকৰ হিংসাৰ বিৰুদ্ধে নতুন ৰাষ্ট্ৰই তেওঁলোকৰ বল প্ৰয়োগৰ শক্তি ব্যৱহাৰ নকৰে, তেন্তে তেওঁলোকে বেচি উৎসাহেৰে তাক চলাব। গতিকে এনেকুৱাহে ভাব হয় যে হিংসা আৰু অহিংসা, বল প্ৰয়োগ আৰু হৃদয়ৰ পৰিবৰ্ত্তনৰ মাজত কোনো সুস্পষ্ট সীমা বান্ধি দিয়া টান। ৰাজনৈতিক পৰিৱৰ্ত্তনৰ ফালৰপৰা চাবলৈ গ'লে যে অসুবিধা আছেই, শোষক আৰু শোষিত শ্ৰেণীৰ মাজত ই আৰু শোচনীয়।

কোনো আদৰ্শৰ কাৰণে দুখ বৰণ কৰিলে সি সদায় মানুহৰ শ্ৰদ্ধা আকৰ্ষণ কৰে। আক্ৰমণকাৰীক আঘাত নকৰাকৈ আৰু নিজৰ প্ৰতিজ্ঞা এৰি নিদিয়াকৈ কোনো মহৎ উদ্দেশ্যৰ কাৰণে দুখ বৰণ কৰাত এটা মহত্ত্ব আছে, যাৰ ওপৰত ইচ্ছা নেথাকিলেও মূৰ দোঁৱাবলগীয়া হয়। কিন্তু দুখৰ কাৰণেই দুখ বৰণ কৰাৰ লগত ইয়াৰ পাৰ্থক্য অতি কম। এই ধৰণে দুখ মাতি অনাটোৱেই শেহত বিষাদ-ৰোগত পৰিণত হয়গৈ আৰু আন কি ইয়াৰপৰা কিছু অধঃপতনো নোহোৱা নহয়। হিংসাৰ অৰ্থ যদি আনৰ ওপৰত অস্বাভাৱিক নিষ্ঠুৰতা কৰা বুজায়, তেন্তে অন্ততঃ নিষ্ক্ৰিয়তাৰ ফালৰপৰা চালে হিংসাই তাৰ বিপৰীত ভুলটো কৰে। কাপুৰুষতা আৰু অকৰ্ম্মণ্যতাৰ আৱৰণৰূপে আৰু প্ৰচলিত ব্যৱস্থা ৰক্ষা কৰাৰ ইচ্ছা লুকুৱাবৰ অৰ্থে অহিংসা অৱলম্বন কৰাৰ সম্ভাবনাও সদায় আছে।

ভাৰতত কেইবছৰমানৰপৰা, যেতিয়াৰপৰা সামাজিক পৰিৱৰ্ত্তনৰ ভাবে কিছু গুৰুত্বৰ আকাৰ ধাৰণ কৰিছে, তেতিয়াৰ পৰাই এনে লোকে কৈ আহিছে যে বল প্ৰয়োগ নহ'লে তেনে ধৰণৰ পৰিৱৰ্ত্তন সম্ভৱ নহয়, গতিকে সেইবোৰ কথা নুলিওৱাই ভাল। শ্ৰেণী-সংঘৰ্ষৰ কথা (যদিও সি বেচি ধৰণেই আছে) উল্লেখ কৰা উচিত নহয়, কাৰণ সি সম্পূৰ্ণ সহযোগিতা আৰু ভৱিষ্যতৰ কোনো লক্ষ্যৰ প্ৰতি অগ্ৰগতিৰ লগত খাপ নেখায়। কোনো এটা অৱস্থাত বল প্ৰয়োগ নকৰাকৈ সামাজিক সমস্যাৰ সমাধান কৰাটো সম্ভৱ হ'ব পাৰে, সঁচা; কাৰণ সুবিধা ভোগ কৰি থকা সম্প্ৰদায়ে তেওঁলোকৰ বৰ্ত্তমানৰ অৱস্থা ৰক্ষা কৰিবৰ কাৰণে হিংসা-নীতি অৱলম্বন কৰিবলৈ অকণো পাচ নোহোঁহকে। কিন্তু মতবাদৰ ফালৰপৰা যদি অহিংস উপায়ে ৰাজ-

নৈতিক পৰিবৰ্ত্তন কৰাটো সম্ভৱ হয়, তেন্তে সেই ধৰণেই আকৌ তাৰদ্বাৰা আমূল সামাজিক পৰিবৰ্ত্তন কৰা সম্ভৱ নহ'ব কিয়? অহিংস উপায়ে যদি আমি বৃটিছ সাম্ৰাজ্যবাদৰ কবলৰপৰা মুক্ত হৈ ৰাজনৈতিক স্বাধীনতা অৰ্জ্জন কৰিব পাৰোঁ তেন্তে দেশীয় ৰজাসকল, জমিদাৰসকল আৰু আন আন সমস্যাবিলাক তেনেকুৱা উপায়ে সমাধান কৰি সমাজতান্ত্ৰিক ৰাষ্ট্ৰ স্থাপন কৰিব নোৱাৰিম কিয়? এইবোৰ অহিংস উপায়েৰে সম্ভৱ হয় নে নহয়, ঘাই কথা সেইটো নহয়। ঘাই কথা হ'ল, এই দুয়োটা উদ্দেশ্যকে অহিংসা উপায়েৰে সাধন কৰা সম্ভৱ নে অসম্ভৱ? এইটো কথাও নিশ্চয় ক'ব নোৱাৰি যে কেৱল বিদেশী শাসকৰ বিপক্ষেইহে অহিংস উপায় খটুৱাব লাগিব। দেখাত ইয়াক বেচি সহজে দেশৰ ভিতৰত ঘৰুৱা স্বাৰ্থপৰতা আৰু বিৰুদ্ধবাদীৰ বিপক্ষে খটুৱাব পাৰি, কাৰণ তেওঁলোকৰ ওপৰত মানসিক প্ৰতিক্ৰিয়া আনতকৈ বেচি হ'ব।

কেৱল অহিংসাৰ বিৰোধী বুলি কল্পনা কৰি ৰাজনীতি বা কোনো উদ্দেশ্যক নিন্দা কৰা যি ভাব ভাৰতত কিছু দিনৰপৰা দেখা গৈছে সেইটো মোৰ মতে সমস্যাবিলাক ওভোতা ফালৰপৰা চোৱাৰ নিচিনা হৈছে। ১৫ বছৰ আগতে আমি অহিংস অসহযোগ নীতি মানি লৈছিলোঁ; কাৰণ সি আমাক আমাৰ শ্ৰেষ্ঠ সাফল্যৰ ফালে আগুৱাই লৈ যাব পৰাৰ চিন আমি দেখিছিলোঁ। তেতিয়া লক্ষ্য অহিংসাতকৈ বেলেগ আছিল। তেতিয়া সি অহিংসাৰ ঠাল ঠেঙুলি বা অহিংসাৰ ফল স্বৰূপে হোৱা কিবা এটাও নাছিল। তেতিয়া কোনেও ক'ব পৰা নাছিল যে, স্বাধীনতা বা অধীনতাৰ বান্ধ ছিঙা যদি কেৱল অহিংস উপায়েহে সম্ভৱ হ'ব, তেতিয়াহে তাৰ কাৰণে চেষ্টা কৰা উচিত। কিন্তু এতিয়া আমাৰ লক্ষ্যস্থল অহিংসাৰ মানদণ্ডেৰে জুখি চোৱা হৈছে, আৰু যাৰে লগত অহিংসাৰ সামঞ্জস্য নাই, তাকে অগ্ৰাহ্য কৰা হৈছে। এনেকৈয়ে অহিংসা এটা অনমনীয় যুক্তিহীন আঁকোৰগোজালিত পৰিণত হ'বলৈ ধৰিছে আৰু তাৰ বিৰুদ্ধে কোনো প্ৰশ্নই তুলিব নোৱাৰা হৈছে। ইয়াৰ ফলত বুদ্ধিৰ ওপৰত তাৰ প্ৰভাৱ নাইকিয়া হৈছে আৰু সি গৈ ক্ৰমে বিলাস আৰু ধৰ্ম্মৰ গাঁতত সোমাইছেগৈ। আন কি ন্যস্ত স্বাৰ্থ থকা লোকসকলেও ইয়াক খামুচি ধৰি, ইয়াক চলিত ব্যৱস্থা ৰক্ষা কৰাৰ কাৰণে ব্যৱহাৰ কৰিছে।

এইটো অতি দুৰ্ভাগ্যৰ কথা হ'ল, কাৰণ মোৰ দৃঢ় বিশ্বাস, আইন-অমান্য আন্দোলন আৰু অহিংস উপায়েৰে কৰা সংগ্ৰামৰ উপযোগিতা ভাৰতত অতি বেচি। জগতৰ আন আন অংশতো সি সম্ভৱ। গান্ধীজীয়ে আধুনিক চিন্তাশীল লোকসকলক সেই বিষয়ে চিন্তা কৰিবলৈ লগাই দি অতি মহৎ কাম কৰিছে। ইয়াৰ ভৱিষ্যত মহান বুলিয়েই মোৰ বিশ্বাস। এনেকুৱাও হ'ব পাৰে যে মানুহ জাতিয়ে ইয়াক সমূহীয়াকৈ গ্ৰহণ কৰিবৰ কাৰণে এতিয়াও সিমান উন্নত হৈ উঠা নাই। এ-ই ৰচিত "ইণ্ডাৰ প্ৰিটাৰ্ছ" নাটকৰ এটা চৰিত্ৰৰ মুখেদি কোওৱা হৈছে—"বিড়াল ৰম-বাতিৰে তুমি বাট দেখিবলৈ পাইছা, সেইডাল যদি তুমি এজন অন্ধৰ হাতত দিয়া তেন্তে সি তাক লাঠীৰ বাহিৰে আন কি হিচাপে ব্যৱহাৰ কৰিব?" বৰ্ত্তমানে এই নতুন নীতি কিমানি কাৰ্য্যকৰী নহ'ব পাৰে, কিন্তু আন আন মহৎ ভাৱৰ দৰে ইয়াৰ প্ৰভাৱ বাঢ়িব আৰু ই ক্ৰমে ক্ৰমে আমাৰ কাম-কাজ নিয়ন্ত্ৰিত কৰিব। অসহযোগ

হৈছে কোনো নীতিপূৰ্ণ ৰাষ্ট্ৰ বা সমাজৰ লগত সহযোগিতা কৰিবলৈ অমান্তি হোৱা। ই এটা শক্তিশালী আৰু সক্রিয় ধাৰণা। আন কি এমুঠি চাৰিত্ৰৱান মানুহেই যদি ইয়াক অৱলম্বন কৰে, তেতিয়া হ'লেও ইয়াৰ প্ৰভাৱ বহল হৈ আৰু বাঢ়ি গৈ থাকে। সৰহ মানুহে যোগ দিলে ইয়াক বাহিৰৰপৰা দেখাত বেচি শক্তিশালী যেন লাগে, কিন্তু তাৰ ফলত মনৰ গতি আন ফালে গৈ নৈতিক ঐকান্তিকতাখিনি প্ৰায় ঢাক খাই যায়। বহল হোৱাৰ কাৰণে ইয়াৰ গভীৰতা কমি যায়। সমষ্টিগত মানুহে ক্ৰমে ক্ৰমে ব্যক্তিগত মানুহক পাচলৈ ঠেলি থৈ আগবাঢ়ি যায়।

বিশুদ্ধ হিংসাৰ ওপৰত ভিৰ দিয়াৰ ফলত ই জীৱনৰপৰা বেলেগ হৈ দূৰলৈ আঁতৰি গৈছে। মানুহে হয় ইয়াক ধৰ্ম্ম ভাবত অনুপ্ৰাণিত হৈ চকু মুদি গ্ৰহণ কৰে, নহ'লে ইয়াক একেবাৰেই গ্ৰহণকে নকৰে। বুধিয়ক লোকসকল আঁতৰি থাকে। ১৯২০ চনত ই ভাৰতৰ টেৰ্বাৰিষ্টসকলৰ ওপৰত অসাধাৰণ প্ৰভাৱ বিস্তাৰ কৰিছিল, বহুতে দল ত্যাগ কৰিছিল, আৰু যিবিলাকে কৰা নাছিল তেওঁলোকৰো মনত সন্দেহ উপস্থিত হোৱাত তেওঁলোকো হিংসা কাৰ্য্যৰপৰা আঁতৰি গৈছিল। কিন্তু আজি তেওঁলোকৰ ওপৰত তাৰ আৰু সেই প্ৰভাৱ নাই। আন কি কংগ্ৰেছৰ ভিতৰত এনে বহুত প্ৰভাৱশালী লোক আছে যিসকলে অসহযোগ আৰু আইন-অমান্য আন্দোলনত প্ৰশংসনীয় কাম কৰিছিল। তেওঁলোকে আশাশুধীয়াকৈ অহিংসা নীতিৰে জীৱন যাপন কৰিবলৈ চেষ্টা কৰি আহিছে। কিন্তু আজি তেওঁলোককো অবিশ্বাসী বুলি কোৱা হৈছে, কাৰণ তেওঁলোকে অহিংসাক জীৱনৰ মূল নীতি বা ধৰ্ম্ম হিচাপে গ্ৰহণ কৰিবলৈ সাজু নহয়। সম্পত্তিৰ ওপৰত বৰ্ত্তমান চলি থকা অধিকাৰ আৰু বিশেষ সুবিধাবোৰ লোপ কৰি দি সমান বিচাৰ আৰু সমান সুবিধাৰ ওপৰত নিয়াৰিকৈ প্ৰতিষ্ঠিত হোৱা এখন সমাজ—অৰ্থাৎ সমাজতান্ত্ৰিক ৰাষ্ট্ৰই তেওঁলোকৰ লক্ষ্য আৰু তাৰ বাবে প্ৰচেষ্টা চলোৱাটোকে তেওঁলোকে সাৰ্থক বুলি ভাবে। এই লক্ষ্য তেওঁলোকে ত্যাগ নকৰাৰ কাৰণেও তেওঁলোক আজি অবিশ্বাসী আৰু কংগ্ৰেছপন্থী হিচাপে থাকিবলৈ তেওঁলোকৰ বোলে কোনো আৱশ্যক নাই। অৱশ্যে গান্ধীজী এক বলিষ্ঠ শক্তি হিচাপেই থাকিব। তেওঁৰ অহিংসা কৰ্ম্মপ্ৰৱণ আৰু আক্ৰমণশীল। কেতিয়া তেওঁ গোটেই দেশকে নতুন শক্তিত অনুপ্ৰাণিত কৰি আকৌ আন্দোলনৰ অগ্ৰগতিক বল দিব, কোনেও ক'ব নোৱাৰে। গোটেইখিনি মহত্ত্ব, গোটেইখিনি বিপৰীত শক্তিৰ সমাৱেশ আৰু জনসাধাৰণক আঙুলিৰ ঠাৱেৰে উঠবহ কৰিব পৰা গোটেইখিনি শক্তি লৈ তেওঁ সাধাৰণ মানদণ্ডতকৈ বহুত ওখত। আনক বিচাৰ কৰাৰ মানদণ্ডেৰে তেওঁক জুখিব নোৱাৰি, তেওঁক বিচাৰ কৰিব নোৱাৰি। নিজকে তেওঁৰ অনুগামী বুলি—যিসকলে দাবী কৰে, তেওঁলোকৰ বহুতেই অকৰ্ম্মণ্য শান্তিবাদী বা টলষ্টয়ে কোৱা প্ৰতিৰোধী বা জীৱন আৰু বাস্তৱৰ লগত কোনো সংস্পৰ্শ নথকা এটা ঠেক সম্প্ৰদায়ৰ ভক্ত হৈ পৰে। তেওঁলোকৰ চাৰিউফালে এনেকুৱা কিছুমান মানুহ আহি গোট খায়, যিবিলাকে সদায় বৰ্ত্তমান অৱস্থাকে ৰক্ষা কৰাৰ চেষ্টাত থাকে আৰু সেই উদ্দেশ্য সিদ্ধিৰ কাৰণে অহিংসাৰ আশ্ৰয় লয়। এনেকৈয়ে সুবিধাবাদে দেখা দিয়ে আৰু প্ৰতিপক্ষক নিজ মতলৈ আনিবলৈ গৈ অহিংসা নীতিৰ কাৰণে তেওঁলোকেই নিজৰ হৃদয়ৰ পৰিবৰ্ত্তন সাধন কৰে আৰু প্ৰতি-

পক্ষৰ দলত গৈ উপস্থিত হয়। আমাৰ উৎসাহ যেতিয়া কমি আহে আৰু আমি দুৰ্ব্বল হৈ পৰোঁ, তেতিয়া অলপ পাচ-হুহুঁকি আপোচ কৰিবৰ ইচ্ছা হয়, আৰু তাকে কৰি প্ৰতিপক্ষৰ হৃদয় জয় কৰিছোঁ বুলি আত্মপ্ৰসাদ লাভ কৰোঁ। কেতিয়াবা আমি আমাৰ পূৰ্বৰ সহকৰ্ম্মীসকলক হেৰুৱাই সেইখিনি লাভ নেৰোঁ। যিখিনি নকৰিলেও হয়, তেনেবোৰ কাম কৰা বুলি, মাত-কথাৰে আমাৰ বন্ধুসকলৰ মনত বেজাৰ দিয়া বুলি আৰু দলৰ সংহতি নষ্ট কৰা বুলি আমি আমাৰ পূৰ্বৰ সহকৰ্ম্মী-সকলৰ ওপৰত দোষাৰোপ কৰোঁ। সমাজ-ব্যৱস্থাৰ পৰিৱৰ্ত্তনৰ সলনি বৰ্ত্তমান ব্যৱস্থাৰ মাজতে দয়া দাক্ষিণ্যৰ ওপৰত বেচি ভিৰ দিয়া হয়; ন্যস্তস্বাৰ্থসম্পৰ্কে এযাৰো মাত মতা নহয়।

উপায়ৰ গুৰুত্বৰ ওপৰত বেচি ভিৰ দি গান্ধীজীয়ে এটা মহৎ কামকে যে কৰিছে সেই বিষয়ত মোৰ সন্দেহ নাই। তথাপি মোৰ মনেৰে উদ্দেশ্য বা ঈপ্সিত লক্ষ্যৰ ওপৰতহে চৰম গুৰুত্ব আৰোপ কৰিবগৈ লাগিব। আমি যদি সেইটো স্পষ্টকৈ বুজিব নোৱাৰোঁ, তেন্তে আমাৰ অৱস্থা লক্ষ্যহীন বাটৰুৱাৰ নিচিনা হ'ব। কিছুমান অবান্তৰ বিষয় লৈ আমি মিছাতে শক্তি ক্ষয় কৰাহে হ'ব। কিন্তু উপায়কো অৱজ্ঞা কৰিব নোৱাৰি, কাৰণ নৈতিক দিকটোৰ বাহিৰেও ইয়াৰ এটা কাৰ্য্যকৰী ফাল আছে। বেয়া আৰু দুনীৰ্তিপূৰ্ণ উপায় গ্ৰহণ কৰিলে ঈপ্সিত উদ্দেশ্য বিফল হৈ যায়, নাইবা নতুন নতুন সমস্যাই তীব্ৰভাৱে দেখা দিয়ে। যি নহওক, আমি মানুহে কি উপায় অৱলম্বন কৰিছে সেইটো চাইহে তেওঁক বিচাৰ কৰোঁ, কি উদ্দেশ্য ঘোষণা কৰিছে, সেইটো চাই নহয়। যি উপায় অৱলম্বন কৰিলে অলাগতিয়াল কাজিয়াবোৰ লাগি উঠে আৰু ঘিণ আৰু খং-ৰাগ আদি থূপ খাই পৰে, তেনে উপায়ে লক্ষ্যক দূৰলৈ ঠেলি দিয়ে আৰু উদ্দেশ্য সিদ্ধিৰ পথ দুৰ্গম কৰি তোলে। উপায় আৰু উদ্দেশ্যৰ ভিতৰত অতি ঘনিষ্ঠ, এৰাব নোৱাৰা সম্বন্ধ। গতিকে মূলতঃ উপায় হ'ব লাগিব এনেকুৱা, যাতে সি কাজিয়া-পেচাল আৰু ঘৃণাভাব কমায়। নহ'লে অন্ততঃ যিমান দূৰ পাৰি (কাৰণ সিহ'ত নহাকৈ নেথাকে) সিহ'তক বাটভেটি ৰাখে আৰু সদিচ্ছাক উৎসাহ দিয়ে। তেতিয়া প্ৰশ্নটো বিশেষ কোনো এটা কাৰ্য্য-পদ্ধতিৰ নহৈ হয়গৈ অভিপ্ৰায় উদ্দেশ্য আৰু মানসিক প্ৰকৃতিৰ। এই মূল অভিপ্ৰায়তেই গান্ধীজীয়ে বেচি গুৰুত্ব দিয়ে আৰু তেওঁ যদি মানৱ-চৰিত্ৰৰ কিবা ডাঙৰ পৰিৱৰ্ত্তন অনাত কৃত-কাৰ্য্য নহয়ো, তথাপি লাখ লাখ মানুহে চলোৱা জাতীয় আন্দোলনটো সেই অভিপ্ৰায়ৰে অনুপ্ৰাণিত কৰাত তেওঁ আচৰিত সাফল্য লাভ কৰিছে। তেওঁ যে নৈতিক সংযম দাবী কৰে, তাৰো বিশেষ আৱশ্যক আছে। পিচে তেওঁৰ ব্যক্তিগত সংযমৰ আদৰ্শ বোধহয় তৰ্কৰ বিষয়হে। তেওঁ নিজৰ ভিতৰত থকা পাপ আৰু দুৰ্ব্বলতাৰ ওপৰত গুৰুত্ব আৰোপ কৰে; সিপিনে আকৌ সামাজিক পাপবিলাকলৈ প্ৰায় চকুকে নিদিয়ে। শৃংখলা আৰু সংযমৰ যে প্ৰয়োজন আছে তাত সন্দেহ নাই, কাৰণ এই মৰুভূমি ত্যাগ কৰি সুবিধাভোগী শ্ৰেণীৰ লগত যোগ দি প্ৰতিষ্ঠা লাভ কৰাৰ লোভতেই বহুত কংগ্ৰেছপন্থীকে কংগ্ৰেছৰপৰা আঁতৰাই নিছে। কিয়নো বিশিষ্ট কংগ্ৰেছ-কৰ্ম্মীৰ কাৰণে অনুগ্ৰহৰ দুৱাৰ সদায় মুকলি।

গোটেই পৃথিৱীখনেই আজি নানা ধৰণৰ সঙ্কটৰ সন্মুখীন, কিন্তু মানৱৰ

প্ৰাণশক্তি আৰু সৃজনী প্ৰতিভাৰ সঙ্কটেই তাৰ মাজত ঘাই। পুৱৰ দেশসমূহত ই বেচি শক্তিশালী, কাৰণ এতিয়া আন আন দেশতকৈ এচিয়াৰ অতি বেগেৰে পৰিবৰ্ত্তন চলিছে আৰু ইয়াৰ লগত সামঞ্জস্য আনিবলৈ যি চেষ্টা চলিছে তাত বহুত বেগ পাবলগীয়া হৈছে। যি ৰাজনৈতিক সমস্যা আমি অতি ঘাই বুলি ধৰিছোঁ, ইয়াৰ লগত তুলনাত তাৰ গুৰুত্ব বেচি নহয়। আমাৰ কাৰণে এয়ে প্ৰাথমিক সমস্যা আৰু সন্তোষজনকভাৱে ইয়াৰ মীমাংসা কৰিব নোৱাৰিলে প্ৰকৃত প্ৰশ্নবিলাকত আমি হাত দিব নোৱাৰিম। যুগ যুগ ধৰি, এটা অলৰ-অচৰ ভেটিত গজগজীয়া হৈ থকা সমাজৰ ৰীতি-নীতিত চলা আমাৰ অভ্যাস হৈ গৈছে আৰু আমাৰ অনেকৰেই বিশ্বাস যে সমাজৰ সেইটোৱেইহে ভেটি হ'ব পাৰে, হোৱা উচিতো, আৰু আমাৰ কোনটো ন্যায় কোনটো অন্যায় তাৰ ধাৰণাও সেই মতেই হৈছে। কিন্তু যিমানেই আমি পুৰণি ভেটিৰ ওপৰত বৰ্ত্তমানক বহুৱাবলৈ চেষ্টা কৰিছোঁ, আমি কোনোমতেই পৰা নাই। নোৱাৰিবৰ কথাও। আমেৰিকাৰ অৰ্থনীতিবিদ্ ভেবলেন লিখিছে—"যিমানেই নহওক অৰ্থনৈতিক নৈতিকতা সদায় অৰ্থনৈতিক প্ৰয়োজনৰ ওপৰতে নিৰ্ভৰ কৰে।" বৰ্ত্তমান প্ৰয়োজনৰ লগত সামঞ্জস্য ৰাখি নতুন নীতিয়ে আমাক ঠিক কৰি ল'ব। আমি যদি জীৱনৰ এই সঙ্কটৰপৰা হাত সাৰিব খোজোঁ, যদি বৰ্তমান যুগৰ প্ৰকৃত আত্মোন্নতিৰ মূল্য বুজিবলৈ বিচাৰোঁ, তেতিয়া হ'লে আমি পোনপটীয়াভাৱে সাহেৰে সমস্যাৰ আগত থিয় দিব লাগিব। কোনো ধৰ্ম্মৰ আঁকোৰগোঁজ মনোভাৱে খুটি পুতিলে নহ'ব। ধৰ্ম্মই যি কয় সি ভাল বা বেয়া হ'ব পাৰে; কিন্তু ই যি ভাৱে কয় আৰু আমাক বিশ্বাস কৰিবলৈ কয়, সি নিশ্চয় কোনো সমস্যাকে বুদ্ধিৰ ফালৰপৰা সহায় নকৰে। ধৰ্ম্মৰ বাছ-বিচাৰ নোহোৱা সিদ্ধান্তবিলাকৰ প্ৰতি ফ্ৰয়েডে কোৱাৰ দৰে, "সেইবোৰ বিশ্বাস কৰিবই লাগিব। তাৰ প্ৰথম কাৰণ আমাৰ আদিম পুৰুষসকলে সেইবোৰ বিশ্বাস কৰিছিল, দ্বিতীয়তে অতি পুৰণি কালৰেপৰা পুৰুষে পুৰুষে তাৰ প্ৰমাণ আমাৰ হাতত আছে আৰু তৃতীয়তে সেইবিলাকৰ সম্পৰ্কে প্ৰশ্ন তোলাটো একেবাৰেই নিষিদ্ধ।" (ডি ফিউচাৰ অব্ এন্ ইলিউছান্)

যদি আমি অহিংসা আৰু সেই সম্পৰ্কীয় কথাবিলাক ধৰ্ম্ম বা তেনেকুৱা মতবাদৰ ফালৰপৰা আলোচনা কৰোঁ, তেন্তে তৰ্ক কৰিবলৈ একো নেথাকে। কোনো সম্প্ৰদায়ৰ মতবাদত ই পৰিণত হ'লে মানুহে তাক গ্ৰহণ কৰিবও পাৰে, নকৰিবও পাৰে। তাৰ কাৰ্য্যকৰী শক্তি ইয়াৰপৰা কমি যায় আৰু বৰ্ত্তমান সমস্যাবিলাকত তাৰ প্ৰয়োগৰ সাৰ্থকতা নেথাকে। কিন্তু বৰ্ত্তমান অৱস্থাৰ উপযোগীভাৱে যদি আমি তাকে লৈ আলোচনা কৰোঁ, তেন্তে জগতখন নতুনকৈ গঢ়িবলৈ যাওঁতে আমি তাৰপৰা বহুত সহায় পাম। সমষ্টি-মানৱৰ দুৰ্ব্বলতা আৰু প্ৰকৃতিৰ কথা মনত ৰাখিহে এই কথাটো ভাবি চাব লাগিব। যি কোনো ব্যাপকভাৱে কৰা কাম, বিশেষকৈ যি কাৰ্য্যপদ্ধতিৰপৰা বৈপ্লৱিক পৰিৱৰ্ত্তন আনিব খোজা হয়, তেনেকুৱা কাম কেৱল নেতাসকলৰ চিন্তাৰ ওপৰতে নিৰ্ভৰ নকৰে, বৰ্ত্তমান পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰতো সি নিৰ্ভৰ কৰে। বেচিকৈ নিৰ্ভৰ কৰে যিবিলাক মানুহ লৈ তেওঁলোকে কাম কৰে, সেই মানুহৰ মনোভাৱৰ ওপৰত।

জগতৰ ইতিহাসত হিংসা-নীতিৰ অতিমাত্ৰা ব্যৱহাৰ হৈ গৈছে। এতিয়াও

সি সমান প্ৰবল, বোধহয় বহু দিনলৈকে ই সেইদৰেই থাকিবও। হিংসা আৰু বলেৰে বাধ্য কৰিয়েই অতীতৰ প্ৰায় বেচিখিনি পৰিৱৰ্ত্তন সাধন কৰা হৈছে। ডব্লিউ-ই গ্লেডষ্টনে এবাৰ কৈছিল "মই দুখেৰে কৈছোঁ, ৰাজনৈতিক সংকটৰ সময়ত এই দেশৰ জনসাধাৰণক আৰু কোনো উপদেশ নিদি যদি কেৱল কোৱা হ'লহেঁতেন যে, হিংসাক ঘিণ কৰিবলৈ নেপাহৰিবা, শৃঙ্খলা ভাল পাবা, সদায় ধৈৰ্য্যেৰে চলিবা, তেতিয়া হ'লে কেতিয়াও এই দেশে স্বাধীনতা নেপালেহেঁতেন।"

অতীত আৰু বৰ্ত্তমান হিংসা-নীতিৰ গুৰুত্ব পাহৰি থকা অসম্ভৱ; তেতিয়া হ'লে জীৱনকে অস্বীকাৰ কৰিব লাগিব। তথাপি হিংসা বেয়া আৰু ইয়াৰপৰা অসীম অকল্যাণৰ জন্ম হৈছে। ঘিণ নিষ্ঠুৰতা, প্ৰতিশোধৰ প্ৰবৃত্তি আৰু শাস্তিৰ ভাব হিংসাতকৈয়ো শোচনীয়, কিন্তু এইবোৰ প্ৰায়েই হিংসাৰ লগত সাঙোৰ খাই থাকে। হিংসা নিজে বেয়া নহ'লেও সেইবিলাক উদ্দেশ্যৰ কাৰণে বেয়া হৈ পৰে। সেইবিলাক উদ্দেশ্যৰ বাহিৰেও হিংসা হ'ব পাৰে আৰু তাৰ ভাল-বেয়া দুয়োটা উদ্দেশ্যই থাকিব পাৰে। কিন্তু সেইবিলাক উদ্দেশ্যৰপৰা হিংসাক বেলেগাই ৰখা অতিপাত টান। গতিকে যিমান পাৰি হিংসাক এৰি চলাই ভাল। অৱশ্যে ইয়াক বৰ্জ্জন কৰিবলৈ গৈ কোনোৱে হাত সাৱটি বহি থাকি আন ধৰণৰ আৰু ইয়াতকৈ বেচি অন্যায় সহ্য কৰিব নোৱাৰে। হিংসাৰ ওচৰত বশ মনা, নাইবা হিংসাৰ ওপৰত প্ৰতিষ্ঠিত থকা শাসন পদ্ধতি গ্ৰহণ কৰা, আচলতে অহিংসা নীতি দলিয়াই পেলোৱাৰে আন এটা নামহে। অহিংস উপায়ৰ যুক্তিযুক্ততা প্ৰমাণ কৰিবৰ হ'লে তাক অতি ক্ৰিয়াশীল আৰু ৰাষ্ট্ৰ বা সমাজ-ব্যৱস্থাৰ পৰিৱৰ্ত্তন সাধন কৰিব পৰা কৰিব লাগিব।

তাৰদ্বাৰা সেইখিনি সম্ভৱ হয় নে নহয় মই ক'ব নোৱাৰোঁ। মোৰ মনেৰে ই আমাক বহু দূৰলৈ লৈ যাবগৈ পাৰে। পিচে চৰম লক্ষ্যত উপনীত কৰিব পাৰে নে নোৱাৰে সেই সম্পৰ্কে মোৰ সন্দেহ আছে। যেনেকৈয়ে নহওক অলপ নহয় অলপ বল প্ৰয়োগ নকৰিলে নোৱাৰি বুলি মই ভাবোঁ। কাৰণ ক্ষমতা আৰু সুবিধা যাৰ হাতত আছে, তেওঁলোকক বলেৰে বাধ্য কৰাব নোৱাৰিলে, তাক তেওঁলোকে নেৰে। নাইবা যেতিয়ালৈকে এনে অৱস্থা কৰা নেযায়, যে ক্ষমতা আৰু সুবিধা এৰি দিয়াতকৈ হাতত ৰখাটোৱেই তেওঁলোকৰ পক্ষে বেচি বিপজ্জনক, তেতিয়ালৈকে বল প্ৰয়োগৰ প্ৰয়োজন থাকিব। বৰ্ত্তমান সমাজত জাতিয়ে জাতিয়ে আৰু শ্ৰেণীয়ে শ্ৰেণীয়ে যি অৰিয়া-অৰি লাগিছে, বল প্ৰয়োগ নকৰিলে সেইবিলাকৰ সমাধান নহ'ব। ব্যাপকভাৱে যে হৃদয়ৰ পৰিৱৰ্ত্তন লগা হৈছে, তাত সন্দেহ নাই। কাৰণ তাৰ বাহিৰে সামাজিক পৰিৱৰ্ত্তনৰ আন্দোলন কৰিবলৈ আন ভিত্তি নাই। কিন্তু কিছু অংশৰ ওপৰত বল প্ৰয়োগ কৰিবই লাগিব। মূলতঃ যিবিলাক সংঘৰ্ষ আছে, সেইবিলাক ঢাকি থৈ, তেওঁলোকৰ অস্তিত্ব পাহৰি যাবলৈ চেষ্টা কৰাটো আমাৰ পক্ষে ভাল নহ'ব। ই কেৱল সত্য গোপন কৰাই নহয়, ই বৰ্ত্তমান ব্যৱস্থাক ঠেলি ওপৰলৈ তুলি প্ৰকৃত ঘটনা সম্পৰ্কে জনসাধাৰণক বিভ্ৰান্ত কৰিব আৰু শাসক-সম্প্ৰদায়ে তেওঁলোকৰ বিশেষ সুবিধাবিলাকৰ যুক্তিযুক্ততা প্ৰমাণ কৰিবৰ কাৰণে যি নৈতিক ভিত্তি বিচাৰে, ই তাৰে জোগান ধৰিব। অন্যান্য ব্যৱস্থাৰ লগত তুলনা কৰিবলৈ হ'লে সেই ব্যৱস্থা

যিবিলাক মিছা প্ৰতিশ্ৰুতিৰ ওপৰত ভিত্তি কৰি আছে, সেইবোৰ উফালি পেলাব লাগিব আৰু সেইবোৰৰ স্বৰূপটো প্ৰকাশ কৰিব লাগিব। অসহযোগৰ এটা প্ৰধান গুণ হৈছে যে, সি সেইবোৰ মিছা প্ৰতিশ্ৰুতিৰ স্বৰূপটো দেখুৱাই দিয়ে আৰু সিহঁতৰ বশ মনা বা তাক চলাই ৰাখিবৰ কাৰণে সহযোগিতা নকৰাৰ ফলত মিছা-বিলাক প্ৰকাশ হৈ পৰে।

আমাৰ চৰম উদ্দেশ্য হ'ল—শ্ৰেণীহীন সমাজ—য'ত সকলোৰে অৰ্থনৈতিক সুবিচাৰ আৰু সুবিধা সমান হ'ব। এনেকুৱা ভিত্তিৰ ওপৰত সমাজ পৰিকল্পনা কৰিব লাগিব—যি মানুহজাতিক সমৃদ্ধ আৰু সংস্কৃতিৰ বেচি ওখ থাপলৈ লৈ যাব: মানসিক উৎকৰ্ষ সাধনৰ দিহা কৰিব; সহযোগিতা, নিস্বাৰ্থপৰতা আৰু সেৱাৰ ভাবেৰে অনুপ্ৰাণিত কৰিব। সদিচ্ছা, প্ৰেম আৰু প্ৰকৃত কাম কৰাৰ আকাংক্ষা জগাই তুলিব—পৰিণামত যি গৈ সমগ্ৰ জগতৰ ব্যৱস্থাত পৰিণত হ'ব। সম্ভৱ হ'লে ভদ্ৰভাৱে, প্ৰয়োজন হ'লে বলেৰে, ইয়াৰ বাটৰ প্ৰত্যেকখন হেঙাৰ আঁতৰাব লাগিব। বল প্ৰয়োগ যে প্ৰায়েই কৰিব লাগিব, সেই সম্বন্ধে সন্দেহ কমেই আছে। কিন্তু যদি বল প্ৰয়োগৰ প্ৰয়োজন আহি পৰে তাক ঘিণ বা নিষ্ঠুৰভাৱে প্ৰয়োগ কৰিব নেলাগিব, কেৱল বাধা আঁতৰাবৰ আকাংক্ষাৰেই কোনো উত্তেজনা নোহোৱাকৈ তাক প্ৰয়োগ কৰিব লাগিব। সেইটো অতি টান কথা, সহজ নহয়; কিন্তু সহজ পথো নাই। ঢেৰ গাঁত আছে, কোনটোত কেতিয়া পৰি যোৱা হয় ঠিক নাই। কিন্তু বাধা-বিঘিণি, গাঁত-গুট আমি পাহৰি যোৱাৰ ভাও ধৰিলেই আঁতৰি নেযায়; বৰং সিহঁতৰ প্ৰকৃত স্বৰূপ বুজি লৈ সাহসেৰে সিহঁতৰ সন্মুখীন হ'ব লাগিব। এই গোটেইবিলাক অবাস্তৱ কল্পনা যেন লাগিব। এই মহৎ ভাৱবিলাকে বহুতৰে অন্তৰ গলাব পাৰে নে নোৱাৰে সন্দেহ। কিন্তু সেইবোৰ আমাৰ সন্মুখত ৰাখিব লাগিব, তাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব আৰু এনেকুৱাও হ'ব পাৰে যে যিবিলাকে ঘিণ আৰু ৰিপুৰ আৱেগে আমাক বশ কৰি ৰাখিছে, সি লাহে লাহে ঢিলা হৈ যাব।

আমাৰ উপায়বিলাক সেই লক্ষ্যৰ অনুকূল আৰু সেই মনোভাৱৰ ওপৰতে প্ৰতিষ্ঠিত হ'ব। কিন্তু আমি ফটফটীয়াকৈ বুজিব লাগিব যে জনসাধাৰণৰ মাজত মনৰ প্ৰকৃতি যেনেকুৱা তাৰপৰা সদায় তেওঁলোকে আমাৰ আবেদন আৰু অনুৰোধলৈ কাণ দিব বা ওখ ধৰণৰ নৈতিক আদৰ্শ অনুসাৰেও কাম কৰিব, ক'ব নোৱাৰি। হৃদয়ৰ পৰিৱৰ্ত্তনৰ লগত বল প্ৰয়োগ কৰিবলৈ বাধ্য কৰাৰো প্ৰয়োজন হ'ব; পিচে আমি ইয়াকে মাত্ৰ কৰিব পাৰোঁ যে, বল প্ৰয়োগ কৰি বাধ্য কৰাৰ সময়ত যিমানদূৰ সম্ভৱ সীমাবদ্ধভাৱে এনেকৈ তাক প্ৰয়োগ কৰিব লাগিব, যাতে অতি কম অন্যায় কৰা হয়।

## আকৌ দেৰা জেলত

আলিপুৰ জেলত মোৰ গা ভাল নাছিল। মোৰ শৰীৰৰ ওজন বহুত কমি গ'ল। জহকালিৰ লগে লগে কলিকতা মোৰ কাৰণে বৰ অসহ্য হৈ উঠিল। ভাতকৈ ভাল ঠাইলৈ মোক বদলি কৰাৰ কথা শুনিলোঁ। ৭ মে'ৰ দিনা মোক বস্তু-বাহানি

সামৰি লৈ জেলৰপৰা বাহিৰলৈ যাবলৈ নিৰ্দ্দেশ দিলে। মোক দেৰাদূন জেললৈ পঠাব খুজিছে। কেইমাহ মান একেবাৰেই নিজানত থকাৰ পিচত মটৰ গাড়ীত গৈ গধূলিৰ কোমল বতাহকণ বৰ ভাল লাগি গ'ল। প্ৰকাণ্ড হাওৰা ষ্টেছনৰ জনতা দেখিও ভোল গলোঁ।

এই বদলিত মই বৰ আনন্দ পালোঁ আৰু ওচৰ পাঁজৰৰ পৰ্ব্বতমালাৰ কাৰণে ব্যাকুল হৈ পৰিলোঁ। মই গৈ পূৰা দেখিলোঁ এতিয়াৰপৰা ন মাহ আগতে মই যেতিয়া নাইনিলৈ গৈছিলোঁ, তেতিয়াৰ ব্যৱস্থা আৰু নাই। এতিয়া পুৰণি এটা গোহালি ঘৰকে চাফ্-চিকুণ কৰি লৈ তাতে মোক থাকিবলৈ দিয়াৰ ব্যৱস্থা কৰিছে।

ছে'ল হিচাপে ই বৰ বেয়া নহয়। ইয়াৰ লগত এখন সৰু বাৰাণ্ডাও আছিল। ওচৰৰ চোতালখনো প্ৰায় পঞ্চাছ ফুটমান দীঘল হ'ব। আমাৰ দেৰাদূনৰ পুৰণি থকা ঘৰটোতকৈ এইটো কিছু ভালেই যেন লাগিল। কিন্তু কেইদিনমানৰ পাচতে বুজিব পাৰিলোঁ বহুতখিনি পৰিবৰ্ত্তন ভাললৈ হোৱা নাই। চাৰিউফালে দহ ফুটমান দেৱাল মোৰ সুবিধাৰ কাৰণে আৰু ৪।৫ ফুট ওখ কৰিছে। ফলত যি পৰ্ব্বতৰ দৃশ্য মই সদায় চাই থাকিবলৈ আশা কৰিছিলোঁ সি একেবাৰেই ঢাক খাই গৈছে। কেইজোপামান গছৰ আগটো মুঠেই ওলাই আছে। এই জেলত থকা তিনি মাহৰ ভিতৰত এবাৰো পৰ্ব্বতমালা দেখা নেপালোঁ। আগৰ বাৰৰ দৰে বাহিৰলৈ গৈ জেলৰ দুৱাৰৰ ওচৰলৈকে ফুৰিবলৈ মোক নিদিয়া হ'ল। ব্যায়ামৰ কাৰণে মোৰ সৰু চোতালখনেই যথেষ্ট বুলি তেওঁলোকে ভাবিছিল।

এইবিলাক আৰু আন আন নতুন হকা-বধাত মই অতিপাত বিৰক্ত আৰু নিৰাশ হ'লোঁ। মই অধৈৰ্য্য হৈ পৰিলোঁ। আন কি মোৰ চোতালখনত অলপ ব্যায়াম কৰাৰ অধিকাৰ থকাতো তাৰ প্ৰতি মোৰ প্ৰবৃত্তি নহ'ল। গোটেই জগতখনৰেপৰা আঁতৰি এনেকুৱা নিজান ঠাইত অকলশৰে থকাৰ অভিজ্ঞতা মই অতি কমেই অনুভৱ কৰিছোঁ। এই নিজান ফাটেক মোৰ কাৰণে অসহ্য হৈ উঠিল। মোৰ শাৰীৰিক আৰু মানসিক অৱস্থা ক্ৰমে বেয়াৰ ফালে ঢাল খাবলৈ ধৰিলে। মই জানিছিলোঁ দেৱালৰ সিপাৰে কেইগজমান দূৰতেই নিৰ্ম্মল মুকলি বতাহ। ফুলৰ ধুনীয়া গোন্ধ, দীঘলীয়া মুকলি ঠাই। কিন্তু হ'লে কি হ'ব—মই যে ঢুকি নেপাওঁ। সদায় বাহিৰলৈ যাব খোজোঁ, দৃষ্টিয়ে বাধা পাই পাই মোৰ চকু দুটা ভাগৰি পৰিল। আন কি ফাটেকৰ ভিতৰৰ সদায় থকা হাই-উৰুমিবিলাকো মোৰ কাণত নপৰাহি হ'ল। মোক দূৰলৈ নি বেলেগাই ৰখা হৈছিল।

দুসপ্তাহ পিচতেই জহকালি শেষ হৈ বাৰিষা আহিল। দপ্দপীয়া বৰষুণ হৈ প্ৰথম সপ্তাহতে বাৰ ইঞ্চি বৰষুণ হ'ল। বতৰৰ সলনি দেখা গ'ল। যেন নতুন জীৱনৰ কাৰণেহে কাণৰ গুৰিত কোনোবাই ফুচ্‌ফুচাই কৈছেহি। শীতল বতাহত গা জুৰাই গ'ল। কিন্তু চকু আৰু মনৰ শান্তি অলপো নাহিল। কেতিয়াবা কেতিয়াবা আমাৰ ইয়াৰ্ডৰ লোহাৰ দুৱাৰ মোকলাই এজন ওৱাৰ্ডাৰ অহা-যোৱা কৰে। তেতিয়া কেইমুহূৰ্ত্তমানৰ কাৰণে হঠাৎ বাহিৰৰ জগৎখন দেখা পাওঁ—সেউজীয়া পথাৰ আৰু গছবোৰ, মুকুতাৰ নিচিনা পানীৰ টোপালবোৰ গাত পিন্ধি সুশোভিত হৈ

পাৰিছে,কিন্তু সিয়ো কেৱল মুহূৰ্ত্তৰ কাৰণেহে। পিচ মুহূৰ্ত্ততে বিজুলীৰ চমকনিৰ দৰে সি নাইকিয়া হৈ যায়। দুৱাৰখন কেতিয়াও সম্পূৰ্ণ মোকোলাই ৰখা নহয়। ভালকৈ বুজিব পাৰিছিলোঁ—ওৱাৰ্ডাৰৰ ওপৰত আদেশ আছিল মই ওচৰত থিয় হৈ থাকিলে যেন দুৱাৰখন মেলা নহয় আৰু মেলিলেও এটা মানুহ সোমাব পৰাতকৈ বেঁচিকৈ যেন মেলা নহয়। বাহিৰৰ মুকলি সেউজীয়া শোভা এখন্তেকৰ কাৰণে চাই মোৰ মনৰ হেঁপাহ নপলায়। অথচ সিয়েই মোক ঘৰলৈ যাওঁ যাওঁ লগাই দিয়ে, মূৰটো যেন বিষাবলৈ ধৰে। দুৱাৰ খোলা থাকিলেও ইচ্ছা কৰিয়েই মই সেই ফালে মুখ নুঘূৰাওঁ।

অৱশ্যে মোৰ এইবিলাক মনৰ কষ্টৰ কাৰণে কেৱল জেলেইহে যে দায়ী, এনে নহয়, তাৰপৰা তীব্ৰতা বাঢ়িছে মুঠেই। ই বাহিৰৰ ঘটনাসমূহৰ প্ৰতিক্ৰিয়া--কমলাৰ ৰোগ, আৰু মোৰ ৰাজনৈতিক দুশ্চিন্তা। মই ভালকৈ বুজি পালোঁ, কমলাই আকৌ তেওঁৰ সেই পুৰণি অসুখত ভুগিছে, এই সময়ত তেওঁৰ কোনো কামত নেলাগিলোঁ বুলি ভাবি এটা অসহায় বেদনা অনুভৱ কৰিবলৈ ধৰিলোঁ। এই সময়ত মই তেওঁৰ ওচৰত থাকিব পৰা হ'লে তেওঁ নৰিয়াত কিছু সকাহ পালেহে'তেন।

আলিপুৰত যিটো পোৱা নাছিলোঁ, দেৰাদুনত আহি সেই দৈনিক বাৰ্তাৰ কাকত পাবলৈ ধৰিলোঁ আৰু ইয়াৰপৰা মই বাহিৰৰ ৰাজনৈতিক আৰু আন আন ঘটনাৰ লগত সংযোগ ৰক্ষা কৰিব পৰা হ'লোঁ। প্ৰায় তিনি বছৰ পিচত পাটনাত নিখিল ভাৰত ৰাষ্ট্ৰীয় সমিতিৰ অধিবেশন (ই পূৰ্ব্বে বে-আইনী আছিল) পতা হ'ল। ইয়াৰ বিৱৰণ পাঠ কৰি বৰ বেজাৰ পালোঁ। মই দেখি আচৰিত হ'লোঁ, এই প্ৰথম অধিবেশনত ভাৰত আৰু পৃথিৱীত ইমান ঘটনা ঘটাৰ পিচতো বৰ্ত্তমান পৰিস্থিতি বিশ্লেষণ কৰাৰ কোনো চেষ্টা নহ'ল। গতানুগতিক নহ'বৰ কাৰণে কোনো বিশদ আলোচনা নহ'ল। দূৰৰপৰা মোৰ মনত গান্ধীজীয়ে প্ৰাচীন ডিক্টেটৰৰ মূৰ্ত্তিত দেখা দিলে। তেওঁ ক'লে, "মোৰ নেতৃত্ব যদি তোমালোকে মানি ল'বলৈ বিচাৰা, তেন্তে আমাৰ সৰ্ত্তও মানিব লাগিব?" তেওঁৰ এই দাবী সম্পূৰ্ণ স্বাভাৱিক, কাৰণ তেওঁৰ নেতৃত্বও বিচাৰিম, সিপিনে আকৌ তেওঁৰ নিজা গভীৰ বিশ্বাসৰ বিৰুদ্ধে কাম কৰিবও লাগিব, সেইটো হ'ব নোৱাৰে। কিন্তু এই ক্ষেত্ৰত এনেকুৱা ভাব হ'ল যেন ওপৰৰ পৰা এটা ব্যৱস্থা জাপি দিয়া হ'ল, পৰস্পৰৰ আলোচনা আৰু ভাব বিনিময়দ্বাৰা কোনো কৰ্ম্মপন্থা নিৰ্ণয় কৰা নহ'ল। গান্ধীজীয়ে মানুহৰ মনৰ ওপৰত আধিপত্য বিস্তাৰ কৰে, আকৌ তেৱেঁই জনসাধাৰণ অসহায় বুলি অভিযোগ কৰে। কথাটো আচৰিত যেন লাগে। মোৰ মনেৰে তেওঁৰ দৰে জনসাধাৰণৰ আনুগত্য আৰু গভীৰ শ্ৰদ্ধা অতি কম মানুহেই পাইছে, তেওঁ যি আদৰ্শ দাঙি ধৰিছে, জনসাধাৰণ তাৰ কাৰণে উপযুক্ত হ'ব পৰা নাই দেখি তাক নিন্দা কৰাটো মোৰ মনেৰে উচিত নহয়। আন কি পাটনাৰ সভাত তেওঁ শেহলৈকে নেথাকিলেই। তেওঁ হৰিজন আন্দোলনৰ কামত ভ্ৰমণ কৰিবলৈ গুচি গ'ল। নিখিল ভাৰত কংগ্ৰেছ কমিটীক একান্ত মনে কামত লাগিবলৈ আৰু কাৰ্য্যকৰী সমিতিৰ প্ৰস্তাৱবিলাক গ্ৰহণ কৰিবলৈ উপদেশ দি তেওঁ সভা এৰি গুচি গ'ল।

বোধহয় এটা কথা সঁচা যে, দীঘলীয়া আলোচনাৰপৰা কিবাকিবি অৱস্থাৰ তলৈত

উন্নতি নহ'লহে'তেন। সকলোৰেই যেন বুদ্ধি হেৰুৱাই পেলাইছে, সদস্যসকলৰ চিন্তা যেন ধূৰ'াল-কুৰ'ালী, অস্পষ্ট, বহুতে সমালোচনা কৰো কৰোকে থাকিলেও, কাৰো কোনো গঠনমূলক প্ৰস্তাৱ নাছিল। কোনো কোনো অৱস্থাত ই স্বাভাৱিক, কাৰণ সংঘৰ্ষ'ৰ বোঁচাখিনি·ভাৰ পৰিছিল বেলেগ বেলেগ প্ৰদেশৰ নেতাসকলৰ ওপৰত। তেওঁলোকৰো ভাগৰ লাগিছিলগৈ, তেওঁলোকৰ মনো সতেজ নাছিল। তেওঁলোকে অস্পষ্টভাৱে অনুভৱ কৰিছিল যে, সংঘৰ্ষ শেষ হ'ল বুলি ঘোষণা কৰি আইন-অমান্য আন্দোলন বন্ধ কৰিব লাগিব। কিন্তু তাৰ পিচত? দুটা দল দেখা গ'ল, এদলে আইনসভাৰ ভিতৰত নিভাঁজ নিয়মতান্ত্ৰিক কাৰ্য্যপদ্ধতিহে বিচাৰে; আন দলে সমাজতান্ত্ৰিক দিশৰপৰা চিন্তা কৰিবলৈ ধৰিলে। কিন্তু সৰহ ভাগ সদস্য এই দুয়োটোৰে এটাতো নাই। নিয়মতান্ত্ৰিকতা চলোৱাটোও তেওঁলোকৰ বৰ মনৰ জোখাই নহ'ল। সিপিনে আকৌ সমাজতন্ত্ৰবাদ দেখিও তেওঁলোকে ভয় খালে। ভাবিলে ইয়াক লাই দিলে কংগ্ৰেছৰ মাজত দলাদলি হ'ব। তেওঁলোকৰ কোনো গঠনমূলক ধাৰণা নাছিল। তেওঁলোকৰ একমাত্ৰ আশা আৰু আশ্ৰয়ৰ থলি আছিল গান্ধীজী। আগৰ নিচিনাকৈয়ে তেওঁলোকে গান্ধীজীৰ হাতলৈ মুখলৈ চাই তেওঁৰ পাচে পাচে বাট বুলিবলৈ ল'লে, যদিও বহুতেই মনে মনে গান্ধীজীৰ মত মানি ল'ব নোৱাৰিলে। নিয়মতান্ত্ৰিক মডাৰেট্‌সকলে গান্ধীজীৰ সমৰ্থন পাই নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ আৰু জাতীয় কংগ্ৰেছৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে।

এইটো যে হ'বগৈ আগৰপৰাই জনা কথা। কিন্তু মই যি ভাবিছিলোঁ, প্ৰতি-ক্ৰিয়াৰ ফলত কংগ্ৰেছ তাতোকৈ পিচুৱাইহে গ'ল। অসহযোগৰ পিচৰ যোৱা পোন্ধৰ বছৰৰ ভিতৰত কেতিয়াও কংগ্ৰেছনেতা সকলে এনেকুৱা অতি নিয়মতান্ত্ৰিক ধৰণৰ কথা কোৱা নাই। আন কি, বিংশ শতিকাৰ মাজ ভাগত প্ৰতিক্ৰিয়াৰপৰা হোৱা স্বৰাজ্য দলো, এই নতুন নেতাসকলতকৈ বহুখিনি প্ৰগতিশীল আছিল আৰু স্বৰাজ্য দলৰ চোকা ব্যক্তিত্বসম্পন্ন নেতাসকলো বৰ্ত্তমান সময়ত এই ক্ষেত্ৰত নাছিল। যিমান দিনলৈ বিপদৰ সম্ভাৱনা, সিমান দিন সাৱধানে আঁতৰি থকাসকলে আজি ভব্য গব্য হৈ পৰিলহি।

চৰকাৰে কংগ্ৰেছৰ ওপৰত হকা-বধা উঠাই দিলে। ই এতিয়া বৈধ প্ৰতিষ্ঠান। কিন্তু কংগ্ৰেছৰ লগত সম্বন্ধ থকা আৰু মত মানি চলা বহুতো প্ৰতিষ্ঠান বে-আইনী হৈয়েই ৰ'ল। কংগ্ৰেছৰ স্বেচ্ছাসেৱক বাহিনী "সেৱাদল", বহুতো খেতিয়ক সম্মিলন, ছাত্ৰ-সমিতি, যুৱক-সমিতি, আন কি কিছুমান শিশু-সমিতিও বে-আইনী হৈ ৰল। এই প্ৰসঙ্গত সীমান্ত প্ৰদেশৰ "খুদাই খিদমৎগাৰ" দল ধাইকৈ লেখত লবলগীয়া। এই প্ৰতিষ্ঠান সীমান্ত প্ৰদেশৰ প্ৰতিনিধি হৈ ১৯৩১ চনৰপৰাই কংগ্ৰেছৰ এটা শাখাত পৰিণত হৈছিল। গতিকে কংগ্ৰেছে যদিও প্ৰত্যক্ষ সংঘৰ্ষমূলক কাৰ্য্যপ্ৰণালী এৰি নিয়মতান্ত্ৰিক উপায় আকৌ গ্ৰহণ কৰিলে, তথাপি চৰকাৰে আইন-অমান্য আন্দোলনৰ কাৰণে ৰচনা কৰা বিশেষ আইনবিলাক প্ৰত্যাহাৰ নকৰিলে আৰু কংগ্ৰেছৰ বহুতো শাখা-প্ৰশাখাকে বে-আইনী কৰি ৰাখিলে। খেতিয়ক আৰু বনুৱাসকলৰ প্ৰতিষ্ঠানবিলাক বিশেষভাৱে দমন কৰাৰ ব্যৱস্থা কৰা হ'ল, অথচ ডাঙৰ ডাঙৰ বিদ্যালয়বোৰে তেতিয়া জমিদাৰ আৰু মাটিৰ গৰাকীসকলক যে লক্ষ্যবস্তু

হ'বৰ কাৰণে উৎসাহিত কৰিবলৈ ধৰিলে, বিশেষকৈ এই কথা দেখ্‌ দেখ্‌কৈ ওলাই পৰিল। জমিদাৰ সভাবিলাকক সকলো ধৰণৰ সাহায্য দিয়া হ'বলৈ ধৰিলে। যুক্ত-প্রদেশৰ দুখন প্রধান সভাৰ বৰঙনি চৰকাৰৰ সহায়তাত খাজনা বা টেক্সৰ লগত একেলগে আদায় কৰাৰ দিহা হ'ল।

মোৰ বিশ্বাস, হিন্দুৱেই হওক, মুছলমানেই হওক কোনো সাম্প্রদায়িক প্রতিষ্ঠানেই মোৰ কোলাৰ নহয়, কোনোটোৱেই বোকাৰ নহয়। তথাপি হিন্দু মহাসভাৰ প্রতি মোৰ মনটো একেবাৰেই তিতা লাগি গ'ল। তাৰ এজন সম্পাদকে "লালকুৰ্ত্তা দল" বে-আইনী প্রতিষ্ঠান ঘোষণা কৰিব লাগে বুলি সমর্থন কৰি, চৰকাৰৰ কাৰ্য্যৰ প্রশংসা কৰিলে। যেতিয়া কোনো আক্রমণশীল আন্দোলন নাই, তেতিয়া প্রাথমিক প্রজাস্বত্ব বঞ্চিত কৰাৰ ব্যৱস্থাত এনেদৰে সমর্থন জনোৱাত মই বিস্ময় মানিলোঁ। এইবিলাক মূল নীতিৰ কথা বাদ দিলেও; সংঘৰ্ষৰ সময়ত কেইবছৰমান সীমান্ত প্রদেশৰ অধিবাসীসকলে আচৰিত কৃতিত্বৰে কাম কৰিছে, সেইটো সকলোৱে জানে আৰু তেওঁলোকৰ নেতা যি এতিয়াও অনির্দিষ্ট কাললৈ ৰাজবন্দী, তেওঁ ভাৰতৰ এজন সাহসী আৰু শক্তিশালী সন্তান। মই মনতে ভাবিলোঁ সাম্প্রদায়িক ভেদবুদ্ধি ইয়াতকৈ আৰু কিমান দূৰ যাব পাৰে? মই আশা কৰিছিলোঁ নেতাসকলে, তেওঁৰ লগত সংশ্রৱ ত্যাগ কৰিব। কিন্তু মই জনাত কোনেও তেনেকুৱা একোকে নকৰিলে।

হিন্দু মহাসভাৰ সম্পাদকে দিয়া বিবৃতিত মই বৰ বিচলিত হৈ পৰিলোঁ। বিবৃতিটো বেয়া পালেও, তাৰ ভিতৰেদি দেশৰ নতুন বতাহ কোনফালে বলিছে তাৰ এটা উমান পালোঁ। জহ কালিৰ আবেলিৰ গৰমত চকুত অলপ টোপনি ধৰিছে, এনে সময়তে এটা সপোন দেখিলোঁ—যেন আব্দুল গফুৰ খাঁক চাৰিউ ফালৰপৰা আক্রমণ কৰিছে আৰু মই তেওঁক ৰক্ষা কৰিছোঁ। সাৰ পাই উঠি দেখোঁ অতিপাত ভাগৰ ভাগৰ লাগিছে। মনটো সেমেকা পৰি গ'ল, গাৰুটোলৈ চাই দেখিলোঁ চকু-পানীৰে তিতি আছে। আচৰিত হৈ গলোঁ। সাৰপাই থকা অৱস্থাত মই কেতিয়াও এনেকুৱা ভাবাবেগত অভিভূত হৈ নপৰোঁ।

এই সময়ত মোৰ স্নায়ুবিলাক অলপ নিশকতীয়া হৈ পৰিছিল। মোৰ ভাল টোপনি নহৈছিল। ই মোৰ পক্ষে অতি অস্বাভাৱিক। নানা ধৰণৰ দুঃস্বপ্নত উচপ খাই উঠোঁ। কেতিয়াবা কেতিয়াবা টোপনিৰ মাজত চিঞৰি উঠোঁ। এবাৰ মই অতিপাত অকচা-বিকচাকৈ চিঞৰি দিছিলোঁ, কাৰণ ৰৰকৈ এটা জিকাৰখাই উঠি মই দেখোঁ যে মোৰ বিছনাৰ ওচৰত দুজন জেল ওৱাৰ্ডাৰ বৈ আছে, মোৰ চিঞৰ শুনি তেওঁলোকে যে উদ্বিগ্ন হৈছিল বুজি পালোঁ। মোৰ যেন বুকুত কোনোবাই হেঁচি ধৰি উশাহ-নিশাহ ল'ব নোৱাৰা কৰি দিছে, এনেকুৱা সপোন দেখিছিলোঁ।

এই সময়ত কংগ্রেছৰ কাৰ্য্যকৰী সমিতিৰ এটা প্রস্তাৱতো মই বৰ মৰ্ম্মাহত হৈ পৰিছিলোঁ। এই প্রস্তাৱত কোৱা হৈছে যে,—"ব্যক্তিগত সম্পত্তি বাজেয়াপ্ত কৰা আৰু শ্রেণী সংঘৰ্ষৰ বিষয় লাগ-বান্ধ নোহোৱাকৈ আলোচনা হোৱা দেখি" ইয়াৰ-দ্বাৰা কংগ্রেছপন্থীসকলক মনত পেলাই দিয়া হৈছে যে কৰাচী সিদ্ধান্তত, "উচিত কাৰণ আৰু উপযুক্ত ক্ষতিপূৰণ নিদিলে ব্যক্তিগত সম্পত্তি বাজেয়াপ্ত কৰাৰ কল্পনাও

নাই, বা ই শ্ৰেণী-সংঘৰ্ষৰ অনুমোদন নকৰে। কাৰ্য্যকৰী সমিতিৰ আৰু অনুমোদন হ'ল বাজেয়াপ্ত কৰা বা শ্ৰেণী-সংঘৰ্ষ কংগ্ৰেছৰ অহিংসা নীতিৰ বিৰোধী।" এই প্ৰস্তাৱটো অতিপাত লাগ-বান্ধ নোহোৱাভাৱে ৰচনা কৰা হৈছে, আৰু ৰচনা কৰা-সকলে শ্ৰেণী-সংঘৰ্ষৰ কথা বুজাবলৈ গৈ বহু সময়ত অজ্ঞতাৰেই পৰিচয় দিছে। নতুনকৈ গঠিত হোৱা কংগ্ৰেছ সমাজতান্ত্ৰিক দলক লক্ষ্য কৰিয়েই এই প্ৰস্তাৱ গৃহীত কৰা হৈছিল। কিন্তু কাৰ্য্যতঃ, বৰ্ত্তমান অৱস্থাত শ্ৰেণী-সংগ্ৰামৰ অস্তিত্ব আছে, তাক প্ৰায়েই উল্লেখ কৰাৰ বাহিৰে, সেই দলৰ দায়িত্বজ্ঞান থকা সদস্যসকলৰ পক্ষৰ-পৰা বাজেয়াপ্ত কৰাৰ দেখোন কোনো কথাই উঠা নাই। কাৰ্য্যকৰী সমিতিৰ প্ৰস্তাৱত এটা ইংগিত সুন্দৰকৈ আছে যে, যি মানুহে শ্ৰেণী-সংগ্ৰামৰ অস্তিত্বত বিশ্বাস কৰে, সি কংগ্ৰেছৰ সাধাৰণ সভ্যও হ'ব নোৱাৰিব। কংগ্ৰেছ সমাজতন্ত্ৰী অনুষ্ঠানত পৰিণত হৈছে, বা ই ব্যক্তিগত সম্পত্তিৰ বিৰোধী, কোনেও এনেকুৱা অভিযোগ অনা নাই। কোনো কোনো সদস্যই তেনেকুৱা মত মনতেহে ৰাখে, কিন্তু এতিয়া দেখা গ'ল এই সকলো শ্ৰেণীৰ লোকবদ্বাৰা গঠিত জাতীয় প্ৰতিষ্ঠানৰ সৈন্য-সামন্ত হিচাপেও তেওঁলোকৰ ঠাই নাই।

প্ৰায়েই ঘোষণা কৰা হয় যে, কংগ্ৰেছ সকলো দলৰে প্ৰতিনিধি। ইয়াত সকলো দল, সকলো স্বাৰ্থ, ৰজা আৰু প্ৰজা সকলোৰে স্থান আছে। জাতীয় আন্দোলনে সদায় এনেকুৱা দাবী কৰেই আৰু ইয়াকো ধৰি লোৱা হয় যে, তেওঁলোকেই দেশৰ সৰহ ভাগৰে প্ৰতিনিধি আৰু সকলো শ্ৰেণীৰ স্বাৰ্থৰ কল্যাণৰ ফালে লক্ষ্য ৰাখিয়েই তেওঁলোকৰ জন্মৰ নীতি পৰিচালনা কৰা হৈছে। এই নীতি কেতিয়াও যুক্তিৰে প্ৰমাণ কৰিব নোৱাৰি, কাৰণ কোনো ৰাজনৈতিক প্ৰতিষ্ঠানেই পৰস্পৰ বিৰোধী স্বাৰ্থত প্ৰতিনিধিত্ব কৰিব নোৱাৰে। সেইটো যদি হ'বলৈ হয়, তেন্তে সি কোনো বিশেষত্ব নোহোৱা আৰু লক্ষ্যহীন এটা লাড়ুত পৰিণত হ'বগৈ। হয় কংগ্ৰেছ এনেকুৱা এটা অৰ্থনৈতিক দল যাৰ নিৰ্দ্দিষ্ট (বা অনিৰ্দ্দিষ্ট) লক্ষ্য আছে, ৰাজ-নৈতিক ক্ষমতা অৰ্জ্জন কৰিবলৈ আৰু তাৰদ্বাৰা ভাৰতীয় কল্যাণ সাধন কৰিবলৈ নিৰ্দ্দিষ্ট মতবাদ আছে; নহয় ই দয়ালু জনহিতকৰ প্ৰতিষ্ঠান মাত্ৰ—যাৰ নিজাকৈ একো মত নাই, সকলোৰে কুশল কামনা কৰাই ইয়াৰ উদ্দেশ্য। ইয়াৰ লক্ষ্য আৰু মতবাদৰ লগত যিসকলৰ মত সাধাৰণভাৱে মিলে, ই কেৱল তেওঁলোকৰে প্ৰতিনিধি হ'ব পাৰে। যিসকল ইয়াৰ বিৰোধী তেওঁলোকক জাতীয়তা-বিৰোধী আৰু প্ৰতিক্ৰিয়াশীলপন্থী বুলি ভাবি নিজ মতবাদ কাৰ্য্যকৰী কৰিবৰ কাৰণে তেওঁলোকৰ প্ৰভাৱ নাইকিয়া কৰিব লাগিব, বা কমাব লাগিব। সাম্ৰাজ্যবাদবিৰোধী জাতীয় আন্দোলনৰ ভিতৰত একমত হ'বৰ কাৰণে বহুত থল আছে, কাৰণ ইয়াৰ লগত সামাজিক সংঘৰ্ষবিলাকৰ সংশ্ৰৱ নাই। এইদৰেই কংগ্ৰেছ নানা ধৰণে ভাৰতীয় জনসাধাৰণৰ সৰহ ভাগৰে প্ৰতিনিধি আৰু এই কাৰণেই বিভিন্ন স্বাৰ্থ থকাতো কেৱল সাম্ৰাজ্যবাদ-বিৰোধিতাৰ ভিত্তিতে ইয়াত যোগদান কৰিছে। কিন্তু এই ক্ষেত্ৰতো বেলেগ বেলেগ দলে বেলেগ বেলেগ কথাত বেছি গুৰুত্ব আৰোপ কৰে। যিসকল সাম্ৰাজ্যবাদ-বিৰোধিতাৰ মূল ভিত্তি সম্পৰ্কেও একমত নহয়, তেওঁলোক কংগ্ৰেছৰ বাহিৰতে আছে আৰু কম-বেছি খুটিছ চৰকাৰৰ পক্ষেও আছে বুলিব লাগে।

এনেকৈয়ে কংগ্ৰেছ এটা স্থায়ী সৰ্ব্বদলৰ কংগ্ৰেছত পৰিণত হৈছে। ইয়াৰ মাজত পৰস্পৰক আৱৰি ধৰি বহুতো দলেই আছে, এটা সাধাৰণ বিশ্বাসৰ সূত্ৰত পৰস্পৰ আৱদ্ধ আৰু গান্ধীজীৰ অতুলনীয় ব্যক্তিত্বৰ প্ৰভাৱত ঐক্যবদ্ধ।

পিচত কাৰ্য্যকৰী সমিতিয়ে শ্ৰেণী-সংগ্ৰাম সম্পৰ্কীয় প্ৰস্তাৱটো ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলে। সেই প্ৰস্তাৱৰ গুৰুত্ব তাৰ ভাষা বা বিষয়-বস্তুত নাছিল, প্ৰকৃততে কংগ্ৰেছ কোন বাটে গৈছে তাৰে সি এটা ইংগিত মাত্ৰহে আছিল। সোন-কালতে হ'বলগীয়া ব্যৱস্থা-পৰিষদৰ নিৰ্ব্বাচনত যিসকলে ধনী সম্প্ৰদায়বিলাকৰ সমৰ্থন লাভ কৰিবৰ কাৰণে অস্থিৰ হৈ পৰিছিল সেই নতুন পাৰ্লামেণ্টী অংশই এই প্ৰস্তাৱৰ প্ৰেৰণা যোগাইছিল। তেওঁলোকৰে অভিপ্ৰায় অনুযায়ী কংগ্ৰেছে সোঁ-পন্থাৰ ফালে চকু দিবলৈ ধৰিলে আৰু দেশৰ মধ্যমপন্থী আৰু ৰক্ষণশীল লোক-সকলৰ মন জয় কৰাৰ চেষ্টা কৰিবলৈ ধৰিলে। সিফালে আগতে কংগ্ৰেছী আন্দোলনৰ বিৰোধিতা কৰি আহিছে, আইন-অমান্য আন্দোলনত চৰকাৰৰ পক্ষত যোগ দিছে, আন কি তেওঁলোককো কংগ্ৰেছে মিঠা কথাৰে তুষ্ট কৰাৰ চেষ্টাত লাগিল। বাওঁপন্থীসকলৰ হাই-উৰুমি আৰু সমালোচনা এই মিলন বা "হৃদয়ৰ পৰিৱৰ্ত্তন"ৰ পথত অন্তৰায় যেন লগা হ'ল আৰু কাৰ্য্যকৰী সমিতিৰ প্ৰস্তাৱ আৰু আন আন লোকসকলৰ কথাৰপৰা বুজা গ'ল যে বাওঁপন্থীসকলৰ বাধা থকাতো কংগ্ৰেছ কৰ্তৃপক্ষ তেওঁলোকৰ এই নতুন পথৰপৰা আঁতৰি নেযায়। যদি বাওঁপন্থীসকলৰ আচৰণ সংযত নহয়, তেন্তে অনুসন্ধান কৰি তেওঁলোকক কংগ্ৰেছ দলৰপৰা বাদ দিয়া হ'ব। কংগ্ৰেছৰ পাৰ্লামেণ্টেৰী বৰ্ডে তেওঁলোকৰ ঘোষণাপত্ৰত যি অতি সাৱধানী কৰ্ম্ম-পন্থাৰ কথা জনালে, যোৱা পোন্ধৰ বছৰত তাতকৈ বেচি মধ্যপন্থী কোনো কৰ্ম্ম-পন্থা কংগ্ৰেছে গ্ৰহণ কৰা নাই।

গান্ধীজীৰ কথা বাদ দিলেও কংগ্ৰেছৰ নেতাসকলৰ মাজত এনেকুৱা বহুতো নামজ্বলা লোক আছে যিসকলে স্বাধীনতা আন্দোলনত ভাল কাম কৰিছে, যিসকল সততা আৰু নিভীৰ্কতাৰ কাৰণে গোটেই দেশৰে সন্মানিত। কিন্তু নতুন কৰ্ম্মপন্থাৰ ফলত দ্বিতীয় থাপৰ মানুহবিলাক সমুখলৈ আহিল; আন কি কংগ্ৰেছৰ আটাইতকৈ আগৰণুৱা দলটোতো এনে বহুত লোক আছে যাক কোনোমতেই আদৰ্শবাদী বুলি ক'ব নোৱাৰি। কংগ্ৰেছৰ নানা থাপত বহুতো আদৰ্শবাদী লোক আছে যে তাত সন্দেহ নাই। কিন্তু ভৱিষ্যতৰ আশাত আহি কংগ্ৰেছত ভৰ্ত্তি হ'ব খোজা লোকৰ কাৰণে এতিয়া আগতকৈয়ো বেচি বহল বাট মুকলি কৰি দিয়া হ'ল। গান্ধীজীৰ দুৰ্ব্বোধ্য আৰু ৰহস্যময় ব্যক্তিত্বৰ প্ৰভাৱৰ কথা বাদ দিলেও, মনত এনেকুৱা ভাব হ'বলৈ ধৰিলে, কংগ্ৰেছৰ যেন দুটা দিশ—এটা বিশুদ্ধ ৰাজনৈতিক দিশ, যিটো লাহে লাহে উপদলৰ প্ৰভুত্বৰ ষড়যন্ত্ৰত পৰিণত হৈছে আৰু সিটো দিশ এটা প্ৰাৰ্থনা সভাৰ নিচিনা দয়া দাক্ষিণ্য আৰু ভাবুকতাৰে ভৰপূৰ।

চৰকাৰৰ পক্ষে আনন্দত উত্ৰাৱল, আইন-অমান্য আন্দোলন আৰু তাৰ আনু-ষংগিক কাম-কাজবিলাক দমন কৰাত তেওঁলোকৰ নীতি সফল হৈছে বুলি বিবেচনা কৰি তেওঁলোকৰ জয়ৰ গৰ্ব্ব ঢাকি ৰাখিব নোৱাৰাত পৰিল। অস্ত্ৰোপচাৰ সফল হৈছে; বেমাৰী মৰক বা জীয়াক সেইটো মূৰ ঘমাবৰ এতিয়া একো আৱশ্যক নাই।

কংগ্ৰেছৰ বহুখিনি ভাললৈ আহিলেও তেওঁলোকে অলপ অচৰপ সাল-সলনি কৰি সেই নীতিকে চলাবলৈ মন বান্ধিলে। তেওঁলোকে জানে যে যিমান দিন মূল সমস্যা-বিলাক থাকিব, সিমান দিন জাতীয় কৰ্ম্মধাৰাৰ এই সাল-সলনিবিলাক মাত্ৰ দুদিনীয়া আৰু শাসন ঢিলাই দিলে যি কোনো মুহূৰ্ত্ততে ই আকৌ টনকিয়াল হৈ উঠিব পাৰে। বোধহয় তেওঁলোকে ইয়াকো চিন্তা কৰিছিল যে, কংগ্ৰেছৰ বেচি প্ৰগতিশীল অংশ আৰু বনুৱা আৰু খেতিয়ক দলৰ বিৰুদ্ধে দমন-নীতি চলাবলৈ কংগ্ৰেছৰ সতৰ্কতা অৱলম্বন কৰা নেতাসকলে বিশেষ আমনি নেপায়।

দেৰাদুন জেলত মোৰ চিন্তাৰ সোঁত কিছু দূৰ এইদৰেই ব'বলৈ ধৰিলে। ঘটনাৰ গতি কোন পিনে ঢাল লৈছে সেইটো ঠিক কৰা মোৰ পক্ষে টান; কাৰণ মই একেবাৰেই নিলগত আছোঁ। আলিপুৰ জেলত মই বাহিৰৰ ঘটনাসমূহৰ লগত একেবাৰেই নিলগে নিলগেই আছিলোঁ, দেৰাদুন জেলত চৰকাৰে বাছি দিয়া বাতৰি-কাকতৰপৰা অলপ অচৰপ খবৰ পাইছিলোঁ—সিয়ো অৱশ্যে এফলীয়া খবৰ। কিজানি বাহিৰৰ কৰ্ম্মীসকলৰ লগত যদি মোৰ যোগাযোগ থাকিলহেঁতেন আৰু ঘটনাবিলাক নিজে দেখিবলৈ পালোঁহেঁতেন তেতিয়া মোৰ মতৰ কোনো কোনো ফালে সাল-সলনি হ'লহেঁতেন।

বৰ্ত্তমানৰ কথা এৰি মই অতীতৰ কথা চিন্তা কৰিবলৈ ধৰিলোঁ। কৰ্ম্মক্ষেত্ৰত মই নমাৰপৰা আজিলৈকে ভাৰতৰ কি ৰাজনৈতিক পৰিৱৰ্ত্তন হৈছে? আমি যিখিনি কৰিছোঁ সি কিমানখিনি উচিত হৈছে? মোৰ ভাব হ'ল, যদি মোৰ চিন্তা-বিলাক লেখি ৰাখোঁ, তেন্তে সেইবোৰ বেচি পৰিপাটি হ'ব আৰু কামত আহিব। এনেকৈ নিজকে এটা নিৰ্দিষ্ট কামত নিযুক্ত ৰাখিলে মানসিক কষ্ট আৰু ভাগৰৰ পৰাও হাত সাৰিব পাৰি। এই ধাৰণাৰপৰাই মই দেৰাদুন জেলত ১৯৩৪-ৰ জুন মাহত এই "আত্মজীৱনমূলক বৰ্ণনা" লেখিবলৈ ল'লোঁ আৰু যোৱা আঠ মাহ সময় যেতিয়া মনলৈ কেতিয়াবা আৱেগ আহিছে তেতিয়াই তাক লেখিছোঁ। মাজে মাজে লিখিবৰ ইচ্ছা নেথায়। তিনি বাৰ এনেকৈ একো নেলেখাকৈ এমাহ এমাহকৈ কটাইছোঁ। তথাপি কোনোমতে চলি গৈছোঁ; মোৰ এই মানসপথৰ ভ্ৰমণ প্ৰায় শেষ হৈ আহিল। ইয়াৰ সৰহ ভাগেই বৰ কষ্টৰ মাজেদি লেখা; এই সময়ত মানসিক অৱসাদ আৰু নানান ভাবৰ আৱেগত বৰ জুৰুলা হৈ আছোঁ। বোধহয় কিজানি মোৰ লেখাখিনিৰ ওপৰতো তাৰ সাঁচ পৰিছে। কিন্তু এই লিখাৰপৰাই মই নিজকে বৰ্ত্তমান আৰু তাৰ বহুত ধৰণৰ দুশ্চিন্তাৰপৰা ভালেখিনি মুক্ত ৰাখিব পাৰিছোঁ। মই যেতিয়া লিখোঁ, তেতিয়া বাহিৰৰ পঢ়ুৱৈ সমাজৰ কথা মোৰ কেতিয়াবাহে মনলৈ আহে। মই নিজৰ লগতে আলোচনা কৰোঁ, নিজৰ কল্যাণৰ কাৰণেই প্ৰশ্ন তুলি নিজেই তাৰ উত্তৰ দিওঁ। কেতিয়াবা কেতিয়াবা কৌতুকো অনুভৱ কৰোঁ। মই যিমান পাৰোঁ সৰলভাৱে চিন্তা কৰিবলৈ যত্ন কৰিছোঁ আৰু মই ভাবোঁ অতীতৰ এই আলোচনাই এই বিষয়ে মোক যথেষ্ট সহায় কৰিব।

জুলাই মাহৰ শেষৰ ফাললৈ কমলাৰ অৱস্থা অতিপাত বেয়া হৈ পৰিল আৰু কেইদিনমানৰ ভিতৰতে তেওঁৰ প্ৰাণৰে সংশয় হোৱা অৱস্থা পৰিলহি। ১১ আগষ্টৰ দিনা হঠাৎ দেৰাদুন জেল এৰিব লাগে বুলি মোৰ ওপৰত আদেশ হ'ল আৰু সেই

ৰাতিয়ে পুলিচ পহৰা দি মোক এলাহাবাদলৈ পঠোৱা হ'ল। পিচদিনা আবেলি আমি এলাহাবাদৰ প্ৰয়াগ ষ্টেছনত নামিলোঁ। আৰু তাতে জিলা মেজিষ্ট্ৰেটে মোক ক'লে মোৰ নৰিয়া পৰি থকা পৰিবাৰক দেখা কৰিবৰ কাৰণে কিছু দিনৰ বাবে জেলৰপৰা মোক মুকলি কৰি দিছে। মোৰ গ্ৰেপ্তাৰৰ দিনৰপৰা এদিন কম ছমাহ হ'ল।

## এঘাৰ দিন

"তৰোৱালে তাৰ খাপটোক জীৰ্ণ কৰি পেলায়
আত্মায়ো জীৰ্ণ কৰে আমাৰ হৃদয়।"—বায়ৰণ

জেলৰপৰা মোৰ মুক্তি খন্তেকীয়া। মোক কোৱা হ'ল, ই দুদিন বা এদিনৰ কাৰণে হ'ব পাৰে; নাইবা ডাক্তৰসকলে যিমান দিন অতি আৱশ্যকীয় বুলি বিবেচনা কৰিব, সিমান দিনলৈকেও হ'ব পাৰে। এই অনিশ্চিত অৱস্থা বৰ অশান্তিজনক, স্থিৰভাৱে একো কাম কৰিব নোৱাৰি। সময় ঠিক হোৱা হ'লে নিজৰ অৱস্থা চাই কামৰ ব্যৱস্থা কৰিব পাৰিলোঁহেঁতেন। এই অৱস্থাত যি কোনো দিনত যি কোনো মুহূৰ্ত্তত মই ফাটেকলৈ উভতি যাব লগা হ'ব পাৰে।

এই আকস্মিক পৰিৱৰ্ত্তনৰ কাৰণে মই সমুলি সাজু নাছিলোঁ। মোৰ ছোৱালীজনী—ইন্দিৰাও শান্তিনিকেতনৰপৰা আহিছিল। কমলাৰ স্বাস্থ্যৰ খবৰ ল'বলৈ আৰু মোৰ লগত দেখা কৰিবলৈ বহুতো বন্ধুও আহিবলৈ ধৰিলে। ইয়াত জীৱন-যাত্ৰাৰ প্ৰণালী বেলেগ, ঘৰৰ আৰাম আৰু ভাল খোৱা বস্তুৰ ব্যৱস্থা। কিন্তু এই সকলোৰে মূলত হ'ল কমলাৰ সঙ্কটজনক অৱস্থাৰ কাৰণে মনৰ উদ্বিগ্নতা।

তেওঁ খীনাই গৈছে, অতিশয় দুৰ্ব্বল হৈ পৰিছে, যেন কমলাৰ ছাঁটোৱেহে তেওঁৰ বেমাৰৰ লগত নিশকতীয়াভাৱে যুঁজিবলৈ ধৰিছে। তেওঁক চিৰদিনৰ কাৰণেই হেৰুৱাব লাগিব, এই চিন্তা অসহ্য হৃদয়বিদাৰক হৈ উঠিল। আমাৰ বিয়াৰ পিচত ছাবে ওঠৰ বছৰ পাৰ হৈ গৈছে। সেই দিনটোৰ কথা মোৰ মনত পৰিল; তাৰ পিচৰ দীঘলীয়া এই কালছোৱাৰ কত স্মৃতি! মোৰ বয়স তেতিয়া ছাব্বিছ বছৰ, তেওঁৰ বয়স প্ৰায় সোতৰ, যেন ভুলতহে ছোৱালী হৈছে; সাংসাৰিক বিষয়ত একেবাৰেই কেঁচা। আমাৰ মাজত বয়সৰ ব্যৱধান বৰ বেচি, আমাৰ মানসিক গঠনৰ পাৰ্থক্য আৰু বেচি; মোৰ মানসিক বিকাশ তেওঁতকৈ বহুত বেচি। তথাপি বাহিৰত সংসাৰৰ অভিজ্ঞতা আৰু জ্ঞান থকা যেন দেখি যদিও মই প্ৰকৃততে ল'ৰাৰ নিচিনাই চঞ্চল আছিলোঁ। মই বুজিবই পৰা নাছিলোঁ ছোৱালীৰ কোমল আৰু ভাবপ্ৰৱণ মনটোৱে যে ফুলৰ নিচিনাকৈয়ে লাহে লাহে ফুলি উঠে আৰু তাৰ কাৰণে কিমান যত্ন, কিমান স্নেহ, কিমান আদৰ-সাদৰ লাগে। আমাৰ পৰস্পৰৰ মাজত আকৰ্ষণ আছিল, আমি দুয়ো দুয়োকে ভাল ব্যৱহাৰ কৰিছিলোঁ, কিন্তু আমাৰ মনৰ পটভূমি আছিল বেলেগ। দুয়ো দুয়োৰে মাজত সদায় এটা অমিল অনুভৱ কৰিছিলোঁ। এই অমিলৰ কাৰণেই মাজে মাজে কেতিয়াবা আমাৰ মাজত অলপ

ঠেকা-ঠেকি লাগিছিল আৰু সৰু-সৰা বিষয়ক অলপ অচৰপ কাজিয়াও হৈছিল। কিন্তু ল'ৰা-ছোৱালীৰ এই মনোমালিন্য বেচি সময় নেথাকে। অতি সোনকালে আমাৰ মিল হয় আৰু তাৰ অন্ত পৰে। আমাৰ দুয়োৰে মেজাজ উখৰা আৰু অনুভূতিপ্ৰৱণ আৰু আত্মমৰ্য্যদা সম্পৰ্কে আমাৰ ধাৰণা আছিল সৰু ল'ৰাৰ ধাৰণাৰ দৰেই। তথাপি আমাৰ ঘনিষ্ঠতা বাঢ়িছিল। বাঢ়িলেও অৱশ্যে, মিল নথকাৰ কাৰণে অলপ লাহে লাহেহে বাঢ়ে। আমাৰ বিয়াৰ এবৈছৰ মাহৰ পিচত আমাৰ ছোৱালী আৰু একমাত্ৰ সন্তান ইন্দিৰাৰ জন্ম হয়।

আমাৰ বিয়াৰ লগে লগেই আমাৰ ৰাজনৈতিক ক্ষেত্ৰই নতুন ৰূপ ল'লে। মই ক্ৰমে সেই ফালেই ঢাল খালোঁ। তেতিয়া হ'মৰুল আন্দোলনৰ দিন। অলপ দিনৰ পিচতে আহিল পঞ্জাবৰ সামৰিক আইন আৰু অসহযোগ। মই লাহে লাহে জনসাধাৰণৰ ধূলিৰ লগত মিহলি হৈ পৰিলোঁ। এইবোৰ কামত মই এনেকৈ সাঙোৰ খাই পৰিলোঁ যে প্ৰায় অজ্ঞতাসাৰেই মই তেওঁৰ ফালে লক্ষ্য নকৰা হৈ পৰিলোঁ। যেতিয়া মোৰ লগ তেওঁৰ বেচিকৈ প্ৰয়োজনীয় আছিল সেই সময়ত তেওঁ কেৱল নিজকে লৈ থাকে। তেওঁৰ প্ৰতি ভালপোৱা মোৰ সদায় আছিল, আন কি আগতকৈ বাঢ়িছেহে। তেওঁ তেওঁৰ কোমল হৃদয়েৰে মোৰ সেৱা আৰু সান্ত্বনাৰ কাৰণে সাজু হৈ আছে, এই কথা ভাবি মই অপূৰ্ব্ব সন্তোষ অনুভৱ কৰোঁ। তেওঁ মোৰ অন্তৰত বল দিছে, কিন্তু তেওঁ মনত নিশ্চয় দুখ পায় আৰু নিজকে অৱহেলিত যেন পায়। এই আধা মনত পৰা আধা পহৰি থকা অনিয়মিত মনোভাৱতকৈ তেওঁৰ প্ৰতি দয়াহীন ব্যৱহাৰেই কিজানি অনেক গুণে বেচি ভাল আছিল।

তাৰ পিচত আহিল তেওঁৰ বাৰে বাৰে উক দিয়া বেমাৰ। সিপনে ফাটেক হোৱা কাৰণে বহু দিনলৈ মই আঁতৰত থাকোঁ। এই সময়ত আমাৰ মাজত কেৱল জেলতহে দেখা-শুনা হৈছিল। আইন-অমান্য আন্দোলনত তেওঁ আমাৰ আন্দোলনৰ আগ-শাৰীত থিয় দিলেহি আৰু ফাটেকত পৰাত তেৰোঁ বৰ আনন্দ পালে। আমি যেন দুয়ো দুইবো বেচি ওচৰ চাপি আহিবলৈ ধৰিলোঁ। বহুত দিনৰ মূৰে মূৰে হোৱা দেখা-সাক্ষাত আমাৰ বৰ বহুমূলীয়া যেন লাগিছিল। আমি সেই দিনটো কেতিয়া আহে কেতিয়া আহেকৈ আঙুলিৰ মূৰত লেখিছিলোঁ। আমাৰ সেই দেখা-সাক্ষাত আৰু খন্তেকৰ কাৰণে লগা-লগি হোৱাৰ কাৰণে আমাৰ মাজত কেতিয়াও অকণো বিৰক্তি ভাব নহৈছিল, ভাল নলগাৰ ভাব কেতিয়াও নহৈছিল, সদায় অম্লানভাৱে পৰিস্থিতিৰ নতুনত্ব উপভোগ কৰিছিলোঁ। আমি দুয়োৰে মাজত কিমান যে নতুন নতুন আৱিষ্কাৰ কৰিছিলোঁ, যদিও তাৰ সকলোবোৰ অৱশ্যে আমাৰ সদায় ভাল নেলাগিছিল। আন কি ডাঙৰ হৈয়ো আমাৰ মাজত কিবা বিষয়ত মতৰ অমিল হ'লে তাকো বহুতখিনি ল'ৰা-ছোৱালীৰ মতৰ অমিলৰ নিচিনাহে লাগিছিল।

ওঠৰ বছৰ বিবাহিত জীৱন যাপন কৰাৰ পিচতো তেওঁক ঠিক কুমাৰী ছোৱালীৰ দৰেহে লাগে; তেওঁক দেখাত গৃহিণী বা মাতৃৰ দৰে নেলাগে। বহুদিন আগতে তেওঁ যেনেকৈ কইনাজনীহে আমাৰ ঘৰলৈ আহিছিল, যেন বহুতখিনি তেনেকৈয়ে আছে। মোৰ কিন্তু বহুত পৰিবৰ্ত্তন হৈছে। বয়সৰ তুলনাত মোৰ শৰীৰ সুগঠিত, সহজে চলাব পৰা আৰু কামিলা হৈ আছে যদিও আৰু মোৰ আত্ম

এতিয়া সৰু ল'ৰাৰ চঞ্চলতা আছে বুলি কম যদিও দেখাত হ'লে তেনে বেন নেলাগে। মোৰ মুৰত ক'ৰবাত ক'ৰবাত টকলা পৰিছে, দুই এডাল পকা চুলিও বনিয়াইছে, মুখত ৰেখা পৰিছে। চকুৰ চাৰিও ফালে ক'লা ছাঁ। যোৱা চাৰি বছৰৰ দুখ কষ্ট আৰু চিন্তা-ভাবনাই মোৰ ওপৰত বহুতো আঘাতৰ চিন থৈ গৈছে। আজি-কালি কমলাই মৰে অচিনাকি ঠাইলৈ গ'লে মানুহে তেওঁক মোৰ ছোৱালী বুলি ভুল কৰে আৰু ময়ো বৰ বিব্ৰত হৈ পৰোঁ। তেওঁক আৰু ইন্দিৰাক বাই-ভনীৰ নিচিনা লাগে।

ওঠৰ বছৰ বিবাহিত জীৱন। কিন্তু ইয়াৰ ভিতৰতে কত বছৰ যে মই ফাটেকৰ আন্ধাৰ কোঠাত আৰু কমলাই হস্পিটাল আৰু স্বাস্থ্য-নিবাসত দিন নিয়াইছে। এতিয়া মই আকৌ জেল খাটিছোঁ, দুদিনৰ কাৰণে মাত্ৰ মুক্ত; আৰু কমলাই জীৱনৰ আশাত যুদ্ধ কৰিছে। তেওঁৰ নিজৰ স্বাস্থ্যৰ প্ৰতি আওকাণ দেখি তেওঁৰ ওপৰত আমনি পালোঁ। কিন্তু তথাপি মই তেওঁক কেনেকৈ নো দোষ দিওঁ বাৰু? জাতীয় সংগ্ৰামত পুৰাকৈ যোগ দিবৰ অতুলন হেঁপাহত তেওঁ নিজৰ অক্ষমতা আৰু কৰ্ম্মহীনতাৰ বিৰুদ্ধে যুদ্ধ কৰিছে। কিন্তু সি আছিল দেহৰ সাধ্যৰ বাহিৰে। তেওঁ উচিত মতে কামো কৰিব নোৱাৰিলে আৰু তেওঁৰ ভিতৰৰ জুইতে দেহটো এতিয়া জ্বলি পুৰি গৈছে।

এতিয়াই যে মোৰ তেওঁক প্ৰয়োজন হৈছে, আটাইতকৈ বেচি। তেওঁ মোক এৰি যাব নে কি বাৰু? আমি যে ইমান দিনে দুয়ো দুইকো জানিবলৈ আৰু বুজিবলৈ চেষ্টা কৰিছোঁ—আমাৰ মিলিত জীৱন এতিয়াহে মাত্ৰ আৰম্ভ হ'ল। আমাৰ ইজনৰ ওপৰত সিজনৰ ইমান নিৰ্ভৰতা, আমি একে লগ হৈ কৰিবলগীয়া কত যে আছে!

দিনৰ পিচত দিন, ঘণ্টাৰ পিচত ঘণ্টা তেওঁৰ ফালে চাই চাই থাকোঁতে এনেকুৱা কত কথা যে মনত পৰিবলৈ ধৰিলে।

সহকৰ্ম্মী আৰু বন্ধুসকল মোৰ লগত দেখা কৰিবলৈ আহিল। মই নজনা বহুত ঘটনাৰ কথা তেওঁলোকৰপৰা শুনিলোঁ। তেতিয়া তেওঁলোকে চলি থকা ৰাজনৈতিক সমস্যাবিলাকৰ আলোচনা কৰি মোক কথা সুধিবলৈ ধৰিলে। মোৰ পক্ষে উত্তৰ দিয়া টান। এনেয়ে কমলাৰ অসুখৰ কাৰণে মনৰ খেলিমেলি অৱস্থা, তাতে জেলত একেবাৰেই ইচ্ছামতে বেলেগে বেলেগে থকাৰ কাৰণে এই স্পষ্ট প্ৰশ্ন-বিলাকৰ সন্মুখীন হ'বলৈ মই সাজু নাছিলোঁ। দীঘলীয়াকৈ জেলত থাকি মই যি অভিজ্ঞতা লাভ কৰিছোঁ, তাৰপৰা মই এই শিক্ষা লাভ কৰিছোঁ, জেলত পোৱা কেইটামান খবৰৰ ওপৰত নিৰ্ভৰ কৰি কোনো ৰাজনৈতিক অৱস্থা বিচাৰ কৰা সম্ভৱ নহয়। মনক আলোচনামুখী কৰি তুলিবৰ কাৰণে ব্যক্তিগত সংস্পৰ্শৰ আৱশ্যক। নাইবা মত পৰিবৰ্ত্তন কৰিবলৈ গ'লে সি পণ্ডিতৰ অবান্তৰ আলোচনাত পৰিণত হ'ব। গান্ধীজী আৰু কাৰ্য্যকৰী সমিতিৰ সহকৰ্ম্মীসকলৰ লগত আলোচনা নকৰালৈকে, কংগ্ৰেছৰ কৰ্ম্মনীতি সম্পৰ্কে কোনো নিৰ্দ্দিষ্ট মত প্ৰকাশ কৰিলে তেওঁলোকৰ প্ৰতিও অবিচাৰ কৰা হয়। কংগ্ৰেছে যি যি কৰিছে তাৰ সমালোচনাৰে মোৰ মন ভৰি থাকিলেও, কোনো পোনপটীয়া আৰু স্পষ্ট প্ৰস্তাৱ উত্থাপন

কৰিবলৈ মই সাজু নাছিলোঁ। তেতিয়া মোক জেলৰপৰা মুক্তি দিয়াৰ সম্ভাৱনা নাছিল কাৰণে এই ধৰণে ভাবিব পৰা নাই।

মোৰ পৰিবাৰৰ নৰিয়া-পাটীৰ ওচৰলৈ আহিবলৈ দি চৰকাৰে মোৰ প্ৰতি বি দয়া দেখুৱাইছে, তাৰে সুযোগ লৈ ৰাজনৈতিক উদ্দেশ্য সাধন কৰা উচিত নহ'ব, এই ভাবোঁ মোৰ মনত আছিল। সেই ধৰণৰ কোনো কাম কৰিম বুলি কোনো লিখিত সৰ্ত্ত বা প্ৰতিশ্ৰুতি অৱশ্যে মই দিয়া নাই, তথাপি এতিয়া কৈ অহা কাৰণত মোৰ মনলৈ সঙ্কোচ আহিল।

কেইটামান মিছা গুজবৰ প্ৰতিবাদ কৰাৰ বাহিৰে মই কোনো বিবৃতি প্ৰচাৰ কৰা নাই। আন কি ঘৰুৱা ভাবেও মই কোনো নিৰ্দ্দিষ্ট কৰ্ম্মপন্থাতিৰ কথা কোৱা নাই, কিন্তু হৈ যোৱা ঘটনা সম্পৰ্কে মুক্তকণ্ঠে সমালোচনা কৰিছোঁ। কংগ্ৰেছ সমাজতন্ত্ৰী দল তেতিয়া গঠিত হৈছে মাত্ৰ আৰু মোৰ বহুতো অন্তৰঙ্গ সহকৰ্ম্মীয়ে তাত যোগ দিছিল। মই যিমানদূৰ জানিব পাৰিলোঁ তাৰপৰা তাৰ কৰ্ম্ম-নীতি থূলমূলকৈ মোৰ কাৰণে সন্তোষজনক যেনেই লাগিল। কিন্তু সেই দলটো এনে এটা অদ্ভুত আৰু সানমিহলি দল যে মই একেবাৰেই জেলৰপৰা মুক্তি পোৱা হে'তেনো হঠাৎ তাত যোগ নিদিলোঁহে'তেন। স্থানীয় ৰাজনৈতিক বিষয়ত মই কিছু সময় দিবলগীয়া হ'ল; কাৰণ আন আন ঠাইৰ দৰে এলাহাবাদতো স্থানীয় কংগ্ৰেছ কমিটীৰ নিৰ্ব্বাচন লৈ সমুলি নোহোৱা-নোপজা ধৰণৰ এটা চোকা আন্দোলন আৰম্ভ হৈছিল। ইয়াৰ মাজত নীতিগত কোনো বিষয় নাছিল; ই আছিল তেনেই ব্যক্তিগত কথা আৰু কিছুমান ব্যক্তিগত কাজিয়া ভাঙিবৰ কাৰণে মোক মাতি অনা হৈছিল।

এইবিলাক কথাৰ লগত সান খাবৰ ইচ্ছা মোৰ নাছিল যদিও, কিছুমান ঘটনা দেখি মই বৰ দুখ পালোঁ। স্থানীয় কংগ্ৰেছৰ নিৰ্ব্বাচন লৈ মানুহৰ ইমান উত্তেজনা হোৱাটো অতি আচৰিত হ'বলগীয়া কথা। ইয়াৰ মাজৰ প্ৰধান যিসকল, তেওঁলোক বহুতেই নিজৰ ঘৰুৱা কাৰণ দেখুৱাই সঙ্ঘৰ্ষৰপৰা আঁতৰি গ'ল। আইন-অমান্য আন্দোলন বৰ্জ্জন কৰাৰ লগে লগে সেই কাৰণবিলাকৰো কোনো গুৰুত্ব নোহোৱা হ'ল আৰু তেওঁলোকে বাহিৰলৈ আহি অতি তীব্ৰ আৰু অন্যায় ধৰণৰ আন্দোলন চলাবলৈ ধৰিলে। সিটো দলক হৰুৱাবৰ কাৰণে ঐকান্তিক আগ্ৰহত মানুহে কেনেকৈ যে অতি সৰু সুৰা শিষ্টাচাৰ অকণো পাহৰি যায়! মই দেখি মৰ্ম্মাহত হৈ'গ'লোঁ যে স্থানীয় নিৰ্ব্বাচনৰ জয় লাভৰ উদ্দেশ্যে কমলাৰ নাম, আন কি তেওঁৰ বেমাৰৰ কথাও মানুহে ব্যৱহাৰ কৰিবলৈ ধৰিলে।

বহুল প্ৰশ্নৰ ভিতৰত অহা ব্যৱস্থা-পৰিষদৰ নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ কংগ্ৰেছৰ সিদ্ধান্ত সম্পৰ্কেও আলোচনা চলিল। ডেকা দলটো এই সিদ্ধান্তৰ বিৰোধী আছিল, কাৰণ তেওঁলোকৰ মতে ই নিয়মতান্ত্ৰিক আপোচৰ বাটলৈ ঘূৰি অহাহে হয় মাথোন। কিন্তু ইয়াৰ সলনি তেওঁলোকে কোনো কাৰ্য্যকৰী পন্থা দেখুৱাই দিব নোৱাৰিলে। প্ৰতিবাদীসকলৰ কোনো কোনোৱে উচ্চ ধৰণৰ নীতিৰ কথা উলিয়ালে। কিন্তু আচৰিত কথা কংগ্ৰেছৰ বাহিৰে আন আন দলে নিৰ্ব্বাচনত

যোগ দিয়াত তেওঁলোকৰ কোনো আপত্তি নাই। দেখি ভাব হ'ল, তেওঁলোকৰ উদ্দেশ্য সাম্প্রদায়িক প্ৰতিষ্ঠানবিলাকৰ পথ সুগম কৰি তোলা।

এইবিলাক স্থানীয় কাজিয়া-পেচাল, ৰাজনীতিৰ গতি আৰু পৰিণতি দেখি মোৰ বৰ বিৰক্তি লাগিল। তেওঁলোকৰ লগত মোৰ যেন প্ৰাণৰ সম্বন্ধ নাই আৰু মোৰ জন্মভূমি এলাহাবাদত মই নিজকে অকলশৰীয়া, অচিনাকি বুলি ভাবিবলৈ ধৰিলোঁ। মই বিস্মিত হৈ ভাবিবলৈ ধৰিলোঁ যে যেতিয়া মোৰ এইবিলাক কথাত যোগ দিয়াৰ সময় আহিব, তেতিয়া এই পাৰিপাৰ্শ্বিক অৱস্থাত মই কি কৰিম?

মই গান্ধীজীক কমলাৰ অৱস্থা লিখি জনালোঁ। সোনকালেই মই জেললৈ উভতি যাব লাগিব আৰু সোনকালতে সুযোগ নেপাবও পাৰোঁ, এই ভাবি মোৰ মনৰ ভাবো সেই চিঠিত জনালোঁ। আধুনিক ঘটনাসমূহত মোৰ মনটো অতিপাত তিতা-কেঁহা লাগি উঠিছিল। চিঠিত তাৰ আভাসো দিছিলোঁ, কি কৰিব লাগিব, বা কি হোৱা উচিত, কি হোৱা অনুচিত, তাক লিখিবলৈ মই চেষ্টা কৰা নাই, কেৱল যি ঘটিছে তাকে অলপ অচৰপ লিখিছিলোঁ। এই চিঠি মোৰ বন্ধ ভাবাৱেগৰ নিদৰ্শন মাত্ৰ আৰু পিচত জানিব পৰিছিলোঁ গান্ধীজীয়ে তাৰ কাৰণে বৰ বেজাৰ পাইছিল।

দিনৰ পিচত দিন গৈ থাকিল আৰু ময়ো বাটচাই থাকিলোঁ—ফাটেকলৈ যাবলৈ কেতিয়া মাতে কেতিয়া মাতেকৈ, বা চৰকাৰৰপৰা কি আহে কি আহেকৈ। মাজে মাজে মোলৈ বতৰা আহিবলৈ ধৰিলে যে পিচদিনা বা তাৰ পিচদিনাই মোক চৰকাৰীভাৱে জনোৱা হ'ব। ইতিমধ্যে মোৰ পৰিবাৰৰ অৱস্থাৰ বিৱৰণ জনাবলৈ ডাক্তৰসকলক অনুৰোধ কৰা হ'ল। মই অহাৰ পিচত কমলাৰ স্বাস্থ্যৰ অকণমান উন্নতি দেখা গ'ল।

সাধাৰণৰ মনত ধাৰণা হল, আন কি, যিসকল সাধাৰণতে চৰকাৰৰ বিশ্বাস-ভাজন তেওঁলোকেও ভাবিবলৈ ধৰিলে যে, দুটা ঘটনাৰ সম্ভাৱনা নথকা হ'লে মোক সম্পূৰ্ণ ৰূপে মুক্তি দিলেহেঁতেন। এটা হ'ল অক্টোবৰ মাহত বোম্বাইত কংগ্ৰেছৰ পূৰ্ণ অধিবেশন আৰু আনটো নবেম্বৰ মাহত ব্যৱস্থা পৰিষদৰ নিৰ্ব্বাচন। জেলৰ বাহিৰত থাকিলে এইবিলাক বিষয়ত মই ক'ৰবাত উৎপাত কৰোঁ বুলি মোক আৰু তিনি মাহৰ কাৰণে জেলত ৰাখি এৰি দিয়া হ'ব। অৱশ্যে মোক আকৌ জেললৈ নপঠোৱাৰ সম্ভাৱনাও আছিল আৰু এই বিশ্বাসেই লাহে লাহে বাঢ়ি আহিবলৈ ধৰিলে। মই স্থায়ীভাৱে কাম কাজত মনোযোগ দিবলৈ ধৰিলোঁ।

মোৰ মুক্তিৰ এঘাৰ দিন পিচত তেইছ আগষ্টৰ দিনা পুলিচৰ গাড়ী আহি উপস্থিত হ'ল। পুলিচ বিষয়াই মোক ক'লেহি যে, মোৰ দিন শেষ হৈছে, মই এতিয়াই নাইনি জেললৈ উভতি যাব লাগিব। মই আত্মীয় স্বজনৰপৰা বিদায় ললোঁ। পুলিচৰ গাড়ীলৈ যাব খুজিছোঁ, এনেতে বুগীয়া আৰে যাহু দুটা জেলি মোৰ ওচৰলৈ লৰি আহিল। তেওঁৰ সেই মুখ বহু দিনলৈ মোৰ স্মৃতিৰ পটত থাকি থাকি ভাঁহি উঠিছিল।

# আকৌ ফাটেক

"ছাঁ সদায় ছাঁয়েই, তাক বাধা দিওঁতা কেও নাই; কিন্তু বেলিৰ পোহৰৰ বাটত শ শ বং বহণ ওলায় পৰে। তেনেকৈয়ে দুখো সুখতকৈ একেবাৰেই বেলেগ বস্তু; কিন্তু সুখৰ পথত হেজাৰ দুখৰ আঘাত আৰু বেদনাৰ বাধা।"

—ৰাজতৰঙ্গিণী(১)

মই আকৌ নাইনি জেললৈ উভতি আহিলোঁ, আকৌ নতুনকৈহে যেন ফাটেকত পৰাৰ আদেশ লৈ আহিছোঁ, তেনেকুৱা যেন লাগিল। বাহিৰৰপৰা ভিতৰ, ভিতৰৰপৰা বাহিৰ, মই যেন এটা বেড্ মিল্টনৰ কক্ হোৱাদি হৈ পৰিছোঁ। এই ধৰণৰ আকস্মিক পৰিবৰ্ত্তনৰ ভাবাবেগে গোটেই অন্তৰখন জোকাৰি পেলায়, বাৰে বাৰে হৈ থকা পৰিবৰ্ত্তনৰ লগত নিজকে খাপ খুৱাই লোৱাটো সহজ কথা নহয়। মই ভাবিছিলোঁ মোক নাইনিত পুৰণি জেলখানাতে ৰাখিব। ইয়াৰ আগতে তাতে বহু দিন থাকি থাকি মোৰ তাতেই অভ্যাস হৈ গৈছিল। তাত মোৰ ভনী-জোঁৱাই ৰঞ্জিত পণ্ডিতে ৰোৱা কেইজোপামান ফুলগছ আছিল, এখন ধুনীয়া বাৰণ্ডাও আছিল। কিন্তু এই ৬নং বেৰেকত বিনা বিচাৰে আৰু ফাটেকৰ আদেশ নোহোৱাকৈয়ে থোৱা এজন ৰাজবন্দী আছিল। তেওঁৰ লগত মই একেলগে থকাটো ঠিক নহ'ব বুলি মোক জেলৰ আন এটা মুৰে থাকিবলৈ দিলে। এই ঠাইডোখৰত চাৰিউফালে বৰ বেচি আঁৰ-বেৰ। তাত ফুলৰ বাগিচাৰ চিনেই নাই।

কিন্তু য'তে মই দিনে ৰাতিয়ে নেথাকোঁ লাগিলে সেইটো একো কথা নহয়, কাৰণ মোৰ মনটো আছিল আন ঠাইত। মোৰ আশঙ্কা হ'বলৈ ধৰিলে কমলাৰ যিকণ ভাল হৈছিল, মোক আকৌ গ্ৰেপ্তাৰ কৰাৰ আঘাতত সেইকণ আৰু নেথাকিল। হ'লো সেয়ে। কেইদিনমান মোক জেলত ডাক্তৰসকলৰ চমু বিবৰণ দিয়াৰ ব্যৱস্থা হ'ল। ই বহুত হাত বাগৰি আহিছিল। ডাক্তৰে টেলিফোনত পুলিচ সদৰ অফিচলৈ জনাইছিল তেওঁলোকে আকৌ জেললৈ পঠাই দিছিল। জেলৰ বিষয়া-সকৰ লগত ডাক্তৰৰ পোনপটীয়া যোগাযোগ ভাল লগা নাছিল। অনিয়মিতভাৱে হ'লেও দুসপ্তাহলৈ মই সদায় এই বিবৰণ পাই আছিলোঁ। তাৰ পিচত বন্ধ কৰি দিয়া হ'ল। অথচ তেতিয়া কমলাৰ অৱস্থা বেয়াৰ ফালেহে ঢাল লৈছিল।

বেয়া খবৰ পোৱা আৰু খবৰৰ কাৰণে বৈ থকা—এই দুয়োটাৰ কাৰণে দিনবোৰ অসহনীয়ভাৱে দীঘল আৰু ৰাতিবোৰো অতি অসহ্য হৈ উঠিল। সময় যেন অলৰ-অচৰ, বা শামুকৰ গতিৰেহে গৈছে। প্ৰত্যেকটো ঘণ্টাই যেন এটা মহাভাৰ, এটা বিভীষিকা। ইমান বেচি পৰিমাণে এনেকুৱা অনুভৱ মই কেতিয়াও কৰা নাই। তেতিয়া মই ভাবিছিলোঁ যে, বোম্বাইৰ কংগ্ৰেছ অধিবেশনৰ পিচতে অৰ্থাৎ দুমাহমানৰ পিচতে মই মুক্তিলাভ কৰিম। কিন্তু এই দুমাহেই অনন্ত কাল যেন লাগিল।

মোক আকৌ গ্ৰেপ্তাৰ কৰাৰ ঠিক এমাহৰ পিচতে এদিন এজন পুলিচ বিষয়া আহি মোৰ পৰিবাৰৰ লগত অলপ সময় দেখা কৰাৰ কাৰণে মোক জেলৰপৰা লৈ

আৰ. এচ. পণ্ডিতৰ অনূদিত ("ৰিভাৰ অৱ্ কিংচ্") তৰঙ্গ ৮, ১৯১০)।

গ'ল। মই শুনিলোঁ, মোক হেনো সপ্তাহত দুবাৰকৈ তেওঁৰ লগত দেখা কৰিবলৈ দিয়া হ'ব। আন কি সময় পৰ্য্যন্ত নিৰ্দ্ধাৰিত কৰি দিয়া হ'ল। মই চাৰি দিন বাট চালোঁ, কোনো মোক নিবলৈ নাহিল। পঞ্চম, ষষ্ঠ, সপ্তম দিনো পাৰ হ'ল। বৈ বৈ মোৰ ভাগৰ লাগি গ'ল। তেওঁৰ অৱস্থা আকৌ সঙ্কটাপন্ন হৈছে বুলি খবৰ পালোঁ। মোক সপ্তাহত দুবাৰ তেওঁৰ লগত দেখা কৰিবলৈ লৈ যাব বুলি পৰিহাস কৰিবৰ কি আৱশ্যকটো আছিল?

অৱশেষত ছেপ্টেম্বৰ মাহো শেষ হৈ গ'ল। ইমান দীঘলীয়া দুখজনক ত্ৰিছটা দিন জীৱনত মই আৰু কেতিয়াও পোৱা নাই।

বহুতো মধ্যস্থৰ যোগেদি মোক পৰামৰ্শ দিয়া হ'ল যে, যদি মই মোৰ ফাটেক হোৱা গোটেই কালছোৱা ৰাজনীতিৰপৰা নিলগত থাকিম বুলি প্ৰতিশ্ৰুতি দিওঁ, বেঁচি নেলাগে কেৱল ক'লে হ'ল, তেতিয়া কমলাৰ শুশ্ৰূষাৰ কাৰণে মই মুক্তি পাব পাৰোঁ। সেই মুহূৰ্ত্তত মোৰ চিন্তাত কোনো ৰাজনীতি নাছিল। বিশেষকৈ এঘাৰ দিন বাহিৰত থাকি যি ৰাজনীতি মই দেখি আহিছোঁ, তাতেই মোৰ তিতা লাগি গৈছে। কিন্তু প্ৰতিশ্ৰুতি! মোৰ নিজৰ প্ৰতিজ্ঞাৰ প্ৰতি, উদ্দেশ্যৰ প্ৰতি, মোৰ সহকৰ্ম্মীসকলৰ প্ৰতি, মোৰ নিজৰ প্ৰতি বিশ্বাসঘাতকতা কৰিম? যিয়েই নঘটক লাগিলে ই অসম্ভৱ সৰ্ত্ত! তাকে কৰাৰ অৰ্থ মোৰ নিজৰ সত্তাৰ ভিত্তিক মৰ্ম্মান্তিক আঘাত কৰা, মোৰ মাজত যিহকে অকল পৱিত্ৰ বুলি ভাবিছোঁ, তাকেই অপমান কৰা। মই শুনিলোঁ, কমলাৰ অৱস্থা দিনে দিনে বেয়াৰ ফালে ঢাল লৈছে। এই জীৱন-মৰণৰ সন্ধিকালত তেওঁৰ পাটীৰ কাষত মই থাকিবলৈ পালেও তেওঁ বহুতখিনি সান্ত্বনা পালেহেঁতেন। মোৰ ব্যক্তিগত অহঙ্কাৰ আৰু গৌৰৱবুদ্ধিয়েই ডাঙৰ, নে তেওঁক শুশ্ৰূষা কৰাৰ আকাঙ্ক্ষা ডাঙৰ? অমঙ্গলৰ এই আগ-জাননী মোৰ কাৰণে অতিপাত ভয়াবহ হৈ পৰিলহেঁতেন! কিন্তু কপাল ভাল, অন্ততঃ তেতিয়া মই এই ধৰণে সমস্যাৰ সন্মুখীন হোৱা নাই। মই জানিছিলোঁ মই কিবা সৰ্ত্তত আৱদ্ধ হ'লে কমলাই নিজেই তাৰ প্ৰতিবাদ কৰিলেহেঁতেন আৰু মই যদি তেনেকুৱা কিবা কৰিলোহেঁতেন তেন্তে তেওঁ বৰ আঘাত পালেহেঁতেন আৰু তাৰপৰা তেওঁৰ অনিষ্টহে হ'লহেঁতেন।

অক্টোবৰ মাহৰ আগ-ছোৱাত তেওঁক চাবলৈ আকৌ মোক লৈ গ'ল। অতিপাত জ্বৰত তেওঁ মূৰ্চ্ছা হোৱাৰ দৰে হৈ পৰি আছে। তেওঁ মোক ওচৰত ৰাখিবৰ কাৰণে ব্যাকুলতা দেখুৱালে। কিন্তু তেওঁক এৰি থৈ মই জেললৈ যাবই লাগিব। তেওঁ মুখলৈ সাহস আনি মোৰ ফালে চাই হাঁহিলে আৰু মোৰ মূৰটো দোঁৱাবলৈ ইঙ্গিত কৰিলে। মই তাকে কৰাত তেওঁ মোক কাণে কাণে ক'লে—"চৰকাৰৰ ওচৰত তুমি বোলে প্ৰতিশ্ৰুতি দিবা? এইবোৰ মই কি শুনিছোঁ? তুমি সেইবোৰ কেতিয়াও নকৰিবা।"

মই এঘাৰ দিন জেলৰ বাহিৰত থকাৰ সময়ত ঠিক হৈছিল যে, কমলাৰ অলপ-মান ভাল হ'লেই তেওঁক উপযুক্ত ঠাইলৈ লৈ গৈ চিকিৎসাৰ ব্যৱস্থা কৰিব লাগিব। তেতিয়াৰপৰা তেওঁৰ আগতকৈ অলপ ভাল হোৱাৰ কাৰণে আমি বাট চাইছোঁ, কিন্তু ভাল হ'ব ক'ত, দুসপ্তাহৰ পিচত তেওঁৰ অৱস্থা আগতকৈয়ো বেয়া হৈ গ'ল। এই-

দৰে তেওঁৰ অৱস্থা দিনক দিনে বেয়াহে যোৱাটো চাই থাকি লাভ নাই বুলি আমি সেই গাৰেই তেওঁক ভাওৱালীলৈ পঠিয়াবলৈ ঠিক কৰা হ'ল।

তেওঁক ভাওৱালীলৈ লৈ যাত্ৰা কৰাৰ আগদিনা মোক জেলৰপৰা লৈ গৈ তেওঁৰ লগত দেখা কৰিবলৈ দিয়া হ'ল। মই আকৌ কেতিয়া দেখিবলৈ পাম? কিন্তু বহুদিনৰ মূৰত সেদিনা তেওঁক হাঁহি-ধেমালি কৰি থকা দেখি বৰ সন্তোষ পালোঁ।

তিনি সপ্তাহমানৰ মূৰত কমলাৰ ওচৰত থাকিবৰ কাৰণে মোক আলমোৰা জেললৈ বদলি কৰিলে। ভাওৱালীলৈ যাওঁতে বাটতে পৰে কাৰণে, মই ৰখীয়া পুলিচ বিষয়া দুজনেৰে সৈতে তাত অলপ ৰলোঁ। কমলাৰ বহুতখিনি উন্নতি হোৱা দেখি মোৰ বৰ আনন্দ লাগিল, পাতল মন লৈ আলমোৰালৈ যাত্ৰা কৰিলোঁ। কিন্তু তেওঁক দেখাৰ আগতেই পৰ্ব্বতমালা দেখি মোৰ অন্তৰ আনন্দেৰে ভৰি পৰিছিল।

পৰ্ব্বতৰ কোলালৈ উভতি আহি মোৰ যে কিমান আনন্দ! একা-বেঁকা বাটেদি মটৰ-গাড়ী চলিছে। পুৱাৰ শীতল বতাহত এটাৰ পিচত এটা নতুন নতুন দৃশ্য কিমান যে ধুনিয়া। আমি ওপৰলৈ উঠিবলৈ ধৰিলোঁ, গিৰিসঙ্কটবোৰ ক্ৰমে গভীৰ হৈ আহিল। পৰ্ব্বতৰ টিংবোৰ ডাৱৰে ঢাকি ধৰিলে। নতুন নতুন গছ-লতা চাওঁতে চাওঁতেই আমি দেৱদাৰু আৰু পাইনৰ মাজত আহি পৰিলোঁ। বাটৰ মোচটো ঘূৰিলেই নতুন নতুন পৰ্ব্বতশ্ৰেণী চকুৰ আগত ভাঁহি উঠে, তলৰ উপত্যকাৰে কুলু কুলু সুৰে বৈ যোৱা সৰু নৈখনি। চাই থাকি হেঁপাহ নপলায়। হেঁপাহেৰে চাৰিওফালে চাওঁ, এনেকৈয়ে স্মৃতিৰ সফুৰা ভৰাই ল'ব খোজোঁ; যেতিয়া এই দৃশ্য মোৰ চকুৰ আগৰপৰা আঁতৰলৈ গুচি যাব তেতিয়া যেন তাক স্মৃতিৰ পটত আকৌ দেখিবলৈ পাওঁ।

পৰ্ব্বতৰ গাত জুপুৰি ঘৰবোৰ। তাৰ চাৰিওফালে সৰু সৰু খেতিৰ পথাৰ-বিলাক, কত পৰিশ্ৰম কৰি পৰ্ব্বতৰ গাত সেইবোৰ বিচাৰি উলিয়াব লগা হৈছে। দূৰৰপৰা সেইবোৰ ওখ ওখ আলিবাটৰ দৰে দেখি। কেতিয়াবা এনেকুৱা লাগে যেন দীঘল খট্‌খটীখন পৰ্ব্বতৰ গাৰপৰা ওপৰলৈ উঠিহে গৈছে। পাতল বসতিৰ সেই ঠাই বিলাকত প্ৰকৃতিৰপৰা অকণমান খেতি আদায় কৰিবলৈ কি যে অসাধাৰণ পৰিশ্ৰম কৰিছে। পৰ্ব্বতৰ গাত সমতল ভূমিত চাহ কৰা পথাৰবিলাকে গাৰ্হস্থ্য জীৱনৰ আভাস দিয়ে, তাৰে ওচৰে ওচৰে ওখত কলা ডাঠ হাবিৰ আকৌ বেলেগ এটা আচৰিত ৰূপ!

দিনটো অতি ভাল লাগে—বেলি উঠাৰ লগে লগে পৰ্ব্বতে পৰ্ব্বতে জীৱনৰ স্পন্দন উঠিল; দূৰত্ব যেন নোহোৱা হৈ গ'ল। সিহঁতৰ লগত চিনাকি বন্ধুৰ ঘনিষ্ঠতা অনুভৱ কৰিবলৈ ধৰিলোঁ। কিন্তু দিনৰ শেষত সিহঁতৰ এই প্ৰফুল্ল মূৰ্ত্তিৰ কি আমূল পৰিৱৰ্ত্তন! দীঘল দীঘল খোজেৰে জগতৰ ওপৰেদি ৰাতিৰ আগমনৰ লগে লগেই চাৰিওফালৰ পৰ্ব্বতমালা শীতল গাম্ভীৰ্য্যেৰে ভৰি উঠে। গুহাৰ তলত লুকাই থাকি জীৱনে আত্মৰক্ষা কৰি থাকে, বনৰীয়া প্ৰকৃতিৰ ইচ্ছা-মতে থাকিবলৈ এৰি দিয়ে। জোনাকত বা তৰাৰ ঢিমিক-ঢামাক পোহৰত পৰ্ব্বত-মালাৰ দৃশ্য ৰহস্যময় যেনো লাগে, ভয়লগা যেনো লাগে, মনটো তেনেই অভিভূত কৰি পেলায়। অৱশ্যে তেনেই বেয়া লগা যেন নেলাগে। ইটো উপত্যকাৰপৰা সিটো

উপত্যকালৈ কান্দি কান্দি বতাহ ঘূৰি ফুৰাৰ শব্দ কাণত পৰেহি। অকলশৰীয়া বাটৰুৱাই মানুহ দুনুহ নোহোৱা বাটত ভয়ত জিকাৰ খাই উঠে, সি দেখে চাৰিউ-ফালে বিষাদৰ ছাঁ। আন কি বতাহৰ সোঁ-সোঁৱনি টোও যেন কোনোবাই তাক দেখি খিকিন্দালি মৰা হাঁহিহে। কেতিয়াবা আকৌ বতাহো নাই, শব্দও নাই, কতো গছ-পাত এখিলাও লৰা নাই, কেউফালে নিমাত-নিটাল—বুকুখন গধূৰ লাগি আছে। কেৱল টেলিগ্ৰাফৰ তাঁতৰবপৰা অকণ অকণ জনু-জনানি উঠি থাকে। তৰাবিলাক বেচি উজ্জ্বল আৰু ওচৰতে থকা যেন লাগে। পৰ্ব্বতমালাই অতিপাত গাম্ভীৰ্য্যেৰে চাই থাকে। তাৰ ৰহস্যৰ আগত মুখামুখি হৈ থিয় দিবলৈ ভয়েই লাগে, পাস্কেলৰ নিচিনা ভাব হয়, "এই অসীম বিশালতাৰ অনন্ত নিস্তব্ধতাত মই ভয় খাই গৈছোঁ।" সমতল ক্ষেত্ৰত ৰাতি ইমান নিস্তব্ধ হয়। পোক পৰুৱা আৰু চৰাই-চিৰিকটিৰ মাতত ৰাতিৰ নিস্তব্ধতা ভাগি যায়।

কিন্তু নিৰানন্দ জাৰকালিৰ ৰাতি বহু দূৰত থাকোঁতেই আমি আলমোৰালৈ মটৰেদি গৈছোঁ। আমি গৈ পাবলগীয়া ঠাইলৈ আৰু বেচি দূৰ নাই, এনেতে বাটৰ মেচটো ঘূৰোঁতেই এটা ধুনীয়া দৃশ্য চকুৰ আগত ভাঁহি উঠিল। মই দেখি আনন্দত বিস্মিত হৈ গ'লোঁ। পৰ্ব্বতৰ ডাঠ হাবিৰ সিফালেদি বহু দূৰত বগা বৰফেৰে তিৰ্‌বিৰাই থকা হিমালয়ৰ ওখ টিংবোৰ দেখা গ'ল। অতীতৰ শত যুগৰ জ্ঞানেৰে চহকী হৈ বিশাল ভাৰতৰ মুৰ-শিতানত সিহঁত যেন প্ৰহৰী হৈহে থিয় দি আছে। দেখিলে মন আনন্দত ভৰি উঠে। তলৰ অসংখ্য গাওঁ নগৰৰ সৰু সৰু সঙ্ঘাত আৰু ষড়যন্ত্ৰ, লোভ আৰু মিছাৰ জাল—এই অনন্তৰ আগত সৰুৱো সৰু একেবাৰেই নগণ্য যেন লাগিবলৈ ধৰিলে।

আলমোৰাৰ এই জেলখন পৰ্ব্বতৰ গাতে। এটা নবাবী ধৰণৰ বেৰেক মোক দিলে। একাৱন ফুট দীঘল, সত্তৰ ফুট বহল কেঁচা ঘৰ, মজিয়া খলা-বমা, উঁয়ে খোৱা, ওপৰৰ পৰা সদায় কুটা-কাটি, ধূলি-বালি জৰ জৰাই পৰি থাকে। পোন্ধৰখন খিড়িকী, এখন দুৱাৰ। এইবোৰক খিড়িকী নুবুলি বেৰত চিক দিয়া ফুটা বুলিলেই ভাল। গতিকে নিৰ্ম্মল বতাহৰ অভাৱ নাই। জাৰ বাঢ়ি অহাৰ লগে লগেই কিছুমান ফুটা চটীৰ পৰ্দ্দাৰে ঢাকি দিয়া হ'ল। এই বহল ঠাইখিনিত (ই দেৰাদুন জেলৰ বি কোনো ইয়াৰ্ডতকৈ ডাঙৰ) নিৰলে, জাকজমকেৰে মই থাকিবলৈ ধৰিলোঁ। ইয়াত মই অকলে নাছিলোঁ, বহুত ঘৰ্নাচিৰিকাই ভগা ওপৰ চাঙৰ ফাট-বিলাকত বাহ সাজিছিল। মাজে মাজে বতাহত ভাঁহি ফুৰা মেঘ মুকলি বাটেদি মোৰ কোঠাত সোমায়হি—সেমেকা কুঁৱলীৰে চাৰিউফাল অন্ধকাৰ হৈ পৰে।

আবেলি ছাৰে চাৰি বজাৰ সময়ত গহীন ধৰণৰ চাহ জলপানেৰে আহাৰ কৰাৰ পিচত মোক সদায় তলা-চাবি বন্ধ কৰি থৈ যায়। পুৱা সাত বজাত দুৱাৰ মেলি দিয়ে। মই বেৰেকত বহি বা লগতে থকা চোতালত বহি ৰ'দ পুৱাওঁ। দেৱালৰ ওপৰেদি এমাইলমান দূৰৰ এটা পৰ্ব্বত দেখিবলৈ পাওঁ—ওপৰত নীলা আকাশ, অ'ত ত'ত সিঁচৰতি হৈ ফুৰা ডাৱৰবোৰ। এই ডাৱৰবোৰে মুহূৰ্ত্তে মুহূৰ্ত্তে ৰূপ সলায়। দেখি দেখি কেতিয়াও মোৰ আমনি নেলাগে। সিহঁতৰ মাজতে নানাবিধ পশু, নানাবিধ প্ৰাণীৰ ৰূপ কল্পনা কৰোঁ। কেতিয়াবা আকৌ মেঘে মেঘে জিজি

মহাসাগৰৰ দৰে লাগিছিল। কেতিয়াবা তাৰ মাজতে বহল সাগৰৰ বালি দেখোঁ, বতাহত কঁপি কঁপি উঠা দেৱদাৰু কুঞ্জত দূৰৰ সাগৰৰপৰা অহা মৰ্ম্মৰ ধ্বনি শুনিবলৈ পাওঁ। কোনো কোনো ডাৱৰৰ টুকুৰা নিৰ্ভয়ে মোৰ কাষলৈ আহে। দূৰৰপৰা যিটো টান বস্তু বুলি ভাব হৈছিল, সিয়েই পনীয়া বাষ্পৰ দৰে মোক গিলি পেলালে।

ঠেক ঠেক ঠাইতকৈ ইয়াত বেচি অকলশৰীয়া অকলশৰীয়া লাগে যদিও আৰু অকণমান ছেলতকৈ এই বহল বেৰেকটো বহুত ভাল। আন কি বৰষুণৰ সময়তো ইচ্ছামতে ঘূৰি-ফুৰিব পাৰি। কিন্তু জাৰৰ লগে লগে ভাল নলগা হ'ল। জাৰ যেতিয়া শূন্য ডিগ্ৰীৰ ওচৰা-উচৰি, তেতিয়া নিৰ্ম্মল বতাহৰ কাৰণে বাহিৰলৈ যাবলৈ মন নেযায়। কিন্তু নতুন বছৰৰ আৰম্ভণিতে বৰফ পৰিবলৈ ধৰিলে; শুকান জেলখানাৰ চৌপাশ যেন সৌন্দৰ্য্যৰে ভৰি উঠিল, দেখি বৰ আনন্দ পালোঁ। বিশেষকৈ জেলৰ বাহিৰৰ দেৱদাৰু গছবিলাকত বৰফ পৰি কেনে মনোৰম শোভা কৰিছে!

কমলাৰ অনিশ্চিত অৱস্থাৰ কাৰণে দুশ্চিন্তাৰ অন্ত নাছিল। বেয়া খবৰ পালেই মই বিচলিত হৈ পৰোঁ। কিন্তু হিমালয়ৰ শীতল বতাহত দেহ-মন স্নিগ্ধ আৰু শান্ত হৈ উঠিল, মই আকৌ আগৰ দৰে গভীৰভাৱে টোপনি যাবলৈ ধৰিলোঁ। টোপনি যোৱাৰ ঠিক আগতে কত দিন বিস্ময়েৰে ভাবিছোঁ, কি ৰহস্যময় এই টোপনি। কিয় বাৰু এই টোপনিটো ভাগি যায়। যদি মোৰ এই টোপনি নেভাগে!

এই সময়ত জেলৰপৰা মুক্তি পাবৰ কাৰণে বৰ ইচ্ছা হ'বলৈ ধৰিলে। বোম্বাই কংগ্ৰেছ শেষ হৈছে, নবেম্বৰ মাহ আহিলো, গ'লো। ব্যৱস্থা-পৰিষদৰ নিৰ্ব্বাচনৰ উত্তেজনাও শেষ হৈছে। মই অনতিপলমে জেলৰপৰা মুক্তি পাম বুলি আশা পালি থাকিলোঁ।

এদিনা নভবা নিচিন্তাকৈয়ে আবদুল গফুৰ খাঁৰ গ্ৰেপ্তাৰ আৰু মুক্তিৰ বাতৰি আহিল আৰু কেইদিনমানৰ কাৰণে ভাৰতলৈ অহা সুভাষ বসুৰ ওপৰত আচৰিত নিষেধাজ্ঞাৰ বাতৰিও পালোঁ। এই আদেশত মনুষ্যত্ব বা সুবিবেচনা একো নাছিল। যি তেওঁৰ দেশৰ মানুহৰ শ্ৰদ্ধাৰ পাত্ৰ, যি নিজৰ অসুখীয়া গাৰেও মৰণ-পাটীত পিতাকক চাবলৈ আহিও দেখা নেপালে, তেওঁৰ ওপৰতে তেনেকুৱা নিষেধাজ্ঞা দিয়া হ'ল। এয়ে চৰকাৰৰ মনোভাব হয়, তেতিয়া হ'লে সোনকালতে জেলৰপৰা মুক্তি পোৱাৰ মোৰ অকণো আশা নাই। পিচৰ চৰকাৰী ঘোষণাত সেইটো ফটফটীয়াকৈ বুজা গ'ল।

মই আলমোৰা জেললৈ অহাৰ এমাহ পিচত মোক ভাওৱালীলৈ গৈ কমলাৰ লগত দেখা কৰিবলৈ দিলে। তাৰ পিচৰপৰা তিনি সপ্তাহ পিচে পিচে তেওঁৰ লগত সাক্ষাতৰ ব্যৱস্থা হৈছিল। ভাৰতসচিব ছাৰ ছেমুৱেল হোৰে বাৰে বাৰে কৈছে, মোক বোলে মোৰ পৰিয়ালৰ লগত এবাৰ নে দুবাৰ দেখা কৰিবলৈ দিয়া হয়। তেওঁ যদি ক'লেহেঁতেন মাহেকত দুবাৰ নে এবাৰ, তেতিয়া হ'লেও তেওঁ সঁচা কোৱা হ'লহেঁতেন। আলমোৰাত চাৰে তিনি মাহৰ ভিতৰত তেওঁৰ লগত মাত্ৰ

পাঁচ বাৰ দেখা-সাক্ষাৎ হৈছে। মই অভিযোগ কৰিবলৈ এই কথাটো উলিওৱা নাই, কাৰণ, কমলাৰ লগত সাক্ষাৎ কৰাৰ সুবিধা দি চৰকাৰে মোৰ প্ৰতি যিমান সুবিবেচনা দেখুৱাইছে, আন কমেইহে সেইখিনি কৰিলেহেঁতেন। এই কাৰণে মই তেওঁলোকৰ ওচৰত কৃতজ্ঞ। তাৰ লগত এই চমু সাক্ষাতৰ সুযোগ মোৰ কাৰণে দুৰ্লভ সৌভাগ্য, সম্ভৱ তেওঁৰ কাৰণেও। আমাৰ সাক্ষাতৰ দিনা ডাক্তৰে তেওঁলোকৰ ধৰাবন্ধা নিয়ম স্থগিত ৰাখে আৰু মই ভালেখিনি সময় তেওঁৰ লগত কথা-বতৰা পতাৰ সুবিধা পাওঁ। আমি দুয়ো দুইবো ওচৰত থকাৰ গভীৰ আনন্দখিনি লাভ কৰোঁ, তেওঁক এৰি যাবৰ সময়ত বেদনা অনুভৱ কৰোঁ। আমাৰ মিলন যেন বিচ্ছেদৰ কাৰণেই। তেতিয়া কষ্টেৰে এবাৰ মনত পেলাওঁ, এদিন আহিব—যিদিনা আৰু আমাৰ সাক্ষাৎ নহ'বই।

আইৰ অসুখ সম্পূৰ্ণ ভাল হোৱা নাছিল কাৰণে চিকিৎসা কৰাবলৈ বোম্বাইলৈ গৈছিল। শুনিলোঁ তেওঁৰ অৱস্থাৰ উন্নতি হৈছে। জানুৱাৰী মাহৰ মাজ ভাগতে এদিন ৰাতিপুৱা নভবা-নিচিন্তাকৈ এটা বাতৰি পাই মনত বৰ আঘাত পালোঁ। তেওঁক বোলে পক্ষাঘাত ৰোগে আক্ৰমণ কৰিছে। তেওঁৰ লগত দেখা কৰিবৰ কাৰণে মোৰ বোম্বাই জেললৈ বদলিৰ হোৱাৰ কথা আছিল। কিন্তু তেওঁৰ অৱস্থাৰ অলপ উন্নতি হোৱাত মোক তালৈ পঠোৱাটো হৈ নুঠিল।

জানুৱাৰী গৈ ফেব্ৰুৱাৰী আহিল। বতাহত বসন্তৰ আগমনৰ ফুচফুচনি শুনিবলৈ পালোঁ। বুল বুল আৰু আন আন চৰাই আহি আকৌ গান গাবলৈ ধৰিলে। অকণি অকণি ঘাঁহ-বনৰ কুঁহিপাতবোৰ ৰহস্যময় ভিতৰখনৰপৰা বাহিৰলৈ ওলাই আহি আচৰিত পৃথিৱীৰ ফালে অপলক দৃষ্টিৰে চাই থাকিল। ৰডডেণ্ড্ৰনবিলাকে পৰ্ব্বতৰ গাটো তেজ ৰঙা কৰি তুলিলে। গছবিলাকত নতুন পাত ওলাবলৈ ধৰিলে। মই বহি বহি দিন গণনা কৰি থাকোঁ কেতিয়া আকৌ ভাওৱালীলৈ যাবলৈ পাম। বিৰহ, নিষ্ঠুৰতা আৰু ব্যৰ্থতাৰ পিচত জীৱনলৈ ডাঙৰ পুৰস্কাৰ আছে, ই সঁচানে বাৰু? মই বিস্ময়েৰে ভাবোঁ। সম্ভৱ তাৰ বাহিৰে পুৰস্কাৰৰ যোগ্য মূল্য আমি বুজিব নোৱাৰিলোঁহেঁতেন। চিন্তাক স্পষ্ট কৰি লবৰ কাৰণে যেনেকৈ দুখৰ প্ৰয়োজন আছে, আনফালে চিন্তা বেচি হ'লেও মগজটো খেলিমেলি হৈ যাব পাৰে। জেলে মানুহক আত্ম বিশ্লেষণ কৰিবলৈ লগায়। মই জেলত থকা দীঘলীয়া কাল-ছোৱাত নিজৰ ভিতৰখনলৈ নিৰীক্ষণ কৰিবলৈ বাধ্য হৈছোঁ। স্বভাৱতে মই অন্তৰ্মুখী নহওঁ, কিন্তু চোকা কফি বা স্ত্ৰীকণিনৰ দৰে জেলজীৱনে,মানুহক অন্তৰ্মুখী কৰি তোলে। সময়ে সময়ে অধ্যাপক মেগডুগালৰ মতে নক্সা আঁকি অন্তৰ্মুখ আৰু বহিৰ্মুখৰ জোখ লওঁ আৰু দেখি আচৰিত হওঁ কিমান ঘনাই ঘনাই যে অৱস্থাৰ পৰিৱৰ্ত্তন ঘটে।

# যোৱা কেইবছৰমানৰ ঘটনা

"ৰাতিৰ শেষত ৰঞ্জিত কৰে
উষাৰ ৰক্ত-ৰাগে
কিন্তু, জীৱনৰ সেই যোৱা দিনবোৰ
উভতি যে আৰু নাহে
দূৰ-দূৰণিৰ দিগন্ত-ৰেখাই
নয়ন তৃপ্ত কৰে;
বসন্তৰ হ'লে নিৰ্ম্মম আঘাত
হৃদয় তলিত
নিভৃতে বাস কৰে।"—লি টাই পো'।

বাতৰি-কাকতৰপৰা বোম্বাই কংগ্ৰেছৰ বিৱৰণ জানিবলৈ পালোঁ। ইয়াৰ ৰাজনীতি আৰু কোনে কি কৰিলে নকৰিলে জানিবৰ কাৰণে স্বভাৱতেই মোৰ আগ্ৰহ আছিল। বিছ বছৰ ঘনিষ্ঠভাৱে লাগি থকাৰ ফলত কংগ্ৰেছৰ লগত মোৰ প্ৰাণৰ সংযোগ অতি গভীৰ হৈ উঠিছে। মোৰ ব্যক্তিত্বক প্ৰায় তাৰ মাজতে বিসৰ্জ্জন দিছোঁ। কোনো পদ বা দায়িত্বতকৈ এই মহান প্ৰতিষ্ঠান আৰু মোৰ হেজাৰ হেজাৰ পুৰণি সহকৰ্ম্মী বন্ধুৰ লগত থকা মৰমৰ বান্ধ বেচি শক্তিশালী। কিন্তু ইয়াৰ বিৱৰণৰপৰা মই অলপো উৎসাহ বা উত্তেজনাৰ বস্তু দেখা নেপালোঁ। কেইটামান মাত্ৰ লেখত লবলগীয়া সিদ্ধান্তৰ বাহিৰে গোটেইখিনিয়েই নিৰানন্দময় আৰু আমনি লগা। মই তাত থকা হ'লে কি কৰিলোঁহেঁতেন ভাবিলোঁ। নতুন অৱস্থা আৰু মোৰ পাৰিপাৰ্শ্বিক অৱস্থাত মোৰ মনত কি ভাব হ'লহেঁতেন কোৱা টান। জেলত বহি থাকি নিজৰ মনক বলেৰে এটা কঠোৰ সিদ্ধান্ত লবলৈ বাধ্য কৰাটো যুক্তিৰ কথা নহয়। কাৰণ এনেকুৱা সিদ্ধান্তৰ এতিয়া আৰু কোনো আৱশ্যক নাই। সময় আহিলে তেতিয়া আগত যি সমস্যা পোৱা যায় সেই অনুসাৰে কৰ্ত্তব্য স্থিৰ কৰিব লাগিব। কি কৰিম নকৰিম তাক আগৰেপৰা কল্পনা কৰি থকাটো বুদ্ধিহীনতাৰ চিন। আন কি, কিবা কৰাৰ ঠিক আগ মুহূৰ্ত্ততে মোৰ মনৰ মাজতো কিবা এটা বেলেগ ভাব আহি যাব পাৰে।

এই দূৰ হিমালয়ৰ কোলাত বহি মই যিমান দূৰ সম্ভৱ কংগ্ৰেছৰ দুটা বৈশিষ্ট্য লক্ষ্য কৰিলোঁ। এটা হ'ল গান্ধীজীৰ ব্যক্তিত্বৰ অসামান্য প্ৰভাৱ, আৰু আনটো পণ্ডিত মদনমোহন মালব্য আৰু শ্ৰীযুক্ত আনেৰ নিশকতীয়া সাম্প্ৰদায়িক প্ৰতিবাদ। যিসকলে ভাৰতীয় জনসাধাৰণ আৰু মধ্যবিত্ত শ্ৰেণীৰ মানসিক গতি-গোত্ৰ ভালকৈ চিনি পায়। তেওঁলোকে গান্ধীজীৰ ভাৰতৰ ওপৰত এই অতুলনীয় প্ৰভাৱ দেখি নিশ্চয় আচৰিত নহ'ব। চৰকাৰী বিষয়াসকলে আৰু কোনো কোনো ৰাজনৈতিক কৰ্ম্মীয়ে কল্পনা কৰে আৰু ভাবি আনন্দ পায় ৰাজনীতিৰ ক্ষেত্ৰত বোলে গান্ধীজীৰ খেল শেষ হৈ গৈছে, নহ'লেও অন্ততঃ তেওঁৰ প্ৰভাৱ বহুতখিনি কমিছে। কিন্তু তেওঁৰ যোঁতিয়া পুৰণি কৰ্ম্মশক্তি আৰু প্ৰভাৱ লৈ আকৌ আহি ওলায়, তেওঁলোকে

এই নতুনকৈ দেখা দিয়া পৰিৱৰ্ত্তনৰ নতুন কাৰণ বিচাৰিবলৈ ধৰে। তেওঁ যে কংগ্ৰেছ আৰু দেশৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে, তাৰ কাৰণ তেওঁৰ কোনো বিশেষ মত নহয় (সাধাৰণতে অৱশ্যে তাকে সেই বুলিয়েই ধৰি লোৱা হয়)। সি হৈছে তেওঁৰ অতুলনীয় ব্যক্তিত্বৰ কাৰণে। ব্যক্তিত্বৰ প্ৰভাৱ সকলো দেশতে আছে, তথাপি আন আন দেশতকৈ ভাৰতত ইয়াৰ প্ৰভাৱ বেচি যেন দেখা যায়।

তেওঁ কংগ্ৰেছৰপৰা অৱসৰ লোৱাটো এই অধিবেশনৰ এটা লেখত লবলগীয়া ঘটনা। বাহিৰে দেখাত ইয়াৰপৰা কংগ্ৰেছৰ আন্দোলনৰ বুৰঞ্জীৰ এটা মহান অধ্যায়ৰ সামৰণি পৰিল। কিন্তু প্ৰকৃততে ই সিমান ডাঙৰ একো নহয়, কাৰণ তেওঁ এই নেতৃত্বৰ আসনৰপৰা সাৰো বুলি হাত সাৰিব নোৱাৰে। তেওঁৰ এই প্ৰতিষ্ঠা কোনো ধৰণৰ পদ-গৌৰৱ বা আন কিবা সা-সম্বন্ধৰ ওপৰত নিৰ্ভৰ নকৰে। এতিয়াৰ কংগ্ৰেছতো আগৰ নিচিনাকৈয়ে তেওঁৰ মতবাদ প্ৰতিফলিত হৈ আছে। কংগ্ৰেছে যদি তাৰ নিৰ্দ্দিষ্ট বাটৰপৰা আঁতৰিও যায় তথাপি গান্ধীজীৰ প্ৰভাৱ কংগ্ৰেছ আৰু দেশৰ ওপৰত বহুখিনি থাকিবই। এই ভাৰ আৰু দায়িত্বৰপৰা তেওঁ নিজকে মুকলি কৰিব নোৱাৰে। ভাৰতত চলি থকা অৱস্থাৰপৰা, উদ্দেশ্যসমূহৰ ফালৰপৰা বিচাৰ কৰিলে তেওঁৰ ব্যক্তিত্বই যি কোনো মানুহৰে দৃষ্টি আকৰ্ষণ কৰিব আৰু তাক পাহৰিবৰ উপায় নাই।

বৰ্ত্তমানে কংগ্ৰেছ যাতে বিব্ৰত নহয় তাৰ কাৰণেই তেওঁ তাৰপৰা অৱসৰ লৈছে। সম্ভৱ তেওঁ ব্যক্তিগতভাৱে কোনো ধৰণৰ পোনপটীয়া উপায়ৰ কথা ভাবিছে— যাৰ ফলত চৰকাৰৰ লগত সংঘৰ্ষ আহি পৰিব। সেইটো তেওঁ কংগ্ৰেছৰ যোগেদি পৰিচালনা কৰিব নোখোজে।

দেশৰ শাসনতন্ত্ৰ নিৰ্ণয় কৰাৰ কাৰণে কংগ্ৰেছে গণপৰিষদৰ আদৰ্শ গ্ৰহণ কৰাত মই আনন্দ পালোঁ। মোৰ মনেৰে সমস্যা সমাধানৰ আন কোনো পথ নাই আৰু মোৰ বিশ্বাস, এসময়ত নহয় এসময়ত সেই ধৰণৰ পৰিষদ বহুৱাবই লাগিব। যদি কোনো বিপ্লৱৰপৰা কাম সিজে সেইটো বেলেগ কথা, নহ'লে, দেখা কথা, বৃটিছ চৰকাৰৰ সন্মতি নোহোৱাকৈ ই হ'বই নোৱাৰে। ইও ঠিক, বৰ্ত্তমান অৱস্থাত সন্মতি পোৱা নহ'ব। গতিকে প্ৰকৃত পৰিষদ বহুৱাবৰ হ'লে দেশত প্ৰকৃত শক্তিৰ উদ্বোধন হ'ব লাগিব। ইয়াৰ অৰ্থ হ'ল এয়ে যে, তাৰ বাহিৰে ৰাজনৈতিক সমস্যাসমূহৰো সমাধান হ'ব নোৱাৰে। কোনো কোনো কংগ্ৰেছ নেতাই গণপৰিষদৰ অদৰ্শ গ্ৰহণ কৰে যদিও তাক পুৰণি সাঁচৰ এখন ডাঙৰ সৰ্ব্বদল সন্মিলনীলৈ নমাই আনিবলৈ যত্ন কৰিছে। এই ব্যৱস্থা নিষ্ফল হ'বলৈ বাধ্য। কাৰণ সেই নপতা ফুকনসকল আহি গোট খাব আৰু কাৰো মত ক'তো নিমিলিব। গণপৰিষদৰ মূল কথাটোৱেই হ'ল যে তাক ব্যাপকভাৱে জনসাধাৰণে বাছি দিব আৰু জনসাধাৰণৰপৰা সি প্ৰেৰণা আৰু শক্তি গোটাব। এইদৰে সন্মিলনে পোনে পোনেই প্ৰকৃত ঘটনাৰ সন্মুখীন হ'ব পাৰিব আৰু আগৰ দৰে সাম্প্ৰদায়িক বা আন কোনো ধৰণৰ ধৰাবন্ধা বাটেদি বাট নুবুলিব।

ছিমলা আৰু বিলাতত এই প্ৰস্তাৱৰ প্ৰতিক্ৰিয়া চাবলৈ বৰ ভাল হৈছিল। আধা চৰকাৰীভাৱে জনাই দিয়া হ'ল যে চৰকাৰৰ তাত আপত্তি নাই; তেওঁলোকে উপৰিচা লোকৰ দৰে তাত অনুমোদনো জনালে, কাৰণ তেওঁলোকৰ আশা আছিল

যে, পুৰণি ধৰণৰ সৰ্ব্বদল সম্মিলনীৰ নিচিনাকৈ ইও মিছা হ'বই আৰু তাৰপৰা তেওঁলোকৰে শক্তি বাঢ়িব। পিচত অৱশ্যে তেওঁলোকে এই প্ৰস্তাৱৰপৰা অহা বিপদৰ সম্ভাৱনা বুজিব পাৰি অতি প্ৰবলভাৱে ইয়াৰ প্ৰতিবাদ কৰিছিল।

বোম্বাই কংগ্ৰেছৰ ঠিক পিচতে ব্যৱস্থা-পৰিষদৰ নিৰ্ব্বাচন আহিল। কংগ্ৰেছৰ নিয়মতান্ত্ৰিক কাৰ্য্যপ্ৰণালীৰ প্ৰতি মোৰ বেচি উৎসাহ নাছিল যদিও মই তাৰ বা-বতৰা লৈ থাকিবলৈ ধৰিলোঁ আৰু কংগ্ৰেছপ্ৰাৰ্থীসকলৰ সাফল্য কামনা কৰিবলৈ ধৰিলোঁ, বা আৰু বেচি স'চা ক'ব লাগিলে ক'ব লাগিব মই তেওঁলোকৰ বিৰোধী-সকলৰ পৰাজয়ৰ আশাপালি থাকিলোঁ। এইসকল বিৰোধীৰ মাজত ভাগ্যান্বেষী সাম্প্ৰদায়িকতাবাদী আৰু বিশ্বাসঘাতক আদি বেলেগ বেলেগ শ্ৰেণীৰ মানুহ আছিল আৰু এওঁলোকে চৰকাৰৰ দমননীতি দৃঢ়ভাৱে সমৰ্থন কৰিছে। এওঁলোকৰ সৰহ ভাগেই যে হাৰিব সেই বিষয়ে অকণো সন্দেহ নাছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে সাম্প্ৰ-দায়িক ভাগবাটোৱাৰাই মূল লক্ষ্যটো মানিব নোৱাৰা কৰি পেলাইছিল আৰু তেওঁলোকৰ বহুতেই সাম্প্ৰদায়িক প্ৰতিষ্ঠানবিলাকৰ বহল পাখিৰ আঁৰত আশ্ৰয় লৈছিল। তথাপি কংগ্ৰেছে আচৰিতভাৱে সাফল্য লাভ কৰিলে আৰু দেখি মোৰ ভাল লাগিল যে বহুতো অবাঞ্ছনীয় লোক ব্যৱস্থা পৰিষদত সোমাব নোৱাৰিলে'

কংগ্ৰেছ জাতীয় দল বোলা দলটোৰ মনোভাৱ মোৰ মানত অতিপাত শোচনীয় যেন লাগিল। সাম্প্ৰদায়িক ভাগ বটোৱাৰ প্ৰতি তেওঁলোকৰ চোকা বিৰোধিতা থাকিবই। সেইটো দেখা কথা, কিন্তু তেওঁলোকে নিজৰ প্ৰতিষ্ঠা বঢ়াব পৰাৰ আশাত সাম্প্ৰদায়িক প্ৰতিষ্ঠানবিলাকৰ লগত বাৰুকৈয়ে লগ লাগিল। আন কি, ভাৰত ৰাজনৈতিক আৰু সামাজিক ক্ষেত্ৰৰ প্ৰতিক্ৰিয়াশীল দলসমূহৰ লগতো লগ লাগিলগৈ। বঙ্গদেশত অৱশ্যে কিছুমান বিশেষ কাৰণত এটা শক্তিশালী কংগ্ৰেছী দলৰ সমৰ্থন তেওঁলোকে পাইছিল, কিন্তু তাৰ বাহিৰে তেওঁলোকৰ ভিতৰৰ অনেকেই সকলো ফালৰপৰাই কংগ্ৰেছবিৰোধী আছিল। আন কি অনেকেই আছিল নাম কৰা কংগ্ৰেছ-বিদ্বেষী। এই বিৰুদ্ধ শক্তি আৰু জমিদাৰ আৰু উদাৰপন্থীসকলৰ আৰু চৰকাৰী বিষয়াসকলৰ বিৰুদ্ধতা থকাতো কংগ্ৰেছ প্ৰাৰ্থীসকলে বহুত দূৰ সাফল্য লাভ কৰিছিল।

সাম্প্ৰদায়িক ভাগবটোৱাৰ প্ৰতি কংগ্ৰেছৰ মনোভাৱ অসাধাৰণেই হৈছিল বুলিব পাৰি, তথাপি যি অৱস্থা হৈছিল গৈ তাত আৰু সেয়ে নহৈ অন কিবা হোৱাটো প্ৰায় সম্ভৱো নাছিল। ই তেওঁলোকৰ অতীতৰ নিৰপেক্ষ দুৰ্ব্বল নীতিৰ অনিবাৰ্য্য ফল। আৰম্ভনীতে ফলাফললৈ ভয় নকৰি এটা সবল কৰ্ম্মপন্থা দৃঢ়তাৰে বাছি লোৱা হ'লে সি বেচি মৰ্য্যাদাসূচক আৰু নিৰ্ভুল হ'ব পাৰিলেহে'তেন। কিন্তু কংগ্ৰেছে তাকে কৰিব নোখোজাত বৰ্ত্তমানৰ এই সিদ্ধান্ত লোৱাৰ বাহিৰে আন কোনো পথ তেওঁলোকে নেদেখিলে। সাম্প্ৰদায়িক ভাগবটোৱা অতি যুক্তিহীন আৰু তাক মানি লোৱাটো অসম্ভৱ; কাৰণ যিমান দিন সি চলি থাকিব, সিমান দিন কোনো স্বাধীনতাই সম্ভৱপৰ নহয়। ইয়াৰ কাৰণ এইটো নহয় যে, মুছলমানসকলক বহুত বেচি দিয়া হৈছে। সম্ভৱ তেওঁলোকে যি বিচাৰিছিল, আন কিবা উপায়েৰেও সেইটো দিব পৰা গ'লহে'তেন। কিন্তু এই ক্ষেত্ৰত বৃটিছ চৰকাৰে ভাৰতবৰ্ষক কিছুমান বেলেগ বেলেগ ভাগত ভগাই পেলালে, তাৰ প্ৰত্যেকে প্ৰত্যেকৰ ভাৰসাম্য

ৰক্ষা কৰিব আৰু এটাই আনটোৰ প্ৰভাৱ কমাই দিব, যাতে বিদেশী বৃটিছ প্ৰতিনিধি-সকলেই সৰ্ব্বেসৰ্ব্বা হৈ থাকিব পাৰে। ইয়াৰ কাৰণে বৃটিছ চৰকাৰৰ ওপৰত নিৰ্ভৰ নকৰিলে চলিব নোৱাৰা হ'ল।

বিশেষকৈ বঙ্গদেশত অকণমান ইউৰোপীয় সম্প্ৰদায়ক সৰহসংখ্যক আসন দি হিন্দুসকলৰ প্ৰতি অতি অবিচাৰ কৰা হৈছিল। এনেকুৱা ভাগবটোৱা বা সিদ্ধান্ত বা যিহকে কওক, তাৰ বিৰুদ্ধে ক্ৰোধাগ্নি জ্বলি উঠিবই আৰু তাক বলেৰে জাপি দিব পাৰে, বা ৰাজনৈতিক কাৰণত কিছু সময়লৈ মানুহে ইয়াক সহ্যও কৰিব পাৰে, কিন্তু ইয়াৰ মাজত সদায় সংঘৰ্ষৰ সম্ভাৱনা থাকিবই। ব্যক্তিগতভাৱে মই ভাবোঁ যে, ইয়াৰ ভিতৰত যি অন্যায় লুকাই আছে তাৰ পৰাই শেহত সুবিধাটো হ'বগৈ, কাৰণ এই অন্যায় একেবাৰে স্থায়ী ভেটি হ'ব নোৱাৰে।

জাতীয় দল আৰু তাতকৈয়ো বেচিকৈ হিন্দু মহাসভা আৰু আন আন সাম্প্ৰদায়িক প্ৰতিষ্ঠানবিলাক স্বভাৱতে এই বল প্ৰয়োগত খঙত জ্বলি উঠিল। কিন্তু সমৰ্থনকৰীসকলৰ দৰেই মূলতঃ বৃটিছ চৰকাৰৰ মতবাদ গ্ৰহণ কৰি লৈছে তেওঁলোকে সমালোচনা কৰে আৰু তাৰ ফল হ'লগৈ এয়ে যে তেওঁলোকে এনেকুৱা এটা আচৰিত কৰ্ম্মনীতি গ্ৰহণ কৰিবলৈ ধৰিলে যিটোৰ কাৰণে চৰকাৰে সন্তোষেই পালে। কেৱল ভাগবটোৱাকে লৈ তেওঁলোকে দিনে-ৰাতিয়ে লাগি থকাত আন আন গুৰুতৰ বিষয়ত তেওঁলোকৰ বিৰোধিতা চেঁচা পৰি আহিল আৰু তেওঁলোকে আশা কৰিবলৈ ধৰিলে যে ভেটীদি বা তোষামোদ কৰি চৰকাৰৰ হতুৱাই তেওঁলোকৰ অনুকূলে ভাগ-বটোৱাটো সলাই লব পাৰিব। এই ধৰণৰ চেষ্টাত হিন্দু মহাসভা আগৰণুৱা হ'ল। কিন্তু তেওঁলোকৰ মনত নেখেলালে ই যে কেৱল অপমানজনকেই নহয় বৰং ইয়াৰ ফলত ভাগবটোৱাত সাল-সলনি কৰিবলৈ বেচিহে টান হৈ উঠিব; কাৰণ ইয়াত কেৱল মুছলমানসকলেই আমনি পাব আৰু দূৰলৈ গুচি যাব। বৃটিছ চৰকাৰৰ পক্ষে জাতীয়তাবাদী শক্তিসমূহৰ অন্তৰ জয় কৰাটো অসম্ভৱ—ব্যৱধান অতি বেচি আৰু বিপৰীত স্বাৰ্থৰ সংঘাতো স্পষ্ট, অতি ঠেক সাম্প্ৰদায়িক স্বাৰ্থৰ বিষয়তো তেওঁ-লোকে হিন্দু আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলক সমানভৱে সন্তুষ্ট ৰাখিব পৰাটো অসম্ভৱ। এটা বাছি লবই লাগিব আৰু তেওঁলোকৰ ফালৰপৰা তেওঁলোকে মুছলমান সাম্প্ৰদায়িকতাবাদীক দললৈ টানিবৰ কাৰণেই আগৰপৰা ঠিক হৈ থকা, ইমান লাভজনক নীতি ত্যাগ কৰিব নে আৰু তাকে কৰি মুছলমানসকলৰ মনত বেজাৰ দিবনে?

সম্প্ৰদায় হিচাপে হিন্দুসকল ৰাজনৈতিক ক্ষেত্ৰত বেচি আগবঢ়া আৰু তেওঁ-লোকেই বিশেষকৈ জাতীয় স্বাধীনতাৰ দাবী কৰি থাকে আৰু তেওঁলোকক অনুগ্ৰহ নকৰাৰো এয়ে প্ৰধান কাৰণ, কিয়নো সৰু-সুৰা সাম্প্ৰদায়িক অনুগ্ৰহ (সৰু সুৰাৰ বাহিৰে সি আৰু একো হ'ব নোৱাৰে) দেশদ্ৰোহৰপৰা ৰাজনৈতিক বিৰোধিতাৰ কোনো বিশেষ পৰিবৰ্ত্তন নহ'ব। মুঠতে, সেইবিলাক অনুগ্ৰহৰপৰা মুছলমানসকলৰ মনোভাৱৰ কেইদিনমানৰ কাৰণে অলপ সলনি হ'ব পাৰে।

ব্যৱস্থা-পৰিষদৰ নিৰ্ব্বাচনত হিন্দু মহাসভা আৰু মুছলিম কনফাৰেন্স—

এই দুটা অতিপাত প্ৰতিক্ৰিয়াশীল সাম্প্ৰদায়িক প্ৰতিষ্ঠানৰ পাচফালে যিসকল লোক আছে তেওঁলোকৰ আচল ৰূপটো তেনেই ওলাই পৰিল। তেওঁলোকৰ প্ৰাৰ্থী আৰু সমৰ্থকসকল ডাঙৰ জমিদাৰ বা মহাজন শ্ৰেণীৰ। আজি-কালি ঋণ লাঘৱ কৰাৰ উদ্দেশ্যে প্ৰণয়ন কৰা বিলবিলাকৰ চোকা প্ৰতিবাদ কৰি মহাসভাই মহাজন শ্ৰেণীৰ প্ৰতি তেওঁলোকৰ অনুৰাগ প্ৰদৰ্শন কৰিলে। হিন্দু সমাজৰ ওপৰ খাপৰ এটা সামান্য অংশ লৈ হিন্দু মহাসভা গঠিত আৰু তাৰে আৰু এটা অংশ কিছুমান ব্যৱসায়ী লোক লগ লাগি উদাৰপন্থী দল নামে চিনাকি হৈছে। হিন্দুসকলৰ ভিতৰত নিম্ন মধ্যবিত্ত শ্ৰেণী ৰাজনৈতিক ক্ষেত্ৰত সচেতন কাৰণে তেওঁলোকৰ গুৰুত্ব বেচি নহয়। কল-কাৰখানাৰ গৰাকীসকলেও তেওঁলোকৰপৰা নিজকে বেলেগ কৰি তুলিছে, কাৰণ উঠি অহা কল-কাৰখানাৰ দাবীৰ লগত তেওঁলোকৰ বিৰোধ আছে। কল-কাৰখানাৰ গৰাকীসকলে পোনপটীয়া সংঘৰ্ষ বা আন কোনো ধৰণৰ বিপজ্জনক উপায় গ্ৰহণ কৰিবলৈ সাহ নকৰে তেওঁলোকে জাতীয়তাবাদ আৰু চৰকাৰ উভয়ৰে লগত সম্ভাৱ ৰাখিবলৈ যত্ন কৰে। মধ্যমপন্থী বা সাম্প্ৰদায়িক দলসমূহৰ প্ৰতিও তেওঁলোকৰ বৰ বেচি আগ্ৰহ নাই। কল-কাৰখানাৰ উন্নতি আৰু সৰহীয়া লাভ এই দুটাৰ কাৰণেই তেওঁলোকে কাম কৰে।

মুছলমানসকলৰ মাজত নিম্ন আৰু মধ্যবিত্ত শ্ৰেণীৰ মাজত এতিয়াও জাগৰণ উঠা নাই আৰু শিল্প বাণিজ্যতো তেওঁলোক পাচপৰা। এই কাৰণেই আমি দেখিবলৈ পাওঁ অতিপাত প্ৰতিক্ৰিয়াশীল সামন্ততান্ত্ৰিক আৰু পেন্সন খোৱা চৰকাৰী বিষয়া-সকলেই তেওঁলোকৰ সাম্প্ৰদায়িক প্ৰতিষ্ঠানবিলাক চলাইছে আৰু সম্প্ৰদায়ৰ ওপৰত বহুতখিনি প্ৰভাৱ বিস্তাৰ কৰি আছে। মুছলিম কনফাৰেন্স এদল নাইট, ভূতপূৰ্ব্ব মন্ত্ৰী আৰু জমিদাৰ লৈ গঠিত, তথাপি মোৰ বিবেচনাত মুছলমান জনসাধাৰণৰ মাজত হিন্দু জনসাধাৰণতকৈয়ো বেচি শক্তি লুকাই আছে, কাৰণ সামাজিক ক্ষেত্ৰত তেওঁলোকৰ কিছুমান স্বাধীনতা আছে আৰু তেওঁলোকে যদি এবাৰ আগলৈ খোজ চলায় তেন্তে সমাজতান্ত্ৰিক পথত তেওঁলোক বেচি আগবাঢ়িব পাৰিব। কিন্তু বৰ্ত্তমান মুছলমান বুদ্ধিজীৱীসকল মানসিকেই হওক, দৈহিকেই হওক দুয়োফালে অলৰ-অচৰ হৈ আছে, এওঁলোকৰ মাজত আন্দোলনৰ ভাব নাই, এওঁলোকে পুৰণি মুখিয়াল লোকৰ ওপৰত মাত মাতিবলৈকো সাহ নকৰে।

ৰাজনৈতিক ক্ষেত্ৰত আটাইতকৈ আগবঢ়া দল কংগ্ৰেছৰ নেতা সকলো জন-সাধাৰণৰ অৱস্থাৰ অনুপাতে প্ৰয়োজনতকৈও বেচি সাৱধান। তেওঁলোকে জন-সাধাৰণৰ সমৰ্থন বিচাৰে, কিন্তু কেতিয়াবাহে তেওঁলোকৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰে; বা তেওঁলোকৰ অভাৱ-অভিযোগ কি আছে সেই বিষয়ে খবৰ কৰে। ব্যৱস্থা পৰিষদৰ নিৰ্ব্বাচনৰ আগতে, তেওঁলোকে অকংগ্ৰেছী মধ্যপন্থীসকলক দললৈ আনিবৰ কাৰণে কাৰ্য্যপদ্ধতি যিমান পাৰি সিমান ঢিলা কৰিবলৈ যত্ন কৰিলে। আৰু কি, মন্দিৰ প্ৰৱেশ বিলৰ নিচিনা বিষয়তো তেওঁলোকৰ মাজত নানা ধৰণৰ মত দেখা গল। মহাত্মাৰ নৈষ্ঠিক সনাতনীসকলৰ মন ৰখাৰ কাৰণে আশ্বাস দিয়া হ'ল। সবল, নিৰ্ভীক আৰু আক্ৰমণশীল কাৰ্য্যপদ্ধতি প্ৰৱৰ্ত্তন কৰা হ'লে দেশত যিকি উৎসাহ দেখা গ'লহেঁতেন আৰু জনসাধাৰণৰ ৰাজনৈতিক শিক্ষাও অনেক আগুৱাই হ'লহেঁতেন।

কিন্তু কংগ্ৰেছে নিয়মতান্ত্ৰিক পাৰ্লামেণ্টীয় কাৰ্য্যপন্ধতি গ্ৰহণ কৰাৰ ফলত ৰাজনৈতিক আৰু সামাজিক প্ৰতিক্ৰিয়াশীল স্বাৰ্থসমূহৰ লগত, ব্যৱস্থা পৰিষদত কেইটামান ভোটৰ আশাত নানাপ্ৰকাৰে আপোচ কৰিব লগা হ'ব আৰু তাৰ ফলত জনসাধাৰণ আৰু কংগ্ৰেছৰ নেতাসকলৰ মাজৰ ব্যৱধান আৰু বেচি বহল হৈ পৰিব। সুৱলা সুৱলা বক্তৃতা হ'ব পাৰ্লামেণ্টীয় ধৰণ-কৰণৰ অনুকৰণ চলিব, মাজে মাজে চৰকাৰ পৰাজিতো হ'ব আৰু আগৰ দৰেই নিৰ্ব্বিকাৰ চিত্তে চৰকাৰে তাক উলাই কৰি থাকিব।

কংগ্ৰেছে যেতিয়া আইনসভাবিলাক বৰ্জ্জন কৰিছিল, সেই কেইবছৰ চৰকাৰ পক্ষৰ মানুহে আমাক প্ৰায়েই শুনাই আছিল যে, ব্যৱস্থা পৰিষদ আৰু প্ৰাদেশিক আইন সভাবিলাক জনসাধাৰণৰ সঁচাসঁচিকৈয়ে প্ৰতিনিধিমূলক প্ৰতিষ্ঠান আৰু ইয়াতেই জনমত প্ৰকাশ পায়। কিন্তু যেতিয়া প্ৰগতিশীল দলে গৈ ব্যৱস্থা পৰিষদত প্ৰভাৱ বিস্তাৰ কৰিলে তেতিয়া চৰকাৰী মতৰো পৰিৱৰ্ত্তন ঘটিল। যেতিয়াই নিৰ্ব্বাচনত কংগ্ৰেছৰ সাফল্যৰ কথা উঠে, তেতিয়াই সিটো পক্ষই কয় নিৰ্ব্বাচক মণ্ডলীৰ সংখ্যা অতিপাত কম ৩২ কোটি মানুহৰ ভিতৰত মাত্ৰ ২০ লক্ষহে ভোটাৰ। যি কোটি কোটি মানুহৰ ভোট দিয়াৰ ক্ষমতা নাই, তেওঁলোক সকলোৱে চৰকাৰ পক্ষৰ মতে বৃটিছ চৰকাৰক সমৰ্থন কৰে। সহজেই ইয়াৰ প্ৰতিকাৰ হ'ব পাৰে। বয়স পোৱা পুৰুষ তিৰোতাসকলক ভোট দিয়াৰ ক্ষমতা দিলেই অন্ততঃ আমি সেইসকলৰ লোকৰ চিন্তাধাৰা বুজিব পাৰিম।

ব্যৱস্থা পৰিষদৰ নিৰ্ব্বাচনৰ শাসন-সংস্কাৰ সম্বন্ধে জইণ্ট পাৰ্লামেণ্টীয় কমিটীৰ ৰিপৰ্ট প্ৰকাশ হ'ল। ইয়াৰ বহুত ধৰণৰ আৰু ব্যাপক সমালোচনাৰ ভিতৰত এটা ত্ৰুটি বাৰে বাৰে উলিয়াই দেখুওৱা হ'ল যে ভাৰতবাসীৰ প্ৰতি "সন্দেহ" আৰু "অবিশ্বাস" লৈ সেইখিনি ৰচনা কৰা হৈছে। আমাৰ জাতীয় আৰু সামাজিক সমস্যাৰ ফালৰপৰা চালে সেই মন্তব্য অতি বিস্ময়কৰ। আমাৰ জাতীয় স্বাৰ্থ আৰু বৃটিছ সাম্ৰাজ্যবাদৰ স্বাৰ্থৰ ভিতৰত কোনো আন্তৰিক বিৰোধ নাই নে? ঘাই প্ৰশ্ন হ'ল যে টিকিব কোনটো? সাম্ৰাজ্যনীতি চলাবৰ কাৰণেই আমি স্বাধীনতা বিচাৰিছোঁ নে বাৰু? অন্ততঃ বৃটিছ চৰকাৰৰ সেয়ে ধাৰণা; তেওঁলোকৰ মতে বৃটিছনীতিৰ প্ৰয়োজনৰ লগত খাপ খুৱাই আমি যিমান দিন সন্তোষেৰে স্বায়ত্ত-শাসনত আমাৰ যোগ্যতাৰ প্ৰমাণ দেখুৱাবলৈ চেষ্টা কৰিম, সিমান দিন "ৰক্ষা-কৱচবিলাক" ব্যৱহাৰ কৰা নহ'ব। যদি বৃটিছ নীতিয়েই ভাৰতত চলি থাকে, তেন্তে শাসনৰ বাঘজৰী আমাৰ হাতলৈ আনিবৰ কাৰণে ইমান চিএৰ-বাখৰ লগাব লাগে কিয়?

কেৱল ভাৰতীয় বাণিজ্যৰ* বাহিৰে, অটোৱা চুক্তিত ইংলণ্ডৰ বিশেষ আৰ্থিক লাভ হোৱা নাই বুলি সকলোৱে জানে। ভাৰতীয় ৰাজনৈতিক আৰু ব্যৱসায়ী-সকলৰ মতে, ভাৰতৰ বৃহত্তৰ স্বাৰ্থৰ ক্ষতি সাধন কৰি ইয়াৰদ্বাৰা ভাৰতত বৃটিছৰ

---

*ভাৰতীয় বাণিজ্যৰ কথা উল্লেখ কৰি ছাৰ উইলিয়াম কাৰীয়ে কয়, অটোৱা চুক্তিৰ ফলত বৃটেইনে দেখ্ দেখকৈয়ে সুবিধা পাইছে। ১৯৩৪-ৰ ৫ ডিচেম্বৰৰ দিনা লণ্ডনত পি, এণ্ড, অ' জাহাজ কোম্পানীৰ সভাত ছাৰ উইলিয়ামে সভাপতিত্ব কৰিছিল।

বাণিজ্যৰ উন্নতি হৈছে। কিন্তু উপনিৱেশবিলাকত বিশেষকৈ কানাডা আৰু অষ্ট্ৰেলিয়াত * অৱস্থা বিপৰীত। তেওঁলোকে বৃটেইনৰ লগত দাম-দৰ কৰি বৃটেইনতকৈয়ো বহুত বেচি সুবিধা আদায় কৰি লৈছে। তথাপি তেওঁলোকে অটোৱা চুক্তিৰ বান্ধৰপৰা সদায় মুক্তি লাভৰ চেষ্টা কৰিব লাগিছে; কাৰণ তেওঁলোকে নিজৰ শিল্প-বাণিজ্যৰ উন্নতি কৰিবলৈ বিচাৰে আৰু স্বাধীনভাৱে আন আন দেশৰ লগত বেপাৰ-বাণিজ্য কৰিবলৈ বিচাৰে।† কানাডাৰ আটাইতকৈ শক্তিশালী উদাৰপন্থী দল, যি সোনকালতে চৰকাৰৰ ভাৰ গ্ৰহণ কৰিব পৰাৰ সম্ভাৱনা আছে, তেওঁলোকে অটোৱা চুক্তি আইধা পেলাবলৈ উঠি পৰি লাগিছে।‡ অষ্ট্ৰেলিয়াত বহু কষ্টে অটোৱা চুক্তিৰ কাল্পত ব্যাখ্যা কৰি কোনো কোনো বিধৰ কপাহী কাপোৰ আৰু সূতাৰ ওপৰত টেক্স বৃদ্ধি কৰা হৈছে। ইয়াৰ ফলত লেঙ্কেশ্বায়াৰৰ কাপোৰৰ কলৰ গৰাকী-সকলৰ বৰ খং আৰু তাৰপৰা অটোৱাৰ চুক্তি ভঙ্গ কৰা হৈছে বুলি তেওঁলোকে নিন্দা কৰিছে। ইয়াৰ প্ৰতিবাদ আৰু প্ৰতিশোধৰ কাৰণে লেঙ্কেশ্বায়াৰত অষ্ট্ৰেলিয়াৰ পৰা অহা পণ্যবস্তুৰ বয়কট আৰম্ভ হৈছে। এই ভয় খুওৱাত অষ্ট্ৰেলিয়াই সমুলি কেৰেপেই কৰা নাই বৰং তেওঁলোকেও উভতি আক্ৰমণ কৰিবলৈ সাজুহে হৈছে।§

---

* ডি লণ্ডন ইকনমিষ্টে (জুন, ১৯৩৪) কৈছে, "অটোৱা বৈঠকৰ সাৰ্থকতা থাকিলেহে'তেন, যদিহে ইয়াৰপৰা সাম্ৰাজ্যৰ ভিতৰৰ বেপাৰ-বাণিজ্য বাঢ়িলহে'তেন অথচ জগতৰ বাকী দেশবিলাকৰ লগত সাম্ৰাজ্যৰ বেহা-বেপাৰ কমি নগ'লহে'তেন। কাৰ্য্যতঃ ইয়াৰদ্বাৰা সাম্ৰাজ্যৰ ভিতৰুৱা বেপাৰ-বাণিজ অলপ অচৰপ বাঢ়িলেও, সাম্ৰাজ্যৰ সৰ্ব্বমুঠ বেপাৰ-বাণিজ কমি গৈছে। আৰু এই পৰিৱৰ্ত্তনত গ্ৰেট্ বৃটেইনতকৈ উপনিৱেশবিলাকৰে সুবিধা হৈছে বেচি। সাম্ৰাজ্যৰপৰা আমাৰ আমদানি ১৯৩১ চনত ২৪ কোটি ৭০ লাখ পাউণ্ডৰপৰ ১৯৩৩ চনত ২৪ কোটি ৯০ লাখ পাউণ্ড হৈছেগৈ, কিন্তু আমাৰ ৰপ্তানি ১৭ কোটি ৬ লাখ পাউণ্ডৰপৰা ১৬ কোটি ৩৫ লাখ পাউণ্ডলৈ নামি আহিছে। ১৯২৭ আৰু ৩৩-ৰ মাজত সাম্ৰাজ্যত আমাৰ ৰপ্তানিৰ পৰিমাণ শতকৰা ৫০·৯ ভাগ কমিছে, কিন্তু সাম্ৰাজ্যৰপৰা আমাৰ আমদানি মাত্ৰ ৩২·৯ ভাগ কমিছে। আন আন বিদেশী ৰাষ্ট্ৰত আমাৰ ৰপ্তানি সিমান বেচিকৈ কমা নাই; পিচে সেইবিলাক দেশৰপৰা আমদানি বহুত-খিনি কমি গৈছে।"

† মেলবৰ্ণ 'এইজ' এ অটোৱা চুক্তি ভাল নাপায়। তাৰ মতে এই চুক্তি "সদায় বিৰক্তিৰ কাৰণ আৰু লাহে লাহে বুজা গৈছে যে ই এটা প্ৰকাণ্ড ভুল।" (১৯৩৪, ১৯ অক্টোবৰ, সাপ্তাহিক মাঞ্চেষ্টাৰ গাৰ্ডিয়ানৰপৰ)।

‡ আন কি কানাডাৰ বৰ্ত্তমান ৰক্ষণশীল প্ৰধান মন্ত্ৰী মিঃ বেনেটো বাণিজ্য বিষয়ত বৃটিছ চৰকাৰৰ বাটৰ কাইটৰ দৰে। এতিয়া তেওঁ "নিউডিল"ৰ কথা কৈছে আৰু আচৰিত ধৰণে নিজৰ মত প্ৰকাশ কৰিছে। মিঃ লিট্ভিনক, ছাৰ ষ্টাফৰ্ড ক্ৰীপস্ আৰু মিঃ জন ষ্ট্ৰেচিৰ ভয়াবহ প্ৰভাৱৰ ফলত তেওঁ এতিয়া কালেক্টিভিষ্ট্ হৈছে। ইয়াৰপৰা ৰক্ষণশীল, উদাৰপন্থী চিভিল ছাৰ্ভিছ আদি সকলোৰে সাৱধান হোৱা উচিত, নহ'লে তেওঁলোকেও সেইবিলাক বিপজ্জনক মতবাদৰ প্ৰতি ঢাল খাব পাৰে (এই কথাখিনি লেখিবৰ সময়ত মিঃ কিঙৰ নেতৃত্বত কানাডাৰ উদাৰপন্থী দলে সৰহ ভোটত জিকি শাসন যন্ত্ৰ অধিকাৰ কৰিছে)।

§ দি মেলবৰ্ন 'এইজ'-এ ঘোষণা কৰিছে যে, যি লেঙ্কেশ্বায়াৰ বয়কটৰ প্ৰস্তাৱ এতিয়া চলিছে তাক যদি উঠাই লোৱা নহয়, তেতিয়া হ'লে, এতিয়াও লেঙ্কেশ্বায়াৰৰ যিখিনি বেহা-বেপাৰ বাকী আছে, অষ্ট্ৰেলিয়াই তাৰ ওপৰত কঠোৰ আঘাত কৰিব। এই কথা বাৰে বাৰে উল্লেখ কৰি, লেঙ্কেশ্বায়াৰৰ প্ৰত্যুত্তৰ দিব লাগিব।

কানাডা আৰু অষ্ট্ৰেলিয়াৰ অধিবাসীসকলৰ বৃটেইনৰ প্ৰতি যেনেকুৱাই বিদ্বেষ-ভাব থাকক নেথাকক, অৰ্থনৈতিক সংঘৰ্ষৰ কাৰণে সেইটো নহয়। অৱশ্যে আয়াৰ্লেণ্ডৰ ক্ষেত্ৰত এই বিদ্বেষ একেবাৰেই দেখ্‌দেখ্‌কৈ ওলাই আছে। স্বাৰ্থৰ বিৰোধৰপৰা সংঘৰ্ষই দেখা দিয়ে আৰু এই ধৰণৰ সংঘৰ্ষই কিজানি ভাৰতবৰ্ষত দেখা দিয়ে, সেই আশঙ্কাতে বৃটিছৰ স্বাৰ্থকে প্ৰাধান্য দিবৰ কাৰণে ৰক্ষা-কৱচৰ ব্যৱস্থা হৈছে। ভাৰতীয় সদাগৰসকলে প্ৰতিবাদ কৰিলতো আৰু সকলোৰেপৰা গোপনে ৰাখি অথচ বৃটিছ সদাগৰসকলে জনাকৈ এতিয়া ইংগ-ভাৰতীয় বাণিজ্য চুক্তি হ'ল, আৰু ব্যৱস্থা পৰিষদত অগ্ৰাহ্য হোৱাতো তাক চৰকাৰে ত্যাগ কৰা নাই। তাৰ পৰাই বুজা যায় "ৰক্ষা-কৱচে" কোনফালে গতি কৰিব। মনত ভাব হয়, কানাডা, অষ্ট্ৰেলিয়া আৰু দক্ষিণ আফ্ৰিকাত সেই ধৰণৰ ৰক্ষা-কৱচৰ বেচি আৱশ্যক হৈ পৰিছে। কেৱল বেপাৰ-বাণিজতে নহয়, সাম্ৰাজ্যৰ পক্ষে বেচি আৱশ্যকীয় ঐক্য আৰু নিৰাপত্তাৰ বিষয়তো সেই উপনিৱেশসমূহৰ মানুহে যাতে বিৰোধিতা নকৰে, তাৰ কাৰণেও 'ৰক্ষা-কৱচ'ৰ আৱশ্যক।*

সাম্ৰাজ্য ধাৰত পোত গৈছে। গতিকে যাতে সাম্ৰাজ্যবাদী মহাজনে তাৰ দুৰ্ভগীয়া ৰায়তৰ ওপৰত আধিপত্য আৰু তাৰ বিশেষ স্বাৰ্থ আৰু ক্ষমতাত অকণো ব্যাঘাত নকৰাকৈ ৰাখিব পাৰে, সেই কাৰণেই 'ৰক্ষা-কৱচ'ৰ ব্যৱস্থা কৰা হৈছে; এনেকুৱা কথাও শুনা যায়, গান্ধীজী আৰু কংগ্ৰেছে এই ধৰণৰ 'ৰক্ষা-কৱচ' মানি লৈছে,, কাৰণ ১৯৩১-ৰ দিল্লী চুক্তিত "ভাৰতৰ স্বাৰ্থৰ কাৰণে ৰক্ষা-কৱচ" লোৱাৰ নীতি মানি লোৱা হৈছিল, চৰকাৰ পক্ষই এই আচাৰিত যুক্তি বাৰে বাৰে শুনাবই লাগিছে।

যি নহওক, বেহা-বেপাৰ সম্পৰ্কীয় ৰক্ষা-কৱচবিলাক আৰু অটোৱা চুক্তি আপেক্ষিকভাৱে অতি সামান্য কথা।† ভাৰতীয়ৰ ওপৰত অৰ্থনৈতিক আৰু ৰাজ-নৈতিক প্ৰত্যেকটো মূল ক্ষমতা আৰু অধিকাৰ চলাই ৰাখিবৰ কাৰণে যিবিলাক ব্যৱস্থা কৰা হৈছে, সেইবিলাক বিশেষভাৱে মাৰাত্মক। কাৰণ আগতে আৰু এতিয়াও সি এই দেশৰ শোষণত সহায় কৰিছে। এইবোৰ ব্যৱস্থা আৰু 'ৰক্ষা-কৱচ' যেতিয়ালৈকে থাকিব, তেতিয়ালৈকে কোনো উন্নতি হোৱা সম্ভৱ নহয়। কোনো পৰিৱৰ্ত্তন কৰাৰ নিয়মতান্ত্ৰিক চেষ্টাৰ ঠাই ইয়াত নাই। সেই ধৰণৰ প্ৰত্যেকটো চেষ্টাই 'ৰক্ষা-কৱচ'ৰ বেৰত খুন্দা খাই যাব আৰু দিনে দিনে এটা কথা ফট্‌ফটীয়া হৈ

* দক্ষিণ আফ্ৰিকাৰ দেশৰক্ষা সচিব মিঃ অ' পিৰুৱে কৈছে, ইউনিয়নে সাম্ৰাজ্যৰক্ষাৰ সাধাৰণ ব্যৱস্থাৰ মাজত নোসোমায় আৰু বৈদেশিক কোনো যুদ্ধত ইংলণ্ডই যোগ দিলেও ইউনিয়নে যোগ নিদিয়ে। "যদি চৰকাৰে হুৰমুৰকৈ কোনো বৈদেশিক যুদ্ধত লিপ্ত হৈ পৰে, তেন্তে দেশ জুৰি অশান্তিৰ সৃষ্টি হ'ব পাৰে। কিজানি ঘৰুৱা কন্দলো লাগি যাব পাৰে। গতিকে চৰকাৰে সাম্ৰাজ্যৰ কোনো সাধাৰণ ব্যৱস্থাত ভাগ নলয়।" প্ৰধান মন্ত্ৰী হাৰ্টজগে এই ঘোষণা সমৰ্থন কৰি কয় যে, ইয়েই ইউনিয়ন চৰকাৰৰ নীতি (ৰয়টাৰে দিয়া বাতৰি কেপটাউন, ৫ ফেব্ৰুৱাৰী, ১৯৩৫)।

† দি লণ্ডন ইকনমিষ্টে (অক্টোবৰ, ১৯৩৪) কৈছে—"কিন্তু দেখা গৈছে, বৃটিছ আমদানিৰ অসুবিধা ভিতৰত বেচি দামত লেঙ্কেশ্বাৰৰ মাল-বস্তু কিনাৰ সন্দেহজনক সুযোগ বলেৰে জগতৰ নানা দেশত "নেটিভহঁতৰ" ওপৰত জাপি দিয়া হ'ব।" সিংহল ইয়াৰ আটাইতকৈ আধুনিক জল্‌ জল্‌ পট্‌ পট্‌ উদাহৰণ।

আহিছে যে, যিটো একমাত্ৰ সম্ভৱপৰ পথ, সেইটো নিয়মতান্ত্ৰিক পথ নহয়। ৰাজনৈতিক দিশৰপৰা পৈশাচিক যন্ত্ৰবাদ্ৰৰ ব্যৱস্থা থকা শাসনতন্ত্ৰ একেবাৰেই গজুত গৰু উঠা কথা; অৰ্থনৈতিক আৰু সামাজিক ফালৰপৰা ই অতিপাত তলধাপৰ ব্যৱস্থা। সমাজতন্ত্ৰৰ বাট ইচ্ছা কৰিয়েই বন্ধ কৰা হৈছে। বাহিৰৰপৰা দেখাত বহুতখিনি দায়িত্বৰ হাত সলনি কৰা হৈছে (তাকো অৱশ্যে "নিৰাপদ" শ্ৰেণীৰ হাতলৈহে) কিন্তু কোনো আচল কাম কৰিবলৈ ক্ষমতা বা উপায় দিয়া হোৱা নাই। প্ৰত্যেকেই জানে, বৰ্ত্তমান যুগত শাসনতন্ত্ৰ এনেকুৱা হোৱা উচিত যাতে সি জগতৰ দ্ৰুত পৰিৱৰ্ত্তনৰ লগত নিজকে খাপ খুৱাই লব পাৰে। দ্ৰুত সিদ্ধান্তৰ আৱশ্যক আৰু তাক কামত পৰিণত কৰাৰ শক্তিও থাকিব লাগে। আনকি এতিয়াও কোনো কোনো দেশত চলি থকা পাৰ্লামেণ্টীয় গণতন্ত্ৰই বৰ্ত্তমান জগতৰ লগত নিজকে খাপ খুৱাবৰ কাৰণে অতি লাগতিয়াল সাল-সলনিখিনি কৰি ল'ব পাৰে নে নোৱাৰে সন্দেহ। কিন্তু আমাৰ দেশত এই প্ৰশ্ন নুঠে, কাৰণ ইয়াত শিকলি লগাই, ফান্দ লগাই সকলো ধৰণৰ গতিকে ইচ্ছা কৰি ৰোধ কৰা হৈছে আৰু আমাৰ সমুখৰ সকলো দুৱাৰ সাৱধানে বন্ধ কৰি থোৱা হৈছে। আমাক এনেকুৱা এখন গাড়ী দিছে, যাৰ ইঞ্জিন নাই কিন্তু ৰাখিবলৈ হ'লে অসংখ্য ব্যৱস্থা আছে। যিবিলাক মানুহৰ মন সামৰিক আইনেৰে ভৰা, তেওঁলোকেই এই শাসনতন্ত্ৰ ৰচনা কৰিছে। বাহুবলত যি বিশ্বাস কৰে তেওঁলোকে হয় সামৰিক আইন মানিব লাগিব, নহয় মৃত্যু বৰণ কৰিব লাগিব, ইয়াৰ বাহিৰে আন পন্থা নাই।

বৃটেইনে কিমানখিনি স্বাধীনতা দিয়াৰ প্ৰস্তাৱ কৰিছে, তাৰ জোখ ইয়াতেই পোৱা যায় যে, অতিপাত মধ্যমপন্থী আৰু ৰাজনীতিক্ষেত্ৰত এটাইতকৈ পাচপৰা দলবিলাকেও ইয়াক প্ৰতিক্ৰিয়াশীল বুলি নিন্দা কৰিছে। যি সদায় সকলো অৱস্থাতে চৰকাৰক সমৰ্থন কৰি থাকে, তেওঁলোকেও হাত যোৰ কৰি ইয়াৰ সমালোচনা কৰিছে। আনসকলৰ সমালোচনা আৰু বেচি চোকা।

এই প্ৰস্তাৱসমূহ দেখি উদাৰপন্থীসকলেও ভাৰতক বৃটেইনৰ তলত ৰখা ভগৱানৰ জ্ঞানপূৰ্ণ ব্যৱস্থাৰ ওপৰত অটল বিশ্বাস কথাটোও টান হৈ উঠিল। তেওঁলোকে চোকা সমালোচনা কৰিলে; কিন্তু বাস্তৱৰ প্ৰতি তেওঁলোকৰ সদায় আওহেলা আৰু সদায় কিছুমান ধৰা-বন্ধা কথা আৰু উদাৰ 'ইঙ্গিত'ৰ প্ৰতি টানটো বৰ বেচি। সেই কাৰণে তেওঁলোকে ৰিপৰ্ট বা বিলত "ডমিনিয়ন ষ্টেটাছ" এই শব্দটো নোহোৱা কথাটোত বৰ বেচি গুৰুত্ব দিলে। এই বিষয়ে মহা হাই-উৰুমি লাগি পৰিল আৰু ছাৰ ছেমুৱেল হ'ৰে বিবৃতি ধৰণৰ কিবা এটা দিয়াত এতিয়া তেওঁলোক সন্তুষ্ট হ'ল। ঔপনিৱেশিক স্বায়ত্তশাসন নজনা ভৱিষ্যতৰ কিবা এটা কায়াহীন ছাঁও হ'ব পাৰে, কেতিয়াও গৈ গৈ নোপোৱা এখন দেশ হ'ব পাৰে, কিন্তু হ'লেও, অন্ততঃ আমি তাৰ সপোন দেখিব পাৰোঁ আৰু তাৰ নানা ধৰণৰ শোভা সৌন্দৰ্য্যৰ বৰ্ণনা অনৰ্গল কৰি থাকিব পাৰোঁ। বৃটিছ পাৰ্লামেণ্ট আৰু বৃটিছ জনসাধাৰণৰ সম্পৰ্কে সংশয়ত পৰি ছাৰ তেজ বাহাদুৰ ছাপ্ৰুৱে বৃটিছ ৰাজমুকুটৰ ওচৰত সান্ত্বনা বিচাৰিবলৈ ধৰিলে। তেওঁ এজন যশস্বী ব্যৱসায়ী, তেওঁ আমাক এটা নতুন নিয়মতান্ত্ৰিক পথ দেখুৱালে। তেওঁ কলে, বৃটিছ পাৰ্লামেণ্ট আৰু জনসাধাৰণে ভাৰতৰ কাৰণে কিহকে কৰক

নকৰক, "সকলোৰে ওপৰত আছে বৃটিছ ৰাজমুকুট, যি ভাৰতীয় প্ৰজাসকলৰ স্বাৰ্থ আৰু ভাৰতবৰ্ষৰ শান্তি আৰু সমৃদ্ধিৰ কাৰণে নিজেই আগ্ৰহ প্ৰকাশ কৰে।"* ই সান্ত্বনাৰ অতি উৎকৃষ্ট ঠাই, ইয়াত নিয়মতন্ত্ৰ, আইন আৰু ৰাজনৈতিক আৰু সামাজিক পৰিৱৰ্ত্তন লৈ মোৰ চিন্তা-ভাৱনা কৰিবলগীয়া একো নাই।

কিন্তু প্ৰস্তাৱিত শাসনতন্ত্ৰৰ প্ৰতি উদাৰপন্থীসকলে তেওঁলোকৰ বিৰুদ্ধতা ঢিলাই দিছিল বুলি ক'লে অন্যায় কথা হ'ব। তেওঁলোকৰ প্ৰায় সকলোৱেই স্পষ্টকৈ কৈছিল যে, ভাৰতৰ ওপৰত তেওঁলোকে নিবিচৰা এই পুৰস্কাৰ বলেৰে জাপি দিয়াতকৈ, বেয়া হ'লেও তেওঁলোকে বৰ্ত্তমান অৱস্থাকে ভাল বুলি ভাবে। এই কথাৰ ওপৰত ভিৰ দিয়াতকৈ আন কিবা কৰাটো তেওঁলোকৰ নিয়মেই নহয়। পিচে তেওঁলোকে যে এই কথাটোৰ ওপৰতে ভিৰ দি থাকিব, সেইটো ধৰি ল'ব পাৰি। পুৰণি প্ৰবচন এফাকি আধুনিক ধৰণে ব্যৱহাৰ কৰিলে তেওঁলোকৰ মূল নীতি হ'বগৈ এইটোৱেই—"প্ৰথম বাৰত যদি সফল নোহোৱা, আকৌ এবাৰ কান্দা।"

উদাৰপন্থী নেতাসকল আৰু কেইজনমান কংগ্ৰেছপন্থীৰে সৈতে আন আন বহুতৰে এটা আশা আৰু ভৰসা হৈছে যে, বৃটেইনত 'বনুৱা দলে জয়লাভ কৰি তেওঁলোকৰ চৰকাৰ গঠন কৰিলেই এটা কিবা ভাল ব্যৱস্থা হ'ব। বৃটেইনৰ প্ৰগতিশীল দলবিলাকৰ লগত সহযোগিতা কৰি আগ বাঢ়িবৰ চেষ্টা বা বনুৱা দলৰ চৰকাৰ প্ৰতিষ্ঠা হ'লে তাৰ সুবিধা লবৰ চেষ্টা নকৰাটো একো কাৰণ নাই। কিন্তু ইংলণ্ডৰ ভাগ্যৰ চকৰি ঘূৰাৰ ওপৰত অসহায়ভাৱে নিৰ্ভৰ কৰাটো মৰ্য্যাদাসূচকো নহয় বা জাতীয় সন্মানৰ লগত তাৰ সংগতি থকাও নুবুজায়। মৰ্য্যাদাৰ কথা এৰিলেও সাধাৰণ বুদ্ধিৰ কথাও ইয়াত একো নাই। বৃটিছ বনুৱা দলৰপৰা আমিনো কিয় বেচিকৈ আশা কৰিব লগা হ'ল? আমি আগতে দুবাৰ বনুৱা চৰকাৰ দেখা পাইছোঁৱেই আৰু তেওঁলোকে ভাৰতবৰ্ষক যি পুৰস্কাৰ দিছে আমি তাক আৰু পাহৰিব নোৱাৰিম চাগৈ। মিঃ ৰামজে মেকডনাল্ডে বনুৱা দল এৰি আহিলেও তেওঁৰ পুৰণি সহকৰ্ম্মীসকলৰ বৰ বেচি পৰিৱৰ্ত্তন হৈছে বুলি মনে নধৰে। ১৯৩৪-ৰ অক্টোবৰ মাহত, ছাউথপৰ্ট বনুৱা দল সন্মিলনত মিঃ ভি. কে. কৃষ্ণমেননে প্ৰস্তাৱ কৰিছিল,—"আমাৰ দৃঢ় বিশ্বাস, আত্মনিয়ন্ত্ৰণৰ অলংঘনীয় নীতি অনুযায়ী ভাৰতত পূৰ্ণ স্বায়ত্তশাসন অতি সোনকালে প্ৰতিষ্ঠা কৰা উচিত।" মিঃ আৰ্থাৰ হেণ্ডাৰছনে প্ৰস্তাৱটো উঠাই লবলৈ অনুৰোধ কৰে আৰু অতি সৰলভাৱে স্বীকাৰ কৰে বনুৱা দলৰ কাৰ্য্যকৰী সমিতিৰ পক্ষৰপৰা ভাৰতত আত্মনিয়ন্ত্ৰণৰ নীতি চলোৱা হ'ব বুলি কোনো প্ৰতিশ্ৰুতি তেওঁ দিব নোৱাৰে। তেওঁ ক'লে, "মই অতি ফটফটীয়াকৈ জনাই দিছোঁ যে আমি সম্ভৱ হ'লে সকলো শ্ৰেণীৰ ভাৰতীয়সকলৰ লগতেই আলোচনা কৰিবলৈ সাজু আছোঁ। ইয়াতেই সকলো সন্তুষ্ট হোৱা উচিত।" সম্ভৱ এই সন্তোষ আৰু গভীৰ হ'ব, কাৰণ আগৰ বনুৱা দলৰ চৰকাৰ আৰু নেশ্যনেল গৱৰ্ণমেণ্টেও তাকে ঘোষণা কৰিছিল আৰু তাৰ ফলতে ঘূৰণীয়া মেজ-মেলৰ বৈঠক, হোৱাইট পেপাৰ, জইণ্ট কমিটীৰ ৰিপৰ্ট আৰু অৱশেষত আহিল ইণ্ডিয়া এক্ট।

* ১৯৩৫-ৰ ২৯ জানুৱাৰীৰ দিনা লক্ষ্ণৌত এখন ৰাজহুৱা সভাত বক্তৃতা দিওঁতে কোৱা।

সাম্ৰাজ্যনীতিৰ বিষয়ত ইংলণ্ডত বনুৱা দল বা ৰক্ষণশীল দলৰ মাজত যে বৰ বেচি পাৰ্থক্য নাই সেইটো একেবাৰেই পৰিষ্কাৰ কথা। বনুৱা দলৰ সাধাৰণ সমজুৱাৰ মাজত অৱশ্যে প্ৰগতিশীল লোক আছে সঁচা, কিন্তু ৰক্ষণশীল নেতৃত্বৰ ওপৰত তেওঁলোকৰ বেচি প্ৰভাৱ নাই। এনে হ'ব পাৰে যে, বাওঁপন্থী বনুৱা দল শক্তিশালী হৈ উঠিব, কাৰণ আজি-কালি অৱস্থাৰ অতি সোনকালে পৰিৱৰ্ত্তন হ'ব লাগিছে। কিন্তু সেই বুলি জাতীয় আৰু সামাজিক আন্দোলনবিলাকে আন ক'ৰবাত সমস্যা বহুল পৰিৱৰ্ত্তন হ'ব হ'বকৈ আশা পালি হাত সাৱটি বহি থাকিবনে বাৰু?

আমাৰ দেশৰ উদাৰপন্থীসকলে বৃটিছ বনুৱা দলৰ ওপৰত নিৰ্ভৰ কৰাৰ এটা কৌতুকপূৰ্ণ দিক আছে। যদি দৈবাৎ এই দল বাওঁপন্থী হৈ ইংলণ্ডনৰ সমাজতান্ত্ৰিক ব্যৱস্থা প্ৰচলন কৰে, তেন্তে ভাৰতত আমাৰ উদাৰপন্থী আৰু আন আন মধ্যমপন্থী দলসমূহৰ ওপৰত তাৰ কি প্ৰতিক্ৰিয়া হ'ব? এওঁলোকৰ সৰহ ভাগেই সামাজিক বিষয়ত অতিপাত ৰক্ষণশীল। তেওঁলোকে বনুৱা দলৰ সামাজিক বা অৰ্থনৈতিক পৰিৱৰ্ত্তন দেখি বৰ ভাল নাপাব আৰু ভাৰতত সেইটো প্ৰৱৰ্ত্তন কৰে বুলি ভয় খাই থাকিব। আন কি, বৃটিছৰ লগত এতিয়া যি সম্পৰ্ক আছে সি একেবাৰেই সলনি হৈ যাব কাৰণে সেই অৱস্থাত বৃটিছৰ লগত সম্পৰ্ক ৰখাৰ অৰ্থই হ'ব সামাজিক খেলিমেলি। তেতিয়া এনেকুৱাও হ'ব পাৰে, মোৰ নিচিনা যিসকলে জাতীয় স্বাধীনতাৰ কাৰণে কামনা কৰে আৰু সেই সম্পৰ্ক ছিঙি পেলাব খোজে, তেওঁলোকৰ মনোভাৱৰ সলনি হ'ব আৰু সমাজতান্ত্ৰিক বৃটেইনৰ লগত তেওঁলোকে বেচিকৈ মিতিৰালি কৰিব। বৃটিছ জনসাধাৰণৰ লগত সহযোগিতা কৰিবলৈ আমাৰ কাৰো একো আপত্তি নাই। তেওঁলোকৰ সাম্ৰাজ্যবাদৰ বিৰুদ্ধেহে আমাৰ আপত্তি। যিদিনা তেওঁলোকে তাক পৰিত্যাগ কৰিব সেইদিনাই সহযোগিতাৰ পথ মুকলি হ'ব। কিন্তু মধ্যমপন্থীসকলে তেতিয়া কি কৰিব? সম্ভৱ তেওঁলোকে সেই নতুন ব্যৱস্থাকো বিধাতাৰ এটা ৰহস্যময় নিৰ্দ্দেশ বুলি আকোৱালি ল'ব।

যুক্তৰাষ্ট্ৰৰ প্ৰস্তাৱ আৰু ঘূৰনীয়া মেজ-মেলৰপৰা ঘাইকৈ এটা কথা হ'ল যে, ভাৰতৰ দেশীয় ৰজাসকলক ঠেলি-হেঁচি আনি আগত থিয় কৰাই দিয়া হ'ল। নৈষ্ঠিক ৰক্ষণশীলসকলৰ তেওঁলোকৰ কাৰণে আৰু তেওঁলোকৰ 'স্বাধীনতা'ৰ কাৰণে হাকুলিবিকুলিয়ে ৰজাসকলৰ মাজত এটা নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে। ইয়াৰ আগতে তেওঁলোকক কেতিয়াও এনেকুৱা প্ৰাধান্য দিয়া হোৱা নাই। ইয়াৰ আগতে, বৃটিছ 'ৰেছিডেণ্ট'ৰ (ৰাজদূত বুলি কোৱা হয়) ইংগিতৰ উত্তৰত তেওঁলোকে না বুলিবলৈ সাহ নেপাইছিল আৰু অসংখ্য ৰজাসকলৰ প্ৰতি ভাৰত চৰকাৰৰ মনোভাৱ দেখ-দেখকৈয়ে তাচ্ছীল্যপূৰ্ণ আছিল; তেওঁলোকৰ ভিতৰুৱা কথাত সদায় হাত দিয়া হয়, অৱশ্যে সি প্ৰায়েই যুক্তিপূৰ্ণ যে তাত সন্দেহ নাই। আনকি, বৰ্ত্তমানতো বহুতো ৰাজ্য পোনপটীয়াকৈ আৰু আওপকীয়াকৈ বৃটিছ বিষয়াই (এওঁলোকক ৰাজাৰ অনুৰোধত আৰু প্ৰয়োজনত "ধাৰলৈ" দিয়া হয়) শাসন কৰে। কিন্তু মিঃ চাৰ্চ্চিল আৰু লৰ্ড ৰদাৰ্মিয়াৰৰ প্ৰচাৰ কাৰ্য্যৰ ফলত ভাৰত চৰকাৰ কিছু

সিমোৰত পৰিছে যেন লাগে আৰু দেশীয় ৰাজ্যবিলাকৰ সিদ্ধান্তত হাত দিওঁতে তেওঁলোক আজি-কালি সাৱধান। ৰজাসকলেও আজি-কালি মুৰ দাঙি কথা কয়।

ভাৰতৰ ৰাজনৈতিক নাটঘৰৰ এই বাহ্য লক্ষণবিলাক মই অলপ অচৰপ আলোচনা কৰিবলৈ চেষ্টা কৰিছোঁ; তথাপি মই জানো যে, সেইবোৰ অবাস্তৱ আৰু ইয়াৰ পাচফালে যিখন ভাৰত আছে তৰ কথা ভাবিলে মোৰ ভাগৰ লাগি যায়। তাত চলিছে সকলো ৰকমৰ স্বাধীনতা হে'চি ৰখাৰ চেষ্টা, অতিপাত দুখ-কষ্ট, হতাশা, সদিচ্ছাক বিকৃত কৰা আৰু বহুতো অন্যায় প্ৰবৃত্তিক উৎসাহ দিয়া। বহু লোকে ফাটেকত বহি তেওঁলোকৰ ডেকা কালটো বছৰৰ পিচত বছৰ কটাব লাগিছে. হৃদয় তেওঁলোকৰ জুৰুলা হৈ গৈছে।* তেওঁলোকৰ পৰিয়াল, বন্ধু-বান্ধৱ, চিনাকি মানুহ আৰু হেজাৰ হেজাৰ মানুহৰ মন তিতা-কেহা হৈ আছে। যি পাশৱিক শক্তিৰে তেওঁলোকক বন্দী কৰি থোৱা হৈছে, তাৰ সমুখত বলশক্তি নোহোৱা অসহায় অৱস্থা আৰু তীব্ৰ অপমান বোধৰ বাহিৰে তেওঁলোকৰ আৰু একো নাই। সাধাৰণ অৱস্থাতো বহুত সমিতি আৰু প্ৰতিষ্ঠান বে-আইনী কৰি ৰখা হৈছে আৰু চৰকাৰৰ অস্ত্ৰাগাৰত "জৰুৰী ক্ষমতা", "শান্তি ৰক্ষা আইন" আদিয়ে নিগাজীকৈ খুটি পুতি লৈছে। স্বাধীনতা খৰ্ব্ব কৰা ব্যৱস্থাবিলাকেই যেন সাধাৰণ নিয়ম হৈ পৰিছে। বহুতো কিতাপ আৰু সাময়িক পত্ৰিকা বাজেয়াপ্ত কৰা হৈছে আৰু "সামুদ্ৰিক বাণিজ্য আইন" কৰি ভাৰতত সোমাব নোৱাৰা কৰা হৈছে। কাবোবাৰ হাতত "ভয়াবহ" কিতাপ বা লেখা পোৱা গ'লে তাৰ দীঘলীয়াকৈ ফাটেক হয়, সমসাময়িক ৰাজনৈতিক বা অৰ্থনৈতিক সমস্যা সম্পৰ্কে স্পষ্টভাৱে মতামত প্ৰকাশ কৰিলে, বা ৰাছিয়াৰ সমাজ আৰু সংস্কৃতি ভাল বুলি ক'লে, "ছেন্‌সাৰে" বৰ আপত্তি কৰে। কবি ৰবীন্দ্ৰনাথ ঠাকুৰে ৰুছিয়া দেখি অহাৰ পিচত ৰুছিয়া সম্পৰ্কে এটা প্ৰবন্ধ লিখিছিল, সেই প্ৰবন্ধটো প্ৰকাশ কৰাৰ কাৰণে, বঙ্গ চৰকাৰে "মডাৰ্ণ ৰিভিউ" আলোচনীক সাৱধান কৰি দিছিল। পাৰ্লামেণ্টত সহকাৰী ভাৰতসচিবে আমাক বাতৰি দিছিল এই বুলি যে, "সেই প্ৰবন্ধত ভাৰতবৰ্ষত বৃটিছ শাসনৰ সাফল্যৰ সম্পৰ্কে বিকৃত মত প্ৰচাৰ কৰা হৈছে" বুলিয়েই ব্যৱস্থা অৱলম্বন কৰা হৈছিল।† সাফল্যৰ একমাত্ৰ বিচাৰক হ'ল 'ছেন্‌সাৰ', আমাৰ বেলেগ মত থকাটোও উচিত নহয়, তাক প্ৰকাশ কৰাও উচিত নহয়। ডাবলিনত "ছচাইটি অব্ ফ্ৰেণ্ডছ্"ৰ ওচৰলৈ ৰবীন্দ্ৰনাথ ঠাকুৰে পঠোৱা এটা চমু বতৰা বাতৰি-কাকতত প্ৰকাশ পোৱাত চৰকাৰে আপত্তি কৰিছিল। ঠাকুৰৰ দৰে ঋষিতুল্য লোক, যি ইচ্ছা কৰিয়েই ৰাজনীতিৰপৰা

* ১৯২৯-ৰ ২৩ জুলাইৰ দিনা স্বৰাষ্ট্ৰ সচিব ছাৰ হেৰী হেগে ব্যৱস্থা পৰিষদত কৈছে, জেলত আৰু বিশেষ বন্দীশালত বিনা বিচাৰে বন্ধ কৰি থোৱা বন্দীৰ সংখ্যা, বঙ্গদেশত ১৫০০ শৰ পৰা ১৬০০শ, দেউলীত ৫০০শ মুঠ ২০০০ নে ২১০০। ইয়াৰ বাহিৰেও ফাটেকত পৰা ৰাজনৈতিক বন্দী আছে; তেওঁলোকৰ সৰহ ভাগেই দীঘলীয়াকৈ ফাটেক খোৱা। বৰ্ত্তমান কলিকতাৰ এটা মোকৰ্দ্দমাত এ-পি-য়ে বাতৰি দিছে (১৭ ডিচেম্বৰ ১৯৩৪) লাইচেন্স নোহোৱাকৈ অস্ত্ৰ, গুলী আদি ৰখাৰ অপৰাধত হাইকোৰ্টে এজনক নবছৰ সশ্ৰম কাৰাদণ্ড দিছে। মানুহজনৰ হাতত এটা বিভলভাৰ আৰু কাৰ্টোজ আছিল।

† ১২ নৱেম্বৰ, ১৯৩৪ চন।

নিলগত থাকি শিক্ষা আৰু সংস্কৃতি সম্পৰ্কীয় বিষয় লৈ আছে, যি জগদ্বিখ্যাত আৰু ভাৰতৰ সকলোতে সন্মানিত, তেওঁৰ ৰচনাও যেতিয়া বন্ধ কৰাৰ চেষ্টা হয় তেতিয়া সাধাৰণ মানুহৰ আৰু কি থাকিল?* কাৰ্য্যতঃ দেখা-দেখিকৈ দমন কৰাতকৈ যি ভয়ৰ এটা বা-বতাহ সৃষ্টি কৰা হৈছে সি আৰু শোচনীয়। এই অৱস্থাত সাধু-ভাৱে বাতৰি কাকত চলোৱা সম্ভৱ নহয় বা বুৰঞ্জী, অৰ্থনীতি, ৰাজনীতি বা সম-সাময়িক ঘটনা সম্পৰ্কে ভালভাৱে আলোচনা বা শিক্ষা দিয়াও টান। শাসন সংস্কাৰ আৰু দায়িত্বপূৰ্ণ শাসনপদ্ধতি বা তেনেকুৱা কিবা এটা প্ৰতিষ্ঠা কৰিবৰ কাৰণে ই এটা বৰ সুন্দৰ ব্যৱস্থা।

বুদ্ধিমান মানুহ মাত্ৰেই জানে যে, জগতত আজি বুদ্ধিগত চাঞ্চল্য বেচি। তাকে ক'ৰবাত জান-নেজানকৈ অনুভৱ কৰিছে, ক'ৰবাত আকৌ বৰ চোকাকৈয়ে গম পাইছে। তথাপি, যিয়েই নহওক, বৰ্ত্তমান অৱস্থাৰ প্ৰতি প্ৰৱল অসন্তোষ সকলো ঠাইতে আছে। আমাৰ চকুৰ আগতেই এই ব্যাপক পৰিৱৰ্ত্তন ঘটিব লাগিছে। ভৱিষ্যতে যি ৰূপেই নলওক লাগিলে, ই বৰ বেচি দূৰলৈ নাযায়। ই তেনেই ইমান বহুত দূৰ ভৱিষ্যতৰ কথা নহয় যে তাকে লৈ অনাসক্তভাৱে দৰ্শনশাস্ত্ৰ, সমাজ-নীতি আৰু অৰ্থশাস্ত্ৰৰ পণ্ডিতসকলে গৱেষণা কৰিব পাৰে। ইয়াৰ লগত প্ৰত্যেক মানুহৰে ভাল বেয়াৰ কথা আছে। ইয়াৰ মাজত যিবিলাক শক্তিয়ে কাৰ্য্য কৰিছে, তাক স্পষ্টকৈ বুজা আৰু বুজি নিজৰ কৰ্ত্তব্য স্থিৰ কৰি লোৱা প্ৰত্যেকৰে নিশ্চয় কৰ্ত্তব্য। পুৰণি জগত শেষ হৈ গৈছে, এখন নতুন জগত উঠি আহিছে। কোনো সমস্যাৰ উত্তৰ বিচাৰিবৰ হ'লে সমস্যাটো ভালকৈ জনাটো আৱশ্যকীয় কথা। সমস্যাটো জনা আৰু তাৰ সমাধান বিচৰা দুয়োটাই সমানে গুৰুত্বপূৰ্ণ।

দুৰ্ভাগ্যবশতঃ আমাৰ দেশৰ ৰাজনীতিকসকল জগতৰ ঘটনাৱলীৰ বিষয়ে আচৰিতভাৱে অজ্ঞ, নহ'লে আওকণীয়া। বোধহয় এই অজ্ঞতা ভাৰতৰ শাসক-শ্ৰেণীৰো সৰহ ভাগৰে আছে। কাৰণ আমাৰ দেশৰ চিভিলিয়ানসকলে তেওঁলোকৰ নিজৰ নিজৰ জগতত সুখে-সন্তোষে থাকে। কেৱল মাথোন একেবাৰেই ওথ খাপৰ চৰকাৰী বিষয়াসকলেহে এইবোৰ সমস্যাৰ কথা ভাবিব লগা হয়। অৱশ্যে বৃটিছ চৰকাৰে জগতৰ ঘটনাৱলী চায়েই সেই অনুসাৰে তেওঁলোকৰ কামৰ নীতি ঠিক কৰি লয়। ভাৰতৰ ওপৰত কৰ্ত্তৃত্ব কেনেকুৱা হ'ব আৰু তাক কেনেকৈ ৰক্ষা কৰা হ'ব তাৰ ওপৰতে বৃটিছ পৰৰাষ্ট্ৰনীতি কেনে ধৰণৰ হ'ব সি নিৰ্ভৰ কৰে। সেইটো

*১৯৩৫-ৰ ৪ ছেপ্টেম্বৰ তাৰিখে ভাৰতত বাতৰি-কাকত নিয়ন্ত্ৰণ আইন প্ৰয়োগ কৰাৰ সম্পৰ্কে ব্যৱস্থা পৰিষদত চৰকাৰ পক্ষৰপৰা এটা বিবৃতি দিয়া হয়। তাত প্ৰকাশ পাইছিল ১৯৩০ চনৰপৰা এতিয়ালৈকে ৫১৪ খন বাতৰি-কাকতৰপৰা জামীনৰ টকা দাবী কৰি বাজেয়াপ্ত কৰা হৈছে। তাৰ ভিতৰত জামীনৰ টকা দিব নোৱাৰাত ৩৮৪ খন বাতৰি-কাকত বন্ধ হৈছে আৰু ১৬৬ খন বাতৰি-কাকতে মুঠ ২,৫২,৮৫২ টকা জামীনত জমা দিছে।

এতিয়া (১৯৩৫-ৰ শেহ ভাগত) ব্যক্তি স্বাধীনতা খৰ্ব্ব কৰিবলৈ কিছুমান আইন পকাপকি-ভাৱে কৰা হৈছে। ইয়াৰ ভিতৰত এটাইতকৈ বেয়া সংশোধিত ফৌজদাৰী আইন। ইয়াক গোটেই ভাৰততে প্ৰয়োগ কৰিব পাৰি। ব্যৱস্থা পৰিষদত ইয়াক পৰিত্যাগ কৰিলেও, বৰলাটে তেওঁৰ বিশেষ ক্ষমতাৰ বলেৰে তাক আইনত পৰিণত কৰে। প্ৰাদেশিক আইন সভাবিলাকতো তেনেকুৱা আইন পাছ হৈছে।

সকলোৰে জনা কথা। কেইজন ভাৰতীয় ৰাজনীতিকে জানে যে জাপানী সাম্ৰাজ্য-বাদ বা ছোভিয়েট ৰাষ্ট্ৰৰ ক্ৰমে বাঢ়নী শক্তি বা ছিংকিয়াঙত ইংৰাজ-ৰুছ-জাপানৰ কূট-চক্ৰান্ত, বা মধ্য এছিয়া, আফগানিস্তান আৰু পাৰস্যৰ ঘটনাৱলীয়ে ভাৰতীয় ৰাজ-নীতিত কি প্ৰভাৱ বিস্তাৰ কৰে? মধ্য এছিয়াৰ পৰিস্থিতিৰ প্ৰভাৱে কাশ্মীৰত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে আৰু সি বৃটিছ নীতি আৰু ভাৰত ৰক্ষাৰ এটা কেন্দ্ৰই হৈ পৰিছে।

কিন্তু ইয়াৰ বাহিৰেও গোটেই জগততে অতি বেগেৰে হোৱা অৰ্থনৈতিক পৰিৱৰ্ত্তনৰ গুৰুত্ব বহুত বেচি। আমি স্পষ্টভাৱে বুজিব লাগিব যে, ঊনৈছ শতিকাৰ ব্যৱস্থাৰ দিন উকলিছে। বৰ্ত্তমানৰ প্ৰয়োজন পূৰণত তাৰ কোনো কামেই নাই। উকীলৰ দৰে আগেয়ে হৈ যোৱা একে ৰকমৰ ইটো ঘটনাৰপৰা সিটো ঘটনাৰ দৃষ্টান্ত বিচাৰি হাবাথুৰি খাই ফুৰাৰ যি মনোবৃত্তি ভাৰতত চলি আছে, তাৰদ্বাৰা একো কাম নহ'ব। লোহাৰ চিৰিৰ ওপৰত গৰু-গাড়ী চলাই দি আমি তাক কেতিয়াও ৰেল-গাড়ী বুলিব নোৱাৰোঁ। সি আজিকালি নচলে বুলি তাক বাদ দিবই লাগিব। ৰুছিয়াৰ কথা এৰিলেও আন ঠাইত আমি 'নিউডিল' আৰু আন আন বিৰাট পৰিৱৰ্ত্তনৰ কথা আলোচনা কৰা দেখিছোঁ। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ নায়ক ৰুজভেল্টে ধনতান্ত্ৰিক ব্যৱস্থা ৰক্ষা আৰু তাক শক্তিশালী কৰিবৰ কাৰণে হে'পাহ কৰিও সাহেৰে যি বিৰাট পৰিকল্পনাৰ প্ৰৱৰ্ত্তন কৰিছে তাৰ ফলত আমেৰিকাৰ জীৱন-যাত্ৰাৰ ধাৰা সলনি হৈ যাব পাৰে। "বেচিকৈ সুবিধাভোগীসকলক উচ্ছেদ আৰু একেবাৰেই সুবিধা নোপোৱাসকলৰ অৱস্থাৰ উন্নতি সাধন" এই ধৰণৰ কথাও তেওঁ কৈছে। তেওঁ কৃতকাৰ্য্য হ'বও পাৰে, নহ'বও পাৰে, কিন্তু তেওঁ এজন সাহিয়াল পুৰুষ আৰু তেওঁ যে তেওঁৰ দেশক সদায় একে ধৰণে চলি থকা অৱস্থাৰপৰা মুক্ত কৰিবলৈ যত্ন কৰিছে, তাক অস্বীকাৰ কৰিব নোৱাৰি। তেওঁ তেওঁৰ কৰ্ম্মনীতিৰ পৰিৱৰ্ত্তন বা ভুল মানি লবলৈ ভয় নকৰে। ইংলণ্ডতো মিঃ লয়েড্ জৰ্জ্জে এটা "নিউডিল" (নতুন ব্যৱস্থা) ৰচনা কৰিছে। ভাৰততো আমাৰ বহুতো "নতুন ব্যৱস্থা"ৰ প্ৰয়োজন হৈছে। "জানিবলগীয়া সকলো জনা হৈছে, কৰিবলগীয়া সকলো কৰা হৈছে"—এই পুৰণি ধাৰণাৰ নিচিনা ভয়ানক মূৰ্খামি আৰু একো নাই।

বহু প্ৰশ্নৰ আমি সমুখীন হ'ব লাগিব আৰু আমি নিশ্চয় সাহসেৰে সেই প্ৰশ্নসমূহৰ সমুখীন হ'ম। বৰ্ত্তমান সামাজিক, অৰ্থনৈতিক ব্যৱস্থাবিলাকে যদি জনসাধাৰণৰ অৱস্থাৰ উন্নতি সাধনেই কৰিব নোৱাৰে, তেন্তে সেইবোৰৰ টিকি থাকিবলৈ কি অধিকাৰ আছে? আন কোনোৱা ব্যৱস্থাৰ ভিতৰত কিবা তেনেকুৱা ব্যাপক উন্নতিৰ সম্ভাৱনা আছে নে? কেৱল ৰাজনৈতিক পৰিৱৰ্ত্তনৰপৰা কিমান-খিনি সৰ্ব্বাঙ্গীণ উন্নতি সাধন হ'ব পাৰে? যদি ন্যস্ত স্বাৰ্থবোৰ অতি বেচি ধৰণে আমি বিচৰা পৰিৱৰ্ত্তনৰ বিপৰীতে যায়, তেনেহ'লে জনসাধাৰণৰ দুখ-দৈন্য থাকিলেও সেইবোৰ ৰক্ষা কৰাৰ চেষ্টাই দূৰদৰ্শিতা বা নীতিজ্ঞানৰ চিনাকি দিব নে? ন্যস্ত স্বাৰ্থৰ ক্ষতি হোৱাটো আমি নিবিচাৰোঁ; সি যাতে আনৰ ক্ষতি কৰিব নোৱাৰে তালৈহে চাব লাগিব। যদি ন্যস্ত স্বাৰ্থবিলাকৰ লগত কোনো আপোচ কৰা

সম্ভৱ হয়, তাতকৈ কাম্য একো নাই। ইয়াৰ ন্যায় আৰু অন্যায় লৈ মতভেদ থাকিব পাৰে, কিন্তু অতি কম মানুহেই হে আপোচ কৰা ঠিক হৈছে নে নাই সেই বিষয়ে সন্দেহ কৰিব। এবিধ ন্যস্ত স্বাৰ্থ অন্ত কৰি আন এবিধ ন্যস্ত স্বাৰ্থৰ সৃষ্টি কৰা নিশ্চয় সেই আপোচৰ উদ্দেশ্য নহয়। যত সম্ভৱ আৰু আৱশ্যক, তাত চাই চিন্তি ক্ষতিপূৰণৰ ব্যৱস্থা কৰিব পাৰি, কাৰণ সংঘৰ্ষেৰে কিবা কৰিবলৈ গ'লে বহুত বেছি খৰচ হ'ব। কিন্তু দুৰ্ভাগ্যবশতঃ গোটেই বুৰঞ্জীয়ে একবাক্যে ক'ব লাগিছে যে, ন্যস্ত স্বাৰ্থ থকা লোকসকল কেতিয়াও এনে ধৰণৰ আপোচত মান্তি নহয়। সমাজৰ ওপৰত যিবিলাক শ্ৰেণীৰ প্ৰভাৱ লোপ পাইছে, তেওঁলোকৰ মাজত দূৰদৰ্শিতা নাথাকে। তেওঁলোকক হয় গোটেইখিনি লাগিব নহ'লে একো নালাগে, এনেকুৱা পণ লৈ জুৱাখেলত নামে আৰু এই কাৰণেই ধ্বংস হয়।

বাজেয়াপ্ত বা সেই ধৰণৰ 'ঢিলা কথা' (কংগ্ৰেছ কাৰ্য্যকৰী সমিতিৰ ভাষাত) বহুতো হৈছে। কিন্তু বৰ্ত্তমান ব্যৱস্থাৰ ভিত্তিতেই পৰৰ ধন চুচি খোৱাটো চলি আছে—তাকে অন্ত কৰিবৰ কাৰণেই সামাজিক পৰিবৰ্ত্তনৰ প্ৰস্তাৱ কৰা হৈছে। বনুৱাই শ্ৰম কৰি উৎপন্ন কৰা বস্তুৰ অংশ সদায় বাজেয়াপ্ত কৰা হ'ব লাগিছে। ক্ৰমে বাঢ়ি যোৱা খাজনা আৰু আন আন দাবী পূৰাব নোৱাৰাত খেতিয়কৰ মাটি প্ৰায়েই বাজেয়াপ্ত হৈছে। অতীতত সাধাৰণৰ মাটি ব্যক্তিবিশেষে বাজেয়াপ্ত কৰিয়েই প্ৰকাণ্ড জমিদাৰী কৰিছে আৰু এইদৰেই কৃষক-মালিকসকল লুপ্ত হৈছে। বাজেয়াপ্ত কৰাই বৰ্ত্তমান ব্যৱস্থাৰ ভিত্তি আৰু প্ৰাণস্বৰূপ হৈ পৰিছে।

তাৰ আংশিক প্ৰতিকাৰৰ কাৰণে সমাজেও নানা প্ৰকাৰৰ ব্যৱস্থা অৱলম্বন কৰিছে, সিও অৱশ্যে এবিধ বাজেয়াপ্তৰ বাহিৰে আন একো নহয়—বেচি হাৰত টেক্স, মৰা মানুহৰ সম্পত্তিৰ ওপৰত শুল্ক, ঋণ লাঘৱ আইন, অতি বেচিকৈ নোট বা কাগজৰ মুদ্ৰা প্ৰচাৰ আদি। আজি-কালি আমি দেখিবলৈ পাইছোঁ, শকত জাতীয় ঋণ পৰিশোধ কৰিবলৈ অমান্তি কৰা হৈছে, কেৱল ছোভিয়েট ইউনিয়নেই নহয়, ডাঙৰ ডাঙৰ ধনতান্ত্ৰিক ৰাষ্ট্ৰসমূহেও তাকে কৰিব লাগিছে। ইয়াৰ আটাইতকৈ বেচি লেখত লবলগীয়া উদাহৰণ হ'ল যে, বৃটিছ চৰকাৰেও যুক্তৰাষ্ট্ৰক মাৰিব-লগীয়া ধাৰ মাৰিবলৈ অস্বীকাৰ কৰিছে—ভাৰতৰ সমুখত ই অতি আপদীয়া উদাহৰণ। কিন্তু এই বাজেয়াপ্ত কৰা বা ধাৰ মাৰিবলৈ অস্বীকাৰ কৰাৰপৰা অতি কম সুবিধাই হয়, মূল কাৰণ দূৰ কৰিব নোৱাৰি। নতুনকৈ গঢ়িবৰ হ'লে মূল কাৰণ দূৰ কৰাটো লাগতিয়াল কথা।

বৰ্ত্তমান চলি থকা ব্যৱস্থাৰ পৰিবৰ্ত্তনৰ উপায় আলোচনা কৰোঁতে আমি বাহিৰা সম্পদ আৰু মানসিক ফালৰপৰা কি মূল্য দিব লাগিব, তাকো জুখি-মাখি চোৱা উচিত। আমি অদূৰদৰ্শী হ'লে নচলিব। আমি চাব লাগিব পৰিণামত তাৰ দ্বাৰা মানুহৰ সুখ-সমৃদ্ধি, মানসিক আৰু সাংসাৰিক উন্নতিৰ কি সহায় হ'ব। আকৌ আমি এইটোও মনত ৰাখিব লাগিব, বৰ্ত্তমান ব্যৱস্থাৰ পৰিবৰ্ত্তন নকৰি আমি কি ভয়াবহ মূল্য দিব লাগিছোঁ। আমাৰ আজিৰ সমাজত কিমান [illegible] বঞ্চিত আৰু বিকৃত জীৱনৰ বাট নোৱাৰো মোৰা, কত দুখ-কষ্ট [illegible], কি [illegible] মানসিক আৰু নৈতিক অধঃপতন। [illegible]

নিচিনাকৈ, বৰ্ত্তমান বাৰে বাৰে হোৱা অৰ্থনৈতিক সঙ্কটবোৰে অসংখ্য মানুহক দিনক দিনে ধ্বংসৰ মুখলৈ ঠেলি দিছে। এই বানপানী আমি ভেটিব নোৱাৰো, নহ'লেবা কেইটামান মানুহে কলহেৰে পানী সিঁচি মানুহক ৰক্ষা কৰিব নোৱাৰে। আমি মথাউৰি বান্ধিব লাগিব, খাল কাটিব লাগিব। বানপানীৰ ঢলৰ ধ্বংসশক্তিক শাসনলৈ আনি মানুহৰ উপকাৰত লগাব লাগিব।

যি বিবাট পৰিবৰ্ত্তনৰ প্ৰস্তাৱ লৈ সমাজতন্ত্ৰবাদ আগ বাঢ়িছে, হঠাৎ কেইটামান আইন প্ৰণয়ণ কৰি তাক প্ৰবৰ্ত্তন কৰিব নোৱাৰি। এনেকুৱা আইন আৰু ক্ষমতাৰ আৱশ্যক যাৰ বলত প্ৰগতিৰ পথ নিৰ্দ্দেশ কৰি দিব পাৰি আৰু নতুন সমাজৰ ভেটি স্থাপন কৰিব পাৰি। সমাজতান্ত্ৰিক ব্যৱস্থাত সমাজ ন-কৈ গঢ়িবৰ হ'লে ভাগ্যক ধিয়াই থাকিলে নচলিব। আকস্মিক উত্তেজনা আৰু মাজে মাজে সমাজ ব্যৱস্থা ভাঙি-ছিঙি পেলালেও লাভ নাই। প্ৰকৃত বাধা যিবোৰ আছে সেইবোৰ আঁতৰ কৰিব লাগিব। উদ্দেশ্য হ'ব কাকো বঞ্চিত কৰা নহয়, সকলোৰে অভাব পূৰণ কৰা, বৰ্ত্তমানৰ অভাৱ-অনাটনক ভৱিষ্যতৰ প্ৰাচুৰ্য্যৰে ভৰাই পেলোৱা। ইয়াক কৰিবলৈ গ'লে, যিবিলাক স্বাৰ্থপৰতাই সমাজক তললৈ নমাই নিব লাগিছে, তাক দূৰ কৰিব লাগিব। যি পথ আমি বাছি লম, সি কোনোবাই ভাল পোৱা বেয়া পোৱাৰ ওপৰত নিৰ্ভৰ নকৰিব। আনকি সূক্ষ্ম ন্যায়বিচাৰৰ দৃষ্টিৰে চালেও নচলিব। চাব লাগিব অৰ্থনৈতিক দৃষ্টিত সি ঠিক হয় নে নহয়; চাব লাগিব পৰিবৰ্ত্তিত ব্যৱস্থাত তাৰ দ্বাৰা উন্নতি আৰু সামঞ্জস্য সাধন কৰা সম্ভৱ হয় নে নহয়; সৰহ ভাগ মানুহৰ সি কল্যাণ সাধন কৰিব পাৰে নে নোৱাৰে।

স্বাৰ্থৰ সংঘাত অনিবাৰ্য্য যেনেই লাগে। কিন্তু কোনো মধ্যম পন্থাও নাই' আমি প্ৰত্যেকেই নিজৰ নিজৰ পথ ভালকৈ বাছি লব লাগিব। বাছি লোৱাৰ আগতে আমি জানিব লাগিব, বুজিব লাগিব, সমাজতন্ত্ৰবাদৰ কাৰণে ভাবাবেগ সৃষ্টি কৰাটোৱেই যথেষ্ট নহয়। তৰ্ক কৰি, যুক্তি দেখুৱাই, তথ্য দাঙি ধৰি আৰু বিশদ ভাৱে সমালোচনা কৰি তাক বুদ্ধিৰে গ্ৰহণ কৰিব পৰা কৰি তুলিব লাগিব। পশ্চিমীয়া দেশত এই বিষয়ে বহুত কিতাপ আছে, ভাৰতত নাই। বহুত ভাল ভাল কিতাপ ইয়ালৈ আনিবলৈ দিয়া নহয়। কিন্তু কেৱল আন আন দেশৰ কিতাপ পঢ়িলেই নহ'ব। ভাৰতত সমাজতন্ত্ৰবাদ গঢ়ি তুলিবৰ হ'লে ভাৰতীয় অৱস্থাৰ মাজেদিয়েই তাক বিকাশ কৰাব লাগিব, গতিকে ভাৰতীয় অৱস্থা সম্পৰ্কে অভিজ্ঞতা লাভেই হ'ল আচল কথা। আমাক এনে কিছুমান বিশেষজ্ঞ লাগে যিসকলে পঢ়া-শুনা কৰি, অনুসন্ধান কৰি বিশদ পৰিকল্পনা প্ৰস্তুত কৰিব। দুৰ্ভাগ্যবশতঃ আমাৰ বিশেষজ্ঞসকলৰ সৰহ ভাগেই চৰকাৰী চাকৰিয়াল বা আধা-চৰকাৰী বিশ্ববিদ্যালয়ৰ চাকৰি কৰা মানুহ। তেওঁলোকে এইফালে আগবাঢ়িবলৈ সাহ নকৰে।

কেৱল বুদ্ধিৰ পটভূমিয়েই সমাজতন্ত্ৰবাদৰ কাৰণে যথেষ্ট নহয়। আন শক্তিও থাকিব লাগিব। পিছে আমাৰ বিশ্বাস সেই পটভূমিৰ বাহিৰে বিষয়টো আমি ভালকৈ আয়ত্ত কৰি লোৱা টান, যা আমি কোনো শক্তিশালী আন্দোলন সৃষ্টি কৰিব নোৱাৰিম। বৰ্ত্তমান ভাৰতত খেতিয়কৰ সমস্যাই বাই সমস্যা আৰু ই সম্ভৱ মুখ্য হৈয়েই থাকিব। কিন্তু কলকাৰখানাৰ গুৰুত্ব কম হ'লেও, সি বাঢ়িব লাগিছে।

আমাৰ উদ্দেশ্য কি? কৃষক ৰাষ্ট্ৰ নে কলকাৰখানাৰ শ্ৰমিক ৰাষ্ট্ৰ? আমাৰ খেতিবাতিকে কৰিব লাগিব; পিছে, আন আন বহুতৰ দৰে ময়ো ভাবোঁ, আমাৰ শিল্প বাণিজ্যৰ শ্ৰীবৃদ্ধিও কৰিব লাগিব।

আমাৰ কলকাৰখানাৰ পৰিচালকসকলৰ ধাৰণা কত যে পুৰণিকলীয়া, দেখি অবাক মানিব লগা হয়; আনকি তেওঁলোক আধুনিক ধনতান্ত্ৰিকো নহয়। জন-সাধাৰণ ইমান দুখীয়া যে তেওঁলোকক সেইসকলে তেওঁলোকৰ পণ্য বস্তুৰ কিনোতা বুলি গণ্য নকৰে। দৰ্ম্মহা বঢ়োৱা বা কামৰ সময় কমোৱাৰ প্ৰস্তাৱ উঠিলেই তেওঁলোকে প্ৰাণপণে প্ৰতিবাদ কৰে। বৰ্ত্তমান কাপোৰৰ কলত কামৰ সময় দহ ঘণ্টাৰপৰা কমাই ন ঘণ্টা কৰা হৈছে, তাৰ কাৰণেই আহমদাবাদৰ কলৰ গৰাকীসকলে দৰ্ম্মহা কমাই দিছে, আনকি ঠিকা কামৰ মজুৰীও কমাই পেলাইছে। গতিকে কামৰ সময় কম কৰাৰ অৰ্থই হ'ল উপাৰ্জ্জন কমকৈ হোৱা আৰু দুখীয়া বনুৱাৰ জীৱিকা নিৰ্ব্বাহৰ অৱস্থা তললৈ নমোৱা। কাৰখানাত এটা সমন্বয় সাধন কৰাৰ চেষ্টা হৈছে কিন্তু তাৰ ফলত বনুৱাসকলৰ ওপৰত হেঁচা পৰিছে, তেওঁলোকৰ দুখ কষ্ট বাঢ়িছে, কিন্তু সেই অনুপাতে তেওঁলোকৰ দৰ্ম্মহা বঢ়া নাই। আমাৰ দেশৰ বেপাৰ-বাণিজ্যৰ অৱস্থা ঊনৈছ শতিকাৰ প্ৰথম ভাগৰ নিচিনা। সুযোগ পালে তেওঁলোকে বহুত লাভ কৰে, বনুৱাৰ অৱস্থা আগৰ দৰেই চলি থাকে আৰু যেতিয়া বজাৰৰ অৱস্থা আগৰ দৰেই চলি থাকে আৰু যেতিয়া বজাৰৰ অৱস্থা তললৈ নামে তেতিয়াই গৰাকীসকলে কয় যে দৰ্ম্মহাৰ হাৰ নকমালে আৰু ব্যৱসায় নচলে। তেওঁলোকে যে কেৱল ৰাষ্ট্ৰৰেই সহায় পায় সি নহয়, আমাৰ দেশৰ মধ্যবিত্ত শ্ৰেণীৰ ৰাজনীতিক-সকলৰো স্বভাৱতে তেওঁলোকৰ প্ৰতি সহানুভূতি আছে। তথাপি বোম্বাই আৰু আন আন ঠাইতকৈ আহমদাবাদৰ কাপোৰৰ কলৰ বনুৱসকলৰ ভাগ্য বহুতগুণে ভাল। বঙ্গ-দেশৰ পাট কলৰ বনুৱা আৰু খনিত কাম কৰা বনুৱাসকলতকৈ কাপোৰৰ কলৰ বনুৱাসকলৰ অৱস্থা বহুত ভাল। সৰু সুৰা লাগ-বান্ধ নোহোৱা কলকাৰখানা-বিলাকৰ বনুৱাৰ দৰ্ম্মহাৰ হাৰ এটাইতকৈ কম বুলিলেও হয়।

মৰাপাট আৰু কাপোৰৰ কলৰ মালিকসকলৰ ৰাজকাৰেঙৰ দৰে দালান। তেওঁলোকৰ লাহ বিলাহ আৰু জাক্‌জমকৰ লগত ভগাছিগা জুপুৰিত বাসকৰা আধা নগঠা বনুৱাসকলৰ জীৱন যাত্ৰাৰ তুলনা কৰিলে, অনেক শিক্ষালাভ কৰিব পাৰি। কিন্তু আমি এই অতি নিদাৰুণ অসামঞ্জস্য অতি স্বাভাৱিক বুলিয়েই গ্ৰহণ কৰোঁ। সি আমাৰ মনত সমূলি আলোড়ন নোতোলে, অকণো সাঁচ নবহুৱায়।

ভাৰতীয় বনুৱাসকলৰ ভাগ্য বেয়া হ'লেও উপাৰ্জ্জনৰ ফালৰপৰা তেওঁলোকৰ অৱস্থা খেতিয়কতকৈ বহুগুণে ভাল। খেতিয়কসকলৰ এটা সুবিধা আছে। তেওঁলোকে মুকলি বতাহ আৰু পোহৰত থাকিবলৈ পায়, বনুৱাসকলে লেতেৰা বস্তি-ঘৰবোৰত থাকি যি দুৰ্গতি ভুগিবলগীয়া হয়, তাৰপৰা তেওঁলোক হাত সাৰি থাকে। কিন্তু তেওঁলোকৰো অৱস্থা ইমান বেয়া হৈ পৰিছে যে তেওঁলোকে প্ৰত্যেকজন খেতিয়কক গান্ধীজীৰ ভাষাত "গোবৰৰ ভেৰ" কৰি তুলিছে। সহযোগিতা কৰি বা সকলোৱে ধৰি মেলি যে সম্প্ৰদায় বা শ্ৰেণীৰ কিবা উন্নতি সাধন কৰিব লাগে সেইবোৰ ধাৰণাই তেওঁলোকৰ নাই। তেওঁলোকক নিন্দা কৰা বা গালি পৰা সহজ,

কিন্তু সেই দুৰ্ভগীয়াহঁতে কৰে কি? জীৱনটো তেওঁলোকৰ মানত একেবাহে চলি থকা এখন তিতা লাগি যোৱা যুঁজ, প্ৰত্যেকেই তেওঁলোকৰ বিৰুদ্ধে হাত তুলি আছে। কেনেকৈ যে তেওঁলোক নমৰি জীয়াই আছে সি এটা ডাঙৰ ৰহস্য। হিচাপ কৰি দেখা গৈছে পঞ্জাবৰ এজন সাধাৰণ খেতিয়ক পৰিয়ালৰ গাইমূৰি উপাৰ্জ্জন ন অনা (১৯২৮-২৯)। ইয়েই ১৯৩০-৩১-অত গাইপতি তিনি পইচালৈ নামিছে। বঙ্গদেশ, বিহাৰ আৰু যুক্তপ্ৰদেশৰ খেতিয়ক সকলতকৈ পঞ্জাবৰ খেতিয়কৰ অৱস্থা বহুত ভাল বুলি ধৰা হয়। যুক্তপ্ৰদেশৰ পূব সীমাত থকা জিলাবিলাকত (গোৰখপুৰ আদি) বজাৰ তললৈ নমাৰ আগৰ ভাল সময়ত বনুৱাসকলৰ মজুৰী আছিল দু অনা। এই ভয়াবহ অৱস্থাত দয়ালু লোকসকলৰ দান আৰু গাঁৱৰ উন্নতিমূলক স্থানীয় চেষ্টাৰদ্বাৰা উন্নতি হ'ব, এইকথা ক'লে খেতিয়ক আৰু তেওঁলোকৰ দুখক হাঁহি উৰাই দিয়াহে হয়।

এই বোকাৰ গাঁতৰপৰা কেনেকৈ ওলাব পাৰি? উপায় হয়তো ঠিক কৰিব পাৰি, কিন্তু জনসাধাৰণক এই দ গাঁতৰপৰা টানি ওপৰলৈ তোলা টান কথা। প্ৰতিক্ৰিয়াশীল স্বাৰ্থজড়িত শ্ৰেণীৰপৰাই যাইকৈ বাধা আছে, সাম্ৰাজ্যনীতিৰ তলত থাকিলে কোনো প্ৰকাৰৰ পৰিৱৰ্ত্তনৰ প্ৰশ্ন নুঠে। ভাৰতে অহা কিবছৰত কোন ফালে চাব? এফালে কমিউনিজম, আনফালে ফেচিজম্ এই দুটাই আজি কালি মূৰ দাঙি উঠিছে আৰু এই দুটাৰ মাজৰ থানথিত নোহোৱা দলবোৰ লাহে লাহে নোহোৱা হ'বলৈ ধৰিছে। ছাৰ মেলকম হেইলীয়ে ভৱিষ্যদ্বাণী কৰিছে, ভাৰতবৰ্ষই নেশ্যনেল ছচিয়েলিজম্ গ্ৰহণ কৰিব অৰ্থাৎ যি কোনো প্ৰকাৰৰ ফেচিজম্ গ্ৰহণ কৰিব। অদূৰ ভৱিষ্যতত বোধহয় সেয়ে হ'বগৈ। ভাৰতৰ ডেকা-গাভৰুৰ মাজত ফেচিষ্ট মনোবৃত্তি প্ৰকাটো স্পষ্টকৈ দেখা পোৱা গৈছে। বিশেষকৈ বঙ্গদেশত আৰু কিছু পৰিমাণে আন প্ৰদেশতো আৰু কংগ্ৰেছৰ মাজতো তাৰ ছাঁ পৰিছেহি যেন লাগে। ফেচিজিমৰ লগত অতি উৎকৃষ্ট হিংসানীতিৰ ঘনিষ্ঠ সম্বন্ধ আছে কাৰণে অহিংসাপন্থী প্ৰাচীন কংগ্ৰেছী নেতাসকলে স্বাভাৱিকৰূপেই তাক ভয় কৰি চলে। কিন্তু কোৱা হয় যে ফেচিজিমৰ পাচফালে এটা দাৰ্শনিক তত্ত্ব আছে। সি হৈছে এই যে, ফেচিষ্টৰ ৰাষ্ট্ৰ হ'ব সমবায়ত চলা ৰাষ্ট্ৰ, য'ত ব্যক্তিগত সম্পত্তি ৰক্ষা কৰা হ'ব কিন্তু ন্যস্ত স্বাৰ্থ সীমাবদ্ধ কৰি ৰখা হ'ব, লুপ্ত কৰা নহয়। এই তত্ত্বৰ প্ৰতি বোধহয় তেওঁলোকৰ আকৰ্ষণ আছে। দেখাত প্ৰথমতে এনেকুৱা লাগে যেন পুৰণি ব্যৱস্থাক ৰক্ষা কৰিও নতুন সৃষ্টি কৰিবৰ কাৰণে ই এটা বহল আলিবাট। কিন্তু দুয়োটা একেলগে হ'ব চন নহয়, সন্দেহ।

কিন্তু ফেচিজমৰ প্ৰকৃত শক্তি আহিব মধ্যবিত্ত শ্ৰেণীৰ ডেকাসকলৰপৰা। সঁচা কথা ক'বলৈ গ'লে, এতিয়া ভাৰতৰ মধ্যবিত্ত শ্ৰেণীৰ এটা অংশই বৈপ্লৱিকভাৱে চিন্তা কৰে। বনুৱা আৰু খেতিয়কসকলৰ মাজত সেইটো সিমান নাই। কিন্তু বনুৱাসকলৰ মাজত বৈপ্লৱিকভাৱৰ সম্ভাৱনা বহুত বেচি। এই জাতীয়তাবাদী মধ্যবিত্ত শ্ৰেণীৰ মাজত ফেচিষ্ট আদৰ্শ প্ৰচাৰ কৰিবলৈ বৰ সুবিধা। কিন্তু যিমান দিন বিদেশী চৰকাৰ থাকিব সিমান দিন ইউৰোপীয় ধৰণৰ ফেচিজম্ মূৰকৈ চলিব নোৱাৰিব। ভাৰতীয় ফেচিজমে নিশ্চয় ভাৰতৰ স্বাধীনতা বিচাৰিব, কোনোৱাও

বৃটিছ সাম্ৰাজ্যবাদৰ বন্ধু হ'ব নোৱাৰে। ই জনসাধাৰণৰ সমৰ্থন লাভ কৰিব লাগিব। যদি বৃটিছৰ শাসন সম্পূৰ্ণ দূৰ হয় তেতিয়া কিজানি ফেছিজম্ অতি সোনকালে বিয়পিব আৰু যাইকৈ মধ্যবিত্ত শ্ৰেণী আৰু ন্যস্ত স্বাৰ্থবাদীসকলেই যে ইয়াক সমৰ্থন কৰিব, তাত সন্দেহ নাই।

কিন্তু বৃটিছ শাসন সহজে নগৈছে আৰু ইতিমধ্যে বৃটিছ চৰকাৰৰ চোকা দমননীতিৰ মাজতে সমাজতান্ত্ৰিক আৰু কমিউনিষ্ট মতবাদ বেগেৰেই প্ৰচাৰিত হৈছে। কমিউনিষ্ট দল বে-আইনী বুলি ঘোষণা কৰা হৈছে আৰু সেই নামটো অতি বহুল অৰ্থত ব্যৱহাৰ কৰা হয়, সহানুভূতি থকা মানুহৰ বা প্ৰগতিশীল কৰ্ম্মপন্থাতিৰ সমৰ্থনকাৰী বন্ধুৱা সম্পৰ্বিলাককো তাৰ ভিতৰত ধৰা হয়।

মোৰ সহানুভূতি ফেছিজম্ আৰু কমিউনিজমৰ ভিতৰত কমিউনিজমৰ পক্ষেহে। কিন্তু এই কিতাপখন পঢ়িলেই বুজা যাব, মই কমিউনিষ্টৰপৰা বহুত দূৰত আছোঁ। মোৰ ভাৱধাৰাৰ মূল এতিয়াও আংশিকভাৱে উনৈছ শতিকাতহে আছে আৰু মোৰ ওপৰত মানৱতাৰ উদাৰপন্থী ভাৱধাৰাৰ ইমান বেচি প্ৰভাৱ যে তাৰপৰা মই সম্পূৰ্ণই মুক্তি পোৱা নাই। মোৰ চাৰিউফালে এই বুৰ্জ্জোৱা পৰিৱেশ দেখি স্বভাৱতে বহুত কমিউনিষ্টৰ খং। মতবাদত আকোৰগোঁজালিকৈ ধৰি থকাটো মই ভাল নেপাওঁ। কাৰ্ল মাৰ্ক্সে ৰচনা কৰা কিতাপকে হওক বা আন আন কিতাপকে হওক ঈশ্বৰ প্ৰেৰিত ধৰ্ম্মপুথিৰ নিচিনাকৈ বিনা বিচাৰে গ্ৰহণ কৰিব লাগিব, সৈনিকৰ নিচিনাকৈ তাক মানিব লাগিব, তাকে নকৰিলে পাষণ্ড বুলি মানুহে ক'ব— আধুনিক কমিউনিজমৰ ই এটা লক্ষণতে পৰিছেগৈ। ৰুছিয়াৰ অনেক কথা, বিশেষকৈ সাধাৰণ অৱস্থাতো অতি বেচি বল প্ৰয়োগ কৰা মই ভাল নেপাওঁ। কিন্তু তথাপি ক্ৰমে ক্ৰমে কমিউনিষ্ট দৰ্শনৰ ফালেই মই ঢাল খাইছোঁ।

মাৰ্ক্সৰ কিছুমান বিবৃতি বা তেওঁৰ "মূল্য নিৰূপণ" বিষয়ে কৰা গৱেষণা ভুল হ'ব পাৰে, সেই বিচাৰ কৰাৰ ক্ষমতা মোৰ নাই। কিন্তু এনেকুৱা লাগে, সাধাৰণ বিষয়ত যেন তেওঁৰ দূৰদৃষ্টি অসাধাৰণেই আছিল আৰু বৈজ্ঞানিক উপায়ে বিশ্লেষণ কৰি কৰিয়েই তেওঁ এই দূৰ দৃষ্টি লাভ কৰিছে। এই উপায়ে আমি অতীত বুৰঞ্জী আৰু বৰ্ত্তমানৰ ঘটনাসমূহ আন উপায়তকৈ বেচি ভালকৈ বুজিব পাৰোঁ আৰু এই কাৰণেই বৰ্ত্তমান জগতৰ পৰিৱৰ্ত্তনৰ ধাৰা বিশ্লেষণ কৰাত আৰু তাৰ ৰহস্য উদ্ঘাটন কৰাত মাৰ্ক্সপন্থী লিখকসকলে আন সকলোকে চেৰ পেলাই গৈছে। পিচৰ কিছুমান ঘটনাৰ গতি যে মাৰ্ক্সে উল্লেখ কৰা নাই বা তাৰ ওপৰত সিমান গুৰুত্ব দিয়া নাই, সেইটো সহজে দেখুৱাব পাৰি, যেনে আজি কালি আমি যিটো দেখিবলৈ পাইছোঁ মধ্যবিত্ত শ্ৰেণীৰ মাজত বৈপ্লৱিক শক্তি মূৰ দাঙি উঠা কথাটো। কিন্তু কোনো বিশেষ মতবাদ বা বিচাৰৰ বিশ্লেষণ প্ৰণালী বা কাৰ্য্যৰ প্ৰতি বিশেষ মনোভাৱৰ ওপৰত ভিৰ দিওঁতে মাৰ্ক্সপন্থাৰ যে কোনো আকোৰগোঁজ মনোভাৱ নাই, মোৰ বোধেৰে এইটোৱেই তেওঁলোকৰ প্ৰকৃত মূল্য। এই দৃষ্টিভঙ্গীৰে আমি সমসাময়িক সামাজিক বিষয়বিলাক বুজিব পাৰোঁ। আমাৰ কৰ্ত্তব্য কি, মুক্তি ক'ত তাৰো নিৰ্দ্দেশ পাওঁ।

এই মাৰ্ক্সপন্থীয়েও কোনো ধৰা-বন্ধা, অপৰিবৰ্ত্তনীয় পথ নাই—[illegible]

তাক খাপ খুৱাই লব লাগিব। অন্ততঃ ইয়েই লেনিনৰ মত আছিল আৰু তেওঁ পৰিৱৰ্ত্তিত অৱস্থাৰ লগত অতি নিপুণভাৱে কামৰ সামঞ্জস্য খটুৱাই তাকে প্ৰমাণ কৰিছে। তেওঁ আমাক কৈছে কোনো এটা নিৰ্দ্দিষ্ট সময়ত ঘটা কোনো বাস্তৱ অৱস্থাৰ সেই সময়ৰ গতি আৰু প্ৰকৃতি খৰচি-মাৰি ফঁহিয়াই নোচোৱাকৈ সংঘৰ্ষৰ সুনিশ্চিত উপায় কি সেই প্ৰশ্নৰ 'হয়' বা 'নহয়' বুলি উত্তৰ দিবলৈ চেষ্টা কৰাৰ অৰ্থ মাৰ্ক্সীয় পথৰপৰা একেবাৰেই আঁতৰি যোৱা। তেওঁ আৰু কৈছে—"একোৱেই চৰম নহয়, পাৰিপাৰ্শ্বিক অৱস্থাৰপৰা আমি সদায় শিক্ষা লাভ কৰিব লাগিব।"

এই বহল আৰু সকলোকে সামৰি লোৱা মনোভাৱৰ ফলতে প্ৰকৃততে জনাবুজা এজন কমিউনিষ্টে সমাজ-জীৱনৰ অংগাংগী সম্বন্ধটো ভালকৈ উপলব্ধি কৰিব পাৰে। ৰাজনীতি তেওঁৰ কাৰণে কেৱল সুবিধাবাদৰ কথা নহয়, এন্ধাৰত খেপিয়াই ফুৰাও নহয়। আদৰ্শ আৰু উদ্দেশ্য লৈ তেওঁ কাম কৰে। তাৰ পোহৰতে সংঘৰ্ষৰ মাজত লুকাই থকা আচল সত্য বুজিব পৰা হয় আৰু নিজে ইচ্ছা কৰিয়েই ত্যাগ স্বীকাৰ কৰে। তেওঁ জানে যে মানৱৰ ভাগ্য বিচাৰি ওলোৱা বিপুল সৈন্যবাহিনীৰ তেওঁ এজন সৈনিক, তেওঁ বুজি পায় যে, তেওঁ 'বুৰঞ্জীৰ সমানে খোজ দি আগ বাঢ়ি গৈছে।'

সৰহভাগ কমিউনিষ্ট এনেভাৱে অনুপ্ৰাণিত নহ'বও পাৰে। কিজানি কেৱল সেই একেজন, লেনিনেহে মাত্ৰ পৰিপূৰ্ণ মানৱ-জীৱন অংগাংগীভাৱে উপলব্ধি কৰিছিল আৰু তাৰ ফলতে তেওঁৰ কামবিলাক ইমান প্ৰভাৱশালী হ'ব পাৰিছিল। কিন্তু কিছু কমকৈ হ'লেও যি কমিউনিষ্টেই তেওঁৰ কামৰ দাৰ্শনিক তত্ত্ব বুজি পায়, তাৰে সেই গুণটো আছে।

বহুত কমিউনিষ্ট আছে, যাৰ লগত আলোচনা কৰোঁতে ধৈৰ্য্য ৰক্ষা কৰাই টান: লোকক খং তোলাৰ অদ্ভূত অভ্যাসটো তেওঁলোকৰ আছে। কিন্তু তেওঁলোকে বহুত আঘাত সহ্য কৰিছে আৰু ছোভিয়েট ইউনিয়নৰ বাহিৰত তেওঁলোকে অনেক বাধা বিঘিনিৰ লগত যুঁজিব লগা হয়। মই তেওঁলোকৰ সাহস আৰু ত্যাগৰ সদায় প্ৰশংসা কৰোঁ। যেনেকৈ লাখ লাখ মানুহে নানা ভাবেৰে বহুত দুখ সহ্য কৰিছে, তেনেকৈ তেওঁলোকেও দুখ সহ্য কৰে, কিন্তু তেওঁলোকে এটা অপকাৰী সৰ্ব্বশক্তিমান ভাগ্যক চকু মুদি মানি নলয়। তেওঁলোকে মানুহৰ দৰে দুখ সহ্য কৰে, তেওঁলোকৰ ভিতৰত এটা গৌৰৱপূৰ্ণ বেদনা আছে।

ৰুছিয়াৰ সমাজ গঠনৰ পৰীক্ষামূলক কাৰ্য্যবিলাকৰ সফলতা বা ব্যৰ্থতাৰ ওপৰত মাৰ্ক্সীয় মতবাদৰ সত্যতা নিৰ্ভৰ নকৰে। কোনো নভবা নিচিন্তা ঘটনা চক্ৰত পৰি বা বেলেগ বেলেগ শক্তি গোট খাই সেই পৰীক্ষাৰ কাম খানবান কৰি দিব পাৰে, তাৰ অৱশ্যে কোনো সম্ভাৱনা নাই—তথাপি তাক কল্পনা কৰিব পাৰি। তথাপি সেই সামাজিক আলোড়নবিলাকৰ যথাৰ্থ মূল্য সদায় থাকিব। ৰুছিয়াত ঘটা অনেক ঘটনা যদিও মোৰ নিজৰ স্বভাৱৰ কাৰণেই ভাল নেপাওঁ, তথাপি মই অনুভৱ কৰোঁ যে তাৰপৰাই পৃথিৱীয়ে বহুত আশা কৰিব পাৰে। যথেষ্টখিনি মই নেজানো, গতিকে তেওঁলোকৰ কামৰ বিষয়ে বিচাৰ কৰিবও নোৱাৰোঁ। মোৰ প্ৰধান আশংকা, অতিপাত বল প্ৰয়োগ আৰু দমননীতি শেষ হৈ যোৱাৰ পিচতো অন্যায়ৰ যি গোন্ধ-ভাপ থাকি যাব তাৰ হাতত সৰা টান হ'ব পাৰে। কিন্তু বৰ্ত্তমান ৰুছিয়াৰ পৰিচালক-

সকলৰ পক্ষে এটা ডাঙৰ কথা ক'বলগীয়া হৈছে যে, তেওঁলোকে কেতিয়াও ভুল স্বীকাৰ কৰিবলৈ ভয় নকৰে। তেওঁলোকে পিচুৱাই গৈয়ো আকৌ নতুনকৈ গাঁঠ ভুলিব পাৰে আৰু তেওঁলোকৰ আদৰ্শ সদায় সমুখত থাকে। আন্তৰ্জাতিক কমিউনিষ্ট সঙ্ঘই আন আন দেশত কৰা প্ৰচাৰ কাৰ্য্য নিষ্ফল হৈছে। পিচে আজি কালি দেখা যায়, সেই ধৰণৰ কাম-কাজ যিমান দূৰ পাৰি কমাই পেলোৱা হৈছে।

ভাৰতৰ ফালে চকু দিলে দেখা যায় বাহিৰৰ ঘটনাৰ সোঁতে ঠেলা দিদিলে. ইয়াত কমিউনিজম্, ছচিয়েলিজম্ বহুত দূৰৰ কথা। আমাৰ সমস্যা 'কমিউনিজম' নহয়। তাৰ লগত আৰু দুই এটা আখৰ লগ লগাই আমাৰ সমস্যা হ'ল কমিউ-নেলিজম্ (সাম্প্ৰদায়িকতাবাদ)। সম্প্ৰদায় হিচাপে ভাৰতবৰ্ষ এতিয়াও এন্ধাৰ মধ্য-যুগতে আছে। ইয়াত কাম কৰিব পৰা যিবিলাক মানুহ তেওঁলোকে, সৰু সৰু কথা, ষড়যন্ত্ৰ আৰু কৌশল লৈ মিছাকৈয়ে শক্তি ক্ষয় কৰে আৰু ইটোৱে সিটোৰ ওপৰত কেনেকৈ উঠিব পাৰে তাৰে চিন্তাত থাকে। জগতৰ কল্যাণ সাধন কৰাৰ ইচ্ছা ইহঁতৰ অতি কম লোকৰে আছে। পিচে এইটো অৱস্থা কিজানি খন্তেকীয়াহে, সোনকালেই সি দূৰ হ'ব।

এই সাম্প্ৰদায়িক অন্ধকাৰৰপৰা কংগ্ৰেছ বহুত দূৰত আছে, পিচে এওঁলোকৰ দৃষ্টিভঙ্গী 'পেটি বুৰ্জোৱা' শ্ৰেণীৰ। সাম্প্ৰদায়িকতা আৰু আন আন সমস্যাৰ প্ৰতিকাৰৰ উপায় তেওঁলোকে 'পেটি বুৰ্জোৱা' শ্ৰেণীৰ স্বাৰ্থৰ ফালৰপৰা বিচাৰে। কিন্তু এই পথেদি কৃতকাৰ্য্য হ'ব নোৱাৰি। কংগ্ৰেছ এতিয়া নিম্ন মধ্যবিত্ত শ্ৰেণীৰ প্ৰতিনিধি, বৰ্ত্তমানে এই শ্ৰেণীয়েই হে সচেতন আৰু তেওঁলোকৰেই হে বৈপ্লৱিক মনোবৃত্তি আছে। কিন্তু তথাপি ইয়াক যিমান প্ৰধান বুলি ভবা হৈছে, প্ৰকৃততে সিমান নহয়। ইয়াক দুফালৰপৰা দুটা শক্তিয়ে হে'চা দিছে। এটা শক্তি সম্বন্ধ আৰু যুদ্ধৰ কাৰণে সাজু আৰু আনটো শক্তিয়ে দুৰ্ব্বল হ'লেও যিমান পাৰে শক্তি গোটাইছে। বৰ্ত্তমানে নিম্ন মধ্যবিত্ত শ্ৰেণী টিকি থকাটোৱেই টান হৈ পৰিছে। ভৱিষ্যতে ইয়াৰ কি অৱস্থা হয়গৈ কোৱা টান। জাতীয় স্বাধীনতা অৰ্জ্জনৰ ঐতিহাসিক উদ্দেশ্য পূৰ্ণ কৰিবলৈ এৰি ই প্ৰথমটো সম্বন্ধ শ্ৰেণীৰ লগত যোগ দিব নোৱাৰে। কিন্তু সেই উদ্দেশ্য সিদ্ধ হোৱাৰ আগতেই আন আন শক্তি মূৰ দাঙি উঠি ইয়াৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। যি হওক, জাতীয় স্বাধীনতা বহুতখিনি যেতিয়ালৈকে পোৱা নাযায় তেতিয়ালৈকে কংগ্ৰেছেই ভাৰতবৰ্ষত এটা ঘাই শক্তি হিচাপে কাম কৰিব।

কোনো প্ৰকাৰৰ হিংসাৰ কথা উঠিবই নোৱাৰে। হিংসাই অনিষ্টহে কৰিব. উদ্দেশ্য কেতিয়াও সফল কৰিব নোৱাৰে। দুই এঠাইত ক'ৰবাত কেতিয়াবা অৱশ্যে হিংসা কাৰ্য্য নোহোৱা নহয়, আৰু তাৰপৰা একো লাভো হোৱা নাই, তথাপি মই ভাবোঁ ভাৰতত সৰহ ভাগ মানুহেই অহিংসাতহে বিশ্বাস কৰে। হিংসাৰ পথেৰে আগ বাঢ়িলে আমি হিংসা আৰু প্ৰতিহিংসাৰ এনেকুৱা এটা নৈৰাশ্যপূৰ্ণ চক্ৰবেহুত পৰি যাম, যাৰপৰা মুক্তি পোৱা টান হৈ পৰিব।

বহুতে কয়, আমি সকলো দল লগ লাগি "ইউনাইটেড ফ্ৰণ্ট" গঠন কৰিব লাগে। শ্ৰীযুক্তা সৰোজিনী নাইডুৱে তেওঁৰ কবি অন্তৰৰ আবেগপূৰ্ণ ভাষাৰে তাৰ কথা কয়।

তেওঁ কৰি, ছল আৰু মিছাৰ কথা তেওঁ ক'বই। কিন্তু সেই শব্দটো ফঁহিয়াই চালে দেখা যায় যে তাৰ অৰ্থ আৰু উদ্দেশ্য ওপৰ খাপৰ কেইজনমান মানুহৰ ভিতৰত চুক্তি বা আপোচ মীমাংসা মাত্ৰ। এইদৰে লগ লাগিলে অতি সাৱধানে চলা মধ্যমপন্থী সকলেই আমাৰ কাজ কাম নিয়ন্ত্ৰণ কৰিব আৰু আমাৰ উন্নতিৰ বেগ কমাই দিব। এওঁলোকৰ মাজত বহুতে আন্দোলনকে ভাল নাপায়। গতিকে তাৰ ফল হ'ব সকলোৱে লগ লাগি এটা জড় অৱস্থাৰ সৃষ্টি কৰা। সকলোৱে একেলগ হৈ সন্মুখীন হোৱাৰ পৰিবৰ্ত্তে আমি সকলোৱে একেলগ হৈ পৃষ্ঠ প্ৰদৰ্শন হে কৰিম।

অৱশ্যে আমি কাৰো লগত সহযোগিতা বা আপোচ নকৰোঁ সেইবুলি কোৱাটোও নিৰ্ব্বুদ্ধিতাহে হ'ব। আমাৰ জীৱন আৰু ৰাজনীতি ইমান জটিল হৈ পৰিছে যে সকলো সময়তে খোলাখুলিকৈ চিন্তা কৰিব নোৱাৰি। আনকি সহজে ঘোৰ নোখোৱা লেনিনেও কৈছে,—"কোনো প্ৰকাৰৰ আপোচ নকৰাকৈ বাটত কোনো মোৰেঁাদ নঘূৰাকৈ কেৱল পোনে পোনে গৈ থকাটো সৰু ল'ৰা-ছোৱালীৰ বুদ্ধিৰ কথাহে, ই বৈপ্লৱিক শ্ৰেণীৰ সুচিন্তিত কৌশল নহয়।" আপোচ কৰিবই লাগিব, কিন্তু তাকে লৈ বৰ বেচি ঘমঘণ্টা কৰা উচিত নহয়। আমি আপোচেই কৰোঁ বা তাক অস্বীকাৰেই কৰোঁ, মুখ্য বিষয়টোহে প্ৰথমে আলোচনাৰ বিষয়, তাক এৰি গৌণ কোনো বিষয়কে আগবঢ়াই দিয়াত আমি নাই। যদি আমাৰ মূলনীতি আৰু উদ্দেশ্য সম্বন্ধে ধাৰণা স্পষ্ট থাকে, কোনো সাময়িক আপোচৰপৰা ক্ষতিৰ সম্ভাৱনা নাই। কিন্তু আমাৰ নিশকতীয়া ভাইহঁতে বেজাৰ পাব, এই ভয়ত আমি ক'ৰবাত মূলনীতি আৰু উদ্দেশ্যতে কলঙ্ক সানি পেলাম—সেইটোহে বিপদ। আনক অসন্তুষ্ট কৰাতকৈ বিপথে নিয়াটো বেচি বেয়া কথা।

ঘটি থকা ঘটনাসমূহ সম্পৰ্কে মই যি লিখিলোঁ সেইখিনি কিছু অস্পষ্ট আৰু কিবা জানিবৰ কাৰণে কৰা আলোচনাৰ দৰে হ'ল। নিলগৰপৰা আলেখলেখ চাই থকা মানুহৰ দৰে লিখিবলৈ চেষ্টা কৰিছোঁ। কামৰ সময় আহি পৰিলে সাধাৰণতে মই নিৰপেক্ষ দৰ্শক হিচাপে থাকোঁ বুলি মানুহে নাভাবে। মানুহে কয় মই বোলে উত্তেজনাৰ বিশেষ কাৰণ নথকাকৈয়ে মূৰ্খৰ দৰে জাপিয়াই পৰোঁ। এতিয়া মই কি কৰিম? মোৰ দেশবাসীকেইবা কি কৰিবলৈ ক'ম? সম্ভৱ যিসকলে সাধাৰণৰ কামত লাগি ফুৰে, তেওঁলোকৰ স্বভাৱত এটা সাৱধানে চলাৰ ভাব থাকে। সেই কাৰণেই মই সোনকালেই কিবা এটা ক'বলৈ অলপ কেৰো ঘেহোঁ কৰিছোঁ। কিন্তু যদি অকণো নুলুকুৱাকৈ সঁচা ক'ব লগা হয়, তেন্তে মই ক'ব লাগিব যে প্ৰকৃততে মই একো নাজানো আৰু বিচাৰি উলিয়াবলৈকো চেষ্টা নকৰোঁ। মই যেতিয়া কাম কৰিব পৰা নাই, চিন্তা-ভাৱনা কিছুমান কৰি থাকিম কিয়? কিন্তু বহুত চিন্তা-ভাৱনা কৰিবই লগীয়া হয়, কোনোমতেই ভাৱপৰা হাত সাৰিব পৰা নাই। অন্ততঃ যিমান দিন মই জেলত আছোঁ সিমান দিন সন্মুখত আহি পৰা কৰ্ত্তব্যৰ সমস্যাই আগুৰি নথৰাকৈ আছোঁ।

ফাটেকত বহি থাকোঁতে কৰ্ম্মক্ষেত্ৰ বহু দূৰত যেন লাগিছে। মানুহে জীৱনৰ কৰ্ত্তা নহৈ কৰ্ম্ম হৈ পৰে আৰু কিবা এটা হ'ব হ'ব কৈ বাট চাই থকাৰ অন্ত নাই। জগতৰ ৰাজনৈতিক আৰু সামাজিক সমস্যাৱলীৰ কথা মই লিখিছোঁ, কিন্তু বহুদিন

ধৰি নিয়েঃ মেজৰ এন হৈ পৰিছে সেই স্বয়ংসম্পূৰ্ণ ফাটেকৰ জগতখনৰ লগত তাৰনো কি সম্বন্ধতো আছে? বন্দীৰ জীৱনৰ একমাত্ৰ আই বিষয় হ'ল ফাটেকৰপৰা কেতিয়া মুক্তি পাব সেই দিনটো।

লাইইন জেলত আৰু এই আলমোৰা জেলত বহুত ফাটেকিয়ালে আহি আগ্ৰহেৰে মোক 'জংগলী'ৰ কথা সোধে। পোনতে মই সেই শব্দটোৰ অৰ্থ বুজিব পৰা নাই। পিচত বুজিলো তেওঁলোকে জুবিলীৰ কথা কৈছে। ৰজা জৰ্জৰ ৰূপালী জুবিলীৰ কথা শুনিয়েই কিজানি তেওঁলোকে সেইটো অনুমান কৰিছে, কিন্তু সেই বিষয়ে তেওঁলোকে একো নাজানে। আগৰ মনত পৰা কথাৰপৰা তেওঁলোকে এটা মাত্ৰ অৰ্থ জানে বহুতৰে ফাটেকৰপৰা মুকলি বা ফাটেকৰ কাল কমোৱা। প্ৰত্যেক ফাটেকিয়ালে বিশেষকৈ দীঘলীয়াকৈ ফাটেক হোৱাসকল সেইদেখি 'জংগলী' সম্পৰ্কে অতি-উৎসাহিত হৈ উঠিছে। তেওঁলোকৰ মানত পাৰ্লামেণ্টত শাসন সংস্কাৰ আইন, সমাজতন্ত্ৰবাদ বা কমিউনিজমতকৈ 'জংগলী' বহুত ডাঙৰ বস্তু।

## সামৰণি

"কাম আমি কৰিবই লাগিব; কিন্তু কাম শেষ কৰাৰ অধিকাৰ আমাক দিয়া হোৱা নাই।"—তালমুদ।

মোৰ কাহিনীৰ সামৰণি পৰিলহি। মোৰ জীৱনৰ পথত এই আত্মকাহিনী আজি আলমোৰা জেলত ১৯৩৫-ৰ ১৪ ফেব্ৰুৱাৰীলৈকে আহি পৰিছে। তিনি মাহ আগতে এই দিনত মোৰ ৫৪তম জন্ম দিন পূৰা হৈছে। আৰু বহুদিন মই জীয়াই থাকিব লাগিব যেন পাইছোঁ। কেতিয়াবা কেতিয়াবা আদহীয়া বয়সৰ ভাগৰে ধৰে, আন সময়ত নিজকে ভাল সুস্থ-সবল যেনেই পাওঁ। মোৰ দেহ সুগঠিত। আঘাত সহ্য আৰু অতিক্ৰম কৰিবলৈ বলো মোৰ আছে। এই কাৰণেই মই ভাবোঁ কোনো নভবা নিচিন্তা ঘটনা একো নহ'লে মই আৰু বহুদিন জীয়াই থাকিব লাগিব। কিন্তু ভৱিষ্যতৰ কথা লিখাৰ আগতে ভৱিষ্যৎ জীৱনটো যাপন কৰিব লাগিব।

সম্ভৱ ইয়াৰ ভিতৰত ৰোমাঞ্চকৰ দুঃসাহস একোৱেই নাই, দীঘলীয়াকৈ বহু বছৰ ধৰি যি জীৱন ফাটেকতে গ'ল তাৰ মাজত ৰোমাঞ্চকৰ নো কি থাকিব পাৰে। ইয়াৰ মাজত নতুনত্ব একো নাই, কাৰণ মোৰ স্বদেশৰ হাজাৰ হাজাৰ নৰনাৰীয়ে জীৱনৰ উত্থান আৰু পতন, হাঁহি আৰু কান্দোন, আনন্দ আৰু অৱসাদ, তীব্ৰ কৰ্ম্ম প্ৰৱণতা, লোকে সৃষ্টি কৰি দিয়া সংগহীনতাৰ লগতে থাকি মেলি মোৰ এই কেইটা বছৰ পাৰ হৈছে। মই জনসাধাৰণৰে এজন হৈ তেওঁলোকৰ লগৰে এজন হৈ তেওঁলোকৰ লগতে চলি আহিছোঁ, কেতিয়াবা তেওঁলোকক চলাইছোঁ, কেতিয়াবা আক তেওঁলোকেই মোক চলাইছে; তথাপি আন সকলোৰে নিচিনাকৈ ব্যক্তিগতভাৱে জনতাৰ মাজতো মই বেলেগভাৱে জীৱন নিয়াইছোঁ। আমি কেতিয়াবা অভিনয় কৰাৰ দৰে নাটকীয়ভাৱে মনোভাব প্ৰদৰ্শন কৰিব লগা হৈছে, কিন্তু আমি যি কৰিছোঁ সি কঠোৰ সত্য তাত কৃত্ৰিমতা নাই। ইয়াৰ দ্বাৰাই আমি ক্ষুদ্ৰ অহমিকাৰ ওপৰলৈ উঠিব

পাৰিছোঁ আৰু বল আৰু প্ৰাধান্য লাভ কৰিছোঁ। হয়তো আন ক্ষেত্ৰত সি সম্ভৱেই নহ'লহেঁতেন। কাৰ্য্যৰ লগত, আদৰ্শৰ লগত ঐক্য সাধন কৰিবলৈ বাঙতে জীৱনৰ পূৰ্ণতাৰ যি অনুভূতি আহে, সৌভাগ্যক্ৰমে কেতিয়াবা কেতিয়াবা আমি সেই অভিজ্ঞতা পাইছোঁ আৰু আমি ভালকৈয়ে বুজি পাইছোঁ যে এই আদৰ্শবোৰ ত্যাগ কৰিবলগীয়া হোৱা হ'লে আৰু এটা বেচি প্ৰৱল শক্তিৰ ওচৰত নিমাখিতভাৱে মূৰ দোঁৱাই জীৱন যাপন কৰিব লগা হোৱা হ'লে, জীয়াই থকাৰ সাৰ্থকতাই নহ'লহেঁতেন আৰু জীৱনটো অতৃপ্ত আৰু বিষাদময় হৈ উঠিলহেঁতেন।

এই দীঘলীয়া সময়খিনিত মই বহুত কিবাকিবিৰ লগতে এটা বহুমূলীয়া সম্পদো লাভ কৰিছোঁ। মই জীৱনটোক যিমানেই আপুৰুগীয়া বস্তু লাভ কৰিবলৈ কৰা অভিযানৰ দৰে দেখিছোঁ, সিমানেই বুজিছোঁ, ইয়াৰ মাজত কিমান জানিবলগীয়া আছে, কিমান কৰিবলগীয়া আছে। প্ৰত্যেক দিনেই মই আগবাঢ়িব লাগিছোঁ। এই ধাৰণা মোৰ এতিয়াও আছে, ইয়েই প্ৰত্যেকটো কামতে মোৰ বল সঞ্চাৰ কৰে। এই আগ্ৰহেৰেই মই কিতাপ-পত্ৰ পঢ়ো আৰু জীৱনটো মোৰ কাৰণে সাধাৰণতে সাৰ্থক যেনেই লাগে।

এই কাহিনী লিখোঁতে মই প্ৰত্যেক ঘটনাৰ সময়তে মোৰ মনোভাৱ আৰু চিন্তা-ধাৰা লিপিবদ্ধ কৰি যাবলৈ চেষ্টা কৰিছোঁ। বিশেষ বিশেষ ঘটনাত মোৰ মনত কি ভাৱ খেলাইছে তাকে প্ৰকাশ কৰি গৈছোঁ। অতীতৰ কোনো মনোভাৱ আৰু এতিয়া ওভতাই পোৱা টান আৰু পিচৰ ঘটনাবিলাক পাহৰি যোৱাটোও সহজ নহয়। মোৰ প্ৰথম জীৱনৰ বৰ্ণনাত তাৰ পিচৰ ভাৱসমূহৰ বোল লাগিছে, কিন্তু মোৰ উদ্দেশ্য আছিল বিশেষকৈ নিজৰ ভালৰ কাৰণে আৰু নিজৰ মনৰ বিকাশৰ কাৰণেই অনুসন্ধান কৰা। বোধহয় মই যি লিখিছোঁ তাৰপৰা মোৰ প্ৰকৃত স্বৰূপ ফুটি ওলোৱা নাই; কিজানিবা মই যি হ'ব খুজিছোঁ বা নিজকে যি বুলি কল্পনা কৰিছোঁ, তাকে লিখি গৈছোঁ।

কেইমাহমান আগতে ছাৰ চি. পি. ৰামস্বামীয়ে মোৰ বিষয়ে প্ৰকাশ্যে কৈছিল যে মই জনসাধাৰণৰ মনোভাৱৰ প্ৰতিনিধি নহওঁ, তথাপি মোৰ পৰা বিপদৰ আশঙ্কা বেচি, কাৰণ মোৰ স্বাৰ্থত্যাগ, আদৰ্শ আৰু বিশ্বাস বৰ প্ৰৱল। সেইবোৰক তেওঁ "আত্মসম্মোহন" বুলিছে। যি "আত্মসম্মোহিত" সি কেতিয়াও নিজক বিচাৰ কৰিব নোৱাৰে আৰু যি কোনো কাৰণতে নহওক, ব্যক্তিগত বিষয়ত মই ৰামস্বামীৰ লগত বিচাৰ কৰিবলৈ যাব নোৱাৰোঁ; কিন্তু বহু দিনৰ আগতে এনে এটা সময় আছিল যেতিয়া আমি হ'মৰুল লীগৰ যুটীয়া সম্পাদক আছিলোঁ। তাৰ পিচত অনেক ঘটনাই ঘটি গৈছে। ৰামস্বামী ঘূৰি ঘূৰি ইমান ওখত উঠিলগৈ যে তাত মানুহৰ মূৰ আছন্দ্ৰায় কঁপি যাবগৈ, কিন্তু মই মাটিৰ মানুহ, মাটিতে থাকিলোঁ। আমি একেখন দেশত বাস কৰাৰ বাহিৰে, আমাৰ মাজত আৰু একো বিষয়তে মিল নাই। আজি তেওঁ বৃটিছ শাসনৰ এজন উৎসাহী সমৰ্থক, বিশেষকৈ যোৱা কেইবছৰত তেওঁৰ উৎসাহ আৰু বাঢ়িছে। তেওঁ আজি ভাৰতত আৰু আন আন দেশত ডিক্টেটৰী শাসন হোৱাটো ভাল পায় আৰু দেশীয় ৰাজ্যৰ স্বেচ্ছাচাৰমূলক শাসনৰ এটি উজ্জ্বল বৰ্ত্তি হিচাপে শোভা পাইছে। আমাৰ ভিতৰত মতৰ অমিল ঢেৰ আছে; কিন্তু এটা সামান্য

বিষয়ত আমাৰ দুজনৰ ভিতৰত মতৰ মিল আছে। মই যে জনসাধাৰণৰ প্ৰতিনিধি নহওঁ, এই কথা কৈ তেওঁ সত্য কথাই কৈছে; সন্দেহ নাই।

সঁচাকৈয়ে, মই ভাবি বিস্মিত হৈ যাওঁ, মই কাৰো প্ৰতিনিধি নহওঁ, ইয়াকে ভাবিবলৈ বিচাৰোঁ। যদিও বহুতেই মোক মৰম কৰে, মোক বন্ধুৰ দৰে ভাবে, তথাপি মই যে তেওঁলোকৰ প্ৰতিনিধি নহওঁ, তাকে ভাবিবলৈ বিচাৰোঁ। প্ৰাচ্য আৰু পাশ্চাত্যৰ মই এটা অদ্ভুত সংমিশ্ৰণ। সকলো ঠাইতে মই অচিনাকি, ক'তো সুখ নেপাওঁ। বোধহয় মোৰ চিন্তাধাৰা আৰু জীৱনটোৰ প্ৰতি দৃষ্টিভঙ্গীৰ ওপৰত প্ৰাচ্যতকৈ যাক পাশ্চাত্য বুলি আমি ভাবোঁ তাৰ প্ৰভাৱহে বেচি। কিন্তু আই ভাৰতবৰ্ষই তেওঁৰ সকলো সন্তানকে যেনেকৈ অগণিত উপায়েৰে তেওঁৰ বুকুত সাৱটি লৈ আছে তেনেকৈ মোকো তেওঁৰ কোলাত লৈ আছে আৰু মোৰ পাচফালে অৱচেতন মনত আছে এশ পুৰুষৰ বা সংখ্যাটো যিয়েই নহওক লাগিলে, বংশানুক্ৰমিক ব্ৰাহ্মণৰ স্মৃতি। অতীতৰ সেই কুলৰ স্মৃতি আৰু মোৰ আধুনিক শিক্ষা সংস্কৃতি কোনোটোকে মই ছেৰাই যাব নোৱাৰোঁ। এইবোৰ মোৰ জীৱনৰ অবিচ্ছেদ্য অংশ, যদিও ইয়াত প্ৰাচ্য আৰু পাশ্চাত্য দুয়োফালৰপৰাই মই সহায় পাই থাকোঁ, তথাপি ইয়াৰ ফলত বাহিৰৰ কামতেই হওক বা নিজৰ জীৱনতেই হওক এটা মানসিক নিঃসঙ্গতা অনুভৱ কৰোঁ। পশ্চিমৰ দেশত মই কেৱল এজন অচিনাকি বিদেশী মাত্ৰ, মই সেই দেশৰ মানুহ হ'ব নোৱাৰোঁ। মোৰ নিজ দেশতো মাজে মাজে বনবাসত থকাৰ নিচিনা লাগে।

নিলগৰ পৰ্ব্বত দেখি ভাব হয়, অতি সহজে তাক বগাব পৰা যাব। পৰ্ব্বতৰ টিঙে চকু টিপিয়াই মাতে, কিন্তু মানুহ ওচৰলৈ গ'লেই বাধা বিঘিণিয়ে দেখা দিয়ে। যিমানেই উঠি গৈ থকা যায় সিমানেই উঠাটো বেচি কষ্টকৰ হৈ গৈ থাকে। পৰ্ব্বতৰ টিং ডাৱৰে ঢাকি পেলায়। তথাপি এই উঠাৰ যি উদ্যম তাৰ সাৰ্থকতা আছে আৰু ইয়াৰ এটা বিশেষ আনন্দ আৰু তৃপ্তিও আছে। বোধহয় সংগ্ৰাম কৰাত জীৱনৰ যি গৌৰৱ আছে তাৰ ফলাফলত সিমান নাই। প্ৰকৃত সত্য পথ কি তাক সকলো সময়তে বুজিবলৈ বৰ টান। কিন্তু যি সত্য নহয়, তাক কেতিয়াবা কেতিয়াবা বুজিব পাৰি আৰু তাৰ পৰা আঁতৰি থকাও ভাল। অতি বিনয়েৰে মহান ছক্ৰেটিচৰ শেষ কথাষাৰ তুলি দিছোঁ, "মৃত্যু কি মই নাজানো—হ'ব পাৰে সি কিজানি ভালেই, তাৰ প্ৰতি মোৰ ভয় নাই। পিচে মই নিশ্চয়কৈ জানো—অতীতক বৰ্জ্জন কৰা বৰ বেয়া; গতিকে মই যাক বেয়া বুলি জানো তাৰ সলনি ভাল যিটো হ'ব পাৰে, তাকেই মই গ্ৰহণ কৰিম।"

কিমান বছৰ যে কাৰাগাৰতে গ'ল। অকলে অকলে বহি একান্ত মনেৰে ভাবিছোঁ, কত ঋতু আহিল, গ'ল। এটাৰ পিচত সিটো পাহৰণিৰ বুকুত লীন হৈ গৈছে। কত চন্দ্ৰৰ বঢ়া-টুটা চকুৰ আগতে দেখিছোঁ আৰু কতবাৰ অজস্ৰ তৰাৰ থোপা মহিমাময় শোভাৰে আহিছে, গৈছে। মোৰ ডেকাকালৰ কিমান দিন যে এই কাৰাগাৰতে সমাধিস্থ হৈ আছে। কেতিয়াবা কেতিয়াবা সেই মৰা অতীতৰ দিনবোৰ ভূত হৈ স্মৃতিৰ পটত থিয় দি উঠে, কাণে কাণে কয়, "ইয়াৰ জানো কিবা সাৰ্থকতা আছে?" এই প্ৰশ্নৰ উত্তৰ দিবলৈ মই অকণো কেৰোঘেছো নকৰোঁ। যদি মোৰ বৰ্ত্তমানৰ জ্ঞান আৰু অভিজ্ঞতা লৈ জীৱনৰ পথত আৰু এবাৰ বাট বুলিবলৈ পাওঁ-হেঁতেন, তেনেহে মোৰ ব্যক্তিগত জীৱনত বহুত কিবাকিবি পৰিবৰ্ত্তন কৰিবলৈ চেষ্টা

কৰিলোঁহেঁতেন, সন্দেহ নাই; আগতে যিখিনি কৰিছোঁ, তাক আৰু ভালকৈ কৰিব পাৰিলোঁহেতেন। কিন্তু জনসাধাৰণৰ কামত মোৰ প্ৰধান সিদ্ধান্তবিলাক একেই থাকিলহেঁতেন। সেইবোৰ মই পৰিৱৰ্ত্তন কৰিব নোৱাৰিলোঁহেতেন, কাৰণ সেইবোৰ মোতকৈও শক্তিমান আৰু মোৰ আয়ত্তৰ অতীত কিবা এটা-শক্তিয়ে সেইবিলাক গ্ৰহণ কৰিবলৈ মোক বাধ্য কৰিছে।

আজি ফাটেকত এবছৰ পূৰ হ'ল। মোৰ দুবছৰ ফাটেকৰ এবছৰ আজি শেষ হ'ল। আৰু পূৰা এবছৰ, কাৰণ ই বিনাশ্ৰম কাৰাদণ্ড। দণ্ড কমোৱাৰ কোনো বিধান নাই। আনকি, যি এঘাৰ দিন মই বাহিৰত আছিলোঁ তাকো যোগ দিয়াহে হৈছে। কিন্তু এই বছৰো পাৰ হৈ যাব আৰু মই বাহিৰ ওলাম। কিন্তু তাৰ পিচত? মই নাজানো। হ'লেও, জীৱনৰ এটা অধ্যায় শেষ হৈ আন এটা অধ্যায় আৰম্ভ হ'ল। এইটো কি হ'বগৈ সি মোৰ ধাৰণাৰো অতীত জীৱনৰ কিতাপখনৰ পাতবোৰ এখিলা এখিলাকৈ জাপ গৈ আছে।

## আকৌ

বাডেন ওৱেলাৰ, সোৱাৰ্জ্জওৱাল্ড
২৫ অক্টোবৰ, ১৯৩৫

সেই মাহত মোৰ পৰিবাৰে ভাওৱালীৰপৰা চিকিৎসাৰ কাৰণে ইউৰোপলৈ যাত্ৰা কৰিলে। তেওঁ গুচি যোৱাৰ পিচত ভাওৱালীলৈ যোৱাৰ আৰু কোনো প্ৰয়োজন নাথাকিল, পোন্ধৰ দিন পিচে পিচে জেলৰ বাহিৰত পৰ্ব্বতীয়া বাটেদি মটৰেদি ভ্ৰমণ কৰাৰ অন্ত পৰিল। ইয়াৰ ফলত আলমোৰা জেল মোৰ কাৰণে একেবাৰেই শূকান, নিৰানন্দময় হৈ উঠিল।

কোৱেটাৰ ভূমিকম্পৰ বতৰা আহিল, কিছু সময়ৰ কাৰণে আন সকলো কথা পাহৰি গ'লোঁ। কিন্তু সৰহ দিনলৈ নহয়। ভাৰত চৰকাৰে তেওঁলোকক পাহৰি থাকিবলৈ বা তেওঁলোকৰ কাম কৰাৰ অদ্ভুত ব্যৱস্থা পাহৰি থাকিবলৈ নিদিয়ে। আমি শুনিলোঁ কংগ্ৰেছৰ সভাপতি বাবু ৰাজেন্দ্ৰপ্ৰসাদ আৰু ভূমিকম্পৰ সাহায্যৰ কামত ভাৰতত সকলোতকৈ বেচি অভিজ্ঞতা থকা লোকসকলক সাহায্যৰ কাৰণে কোৱেটালৈ যাবলৈ দিয়া নহ'ল। কোৱেটাৰ ভূমিকম্পৰ সম্পৰ্কে প্ৰবন্ধ লিখি বহুত ভাৰতীয় বাতৰি-কাকতৰ জামীনৰ টকা বাজেয়াপ্ত হ'ল।

ব্যৱস্থা-পৰিষদেই হওক, বা চৰকাৰৰ শাসন-বিভাগেই হওক, নহ'লেবা সীমান্ত প্ৰদেশত বোমা পেলোৱাই হওক সকলোতে একে সামৰিক মনোবৃত্তি, একেই পুলিচৰ দৃষ্টিভঙ্গী। এনেহে লাগে যেন ভাৰতত বৃটিছ চৰকাৰ ভাৰতীয় জন-সাধাৰণৰ এটা ডাঙৰ অংশৰ লগত চিৰকলীয়া সংগ্ৰামত নামি পৰিছে।

পুলিচৰ প্ৰয়োজন আছে; কিন্তু পুলিচ কনিষ্টবল আৰু ৰেগুলেশ্যন লাঠীয়ে ভৰি থকা জগতখনত থাকিবলৈ বৰ ভাল নালাগে। সকলো ঠাইতে শুনা যায় যে, অবাধ বলপ্ৰয়োগৰ ফলত যি বলপ্ৰয়োগ কৰে তাৰো অধঃপতন হয় আৰু যাৰ ওপৰত

বলপ্ৰয়োগ কৰা হয় সিও অপমান পায়, অধঃপাতে যায়। ভাৰতৰ ভাগুৰ চাকৰিয়াল-সকলৰ মাজত এইটো কথা বৰকৈ দেখা পোৱা যায় যদিও সততাৰ নিচিনাকৈ সকলো চাকৰিয়ালকে ইয়াৰ লগত গঁথা আছে। ডাঙৰ চাকৰিত নিযুক্ত কৰাৰ কথা উঠিলেই এই নতুন ভাৱধাৰাত অনুপ্ৰাণিত মানুহকে এটাইতকৈ যোগ্য মানুহ বুলি নিযুক্ত কৰা হয়।

মোৰ পৰিবাৰৰ অৱস্থা সংকটজনক বুলি খবৰ অহাত ৪ ছেপ্টেম্বৰৰ দিনা হঠাৎ মোক আলমোৰা জেলৰপৰা মুক্তি দিয়া হ'ল। জাৰ্ম্মানীৰ ছোৱাৰ্জ্জওৱাল্ডৰ বাডেন-ওৱেলাৰত তেওঁৰ চিকিৎসা চলি আছিল। মই শুনিলোঁ মোৰ কাৰাদণ্ড "স্থগিত" ৰখা হ'ল আৰু কাৰাদণ্ডৰ কাল সম্পূৰ্ণ শেষ হোৱাৰ চাৰে পাঁচমাহ আগতেই মই মুক্ত হ'লোঁ। উৰাজাহাজত ইউৰোপলৈ উৰা মাৰিলোঁ।

ইউৰোপত বিক্ষোভ, যুদ্ধৰ ভয় আৰু হাই-উৰুমি, দিগন্তত সদায় অৰ্থ-নৈতিক সঙ্কট। আবিছিনিয়াৰ ওপৰত আক্ৰমণ চলিছে তাৰ মানুহৰ ওপৰত বোমা বৰ্ষণ হৈছে; বেলেগ বেলেগ সাম্ৰাজ্যৰ মাজত সংঘাত আৰু পৰস্পৰে পৰস্পৰক ভয় খুওৱা চলি আছে। সৰ্ব্বশ্ৰেষ্ঠ সাম্ৰাজ্যবাদী শক্তি ইংলণ্ড শান্তি আৰু ৰাষ্ট্ৰসংঘৰ সমবেত নিৰাপত্তা ৰক্ষাৰ কাৰণে ব্যগ্ৰ, কিন্তু তাৰ লগে লগে চলিছে বোমাবৰ্ষণ আৰু অধীন জাতিসমূহৰ নিৰ্ম্মমভাৱে দমন। কিন্তু এই ক'লা হাবিত শান্তি আৰু নিস্তব্ধতা; আনকি 'স্বস্তিকা'ও বৰকৈ দেখিবলৈ নাই। উপত্যকাৰপৰা কুৰ্‌লী ডাঠ হৈ আহি ফ্ৰান্সৰ দুৰণিৰ সীমা আৰু দেশৰ প্ৰাকৃতিক সৌন্দৰ্য্য ঢাকি পেলায়; আচৰিত হৈ মই ভাবোঁ তাৰ পাচফালে চাগৈ কি আছে!

## পাঁচ বছৰৰ পিচত

চাৰে পাঁচ বছৰৰ আগতে আলমোৰা জেলৰ বন্দীশালাত থাকি, মোৰ আত্ম-জীৱন-চৰিত লিখা শেষ কৰিছিলোঁ। আঠ মাহৰ পিচত জাৰ্ম্মানীৰ বাডেন-ওৱেলাৰৰ পৰা লিখা "আকৌ" তাৰ লগত যোগ কৰি দিওঁ। এই আত্মজীৱনচৰিত ইংলণ্ডত প্ৰকাশিত হোৱাৰ পিচত, বেলেগ বেলেগ দেশৰ নানা শ্ৰেণীৰ মানুহৰপৰা আন্তৰিক আদৰ-সাদৰ লাভ কৰে, আৰু মই দেখি সুখ পাইছিলোঁ যে, মোৰ ৰচনাই বহুতো বিদেশী বন্ধুৰ ওচৰত ভাৰতক ঘনিষ্ঠভাৱে চিনাকি কৰি দিছে আৰু আমাৰ স্বাধীনতা সংঘৰ্ষৰ অন্তৰৰ কথা তেওঁলোকে আংশিকভাৱে উপলব্ধি কৰিব পাৰিছে।

বৰ্ত্তমান মোৰ প্ৰকাশকে, কিতাপখন বেচি সমসাময়িক কৰিবৰ কাৰণে মোক এটা নতুন অধ্যায় যোগ কৰি দিবলৈ বৰকৈ ধৰিছে। তেওঁৰ সেই অনুৰোধত যুক্তি আছে আৰু মই সেইটো পেলাব নোৱাৰিলোঁ। কিন্তু সেই অনুৰোধ ৰক্ষা কৰাটো মোৰ পক্ষে সহজ নহয়। আমি এটা অতি আচৰিত সময়ৰ মাজেদি গৈ আছোঁ; এতিয়া জীৱনৰ স্বাভাৱিক গতি খেলি-মেলি হৈ গৈছে। কিন্তু তাতকৈও বেচি কঠিন এটা বাধাৰ সন্মুখীন হ'লোঁ। বহিৰ্জগতৰপৰা বিচ্ছিন্ন হৈ ফাটেকত থাকিয়েই মই গোটেই আত্মচৰিতখন লিখিছোঁ। আন আন ফাটেকিয়ালৰ নিচিনাকৈ মযো

নানা মনোবিকাৰত ভুগিছোঁ। কিন্তু ক্ৰমে মোৰ ভিতৰত আত্মানুসন্ধানৰ ভাব জাগি উঠিল আৰু মনো বহুখিনি শান্ত হ'ল। সেই মানসিক অৱস্থালৈ কেনেকৈ উভতি যাম? কেনেকৈ সেই বৰ্ণনাৰ লগত নিজকে খাপ খুৱাম? কিতাপখনৰ ওপৰেদি চকু ফুৰাই গ'লেই মোৰ মনত ভাব হয় আন কোনোবাই বহুদিনৰ আগতে এই কাহিনী লিখিছে। যোৱা পাঁচ বছৰত পৃথিৱীত কিমান যে পৰিৱৰ্ত্তন হৈছে। মোৰ ওপৰত তাৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে। দেহৰ ফালৰপৰা মোৰ বয়স নিশ্চয় বাঢ়িছে কিন্তু একমাত্ৰ মনেই বাৰে বাৰে আঘাত আৰু অনুভূতি সহ্য কৰিব লাগিছে, ফলত সি কঠিন হৈ পৰিছে আৰু কিজানি বুঢ়াও হৈছে। ছুইজাৰলেণ্ডত মোৰ পৰিবাৰৰ মৃত্যুৰ লগে লগে মোৰ জীৱনৰ এটা অধ্যায় শেষ হৈছে আৰু মোৰ অস্তিত্বৰ এটা অংশ মোৰ জীৱনৰপৰা বিচ্ছিন্ন হৈ গৈছে। তেওঁ যে আৰু নাই সেইটো ধাৰণা কৰাই টান হৈ উঠিল। নিজকে সহজে প্ৰবোধ দিব নোৱাৰিলোঁ। মই কামৰ মাজত জঁপিয়াই পৰিলোঁ। তাৰ মাজতে সান্ত্বনা বিচাৰিলোঁ। ভাৰতৰ ইমুৰৰপৰা সিমুৰলৈ লৰি-ধাপৰি ফুৰিলোঁ। আনকি মোৰ প্ৰথম জীৱনৰ দিনবোৰতকৈও বেচিকৈহে এতিয়া অসংখ্য মানুহৰ সমাগম হয়, তাৰ পিচত নেৰানেপেৰা কাম, তাৰ পিচত আকৌ নিঃসংগ জীৱন—আকৌ তাৰ পিচত জনসমাগম, তাৰ পিচত কাম আৰু তাৰ পিচত নিঃসংগতা এইদৰেই দিনবোৰ গৈ আছে। আই ঢুকোৱাৰ পিচত অতীতৰ লগত শেষ বান্ধোনটোও ছিগি গ'ল। ছোৱালীজনী অক্সফোৰ্ডত পঢ়িছিল; পিচত চিকিৎসাৰ কাৰণে ইউৰোপত এটা স্বাস্থ্যনিবাসলৈ তাই গুচি যায়। বহু ঠাইত ঘূৰি-পকি ফুৰাৰ পিচত, মন লগলেও ঘৰলৈ উভতি আহোঁ, মানুহ দুনুহ নোহোৱা ঘৰটোত নিজতে নিজে মগ্ন হৈ বহি থাকোঁ; মানুহৰ লগত দেখা-সাক্ষাতো নকৰা হ'লোঁ। জনসমষ্টিৰ পাচত মই পাবলৈ বিচাৰিলোঁ শান্তি।

কিন্তু মোৰ কামতে বা মনতে ক'তো শান্তি নাছিল আৰু মই যি দায়িত্ব কান্ধত তুলি লৈছিলোঁ, সি বলে নোৱাৰা হৈ মোক কষ্ট দিয়া হ'ল। বেলেগ বেলেগ দল আৰু উপদলৰ লগত মই নিজকে মিলাই দি একেটা হ'ব নোৱাৰোঁ, আনকি মোৰ ঘনিষ্ঠ সহকৰ্ম্মীসকলৰ লগতো মই খাপ খুৱাব নোৱাৰোঁ। মই যেনেকৈ কাম কৰিবলৈ বিচাৰোঁ, তাকো নোৱাৰোঁ, আনকো তেওঁলোকৰ ইচ্ছামতে কাম কৰাৰ বাটত অন্তৰায়ৰ সৃষ্টি কৰোঁ। এটা চেপা খাই থকা যেন অস্বস্তি আৰু ব্যৰ্থতাৰ ভাব ৰবকৈ বাঢ়িবলৈ ধৰিলে, জনসাধাৰণৰ কামত মই অকলশৰীয়া হৈ পৰিলোঁ, তথাপি মোৰ কথা শুনিবলৈ অসংখ্য মানুহ গোট খায় আৰু মোৰ চাৰিওফালে দেখা পাওঁ জ্বলন্ত উৎসাহ।

ইউৰোপ আৰু পূব এছিয়াৰ ঘটনাৰ গতিয়ে আন বহুতকৈ মোক বেচি অনুভূত কৰিলে। মিউনিকৰ ঘটনাত মই বৰ আঘাত পালোঁ; স্পেইনৰ বিয়োগান্তক ঘটনাত মই ব্যক্তিগতভাৱে বৰ বেজাৰ পালোঁ। বছৰৰ পিচত বছৰ এইবোৰ বিভীষিকা আৰু এটা আগন্তুক প্ৰলয়ৰ আভাস পাই মনটো একেবাৰেই কিবা-কিবি লাগি গ'ল, জগতৰ উজ্জ্বল ভৱিষ্যতৰ যি বিশ্বাস আছিল সি মোলান পৰি গ'ল।

প্ৰলয়ৰ দিন আহি পৰিল। ইউৰোপৰ আগ্নেয়গিৰিবোৰৰপৰা অগ্নি আৰু ধূম্ৰলৈ উদ্গীৰিত হ'বলৈ ধৰিলে। ইয়াত, ভাৰততো মই আৰু এটা আগ্নেয়গিৰিৰ

ওচৰত বহি আছোঁ, নাজানো ই কেতিয়া ফাটিব। বৰ্ত্তমানৰ সমস্যাবিলাকৰপৰা নিজকে আঁতৰাই আনি, অতীত ঘটনাৰ মাজলৈ উভতি গৈ, যোৱা পাঁচ বছৰৰ ঘটনাৱলী শান্তভাৱে লিখা টান। তাকে যদি কৰিব পাৰিলোঁহেঁতেন, তেনেহ'লে মই এখন প্ৰকাণ্ড কিতাপকে লিখিব লাগিলহেঁতেন, কাৰণ বহুত কথাই লিখিবলগীয়া আছে। গতিকে চমুকৈ মই কিছুমান ঘটনা আৰু তাৰ বিস্তাৰ সম্পৰ্কে যথাসাধ্য আলোচনা কৰিম, কিন্তু তাকে যিবোৰ ঘটনাৰ লগত মই সাঙোৰ খাই আছিলোঁ বা যিবোৰ ঘটনাই মোৰ ওপৰত প্ৰভাৱ পেলাইছে, সেইবোৰৰ বিষয়েহে।

১৯৩৬ চনৰ ২৮ ফেব্ৰুৱাৰীৰ দিনা লুজানত মোৰ পত্নীৰ ঢুকোৱাৰ সময়ত মই তাতে আছিলোঁ। তেওঁৰ মৃত্যুৰ কিছু আগতে খবৰ পালোঁ, মই দ্বিতীয়বাৰ জাতীয় কংগ্ৰেছৰ সভাপতি নিৰ্ব্বাচিত হৈছোঁ। সোনকালতে মই উৰাজাহাজেৰে ভাৰতলৈ উভতি আহিলোঁ আৰু বাটত ৰোমত মোৰ এটা অদ্ভুত অভিজ্ঞতা হ'ল। মোৰ যাত্ৰাৰ কেইদিনমান আগতে মোক খবৰ দিয়া হ'ল যে, মই ৰোমেদি যাওঁতে চীনৰ মুছলিনীয়ে মোক লগ পাব খোজে। ফেছিষ্টৰ আমোল মই বৰ বেয়া পাওঁ যদিও সাধাৰণতে মই চীনৰ মুছলিনীক লগ পাবলৈ ভালেই পালোঁহেঁতেন, কাৰণ তেতিয়া হ'লে জানিব পাৰিলোঁহেঁতেন পৃথিৱীৰ ঘটনাত ইমান এটা গুৰুত্বপূৰ্ণ ভূমিকা লোৱা মানুহজননো কেনেকুৱা। কিন্তু তেতিয়া দেখা-সাক্ষাৎ কৰা মানসিক অৱস্থা মোৰ নাছিল। আবিছিনিয়াৰ যুদ্ধ চলি আছিল। সিও মোৰ দেখা-সাক্ষাতৰ বাটত বাধাস্বৰূপ আৰু তাৰ উপৰি মোৰ সন্দেহ হ'ল কিজানি এনেকুৱা দেখা-সাক্ষাতক ফেছিষ্ট প্ৰচাৰ কাৰ্য্যত লগোৱা হ'বগৈ। মোৰ পক্ষৰপৰা কোনো ধৰণৰ অস্বীকাৰ কৰাৰপৰাও একো লাভ নাই। মোৰ মনত আছে ১৯৩১ চনত গান্ধীজী যেতিয়া ৰোমৰপৰা উভতিছিল তেতিয়া 'জিৰ্ণপাল ড্য ইতালিয়া'ই মিছাকৈয়ে এটা সাক্ষাৎকাৰৰ কথা উলিয়াইছিল। এনেকুৱা আৰু বহুত উদাহৰণৰ কথা মোৰ মনত আছে। ইটালী পৰিদৰ্শন কৰিবলৈ যোৱা অনেক ভাৰতীয়ক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে ফেছিষ্ট প্ৰচাৰ কাৰ্য্যত ব্যৱহাৰ কৰা হৈছে। মোক আশ্বাস দিয়া হ'ল যে, মোৰ সম্পৰ্কে সেইবোৰ একো নঘটে আৰু আমাৰ সাক্ষাৎকাৰ সম্পূৰ্ণ গোপনীয় বুলি গণ্য কৰা হ'ব। তথাপি মই তাৰপৰ সাৰিবলৈকে ঠিক কৰিলোঁ আৰু তাকে দুখ প্ৰকাশ কৰি চীনৰ মুছলিনীক জনাই দিলোঁ।

ৰোমৰ মাজেদি যোৱা বাদ দিয়াটো মোৰ পক্ষে সম্ভৱ নাছিল। কাৰণ, মই যি ডাচ উৰাজাহাজৰ যাত্ৰী সেইখন তাত এৰাতি ৰ'ব। মই ৰোম আহি পাওঁতেই এজন ওখ পদৱীধাৰী বিষয়া আহি মোৰ লগত দেখা কৰিলে আৰু সেইদিনা গধূলিলৈ চীনৰ মুছলিনীৰ লগত দেখা কৰিবলৈ মোক নিমন্ত্ৰণ পত্ৰ দিলে। তেওঁ ক'লে যে, সেইটো আগতে ঠিক কৰি থোৱা আছে। মই আচৰিত হ'লো আৰু ক'লোঁ যে মই আগতেই তাৰপৰা অব্যাহতি বিচাৰিছোঁ। সাক্ষাৎকাৰৰ নিৰ্দ্দিষ্ট সময়লৈকে আমি দুয়ো এঘণ্টামান কথা কটাকটি কৰিলোঁ। তাৰ পিচত জানিবা অব্যাহতি পালোঁ। কোনো দেখা-সাক্ষাৎ নহ'ল।

ভাৰতলৈ উভতি আহি মই মোৰ কামৰ মাজত বুৰ গ'লোঁ। স্বদেশলৈ উভতি অহাৰ কেইদিন মানৰ পিচত মই জাতীয় কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনৰ সভাপতিত্ব

কৰিব লগা হ'ল। কেইবছৰমান ধৰি বেচি ভাগ কাটেকতে দিন নিয়াইছোঁ, বাহিৰৰ ঘটনাসমূহৰ লগত মোৰ যোগাযোগ নাই। নতুন দলৰ প্ৰতি আনুগত্য আৰু কংগ্ৰেছৰ ভিতৰত দলগত পাৰ্থক্য ভালকৈয়ে ফুটি ওলাইছে। সকলোতে সন্দেহ, তিক্ততা আৰু সংঘৰ্ষৰ বা-বতাহ। মই সেইবোৰ হাঁহি মুখে গ্ৰহণ কৰিলোঁ; এই অৱস্থাৰ সন্মুখীন হ'ব পৰাৰ শক্তি আছে বুলি মোৰ নিজৰ ওপৰত বিশ্বাস আছিল। কিছু সময়ৰ কাৰণে ভাব হ'ল মই মোৰ ইচ্ছা মতে কংগ্ৰেছক চলাব পাৰিম। কিন্তু সোনকালেই বুজিব পাৰিলোঁ যে সংঘৰ্ষৰ মূল গভীৰ আৰু পৰস্পৰৰ প্ৰতি অবিশ্বাস আৰু কংগ্ৰেছপন্থীসকলৰ মাজত তিক্ততা দূৰ কৰা সহজ নহয়। মোৰ সভাপতিৰ পদ এৰি দিবলৈ বৰ ইচ্ছা হ'ল; কিন্তু ভাবি চালোঁ তাৰপৰা অৱস্থা বেয়াহে হ'ব, গতিকে মন সামৰিলোঁ।

কেইমাহমানলৈ মই বাৰে বাৰে পদত্যাগৰ প্ৰশ্নটো বিবেচনা কৰিবলৈ ধৰিলোঁ। দেখিলোঁ কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিত মোৰ লগৰীয়া কৰ্ম্মীসকলৰ লগত সুচাৰুৰূপে কাম চলাই যোৱা টান। তাৰ উপৰি গম পালোঁ তেওঁলোকে মোৰ কাৰ্য্যকলাপ সন্দেহৰ চকুৰে চাইছে। কোনো বিশেষ কামত তেওঁলোকে যে আপত্তি কৰিছিল, সেইটো নহয়, কামৰ সাধাৰণ ধাৰা আৰু নিৰ্দ্দেশবিলাকক তেওঁলোকে ভাল নেপাইছিল। মোৰ দৃষ্টিভঙ্গী বেলেগ যেতিয়া তেওঁলোকৰ আপত্তিৰ কিছু যুক্তি আছিল। মই কংগ্ৰেছৰ সিদ্ধান্তবিলাকৰ প্ৰতি অনুগত আছিলোঁ যদিও, তাৰ কিছুমান দিশৰ ওপৰত বেচি ভিৰ দিছিলোঁ, সিপিনে মোৰ সহকৰ্ম্মীসকলে আন আন বিষয়ৰ ওপৰতহে ভিৰ দিছিল। অৱশেষত মই পদত্যাগ কৰিম বুলি চূড়ান্তভাৱে সিদ্ধান্ত কৰিলোঁ আৰু গান্ধীজীক জনাই দিলোঁ। তেওঁলৈ লিখা চিঠিত আন কথাৰ লগতে মই লিখিলোঁ যে, "মই ইউৰোপৰপৰা উভতি অহাৰ পিচৰপৰা লক্ষ্য কৰিছোঁ কাৰ্য্যকৰী সমিতিৰ সভাত মোৰ অতিপাত আমনি লাগি যায়; সি মোক নিস্তেজ কৰি পেলায় আৰু প্ৰত্যেক নতুন অভিজ্ঞতাৰ পিচত মোৰ বয়স যেন কেইবা বছৰো বাঢ়ি গ'ল তেনেকুৱা লাগি যায়। মোৰ সহকৰ্ম্মীসকলৰ মনোভাৱো যদি সেই ধৰণৰে হয়, তেন্তে মই আচৰিত নহ'ম। ই বৰ সুস্থ অভিজ্ঞতা নহয় আৰু সাৰ্থকতাৰে কাম কৰাৰ পথত বিঘিনিৰ নিচিনাহে।"

অলপ দিনৰ পিচতেই ভাৰতৰ লগত সংযোগ নথকা বহুদূৰৰ ঘটনা এটাই মোক অভিভূত কৰিলে। মই মোৰ সিদ্ধান্ত পৰিৱৰ্ত্তন কৰিবলৈ বাধ্য হ'লোঁ। ই স্পেইনত জেনেৰেল ফ্ৰাংকৰ বিদ্ৰোহৰ বাৰ্ত্তৰি। এই আন্দোলনৰ পাচফালে মই দেখিলোঁ জাৰ্ম্মানী আৰু ইটালীৰ সাহায্য আছে যিটো গৈ থৈ গোটেই ইউৰোপ জুৰি আনকি গোটেই বিশ্ব জুৰি বিশ্ব সংঘৰ্ষত পৰিণত হ'ব পাৰে। ভাৰত বাধ্য হৈ এই চাকনৈয়াত পৰিব গৈ আৰু মই আমাৰ প্ৰতিষ্ঠানক দুৰ্ব্বল হ'বলৈ কোনো মতেই দিব নোৱাৰোঁ। ইপিনে পদত্যাগ কৰি আভ্যন্তৰীণ সঙ্কট সৃষ্টি কৰিবও নোৱাৰোঁ। এতিয়া আমি সকলোৱে একেলগে থকাই ডাঙৰ কথা। অন্যথা বিবেচনা কৰিবলৈ গৈ মই তেনেই ভুল কৰা নাই; কিন্তু মই ঘটনা ঘটাৰ আগতেই খৰা-খৰিকৈ সিদ্ধান্ত কৰি পেলাইছিলোঁ আৰু সেয়ে কেইবছৰমানৰ পিচত কাৰ্য্যত পৰিণত হৈছিলগৈ।

স্পেইনৰ যুদ্ধত মোৰ মনৰ ওপৰত হোৱা প্ৰতিক্ৰিয়াৰপৰা বুজিব পৰা হ'ব যে, মই সদায় ভাৰতৰ সমস্যাবিলাকক বিশ্বসমস্যাৰ লগত যুক্ত কৰিয়েই চাওঁ। চীন, আবিছিনিয়া, স্পেইন, মধ্য ইউৰোপ, ভাৰত বা আন ঠাইৰ বেলেগ বেলেগ সমস্যা-বিলাক মই যিমানেই চিন্তা কৰোঁ সিমানেই সেইবোৰ এক আৰু অভিন্ন বিশ্বসমস্যা হিচাপেই মোৰ চকুৰ আগত দেখা দিয়ে। মূল সমস্যাৰ সমাধান নোহোৱালৈকে সেই সমস্যাবিলাকৰ কোনোটোৰেই চূড়ান্ত মীমাংসা হ'ব নোৱাৰে। কিন্তু কিবা চূড়ান্ত মীমাংসা হোৱাৰ আগতেই কিজানি আলোড়ন আৰু সৰ্ব্বনাশে দেখা দিব। কোৱা হয়, বৰ্ত্তমান জগতত শান্তি অবিভাজ্য সেইদৰে স্বাধীনতাও অখণ্ড; এভাগ স্বাধীন আৰু আন ভাগ অধীন এনেকৈ জগত চলিব নোৱাৰে। ফেছিজম্, নাৎছীবাদ যুদ্ধৰ আহ্বান গুৰিতে সাম্ৰাজ্যবাদৰে ৰণহুঙ্কাৰ। এই দুটি য'জা ভাই-ককাই। পাৰ্থক্য ইমানেই যে, সাম্ৰাজ্যবাদে উপনিৱেশ আৰু অধীন দেশসমূহত ৰাজত্ব কৰে, আৰু ফেছিজম্ আৰু নাৎছীবাদে নিজ দেশতে সেই ব্যৱস্থা চলায়। যদি জগতত স্বাধীনতাকে প্ৰতিষ্ঠা কৰিবলগীয়া হয়, তেন্তে অকল ফেছিজম্ নাৎছীবাদৰ অন্ত পেলালেই নহ'ব, সাম্ৰাজ্যবাদকো বিলুপ্ত কৰিব লাগিব।

বিদেশত হোৱা ঘটনাসমূহৰ প্ৰতিক্ৰিয়া কেৱল যে মোৰ ওপৰতেহে হৈছিল সি নহয়। ভাৰতৰ বহু ঠাইতে অনেকেই এই দৰেই চিন্তা কৰিবলৈ ধৰিলে আৰু আনকি জনসাধাৰণৰো এই বিষয়ে কৌতূহল হ'বলৈ ধৰিলে। চীন, আবিছিনিয়া, পেলেষ্টাইন আৰু স্পেইনৰ জনসাধাৰণৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিবৰ কাৰণে কংগ্ৰেছে পতা হেজাৰ হেজাৰ সভা আৰু শোভাযাত্ৰাই জনসাধাৰণৰ আগ্ৰহ সজীৱ কৰি ৰাখিলে। চীন আৰু স্পেইনলৈ খাদ্য আৰু দৰৱ পঠাবৰ কাৰণে আমি অলপ চেষ্টা কৰিলোঁ। আন্তৰ্জাতিক বিষয়ত এই উদাৰ আগ্ৰহে আমাৰ জাতীয় সংঘৰ্ষক আৰু ওখ খাপলৈ লৈ গ'ল আৰু জাতীয়তাবাদৰ স্বাভাৱিক লক্ষণসংকীৰ্ণতা কিছু ঢিলা হৈ গ'ল।

কিন্তু অনিবাৰ্য্যভাৱেই, বৈদেশিক ঘটনাসমূহৰ প্ৰতিক্ৰিয়া সাধাৰণ মানুহৰ ওপৰত বৰকৈ নহয়, সাধাৰণ মানুহে তাৰ নিজৰ বিপদ-বিঘিনিৰ মাজতে তল গৈ থাকে। খেতিয়কসকলৰ দুখ বাঢ়িবলৈ ধৰিলে। তাৰ ছাঁলছিগা ভিকহু অৱস্থা। বহু বলে নোৱাৰা বোজাই তাক গৰাকি ধৰি হাড় গুৰি কৰি পেলাইছে। আন যি হওক নহওক খেতিয়কৰ সমস্যাই ভাৰতৰ ঘাই সমস্যা আৰু কংগ্ৰেছে লাহে লাহে খেতিয়কৰ উন্নতিৰ কাৰণে যি কাৰ্য্যপন্থা গ্ৰহণ কৰিছিল, সি বহুত ক্ষেত্ৰত আগ বাঢ়িলেও তাৰ বৰ্ত্তমান সজাটোকেহে গ্ৰহণ কৰি লোৱা হৈছিল, কল-কাৰখানাৰ বনুৱাসকলৰ অৱস্থা অলপ ভাল হ'লেও তাতো ধৰ্ম্মঘট লাগিয়েই আছে। বৃটিছ পাৰ্লামেণ্টে ভাৰতৰ ওপৰত যি নতুন শাসনতন্ত্ৰ জাপি দিছে, তাকে লৈ ৰাজনীতি কৰা লোকসকলে আলোচনা কৰে। এই শাসনতন্ত্ৰৰ মতে প্ৰদেশবোৰক কিছু ক্ষমতা দিয়া হ'ল, কিন্তু প্ৰকৃত ক্ষমতা বৃটিছ চৰকাৰ আৰু তেওঁলোকৰ প্ৰতিনিধিসকলৰ হাততে থাকিল। কেন্দ্ৰীয় চৰকাৰৰ ক্ষেত্ৰত এবিধ যুক্তৰাষ্ট্ৰৰ প্ৰস্তাৱ কৰা হ'ল এই যুক্তৰাষ্ট্ৰত সামন্ততান্ত্ৰিক আৰু একতান্ত্ৰিক দেশীয় ৰাজ্যসমূহক আধা গণতান্ত্ৰিক প্ৰদেশবিলাকৰ লগত সাঙুৰি দিয়া হ'ল আৰু বৃটিছ সাম্ৰাজ্যবাদী স্বাৰ্থলৈ

চিৰকলীয়াকৈ জীয়াই ৰখাৰ পৰিকল্পনা তাত থাকি গ'ল। অসম্ভৱ কথা এটা, ই কেতিয়াও কাৰ্য্যকৰী হ'ব নোৱাৰে। বৃটিছ ন্যস্ত স্বাৰ্থ ৰক্ষাৰ কাৰণে যিমানখিনি ব্যৱস্থাৰ কথা মানুহে ভাবিব পাৰে সেই সকলোখিনি ৰাখি ইয়াক প্ৰস্তুত কৰা হৈছে। কংগ্ৰেছে ক্ষোভেৰে এই শাসনতন্ত্ৰ দলিয়াই দিলে আৰু কাৰ্য্যতঃ ভাৰতত ইয়াৰ গুণ ৰখানোঁতা এজনো নোলাল।

প্ৰথমতে শাসনতন্ত্ৰৰ প্ৰাদেশিক ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰা হ'ল। শাসনতন্ত্ৰ নামানিলেও আমি নিৰ্ব্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ঠিৰাং কৰিলোঁ। ইয়াৰদ্বাৰা আমি লাখ লাখ ভোটদাতা আৰু আন আনসকলৰ ঘনিষ্ঠ স্পৰ্শকত আহিব পাৰিম। মই নিজে নিৰ্ব্বাচনৰ প্ৰাৰ্থী নাছিলোঁ, মই কংগ্ৰেছী প্ৰাৰ্থীৰ সপক্ষে গোটেই ভাৰততে ভ্ৰমণ কৰিবলৈ ধৰিলোঁ আৰু মোৰ ধাৰণা এই নিৰ্ব্বাচন বিষয়ত মই এটা প্ৰায় 'ৰেকৰ্ডেই' সৃষ্টি কৰিছোঁ। চাৰি মাহৰ ভিতৰত মই প্ৰায় পঞ্চাছ হেজাৰ মাইল ভ্ৰমণ কৰিছোঁ, সকলো ধৰণৰ যান-বাহন ব্যৱহাৰ কৰিছোঁ আৰু এনেকুৱা দুৰৈৰ গাওঁ-ভূঁই অঞ্চললৈকো গৈছোঁ য'ত যান-বাহনৰ প্ৰায় কোনো ব্যৱস্থাই নাই। উৰা-জাহাজ, ৰেল, মটৰ, লৰী, বেলেগ বেলেগ ধৰণৰ ঘোঁৰা-গাড়ী, গৰু-গাড়ী, চাইকেল, হাতী, উট, ঘোঁৰা, জাহাজ, নাৱেঁদি আৰু খোজ কাঢ়ি মই ভ্ৰমণ কৰিছোঁ।

মই মাইক্ৰোফন আৰু লাউড-স্পীকাৰ লগত লৈ যাওঁ, দিনে দহ-বাৰখন সভাত বক্তৃতা দিবলগীয়া হয়, বাটৰ কাষত গোটখাই থকা জনতাৰ আগতো কথা ক'বলগীয়া হৈছিল। ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ সভাত লাখ মানুহৰ সমাগম হৈছিল। গড়ে বিছ হাজাৰ মানুহ প্ৰত্যেক সভাতে উপস্থিত থাকে। সদায় সভাবিলাকত গোট খোৱা মানুহৰ সংখ্যা একলাখমান হয়গৈ, কেতিয়াবা আকো এই সংখ্যাও ছেৰাই যায়। থুলমুলকৈ সভাবিলাকত এক কোটি মানুহে মোৰ বক্তৃতা শুনিছে আৰু বাটে বাটে মই ফুৰা সময়ত লগ পোৱা মানুহ কিজানি আৰু লাখ লাখ হ'ব।

ভাৰতৰ উত্তৰ সীমাৰপৰা দক্ষিণৰ সাগৰলৈকে ইঠাইৰপৰা সিঠাইলৈ মই বেগেৰে ভ্ৰমণ কৰিছোঁ। জিৰাবলৈ আজৰিয়েই নাই বুলিব পাৰি, মুহূৰ্ত্তৰ উত্তেজনা আৰু মোৰ চাৰিউফালৰ বিপুল উৎসাহ উত্তেজনাত মই মগ্ন আছিলোঁ। শাৰীৰিক সহনশীলতাৰ অসাধাৰণ দৃষ্টান্ত দেখি বিস্ময় মানিলোঁ। এই নিৰ্ব্বাচনৰ কাৰণে বহুত মানুহেই আমাৰ পক্ষে প্ৰচাৰকাৰ্য্যত যোগ দিছিল। আৰু দেশ জুৰি উৎসাহ সৃষ্টি কৰিছিল আৰু সকলোতে এটা নতুন জীৱন সঞ্চাৰিত হোৱা দেখা পোৱা গ'ল। নিৰ্ব্বাচনী প্ৰচাৰকাৰ্য্যৰ বাহিৰেও ই আমাৰ কাৰণে বেচি কাম কৰিছিল। ত্ৰিছ লাখ ভোটদাতাৰ বাহিৰেও ভোটাধিকাৰহীন লাখ-কোটি নৰনাৰী আমাৰ লক্ষ্য আছিল।

এই বহল ভ্ৰমণৰ আৰু এটা দিশে মোক বেচি আকৰ্ষণ কৰিছিল। মোৰ পক্ষে এই ভ্ৰমণ ভাৰতবৰ্ষ আৰু তাৰ জনগণক আৱিষ্কাৰ কৰাৰ ভ্ৰমণ। মহান বৈচিত্ৰ্যেৰে ভৰা মোৰ দেশৰ হাজাৰ হাজাৰ দিশ মই দেখা পালোঁ তথাপি সকলোতে বৈচিত্ৰ্যৰ মাজত ঐক্য অতি স্পষ্ট। মোৰ ফালে মৰমেৰে চোৱা হাজাৰ চকুলৈ মই ৰ লাগি চাই থাকোঁ, তাৰ পাচ ফালে কি ভাব লুকাই আছে তাক বুজিবৰ চেষ্টা কৰোঁ। ভাৰত-বৰ্ষক মই যিমানেই দেখোঁ, সিমানেই মোৰ মনত ভাব হয়, ইয়াৰ অনন্ত সৌন্দৰ্য্য

আৰু বিচিত্ৰতাৰ মই নো বাৰু কিমানখিনি জানো, আৱিষ্কাৰ কৰিবলগীয়া আৰু কিমান যে আছে! মনত ভাব হয় ভাৰতে যেন প্ৰায়েই মোৰ ফালে চাই হাঁহে, কেতিয়াবা মোক বিদ্ৰূপ কৰে; কেতিয়াবা আকৌ মোহিনী মায়াৰে আকৰ্ষণ কৰে।

সুযোগ অতি কম যদিও তাৰ মাজতে এদিন আজৰি উলিয়াই কিছুমান কাষৰে-পাজৰে থকা বিখ্যাত ঠাই চাইছোঁ—অজন্তাৰ গুহাবোৰ আৰু সিন্ধু উপত্যকাৰ মহেঞ্জদাৰু। খন্তেকৰ কাৰণে মই অতীতৰ মাজলৈ উভতি গ'লোঁ। বোধিসত্ত্ব আৰু অজন্তাৰ গুহাৰ গাত আঁকি থোৱা শুৱনি তিৰোতাসকলে মোৰ মন ভৰাই তুলিলে। কেইদিনমান পিচত, খেতিৰ পথাৰত কাম কৰি থকা আৰু গাঁৱৰ কুৱাঁৰ-পৰা পানী তুলি থকা তিৰোতাসকলক দেখি মোৰ অজন্তাৰ তিৰোতাসকললৈ মনত পৰিল, বিস্ময়েৰে অন্তৰ ভৰি পৰিল।

সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছৰ জয় হ'ল আৰু প্ৰদেশসমূহত আমাৰ মন্ত্ৰিত্ব গ্ৰহণ কৰা উচিত হ'ব নে নহয়, এই বিষয়ে ঘোৰ তৰ্কবাদ হ'বলৈ ধৰিলে। বৰলাট বা গৱৰ্ণৰসকলে হস্তক্ষেপ নকৰিব, এই বুজাবুজিৰ সৰ্ত্তত আমি মন্ত্ৰিত্ব গ্ৰহণ কৰি-বলৈ মান্তি হ'লোঁ।

১৯৩৭-ৰ জহকালি মই ব্ৰহ্মদেশ আৰু মালয় ভ্ৰমণ কৰিবলৈ গ'লোঁ। ইয়াতো ছুটী নাই। মোৰ লগে লগে বিশাল জনতা আৰু নানা ধৰণৰ অনুষ্ঠান সদায় হ'বলৈ ধৰিলে। তথাপি ভাল লাগিল এই পৰিৱৰ্ত্তন। ব্ৰহ্মদেশৰ ফুলৰ দৰে ডেকা তেজেৰে উদ্দীপ্ত মানুহবিলাক দেখি, লগ পাই বৰ ভাল লাগিল, অঙ্গ-প্ৰত্যঙ্গত পুৰণিকালৰ সাঁচ থকা ভাৰতীয় লোকসকলতকৈ এওঁলোক কিমান যে বেলেগ!

ভাৰতত আমাৰ সন্মুখত নতুন সমস্যাই দেখা দিলে। সৰহভাগ প্ৰদেশতে কংগ্ৰেছ চৰকাৰ ক্ষমতাৰ আসনত অধিষ্ঠিত হ'ল আৰু সৰহভাগ মন্ত্ৰীয়েই ইয়াৰ আগতে বহুদিন ফাটেক খটা মানুহ। মোৰ ভনী বিজয়লক্ষ্মী পণ্ডিত যুক্তপ্ৰদেশৰ এগৰাকী মন্ত্ৰী হ'ল। এওঁৱেই ভাৰতত প্ৰথম মহিলা মন্ত্ৰী। কংগ্ৰেছ মন্ত্ৰীমণ্ডল গঠন হোৱাৰ লগে লগেই দেশৰ সকলোতে সকলোৱে এটা সকাহ পোৱাদি পালে, যেন এখন মেটমৰা ভাৰৰ বোজা মুৰৰপৰা নামিছে। গোটেইখন দেশতে এটা নতুন জীৱনৰ সঞ্চাৰ হ'ল আৰু খেতিয়ক আৰু বনুৱাসকলে অবিলম্বে এটা ডাঙৰ পৰি-ৱৰ্ত্তন হ'ব বুলি আশা কৰিবলৈ ধৰিলে। ৰাজনৈতিক বন্দীসকলক মোকোলাই দিয়া হ'ল আৰু ব্যক্তি-স্বাধীনতাৰ সীমা বহুতখিনি বহলাই দিয়া হ'ল, যিমানখিনি আগতে কেতিয়াও হোৱা নাছিল। কংগ্ৰেছী মন্ত্ৰীসকলে কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে, আনকো সেই মতেই খটাবলৈ ধৰিলে। কিন্তু তেওঁলোকে চৰকাৰৰ পুৰণি যন্ত্ৰ লৈয়েই চলিব লগা হ'ল আৰু ই যে কেৱল বিদেশীয়েই সি নহয়, প্ৰায়েই শত্ৰুভাৱৰ। আনকি ওখ থাপৰ কৰ্ম্মচাৰীসকলো তেওঁলোকৰ শাসনাধীন নাছিল। দুবাৰ গৱৰ্ণৰৰ লগত মতভেদৰ ফলত মন্ত্ৰীসকলে পদত্যাগ কৰিব খুজিলে। গৱৰ্ণৰে মন্ত্ৰীসকলৰ মত মানি লৈ সঙ্কটৰ হাত সাৰিল। কিন্তু চিভিল চাৰ্ভিছ, পুলিচ আৰু আন আন গৱৰ্ণৰৰ পৃষ্ঠপোষকতাত আৰু শাসনতন্ত্ৰৰ ৰক্ষা-কৱচৰ বলত পুৰণি চৰকাৰী বিভাগসমূহৰ শক্তি আৰু প্ৰভাৱ বৰ বেচি আৰু বহুত উপায়ে তাৰ প্ৰয়োগ-

লোকে অনুভৱ কৰাব পাৰে। অগ্ৰগতি অতি ধীৰে ধীৰে হ'ল আৰু অসন্তোষে দেখা দিলে।

এই অসন্তোষ কংগ্ৰেছৰ মাজেদি দেখা দিলে। যিসকল বেচি প্ৰগতিশীল তেওঁলোক অধৈৰ্য্য হৈ উঠিল। ঘটনাৰ গতি দেখি মোৰো বৰ অশান্তি লাগিল। মই লক্ষ্য কৰিলোঁ আমাৰ ইমান ওখ খাপৰ সংগ্ৰামশীল প্ৰতিষ্ঠানটো লাহে লাহে এটা নিৰ্ব্বাচন চলোৱা যন্ত্ৰত পৰিণত হ'বলৈ ধৰিছে। এনেকুৱা ভাব হ'ল যেন স্বাধীনতাৰ যুঁজ অনিবাৰ্য্য আৰু এই প্ৰাদেশিক স্বায়ত্তশাসন এটা সাময়িক ঘটনা মাত্ৰ। ১৯৩৮ চনৰ এপ্ৰিল মাহত কংগ্ৰেছ মন্ত্ৰীসকলৰ কাৰ্য্য সম্পৰ্কে অসন্তোষ প্ৰকাশ কৰি মই গান্ধীজীলৈ এখন চিঠি দিলোঁ। "তেওঁলোকে পুৰণি ব্যৱস্থাৰ লগত নিজকে খাপ খুৱাই লবলৈ ধৰিছে আৰু তাকে সমৰ্থন কৰি যুক্তিও দিছে। বেয়া হ'লেও এইখিনি কিজানি সহ্য কৰিবও পাৰি। কিন্তু তাতকৈও বেচি বেয়া হৈছে এইটোহে যে বহুত কষ্ট কৰি জনসাধাৰণৰ অন্তৰত আমি যি ওখ আসন পাতিছিলোঁ, তাক হেৰুৱাব খুজিছোঁ। আমি অতি সাধাৰণ ৰাজনীতি কৰা মানুহৰ শাৰীলৈ নামি গৈছোঁ।"

কিজানি মই কংগ্ৰেছী মন্ত্ৰীসকলৰ ওপৰত অকাৰণতে কঠোৰ হৈছিলোঁ। পাৰিপাৰ্শ্বিক অৱস্থা আৰু সাধাৰণভাৱে দেশৰ অৱস্থাই কিজানি এই ত্ৰুটীৰ বাবে দায়ী। জাতীয় কামৰ বহু ক্ষেত্ৰতে মন্ত্ৰীসকলে বহুত ডাঙৰ ডাঙৰ কাম কৰিছিল সন্দেহ নাই। কিন্তু তেওঁলোকে কিছুমান সীমাৰ মাজত কাম কৰিবলগীয়া হয় আৰু আমাৰ সমস্যাবিলাকে এই সীমা পাৰ হ'বলৈকে নিৰ্দ্দেশ দিয়ে। তেওঁলোকে যিখিনি ভাল কাম কৰিছে তাৰ ভিতৰত খেতিয়কসকলৰ দুখ কিছু লাঘৱ কৰিবৰ কাৰণে আইন প্ৰণয়ন কৰা আৰু বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰা। বুনিয়াদী শিক্ষাৰ উদ্দেশ্য হ'ল দেশৰ ল'ৰাছোৱালীক ৭ বছৰৰপৰা ১৪ বছৰ বয়সলৈকে এই সাত বছৰ বিনা মাছুলে বাধ্যতামূলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা। ইয়াৰ লক্ষ্য হ'ল কোনো কাৰিকৰী শিক্ষাৰ লগত আধুনিক নিয়মেৰে শিক্ষা দিয়া আৰু শিক্ষাৰ উৎকৰ্ষত ব্যাঘাত নজন্মোৱাকৈ খৰচ-পাতি কমাই দিয়া। ভাৰতবৰ্ষৰ নিচিনা ডাঙৰ দেশ এখনত লাখ লাখ ল'ৰাছোৱালীৰ শিক্ষাৰ ব্যৱস্থাত খৰচৰ কথাটো ঘাই কথা। এই ব্যৱস্থাত ভাৰতৰ শিক্ষা নীতিৰ বৈপ্লৱিক পৰিৱৰ্ত্তন হৈছে আৰু ইয়াৰ ভৱিষ্যৎ সম্ভাৱনা যথেষ্ট আছে।

উচ্চ শিক্ষা আৰু জনস্বাস্থ্যৰ ওপৰত বৰ বেচি ভিৰ দিয়া হ'ল। কিন্তু পদত্যাগ কৰাৰ আগলৈকে কংগ্ৰেছ চৰকাৰবিলাকৰ উদ্যম বৰ বেচি কৃতকাৰ্য্য হোৱা নাই। সি যিকি নহওক, প্ৰাপ্তবয়স্কৰ শিক্ষাৰ ব্যৱস্থা উৎসাহেৰেই কৰা হৈছিল আৰু তাৰ ফলো হওঁতে ভালেই হৈছিল। গাৱঁৰ পুনৰ্গঠনৰ ওপৰতো বিশেষ চকু দিয়া হৈছিল।

কংগ্ৰেছ চৰকাৰসমূহৰ কামৰ তালিকা সৰুসুৰা নহয় কিন্তু এই ভাল কামে ভাৰতৰ ঘাই সমস্যা সমাধান কৰিব নোৱাৰে। তাৰ কাৰণে আৰু গভীৰ আৰু মৌলিক পৰিৱৰ্ত্তন লাগে; সকলো শ্ৰেণীৰ ন্যস্ত স্বাৰ্থৰক্ষক সাম্ৰাজ্যবাদী ব্যৱস্থাৰ পৰিৱৰ্ত্তন বৰ আৱশ্যকীয়।

গতিকে কংগ্ৰেছৰ ভিতৰত ধীৰপন্থী আৰু দ্ৰুতপন্থীসকলৰ মাজত কাজিয়া বাঢ়িবলৈ ধৰিলে। ১৯৩৭ চনৰ অক্টোবৰ মাহত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভাত এই কাজিয়া সন্মন্ধভাৱেই দেখা দিলে। তাতে গান্ধীজীয়ে বৰ বেজাৰ পালে। তেওঁ ভিতৰুৱাকৈ বৰ চোকা মন্তব্য প্ৰকাশ কৰিলে। পিচত তেওঁ এটা প্ৰবন্ধত লিখিলে যে, কংগ্ৰেছৰ সভাপতি হিচাপে মোৰ কিছুমান কাম তেওঁ সমৰ্থন নকৰে।

মই বুজি পালোঁ কাৰ্য্যকৰী সমিতিৰ সদস্যৰ দায়িত্ব লৈ কাম কৰা মোৰ পক্ষে আৰু সম্ভৱ নহয়; কিন্তু মই ঠিক কৰিলোঁ কোনো সঙ্কট সৃষ্টি কৰা উচিত নহ'ব। মোৰ কংগ্ৰেছৰ সভাপতিৰ কাৰ্য্যকালো শেষ হৈ আহিল আৰু মই মনে মনে আঁতৰি যাম। অগাপিচাকৈ দুবছৰ মই সভাপতি হৈ আছোঁ মোক আৰু এবাৰ সভাপতি নিৰ্ব্বাচন কৰাৰ কথা উঠিল। কিন্তু মই আকৌ প্ৰাৰ্থী নহওঁ বুলি মনে মনে থিৰাং কৰিলোঁ। এই সময়ত মই এটা বুধি খটুৱাই নিজেই মনে মনে বৰ ৰং পালোঁ। মই লিখা এটা প্ৰবন্ধ লিখকৰ নাম নোহোৱাকৈ "মডাৰ্ন ৰিভিউ" আলোচনীত প্ৰকাশ পালে। তাত মই মোৰ আকৌ নিৰ্ব্বাচন হোৱাৰ প্ৰতিবাদ কৰিছিলোঁ। কোনেও, আনকি সম্পাদকেও নাজানিছিল প্ৰবন্ধটোৰ লেখক কোন আৰু মই মোৰ সহকৰ্ম্মী আৰু আনসকলৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া কি হয় কৌতূহলেৰে চাই থাকিলোঁ। প্ৰবন্ধৰ লেখক কোন তাকে লৈ নানান জল্পনা-কল্পনা চলিল, কিন্তু জন গ্ৰান্থাৰে তেওঁৰ "ইনছাইড এছিয়া" কিতাপত নিলিখালৈকে অতি কম মানুহেই সত্যটো জানিব পাৰিলে।

পিচে কংগ্ৰেছ অধিবেশনত সুভাষ বসু সভাপতি নিৰ্ব্বাচিত হ'ল। অধিবেশন হৰিপুৰাত বহিছিল আৰু ইয়াৰ পিচতে মই ইউৰোপলৈ যাত্ৰা কৰিম বুলি ঠিক কৰিছিলোঁ। মোৰ ছোৱালীজনী চোৱাৰ ইচ্ছা আছিল কিন্তু ঘাই উদ্দেশ্য আছিল মোৰ ভাগৰি যোৱা আৰু থেলিমেলি লাগি থকা মনটোক জীপাই তোলা।

কিন্তু শান্তিৰে চিন্তা কৰা বা মনৰ এন্ধাৰ কেনবিলাকত পোহৰ পেলাই ভালকৈ চোৱাৰ ঠাই ইউৰোপ নহয়। ইয়াত বেজাৰৰ ক'লা ছাঁ আৰু আহোঁ আহোঁ কৰি থকা ধুমুহাৰ ঠিক আগৰ নিস্তব্ধ অৱস্থা। এয়া ১৯৩৮ চনৰ ইউৰোপ; মিঃ নেভিল চেম্বাৰলেইনৰ লোকৰ মন যোগোৱাৰ নীতি পুৰা উদ্যমেৰে চলি আছে কৃতঘ্নতাত আহত হোৱা, মৰিমুৰ হোৱা জাতিসমূহৰ দেহৰ ওপৰেদি গৰ্চাক-ফেনেকি মিউনিকৰ চূড়ান্ত পৰিণতিৰ ফালে গতি কৰি। এই সঙ্ঘৰ্ষেৰে ভৰা ইউৰোপত মই উৰাজাহাজেৰে গৈ বাৰ্ছিলোনা পালোঁগৈ। ইয়াত মই পাঁচ দিন থাকি প্ৰত্যেক ৰাতি বোমাবৰ্ষণ চাই থাকিলোঁ। ইয়াত আৰু বহুত কিবাকিবি দেখিলোঁ যি মোক বাৰুকৈয়ে প্ৰভাৱান্বিত কৰিলে। এই অভাৱ আৰু ধ্বংসৰ মাজত ঘনীভূত হৈ অহা সৰ্ব্বনাশৰ মাজত মই ইউৰোপৰ আন সকলো ঠাইতকৈ বেচি শান্তি অনুভৱ কৰিবলৈ ধৰিলোঁ। ইয়াত পোহৰ আছে, সাহস আৰু সঙ্কল্পৰ পোহৰ, আৰু লাগতিয়াল কিবা এটা কৰিবৰ হেঁপাহ।

মই ইংলেণ্ডলৈ গৈ একমাহ থাকিলোঁ আৰু তাত নানা মতৰ নানা লোকৰ লগত কথা বতৰা হ'ল। সাধাৰণ লোকৰ মাজত মই পৰিৱৰ্ত্তন লক্ষ্য কৰিলোঁ আৰু সি ভালৰ ফালেই বুলি অনুমান হ'ল। কিন্তু ওপৰৰ ফালে কোনো পৰিৱৰ্ত্তন নাই,

তাত চেম্বাৰলেইন-মতবাদৰে পয়োভৰ। তাৰ পিচত গ'লো চেকোশ্লোভাকিয়ালৈ। সবাতোকৈ উন্নত নৈতিক ভিত্তিত থিয় হোৱাৰ ভাওধৰি আপুনি আপোনাৰ বন্ধু আৰু আপোনাৰ নিজৰ আদৰ্শৰ প্ৰতি কেনেকৈ বিশ্বাসঘাতকতা কৰিব পাৰে তাকে দেখিলোঁ অলৈ গৈ। মিউনিক সঙ্কটৰ সময়ত মই লণ্ডন, পেৰিচ আৰু জেনেভাৰ পৰা এই খেলখন দেখি শুনি বহুত আচৰিত আচৰিত সিদ্ধান্তত উপনীত হ'লোঁ। এটাইতকৈ বেচি আচৰিত হ'লো, যিবিলাক জাতি আৰু সমস্তিক মানুহে আগবঢ়া বুলি কয়, সঙ্কটৰ মুহূৰ্ত্তত তেওঁলোকৰ তেনেই আইধা পৰা দেখি। জেনেভাই মোৰ মনত প্ৰাচীন কালৰ ধ্বংসাৱশেষৰ কথা মনত পেলাই দিয়ে। তাত যিবিলাকৰ কেন্দ্ৰ আছিল তেনেকুৱা শ শ আন্তৰ্জাতিক প্ৰতিষ্ঠানৰ মৰাশবোৰ অ'ত ত'ত সিঁচৰতি হৈ আছে। যুদ্ধৰ সম্ভাৱনা নোহোৱা হোৱাত লণ্ডনে গভীৰ শান্তি লাভ কৰিছে, আনবিলাকৰ তেহেলৈ যেই হওক নহওক, তালৈ তেওঁলোকৰ কাণসাৰ নাই। তাৰ মূল্য দিবলগীয়া হৈছে আনবিলাকে। হওক কোনো কথা নাই; কিন্তু বছৰেক পাৰ হৈ নোযাওঁতেই কথা বেলেগ হৈ আহিল। প্ৰতিবাদ হ'লেও মিঃ চেম্বাৰলেইনৰ গ্ৰহ ভাললৈ আহিল। পেৰিয়ে বিশেষকৈ তাৰ মধ্যবিত্ত শ্ৰেণীয়ে মোক বৰ বেজাৰ দিলে। তেওঁলোকে সমূলি ত-ৰাম-গঙ্গা একোকে নামাতিলে। এয়ে হ'লগৈ ৰাষ্ট্ৰবিপ্লৱ কৰা পেৰিৰ অৱস্থা—যি পেৰিক সমগ্ৰ পৃথিৱীয়ে স্বাধীনতাৰ প্ৰতীক বুলি স্বীকৃতি দিছিল।

বেজাৰেৰে উভতি আহিলোঁ ইউৰোপৰপৰা। বহুত ভ্ৰমাত্মক ধাৰণা ভাগি-ছিগি অন্ত হৈ গ'ল। আহোঁতে বাটত ইজিপ্তত সোমালোঁ। তাৰ ওৱাফদ্ দলে মোক বৰ আদৰ সাদৰ কৰিলে। তেওঁলোকক লগ পাই আৰু বিৱৰ্ত্তনৰ পথত বৰ বেগেৰে আগবঢ়া জাগতিক অৱস্থাৰ পটভূমিত আমাৰ উমৈহতীয়া সমস্যাসমূহৰ বিষয়ে তেওঁলোকৰ লগত আলোচনা কৰিবলৈ পাই মনটো বৰ ভাল লাগিল। কেইমানমানৰ পিচত ওৱাফদ দলৰ এটা স'জাতী দল ভাৰতবৰ্ষলৈ আহি আমাক দেখা কৰিছিল। আমাৰ বছৰেকীয়া কংগ্ৰেছৰ অধিবেশনতো তেওঁলোক উপস্থিত আছিল।

ভাৰতত পুৰণি সমস্যা আৰু সংঘৰ্ষ চলিয়েই থাকিল আৰু সহকৰ্ম্মীসকলৰ লগত কেনেকৈ মই নিজকে খাপ খুৱাই লম সেই পুৰণি সমস্যাই মোৰ থাকি গ'ল। পৃথিৱীজোৰা এটা জাগৰণৰ ঠিক আগ মুহূৰ্ত্তত বহুত কংগ্ৰেছী লোক সৰু-সুৰা কথাৰ প্ৰতিদ্বন্দ্বিতাৰে মেৰ খাই থকা দেখি বৰ বেজাৰ পালোঁ। তথাপি, কংগ্ৰেছৰ ওপৰ থাপৰ লোকসকলৰ কিছু অনুপাত জ্ঞান আৰু বুজাবুজি আছিল। কংগ্ৰেছৰ বাহিৰত অধোগতি আৰু বেচি স্পষ্ট। সাম্প্ৰদায়িক প্ৰতিদ্বন্দ্বিতা আৰু সংঘৰ্ষ বাঢ়িবলৈ ধৰিলে আৰু মিঃ জিন্নাৰ নেতৃত্বত মুছলিম লীগ আক্ৰমণাত্মকভাৱে জাতীয়তাবাদ বিৰোধী আৰু ঠেকমনা হৈ পৰিল। তেওঁলোকে এটা আচৰিত পন্থা লবলৈ ধৰিলে। নাছিল তেওঁলোকৰ কোনো গঠনমূলক নিৰ্দ্দেশ, নাছিল আনকি আধাবাটত লগ হোৱাৰো কোনো ভাব; তেওঁলোকক নো ঠিক কি লাগে, নাছিল তাৰো কোনো উত্তৰ। ঘৃণা আৰু হিংসাৰ ই এটা নেতিবাচক পথ মাত্ৰ, ভাবিলে নাৎছী প্ৰণালীলৈ মনত পৰে। সাম্প্ৰদায়িক প্ৰতিষ্ঠানসমূহৰ ক্ৰমে বাঢ়ি অহা স্থূলে বুলিচয়ে

ৰাজহুৱা জীৱনৰ ওপৰত প্ৰভাৱ পেলাইছিল। সেইটো দেখিছে মনত বৰ দুখ পালোঁ। অৱশ্যে মুছলিম প্ৰতিষ্ঠানো বহুত আছিল আৰু মুছলিম লীগক ভাল নোপোৱা আৰু কংগ্ৰেছক ভাল পোৱা মুছলমানো বহুত আছিল।

এই বাটেদি গৈ গৈ, মুছলীম লীগে অনিবাৰ্য্যৰূপেই ক্ৰমে আওবাটেদি যাবলৈ ধৰিলে আৰু অৱশেষত গৈ ভাৰতত গণতন্ত্ৰৰ বিপক্ষে আৰু আনকি ভাৰত বিভাজনৰ সপক্ষে দেখা-দেখিকৈয়ে থিয় দিলে। বৃটিছ বিষয়াসকলে তেওঁলোকৰ এই অসম্ভৱ দাবীবোৰত উদ্‌গনি দিলে কাৰণ, কংগ্ৰেছৰ প্ৰভাৱ দুৰ্ব্বল কৰিবৰ কাৰণে তেওঁলোকে মুছলিম লীগ আৰু ধ্বংসকাৰী শক্তিসমূহৰপৰা সুবিধা লোৱাৰ চেষ্টাত আছিল। ঠিক সেই সময়ত এটা কথা স্পষ্ট হৈ আহিছিল যে, সৰু সৰু জাতিবিলাকৰ পৃথিৱীত ঠাই নাই, আৰু তেওঁলোক যদি টিকি থাকিব খোজে তেন্তে সকলোৱে মিলি এটা জাতিসমূহৰ মিলিত প্ৰতিষ্ঠান কৰিবই লাগিব আৰু তেনে সময়তে উপস্থিত হৈছেহি ভাৰত বিভাজনৰ অদ্ভুত দাবী। এই দাবী পূৰণ কৰিবই লাগিব বুলি বৰ বেঁচ নেৰা-নেপেৰাকৈ লগাৰ অভিপ্ৰায় তেওঁলোকৰ বোধ হয় নাই, কিন্তু মিঃ জিন্নাই যি দ্বিজাতীয় সূত্ৰ আগ বঢ়াইছে, তাৰপৰা আপোনা-আপুনি গৈ সেইটোত পৰেগৈ। ধৰ্ম্মভাৱৰ বিভিন্নতাৰ লগত সাম্প্ৰদায়িকতাই গা কৰি উঠাটোৰ কোনো সম্বন্ধ নাই। এইবোৰ খাপ খুৱাই লব পৰা কথা। স্বাধীন, সংযুক্ত আৰু গণতান্ত্ৰিক ভাৰতবৰ্ষই বিচাৰিছিল তেওঁলোকৰ লগত এনে কিছুমান মানুহৰ সংঘৰ্ষ, যিবিলাক সদায় প্ৰতিক্ৰিয়াশীল আৰু সামন্ততন্ত্ৰত বিশ্বাসী। এই যে বেলেগ বেলেগ মতত বিশ্বাসী লোকসকলে ধৰ্ম্মৰ অনুশীলন কৰে আৰু ধৰ্ম্মৰ নামত সুবিধা আদায় কৰে, সেইটো মোৰ মানত সামাজিক বা ব্যক্তিগত জীৱনৰ এটা অভিশাপ আৰু বাধা। যি ধৰ্ম্মই আধ্যাত্মিকতা আৰু ভ্ৰাতৃভাৱ উদগাই তোলে বুলি মানুহে ভাবে, সিয়েই গৈ এতিয়া ঘৃণা, সংকীৰ্ণতা, নীচতা আৰু একেবাৰেই তল খাপৰ বস্তুবাদী ভাবৰ উহ হৈ পৰিছে গৈ।

১৯৩৯ চনৰ আগছোৱাত সভাপতি নিৰ্ব্বাচনৰ সময়ত কংগ্ৰেছৰ ভিতৰত এটা চৰম সঙ্কটাপন্ন অৱস্থা উপস্থিত হ'ল। দুৰ্ভাগ্যবশতঃ আবুল কালাম আজাদ নিৰ্ব্বাচনপ্ৰাৰ্থী হ'বলৈ অমান্তি হ'ল আৰু সুভাষচন্দ্ৰ বসু প্ৰতিদ্বন্দ্বিতা কৰি নিৰ্ব্বাচিত হ'ল। ইয়াৰপৰা নানা ধৰণৰ জটিলতাৰ আৰু অচল অৱস্থাৰ সৃষ্টি হ'ল আৰু সেই অৱস্থাই কেইবা মাহো চলি থাকিল। ত্ৰিপুৰী কংগ্ৰেছত অবাঞ্ছনীয় দৃশ্য দেখা গ'ল। সেই সময়ত মোৰ মনটো বৰ নিৰানন্দ আছিল আৰু এইদৰে কাম কৰি থাকিলে পিচত গৈ স্বাস্থ্য ভাগি পৰিব বুলি মোৰ আশঙ্কা হৈছিল। অৱশ্যে ৰাজনৈতিক জাতীয় আৰু আন্তৰ্জাতিক ঘটনাই মোক প্ৰভাৱিত কৰিছিল সঁচা, কিন্তু ৰাজহুৱা জীৱনৰ ঘটনা তাৰ প্ৰত্যক্ষ কাৰণ নাছিল। মোৰ নিজৰ ওপৰতে মই বিৰক্ত হৈ পৰিছিলোঁ; বাতৰি কাকতলৈ দিয়া এটা প্ৰবন্ধত মই লিখিছিলো—"তেওঁলোকক (মোৰ সহকৰ্ম্মীসকলক) মই সন্তোষ দিব পৰা নাই বুলি মোৰ ভয় হয়, কিন্তু তথাপি তাত একো আচৰিত হ'বলগীয়া নাই, কাৰণ মই নিজকে তাতকৈও কম সন্তোষহে দিব পাৰিছোঁ। এনেকুৱা মানুহে নেতৃত্ব দিব নোৱাৰে। যিমান সোনকালে মোৰ সহকৰ্ম্মীসকলে এই কথাটো উপলব্ধি কৰে,

সিমানে ভাল—তেওঁলোকৰ কাৰণেও ভাল, মোৰ কাৰণেও ভাল। মনটোৱে যথেষ্ট পটুতাৰেই কাম কৰি আছে, বুদ্ধিয়েও অভ্যাসৰ্বৰাবায় কাম চলাই যোৱাৰ শিক্ষা পাইছে কিন্তু সেই কামে সজীৱতা আৰু প্ৰাণশক্তি য'ৰপৰা পায়, সেই নিজৰাটোহে যেন শুকাই গৈছে।"

সুভাষ বসুৱে সভাপতিৰ পদ ইস্তফা দি ফৰোৱাৰ্ড ব্লক আৰম্ভ কৰিলে কংগ্ৰেছৰ প্ৰতিদ্বন্দ্বী প্ৰতিষ্ঠান হিচাপে। পিচে কিছু দিনৰ পিচতে তাৰ সামৰণি পৰিল, পৰিবৰ কথাও; কিন্তু ইয়ো ধ্বংসকাৰী সম্ভাৱনাবিলাকৰ লগতে যোগ দিলে আৰু দেশখন তললৈ যোৱাত সহায় কৰিলে। মুখত শুৱলা শুৱলা কথা লৈ দুঃসাহসিক আৰু সুবিধাবাদী শক্তিবিলাকে বক্তৃতাৰ কাৰণে এটা স্থান পালে—দেখি-শুনি জাৰ্ম্মেনীৰ নাৎছী অভ্যুত্থানৰ কথা নেভাবি নোৱাৰিলোঁ। তেওঁলোকৰ পন্থা আছিল এটা আঁচনিলৈ বুলি জনসাধাৰণৰ সমৰ্থন গোটোৱা আৰু পিচত গৈ তাক সমূলি বেলেগ এটা উদ্দেশ্য সাধনৰ কামত লগোৱা।

কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিৰপৰা ইচ্ছা কৰিয়েই মই বাহিৰত থাকিলোঁ। মই অনুভৱ কৰিলোঁ যে তেওঁলোকৰ লগত নিজকে ভালকৈ খাপ খুৱাব নোৱাৰিম আৰু তেওঁলোকৰ বহুতখিনি কাম মই ভাল পোৱা নাই। ৰাজকোট সংক্ৰান্ত বিষয়ত গান্ধীজীৰ অনশন আৰু তাৰ পিচৰ ঘটনাৱলীয়ে মোৰ মনটো বিচলিত কৰি পেলালে। তেতিয়া মই লিখিছিলোঁ, "ৰাজকোটৰ ঘটনাৱলীৰ পিচত অসহায় ভাবটো আৰু বাঢ়িল। যিটো নিজে ভালকৈ বুজি নাপাওঁ, সেই ক্ষেত্ৰত মই কাম কৰিব নোৱাৰোঁ,, আৰু যিবোৰ ঘটনা ঘটিল তাৰো যুক্তি মই বুজিব পৰা নাই।" তাৰ লগতে এইখিনিও যোগ দিলোঁ, আমি এতিয়া কোনটো বাছি লম সেইটো এটা টান প্ৰশ্ন হিচাপে আমাৰ আগত দেখা দিছে আৰু সেইটো কোনো সোঁ পন্থা বাওঁ পন্থাৰ প্ৰশ্ন বা কোনো ৰাজনৈতিক সিদ্ধান্তৰ কথাও হোৱা নাই। নভবা নিচিন্তাকৈয়ে আমি এতিয়া এনে কিছুমান সিদ্ধান্ত মানি লব লাগিব, যিবিলাক পৰস্পৰ-বিৰোধী আৰু যিবিলাকৰ কোনো যুক্তিপূৰ্ণ পৰিণতি বা বিৰোধিতা বা নিষ্ক্ৰিয়তা একো নাই। ইয়াৰ কোনোটো পথকে সহজে অনুমোদন কৰিব নোৱাৰি। যিটো ভাল নালাগে বা ইচ্ছা কৰি মানি লব নোৱাৰি, তেনেকুৱা এটা কথা গ্ৰহণ কৰিবলগীয়া হ'লে মনটো গধুৰ আৰু অলৰ-অচৰ হৈ পৰে। এনেকুৱা ভিত্তিত কেনো ডাঙৰ আন্দোলন চলাব নোৱাৰি; গণতান্ত্ৰিক আন্দোলন যে নোৱাৰিয়েই। বিৰোধ কৰাটো টান হৈ পৰে যদি সেই বিৰোধে আমাক দুৰ্ব্বল কৰি তোলে আৰু প্ৰতিপক্ষক সহায় কৰে। সকলো ফালৰপৰা যেতিয়া কামৰ কাৰণে আহ্বান আহে তেতিয়া নিষ্ক্ৰিয় হৈ বহি থাকিলে তাৰপৰা নিৰাশা আৰু নানা ধৰণৰ মনৰ বিকাৰবোৰ আহি পৰে।"

১৯৩৮-ৰ শেষত ইউৰোপৰপৰা উভতি আহি পোৱাৰ পিচতেই দুটা কামে মোৰ মনোযোগ আকৰ্ষণ কৰিলে। লুধিয়ানাত বহা সৰ্ব্বভাৰতীয় দেশীয় ৰাজ্যৰ জনসভাত মই সভাপতিত্ব কৰিছিলোঁ আৰু এনেকৈয়ে অৰ্দ্ধসামন্ত-তান্ত্ৰিক দেশীয় ৰাজ্যবিলাকৰ প্ৰগতিশীল আন্দোলনৰ লগত বেচি ঘনিষ্ঠভাৱে জড়িত হৈ পৰিলোঁ। এই দেশীয় ৰাজ্যবিলাকৰ বহুততে এটা আন্দোলনৰ ভাব জাগি উঠিছিল আৰু

তাৰপৰাই প্ৰায় ৰাজহুৱা প্ৰতিষ্ঠান আৰু কৰ্তৃপক্ষৰ মাজত সংঘৰ্ষই দেখা দিছিল। কৰ্তৃপক্ষই বৃটিছ সৈন্যদলৰপৰাও সহায় পাইছিল। এই দেশীয় ৰাজ্যবিলাকৰ বিষয়ে বা মধ্যযুগীয় ভগ্নাৱশেষবিলাকৰ সংৰক্ষণ কৰাত বৃটিছ চৰকাৰে যি ভূমিকা গ্ৰহণ কৰিছে সেই বিষয়ে লিখিবলৈ ললে ভাষাৰ বাঘজৰীডাল টানি ৰখা কঠিনেই হৈ পৰে। দেশ দস্তুৰ দেখি জনাবুজা দুই এজন আছে যিসকলে প্ৰজাসকলৰ পক্ষে থিয় দিয়ে আৰু প্ৰকৃত সংস্কাৰ সাধন কৰিব খোজে কিন্তু সাৰ্ব্বভৌম কৰ্তৃপক্ষই বাট ভেটা দিয়ে। গণতান্ত্ৰিক ৰাষ্ট্ৰ এখনে পঞ্চম বাহিনীৰ কাম নকৰে।

এই পাঁচ শ পঞ্চাছখনমান দেশীয় ৰাজ্য একোটা বেলেগ বেলেগ ৰাজনৈতিক বা অৰ্থনৈতিক গোট হিচাপে থাকিব নোৱাৰে যে সেইটো দেখা কথা। গণতান্ত্ৰিক ভাৰতত তেওঁলোক সামন্ততান্ত্ৰিকৰ খোৰোং হৈ থাকিব নোৱাৰে। কেইখনমান ডাঙৰ ৰাজ্য গোটখাই হয়তো এখন যুক্তৰাজ্যৰ একোটা গোট হিচাপে থাকিব পাৰে, কিন্তু সৰু সৰু জাতিবিলাক একেবাৰেই লীন হৈ যাবই লাগিব। সৰু সুৰা সংস্কাৰে এই সমস্যা সমাধান কৰিব নোৱাৰে। এই দেশীয় ৰাজ্যৰ প্ৰথাটো যাবই লাগিব আৰু বৃটিছ চৰকাৰ যোৱাৰ লগে লগেই ই যাবই।

মোৰ সিটো কাম আছিল জাতীয় পৰিকল্পনা সমিতিৰ সভাপতিৰ পদ। প্ৰাদেশিক চৰকাৰবিলাকৰ সহযোগিতাত কংগ্ৰেছৰ অধীনত এই সমিতি গঠন কৰা হৈছিল। এই কামটোত আগবাঢ়ি গ'লোঁ আৰু সমিতিৰ পৰিসৰো বাঢ়ি যাবলৈ ধৰিলে আৰু ক্ৰমে ক্ৰমে ই গৈ জাতীয় জীৱনৰ সকলো দিককে সামৰি ললে। কৃষি বিষয়ক, উদ্যোগ বিষয়ক, সামাজিক, অৰ্থনৈতিক আৰু আৰ্থিক বেলেগ বেলেগ বিষয়সমূহত আমি উনত্ৰিছটা উপ-সমিতি গঠন কৰি দিলোঁ আৰু ভাৰতবৰ্ষৰ কাৰণে এটা পৰিকল্পিত অৰ্থনীতিৰ এখন আঁচনি প্ৰস্তুত কৰিবৰ কাৰণে তেওঁলোকৰ কামৰ এটা সমন্বয় সাধন কৰাৰ চেষ্টা কৰিলোঁ। আমাৰ এই আঁচনিৰ কেৱল বাহিৰৰ চাৰি সীমাটোহে থাকিব, বাকীখিনি পিচতহে ভৰোৱা হ'ব। পৰিকল্পনা সমিতি এতিয়াও চলি আছে কেইমাহমানৰ আগতে তাৰ কাম শেষ হোৱাৰ সম্ভাৱনাও নাই। মোৰ কাৰণে এইটো বৰ মনোমোহা কাম। ইয়াৰপৰা মই শিকিছোঁও বহুত। আমি যি আঁচনিকে প্ৰস্তুত নকৰোঁ সি যে স্বাধীন ভাৰতততহে কাৰ্য্যত পৰিণত হ'ব সেইটো স্পষ্ট। লগতে এইটোও স্পষ্ট যে, যি কোনো কাৰ্য্যকৰী আঁচনি কৰোঁতেই অৰ্থনৈতিক গাঁথনি সমাজতান্ত্ৰিক কৰাৰ কথা যে ভাবিব লাগিব সিও স্পষ্ট কথা।

১৯৩৯-ৰ জহকালি সিংহললৈ গৈছিলোঁ। তাত চৰকাৰ আৰু ভাৰতীয় মানুহৰ মাজত কাজিয়া হৈছিল। সেই ধুনীয়া দ্বীপটিলৈ আহি মোৰ বৰ ভাল লাগিছিল আৰু মোৰ তালৈ যোৱাই ভাৰত আৰু সিংহলৰ মাজত আগতকৈ ঘনিষ্ঠ সম্বন্ধ স্থাপিত হোৱাৰ পাতনি মেলিলে। চৰকাৰৰ সিংহলী সদস্যসকলকে ধৰি সকলোৰেপৰা মই বৰ মৰম-আদৰ পালোঁ। ভৱিষ্যতৰ যি কোনো ব্যৱস্থাতে ভাৰত আৰু সিংহল একেলগেই থাকিব লাগিব। ভৱিষ্যতৰ বিষয়ে মই যি ছবি আঁকিছো সি হৈছে এখন যুক্তৰাষ্ট্ৰ আৰু তাৰ ভিতৰত থাকিব চীন, আৰু ভাৰত. ব্ৰহ্মদেশ আৰু সিংহল, আফগানিস্তান আৰু বোধহয় আন আন দেশ। যুক্ত পৃথিৱী এখন হৈ যায় যদি সি যে আৰু ভালহে কথা।

১৯৩৯ চনত ইউৰোপৰ অৱস্থা ভয় লগা; ময়ো এটা সঙ্কটৰ সময়ত ভাৰত এৰি যাব নুখুজিলোঁ। কিন্তু কম সময়ৰ কাৰণে হ'লেও চীনলৈ যোৱাৰ ইচ্ছাটো হ'লে বৰ প্ৰবল আছিল। গতিকে চীনলৈ বুলি উৰাজাহাজত উঠিলোঁ আৰু ভাৰত এবাৰ দুনিৰ ভিতৰতে চুংকিং পালোঁগৈ। কিন্তু অৱশেষত গৈ যুদ্ধ আৰম্ভ হ'ল আৰু ময়ো ততাতৈয়াকৈ ভাৰতলৈ উভতি কোব লবলগীয়া হ'ল। স্বাধীন চীনত মই দুসপ্তাহতকৈ কম সময়হে আছিলোঁ কিন্তু ব্যক্তিগতভাৱে মোৰ কাৰণে, আৰু ভাৰত চীনৰ ভৱিষ্যৎ সম্বন্ধৰ কাৰণে এই ছোৱা কাল কেতিয়াও পাহৰিব নোৱাৰি। মোৰ এটা অন্তৰৰ অভিলাষ যে চীন আৰু ভাৰতবৰ্ষৰ ভিতৰত অতি ওচৰ সম্বন্ধ স্থাপিত হ'ব লাগে আৰু দেখি মোৰ বৰ আনন্দ লাগিল যে, চীনৰ নেতাসকলে, বিশেষকৈ চীনৰ একতা আৰু স্বাধীনতা লাভৰ সঙ্কল্পৰ প্ৰতীক সেই মহান ব্যক্তি চিয়াংকাই শ্বেকেও তেনেকুৱা ভাবকে দেখুৱালে। মাৰ্শ্বাল চিয়াংকাই শ্বেক আৰু তেওঁৰ পৰিবাৰক মই কেইবাবাৰো লগ পালোঁ আৰু নিজৰ নিজৰ দেশৰ বৰ্ত্তমান আৰু ভৱিষ্যতৰ বিষয়ে আলোচনা কৰিলোঁ। চীন আৰু চীনাসকলক মই আগেয়েও প্ৰশংসা কৰিছিলোঁ কিন্তু এইবাৰ মই তেওঁলোকৰ প্ৰতি আগতকৈও, বেচি প্ৰশংসা লৈ ভাৰতলৈ উভতিছোঁ। কেতিয়াবা ভাগ্যৰ দুৰ্ব্বিপাকে পুনৰায় নতুনকৈ ডেকা হৈ উঠা এই প্ৰাচীন জাতিটোৰ মনৰ উদ্যম ভাঙি পেলাব পাৰিব বুলি মই কেতিয়াও ভাবিব পৰা নাই।

ভাৰতবৰ্ষ আৰু যুদ্ধ। আমি কি কৰা উচিত? কেইবা বছৰো ধৰি আমি এই বিষয়ে চিন্তা কৰিছোঁ আমাৰ নীতিও ঘোষণা কৰি দিছোঁ। তথাপি, এনেকুৱাতো আমাৰ মানুহৰ বা কেন্দ্ৰীয় পৰিষদ, প্ৰাদেশিক চৰকাৰ বা জনসাধাৰণৰ মতামত নোলোৱাকৈয়ে বৃটিছ চৰকাৰে ভাৰতবৰ্ষক যুদ্ধৰত দেশ বুলি ঘোষণা কৰি দিলে। এই আওহেলা সহজে সহ্য কৰা টান, কাৰণ ইয়াৰপৰা বুজা যায় যে, ভাৰতত সাম্ৰাজ্যনীতি আগৰ দৰেই অলৰ অচৰ হৈ চলি আছে। ১৯৩৯-ৰ মাজ ভাগত কংগ্ৰেছ কাৰ্য্যকৰী সমিতিয়ে এটা দীঘলীয়া বিবৃতি দিলে। তাত আমাৰ অতীত আৰু বৰ্ত্তমান কৰ্ম্মনীতি স্পষ্টভাৱে কৈ দিয়া হ'ল আৰু বৃটিছ চৰকাৰক তেওঁলোকৰ যুদ্ধৰ উদ্দেশ্য কি বিশেষকৈ বৃটিছ সাম্ৰাজ্য নীতিৰ ক্ষেত্ৰত, তাক বুজাই দিবলৈ আহ্বান কৰা হ'ল। ফেচিজম্ আৰু নাৎছীজমক আমি সঘনে গৰিহণা দি আহিছোঁ কিন্তু আমাক গৰাকি থকা সাম্ৰাজ্যবাদ যিটো তাৰ লগতহে আমাৰ বেচি ওচৰ সম্বন্ধ। এই সাম্ৰাজ্যবাদ যাব নে? ভাৰতৰ স্বাধীনতা আৰু এখন গণ-পৰিষদৰ যোগে নিজা শাসনতন্ত্ৰ গঠন কৰাৰ ক্ষমতা তেওঁলোকে মানি লৈছে জানো? কেন্দ্ৰীয় চৰকাৰৰ ওপৰত বাইজে মাত মাতিব পৰাৰ কি উপায় অৱলম্বন কৰা হ'ব? পিচত যি কোনো সংখ্যালঘু সমষ্টিয়ে কৰা যি কোনো আপত্তি খণ্ডাবৰ কাৰণে গণপৰিষদৰ ধাৰণাটোৰ আৰু বেচি বহল ব্যাখ্যা দিয়া হ'ল। কৈ দিয়া হ'ল. যে এই পৰিষদত সংখ্যালঘু সমষ্টিৰ দাবীসমূহৰ মীমাংসা সেই সংশ্লিষ্ট সমষ্টিৰ সম্মতি লৈহে কৰা হ'ব, সংখ্যাগুৰুসকলৰ ভোটৰদ্বাৰা নহয়। যদি কোনো বিষয়ত কোনো মীমাংসাত উপনীত হ'ব পৰা নহয়, তেন্তে সেই বিষয়টো চূড়ান্ত মীমাংসাৰ কাৰণে নিৰপেক্ষ বিচাৰকৰ হাতত দিয়া হ'ব। গণতন্ত্ৰৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা

এইটো বৰ নিৰাপদ প্ৰস্তাৱ হোৱা নাই কিন্তু সংখ্যালঘুসকলৰ সন্দেহ দূৰ কৰিবলৈ কংগ্ৰেছে যি কোনো কামকে কৰিবলৈ প্ৰস্তুত আছিল।

বৃটিছ চৰকাৰে তাৰ স্পষ্ট উত্তৰ দিলে। আমাৰ আৰু সন্দেহ নাথাকিল যে, তেওঁলোকে তেওঁলোকৰ যুদ্ধৰ উদ্দেশ্য পৰিষ্কাৰকৈ কৈ দিব নোখোজে আৰু বাইজৰ প্ৰতিনিধিৰ হাতত চৰকাৰ পৰিচালনাৰ দায়িত্বও এৰি দিব নোখোজে। তাতে প্ৰদেশ-সমূহৰ কংগ্ৰেছ মন্ত্ৰীসভাসমূহে ইস্তফা দিলে, কাৰণ এনেকুৱা সৰ্ত্তত তেওঁলোকে যুদ্ধ চলোৱাত সহযোগিতা কৰিব নোৱাৰে। শাসনতন্ত্ৰ স্থগিত ৰখা হ'ল। এক-তন্ত্ৰী শাসনৰ পুনঃ প্ৰতিষ্ঠা হ'ল। পাছিমীয়া দেশত, নিৰ্ব্বাচিত পাৰ্লামেণ্ট আৰু ৰজাৰ স্বকীয় ক্ষমতাৰ মাজত হোৱা যুদ্ধৰ ফলত ইংলণ্ড আৰু ফ্ৰান্সৰ দুজন ৰজাই মূৰ দিবলগীয়া হৈছিল। শাসনতন্ত্ৰ সম্পৰ্কে হোৱা সেই পুৰণি সংঘৰ্ষ আহি ভাৰতৰ গঢ় লৈ উঠিছে। কিন্তু অকল এই শাসনতন্ত্ৰ সম্পৰ্কীয় কথাই নহয় ইয়াতকৈ বহুত বেচি গুৰুতৰ কথা আহি পৰিল। আগ্নেয়গিৰি ফুটা নাই স'চা, কিন্তু আগ্নেয়গিৰি যে আছে তাক অনুভৱ কৰিব পৰা গৈছিল, তাৰ গুম্‌গুমনিও শুনা গৈছিল।

অচলাৱস্থা চলি থাকিল। ইতিমধ্যে নতুন নতুন আইন আৰু অৰ্ডিনেন্স আমাৰ ওপৰত জাৰী হ'বলৈ ধৰিলে; কংগ্ৰেছপন্থী আৰু আন আন বহুতেই ক্ৰমে বেচি বেচি সংখ্যাত গ্ৰেপ্তাৰ হ'বলৈ ধৰিলে। খং বাঢ়িবলৈ ধৰিলে আৰু আমাৰ ফালৰপৰা কাৰ্য্যকৰীভাৱে কিবা এটা কৰিব লাগে বুলি দাবী উঠিল। কিন্তু যুদ্ধৰ গতি আৰু ইংলণ্ডৰ বিপদ দেখি আমি হোহ'কা-পিছলা কৰিব লগা হ'ল, কাৰণ গান্ধীজীয়ে পঢ়োৱা সেই পুৰণি পাঠ আমি তেনেই পাহৰিব নোৱাৰোঁ যে প্ৰতিপক্ষৰ বিপদৰ সময়ত আমি তেওঁলোকক আহুকাল দিয়াটো আমাৰ উদ্দেশ্য হোৱা উচিত নহয়। যুদ্ধ আগবঢ়াৰ লগে লগে নতুন নতুন সমস্যাবো উদ্ভৱ হ'ল, বা পুৰণি সমস্যাবোৰে নতুন ৰূপত দেখা দিলে, আগৰ সা-সম্বন্ধবোৰ সলনি হৈ যোৱা যেন লাগিল, আগৰ মান দণ্ডবো মূল্য নাইকিয়া যেন হ'ল। বহুত জোকাৰণি আহিল। কথাবিলাক খাপ খুওৱাই টান হৈ পৰিল। ৰুছ জাৰ্ম্মান চুক্তি, ৰুছিয়াৰ ফিনলেণ্ড আক্ৰমণ, জাপানৰ প্ৰতি ৰুছিয়াৰ বন্ধুত্বপূৰ্ণ মনোভাব। পৃথিৱীত কিবা নীতি আচৰণৰ কিবা নৈতিক মানদণ্ড আছে নে? নে কেৱল সুবিধাবাদেই চলিছে?

এপ্ৰিল আহিল আৰু তাৰ লগতে আহিল নৰৱেৰ পতন। মে মাহৰ লগে লগে আহিল হলেণ্ড আৰু বেলজিয়ামৰ ভয়াবহ অৱস্থা। জুনত হঠাৎ বাগৰি পৰিল ফ্ৰান্স। সেই গৌৰৱপূৰ্ণ পেৰি, স্বাধীনতাৰ কঠীয়াতলী শুৱনি পেৰি নগৰী ভাগি-ছিগি ধূলিত বাগৰি পৰিল। ফ্ৰান্স অকল যুদ্ধত ঘটাই নহয়, বেচি শোচনীয় হ'ল তাৰ আত্মিক পৰাজয় আৰু অৱনতি। এইবোৰ কেনেকৈ ঘটিব পাৰিলে মই ভাবিবলৈ ধৰিলোঁ। নিশ্চয় চাগৈ ভিতৰখন তেনেই গেলি গৈছে। এনেকুৱা হৈছে নে কি আৰু যে ইংলণ্ড আৰু ফ্ৰান্স যি প্ৰাচীন ব্যৱস্থাৰ প্ৰতিনিধি তাৰ চাউল ঢুকাইছে কাৰণেই কিজানি আত্মৰক্ষা কৰিব নোৱাৰিলে? দেখাত সাম্ৰাজ্যবাদে শক্তি যোগোৱা যেন লাগিলেও সিয়েই এনে ধৰণৰ সংঘৰ্ষত সিহঁতক দুৰ্ব্বল কৰি পেলাইছে নেকি? তেওঁলোকে যদি নিজকে স্বাধীনতাৰপৰা বঞ্চিত

কৰে, তেন্তে তেওঁলোকে তাৰ কাৰণে যুদ্ধ কৰিব নোৱাৰে আৰু গ্লানসৰ্ত হোৱাৰ দৰে, তেওঁলোকৰ সাম্ৰাজ্যবাদ লাহেকৈ গৈ নিলাজ ফেচিজমত পৰিণত হ'ব। মিঃ নেভিল চেম্বাৰলেইনে আৰু তেওঁৰ পুৰণি নীতিৰ ছাঁ ইংলেণ্ডৰ ওপৰত এতিয়াও পৰিয়েই থাকিল। জাপানক সন্তুষ্ট কৰিবৰ কাৰণে ব্ৰহ্ম-চীন আলিবাট বন্ধ কৰি দিয়াৰ যো-জা চলিল। ইপিনে ভাৰতত পৰিবৰ্ত্তনৰ কোনো নাম-গন্ধই নাই। আমি নিজকে সংযত কৰি ৰখা দেখি তেওঁলোকে ভাবিলে, কাৰ্য্যকৰী কিবা এটা কৰাৰ সামৰ্থ্য আমাৰ নাই। বৃটিছ চৰকাৰৰ যি কোনো দৃষ্টিৰেই অভাৱ দেখি আচৰিত হ'লোঁ। তেওঁলোকে সময়ৰ জাননী পঢ়িবলৈ অক্ষম আৰু চাৰিওফালে কি ঘটি আছে তাক বুজাত অপাৰগ। নিজকে অৱস্থাৰ লগত তেওঁলোকে খাপ খুৱাই লবও নোৱাৰে। প্ৰকৃতিৰ এনে কিবা নিয়ম আছে নে কি যে, আন্তৰ্জ্জাতিক বা আন আন ক্ষেত্ৰত, কাৰণ থাকিলেই অনিবাৰ্য্যৰূপে তাৰ কাৰ্য্য হ'বই? যি পদ্ধতিৰ পৰা কোনো আৱশ্যকীয় কাম আৰু নিসিজাত পৰিলগৈ, সি বাৰু বুদ্ধি-কৌশলেৰে নিজকে ৰক্ষা কৰিবলৈকো অপাৰগ হ'ব নে?

বৃটিছ চৰকাৰে যদি কথা বতৰা পলমকৈ বুজে আৰু অভিজ্ঞতাৰপৰা শিক্ষা লাভ কৰিব নোৱাৰে, ভাৰত চৰকাৰৰ কথা তেনেহ'লে মানুহে কি ক'ব? এই চৰকাৰক লৈ কিবা হুঁহা-কন্দা কথা হৈছে, কাৰণ সকলো ঠিকেই চলিছে, ক'তো বেমেজালি নাই এনেকুৱা যি এটা ভাব তেওঁলোকৰ মনত যুগ যুগ ধৰি চলি আছে, তাৰপৰা তেওঁলোকক কোনেও টানি উলিয়াই আনিব পৰা নাই, যুক্তি, বুদ্ধি, বিপদ, সৰ্ব্বনাশ একোৱে পৰা নাই। ৰিপ্‌ভান্ ৱিংক্‌ল্-অৰ দৰে তেওঁলোকে শুই থাকে, ছিমলা পৰ্ব্বতৰ ওপৰত, সাৰ পালেও তেওঁলোক শুই থাকে।

যুদ্ধ আগ বঢ়াৰ লগে লগে কংগ্ৰেছৰ কাৰ্য্যকৰী সমিতিৰ আগত নতুন নতুন প্ৰশ্নই দেখা দিলে। ইমান দিনে আমাৰ স্বাধীনতাৰ সংঘৰ্ষত ইমান দিনে আমি মানি অহা অহিংসা নীতিকে স্বাধীনতা পোৱাৰ পিচতো ৰাষ্ট্ৰীয় নীতি হিচাপে তাক গ্ৰহণ কৰিব লাগে বুলি গান্ধীজীয়ে ইচ্ছা প্ৰকাশ কৰিলে। বাহিৰৰ আক্ৰমণ আৰু ভিতৰৰ বিশৃংখলতাৰ বিৰুদ্ধে নিজকে ৰক্ষা কৰিবলৈ, ভাৰতবৰ্ষই এই নীতিৰ ওপৰতে ভৰ দিব লাগিব। সেই সময়ত অৱশ্যে এই প্ৰশ্ন উঠা নাছিল কিন্তু তেওঁৰ মনত এই প্ৰশ্নৰ উদয় হৈছিল আৰু তেওঁ ভাবিছিল যে এই বিষয়ে এটা স্পষ্ট ঘোষণা কৰাৰ সময় আহিছে। আমাৰ নিজৰ সংঘৰ্ষত এতিয়ালৈকে আমি অহিংসা নীতিকে মানি আহিছোঁ আৰু আমাৰ প্ৰত্যেকৰে বিশ্বাস যে আমি এই নীতিকে মানি চলিব লাগিব। ইউৰোপৰ যুদ্ধই এই বিশ্বাস আৰু টনকিয়াল কৰিলে। কিন্তু ভৱিষ্যতৰ ৰাষ্ট্ৰই কি কৰিব তাক এতিয়াই বান্ধি পেলোৱাটো এটা বেলেগ কথা আৰু টান কথাও; ৰাজনীতি ক্ষেত্ৰত বিচৰণ কৰা লোকৰ পক্ষে এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে সেইটো কোৱাটোও সহজ নহয়।

গান্ধীজীয়ে অনুভৱ কৰিছিল, আৰু বোধহয় তেওঁ ঠিকেই অনুভৱ কৰিছিল যে, পৃথিৱীৰ প্ৰতি তেওঁৰ যি এটা বাণী আছে তাৰ তেওঁ চোকটো কমাই পেলাব নোখোজে। তেওঁৰ ইচ্ছা মতেই সেই বাণী দিবলৈ তেওঁৰ স্বাধীনতা থাকিবই লাগিব আৰু ৰাজনৈতিক কাৰণত তেওঁক কেতিয়াও বাধা দিব নোৱাৰি। গতিকে প্ৰথম

এইবাৰেই এফালে তেওঁ গ'ল আৰু আন ফালে কংগ্ৰেছ গ'ল। তেওঁৰ লগত একেবাৰেই এৰা এৰি হোৱা নাছিল কাৰণ বান্ধটো আছিল বৰ কট্‌কটীয়া আৰু তেওঁ যে পৰামৰ্শ দিয়েই থাকিব আৰু প্ৰায়েই নেতৃত্বও দি থাকিব তাত সন্দেহ নাই। এইটো কিজানি স'চা যে আংশিকভাৱে তেওঁ আঁতৰি যোৱাৰ লগে লগে আমাৰ জাতীয় আন্দোলনত বুৰঞ্জীৰ এছোৱা নিৰ্দ্দিষ্ট কালৰ অন্ত হ'ল। যোৱা দুই-এবছৰত, তেওঁৰ ভিতৰত যেন এটা ঠৰঙা ভাব লাহে লাহে আহি সোমাইছে। আগৰ নিচিনাকৈ অৱস্থাৰ লগত নিজকে খাপ খুৱাব যেন নোৱাৰা হৈছে তেনেকুৱা যেন পাইছোঁ। তথাপি আগৰ সেই সম্মোহনী আছেই, আগৰ মোহিনী বানেই কাম কৰি আছে আৰু তেওঁৰ ব্যক্তিত্ব আৰু মহিমা বহুততকৈ ওখত। ভাৰতৰ লাখ লাখ মানুহৰ ওপৰত তেওঁৰ প্ৰভাৱ কমা বুলি কোনেও যেন নাভাবে। কুৰি বছৰতকৈও বেচি তেৱেঁই ভাৰতৰ ভাগ্য নিয়ন্তা হৈ আছে আজিও তেওঁৰ কাম শেষ হোৱা নাই।

যোৱা কেইসপ্তাহৰ ভিতৰত চি. ৰাজাগোপালচাৰীৰ নিৰ্দ্দেশত কংগ্ৰেছে বৃটেইনলৈ আৰু এটা প্ৰস্তাৱ আগ বঢ়ালে। ৰাজাগোপালাচাৰীক কংগ্ৰেছৰ সৌপন্থী বুলি কোৱা হয়। তেওঁৰ প্ৰদীপ্ত বুদ্ধি নিঃস্বাৰ্থ চৰিত্ৰ আৰু চোকা বিশ্লেষণ শক্তি আমাৰ জাতীয় উদ্দেশ্য সাধনত মহৎ সম্পদ। মাদ্ৰাজত কংগ্ৰেছ চৰকাৰ হওঁতে তেওঁ তাৰ প্ৰধান (মুখ্য) মন্ত্ৰী আছিল। ক'ববাত সংঘৰ্ষ হয় বুলি, তেওঁ এটা প্ৰস্তাৱ আগ বঢ়ালে যিটো তেওঁৰ লগৰীয়াসকলে বহুত কৰোঁ নকৰোঁকৈ পিচত গ্ৰহণ কৰিলে গৈ। প্ৰস্তাৱটো আছিল বৃটেইনে ভাৰতৰ স্বাধীনতা তৎক্ষণাৎ মানি লওক, আৰু বৰ্ত্তমান কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিয়েই দায়িত্বশীল এটা অস্থায়ী জাতীয় চৰকাৰ গঠিত হওক। তাকে কৰিলে, এই চৰকাৰেই দেশ ৰক্ষাৰ ভাৰ ল'ব আৰু তেনেকৈয়ে যুদ্ধত সহায় কৰিব।

কংগ্ৰেছৰ এই প্ৰস্তাৱটো কামত পৰিণত কৰিবলৈ বৰ সহজ আছিল আৰু চলিত অৱস্থা একেবাৰেই তল ওপৰ নকৰাকৈয়ে, অতি সোনকালে তাক কামত লগাব পৰা হ'লহে'তেন। জাতীয় চৰকাৰ অনিবাৰ্য্যৰূপেই এটা যুটীয়া বস্তু হৈ পৰিব, আৰু সংখ্যালঘু সমষ্টিবিলাকৰ তাত সম্পূৰ্ণ দায়িত্ব থাকিব। প্ৰস্তাৱটো স্পষ্টভাৱেই মধ্যমীয়া আছিল। দেশৰক্ষা আৰু যুদ্ধ প্ৰচেষ্টাৰ ফালৰপৰা চাবলৈ গ'লে দেখা যায় যে, যি কোনো ঐকান্তিক প্ৰচেষ্টাৰ পাচ ফালে জাতিৰ বিশ্বাস আৰু সহযোগিতা থাকিবই লাগিব। কেৱল জাতীয় চৰকাৰেহে তাক পাব পাৰে। সাম্ৰাজ্যবাদৰ যোগেদি পোৱাটো সম্ভৱ নহয়।

কিন্তু সাম্ৰাজ্যবাদৰ চিন্তাধাৰা আন ৰকমৰ। তাৰ মতে ই চলি থাকিবই আৰু তাৰ ইচ্ছামতে মনুহক বল প্ৰয়োগ কৰি কাম কৰাই যাব পাৰিব। বিপদৰ আশঙ্কা আগত দেখিলেও, এই কাৰ্য্যকৰী সাহায্য লবলৈ সাম্ৰাজ্যবাদ সাজু নহয়, যদিহে তাৰ অৰ্থ ভাৰতৰ ওপৰত থকা ৰাজনৈতিক আৰু অৰ্থনৈতিক নিয়ন্ত্ৰণ এৰি দিয়া বুজায়। ভাৰত আৰু সাম্ৰাজ্যৰ আন আন অংশত প্ৰকৃত উপযুক্ত কামটো কৰিবলে তেওঁলোকে যি মৰ্য্যাদা পালেহে'তেন, তালৈকো তেওঁলোকৰ ভ্ৰূক্ষেপ নাই।

আজি ১৯৪০-ৰ ৮ আগষ্ট তাৰিখে মই এইখিনি লিখি থাকোঁতে বৃটিছ চৰকাৰে আমাক তেওঁলোকৰ উত্তৰ দিছে। তাৰ আধাৰত সেই আমাৰ সাম্ৰাজ্যবাদীৰ

ভাবা, আৰু লিখা কথাও সেই আগৰে কথা; অকণো সালসলনি নাই। ইয়াত ভাৰতত, ইউৰোপত আৰু পৃথিৱীত সময়ৰ সোঁত বৈ আছে।

মোৰ ইমান বিলাক বন্ধু জেললৈ উভতি গৈছে; দেখি মোৰ অলপ হিংসাহে লাগিছে। এই যুদ্ধ আৰু ৰাজনীতি, ফেছিষ্টবাদ আৰু সাম্রাজ্যবাদেৰে ভৰা বলিয়া পৃথিৱীতকৈ কিজানি জেলত অকলে অকলে বহিয়েই জীৱনৰ সামগ্রিক ৰূপটোৰ কথা চিন্তা কৰিবলৈ ভাল। কিন্তু কেতিয়াবা খন্তেকলৈ হ'লেও এই জগতৰপৰা পলায়ন কৰিব পাৰি। ত্রিছ বছৰৰ পিচত ৰোৱা মাহত মই কাশ্মীৰলৈ উভতি গৈছিলোঁ। তাত মুঠে বাৰ দিনহে আছিলোঁ, কিন্তু সৌন্দৰ্য্যেৰে ভৰা আছিল এই কেইটা দিন আৰু মই ভুৱন ভুলোৱা সেই দেশৰ লাৱণ্যধাৰা হেঁপাহ পলুৱাই উপভোগ কৰিছিলোঁ। পৰ্ব্বত ভৈয়ামৰ চাৰিওফালে ঘূৰি ফুৰিলোঁ, বৰফৰ পাহাৰ বগালোঁ আৰু ভাবিলোঁ জীয়াই থাকিবলৈ কিমান ভাল!

এলাহাবাদ,
আগষ্ট ৮, ১৯৪০

জৱাহৰলাল নেহৰু

## ওপৰঞ্চি—(ক)

### স্বাধীনতা দিনৰ প্ৰতিজ্ঞা

### ২৬ জানুৱাৰী, ১৯৩০

আমি বিশ্বাস কৰোঁ যে নিজৰ পূৰ্ণ সমৃদ্ধিৰ সুযোগৰ কাৰণে স্বাধীনতা লাভ কৰিবলৈ, নিজ পৰিশ্রমৰ ফল ভোগ কৰিবলৈ আৰু জীৱনৰ আৱশ্যকীয় বস্তু সম্ভাৰ পাবলৈ ভাৰতবাসীৰ তথা আন দেশবাসীৰ এটা অধিকাৰ আছে তাক কোনেও কাঢ়ি নিব নোৱাৰে। আমি আৰু বিশ্বাস কৰোঁ যে, যদি কোনো চৰকাৰে কোনো জাতিক এই অধিকাৰ সমূহৰপৰা বঞ্চিত কৰে, আৰু তেওঁলোকক অত্যাচাৰ কৰে, তেন্তে সেই চৰকাৰ সলনি কৰিবলৈ বা গুচাই দিবলৈ তেওঁলোকৰ অধিকাৰ আছে। বৃটিছ চৰকাৰে ভাৰতবাসীক অকল স্বাধীনতাৰপৰা বঞ্চিত কৰিয়েই এৰা নাই, ভাৰতৰ জনগণক শোষণ কৰিয়েই এওঁলোক থিয় দি আছে আৰু ভাৰতক অৰ্থনৈতিক, ৰাজনৈতিক, সাংস্কৃতিক, আধ্যাত্মিক সকলো ক্ষেত্ৰতে ধ্বংস কৰিলে। সেই কাৰণে আমি বিশ্বাস কৰোঁ যে ভাৰতে বৃটিছৰ লগত সম্বন্ধ ছিঙি পেলাব লাগিব আৰু পূৰ্ণ স্বৰাজ বা পূৰ্ণ স্বাধীনতা লাভ কৰিব লাগিব।

অৰ্থনীতিৰ ক্ষেত্ৰত ভাৰতবৰ্ষ ধ্বংস হৈ গৈছে। আমাৰ ৰাইজৰপৰা পোৱা ৰাজহ আমাৰ আৰ্জ্জনৰ অনুপাতৰ একেবাৰেই বাহিৰ। আমাৰ দৈনিক আৰ্জ্জন গড়ে সাত পইচা আৰু আমি যিখিনি শকত অঙ্কৰ টেক্স দিওঁ তাৰ শতকৰা ২০ ভাগ আহে খেতিয়কসকলৰপৰা আৰু শতকৰা ৩ ভাগ উঠে লোণ কৰৰপৰা আৰু এই লোণ কৰৰ হেঁচাটো আটাইতকৈ বেচিকৈ পৰে দুখীয়া-নিচলাৰ ওপৰত।

সূতা কটাৰ দৰে গাঁৱৰ শিল্পসমূহ ধ্বংস কৰা হ'ল। ফলত বছৰি অন্ততঃ

চাৰি মাহকৈ খেতিয়কসকল এলেহুৱা হৈ বহি থাকিব লগা হ'ল আৰু তাৰপৰা হস্তশিল্পৰ অভাৱত তেওঁলোকৰ বুদ্ধিও ভোতা হৈ যাবলৈ ধৰিলে। সিপিনে এনেকৈ ধ্বংস কৰা শিল্পাদিৰ সলনি আন দেশৰ দৰে আন একো ব্যৱসায় পাতিবো দিহা হোৱা নাই।

শুল্ক আৰু মুদ্ৰা-বিনিময় নীতিৰ ক্ষেত্ৰত এনেভাৱে চকৰি ঘূৰোৱা হৈছে যাতে খেতিয়কৰ ওপৰত আৰু বেচি বোজা পৰে। আমাৰ সৰহভাগ আমদানি বস্তু বৃটিছে গঢ়া। শুল্ক নিৰ্দ্ধাৰণ নীতিৰপৰা বিলাতী বস্তুৰ প্ৰতি পক্ষপাতিতা থকাৰ কথা স্পষ্ট বুজা যায়। তাৰপৰা পোৱা খাজনা জনসাধাৰণৰ মূৰৰ বোজা কমোৱাত ব্যৱহাৰ কৰা নহয়, অতিপাত বিলাসী শাসন এটা পুহি ৰখাতহে ব্যৱহাৰ কৰা হয়। মুদ্ৰা-বিনিময়ৰ অনুপাতৰ ক্ষেত্ৰত যে আৰু বেচি স্বেচ্ছাচাৰ চলিছে আৰু তাৰ ফলত দেশৰপৰা লাখ লাখ টকা বাহিৰ ওলাই গৈছে।

ৰাজনৈতিক ক্ষেত্ৰত, ভাৰতৰ অৱস্থা বৃটিছৰ আমোলত যিমান তললৈ গৈছে আন কেতিয়াও সিমান যোৱা নাই। কোনো সংস্কাৰেই জনসাধাৰণক প্ৰকৃত ক্ষমতা দিয়া নাই। আমাৰ ভিতৰত এটাইতকৈ শ্ৰেষ্ঠ লোক যিজন, তেৱেঁই আনকি বিদেশী কৰ্ত্তৃপক্ষৰ আগত মূৰ দোঁৱাব লাগে। মতামত প্ৰকাশৰ স্বাধীনতা আৰু সভাসমিতি গঠনৰ স্বাধীনতাৰপৰা আমাক বঞ্চিত কৰা হ'ল। আমাৰ দেশৰ বহু লোকেই বিদেশত গৈ বনবাস খাটি থাকিবলগীয়া হৈছে। নিজ নিজ ঘৰলৈ তেওঁলোক উভতি আহিব নোৱাৰে। সকলো শাসন পটুতা মৰি গৈছে আৰু সৰু সুৰা গাৱঁলীয়া অফিচ আৰু কেৰাণীৰ কাম লৈয়ে জনসাধাৰণ সন্তুষ্ট হ'ব লগাত পৰিছে।

সাংস্কৃতিক ক্ষেত্ৰতো, শিক্ষা প্ৰণালীয়ে আমাক খোপনিৰপৰা অ'তৰাই দিলে দিলে আৰু আমাক দিয়া প্ৰশিক্ষণে আমাক বান্ধি থোৱা শিকলিডালকে সাৱটি ধৰিবলৈ শিকালে।

অধ্যাত্মিক ক্ষেত্ৰত, বাধ্যত পৰি অস্ত্ৰ-শস্ত্ৰ নোলোৱাকৈ থাকোঁতে থাকোঁতে আমাৰ মানবীয় সাহ-পিত একো নোহোৱা হ'ল। আমাৰ ভিতৰত থকা বাধা প্ৰদানৰ যি শক্তি আছিল তাক পিহি ভাঙি গুৰি কৰি পেলাবৰ কাৰণে মাৰাত্মকভাৱে নিয়োগ কৰা বিদেশী দখলী সৈন্যই আমাক এনেকৈ ভবাইছে যেন আমি নিজকে চম্ভালিব নোৱাৰোঁ, বিদেশী আক্ৰমণৰ বিপক্ষে আত্মৰক্ষা কৰিব নোৱাৰোঁ আৰু আনকি চোৰ, ডকাইত, দুৰ্ব্বৃত্ত আদিৰ আক্ৰমণৰপৰাও আমাৰ ঘৰ-দুৱাৰ আৰু পৰিয়ালবৰ্গক ৰক্ষা কৰিবলৈ আমাৰ শক্তি নাই।

এই চাৰিটা ক্ষেত্ৰত আমাৰ দেশখনৰ সৰ্ব্বনাশ সাধন কৰা এটা শাসনৰ তলত আৰু বেচি দিন মূৰ দোঁৱাই থাকিলে মানুহৰ আৰু ভগৱানৰ ওচৰত আমি অপৰাধ কৰা হ'ব বুলি ভাবোঁ। এইটোও অৱশ্যে আমি মানি লৈছোঁ যে, আমাৰ স্বাধীনতা লাভ কৰিবৰ কাৰণে এটাইতকৈ কাৰ্য্যকৰীপন্থা হিংসাৰ মাজেদি নহয়। গতিকে, বৃটিছ চৰকাৰৰ লগত ইচ্ছা কৰি কৰা সহযোগিতা যিমান পাৰি বন্ধ কৰি আমি নিজকে সাজু কৰি ল'ম আৰু টেক্স বন্ধ কৰাকে ধৰি সকলো আইন-অমান্য আন্দোলনৰ কাৰণে সাজু হ'ম। আমাৰ দৃঢ় বিশ্বাস হৈছে যে, আমি যদি ইচ্ছা কৰি কৰা সাহায্য-দিব নিদিয়া হওঁ, আৰু প্ৰয়োজনীয় মুহূৰ্ততো অহিংসভাৱে থাকি খাজনা বন্ধ কৰি

দিব পাৰোঁ তেন্তে এই অমানুষিক শাসনৰ অন্ত পৰাটো নিশ্চিত। সেই কাৰণে, পূৰ্ণ স্বৰাজ প্ৰতিষ্ঠা কৰিবৰ অৰ্থে কংগ্ৰেছে সময়ে সময়ে যি পৰামৰ্শ আগ বঢ়াই থাকিব সেইমতে কাম কৰিম বুলি ইয়াৰ দ্বাৰাই আমি দৃঢ়ভাৱে প্ৰতিজ্ঞা কৰিলোঁ।

## পৰিশিষ্ট—(খ)

### শান্তি প্ৰতিষ্ঠাৰ কাৰণে নিৰ্দেশিত সৰ্তসমূহ পঠোৱা ১৫ আগষ্ট, ১৯৩০ তাৰিখে কংগ্ৰেছ নেতাসকলে ছাৰ তেজ বাহাদুৰ ছাপ্ৰু আৰু মিঃ এম. আৰ. জয়াকৰলৈ লিখা চিঠি।

যাৰৱেডা চেণ্ট্ৰেল জেল
১৫ আগষ্ট, ১৯৩০

মৰমৰ বন্ধুসকল,

বৃটিছ চৰকাৰ আৰু কংগ্ৰেছৰ মাজত এটা শান্তিপূৰ্ণ মীমাংসাত উপনীত হ'বলৈ চেষ্টা কৰাৰ কৰ্ত্তব্য যেৰা আপোনালোকে গাত পাতি লোৱাৰ কাৰণে আমি আপোনালোকৰ ওচৰত গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। আপোনালোকৰ আৰু বৰলাট বাহাদুৰৰ মাজত হোৱা চিঠি-পত্ৰৰ আদান-প্ৰদান দেখাৰ পিচত আপোনালোকৰ লগত দীঘলীয়া আলোচনাৰ সুযোগ পাই, আৰু আমাৰ মাজতো কথা-বতৰা হৈ আমি ঠিক কৰিলোঁ যে, আমাৰ দেশৰ কাৰণে মৰ্য্যাদাপূৰ্ণ মীমাংসাত উপনীত হ'ব পৰাৰ উপযুক্ত সময় এতিয়াও অহি পোৱা নাই। যোৱা পাঁচ মাহত বিস্ময়কৰভাৱে জন-জাগৰণ হৈছে, বিভিন্ন মতবাদৰ প্ৰতিনিধিত্ব কৰা সকলো স্তৰৰ, সকলো শ্ৰেণীৰ লোকৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে, তথাপি আমি অনুভৱ কৰোঁ অতি সোনকালে আমাৰ লক্ষ্য সাধনৰ কাৰণে সেই দুখ-কষ্ট এতিয়াও যথেষ্ট হোৱা নাই বা সিমান কঠোৰ হোৱা নাই। মক'লেও হ'ব আমি আপোনালোকৰ বা বৰলাটৰ লগত একমত হ'ব নোৱাৰোঁ যে, আইন-অমান্য আন্দোলনে দেশৰ অপকাৰ কৰিছে বা তাক অসময়ত প্ৰয়োগ কৰা হৈছে বা সি অবৈধ। বক্তাক্ত বিদ্ৰোহৰ দৃষ্টান্তেৰে ইংৰাজৰ বুৰঞ্জী ভৰি আছে আৰু ইংৰাজসকলে মুক্তকণ্ঠে তাৰ গুণগান কৰিছে আৰু আমাকো তাকে কৰিবলৈ শিকাইছে। সেইদেখি যি আন্দোলনৰ উদ্দেশ্য শান্তিপূৰ্ণ আৰু অনুশীলনো হৈছে শান্তিপূৰ্ণভাৱেই, তেনে এটা আন্দোলনক বৰলাট বা আন যি কোনো বুদ্ধিমান ইংৰাজে গৰিহণা দিয়াটো শোভা নাপায়। কিন্তু বৰ্ত্তমান আইন-অমান্য আন্দোলনক আনুষ্ঠানিকভাৱে বা আনভাৱে গৰিহণা দিয়াৰ বাবে আমি কাৰো লগত কাজিয়া কৰিবলৈ ওলোৱা নাই। আমি ক'ব খোজোঁ যে, আন্দোলনৰ প্ৰতি যি চমকপ্ৰদ সঁহাৰি জনসাধাৰণৰপৰা পোৱা গৈছে সিয়ে আন্দোলনৰ যুক্তিযুক্ততা প্ৰমাণ কৰে। ইয়াত অৱশ্যে আচল কথাটো হৈছে এইটোহে যে, আইন-অমান্য আন্দোলন পাৰিলে বন্ধ কৰিবলৈ বা স্থগিত ৰাখিবলৈ আপোনালোকে যেনেকৈ ইচ্ছা কৰে আমিও কৰোঁ।

মিছাকৈয়ে দেশৰ নৰনাৰী আৰু ল'ৰা-ছোৱালীক, ফাটেক, লাঠী চালনা আৰু তাতকৈও কঠোৰ দুখ কষ্টৰ আগত মেলি দি নো আমি কি সুখটো পাওঁ ? সেই কাৰণে যেতিয়া আমি আপোনালোক আৰু আপোনালোকৰ যোগেদি বৰলাটক নিশ্চয়কৈ কওঁ যে, মৰ্য্যাদাপূৰ্ণ শান্তি স্থাপনৰ বাবে যি কোনো পন্থাকে অৱলম্বন কৰিবলৈ আমি চেষ্টাৰ অলপো ত্ৰুটী নকৰোঁ, তেতিয়া আপোনালোকে আমাক বিশ্বাস কৰিব। কিন্তু এইখিনি স্বীকাৰ কৰাৰ স্বাধীনতা আমাৰ আছে যে এতিয়ালৈকে নভোমণ্ডলত তেনেকুৱা একো চিন আমি দেখা নাই। ভাৰতৰ মুনিহ-তিৰোতাই যে ভাৰতৰ সৰ্ব্বোৎকৃষ্ট মঙ্গলৰ পন্থা বাচি লব লাগিব এই মতামতলৈ ইংৰাজ শাসকমণ্ডলী ঘোৰ খোৱাৰ আমি অকণো চিন দেখা নাই। শাসকমণ্ডলীয়ে কৰা সৎ অভিপ্ৰায়ৰ পৱিত্ৰ ঘোষণাসমূহ, প্ৰায়ে সজ উদ্দেশ্যেৰেই কৰা হৈছে যদিও আমি অবিশ্বাস কৰোঁ। বহুকাল ধৰি ইংৰাজে শোষণ কৰি থকাৰ ফলত এই প্ৰাচীন দেশখনৰ লোকসকলে এতিয়া ধৰিবই নোৱাৰা হ'লগৈ, দেশৰ নৈতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত সেই শোষণে কি সৰ্ব্বনাশ সাধন কৰিলে। এতিয়া তাৰ লগত আমি যে একেবাৰেই সম্বন্ধ ছিঙি দিব লাগিব আৰু এশ বছৰীয়া যি বৃটিছ শাসনে আমাক বাঢ়িবলৈ নিদিয়াহৈ হেঁচা মাৰি ধৰি আছে, তাকে ঠেলি হেঁচি ওপৰলৈ উঠাতো তেওঁলোকে আমাক সহায় কৰি অতীতৰ দোষ ত্ৰুটি যে শুধৰাব লাগিব এই কথাটোকে মানুহে বুজিব নোখোজে।

কিন্তু আমি জানো আপোনালোকে আৰু আমাৰ দেশৰ আন কিছু সংখ্যক শিক্ষিত লোকে বেলেগ ধৰণে চিন্তা কৰিছে। আপোনালোকে ভাবে যে এতিয়া যথেষ্ট মতান্তৰ ঘটিছে আৰু সেই কাৰণেই প্ৰস্তাৱিত সম্মিলনত যোগদান কৰা সম্ভৱ হ'ব। বহুত সীমাবন্ধতাৰ মাজত আমি কাম কৰিছোঁ যদিও, যথাসাধ্যে আমি আপোনালোকৰ লগত সহযোগিতা কৰিম।

বৰ্ত্তমান পৰিস্থিতিত তলত লিখাখিনিকে আপোনাৰ বন্ধুত্বপূৰ্ণ প্ৰচেষ্টাৰ প্ৰতি আমি দিব পৰা সঁহাৰি বুলি ধৰি লব—

(১) প্ৰস্তাৱিত সম্মিলনৰ বিষয়ে লিখা আপোনালোকৰ চিঠিৰ উত্তৰত বৰলাটে লিখা কথাখিনিৰ ভাষা অতি অস্পষ্ট। আমি তাৰ দ্বাৰা যোৱা বছৰ লাহোৰত ৰচনা কৰা জাতীয় দাবীৰ সম্পৰ্কত তাৰ মূল্য নিৰ্ণয় কৰিব পৰা নাই। আন পিনে, যথাৰীতি গঠিত কংগ্ৰেছ কমিটীৰ বৈঠক বা আৱশ্যক অনুযায়ী নিখিল ভাৰত কংগ্ৰেছ কমিটীক নোসোধাকৈও আমি কৰ্ত্তৃত্বপূৰ্ণভাৱে একো ক'ব নোৱাৰোঁ। কিন্তু আমি ইয়াকে ক'ব পাৰোঁ যে, কোনো মীমাংসাই সন্তোষজনক হ'ব নোৱাৰে। যদিহে—

(ক) ভাৰতক ইচ্ছামতে বৃটিছ সাম্ৰাজ্যৰপৰা ফাটি আহিবৰ অধিকাৰ পৰিষ্কাৰ-ভাৱে দিয়া নহয়,

(খ) দেশৰক্ষী সৈন্যদলৰ ওপৰত আৰু অৰ্থনৈতিক ক্ষেত্ৰত নিয়ন্ত্ৰণৰ অধিকাৰ থকা, দেশবাসীৰ প্ৰতি দায়িত্ব থকা আৰু গান্ধীজীয়ে বৰলাটলৈ দিয়া চিঠিৰ গোটেই এঘাৰটা সৰ্ত্ত মানি লোৱা সম্পূৰ্ণ জাতীয় চৰকাৰ এটা প্ৰৱৰ্ত্তন কৰা নহয়,

(গ) জাতীয় চৰকাৰৰ ওচৰত অন্যায় বুলি বা ভাৰতীয় জনসাধাৰণৰ স্বাৰ্থৰ অনুকূলে নহয় বুলি বিবেচিত হোৱা তথা কথিত ভাৰতৰ জাতীয় ঋণকে ধৰি

বৃটিছৰ সকলো দাবী বা তেওঁলোকে দিয়া বেহাই সম্পৰ্কে আৱশ্যক হ'লে, কোনো স্বাধীন বিচাৰকমণ্ডলীৰ ওচৰ চপাৰ অধিকাৰ দিয়া নহয়,

টোকা—ক্ষমতাৰ হাত সলনিৰ সময়ত ভাৰতৰ স্বাৰ্থৰ কাৰণে যিবিলাক সাল-সলনি কৰা আৱশ্যক হ'ব তাক ভাৰতৰ নিৰ্ব্বাচিত প্ৰতিনিধিসকলেই ঠিক কৰিব।

(২) যদি বৃটিছ চৰকাৰে ওপৰত কোৱা মতে কাম কৰিব পাৰিব বুলি ভাবে আৰু সেই ধৰণে সন্তোষজনক ঘোষণা পত্ৰ প্ৰচাৰ কৰি দিয়ে তেতিয়া হ'লে আমি আইন-অমান্য আন্দোলন বন্ধ কৰিবলৈ কাৰ্য্যকৰী সমিতিক পৰামৰ্শ দিম। অৰ্থাৎ অমান্য কৰিবৰ কাৰণেই যে আইন-অমান্য কৰা হৈছে সেইটো বন্ধ হ'ব। কিন্তু যিমান দিনলৈকে চৰকাৰে নিজে বিদেশী কাপোৰ আৰু মদ বন্ধ নকৰে, সিমান দিন শান্তি-পূৰ্ণ পিকেটিং চলোৱা হ'ব। জনসাধাৰণে লোণ প্ৰস্তুত কৰিয়েই থাকিব আৰু লোণ আইনৰ কাৰণে কৰা দণ্ডবিধানৰ ধাৰাবিলাক প্ৰয়োগ কৰা নহ'ব। চৰকাৰে বা আন কোনেও লোণ ৰক্ষা ঠাইৰ ওপৰত উপদ্ৰৱ কৰিব নোৱাৰিব।

(৩) আইন-অমান্য আন্দোলন বন্ধ কৰাৰ লগে লগে—

(ক) দণ্ডিত বা বিচাৰাধীন সত্যাগ্ৰহী আৰু আন আন যিসকল ৰাজনৈতিক বন্দী কোনো হিংসামূলক অপৰাধ বা হিংসামূলক কামত উচটনি দিয়াৰ অপৰাধত অপৰাধী নহয় তেওঁলোকক মুক্তিৰ আদেশ দিব লাগিব।

(খ) লোণ আইন, প্ৰেছ আইন, খাজনা আইন আৰু তেনেকুৱা আইনৰ বলত যিবিলাক সম্পত্তি বাজেয়াপ্ত কৰা হৈছে তাক ওভতাই দিব লাগিব।

(গ) দণ্ড পোৱা সত্যাগ্ৰহীৰপৰা বা প্ৰেছ আইনৰ বলত যি জৰিমানা আদায় কৰা হৈছে বা জামিনৰ টকা লোৱা হৈছে, তাক ওভতাই দিব লাগিব।

(ঘ) আইন-অমান্য আন্দোলনৰ সময়ত যিসকল চৰকাৰী কৰ্ম্মচাৰী আৰু গাৱঁৰ তহচিলদাৰ আদিয়ে বিষয় বাব এৰি দিছিল বা বিষয়বাবৰপৰা যিসকলক বৰখাস্ত কৰা হৈছিল, তেওঁলোকে আকৌ চৰকাৰী চাকৰি লবলৈ ইচ্ছা কৰিলে তেওঁলোকক নিযুক্ত কৰিব লাগিব।

মন্তব্য—এইবিলাক প্ৰস্তাৱৰ মাজত অসহযোগ আন্দোলনৰ সময়ৰ কথাও ধৰিব লাগিব।

(ঙ) বৰলাটে মঞ্জুৰ কৰা সকলো অধ্যাদেশ প্ৰত্যাহাৰ কৰিব লাগিব।

(চ) এই প্ৰাথমিক বিষয়বিলাকৰ সন্তোষজনক মীমাংসা হ'লেহে প্ৰস্তাৱিত বৈঠকৰ গঠন আৰু তালৈ কংগ্ৰেছ প্ৰতিনিধি পঠোৱাৰ কথা আলোচনা কৰিব পৰা হ'ব।

আপোনালোকৰ বিশ্বাসভাজন
মতিলাল নেহৰু
এম. কে. গান্ধী
সৰোজিনী নাইডু
বল্লভভাই পেটেল
জয়ৰামদাস দৌলতৰাম
ছৈয়দ মহম্মদ
জৱাহৰলাল নেহৰু

## ওপৰাণ্চ—(গ)

### শলাগৰ শৰাই

### ২৬ জানুৱাৰী, ১৯৩১

আমি....................ৰ দেশবাসীসকলে গৌৰব আৰু কৃতজ্ঞতাৰে গুণগান কৰিছোঁ সেইসকলৰ, যিসকলে মাতৃভূমিক মুক্ত কৰিবৰ কাৰণে ভাৰতৰ মহান জাতীয় সংগ্ৰামত যোগ দি নিকাৰ ভুঞ্জিলে আৰু ত্যাগ স্বীকাৰ কৰিলে; সেই মহান আৰু শ্ৰদ্ধেয় নেতা মহাত্মা গান্ধীৰ, যিজনে সদায় উচ্চ আদৰ্শ আৰু সৎ প্ৰচেষ্টাৰে আঙুলিয়াই আমাক নিৰন্তৰে অনুপ্ৰেৰণা যোগাব লাগিছে; শ শ সাহসী ডেকাৰ, যিসকলে মুক্তিৰ বেদীত জীৱন পাত কৰিলে; পেছোৱাৰ আৰু গোটেই সীমান্ত প্ৰদেশ, ছোলাপুৰ, মেদিনীপুৰ জিলা আৰু বোম্বাইৰ শহীদসকলৰ; যিসকলে হাজাৰে হাজাৰে শত্ৰু সৈন্যৰ বৰ্ব্বৰ লাঠীৰ আক্ৰমণৰ সন্মুখীন হৈ কষ্ট ভুগিলে সেই সকলৰ, গৰওৱালী ৰেজিমেণ্টৰ আৰু চৰকাৰৰ সামৰিক আৰু পুলিচ বিভাগৰ লোকসকলৰ, যিসকলে নিজৰ জীৱন বিপন্ন কৰিও, তেওঁলোকৰ নিজ দেশৰ দেশবাসীসকলক গুলী কৰিবলৈ বা তেওঁলোকৰ ওপৰত আন কিবা শাস্তিমূলক ব্যৱস্থা লবলৈ অমান্তি হৈছিল তেওঁ-লোকৰ, গুজৰাটৰ অদমনীয় খেতিয়কসকলৰ, যিসকলে অকণো ইকাটি সিকাটি নকৰাকৈ, পাচ নোহোঁহকাকৈ সকলো ধৰণৰ উৎপীড়ন সহ্য কৰি আহিছে, আৰু ভাৰতৰ আন আন অঞ্চলৰ সাহসী খেতিয়কসকলৰ, যিসকলে বহুকাল দুখভোগ কৰিছে আৰু বন্ধ কৰিবৰ কাৰণে লোৱা সকলো প্ৰচেষ্টাকে নেওচা দি আন্দোলনত সম্পূৰ্ণভাৱে যোগ দিছে; সাউদসকলৰ আৰু ব্যৱসায়ী সম্প্ৰদায়ৰ লোকসকলৰ, যিসকলে নিজৰ বিস্তৰ হানিকো হানি নুবুলি জাতীয় সংগ্ৰামত, বিশেষকৈ বিদেশী কাপোৰ আৰু বিলাতী মাল বয়কট কৰাত সহায় কৰিছে, সেই শ শ হেজাৰ হেজাৰ নৰনাৰীৰ, যিসকলে জেললৈ গৈ তাত সকলো ধৰণৰ জীয়াতু ভুগিছে, আৰু কেতিয়াবা আনকি জেলৰ চাৰি বেৰৰ ভিতৰতে মাৰ খাইছে, বেতৰ কোব খাইছে, আৰু বিশেষকৈ সাধাৰণ স্বেচ্ছাসেৱকজনৰ, যিজনে, যশস্যা বা পুৰস্কাৰ কোনো আশা নাৰাখি, কেৱল তেওঁ যি মহান উদ্দেশ্যৰ কাৰণে কাম কৰিছে তাৰ কথাকে ভাবি, দুখ কষ্টৰ মাজেৰে শান্তিপূৰ্ণভাৱে অক্লান্ত পৰিশ্ৰম কৰিছে।

আৰু আমি ভাৰতৰ নাৰীসকলৰ প্ৰতি, যিসকলে, মাতৃভূমিৰ বিপদ কালত নিজৰ ঘৰৰ আশ্ৰয় ত্যাগ কৰি, অব্যৰ্থ সাহস আৰু ধৈৰ্য্যেৰে ভাৰতৰ জাতীয় সৈন্য-বাহিনীৰ লগত লগালগিকৈ আগ শাৰীত থিয় দিছিল, তেওঁলোকৰ লগতে ত্যাগ আৰু বিজয়ৰ সমভাগী হ'বলৈ তেওঁলোকৰ প্ৰতিও আমাৰ শ্ৰদ্ধা আৰু গভীৰ প্ৰশংসা জনাইছোঁ; আৰু আমি গৌৰৱান্বিত বোধ কৰিছোঁ দেশৰ ডেকা শক্তি আৰু বানৰ সেনাৰ কথা সুঁৱৰি, যিসকলক কোমল বয়সেও সংগ্ৰামত যোগ দিয়াৰপৰা আৰু যোগ দি তেওঁলোকৰ মাজৰে কোনো কোনোক শহীদ হোৱাৰ পৰা বিৰত কৰিব নোৱাৰিলে।

আৰু তাৰ উপৰিও, ভাৰতৰ সকলো সম্প্ৰদায় আৰু শ্ৰেণীয়ে যে মহান সংঘৰ্ষত

যোগ দিলে আৰু উদ্দেশ্য সাধনত যি পাৰে কৰিলে তাৰ বাবেও আমি কৃতজ্ঞভাৱে তেওঁলোকৰ গুণগান কৰিছোঁ; বিশেষকৈ মুছলমান, শিখ, পাৰ্চী, খৃষ্টান আদি সংখ্যালঘু সম্প্ৰদায়সকলৰ যিসকলে, বিজয়ৰ নিশ্চয়তাৰে আগবঢ়া, ভাৰতৰ স্বাধীনতা লাভ কৰিবলৈ আৰু ৰক্ষা কৰিবলৈ আৰু সেই নতুন স্বাধীনতাৰে ভাৰতৰ সকলো শ্ৰেণীৰে মানুহৰ মাজত থকা অন্তৰায় আৰু অসমতাবোৰ দূৰ কৰি মানৱতাৰ উচ্চতৰ আদৰ্শৰ সেৱা কৰিবলৈ কৃতসংকল্প এটা সম্মিলিত আৰু অবিভাজ্য জাতি গঢ়ি তোলাত, সাহস আৰু সকলোৰে মাতৃভূমিৰ উদ্দেশ্যৰ প্ৰতি নিষ্ঠাৰে সহায় কৰিছে সেই সকলৰ প্ৰতি কৃতজ্ঞতা জনাইছোঁ। আৰু ভাৰতৰ কাৰণে ত্যাগ আৰু কষ্ট স্বীকাৰৰ এই অনুপ্ৰেৰণাদায়ক দৃষ্টান্ত চকুৰ আগত ৰাখি আমি আমাৰ স্বাধীনতাৰ সংকল্প আকৌ দোহাৰিছোঁ আৰু ভাৰতে পূৰ্ণ স্বাধীনতা নোপোৱালৈকে সংগ্ৰাম চলাই থাকিবলৈ প্ৰতিজ্ঞা কৰিছোঁ।

---

